# জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী

সংকলয়িতা-সম্পাদক
শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভুঞা






অসম সাহিত্য সভা

*JNANADABHIRAM BAROOAH RACHANAVALI—Complete works of late Sri Jnanadabhiram Barooah, compiled and edited by Prof. Jogendranarayan Bhuyan, published by Sri Nagen Saikia, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhavan, Jorhat, Assam.* January, 1981. *Price Rs.* 40·00 *only.*

---

# জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী

সংকলয়িতা-সম্পাদক

শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞা

প্ৰকাশক

শ্ৰীনগেন শইকীয়া

প্ৰধান সম্পাদক

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট

অসম চৰকাৰৰদ্বাৰা অনুমোদিত সুলভ মূল্যৰ কাগজত মুদ্ৰিত

মূল্য : চল্লিশ টকা

ছপাশাল

পূৰ্বদেশ মুদ্ৰণ

বিহাবাৰী, গুৱাহাটী-৮

## ॥ প্ৰধান সম্পাদকৰ একাষাৰ ॥

এতিয়াৰপৰা এশ বছৰৰ পূৰ্বে এই নগাঁৱতে বিষ কুটিৰত জন্ম গ্ৰহণ কৰিছিল আধুনিক অসমীয়া ভাষা-সাহিত্যৰ অন্যতম নিৰ্মাতা গুণাভিৰাম বৰুৱাৰ পুত্ৰ জ্ঞানদাভিৰাম বৰুৱাই, যি গবাকীয়ে নিজেও পৰৱৰ্তী কালছোৱাত অসমীয়া সাহিত্যলৈ যোগোৱা বৰঙণিৰে আমাৰ সাহিত্য বুৰঞ্জীত এখনি স্থায়ী আসন লাভ কৰিলে।

আধুনিক অসমৰ জন্মৰপৰা ৰাজ্যখনৰ ভাগ্যৰ লগত নিজকে জড়িত কৰা এই পৰিয়ালটিৰ ইতিহাসে আমাৰ ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক বুৰঞ্জীবো এটি গুৰুত্বপূৰ্ণ অধ্যায় সামৰিছে। উনবিংশ শতিকাৰ অসমৰ কথা ক'বলৈ গ'লেই আজি হলিৰাম ঢেকিয়াল ফুকনৰপৰা আৰম্ভ কৰি তৰুণৰাম ফুকনলৈকে আৰু ৰণৰামৰপৰা আৰম্ভ কৰি জ্ঞানদাভিৰামলৈকে এই দুয়োটি ঠালৰ প্ৰসংগ অপৰিহাৰ্য।

আধুনিক অসমীয়া ভাষাক গঢ়ি তোলাৰ ক্ষেত্ৰত হেমচন্দ্ৰ আৰু গুণাভিৰামৰ বৰঙণিয়ে এটি 'যুগ' সৃষ্টি কৰি গৈছে। কেৱল সেয়ে নহয়, তেওঁলোকৰ জীৱনৰ মাজেৰে অসমলৈ আধুনিক চিন্তা আৰু কৰ্মৰ নৱজাগৰণৰ ঢৌৰেও পথ মোকোলাই লৈছিল। গুণাভিৰামেই প্ৰথম অসমীয়া মানুহ যি বিধবা বিবাহক কেৱল নৈতিক সমৰ্থনেই দিয়া নাছিল, নিজৰ জীৱনত তাক প্ৰয়োগ কৰিছিল। তেৱেঁই অসমৰ প্ৰথম ৰেজিষ্ট্ৰী বিবাহ কৰাৰ অভিলেখো আঁকি থৈ গ'ল। এহাতে প্ৰাচীন ভাৰতীয় আদৰ্শ, আনহাতে পাশ্চাত্য আদৰ্শ, এহাতে অসমীয়া জাতীয় ঐতিহ্য আৰু আনহাতে বংগৰ নৱ-জাগৰণৰ আদৰ্শ—এই সকলোৰে সমন্বয়ত গঢ়ি উঠিছিল এই পৰিয়ালৰ জীৱনাদৰ্শ। জ্ঞানদাভিৰাম বৰুৱা এই ঐতিহ্যৰে উত্তৰাধিকাৰী।

নগাঁৱৰপৰা কলিকতা হৈ লণ্ডন—জ্ঞানদাভিৰামৰ শৈশৱৰপৰা যৌৱনলৈকে জীৱনৰ এই পৰিক্ৰমাই তেওঁৰ ৰুচি আৰু জীৱনবোধ গঢ়াত নিচেই কম বৰঙণি যোগোৱা নাই। মেজৰকৰাই বেৰিষ্টাৰি পঢ়িবলৈ যোৱা 'জ্ঞানযোগা'ক বাহীলৈ

বিলাতৰ কথা লিখিবলৈ কৰা অনুৰোধেই সুৰাসী অসমীয়া ভাষাৰ লেখক জ্ঞানদাভিৰাম বৰুৱাক প্ৰথম পোহৰলৈ আনিলে। যেজবৰুৱাৰ দৰে জ্ঞানদাভিৰামেও বিখ্যাত ঠাকুৰ পৰিয়ালৰ লগত বৈবাহিক সূত্ৰত আবদ্ধ হৈয়ো নিজস্ব নেহেৰুৱাই বৰং নিজস্বক উজ্জ্বল কৰি গ'ল তেওঁৰ জীৱন আৰু কৰ্মৰে। দুয়োৰে ভাষাৰ 'ষ্টাইল' বেলেগ কিন্তু দুয়োৰে ভাষা অসমীয়াৰ ভাষাৰ আপোন বৈশিষ্ট্যৰে সমুজ্জ্বল।

বৰুৱা ডাঙৰীয়া ১৯১৪ চনত গুৱাহাটীলৈ আহি আৰ্ল ল' কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ হ'লহি আৰু ১৯৫৫ চনলৈকে আমৃত্যু গুৱাহাটীৰ 'অভিৰাম'ত থাকিল। বিলাতৰ কথাৰ উপৰিও শেক্সপীয়েৰৰ নাটকৰ অসমীয়া ভাঙনি, আংকল টমছ্ কেবিনৰ ভাঙনি আদিৰে অসমীয়া ভাষা-সাহিত্যলৈ অৰিহণা যোগাই যোৱা বৰুৱা ডাঙৰীয়াই অসমীয়া সাধু কথাৰ ইংৰাজী তৰ্জমা কৰি অসমীয়া সাধুৰ সোৱাদ বাহিৰৰ লোকক দি গ'ল। উত্তৰ লক্ষীমপুৰত ১৯৩৩ চনত বহা অসম সাহিত্য সভাৰ চতুৰ্দশ সন্মিলনৰ সভাপতিৰ পদ অলংকৃত কৰি যোৱা এই গৰাকী সুৰুচিসম্পন্ন লেখকৰ মাজত থকা জাতীয় চেতনাৰ উত্তাপ তেওঁৰ সভাপতিৰ ভাষণখনতে ভালকৈ অনুভৱ কৰিব পাৰি।

দৰাচলতে অসমীয়া ভাষা-সাহিত্য আৰু জাতীয় বৈশিষ্ট্য জিলিকাই তোলাৰ যি আদৰ্শ 'আসাম বান্ধৱ', 'জোনাকী', 'বিজুলী', 'বাহী' আদিয়ে প্ৰতিষ্ঠা কৰিছিল, জ্ঞানদাভিৰাম মনে-প্ৰাণে সেই আদৰ্শৰে পূজাৰী আছিল। তেওঁলোকৰ প্ৰযত্নৰ সেই যুগটো বাদ দি আমি আজিৰ অসমৰ ভাষা-সাহিত্যৰ যুগটোৰ কথা ভাবিব নোৱাৰোঁ। সেই বাবেই জ্ঞানদাভিৰাম অসমীয়া জাতিৰ নমস্য-সকলৰ এজন।

অসম সাহিত্য সভাই এই গৰাকী ব্যক্তিৰ জন্মৰ শতবৰ্ষ পূৰ্ণ হোৱাৰ উপলক্ষ্যে তেওঁৰ জন্মস্থান নগাঁৱত কেন্দ্ৰীয়ভাৱে জন্ম শত-বাৰ্ষিকী উৎসৱ উদ্‌যাপন কৰিবলৈ লোৱাৰ উপৰিও সভাৰ সকলো শাখা আৰু স্বীকৃত সভাক ১৯ আগষ্ট দিনটোত 'জ্ঞানদাভিৰাম বৰুৱা জন্ম-শতবাৰ্ষিকী উৎসৱ' উদ্‌যাপন কৰিবলৈ আহ্বান জনায়। তদুপৰি, জ্ঞানদাভিৰামৰ কৰ্ম আৰু বাসস্থান গুৱাহাটীতো তেওঁৰ মৃত্যু দিৱস ২৭ জানুৱাৰী দিনটো ১৯৮১ চনত শতবাৰ্ষিকীৰ সামৰণি দিৱস হিচাপে উদ্‌যাপন কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰা হয়।

১৯ আগষ্টৰ দিনটোত নগাঁৱত পতাকা উত্তোলন, প্ৰতিকৃতি উন্মোচন, সৰ্ব-ধৰ্ম প্ৰাৰ্থনা সভা, যুৱজি সভা আৰু বন্তি প্ৰজ্বলনৰ কাৰ্যসূচী আৰু ২৭

জানুৱাৰীত গুৱাহাটীত 'জ্ঞানদাভিৰাম বৰুৱা সোঁৱৰণী বক্তৃতা'ৰ কাৰ্য্যসূচী গ্ৰহণ কৰা হয়।

স্বৰ্গীয় বৰুৱাৰ সোঁৱৰণত "আমেৰিকান বেপ্টিষ্ট মিছনেৰিসকল আৰু অসম" এই শীৰ্ষক এখানি বক্তৃতা প্ৰদান কৰে প্ৰসিদ্ধ বুৰঞ্জীবিদ্ ড° হেমবৰকান্ত বৰপূজাৰীদেৱে।

তদুপৰি, জ্ঞানদাভিৰাম বৰুৱাৰ শতবাৰ্ষিকী উৎসৱৰ উল্লেখযোগ্য দিশ হ'ল বৰুৱা ডাঙৰীয়াৰ প্ৰকাশিত-অপ্ৰকাশিত ৰচনাৱলী একত্ৰ প্ৰকাশ কৰাৰ সিদ্ধান্ত। এই ক্ষেত্ৰত স্বৰ্গীয় বৰুৱাৰ উত্তৰাধিকাৰী তেখেতৰ বোৱাৰী শ্ৰীমতী গুনমনো বৰুৱা আৰু কনিষ্ঠ পুত্ৰ শ্ৰীচিন্তাভিৰাম বৰুৱাৰ উদাৰতা আৰু বদান্যতাৰ উল্লেখ নকৰিলে অকৃতজ্ঞতাৰ দোষে চুব। আমি অসম সাহিত্য সভাৰ পক্ষৰপৰা দুয়োগৰাকীক অনুৰোধ কৰাৰ লগে লগে বিনা বাক্যব্যয়ে হৃষ্টচিত্তে তেখেতসকলে জ্ঞানদাভিৰাম বৰুৱাৰ ৰচনাৱলীৰ সৰ্বস্বত্ব অসম সাহিত্য সভাৰ হাতত লিখিত-ভাৱে তুলি দিছে। লগত দিছে গুণাভিৰাম বৰুৱাৰপৰা আৰম্ভ কৰি তেখেত-সকলৰ পৰিয়ালৰ কেইবাখনিও দুষ্প্ৰাপ্য ছবি। তেখেতসকলৰ এই দানৰ বাবে অসম সাহিত্য সভাৰ পক্ষৰপৰা আমি আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ। যোৱা ২৭ জানুৱাৰীত জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলীৰ একাংশ ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱৰ দ্বাৰা আনুষ্ঠানিকভাৱে উন্মোচন কৰোৱা হয়। জ্ঞানদাভিৰাম বৰুৱাৰ দুষ্প্ৰাপ্য পুথি-পত্ৰ, কাকতে-পত্ৰেই সিঁচৰতি হৈ থকা বিভিন্ন লেখা সংগ্ৰহ আৰু সম্পাদনাৰ দায়িত্ব দিয়া হয় 'ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী' আৰু 'ৰজনীকান্ত বৰদলৈৰ গল্প সম্ভাৰ'ৰ সংগ্ৰাহক সম্পাদক শ্ৰীযোগেন্দ্ৰ নাৰায়ণ ভূঞাক। অধ্যাপক ভূঞাই অশেষ কষ্ট কৰি ৰচনাৱলী সংগ্ৰহ কৰিছে। তেখেতক সভাৰ হৈ শলাগ জ্ঞাপন কৰিলোঁ।

শতবাৰ্ষিকীৰ কেন্দ্ৰীয় অনুষ্ঠানৰ আয়োজন কৰিবলৈ দায়িত্ব দিয়া হয় নগাঁও সাহিত্য সভাক। অসমৰ সাম্প্ৰতিক পৰিস্থিতিত বিশেষকৈ নগাঁৱৰ ঘটনাৱলীৰ পটভূমিত, নগাঁৱত শত-বাৰ্ষিকীৰ অনুষ্ঠান আয়োজন কৰা সম্ভৱ হ'বনে—এই বিষয়ে সন্দেহ কৰাৰ অৱকাশ আছিল। কিন্তু নগাঁও সাহিত্য সভাৰ সভাপতি মঃ আবুচামা আৰু সম্পাদক শ্ৰীতোৰেশ্বৰ শৰ্মা, শ্ৰীদেৱ বৰা প্ৰমুখ্যে কৰ্ম কৰ্তা আৰু সকলো সদস্য, তথা নগাঁওবাসী ৰাইজে বাধা-বিঘিনিকো অতিক্ৰম কৰি অনুষ্ঠানৰ আয়োজন সম্পূৰ্ণ কৰি তুলিলে। অকল সেয়ে নহয়, শতবাৰ্ষিকী উপলক্ষে এখন স্মৃতিগ্ৰন্থও যুগুতাই উলিয়াইছে। সেইবাবে নগাঁও সাহিত্য সভাকো আমাৰ ধন্যবাদ জ্ঞাপন কৰিলোঁ।

আমি আশা ৰাখিছোঁ জ্ঞানদাভিৰাম বৰুৱাক গৌৰৱ কৰাৰ মাজেৰে আমাৰ অতীতক আকৌ এবাৰ সুঁৱৰিবলৈ আৰু এই সমস্ত ব্যক্তিক গৌৰৱ কৰি নতুনক প্ৰেৰণা লাভ কৰিবলৈ এই ৰচনাৱলীয়ে সুযোগ দিব। গুৱাহাটীৰ পূৰ্বদেশ মুদ্ৰণে গ্ৰন্থখনি ছপাই দিয়াৰ বাবে ছপাশালৰ স্বত্বাধিকাৰী আৰু কাৰ্যাধ্যক্ষ প্ৰমুখ্যে কৰ্মীবৃন্দৰ শলাগ ল'লোঁ।

শ্ৰীপঞ্চমী তিথি
৯ ফেব্ৰুৱাৰী, ১৯৮১
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট

শ্ৰীনগেন শইকীয়া
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# ভূমিকা

জ্ঞানদাভিৰাম বৰুৱাই নিজে দেখুওৱা মতে তেওঁৰ বংশ-লতাৰ গুৰি ভাৰতবৰ্ষৰ পশ্চিম-দক্ষিণ অঞ্চলৰ দ্ৰাবিড় ৰাজ্যৰ বীৰৰাঘৱ নামৰ এজন ব্ৰাহ্মণ। বীৰৰাঘৱৰ অধস্তন পুৰুষ চন্দ্ৰশেখৰৰ পুতেক লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীক জ্ঞানদাভিৰামৰ পিতা-মহ যোগাইৰ ঊৰ্দ্ধতন পুৰুষৰূপে চিহ্নিত কৰা হৈছে।[1] কিন্তু জ্ঞানদাভিৰামৰ প্ৰপিতামহ অসমৰ উজনি খণ্ডৰ "তিয়ক নামে এখনি বৰ্দ্ধিষ্ণু গ্ৰাম"ৰ অধ্যাপকৰ ঘৰৰহে।[2] স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ ৰাজত্ব কালত "১৭০৯ শকৰ পুহত একেবাৰে দ্ৰোহভাৱে একত্ৰ"[3] হোৱা মোৱামৰীয়াৰ উপদ্ৰৱত তিয়কৰপৰা নাৰেৰে ভটীয়াই অহা ব্ৰাহ্মণ এজনৰ পুত্ৰ যোগাই লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীৰ 'চেলা'হে আছিল।[4] গতিকে জ্ঞানদাভিৰামৰ লতা-মূল ভাৰতবৰ্ষৰ পশ্চিম-দক্ষিণ অঞ্চলৰ দ্ৰাবিড় ৰাজ্যৰ পৰিবৰ্তে অসমৰ উজনি খণ্ডত বোলাহে উচিত হ'ব। অৱশ্যে, জ্ঞানদাভিৰামৰ পিতামহ যোগাই আছিল, ব্ৰহ্মচাৰীৰ প্ৰথম শিষ্য বা পালিত পুত্ৰ।[5]

দ্ৰাবিড় দেশৰপৰা এইজন লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীৰ অসমলৈ আগমন হৈছিল অসমৰ মতিচ্ছন্ন ৰজা গৌৰীনাথ সিংহৰ ৰাজত্ব কালতেই। গৌৰীনাথ সিংহই এদিন "তেওঁৰ সক কামৰ সখি এজনৰ প্ৰতি বিৰক্ত হই চকু কঢ়ালে। তাৰ পাছে আকৌ এক বিদেশীয় ভাষাৰে লিখা পত্ৰ এখন পঢ়িব লগা হোৱাত তেওঁৰ চকুহীন প্ৰযুক্ত আঙ্গুলিৰে অক্ষৰৰ আকৃতি ধৰি পত্ৰৰ মৰ্ম বুজাই দিলে। ইয়াতে ৰজাই চকুদান কৰিবলৈ বেজবৰুৱাসকলক আজ্ঞা দিয়ে।"[6] বেজবৰুৱাসকলৰ

---

১. ১২।১।৪২ তাৰিখে পুতেক শ্ৰীচিন্তাভিৰাম বৰুৱালৈ লিখা চিঠি।

২. গুণাভিৰাম বৰুৱা ৰচিত 'আনন্দৰাম ঢেকিয়ালফুকনৰ জীৱন চৰিত্ৰ' (১৯৭১), পৃ. ৪।

৩. গুণাভিৰাম বৰুৱাৰ 'আসাম বুৰঞ্জী' (১৯৭২), পৃ. ১১০।

৪. আ. ঢে. ফু. জী. চ. পৃ. ৬।

৫. যতীন্দ্ৰমোহন ভট্টাচাৰ্য সম্পাদিত 'ৰাম নৱমী' : সম্পাদকৰ নিবেদন, পৃ. ২।

৬. আ. বু., পৃ. ১২০।

কথাত বজাই ভাটীৰপৰা বেজ আনিবৰ কাৰণে পঠোৱা মানুহৰ লগত মুৰচিদাবাদত লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীৰ সাক্ষাৎ হয়। সংসাৰ-বিৰাগী হৈ দ্ৰাবিড় দেশৰপৰা গুচি আহি তীৰ্থ পৰ্যটন কৰি ফুৰা লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী কামৰূপ-কামাখ্যাৰ নাম শুনি "আমাৰ দেশৰ লোকসকলেৰে সৈতে"[৭] আহি অসম পালেহি, আৰু শেহলৈ "এই ব্ৰহ্মচাৰী ই দেশৰ বজাল হাটৰ অধ্যক্ষ হুৰবীয়া বড়ুয়া হয়।"[৮]

মোৱামৰীয়াৰ উপদ্ৰৱত উজনিৰপৰা গৈ ভাটীৰ অশ্বক্লান্তত বসতি কৰা তিয়কীয়া ব্ৰাহ্মণজনৰ মৃত্যু হোৱাৰ পাছত ব্ৰাহ্মণ-পুত্ৰ যোগায়ে ব্ৰহ্মচাৰীৰ শিষ্যত্ব গ্ৰহণ কৰে। ভটীয়াই আহোঁতেই যোগাইৰ মাতৃক পিতৃয়ে বিশ্বাসত ল'ব নোৱাৰি বাটতে পৰিত্যাগ কৰি যায়। "যোগাইৰ পিতৃ-মাতৃৰ অৱস্থা তেওঁবিলাকৰ আন বংশৰ লোকসকলে শুনি তেওঁৰ অনুসন্ধান কৰিবলৈ গ'ল। সেই লগতে যোগাইৰ পিতৃ(ৰ) দদায়েকৰ পুতেক যোগাইতকৈ ডাঙৰ ল'ৰা এটিও আছে। তেৱোঁ পিতৃ-মাতৃহীন আছিল। ব্ৰহ্মচাৰীয়ে তেওঁকো চপাই ল'লে।"[৯] লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীয়ে পাছত চপাই লোৱাজনৰ নাম দিলে পৰশুৰাম, আৰু যোগাইৰ নাম ৰাখিলে ৰণৰাম। শিৱসাগৰৰ তিয়কীয়া অধ্যাপকৰ ঘৰৰ ল'ৰা দুটা মূলতে আছিল গৌতম গোত্ৰৰ। কিন্তু ব্ৰহ্মচাৰীয়ে পৰশুৰামক নিজৰ গোত্ৰত তুলি উপনয়ন দিয়াৰ পাছত, আৰু পৰশুৰামে ৰণৰামক উপনয়ন দিয়াৰ পাছত ব্ৰহ্মচাৰীৰ শ্ৰীবাৎস্য গোত্ৰয়েই ল'ৰা দুটাৰো গোত্ৰ হৈ পৰিল, আৰু "তেতিয়াৰে-পৰা এওঁবিলাকৰ মাজত ভ্ৰাতৃ সম্বন্ধ হ'ল"।[১০] যথাসময়ত "শীতাংশু সভাপণ্ডিতৰ ঘৰৰ লক্ষ্মীনাথৰ কন্যা কামেশ্বৰীক পৰশুৰামে বিবাহ কৰালে" আৰু ৰণৰামে প্ৰথমবাৰ "আঠগঞা বিষ্ণুৰাম হাজৰিকাৰ কন্যা ইন্দ্ৰাণীক" আৰু দ্বিতীয়বাৰ বিষ্ণুদ'লৰ লক্ষ্মীনাথ "কথাকোৱা বৰুৱাৰ দুহিতা শচীক বিবাহ কৰালে"।[১১] কামেশ্বৰীৰ উপৰি "পৰশুৰাম বৰুৱাই জখলাবন্ধা সত্ৰৰ বিষ্ণুদেৱ গোসাঁইৰ কন্যা সুধৰ্মা আৰু আঠগয়াঁ বিষ্ণুৰাম হাজৰিকাৰ দ্বিতীয়া কন্যা ৰণৰামৰ প্ৰথম স্ত্ৰী ইন্দ্ৰাণীৰ কনিষ্ঠা ভুৱনেশ্বৰীক বিবাহ কৰায়।"[১২] পৰশুৰামৰ শেহৰ দুইগৰাকী

---

৭. আ. চে. কু. জী. চ., পৃ. ৩।
৮. আ. বু., পৃ. ১২৬, পাদটীকা।
৯. আ. চে. কু. জী. চ., পৃ. ৬।
১০. উল্লিখিত গ্ৰন্থ, পৃ. ৭।
১১. উল্লিখিত গ্ৰন্থ, পৃ. ৭, ১০, ১১।
১২. উল্লিখিত গ্ৰন্থ, পৃ. ১২।

পত্নী সন্তানহীনা আছিল। প্ৰথমা পত্নীৰ গৰ্ভত হলিৰাম আৰু যজ্ঞৰামৰ জন্ম হয় যথাক্ৰমে ১৮০২ খ্ৰীষ্টাব্দত আৰু ১৮০৫ খ্ৰীষ্টাব্দত। হলিৰামৰ প্ৰথমা পত্নী প্ৰসূতী দেৱীৰ গৰ্ভতেই জন্ম হয় আধুনিক অসমীয়া ভাষাৰ প্ৰাণপ্ৰতিষ্ঠাতা, অসমৰ নৱজাগৰণৰ পুৰোধা আনন্দৰাম ঢেকিয়াল ফুকনৰ, আৰু যজ্ঞৰামৰেই পৌত্ৰ হ'ল দেশভক্ত তৰুণৰাম ফুকন।

ৰণৰামৰ প্ৰথমা পত্নী ইন্দ্ৰাণীৰ গৰ্ভজাত কেইবাটিও সন্তানৰ ভিতৰত জীয়াই থাকিল বিজয়ৰাম, নীলেশী আৰু গংগাৰাম। দ্বিতীয়া পত্নী শচীৰ গৰ্ভজাত সন্তান হ'ল যজ্ঞেশ্বৰী আৰু গুণাভিৰাম। নগাঁৱৰ দিহিং সত্ৰৰ ধীৰচন্দ্ৰ গোস্বামীলৈ যজ্ঞেশ্বৰীক বিয়া দিয়া হয় বুলি 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰত উল্লেখ কৰা হৈছে।

গুণাভিৰামৰ জন্মস্থান যোৰহাট। "সোমাৰ বা উজনিত আমাৰ জন্মস্থান" বুলি গুণাভিৰামে নিজেও সেইদৰে উল্লেখ কৰি গৈছে 'সোমাৰ ভ্ৰমণ' প্ৰবন্ধত। ৰজা পুৰন্দৰ সিংহৰ আজ্ঞাত ৰণৰামে যোৰহাটত ঢেকিয়াল ফুকন আৰু খাৰঘৰীয়া ফুকন এই "দুই পদৰ কাৰ্যনিৰ্বাহ" কৰা সময়তে[১৩] নিশ্চয় যোৰহাটত গুণাভিৰাম জন্মে। অসমীয়া সাহিত্যৰ যশস্বী বুৰঞ্জী লেখক ডিম্বেশ্বৰ নেওগে স্পষ্টভাৱেই গুণাভিৰাম "১৭৫৯ শকত যোৰহাটত ওপজে" বুলি কৈছে।[১৪] অন্যান্য লেখক-সকলেও সাম্প্ৰতিকলৈকে ১৭৫৯ শক বা ১৮৩৭ খ্ৰীষ্টাব্দকেই গুণাভিৰাম বৰুৱাৰ জন্মবৰ্ষ বুলি ধাৰৰ কৰি আহিছে।[১৫]—'ৰামনৱমী' নাটকৰ সম্পাদক যতীন্দ্ৰ মোহন ভট্টাচাৰ্যই লিখিছে "গুণাভিৰাম ৰচিত 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ' গ্ৰন্থৰ দ্বিতীয় সংস্কৰণৰ ৪০ পৃষ্ঠাত গুণাভিৰামৰ জন্ম ১৮৩৭ খ্ৰীষ্টাব্দত বুলি নিৰ্দেশ কৰা হৈছে।"[১৬] ভট্টাচাৰ্যই নিশ্চয় সংশ্লিষ্ট গ্ৰন্থখনৰ "১৭৫৯ শক আৰু ১৮৩৭ ইংৰাজী চনত আনন্দৰাম ফুকন আৰু দুৰ্গাৰাম ফুকন দুয়ো ইংৰাজী স্কুলত প্ৰৱেশ কৰে। এই বছৰতে ৰণৰাম বৰুৱা যোৰহাটৰপৰা

১৩. উল্লিখিত গ্ৰন্থ, পৃ, ২৩, ২৮।

১৪. অসমীয়া সাহিত্যৰ বুৰঞ্জী (১৯৫৭), পৃ. ৪৯২ ; New Light on Asamiya Literature, P. 375.

১৫. ড° মহেশ্বৰ নেওগৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা', পৃ. ২৯৮ ; ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত', পৃ. ১৮৩ ; শ্ৰীনন্দ তালুকদাৰৰ 'সম্বাদ-পত্ৰৰ ৰঙ্গ-কাঁচলিত অসমীয়া সাহিত্য', পৃ. ১৪।

১৬. ৰাম নৱমী, সম্পাদকৰ নিবেদন, পৃ. ৪।

গুৱাহাটীলৈ আহে। যোৰহাটতে তেওঁৰ সৰুজনী পত্নীৰ এটি বালক জন্মে। সেই বালকৰ নাম গুণাভিৰাম"[১৭]—এই কথাখিনিলৈকে আঙুলিয়াইছে। এইখিনি কথাৰ বাহিৰে গ্ৰন্থখনৰ আন ক'তোৱেই গুণাভিৰামৰ জন্ম সম্পৰ্কীয় চন-তাৰিখৰ উল্লেখ নাই।

এতিয়া কথা হ'ল, "এই বছৰতে" অৰ্থাৎ ১৭৫৯ শক বা ১৮৩৭ খ্ৰীষ্টাব্দত ৰণৰাম বৰুৱা যোৰহাটৰপৰা গুৱাহাটীলৈ অহা কথাটোহে গুণাভিৰামে কৈছে। ৰণৰামৰ সৰুজনী পত্নীৰ বালকটিৰ জন্মৰ লগত 'যোৰহাট'ৰহে সম্পৰ্ক, 'এই বছৰ'ৰ নাই। সেয়ে হ'লে গুণাভিৰামৰ জন্ম-চন ১৮৩৭ খ্ৰীষ্টাব্দ নহ'বও পাৰে। জ্ঞানদাভিৰাম বৰুৱাই তেওঁৰ পিতৃ গুণাভিৰামৰ জন্ম ১৮৩৪ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহৰ ১২ তাৰিখে ("My father was born on January 12, 1834") বুলি স্পষ্টভাৱে উল্লেখ কৰিছে।[১৮] গুণাভিৰামৰ 'ন'ৰা-পুথি'ৰ তৃতীয় সংস্কৰণতো উক্ত তাৰিখৰ ("ভোগালী মাঘৰ বিহুৰ দিনা") দেওবাৰে গুণাভিৰামৰ জন্ম হোৱাৰ কথা জ্ঞানদাভিৰামে কৈছে।[১৯] পিতৃৰপৰা কিবা সূত্ৰে নিৰ্ভৰযোগ্য-ভাৱে নাজানিলে জ্ঞানদাভিৰামে ইমান ডাঠকৈ কথাষাৰ ক'ব নোৱাৰিলেহেঁতেন নিশ্চয়।

কিন্তু এই ক্ষেত্ৰত সমস্যাৰূপে থিয় দিয়ে ৰণৰামৰ যোৰহাট-বাস কালছোৱাই। কাৰণ, ৰণৰাম যোৰহাটলৈ যোৱা বছৰটোৰ উল্লেখ ক'তো পাবলৈ নাই। 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ'ত আছে ৰণৰাম বৰুৱা পুৰন্দৰসিংহৰ আজ্ঞাৰে ঢেকিয়াল ফুকন আৰু খাৰঘৰীয়া ফুকন "সেই দুই পদৰ কাৰ্যনিৰ্ব্বাহ কৰিবলৈ যোৰহাটলৈ" যোৱা "বৎসৰতে দৰঙ্গ আৰু নগাঁও স্বতন্ত্ৰ জিলা হ'ল আৰু চিনিয়ৰ খণ্ডৰ বিভাগ গুচিল।"[২০] 'এ ডেস্ক্ৰিপ্‌টিভ একাউণ্ট অফ আছাম' গ্ৰন্থত উইলিয়াম ৰবিঞ্চনে কোৱা মতে নামনি অসম বিভাগৰপৰা নগাঁৱক পৃথক কৰা হয় ১৮৩২-৩৩ চনত; কিন্তু ১৮৩৩-৩৪ চনৰ পূৰ্বতে কোনো ধৰণৰ নিগাজী বন্দোবস্ত এই ক্ষেত্ৰত হোৱা নাছিল।[২১]—উক্ত জিলা দুখন ১৮৩৩ খ্ৰীষ্টাব্দৰ

---

১৭. অসম প্ৰকাশন পৰিষদৰ দ্বাৰা পুনৰমুদ্ৰিত আ. ঢে. ফু. জী. চ., পৃ. ২৮।

১৮. ২৪।১১.৫২ তাৰিখে শ্ৰীজিতেন্দ্ৰ নাথ বুজৰবৰুৱালৈ লিখা চিঠি।

১৯. 'ন'ৰা-পুথি': লেখকৰ সংক্ষিপ্ত জীৱনী।

২০. পৃ. ২৩।

২১. A Descriptive Account of Assam; Published by Sanskaran Prakashak, Delhi, 1975, P. 305.

-পাহত স্বতন্ত্ৰ হোৱাৰ কথা ড° সূৰ্যকুমাৰ ভূঞাই 'এংলো আহামিজ বিলেচনচ' গ্ৰন্থত উল্লেখ কৰিছে।[২২] ১৮৩৩ খ্ৰীষ্টাব্দত পুৰণিগুদামত সদৰ পাতি নগাঁৱক এখন পৃথক জিলালৈ ৰূপান্তৰ কৰাৰ কথা ভাৰত ৰাজপত্ৰতো[২৩] কোৱা হৈছে। কিন্তু জিলাখনৰ সম্পৰ্কত চিনিয়ৰ খণ্ডৰ বিভাগটো ১৮৩৪ খ্ৰীষ্টাব্দতহে গঢ়ে বুলি ড° হেমন্তকান্ত বৰপূজাৰীয়ে 'আছাম ইন দ ডেজ অফ দ কম্পেনী' গ্ৰন্থত স্পষ্ট-ভাবে কৈছে।[২৪] আমি ভাবোঁ, জিলাখনৰ ক্ষেত্ৰত "চিনিয়ৰ খণ্ডৰ বিভাগ" গঢ়া আৰু "দৰঙ্গ আৰু নগাঁও জিলা" স্বতন্ত্ৰ হোৱা—এই দুই ঘটনাৰ সংমিশ্ৰণ হোৱাতে, অৰ্থাৎ ১৮৩৩ খ্ৰীষ্টাব্দৰ শেষ ভাগতে ৰবাৰ্ট বোস্কৱেলে কৰ্মক্ষেত্ৰত প্ৰবেশ কৰে, আৰু তাতে, জ্ঞানদাভিৰামে কোৱা চন-তাৰিখত (১৮৩৪ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহৰ ১২ তাৰিখ, দেওবাৰে) গুণাভিৰামৰ জন্ম।

জ্ঞানদাভিৰামৰ নিৰ্ণয়টোত আমি অধিক নিৰ্ভৰযোগ্যতা বা গ্ৰহণযোগ্যতা আৰোপ কৰিব খুজিছোঁ এই কাৰণেই যে জ্ঞানদাভিৰামৰ দৰে আন কোনেও গুণাভিৰামৰ এই প্ৰসংগটো এনে নিশ্চয়কভাবে দাঙি ধৰা নাই। 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ'ত গুণাভিৰামে প্ৰসংগক্ৰমে নিজৰ জীৱন সম্পৰ্কে বহুতো কথাকে কৈছে, গ্ৰন্থখনৰ নায়ক-জনৰতো জন্ম সম্পৰ্কীয় জ্যোতিষিক প্ৰায় সকলো বিৱৰণকে দাঙি ধৰিছে; কিন্তু অপ্ৰাসংগিক বিবেচনা কৰিয়েই বোধহয় নিজৰ জন্মৰ চন-তাৰিখ সম্পৰ্কত তেওঁ আচৰিত ধৰণৰ এক নীৰৱতা অৱলম্বন কৰিলে। নিজৰ জীৱনৰ কিছু কথা যে পৰৱৰ্তী কালত পুত্ৰেকহঁতক শুনাইছিল, সেই বিষয়ে জ্ঞানদাভিৰামে এঠাইত এই বুলি লিখিছে, "He just told us a little now & then in a fragmentary manner about his old days & I cherish the memory of those little talks".[২৫] পিতৃৰ জন্ম সম্পৰ্কীয় উপৰোক্ত নিৰ্ণয় নিশ্চয় তেওঁৰ প্ৰতিবেদই জনশ্ৰুতি।

১৮৩৭ খ্ৰীষ্টাব্দৰ পৰিবৰ্তে ১৮৩৪ খ্ৰীষ্টাব্দক গুণাভিৰামৰ জন্মবৰ্ষ বুলি গ্ৰহণ কৰাৰ বেলিকা আপাততঃ কেৱল এটা কথাহে বাধা স্বৰূপে থিয় হ'ব পাৰে। সেইটো হ'ল—১৮৪৫ খ্ৰীষ্টাব্দত আনন্দৰাম ঢেকিয়াল ফুকন যেতিয়া কলিকতাৰ-

২২. উক্ত গ্ৰন্থ, পৃ. ৫৩৭।

২৩. Gazetteer of India : Assam State : Nowgong District, P. 2.

২৪. উক্ত গ্ৰন্থ, পৃ. ৩৭।

২৫. শ্ৰীজিতেন্দ্ৰনাথ ফুকনদেৱলৈ লিখা ৮.৭.৩৭ তাৰিখৰ চিঠি।

পৰা উলটি আহিছিল, "গুণাভিৰামৰ সকলোখিলাক দাঁত তেতিয়া গজা নাছিল।"[২৬] গুণাভিৰামৰ জন্মবৰ্ষ ১৮৩৭ চন হ'লে ১৮৪৫ চনত তেওঁ আঠ বছৰীয়া, আৰু ১৮৩৪ চন ধৰিলে তেওঁ এঘাৰ বছৰীয়া বালক। চিকিৎসা-বিজ্ঞানৰ দিশৰপৰা চালে দুয়োটা অৱস্থাতে সকলোখিলাক দাঁত গজা-নগজা প্ৰসংগটো অবাস্তৱ, আৰু সেয়ে হ'লে ১৮৪৫ চনত গুণাভিৰামক এঘাৰ বছৰীয়া ল'ৰা কৰি থিয় কৰালেও তেওঁৰ জীৱনটো ওলট-পালট হৈ নাযায়, কেৱল তিনিটা বছৰ পৰমায়ু তেওঁ বেছিকৈ ভোগ কৰে।

"১৭৬০ শকৰ জ্যৈষ্ঠৰ শুক্লা চতুৰ্থীত"[২৭] পিতৃ ৰণৰাম বৰুৱাৰ, আৰু ১৭৬৮ শকৰ "চৈত্ৰৰ অশোকাষ্টমীৰ দিনা" মাতৃ শচীদেৱীৰ মৃত্যু হোৱাৰ পাছত গুণাভিৰামৰ জীৱনৰ দায়-দায়িত্ব যদিও বৈমাত্ৰেয় গংগাৰামৰ ওপৰত আছিল, তথাপি আনন্দৰাম ঢেকিয়ালফুকনে "সদায় তেওঁক সৰ্ব্বপ্ৰকাৰে সাহায্য কৰিছিল" আৰু আনন্দৰামহে আছিল গুণাভিৰামৰ সৰ্বময় আৰু একান্ত অভিভাৱক। আনন্দৰামৰ এই অভিভাৱকত্বৰ লগত যোগ হ'ল জেন্‌কিন্‌চ চাহাবৰ মাহিলি "৩ টকা খোৰাকী"।[২৮]

গুণাভিৰামৰ বিদ্যাৰম্ভ সম্পৰ্কে 'আনন্দৰাম ঢেকিয়ালফুকনৰ জীৱন চৰিত্ৰ'ই কেৱল এবাৰ কথাহে কৈছে যোলে "গুণাভিৰাম ডাঙৰ হ'লত স্কুলত পঢ়িবলৈ ধৰিলে"[২৯] আৰু প্ৰথমবাৰ আনন্দৰাম কলিকতাৰপৰা উলটি আহি "গুণাভিৰামৰ পঢ়াৰ মহলা লৈ বৰ সন্তোষ পালে।"[৩০] গুৱাহাটীতে যে তেওঁ ইংৰাজী প্ৰথম শ্ৰেণীলৈকে পঢ়িছিল, সেই কথা গুণাভিৰামে নিজেই উল্লেখ কৰি গৈছে— একেখন গ্ৰন্থতে। দ্বিতীয়বাৰ (১৮৫১ খ্ৰীষ্টাব্দৰ ৪ ছেপ্টেম্বৰ) আনন্দৰাম কলিকতালৈ যাব লগা হোৱাত তেওঁৰ লগতে গুণাভিৰামকো লৈ যায়, আৰু কলুটোলা ব্ৰাঞ্চ স্কুলত আনন্দৰামে গুণাভিৰামক ভৰ্তি কৰাই দিলে। ১৮৫২ খ্ৰীষ্টাব্দত আনন্দৰাম কলিকতাৰপৰা উলটিল যদিও "গুণাভিৰামক নবীনচন্দ্ৰ ৰায়ৰ লগত কলিকতাত পঢ়িবলৈ থ'লে। ফুকনে তেওঁৰ খৰচ দিবলৈ স্বীকাৰ কৰিলে।"[৩১] ১৮৫৪ খ্ৰীষ্টাব্দত গুণাভিৰাম জুনিয়ৰ স্কলাৰশিপ পৰীক্ষাত

২৬. আ. ঢে. ফু. জী. চ., পৃ. ৪৭।
২৭. আ. ঢে. ফু. জী. চ., পৃ. ২৯
২৮. উল্লিখিত গ্ৰন্থ, পৃ. ৬৫।
২৯. উক্ত গ্ৰন্থ, পৃ. ৪১।
৩০. উক্ত গ্ৰন্থ, পৃ. ৪৭।
৩১. উক্ত গ্ৰন্থ, পৃ. ১০২

উত্তীৰ্ণ হয়; আৰু তাৰ পাছত তেওঁ প্ৰেছিডেন্সি কলেজত চুবছৰ পঢ়ে। "কলেজৰ দ্বিতীয় বাৰ্ষিক পৰীক্ষাত গুণাভিৰাম কৃতকাৰ্য্য হ'ব নোৱাৰিলে"[৩২] কিন্তু "তেওঁ আইনৰ শ্ৰেণীত নাম লগাই আইনৰ এটা পৰীক্ষাতো উত্তীৰ্ণ হৈছিল।"[৩৩] তেওঁৰ জীৱনৰ পৰৱৰ্ত্তীকালৰ সকলো সম্ভেদ 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ'ই দিছে। সেইমতে, ১৮৫৭ চনৰ ২ ডিচেম্বৰত আনন্দৰাম ঢেকিয়াল ফুকনৰ পত্নী মাহিন্ত্ৰী দেৱীৰ ভনীয়েক ব্ৰজসুন্দৰীৰ লগত তেওঁৰ বিয়া হয়। "এই বিবাহ ইমান আনন্দজনক এই পৰিয়ালৰ মাজত হৈছিল যে ফুকনৰ কন্যা পদ্মা আইটীয়েও সৰু এটি ঘট হৈ এখন দোলাত পাৰী ফুৰিবলৈ গৈছিল।"[৩৪(ক)] ১৮৫৯ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰী মাহত গুণাভিৰামৰ শৰীৰৰ ওজন আছিল "১/৫ সেৰ" (খ)। সেই চনতে অক্টোবৰত "চব এচিষ্টেণ্ট কমিচনৰ নিযুক্ত হৈ" তেজপুৰলৈ যায়। ১৮৬০ চনৰ জানুৱাৰীৰপৰা গোৱালপাৰাত, ১৮৬৪ চনত বৰপেটাত আৰু পুনৰ গোৱালপাৰাত, ১৮৬৬ চনৰ আদিৰপৰা নগাঁৱত (গ), ১৮৬৭ চনৰ জুলাই মাহৰপৰা ধুবুৰীত (ঘ), ১৮৬৯ চনৰ এপ্ৰিলৰপৰা গোৱালপাৰাত (ঙ)., আৰু ১৮৭১ চনৰপৰা নগাঁৱত (চ), গুণাভিৰাম চৰকাৰী দায়িত্বত ১৮৯০ চনলৈকে থাকিব লগা হয়। ১৮৯০ খ্ৰীষ্টাব্দৰ ৩১ মাৰ্চ তাৰিখে এক্‌ষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ স্বৰূপে গুণাভিৰামে চৰকাৰী কামৰপৰা অৱসৰ গ্ৰহণ কৰে।[৩৫] কলিকতাত পঢ়া কালতেই ব্ৰাহ্মধৰ্মৰ প্ৰতি গুণাভিৰামৰ মন ঢাল খাইছিল; কিন্তু প্ৰকাশ্যভাৱে সেই ধৰ্ম তেওঁ গ্ৰহণ কৰে ১৮৬৯ চনত ধুবুৰীত থকা কালতহে।

ইতিমধ্যে ১৮৬৭ চনৰ জুলাই মাহত তেওঁৰ পত্নী (কেইটাটিও মৃত সন্তানৰ মাতৃ) ব্ৰজসুন্দৰী দেৱীৰ মৃত্যু হয়। ১৮৭০ চনৰ এপ্ৰিল মাহত দ্বিতীয়বাৰ গুণাভিৰামে বিয়া কৰায়। গুণাভিৰামৰ এই দ্বিতীয় বিবাহ অসমৰ জীৱনত সংঘটিত হোৱা এটা অন্যতম জোকাৰণি। তাৰ মূলত আছিল বংগদেশৰ ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰৰ সমাজ-সংস্কাৰ-প্ৰেৰণা তথা বিধৱা-বিবাহ-প্ৰচলন-প্ৰচেষ্টা। আনন্দৰামৰ জীৱনীত গুণাভিৰামে নিজৰ বিষয়ে নিজেই লিখিছে এইবুলি: "এই দেশত বিধৱা বিবাহ অপ্ৰচলনৰপৰা যি অনিষ্ট ঘটিছে এইটি তেওঁ পাঠ্যাৱ-

৩২. উক্ত গ্ৰন্থ, পৃ. ১৩১

৩৩. ডিবেৰৰ দেওৰলৈ আনন্দাভিৰাম বৰুৱাই লিখা ৮/৫/৪১ তাৰিখৰ চিঠি।

৩৪. (ক), (খ). আ. ঢে. ফু. জী. চ., পৃ. ক্ৰমে ১৫৭, ১৫৬।

৩৪ (গ), (ঘ), (ঙ), (চ). আ. ঢে. ফু. জী. চ., পৃ. ক্ৰমে ১৭৭, ১৭৮, ১৭৯, ১৮৩।

৩৫. ১৯৩৫ চনৰ ১৭ অক্টোবৰত শ্ৰীজ্ঞানেন্দ্ৰ নাথ ফুকনে বৰুৱালৈ লিখা চিঠি।

মহাৰথসৰা ভাৱকৈ জানি গুণাভিৰামৰ বিধবা বিবাহৰ প্ৰতি মন আছিল।[৩৬] কলিকতাত পঢ়ি থকা অৱস্থাতেই ১৮৫৬ খ্ৰীষ্টাব্দৰ ৮ ডিচেম্বৰত "চুকিয়াস্ ষ্ট্ৰিট্ নামে ঠাইৰ ১২ নম্বৰ ঘৰত" কলিকতাৰ সংস্কৃত কলেজৰ প্ৰাক্তন অধ্যাপক শ্ৰীশচন্দ্ৰ বিদ্যাৰত্ন ভট্টাচাৰ্য আৰু শ্ৰীমতী জগৎকালিৰ মাজত যিখন বিধবা বিবাহ গোল প্ৰথমে অনুষ্ঠিত হয়, গুণাভিৰাম আছিল সেই বিবাহৰ প্ৰত্যক্ষদৰ্শী। ৯ ডিচেম্বৰত "কলিকতাৰ ওচৰৰ সুৰা নামে এখন গাঁৱৰ ইসান চন্দ্ৰ মিত্ৰৰ জিয়েক"ৰ লগত হোৱা "সদৰ দেৱানি আদালতৰ প্ৰধান উকিল শ্ৰীযুত হৰকান্তি ঘোষৰ ভতিজাক শ্ৰীমধুসূদন ঘোষ"ৰ বিয়াৰ অভিজ্ঞতাও গুণাভিৰামে সংগ্ৰহ কৰিছিল। বিধবা বিবাহ প্ৰচলনেৰে বিদ্যাসাগৰে আনিব খোজা সামাজিক ৰূপান্তৰৰ কথা কল্পনা কৰি ১৮৫৭ খ্ৰীষ্টাব্দৰ জানুৱাৰী সংখ্যা "অৰুণোদই"ত গুণাভিৰামে লিখিছিল—"হা জগত ঈশ্বৰ! আমি অচম দেশত কেতিয়া এনে শুভ কৰ্ম দেখি আনন্দ কৰিবলৈ পাম? হা! ঈশ্বৰ প্ৰসন্ন হোৱা।"[৩৭] কিন্তু ঈশ্বৰ যে প্ৰসন্ন হৈ গুণাভিৰামৰ জীৱনৰ মাজতেই তেনে এটি "শুভ কৰ্ম"ৰ সম্পাদনা ঘটাব, সেই কথা গুণাভিৰামে তেতিয়া কল্পনাও কৰিব পৰা নাছিল। ব্ৰজসুন্দৰী দেৱীৰ মৃত্যুৰ পাছত গুণাভিৰামে ১৮৭০ খ্ৰীষ্টাব্দৰ এপ্ৰিল মাহত, যশোহৰৰ কটকীৰ মধ্যমা কন্যা আৰু আনন্দৰাম ঢেকিয়াল ফুকনৰ বাল্যবন্ধু পৰশুৰাম বৰুৱাৰ বিধবা পত্নী বিষ্ণুপ্ৰিয়া দেৱীক বিয়া কৰায়। "গুণাভিৰামৰ এই বিবাহ ১৮৭২ চনৰ ৩ আইন মতে সেই চনৰ ডিচেম্বৰত ৰেজিষ্টৰি হয়।"[৩৮] অসমৰ প্ৰথম পঞ্জীবদ্ধ বিবাহ এইখনেই।[৩৯] অৱশ্যে, শ্ৰীবেণুধৰ শৰ্মাই কোৱা মতে, গুণাভিৰাম বৰুৱাবো পূৰ্বে মাধুৰাম ডেকা বৰুৱাই বিধবা বিবাহ কৰাইছিল,[৪০] আৰু সেয়ে হ'লে, অসমীয়া হিন্দু সমাজৰ ৰক্ষণশীলতাৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিবলৈ গুণাভিৰামে ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰৰ উপৰি অসমৰ মাটিৰপৰাও প্ৰেৰণা লাভ কৰিছিল।

গুণাভিৰাম বৰুৱা শেহ ঊনবিংশ শতিকাৰ অসমীয়া ভাষা-সাহিত্যৰ কৰ্ণধাৰ—

---

৩৬. আ. চে. ফু. জী. চ., পৃ. ১৭৬।

৩৭. আবাহনৰ দ্বিতীয় বছৰ (১৮৫৩ শক)ৰ দ্বাদশ সংখ্যাত পুনৰ মুদ্ৰিত 'ফুলমণি বিৰাজ চোৱালিৰ বিবাহৰ কথা।'

৩৮. আ. চে ফু. জী. চ., পৃ. ১৭৭।

৩৯. নবীন শৰ্মা ব'দ কাচনীত অসমীয়া সাহিত্য, পৃ. ৪৭।

৪০. অৰ্থ মালা (১ম প্ৰকাশ), পৃ. ১০৮।

সকলৰ অন্যতম। ইংৰাজে অসম অধিকাৰ কৰাৰ পৰৱৰ্তী তিনিটা দশকত যিকেইজন যুৱকৰ অসমীয়া লোকৰ ইংৰাজী শিক্ষাৰ লগত পৰিচয় ঘটিছিল, আপেক্ষিকভাৱে বৃহত্তৰ কলিকতীয়া সমাজ-জীৱনৰ লগত ঘনিষ্ঠতা সংঘটিত হোৱা হেতুকে প্ৰাশ্চাত্য ধ্যান-ধাৰণাই যিকেইজন অসমীয়া লোকৰ মনত বিশেষ এডোখৰ ঠাই অধিকাৰ কৰিছিল, গুণাভিৰাম বৰুৱা সেই কেইজন লোকৰ ভিতৰৰে এজন। ভাৰতবৰ্ষৰ অন্যান্য প্ৰান্তত ইতিপূৰ্বেই মধ্যযুগীয় ধ্যান-ধাৰণাৰ ঠাই আধুনিক চিন্তাই দখল কৰি পেলাইছিল যদিও অসমত তেনে চিন্তাই গজালি মেলে আনন্দৰাম ঢেকিয়াল ফুকনৰ প্ৰথম কলিকতা-প্ৰত্যাবৰ্তনৰ (১৮৪৫ খ্ৰীষ্টাব্দ) পৰৱৰ্তী কালতহে। ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ প্ৰাৰম্ভতে কলিকতীয়া জীৱন-প্ৰবাহৰ লগত গুণাভিৰামৰ পৰিচয় ঘটে। আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱনৰ প্ৰভাৱেও গুণাভিৰামৰ মনৰ দিগন্ত প্ৰসাৰিত কৰিছিল সৰু কালৰেপৰাই। অৱশ্যে অভিৰুচি অনুযায়ী ব্যক্তিগত বা পাৰিবাৰিক জীৱন গঠনৰ বেলিকা গুণাভিৰামে অনুকূল পৰিবেশ এটা পোৱা নাছিল। তথাপি, তেওঁৰ সমসাময়িক, আধুনিক অসমীয়া ভাষা-সাহিত্যৰ আনজন সব্যসাচী পুৰুষ হেমচন্দ্ৰ বৰুৱাতকৈ আধুনিক শিক্ষা-দীক্ষাকে আদি কৰি আপেক্ষিকভাৱে বহুতো বেছি সুবিধা এওঁ লাভ কৰিছিল। কোৱা বাহুল্য যে আনন্দৰাম ঢেকিয়াল ফুকনৰ সান্নিধ্য আৰু সাহচৰ্য্যৰ ফলতেই গুণাভিৰাম তেনে সৌভাগ্যৰ অধিকাৰী হৈছিল। সেইবুলি অসমৰ তদানীন্তন সমাজ-জীৱনৰ সংৰক্ষণশীলতাৰ ওচৰত যে তেওঁ নতি স্বীকাৰ কৰিব লগা নহৈছিল, এনে নহয়। সমসাময়িক অসমীয়া সমাজ-ব্যৱহাৰ অনুদাৰ ৰথ-চক্ৰৰ তলত পৰি জীৱনৰ ভৱিষ্যত চূৰমাৰ হোৱাৰ আশংকা গুণাভিৰামৰ মনত বাৰকৈয়ে ঘনীভূত হৈ পৰিছিল। তাৰেই প্ৰমাণ, জীৱনৰ শেহছোৱাত অসমৰ সামাজিক আৰু ভৌগোলিক গণ্ডীৰ বাহিৰত তেওঁৰ কলিকতা-প্ৰবাস। অৱশ্যে, অসমীয়া সমাজ বা ভাষা-সাহিত্যৰ প্ৰতি গুণাভিৰামৰ কৰণীয় সকলোখিনি তেওঁ অসমতে সম্পন্ন কৰি গৈছে। কলিকতা-প্ৰবাসে তেওঁৰ কেৱল ভৱিষ্যত বংশধৰসকলক বৃহত্তৰ সমাজ জীৱন এটাৰ মাজত থোপনি লোৱাত, আৰু গৌৰৱময় ঐতিহ্য এটাৰ ধাৰক আৰু বাহক হোৱাত অনুকূলতা দান কৰিছিল।

অসমীয়া ভাষা-সাহিত্যৰ প্ৰাক-বেজবৰুৱা যুগত হেমচন্দ্ৰ আৰু গুণাভিৰাম— এই দুজন বৰুৱাৰ অধিনায়কত্ব ঊনবিংশ শতিকাৰ অন্তঃশেহ দশক দুটাই স্বীকাৰ কৰি লয়। "অসমীয়া ভাষাত সকলো অসমীয়াৰ মনোৰঞ্জন কৰি, সুললিত,

সৰল, ৰজাল অথচ গুণ শাৰীৰ গদ্য ৰচনা যে হ'ব পাৰে," সেই কথা প্ৰথমোক্ত-জনৰ 'আসাম নিউচ' আৰু শেষোক্তজনৰ "আসাম বন্ধু'য়েই প্ৰথমতে দেখুৱালে বুলি লক্ষ্মীনাথ বেজবৰুৱাই কৈ গৈছে।[41] আলোচনী দুখনৰ সম্পাদক দুই বৰুৱা তেতিয়া অসমীয়া ভাষাৰ দুটা স্বতন্ত্ৰ ধাৰা (স্কুল)ৰ প্ৰতিষ্ঠাপক। প্ৰথমটিৰ নাম শিৱসাগৰীয়া ইস্কুল আৰু দ্বিতীয়টিৰ নাম সংস্কৃতীয়া ইস্কুল।"[42] কোৱা বাহুল্য যে গুণাভিৰাম দ্বিতীয়টো ধাৰাৰ প্ৰবৰ্তক। গুণাভিৰাম বৰুৱাৰ 'আসাম বন্ধু' মাহেকীয়া অসমীয়া আলোচনী। ১৮০৬ শকৰ মাঘ (১৮৮৫ খ্ৰীষ্টাব্দৰ জানুৱাৰী) মাহৰপৰা ১৮০৮ শকৰ বহাগ মাহলৈকে মুঠ চৈধ্যটা সংখ্যা প্ৰকাশ হোৱা[43] এই কাকতখনৰ পৰমায়ু নিচেই কম আছিল যদিও নতুন সাহিত্যিক ৰুচিবোধ এটা সৃষ্টি কৰাৰ বেলিকা 'আসাম বন্ধু'ৰ অৰিহণা উলাই কৰিব পৰা বিধৰ নহয়।

গুণাভিৰামৰ সাহিত্যানুৰাগ আনন্দৰামে স্থাপন কৰা 'কলিকতা নিউ প্ৰেছ'ৰ অধ্যক্ষতাৰ যোগেদি ১৮৫২ খ্ৰীষ্টাব্দতে সৃষ্টি হয় বুলি অনুমান কৰিব পাৰি। কলিকতাত থাকোঁতেই গুণাভিৰামে আনন্দৰামৰ 'আইন ও ব্যৱস্থা সংগ্ৰহ' গ্ৰন্থখন বিভিন্ন গ্ৰাহকলৈ পঠোৱা কাৰ্যতো সেই অনুৰাগে হয়তোবা পোখা মেলিছিল। ১৮৫৭ খ্ৰীষ্টাব্দৰ জুলাই সংখ্যা 'অৰুণোদই'ত প্ৰকাশিত "ঘোসা.পুথি ছপা হোৱাৰ বিগ্যাপন"ৰ লগত তেওঁৰ নাম (প্ৰকাশক স্বৰূপে) জড়িত হোৱা ("শ্ৰীগুণাভিৰাম ডেকা বৰুৱা। ১০ আঘোন, ১৭৭৮, প্ৰেচিডেন্সি কলেজ, কলিকতা")[44] কথায়ো সেই অনুৰাগৰ সাক্ষ্য দিব পাৰে। কিন্তু তেওঁৰ সাহিত্যানুৰাগে নিজাববীয়া প্ৰকাশ লাভ কৰে ১৮৭০ খ্ৰীষ্টাব্দত ছপা হোৱা 'ৰাম নৱমী নাটক'ৰ (ৰচনা-কাল ১৮৫৭ খ্ৰীষ্টাব্দ) যোগেদিহে। অৱশ্যে জি.ব. নামত ছপা হোৱা 'বিধবা বিবাহ', 'বন্ধুতাৰ কথা', 'ইংলণ্ড আৰু অচম দেস', 'তিৰ্থ আৰু পুৰানৰ উত্‌পত্তিৰ কথা', 'পুৰুসে তিৰোতাক জি ৰূপে সমাদৰ কৰিব লাগে', দুজনি বিধবা চোৱালিৰ বিবাহ হোৱাৰ কথা', 'মাত্ৰি ভাসাৰ সক্তি'[45] আদিয়ে লেখক গুণাভিৰামক 'অৰুণোদই'ৰ যুকুত থাকঁকৈয়ে প্ৰতিষ্ঠা কৰিছিল। ইয়াৰ

---

৪১. অসম সাহিত্য সভাৰদ্বাৰা প্ৰকাশিত 'মোৰ জীৱন সোঁৱৰণ', পৃ. ৮৩।

৪২. বেণুধৰ ৰাজখোৱা : সম্বাদ-পত্ৰৰ ব'দ কাঁপলিত অসমীয়া সাহিত্য'ত উদ্ধৃত পৃ. ১৪৩।

৪৩. ৰাম-নৱমী, সম্পাদকৰ নিবেদন, পৃ. ১৮।

৪৪. ডিম্বেশ্বৰ নেওগৰ 'অসমীয়া সাহিত্যৰ বুৰঞ্জী' (১৯৫৭) পৃ. ৫২৪।

৪৫. মহেশ্বৰ নেওগৰ 'ভূমিকা' : 'অৰুণোদইৰ ধলকাচ', পৃ. ৭৫।

উপৰি অৰুণোদইৰ আন কেইবাটাও লেখাৰ লগত গুণাভিৰামৰ জড়িত হোৱাৰ সম্ভাৱনাৰ কথা ড° মহেশ্বৰ নেওগে কৈছে।[৪৬] গুণাভিৰামৰ ৰাম নৱমীৰ উত্তৰ কালৰ ৰচনাসমূহ হ'ল—'ল'ৰা পুথি' (১৮৭৪ খ্ৰীঃ), 'আসাম বুৰঞ্জী' (১৮৭৫), 'অসমীয়া ল'ৰাৰ ভূগোল' (১৮৭৯), 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ' (১৮৮০), 'কাব্য কুসুম' (১৮৮৪), 'বিবাহ বিভ্ৰাট' (১৮৮৬) আৰু 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' (১৮৯০)।[৪৭] 'আসাম বন্ধু'ত ওলোৱা 'আগৰ দিন এতিয়াৰ দিন', 'জোনাকী'ত ওলোৱা 'সৌমাৰ ভ্ৰমণ', 'অসমত মানৰ শেহছোৱা', 'অলিখিত বুৰঞ্জী' আদি প্ৰবন্ধই ঐতিহাসিক গুণাভিৰামজনক প্ৰকাশ কৰিছে। 'আসাম বুৰঞ্জী' আৰু এই প্ৰবন্ধসমূহৰ নিমিত্তেই তেওঁ "আসামত সৰ্বজনবিদিত বুৰঞ্জীবিজ্ঞ পুৰুষ।"[৪৮] বিজুলী কাকতত প্ৰকাশিত 'অসমৰ উন্নতি', 'আমাৰ শাসন, শাসক আৰু একতা', 'চিকাগো প্ৰদৰ্শনী', 'অসম যাত্ৰা', 'বৈজ্ঞানিক প্ৰবন্ধ', 'ভ্ৰম প্ৰবাদ', মানুহৰ দাদাভাই নাওৰজী', 'স্যাৰ জৰ্জ কেম্বেল', 'স্মাৰ্ত ভট্ট ৰঘুনন্দন' আদি প্ৰবন্ধবো লেখক গুণাভিৰামেই।[৪৯] কিন্তু গুণাভিৰামৰ সবাতোকৈ ডাঙৰ সৃষ্টি হ'ল 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ'হে। "অসমীয়া ভাষাত এখনিহে জীৱনী আছে, আৰু সেইখনো অখলাবন্ধাৰ কণাৰে ভৰা" বুলি এই গ্ৰন্থখনক জোনাকী কাকতে কটু সমালোচনা কৰিছিল[৫০] যদিও "আমাৰ ভাষাত আধুনিক জীৱন চৰিত্ৰ বিভাগৰ এই পুস্তকেই প্ৰথম" বুলি কৰা গুণাভিৰামৰ দাবী সাব্যস্ত হৈছে, আৰু বছৰেলে লিখা জনচনৰ জীৱনীৰ আহিৰ এইখনেই মাত্ৰ অসমীয়া গ্ৰন্থ বুলি পুতেক জ্ঞানদাভিৰামে কোৱা কথাও অতিৰঞ্জন বুলিব নোৱাৰি।

সমসাময়িক আৰু বয়োকনিষ্ঠ অসমীয়া লেখকসকলৰ বহুতৰে নিমিত্তে গুণাভিৰাম আছিল প্ৰেৰণাৰ উৎস। হেমচন্দ্ৰ বৰুৱাই ১৭৮০ শকত তেওঁৰ 'অসমীয়া ভাষাৰ ব্যাকৰণ' প্ৰকাশ হোৱা প্ৰসংগত লিখিছে, "তাক লিখা সময়ত ডাঙৰীয়া শ্ৰীযুত গুণাভিৰাম বৰুৱা কলিকতাত আছিল, আৰু তাৰ ৰচনাৰ বিষয়ত লেখাৰবাবা তেওঁ মোক বহুত পৰামৰ্শ দিছিল, অধিক কি, সেই বিষয়ত তেওঁ

---

৪৬ উল্লিখিত গ্ৰন্থ, পৃ. ৭৬।

৪৭. ৰাম নৱমী নাটকৰ সম্পাদকৰ নিবেদন দ্ৰষ্টব্য।

৪৮. মোৰ জীৱন সোঁৱৰণ, পৃ. ১০৬।

৪৯. সত্যেন্দ্ৰনাথ শৰ্মাৰ দ্বাৰা সংকলিত অসমীয়া সাহিত্য, পৃ. ১৪২-৩।

৫০. জ্ঞানদাভিৰাম বৰুৱাই ডিবেশ্বৰ নেওগলৈ ৬।৫।৩১ তাৰিখে লিখা চিঠি।

মোৰ অকূল উৎসাহদাতা আৰু উপদেশক আছিল। অসমীয়া ডেকাবিলাক যে বঙালী বাইৰ সলনি অসমীয়া মাতৃক আদৰ কৰিবলৈ আগবাঢ়িল, তাতো মহাত্মা আনন্দৰাম ঢেকিয়াল ফুকনৰ পাছতে গুণাভিৰাম বৰুৱা পথ প্ৰদৰ্শক হৈছিল।"৫১ পদ্মাৱতী দেৱী ফুকননীৰ 'হিত সাধিকা', বলৰাম শৰ্মাৰ 'হৰ্ষ-বিষাদ বিষয়ক ৰচনা', নিজ পত্নী বিষ্ণুপ্ৰিয়া দেৱীৰ 'নীতি কথা', কন্যা স্বৰ্ণলতাৰ 'আহি তিকতা' ৰচনা আৰু পুত্ৰ করুণাভিৰামৰ 'ল'ৰা-বন্ধু' সম্পাদনাৰ মূলতো তেওঁৰ প্ৰেৰণাই ক্ৰিয়া কৰিছিল। পদ্মনাথ গোহাঞিবৰুৱাই বিজুলী সম্পাদনা কৰা কালত গুণাভিৰাম বৰুৱাৰপৰা পোৱা "আশাতীত সহানুভূতি"ৰ কথা 'মোৰ সোঁৱৰণী'ত কৃতজ্ঞভাৱে সুঁৱৰিছে। লগতে, তেওঁ "পদ্য ৰচোঁতে 'গুণাভিৰাম স্কুল'ৰ" আছিল বুলিও উল্লেখ কৰিছে।[৫২] হেমচন্দ্ৰ গোস্বামী আৰু ৰত্নেশ্বৰ মহন্তৰ প্ৰতিভাৰো আবিষ্কৰ্তা আছিল গুণাভিৰামেই। 'আসাম বন্ধু'ৰ সম্পাদক গুণাভিৰাম বৰুৱাৰ বিষয়ে কনকলাল বৰুৱাই লিখা "the editor was very sympathetic towards young writers and novices"[৫৩] বোলা কথাষাৰ এই ক্ষেত্ৰত সুঁৱৰিব পাৰি।

অৱশ্যে, ৰত্নেশ্বৰ মহন্তই শেহৰ কালে গুণাভিৰাম বৰুৱাৰ বিষয়ে কৰা বিযোদগাৰত গুণাভিৰামক তেওঁ বাককৈয়ে আক্ৰমণ কৰিছে। তাৰ কাৰণ, তেতিয়াৰ পাঠ্য পুথি বছা সমিতিৰ সদস্য হিচাপে গুণাভিৰামে (আন দুজন সদস্য আছিল বলিনাৰায়ণ বৰা আৰু নন্দেশ্বৰ ফুকন) ৰত্নেশ্বৰ মহন্তৰ 'পাঠাৱলী'ৰ পাণ্ডুলিপি অগ্ৰাহ্য কৰিলে।[৫৪] 'আসাম বন্ধু'ত ৰচনা প্ৰকাশ কৰি বাইজৰ আগত লেখক ৰূপত ৰত্নেশ্বৰ মহন্তক দাঙি ধৰাৰ উপৰি গুণাভিৰামেই নগাঁৱত ৰত্নেশ্বৰক একাউন্টেণ্ট পাতিছিল। গুণাভিৰামে অসমীয়া সাহিত্যৰ সংখ্যাগত দিশলৈ চকু নিদি গুণগত দিশটোলৈ চকু দিছিল বাবেই নিশ্চয় ৰত্নেশ্বৰ মহন্তৰ উক্ত গ্ৰন্থখন

---

৫১. 'আত্ম জীৱন-চৰিত' : সৰ্বেশ্বৰ শৰ্মা কটকী প্ৰণীত 'হেমচন্দ্ৰ বৰুৱাৰ জীৱন-চৰিত'ত উদ্ধৃত, পৃ. ৩২।

৫২. পৃ. ৩১।

৫৩. ড° মহেশ্বৰ নেওগ সম্পাদিত 'Studies in the Early History of Assam', পৃ. ৩১৮।

৫৪. "My manuscripts were refused & returned to me with an inexplicit opinion recorded by Gunabhiram Babu to the effect that I was not successful in several places to give free expression to my sentiments."—যোগেন্দ্ৰনাৰায়ণ ভূঞা সম্পাদিত—'ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী', পৃ. ৩৯৯।

মঞ্জুৰ কৰিব নোৱাৰিলে। কিন্তু এই ব্যক্তিগত আক্ষেপৰ নিমিত্তেই, অসমৰ মজলীয়া স্কুলবোৰত বঙলাৰ পৰিবৰ্তে অসমীয়া ভাষা প্ৰচলন কৰিবৰ কাৰণে চৰকাৰৰ ওচৰত স্মাৰক পত্ৰ দিয়া সংক্ৰান্তত হেমচন্দ্ৰ গোস্বামীলৈ লিখা চিঠিত ৰত্নেশ্বৰ মহন্তই গুণাভিৰামৰ বিষয়ে লিখিছিল এনেকৈ : "I do not except anything from Babu Gunabhiram Barua on this subject, I know his opinion on this highly stoic, & he has tendency towards Bengali."[৫৫] আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱদ্দশাত যিজন গুণাভিৰাম গাৰ ছাঁৰ লেখীয়া আছিল, সেইজনৰ ক্ষেত্ৰত ৰত্নেশ্বৰ মহন্তই অনা অভিযোগ যে সত্য হ'ব নোৱাৰে, তাৰ সাক্ষ্য আমি ওপৰত উদ্ধৃত কৰি অহা হেমচন্দ্ৰ বৰুৱাৰ উক্তিয়েই নিশ্চয় দিব পাৰিব। গুণাভিৰামে অসম আৰু অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ অৰ্থে আগবঢ়োৱা অৱিহণাৰ কথা সুঁৱৰি পদ্মনাথ গোহাঞিবৰুৱাই 'গুণাভিৰাম' শীৰ্ষক কবিতাত কৈছে :

"তিতা লাৰে ছাটি ধৰা এৰা ঘৰ ভেটি
চিকুনাই উলিয়ালা পুৰণি কীৰিতি।
বুৰঞ্জীত আঁক পাৰি গণি পূৰ্ব কাম,
সুমাৰ লগীয়া ক'ত উদ্ধাৰিলা নাম।
'অসম বন্ধু' চাকিটি ধৰি এটি হাতে,
দেশী ভাই হাত ধৰি উন্নতিৰ বাটে
ধৰিলা গহীন খোজ কৰি আলোচনা,
চকু গজা হ'ল ডেকা শুচি দিনকণা।"[৫৬]

বৃটিছ চৰকাৰে গুণাভিৰামক ১৮৮৭ চনত ৰায়বাহাদুৰ খিতাপেৰে সন্মানিত কৰে।[৫৭] জীৱনৰ শেহ পৰ্বটোত গুণাভিৰামে প্ৰাত্যহিক জীৱন কেনেদৰে কটাইছিল, তাৰ আভাস জ্ঞানদাভিৰামে তেওঁৰ 'পুৰণি কথা'ত দিছে। কলিকতাতে চকু মুদাৰ কামনা কৰি গুণাভিৰাম বৰুৱাই তাত ঘৰ সজাবৰ নিমিত্তে এডোখৰ মাটি কিনিছিল। কিন্তু জীৱদ্দশাত তেওঁ ঘৰ নিৰ্মাণ কৰিব নোৱাৰিলে। মৃত্যুৰ সময়ত তেওঁ প্ৰায় পঞ্চাছ হাজাৰ টকা এৰি থৈ গৈছে বুলি

৫৫. ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী, পৃ. ৫৫৪।
৫৬. জুৰণি (২য় তাঙৰণ), পৃ. ১৪।
৫৭. পৰিশিষ্টৰ 'গুণাভিৰামৰ সংক্ষিপ্ত জীৱনী' দ্ৰষ্টব্য।

পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে কৈছে।[৫৮] ৰামনৱমী নাটকৰ সম্পাদক যতীন্দ্ৰ মোহন ভট্টাচাৰ্যই এই টকাৰ পৰিমাণ ৫৮,০০০ বুলি দেখুৱাইছে।[৫৯] এইজন ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাৰে পুত্ৰ জ্ঞানদাভিৰাম বৰুৱা।

গুণাভিৰাম বৰুৱাৰ দ্বিতীয়া পত্নী বিষ্ণুপ্ৰিয়া দেৱীৰ গৰ্ভত জ্ঞানদাভিৰামৰ জন্ম হয় ১৮৮০ খ্ৰীষ্টাব্দৰ আগষ্ট মাহৰ ১৯ তাৰিখে। জন্মভিঠা নগাঁও চহৰৰ ফৌজদাৰীপট্টিৰ 'বিশ্বকুটীৰ'। সেইদিনা বৃহস্পতিবাৰ, পবিত্ৰ ভাদ মাহৰ পূৰ্ণিমা তিথি। সময় ৰাতি এঘাৰ বজা।[৬০] গুণাভিৰাম বৰুৱা আৰু বিষ্ণুপ্ৰিয়া দেৱীৰ সন্তানসকল হ'ল স্বৰ্ণলতা ( ফেব্ৰুৱাৰী, ১৮৭১ ) করুণাভিৰাম ( ২ জুন, ১৮৭৪ ), কমলাভিৰাম ( ১৪ মাৰ্চ, ১৮৭৮ ) আৰু জ্ঞানদাভিৰাম। এইসকলৰ উপৰি ১৮৭২ চনত জন্ম হোৱা সত্যাভিৰাম নামৰ এটি পুত্ৰ ১৮৭৩ চনৰ মাৰ্চ মাহত নগাঁৱত মৃত্যু হোৱাৰ কথা 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ'ত[৬১] গুণাভিৰাম বৰুৱাই লিখিছে। "ভদীয়া পোনা" জ্ঞানদাভিৰামকে বিষ্ণুপ্ৰিয়া দেৱীৰ "পেটমোচা ল'ৰা" বুলি কোৱা হয় যদিও জ্ঞানদাভিৰামৰ পাছত আন এটি ল'ৰা জন্ম হোৱাৰ কথা জ্ঞানদাভিৰামে নিজেই শুনিছিল, আৰু "যদিহে হৈছিল, সি হৈয়েই মৰিল"[৬২] বাবে তেৱেঁই ঘৰখনৰ "কণবোপা" হৈ পৰিছিল। বায়েক স্বৰ্ণলতাক বিয়া দিয়া হৈছিল "ডাক্তৰ নন্দকুমাৰ ৰায় নামেৰে এজন বিলাতত ডাক্তৰী পঢ়ি অহা বঙালী ভদ্ৰলোকৰে সৈতে।"[৬৩] নন্দকুমাৰ ৰায় আছিল এডিন বৰাৰ এম. বি. চি. এম. উপাধিধাৰী।[৬৪] অৱশ্যে স্বৰ্ণলতাৰ বিয়া হোৱাৰ সকলো ঠিক-ঠাক হৈছিল কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ লগতহে। কিন্তু গুণাভিৰামৰ বিধবা-বিবাহ কাৰ্যৰ কথা জনাৰ পাছত মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰে সেই বিয়া হ'বলৈ নিদিলে।[৬৫]

---

৫৮. পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী, পৃ. ৪৬২।

৫৯. ৰামনৱমী নাটক, সম্পাদকৰ নিবেদন, পৃ. ৭।

৬০. জ্ঞানদাভিৰাম বৰুৱাৰ 'মোৰ কথা'।

৬১. পৃ. ১৭৭।

৬২. মোৰ কথা।

৬৩. মোৰ জীৱন সোঁৱৰণ, প্ৰথম ভাগ, সপ্তম অধ্যায়।

৬৪. জ্ঞানদাভিৰামে ১৭।১০।৪৫ তাৰিখে শ্ৰীজিতেন্দ্ৰনাথ বুজৰবৰুৱালৈ লিখা চিঠি।

৬৫. মোৰ কথা।

গুণাভিৰাম বৰুৱাই নগাঁৱৰ একষ্ট্ৰা এছিষ্টেণ্ট কমিশ্যনাৰ পদবপৰা ১৮৯০ চনৰ ৩১ মাৰ্চত অৱসৰ লোৱাৰ পূৰ্বেই "ডাঙৰীয়াৰ সহধৰ্মিনী শ্ৰীমতী বিষ্ণুপ্ৰিয়া দেৱী, আসামৰপৰা আহি তেওঁৰ ল'ৰা-ছোৱালীকেইটিৰে সৈতে কলিকতাত মানিকতলা ষ্ট্ৰীটৰ ভেবোণীয়া ঘৰ এটাত আছিল" বুলি, আৰু "গড় আৰু বৰণত হুবহু এটি য়ুৰোপীয় খোলোকা ল'ৰা যেন" জ্ঞানদাভিৰামক বেজবৰুৱাই কোলাত লৈ বোকোচাত তুলি মৰম কৰি মথে সন্তোষ লভিছিল বুলি 'মোৰ জীৱন সোঁৱৰণ'ত উল্লেখ কৰিছে।[৬৬] জ্ঞানদাভিৰামেও নিজে কৈ যোৱা মতে, তেওঁলোকৰ কলিকতা-অৱস্থান পিতৃদেৱেকৰ প্ৰাক-অৱসৰ কালছোৱাত ভিনিথাৰ-মান ঘটিছিল। কিন্তু নগাঁৱৰ লগত তেওঁৰ শৈশৱৰ সম্পৰ্ক ছিগে দেউতাকৰ অৱসৰৰ পাছতহে। অৱসৰ গ্ৰহণ কৰা দিনাই গুণাভিৰামৰ জোঁৱায়েক ডাক্তৰ নন্দকুমাৰৰ মৃত্যু হয়, আৰু পহিলা এপ্ৰিলৰ দিনা এই শোকৰ বাতৰি অসমত তেওঁলোকৰ কাণত পৰে। "তাৰ পাছদিনা কি দুদিনমানৰ পাছে" কৰুণাভিৰামক লৈ গুণাভিৰাম কলিকতালৈ যায়, আৰু কেইদিনমানৰ পাছত কৰুণাভিৰাম উভতি আহি সকলোকে কলিকতালৈ লৈ গ'ল। সেয়ে হ'ল তেওঁলোকৰ "নগাঁও এৰি যোৱা"।[৬৭]

কলিকতাৰ মানিকতলা ষ্ট্ৰীটত থাকোঁতেই 'জেনেৰেল এছেম্ব্লিজ ইন্‌ষ্টিটিউশ্যন'ত জ্ঞানদাভিৰামক নাম লগাই দিয়া হয়। "তাৰপৰাই মই স্কুলত প্ৰথম ভৰ্ত্তি হওঁ" বুলি জ্ঞানদাভিৰামে 'মোৰ কথা'ত কৈ গৈছে। উক্ত ইন্‌ষ্টিটিউশ্যনত তেওঁৰ শিক্ষকসকলৰ ভিতৰৰ দুজন আছিল "নবকুমাৰ বাবু আৰু নন্দবাবু"। স্মিথ নামৰ এগৰাকী শিক্ষয়িত্ৰীয়ে তেওঁক কোলাত লৈ A B C লিখিবলৈ শিকাইছিল[৬৮] (নিশ্চয় 'Infant class'-ত)। তেতিয়া তেওঁৰ বয়স ৫/৬ বছৰ বুলি জ্ঞানদাভিৰামে 'মোৰ কথা'ত উল্লেখ কৰিছে। তাৰ পাছত ১৮৯০ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহলৈকে নগাঁও হাইস্কুলত পঢ়িছিল বুলি শ্ৰীজিতেন্দ্ৰনাথ বুজৰবৰুৱালৈ লিখা চিঠিৰপৰা জানিব পাৰি। কিন্তু এই চিঠিয়ে ১৮৯০ চনত 'ফিফ্‌থ ক্লাছ'ত পঢ়া কথাহে কৈছে। অথচ 'মোৰ কথা'ত উল্লেখ কৰা মতে যেতিয়া তেওঁৰ "বয়স ছয়মান হ'ব," তেতিয়া "নগাঁও স্কুলৰ চেভেন্থ ক্লাছত"।

কথা দুটাৰ মাজত যি কাৰণেই স্ববিৰোধ দেখা দিয়ক লাগে, গুণাভিৰামৰ

৬৬. প্ৰথম ভাগ, সপ্তম আধ্যা।

৬৭. মোৰ কথা।

৬৮. জে. বৰুৱাই ১৭।১০।৪৫ তাৰিখে শ্ৰীজিতেন্দ্ৰনাথ বুজৰবৰুৱালৈ লিখা চিঠি।

প্ৰাক-অৱসৰ কালছোৱাতে আৰু কলিকতাতে যে জ্ঞানদাভিৰামৰ প্ৰথম স্কুলীয়া শিক্ষা আৰম্ভ হয়, তাত সন্দেহৰ অৱকাশ নাই। বায়েক স্বৰ্ণলতাক ১৮৮০ খ্ৰীষ্টাব্দত বেথুন স্কুলত ভৰ্তি কৰাই দিয়াৰ পাছৰপৰাই মাক বিষ্ণুপ্ৰিয়া কলিকতাত এৰা-ধৰাকৈ থাকিবলগা হৈছিল, আৰু সেই এৰা-ধৰা কলিকতা বাসৰেই আন এটা পাৰ্শ্ব পৰিণতি হ'ল নগাঁও হাইস্কুলত জ্ঞানদাভিৰামৰ চেভেন্থ বা ফিফ্‌থ ক্লাছৰ ছাত্ৰ-দশা। তেওঁ যে "নগাঁৱত শেহৰ শ্ৰেণীৰ (8th class) পৰাই" পঢ়িছিল, সেই কথা এঠাইত ( 'মোৰ কথা' ) উল্লেখ কৰা হৈছে।

নগাঁও হাইস্কুলত যে তেওঁ চেভেন্থ ক্লাছটো পঢ়িছিল, সেই কথা নিশ্চিত। 'মিলন'ত ( প্ৰথম বছৰ চতুৰ্থ সংখ্যা ) প্ৰকাশিত 'কেআবাৰমান কথা' নামৰ লেখাৰপৰা জনা যায় যে তেওঁ প্যাৰীচৰণ সৰকাৰৰ 'Second Book of Reading' পঢ়িছিল, আৰু এইখন যে তেতিয়াৰ চেভেন্থ ক্লাছৰ পাঠ্যপুথি আছিল, সেই কথা আমি নিশ্চিতভাৱে জানিব পাৰিছোঁ। লেখাটোত জ্ঞানদাভিৰামে নিজে কোৱা মতে ইংৰাজী দ্বিতীয় পাঠ (Second Book of Reading) "তুলসী মাষ্টৰে পঢ়াইছিল, সঙ্গী মাষ্টৰে আন বিষয় পঢ়াইছিল।" এই তুলসী আৰু সঙ্গী মাষ্টৰ যথাক্ৰমে তুলসীৰাম শৰ্মা আৰু সঙ্গীৰাম দাস।[৬৯] কিন্তু 'মোৰ কথা'ত প্ৰকাশ পোৱা মতে, অৱসৰ লৈ (১৮৯০ খ্ৰীষ্টাব্দত) গুণাভিৰাম বৰুৱা কলিকতালৈ যাওতে ( আৰু সেয়ে "আমাৰ নগাঁও এৰি যোৱা" হ'লে ) জ্ঞানদাভিৰাম চেভেন্থ ক্লাছত পঢ়ি থকাটো বা নগাঁও হাইস্কুলত তেওঁ কেৱল চেভেন্থ ক্লাছলৈহে পঢ়িছিল বোলা কথাটো[৬৯ক] গ্ৰহণযোগ্য নহয়। তাৰ বিপৰীতে ১৮৯০ খ্ৰীষ্টাব্দত তেওঁ ফিফ্‌থ ক্লাছত পঢ়িছিল, আৰু নগাঁও হাইস্কুলত ফিফ্‌থ ক্লাছলৈকে পঢ়িছিল বুলি কোৱাটোহে যুক্তিসিদ্ধ। শ্ৰীবুজৰবৰুৱালৈ লিখা চিঠিৰ এঠাইত আছে "I joined the City Collegiate School in 1890 in the fifth class (Principal Umesh Chandra Dutta) & was promoted to the Entrance class". ১৮৯০ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহত নগাঁও স্কুলৰ চেভেন্থ ক্লাছত পঢ়ি থকা ল'ৰাটো এপ্ৰিল মাহত কলিকতালৈ গৈ কোনো পৰিস্থিতিতেই একেটা বছৰতে ফিফ্‌থ ক্লাছত ভৰ্তি হোৱাটো বাস্তৱ নহয়। 'মিলন'ত প্ৰকাশিত উপৰোক্ত

---

৬৯. Centenary Souvenir : Government Higher Secondary School, Nowgong, p. 54.

৬৯. ক শ্ৰীনন্দ তালুকদাৰৰ 'চিৰ চেনেহী মোৰ ভাষা জননী', পৃ. ৩৬।

প্ৰবন্ধটোত জ্ঞানদাভিৰামে একেটা প্ৰসংগতে লিখিছে, "৺যোগেশ্বৰ মহন্ত আৰু ৺বিজয়ৰাম বৰাই যোধকৰোঁ ষষ্ঠ আৰু পঞ্চম শ্ৰেণীত পঢ়াইছিল।" যোগেশ্বৰ মহন্ত নিশ্চয় যজ্ঞেশ্বৰ মহন্তহে। নগাঁও হাইস্কুলত, ১৮৯৪ চনৰপৰা পোৱা তথ্য মতে, বিজয়ৰাম বৰা নামৰ কোনো শিক্ষক নাছিল। ১৮৮৮ চনত হেমচন্দ্ৰ গোস্বামী, যজ্ঞেশ্বৰ মহন্ত আদিৰ লগতে উক্ত স্কুলৰপৰা এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হোৱা বিজয়ৰাম বৰুৱাহেই যোধহয় ১৮৮৮ আৰু ১৮৯০ চনৰ মধ্যবৰ্ত্তী কালছোৱাত শিক্ষকতা কৰিছিল। সি যি হওক, এই "ষষ্ঠ আৰু পঞ্চম শ্ৰেণী"ৰ উল্লেখেও নগাঁও হাইস্কুলত তেওঁ ফিফ্থ ক্লাছলৈ পঢ়াৰ ইংগিত দিয়ে।

আন এটা কথা হ'ল জ্ঞানদাভিৰাম ১৮৯৫ খ্ৰীষ্টাব্দত প্ৰথমবাৰ বিলাতলৈ যায়। চিটি কলেজিয়েট স্কুলত এণ্ট্ৰেন্স শ্ৰেণীলৈ উত্তীৰ্ণ হোৱাৰ কথাও আমি জানিছোঁ। তেওঁৰ এণ্ট্ৰেন্স প্ৰাপ্তি ১৮৯৫ চনত হোৱা প্ৰথম বিলাত যাত্ৰাৰ আগতে ঘটিছে। কিন্তু ১৮৯০ চনত নগাঁও হাইস্কুলত চেভেন্থ ক্লাছত পঢ়াৰ কথা মানি ল'লে ১৮৯৫ চনত তেওঁ চেকেণ্ড ক্লাছহে পায়গৈ; আৰু সেই কথা বহুতো দিশৰপৰা স্ববিৰোধী। গতিকে নগাঁও হাইস্কুলত জ্ঞানদাভিৰামে পঞ্চম শ্ৰেণীলৈকে পঢ়িছিল বুলি নিশ্চিতভাৱে ক'ব পাৰি। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে জ্ঞানদাভিৰামৰ অগ্ৰজ করুণাভিৰাম আৰু কমলাভিৰামো ঊনবিংশ শতিকাৰ আশীৰ দশকত সেই স্কুলৰ ছাত্ৰ আছিল[10], আৰু জ্ঞানদাভিৰামে সেই স্কুলত অন্ততঃ ১৮৮৯ আৰু ১৮৯০ চনত শৰৎ চন্দ্ৰ গাংগুলী আৰু ৰামমোহন মিত্ৰ নামৰ দুজন ব্যক্তিক প্ৰধান শিক্ষক ৰূপে পাইছিল। লগতে এই কথাও উল্লেখ কৰিব পাৰি যে জ্ঞানদাভিৰাম নিজে, নহ'লে সহজানন্দ গোস্বামী নামৰ জনৈক ছাত্ৰ শ্ৰেণীত প্ৰথম আছিল।

৬৫নং মানিকতলা ষ্ট্ৰীটত কিছুদিন থকাৰ পাছত তাৰপৰা উঠি গৈ ২৬ নং স্কটচ লে'নত সপৰিয়ালে গুণাভিৰাম থাকিবলৈ লয়, আৰু এই ঠাইৰ ঘৰতে "১৮৯২ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহৰ ২৬ তাৰিখে শনিবাৰৰ দিনা"[11] বিষ্ণুপ্ৰিয়া দেৱীৰ মৃত্যু হয়। ধৰ্মপ্ৰাণা এই মহিলাগৰাকীয়ে ঘৰযোৱাৰ পদশিলা ঘৰটি দান কৰিছিল বুলি ৺থুলেশ্বৰ মহন্তই 'ঘৰযোৱা যাত্ৰী' নামৰ এটি প্ৰবন্ধত উল্লেখ

---

১০. Centenary Souvenir : Government Higher Secondary School Nowgong p. 54.

১১, মোৰ জীৱন সোঁৱৰণ, দ্বিতীয় ভাগ, পঞ্চম অধ্যায়, মোৰকথা।

কৰিছে।[৭২] কিন্তু জ্ঞানদাভিৰামে 'মোৰ কথা'ত কোৱা মতে গুণাভিৰামে নিজেহে অৱসৰ লোৱাৰ পাছত বিষ্ণুপ্ৰিয়া দেৱীৰ নামেৰে ৰৰদোৱা থানত এটি ঘৰ দিছিল। ১৮৯২ চনত গুণাভিৰামে পত্নীৰ স্মৃতি ৰক্ষাৰ্থে নগাঁৱত কুঁৱা এটাও খন্দাই দিয়াৰ কথা জ্ঞানদাভিৰামে তেওঁৰ দিনলেখাত কৈছে; আৰু সৌ ১৯৫৪ চনৰ ৩০ এপ্ৰিল তাৰিখতো বৰপুতেক-বোৱাৰীয়েকৰ হতুৱাই মাতৃ স্মৃতিবিজড়িত সেই কুঁৱাৰ পানী তেওঁ নিয়াইছে।

বিষ্ণুপ্ৰিয়া দেৱীৰ অকাল বিয়োগৰ পাছত তেওঁলোকে ৩নং ওল্ড বৈঠকখানাৰ ঘৰ এটাত থাকিবলৈ লয়। সেইটো ঘৰতে অৱত পৰি কৰুণাভিৰামৰ মৃত্যু ঘটে ১৮৯৩ চনৰ ১২ জুলাইত। দুজনী সৰু ছোৱালীৰে সৈতে বিধবা জীয়েক স্বৰ্ণলতা, পুতেক কমলাভিৰাম আৰু জ্ঞানদাভিৰামক লৈ সেইটো ঘৰত কিছুদিন থকাৰ পাছত পুনৰ গুণাভিৰাম বৰুৱাৰ গৃহ-পৰিবৰ্ত্তন ঘটে, আৰু বেজবৰুৱাৰ ভাষাতে ক'বলৈ গ'লে "১৮৯৪ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহৰ ২৫ তাৰিখে, শনি কি দেওবাৰে, ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাৰ, ৮নং কলেজ স্কোৱাৰৰ ঘৰত মৃত্যু হয়।"[৭৩] ৰাধিকা প্ৰসাদ বৰুৱাৰ ১৮৯৪ চনৰ ২৬ মাৰ্চৰ ডায়েৰীতো গুণাভিৰাম বৰুৱাৰ মৃত্যু সংবাদ লিপিবদ্ধ হৈছে এনেদৰে: "কালি গধূলি ৬৷৷ বজাত গুণাভিৰাম বৰুৱাৰ মৃত্যু হোৱা সংবাদ পাও বৰকাকতীৰ ঘৰত।"[৭৪]

পিতৃদেৱেকৰ মৃত্যুৰ পাছত বায়েক স্বৰ্ণলতা আৰু ককায়েক কমলাভিৰামৰ সৈতে জ্ঞানদাভিৰামে স্বৰ্গগত ভিনীহিয়েকৰ ককায়েক ৰজনীনাথ ৰায়ৰ 'ৰিট্ৰিট' (The Retreat) নামৰ ঘৰত আশ্ৰয় লয়। এই আশ্ৰয় গ্ৰহণৰ দিন-বাৰ বেজবৰুৱাৰ লেখাত বা গুণাভিৰাম-জ্ঞানদাভিৰাম সংক্ৰান্ত কোনো লেখাতে পাবলৈ নাই। কিন্তু পিতৃ বিয়োগৰ পাছ দিনাখনেই (২৬ মাৰ্চ, ১৮৯৪খ্ৰীঃ) যে জ্ঞানদাভিৰামহঁতে ৰিট্ৰিট'ত আশ্ৰয় লয়, তাৰ সম্ভেদ ৰাধিকাপ্ৰসাদ বৰুৱাই দিছে। এওঁৰ ২৬ মাৰ্চ তাৰিখৰ দিন লেখাত আছে, "উপ ককাইদেউ, বৰকাকতী আদি সহ গুণাভিৰাম বৰুৱাৰ পুতেক-জীয়েকৰ খবৰ ল'বলৈ গৈছিলোঁ। কিন্তু ঘৰত কাকো নেপালোঁ। তাৰপৰা ৰজনীনাথ ৰায়ে সিহঁতক তুলি নিলে।"[৭৫]

---

৭২. বাঁহী, পঞ্চম বছৰ অষ্টম সংখ্যা।

৭৩. মোৰ জীৱন সোঁৱৰণ, ২য় খণ্ড, ৫ম আধ্যা।

৭৪. শ্ৰীবেণুধৰ শৰ্মাৰ 'টোকোৰা বাঁহৰ কুটা': বাসৱেন্দু, ১২/৩।

৭৫. উল্লিখিত প্ৰবন্ধ।

গুণাভিৰাম বৰুৱাৰ পৰিয়ালৰ "এজন বিশিষ্ট বন্ধু" আৰু "হাই কোৰ্টৰ এজন ডাঙৰ উকীল"[৭৬] বাবু দুৰ্গা মোহন দাসৰ মধ্যস্থতাত কিছুদিনৰ পাছত স্বৰ্ণলতা জীয়েক দুজনীৰ সৈতে ১৩ নং কৰ্নৱালিছ ষ্ট্ৰীটত থকা 'ব্ৰহ্ম গাৰ্লছ স্কুলত, আৰু কমলাভিৰামৰ সৈতে জ্ঞানদাভিৰাম 'ব্ৰহ্ম বইজ বোৰ্ডিং হাউচ'ত থাকিবলৈ ল'লে বুলি বেজবৰুৱাই উল্লেখ কৰিছে। মৃত্যুৱে তেতিয়াও গুণাভিৰাম বৰুৱাৰ পৰিয়ালৰ পিছ এৰা নাছিল! নতুন ঠাইত থকাৰ এসপ্তাহ-মানৰ পাছতে কমলাভিৰাম জ্বৰত পৰিল, আৰু সেই জ্বৰতেই কেইমাহমানৰ পাছত ১৮৯৪ চনৰ ৩০ নৱেম্বৰত তেওঁৰ মৃত্যু হ'ল। বেজবৰুৱাই কৈছে—"এইদৰে দুবছৰৰ ভিতৰতে সেই জয় জয় মম মম পৰিয়ালটোত চাৰিটা মৃত্যু। ডাঙৰীয়া গুণাভিৰাম বৰুৱাৰ সন্তানৰ ভিতৰত ৰ'লগৈ জ্ঞানদাভিৰাম আৰু স্বৰ্ণলতা। এতিয়া আমাৰ সকলোৰে বাই চিন্তা হ'ল কেনেকৈ জ্ঞানদাভি-ৰামক ৰক্ষা কৰা হ'ব।"[৭৭] "আমাৰ" বোলোঁতে বেজবৰুৱাই নিশ্চয় তেওঁ আৰু পত্নী প্ৰজ্ঞা সুন্দৰী দেৱী, স্বৰ্ণলতা, ৰজনীনাথ ৰায়, জগদীশ চন্দ্ৰ বসু, দুৰ্গামোহন দাস, আৰু সেই সময়ৰ কলিকতা প্ৰবাসী কনকলাল বৰুৱা, হেমচন্দ্ৰ গোস্বামী, ৰমাকান্ত বৰকাকতী, উপেন্দ্ৰনাথ বৰুৱা, ৰাধিকা প্ৰসাদ বৰুৱা আদিকে বুজাইছে।

গুণাভিৰাম বৰুৱাৰ বংশ ৰক্ষা কৰাৰ উদ্দেশ্যেই ডাঃ বিপিন বিহাৰী সৰকাৰৰ লগত জ্ঞানদাভিৰামৰ এটা সমুদ্ৰ-যাত্ৰাৰ ব্যৱস্থা কৰা হ'ল। এই যাত্ৰা "১৮৯৪ খ্ৰীষ্টাব্দৰ দ্বাদশ মাহৰ ২৫ তাৰিখৰ দিনা ৰাতি ৮।৯ মান বজাত বি. আই. কোম্পানীৰ লাৰডা জাহাজত কলিকতাৰপৰা বোম্বাইলৈ" হয় বুলি আৰু সমুদ্ৰ-বক্ষত এমাহ আছিল বুলি জ্ঞানদাভিৰামে নিজে লিখি থৈ গৈছে। বেজবৰুৱায়ো লিখিছে, সেই যাত্ৰাত প্ৰায় এমাহ লাগিছিল। তাৰ পিছত তেওঁ মুঙ্গেৰত থাকিবলৈ আহিল। গুৱাহাটীৰ শ্ৰীযুত ৰাধাকান্ত বৰুৱা তেতিয়া মুঙ্গেৰত আছিল। প্ৰথমতে তেওঁৰ লগতে জ্ঞান ৰ'লগৈ। পিছত সুকীয়াকৈ ঘৰ এটা কেৰেয়া কৰি আছিল।"[৭৮] বেজবৰুৱাৰ মতে, জ্ঞানদাভিৰাম ১৮৯৫ খ্ৰীষ্টাব্দৰ "এপ্ৰিল কি মে' মাহত মুঙ্গেৰৰপৰা আহি শ্ৰীযুত জগদীশ চন্দ্ৰ বসু আৰু তেওঁৰ পৰিয়ালবে সৈতে দাৰ্জিলিঙলৈ যায়" যদিও এই এপ্ৰিল-মে' মাহৰ আগে-পাছে কিন্তু বায়েক স্বৰ্ণলতাৰ লগত তেওঁ ভবানীপুৰৰ ১নং জেলিয়াপাৰা ৰোডৰ ঘৰ

৭৬. মোৰ জীৱন সোঁৱৰণ, ২য় ভাগ, ৫ম আধ্যা।
৭৭. উল্লিখিত গ্ৰন্থ, ২য় ভাগ, ৬ষ্ঠ আধ্যা।
৭৮. মোৰ জীৱন সোঁৱৰণ, ২য় ভাগ, ৬ষ্ঠ আধ্যা

এটাত নিশ্চিতভাৱে আছিল। কাৰণ, বেজবৰুৱাই সেই বছৰৰ মাৰ্চ মাহৰ ১৩, মে' মাহৰ ১৪, আগষ্ট মাহৰ ১৯ তাৰিখে উক্ত ঠাইত তেওঁলোকক দেখা কৰিবলৈ গৈছে।[৭৯] এই ভৱানীপুৰৰ ১নং জেলিয়াপাৰা ৰোডৰ ঘৰৰপৰাই ১৮৯৫ খ্ৰীষ্টাব্দৰ ছেপ্তেম্বৰ মাহৰ ৩ তাৰিখ মংগলবাৰে দিনৰ ১ মান বজাত[৮০] জ্ঞানদাভিৰামে ১৫ বছৰ বয়সত প্ৰথমবাৰ বিলাতলৈ যাত্ৰা কৰে। শ্ৰীবেণুধৰ শৰ্মাই তেখেতৰ 'অৰ্ঘ্যাবলী'ত "১৮৯৬ চনত বিলাতলৈ যায়" বুলি লিখিছে যদিও জ্ঞানদাভিৰামে 'বিলাতৰ চিঠি আৰু কথা'ত দিয়া উক্ত বিবৰণহে নিৰ্ভৰযোগ্য বুলি গ্ৰহণ কৰা উচিত হ'ব। জ্ঞানদাভিৰামৰ প্ৰথম বিলাত-যাত্ৰাৰ এই ৩ ছেপ্টেম্বৰ দিনটোত বেজবৰুৱা আচৰিত ধৰণে নিমাত, সেই তাৰিখৰ দিন লেখা তেওঁ লিখাই নাই। সি যি হওক, চাৰিজন ভাৰতীয় সহযাত্ৰীৰে[৮১] সৈতে বৃটিছ ইণ্ডিয়া নেভিগেশ্যন কোম্পানীৰ 'ডনেৰা' (S. S. Dunera) নামৰ জাহাজেৰে গৈ ৭ অক্টোবৰৰ দিনা একেখন জাহাজেৰেই তেওঁ লণ্ডনৰ ৰয়েল এলবাৰ্ট ডকত উঠিলগৈ। বিলাতলৈ যাওঁতে তেওঁ কিং হেমিল্টন কোম্পানীৰপৰা দ্বিতীয় শ্ৰেণীৰ কেবিনৰ টিকট কিনিছিল। কলিকতাৰপৰা লণ্ডনলৈ তেতিয়া সেই কোম্পানীৰ দ্বিতীয় শ্ৰেণীৰ ভাড়া আছিল তিনিশ পয়সত্তৰ টকা।

জ্ঞানদাভিৰামৰ অভিভাৱকসকলৰ অন্যতম দুৰ্গামোহন দাসৰ এজন ল'ৰাই তেতিয়া লেষ্টাৰৰ কোনোবা এখন স্কুলত পঢ়ি আছিল। সেই স্কুলৰ হেডমাষ্টৰ পীয়েৰচনলৈ দুৰ্গামোহন দাসে চিঠি লিখি জনোৱাত জ্ঞানদাভিৰামক লেষ্টাৰলৈ নিবলৈ পীয়েৰচনৰ পত্নী আৰু ভগ্নী আহিছিল। জ্ঞানদাভিৰামৰ আন এজন অভিভাৱক জগদীশ চন্দ্ৰ বসুৱেও ব্ৰিষ্টলৰ টালচ্ হিলত থকা তেওঁৰ জনৈকা পৰিচিতা মিচেচ কীটিঙলৈ লিখা চিঠি অনুযায়ী তেতিয়াৰ বিলাত-প্ৰবাসী জ্ঞানেন্দ্ৰ নাথ ৰায়ো জ্ঞানদাভিৰামক নিবলৈ আহিল। জে. এন. ৰায়ে তেওঁক আদৰিবলৈ অহা সময়তে জ্ঞানদাভিৰামৰ "কলিকতাৰ সুপৰিচিত" জগদীশ চন্দ্ৰ ৰায়চৌধুৰীও তাত উপস্থিত হ'লহি। সেই সময়ত কলিকতাৰ ব্যাৰিষ্টাৰ ডব্লিউ. চি. মল্লিকৰ বিধবা পত্নী নিজৰ ল'ৰাৰ (হেমন্ত আৰু শিশিৰ মল্লিক) শিক্ষাৰ নিমিত্তে

---

৭৯. 'বেজবৰুৱাৰ দিনলেখা' (১ম খণ্ড), পৃষ্ঠা ক্ৰমে ১০, ১৮ আৰু ৩০।

৮০. বিলাতৰ চিঠি আৰু কথা।

৮১. যোগেন্দ্ৰ নাথ পাল, সত্যেন্দ্ৰ নাথ সেন, সুকুমাৰ সেন আৰু আবুল ফজল মহম্মদ ফজল হক। (বিলাতৰ চিঠি আৰু কথা)।

লণ্ডনৰ বেজৱাটাৰৰ ১৩নং টৌভিঞ্চ ৰোডৰ ভাড়া ঘৰ এটাত আছিল। বিলাতত প্ৰথম ভৰি দিয়েই সম্পূৰ্ণ বিদেশী পীয়েৰচন বা কীটিং পৰিয়ালটো নগৈ জ্ঞানদাভিৰাম জগদীশ চন্দ্ৰ ৰায়চৌধুৰীৰ লগত মিচেচ মল্লিকৰ ঘৰলৈহে গ'ল। মিচেচ মল্লিক থকা ঘৰটোৰে আন এটা খোঁটালী ভাড়া কৰি ২।৩ দিন থকাৰ পাছত ৪৯নং বাৰ্লিংটন ৰোডৰ এটা ঘৰলৈ জ্ঞানদাভিৰাম যাব লগা হ'ল। বাৰ্লিংটন ৰোডত সাত দিনমান থাকি কীটিং পৰিয়ালৰ ব্যৱস্থামতে মিচেচ কীটিঙৰ ভিনীহিয়েক, হাইগেটত থকা ৰেভাৰেণ্ড মিঃ স্পীয়েৰ্চৰ 'এৰাণ্ডেল হাউচ'লৈ গ'ল আৰু তাতেই স্পীয়েৰ্চ পৰিয়ালৰ লগত থকাটো নিৰ্দ্ধাৰিত হ'ল। কিন্তু কি পঢ়িব, ক'ত পঢ়িব, কোন বিষয় বিশেষকৈ শিক্ষা কৰিব, তাৰ একো নিৰ্ণয় তেতিয়া হোৱা নাছিল। এইখিনিতে তেওঁ "বহুত অভিভাবক থাকিলে যি হয়, মোৰো সেই অৱস্থা হ'ল" বুলি আক্ষেপ কৰিছে। শেহত 'লণ্ডন মেট্ৰিক'ৰ পাঠ্যক্ৰম পঢ়াটো থিৰাং হ'ল। কিন্তু হাইগেটত থকা স্কুলত লণ্ডন মেট্ৰিকলৈ নিশিকায়, 'কলেজ অৱ্ প্ৰিচেপ্টৰ্চ' বুলি এবিধ পৰীক্ষালৈহে শিকায়। উপায়ান্তৰ নেদেখি তিনিমাহমান ঘৰতে মিচেচ স্পীয়েৰ্চৰ লগত ফ্ৰেঞ্চ আৰু মিচ স্পীয়েৰ্চৰ লগত লেটিন পঢ়িলে। কেইদিনমান য়ুনিভাৰ্চিটি টিউটৰিয়েল কলেজত ঘণ্টাত ৫ চিলিংকৈ দি লেটিন আৰু ফ্ৰেঞ্চৰ শিক্ষা লৈছিল।

লণ্ডনত তেওঁ স্কুলত কেতিয়া ভৰ্তি হ'ল, সেই কথা থাতাংকৈ জনা নাযায়; কিন্তু ১৮৯৬ খ্ৰীষ্টাব্দৰ জহকালি (আগষ্ট মাহত) স্কুল বন্ধ হোৱাত কেম্ব্ৰিজলৈ যোৱাৰ কথা 'বিলাতৰ চিঠি'য়ে কৈছে। সেই বছৰৰ জানুৱাৰী মাহমানতে হয়তোবা তেওঁ স্কুলত ভৰ্তি হয় বুলি ক'ব পাৰি—আগতে উল্লেখ কৰি অহা তিনি মাহমান ঘৰতে পঢ়া কথাৰ জেৰ টানি। ১৮৯৭ চনৰ ১৪ জানুৱাৰী তাৰিখে হেমচন্দ্ৰ গোস্বামীলৈ লিখা চিঠিৰপৰা তেওঁ যে চেলেম্‌চফোৰ্ডৰ (এছেক্স) কিং এড্‌ৱাৰ্ড্‌ছ স্কুলত পঢ়িছিল, আৰু ৯৭ চনৰ জুন মাহত 'লণ্ডন মেট্ৰিক' পৰীক্ষাত বহিছিল, সেই কথা জনা গৈছে। তেতিয়াও তেওঁৰ নিগাজী ঠিকনা আছিল "C/o Rev. S. Spears, Arundale House, 5 The Bank Highgate, London N." চেলেম্‌চফোৰ্ড স্কুলত "চিক্‌চথ ফৰ্মত (আটাইতকৈ ওখ শ্ৰেণীত, এই ধৰক আমাৰ প্ৰথম শ্ৰেণী)" ভৰ্তি হোৱা, তাত লেটিন, ফ্ৰেঞ্চ, মেকেনিক্স ইত্যাদি শিকা, আৰু তাত দুবছৰমান পঢ়াৰ কথা বিলাতৰ চিঠিতো আছে। সেইখন স্কুলৰপৰাই তেওঁ ১৮৯৭ চনৰ জুন মাহত অনুষ্ঠিত লণ্ডন মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয় বুলি ক'ব পাৰি। এই পৰীক্ষা তেতিয়াৰ

আমাৰ ফাষ্ট আৰ্টচ পৰীক্ষাৰ সমপৰ্যায়ৰ। লণ্ডন মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হ'ব নোৱাৰিলে যে উচ্চ শিক্ষা লাভ কৰা সম্ভৱ নহয়, সেই কথা গোস্বামীলৈ লিখা চিঠিতে তেওঁ কৈছে। ১৮৯৮ চনৰ অক্টোবৰত জ্ঞানদাভিৰাম কলিকতালৈ উলটি আহে অসুস্থতাৰ হেতুকে।

প্ৰথমবাৰৰ বিলাত-বাসত জ্ঞানদাভিৰামে ইংলণ্ডৰ বহুতো ঠাই চোৱাৰ আনন্দ লাভ কৰিছিল। ১৮৯৬ চনৰ আগষ্ট মাহত গ্ৰীষ্মবন্ধত তেওঁ কেম্ব্ৰিজত ১৫।২০ দিনমান আছিল। কেম্ব্ৰিজৰপৰা হাণ্টিংডনলৈ যায়, আৰু তাত এসপ্তাহ থাকি মিঃ বড্ৰেল্ নামৰ এজন শিক্ষকৰ লগত উজ (Ouse) নদীত মাছ ধৰে। সেইকেইদিন বড্ৰেলৰপৰা মাছ ধৰা আৰু নদীত ব'ঠা মৰাৰ শিক্ষা লাভ কৰে। হাণ্টিংডনৰপৰা ন মাইল দূৰত অৱস্থিত ষ্টেণ্ট নীটচ নামৰ ঠাইলৈ গৈ বড্ৰেলৰ লগত এদিন ঘণ্টাত ছমাইলকৈ খোজ কাঢ়ি হাণ্টিংডনলৈ উভতিছিল। পেইণ্টনত মিঃ হৰমাচজী জেহাগীৰ ভাতাই তেওঁক চাইকেল চলাবলৈ শিকাইছিল। লণ্ডনত তেওঁ ক্ৰীকেট খেলা, ড্ৰাফ্ট (Draught) খেলাৰ সংবাদো বিলাতৰ চিঠিত আছে। মিচ ই. এ. মেনিং নামৰ তেওঁৰ এগৰাকী অভিভাৱিকাই উপহাৰ দিয়া এখন চাইকেলেৰে লণ্ডন মহানগৰীত তেওঁ ঘূৰা-পকা কৰিছিল।

জ্ঞানদাভিৰামৰ বিলাতত পঢ়া-শুনাৰ দায়িত্ব লোৱাৰ কথা আছিল জগদীশ চন্দ্ৰ বসুৱেহে। কিন্তু সময়ত গা এৰা দি বেজবৰুৱাকহে বসুৱে সেই দায়িত্ব ল'বলৈ ক'লে। ১৮৯৮ চনত জ্ঞানদাভিৰাম কলিকতালৈ উভতি আহি বেজবৰুৱাৰ লগতে হাওৰাৰ বোজমেৰী লে'নত থাকে। তাৰ পাছত কেবেয়াকৈ ক্ৰমে বেণ্টিঙ্ক লে'নত আৰু ২৫০ নং গ্ৰেণ্ড ট্ৰাংক ৰোডৰ ঘৰত থাকে। ইতিমধ্যে হুগলী কলেজৰ অধ্যক্ষ ক্ষীৰোদচন্দ্ৰ ৰায় চৌধুৰীৰ লগত ১৮৯৯ চনৰ ফেব্ৰুৱাৰী মাহৰ ১৫ তাৰিখ বুধবাৰে বিধবা বায়েক স্বৰ্ণলতাৰ দ্বিতীয় বিবাহ[৮২] সংঘটিত হোৱাৰ পৰিণতিস্বৰূপে তিনীহিয়েকে হেবিচন ৰোডত জ্ঞানদাভিৰামৰ নিমিত্তে জ্ঞানদাভিৰামৰ টকাৰেই ঘৰ এটা সজাই দিয়ে। তাত কিছুদিন থকাৰ পাছতে নিশ্চয় জ্ঞানদাভিৰামৰ দ্বিতীয়বাৰ বিলাত-যাত্ৰা হয়।

১৯০০ চনত তেওঁৰ দ্বিতীয়বাৰ য়ুৰোপ-ভ্ৰমণ হয়। সেই চনতে তেওঁ ব্ৰিষ্টলত ৰাজা ৰামমোহন ৰায়ৰ মৈদাম চাবলৈ যোৱাৰ কথা 'বিলাতৰ চিঠি'ত আছে। কিন্তু সেই চনৰ মাৰ্চ মাহত যে সেই যাত্ৰা হয়, তাৰ সন্দেহ ১৭।১০।৪৫

৮২. বেজবৰুৱাৰ দিনলেখা, ১ম খণ্ড, পৃ. ৭৬।

তাৰিখে শ্ৰীজিতেন্দ্ৰনাথ বুজৰবৰুৱালৈ লিখা চিঠি এখনৰপৰাহে আমি পাইছোঁ। অৱশ্যে মাৰ্চ মাহৰ কোন তাৰিখে তেওঁ বিলাতলৈ যায়, সেই সংবাদ আমাৰ হাতত নাই। পিছে সেই মাহৰ ৫ তাৰিখলৈকে যে তেওঁ যোৱা নাছিল সেই কথা বেজবৰুৱাৰ দিনলেখাই কৈছে। মাৰ্চ মাহৰ ৫ তাৰিখ সোমবাৰে জ্ঞানদাভিৰামে বেজবৰুৱাৰ হাওৰাৰ ডৰ্‌চন ৰোডৰ ঘৰত 'ব্ৰেকফাষ্ট' কৰিছে ("Jnan breakfasted with us")। এপ্ৰিল মাহৰ ৯ তাৰিখে ভিনীহিয়েক ক্ষীৰোদ বাবুৱে বেজবৰুৱাক পাঁচ শ টকা দিয়ে জ্ঞানদাভিৰামৰ নিমিত্তে 'চৰকাৰী কাগজ' [?] কিনিবৰ কাৰণে ("to buy Govt. paper for Jnan"), আৰু ১০ এপ্ৰিল তাৰিখে বেজবৰুৱা সেই 'চৰকাৰী কাগজ' কিনি ক্ষীৰোদ বাবুক দিছে ("Bought 500/- worth Govt. paper to Jnan today @ 96/12/- and handed the paper over to Khirod Babu whom visited")। মন কৰিবলগীয়া যে ৫ মাৰ্চ তাৰিখৰ পাছৰপৰা জ্ঞান-বেজবৰুৱাৰ লগালগি হোৱা নাই; কিন্তু এইটোও লক্ষ্য কৰিবলগীয়া যে বেজবৰুৱাই ৫ মাৰ্চ আৰু ৯ এপ্ৰিলৰ মাজৰ কালছোৱাত দিনলেখা নিলিখিলে। সেই চনৰ ২৩ জুন তাৰিখলৈকে বেজবৰুৱাৰ দিনলেখাত জ্ঞানদাভিৰামৰ উল্লেখ পোৱা নাযায়। ২৪ জুনত বেজবৰুৱাই জ্ঞানদাভিৰামৰপৰা এখন চিঠি পায়। বিলাতৰপৰা তেওঁ এইবাৰ বেজবৰুৱালৈ লিখা এইখনেই প্ৰথম চিঠি ("Received a letter from Jnan, England. This is the first letter & only letter I got since he left Calcutta for England.")[৮৩] বুলি বেজবৰুৱাই কৈছে। ইয়াৰ পাছত সেই বছৰৰ ১০ অক্টোবৰ তাৰিখে বেজবৰুৱাই জ্ঞানদাভিৰামলৈ ছকুৰি টকা (৮০ পাউণ্ড) মনি অৰ্ডাৰ কৰাৰ বাহিৰে তেওঁৰ সেই বছৰৰ দিনলেখাই জ্ঞানদাভিৰামৰ কোনো সংবাদ নিদিয়ে।

দ্বিতীয়বাৰ তেওঁ কেলিডোনিয়া (Caledonia) জাহাজেৰে বিলাতলৈ যায়। ১৯০১ চনৰ নৱেম্বৰত তৰুণৰাম ফুকন বিলাতলৈ যাওঁতে জ্ঞানদাভিৰাম 'গ্ৰেজ ইন'ত (Gray's Inn) আছিল, আৰু ভিক্টোৰিয়া নে চিয়াৰিং ক্ৰছ ষ্টেশ্যনৰপৰা তৰুণৰাম ফুকনক তেওঁ আগ বঢ়াই নিছিলহি। ১৯০২ চনৰ ২৮ মে' তাৰিখে মথুৰামোহন বৰুৱালৈ লিখা চিঠিখনৰপৰা জানিব পৰা গৈছে যে তেতিয়া তেওঁৰ নিগাজী ঠিকনা আছিল "Common Room,

৮৩. উল্লিখিত গ্ৰন্থ, পৃ ১০৩।

Gray's Inn, London". দ্বিতীয়বাৰ বিলাতত তেওঁ কিমান দিন আছিল বা বিলাতৰপৰা ভাৰতলৈ কেতিয়া প্ৰত্যাবৰ্তন কৰিছিল, তাৰ সঠিক সংবাদ আমাৰ হাতত নাই; বেজবৰুৱায়ো ক'তো এই বিষয়ে কোৱা নাই। কিন্তু ১৯০৩ চনৰ বছৰটো যে তেওঁ বিলাতেই আছিল, সেই কথাৰ সাক্ষ্য দিছে বেজবৰুৱাই সেই বছৰৰ ২২ জুলাই তাৰিখে জ্ঞানদাভিৰামলৈ টকা পঠোৱা কথাৰে।[৮৪] ১৯০৩ চনৰ শেহ ডিচেম্বৰত নাইবা ১৯০৪ চনৰ জানুৱাৰী মাহৰ প্ৰথম সপ্তাহৰ কোনোবা এটা দিনত তেওঁ বিলাতৰপৰা উলটি অহাৰ কথা অনুমান কৰিব পাৰি। কাৰণ, ৩০ জানুৱাৰী তাৰিখে তেওঁ বেজবৰুৱাৰ ঘৰত 'ডিনাৰ' খাইছে ("Jnan called & took his dinner")।

তেওঁ তৃতীয়বাৰ বিলাতলৈ যায় ১৯০৮ চনত। তাৰ পূৰ্বেই ১৯০৬ চনত কলিকতাৰ বালিগঞ্জৰ ঝাউতোলা ৰোডৰ ঘৰ এটাত থকাৰ কথা, আৰু সেই বছৰতে (সেই ঘৰতে নিশ্চয়) "মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰৰ বৰপুতেক দাৰ্শনিক পণ্ডিত শ্ৰীযুত দ্বিজেন্দ্ৰনাথ ঠাকুৰৰ মাজু পুতেক শ্ৰীযুত অৰুণেন্দ্ৰনাথ ঠাকুৰৰ বৰজীয়েক শ্ৰীমতী লতিকা দেৱীৰে সৈতে তেওঁৰ বিয়া" হোৱাৰ কথা বেজবৰুৱাই কৈছে।[৮৫] বিয়াৰ দিনটো কিন্তু জ্ঞানদাভিৰামে নিজে উল্লেখ কৰিছে "১৯০৬ চনৰ পহিলা জুলাইত" বুলি।[৮৬] বিবাহ-পৰবৰ্তী দুটা বছৰৰ পাছতহে জ্ঞানদাভিৰামৰ তৃতীয়বাৰ বিলাত-যাত্ৰা সংঘটিত হয় ১৯০৮ চনৰ মাৰ্চ মাহত।

এইবাৰ তেওঁৰ সহযাত্ৰী হ'ল ভোলানাথ বৰুৱা আৰু ভোলানাথ-ভাগিন ভাৰত চন্দ্ৰ বৰুৱা। ৩০ মাৰ্চ তাৰিখে ৰেলেৰে তেওঁলোক বোম্বেলৈ যায়, আৰু ৪ এপ্ৰিল তাৰিখে 'S. S. Marmara' জাহাজেৰে বোম্বেৰপৰা বিলাতলৈ কৰা যাত্ৰা আৰম্ভ হয়। ২১ এপ্ৰিল তাৰিখে ইংলণ্ড পায়গৈ। এইবাৰ বিলাত ভ্ৰমণৰ নিমিত্তে জ্ঞানদাভিৰামে ভোলানাথ বৰুৱাৰপৰা শতকৰা ৭ টকা সুদত দুহাজাৰ টকা ধাৰলৈ ল'ব লগা হয়।[৮৭] বিলাতত তেওঁ এইবাৰ '10, George's Inn Place'-ত থাকে। ১৯০৯ চনৰ মে' মাহত হোৱা ব্যাৰিষ্টাৰী পৰীক্ষাত এইবাৰ তেওঁ উত্তীৰ্ণ হয়,[৮৮] আৰু ১৯০৯ চনৰ ডিচেম্বৰ মাহত কলিকতালৈ উলটি আহে।[৮৯]

৮৪. উল্লিখিত গ্ৰন্থ, পৃ. ১৭৪।
৮৫. মোৰ জীৱন সোঁৱৰণ, ২য় ভাগ, ষষ্ঠ আধ্যা।
৮৬. মোৰ কথা।
৮৭. বেজবৰুৱাৰ দিনলেখা, ২য় খণ্ড, পৃ. ৫২।
৮৮. ১৭।১০।৪৫ তাৰিখে শ্ৰীবৃজবৰবৰুৱালৈ লিখা চিঠি।
৮৯. মোৰ জীৱন সোঁৱৰণ, ২য় ভাগ, ষষ্ঠ আধ্যা।

জ্ঞানদাভিৰাম যুৰোপলৈ তিনিবাৰ গৈছিল যদিও তেতিয়া তেওঁ পাছপোর্ট ল'ব লগা হোৱা নাছিল। পশ্চিমৰ বহুতো ঠাইৰ লগত পৰিচয় ঘটিছিল শেহৰ দুবাৰৰ বিলাত-বাসতো, আৰু তাৰ জৰিয়তে তেওঁৰ অভিজ্ঞতাৰ পৰিধি বিস্তীর্ণ হৈ পৰিছিল। "পৃথিৱীৰ সৰ্বোচ্চ পদ পোৱা জুৱা ক্রীড়াৰ মন্দিৰ" কেচিনো (Cassino) থকা মনাকোৰ মণ্টিকার্লো, পেৰিচৰ বিখ্যাত লুভ্ৰ্ (Louvre) চিত্ৰশালা, দক্ষিণ ফ্ৰান্সৰ নীচ (Nice) আদি ঠাইত কৰা ভ্ৰমণে তেওঁক জীৱন আৰু জগতক চিনি পোৱাত সহায় কৰিছিল। বিলাতত তেওঁ চিভিল চাৰ্ভিচ পঢ়াৰ কথা আছিল, কিন্তু সেই লক্ষ্য তেওঁৰ পূৰণ নহ'ল।

১৯০৯ চনত কলিকতাত তেওঁ ওকালতি কৰিবলৈ লয়; কিন্তু কলিকতাত অসমীয়া মানুহৰ প্ৰভাৱ নিটিকে; আৰু স্থানীয় লোকৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিলে তাত ওকালতি কৰি কৃতকাৰ্য হোৱা সম্ভৱ নহয়। তিনি বছৰ ওকালতি কৰাৰ পাছত ১৯১২ চনত অসমৰ তদানীন্তন চীফ কমিশ্বনাৰ ছাৰ আৰ্চডেল আৰ্লৰ লগত তেওঁৰ সাক্ষাৎ হয়। আৰ্ল চাহেবে তেওঁক মাহিলি ২৫০ টকা দৰমহাত অসমত ই. এ. চি. পদত মকৰল কৰে। এই পদত যোগদান কৰাৰ উদ্দেশ্যে তেওঁ ১৯১২ চনৰ ৮ ডিচেম্বৰ তাৰিখে কলিকতাৰপৰা গুৱাহাটীলৈ আহে।[১০] ইতিপূৰ্বে কলিকতাতে ১৯১১ চনৰ ১ আগষ্ট তাৰিখে আবেলি ৪ বাজি ৪২ মিনিটত তেওঁৰ প্ৰথম পুত্ৰ মনোভিৰামৰ জন্ম হয়।[১১] ডেৰবছৰকাল ই. এ.চি. চাকৰি কৰাৰ পাছত ১৯১৪ চনত তেওঁক গুৱাহাটীত প্ৰতিষ্ঠিত আৰ্ল ল' কলেজৰ অধ্যক্ষ পদত নিয়োগ কৰে। এই কলেজৰ প্ৰথম অধ্যক্ষ স্বৰূপে কাৰ্যনিৰ্বাহ কৰি ১৯৩৭ চনৰ পহিলা ডিচেম্বৰ তাৰিখে তাৰপৰা তেওঁ অৱসৰ গ্ৰহণ কৰে।

১৯১৩ চনত জ্ঞানদাভিৰাম 'বিলাতলৈ যাব খোজা ল'ৰাক উপদেশ দি সাহায্য কৰা সভা'ৰ (Advisory Committee for Indian Students) সম্পাদক মনোনীত হয়। আৰ্ল ল' কলেজৰ অধ্যক্ষ পদত থকা কালতে সেই সভাৰ ১৯১৭ চনত চিমলাত অনুষ্ঠিত শিক্ষা-সন্মিলনত তেওঁ অসমক প্ৰতিনিধিত্ব কৰে। ১৯২৫ চনত নগাঁৱত অনুষ্ঠিত অসম সাহিত্য সভাৰ অষ্টম অধিবেশনত অভ্যৰ্থনা সমিতিৰ সভাপতিৰূপে তেওঁ নিজৰ সেৱা আগবঢ়ায়। ১৯৩০ চনত 'ইলেকশ্বন পিটিশ্বন' (Election Petition)ৰ বিচাৰক হৈ শ্বিলঙলৈ যাব লগা হয়। বহুতো সভা-সমিতিৰ সভাপতিত্ব কৰা জ্ঞানদাভিৰাম বৰুৱাই ১৯৩৩ চনত

---

১০. বেজবৰুৱাৰ দিনলেখা, ২য় খণ্ড, পৃ. ৩১।

১১. উল্লিখিত গ্ৰন্থ, পৃ. ৫৮।

( ২৭ আৰু ২৮ ডিচেম্বৰ ) উত্তৰ লক্ষীমপুৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰে। লোকচক্ষুত অসম সাহিত্য সভাৰ সভাপতিত্ব অসমৰ সৰ্বাতোকৈ শ্ৰেষ্ঠ প্ৰজাৰবীয়া সন্মান; অথচ ১৯২৫ চনৰ সভাৰ নগাঁও অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিত্বহে তেওঁৰ বাবে অবিস্মৰণীয় আনন্দৰ বিষয় আছিল।[১২]

জ্ঞানদাভিৰাম বৰুৱা আৰু লতিকা দেৱীৰ দ্বিতীয় সন্তান নয়নাভিৰামৰ জন্ম হয় ১৯১৪ চনৰ ২৩ জুলাই বৃহস্পতিবাৰে নিশা ১'২৩ বজাত।[১৩] তৃতীয় সন্তান ইৰাৰ জন্ম হয় ১৯২০ চনৰ ১৫ নৱেম্বৰত। কনিষ্ঠ পুত্ৰ চিন্তাভিৰাম ১৯২৭ চনৰ ২২ এপ্ৰিলত ওপজে, আৰু এই বছৰতে জ্ঞানদাভিৰাম বৰুৱাৰ পত্নী-বিয়োগ ঘটে। অধ্যক্ষ পদৰপৰা অৱসৰ গ্ৰহণ কৰাৰ পাছত অসুস্থতাৰ হেতুকে গুৱাহাটীৰপৰা গৈ বাৰাণসীত নাইবা কাণপুৰৰ তিলকনগৰত তেওঁ কেইবছৰমান থাকে। চিৰ জীৱন "মোৰ নিজৰ আসাম" বুলি জন্মভূমি অসমৰ প্ৰতি অনুৰক্তি দেখুৱাই অহা জ্ঞানদাভিৰাম বৰুৱাই পুনৰ অসমলৈ উলটি আহি গুৱাহাটীৰ নিজা ঘৰ 'অভিৰাম'তে জীৱনৰ শেষ দিনকেইটা কটায়, আৰু ১৯৫৫ চনৰ ২৭ জানুৱাৰী ( ১৩ মাঘ ) বৃহস্পতিবাৰে পুৱা ৭'৩০ বজাত তিনিকুৰি পোন্ধৰ বছৰ বয়সত শেষ নিশ্বাস ত্যাগ কৰে।

জ্ঞানদাভিৰাম বৰুৱা অসমৰ এক প্ৰাচীন আৰু প্ৰখ্যাত বৰুৱা-পৰিয়ালৰ তিনি পুৰুষৰ সফল সাধনাৰ প্ৰতিভূ। ৰজা পুৰন্দৰ সিংহৰ এজন অন্যতম বিষয়া বণৰামৰ জীৱনে পুত্ৰ গুণাভিৰামৰ মাজেদি যি পৰিপূৰ্ণতা লাভ কৰিছিল, তেওঁৰ পৌত্ৰ জ্ঞানদাভিৰাম লৈহে পৰিপূৰ্ণতাৰ এক ব্যাপকতৰ পৰিধি। অসমৰ সমাজ আৰু সংস্কৃতিলৈ এই পৰিয়ালৰ অৱদান অসমৰ সামাজিক আৰু সাংস্কৃতিক ইতিহাসৰ এক স্বতন্ত্ৰ আৰু স্বয়ংসম্পূৰ্ণ অধ্যায়।

---

১২. "My greatest joy was when the people of Nowgong had invited me to preside over the Reception Committee of the Assam Literary Conference held at Nowgong in 1925. Even though I was away for long from Nowgong, I was grateful that they had thought of me."

( ১৭।১০।৫৪ তাৰিখে শ্ৰীযুক্তবৰকৰালৈ লিখা চিঠি )

১৩. বেজবৰুৱাৰ দিনলেখা, ২য় খণ্ড, পৃ. ৬৪।

পিতৃ গুণাভিৰামৰ পদাংক অনুসৰণ কৰি জ্ঞানদাভিৰাম বৰুৱাই অসমীয়া ভাষা-সাহিত্যক আঢ্যৱন্ত কৰাত যিখিনি অৰিহণা আগবঢ়ালে, তাৰবাবেই জ্ঞানদাভিৰাম অসমৰ জন-মানসত এক মচিব নোৱৰা স্মৃতি হৈ ৰৈছে। কিন্তু সাহিত্যিক জ্ঞানদাভিৰামজন যিমান মহান, তাতোকৈ মহীয়ান ব্যক্তি জ্ঞানদাভিৰামজনহে।

জ্ঞানদাভিৰাম বৰুৱা ভাৰতবৰ্ষৰ যুগসন্ধিৰ সৃষ্টি। প্ৰায় সমগ্ৰ জীৱন ঔপনিবেশিক বৃটিছ-ভাৰতত অতিবাহিত কৰা জ্ঞানদাভিৰামে পৰাধীন আকাশৰ তলত যি বায়ু সেৱন কৰিছিল, সেই বায়ু অবিমিশ্ৰ নাছিল। ভাৰতৰ জন-মানস তেতিয়া একালে পাশ্চাত্য ধ্যান-ধাৰণাৰে আচ্ছন্ন, আৰু আনফালে পৰাধীনতাৰ শৃংখল ছিঙাৰ দুৰ্বাৰ আকাংক্ষাৰে উদ্বেলিত। সমগ্ৰ ভাৰত ব্যাপি একালে পাশ্চাত্য শিক্ষা-সভ্যতাৰ জয়-যাত্ৰা, আনফালে ঠেক-ছিগা ভাৰতীয় ঐতিহ্যৰ পুনৰ সংস্থাপন-প্ৰচেষ্টা। অসমো সেই সংক্ৰান্তি-দশাৰ বাহিৰত নাছিল। অসমত তেতিয়া একালে চলিছিল মলকগুইন্ গুইন্‌হঁতৰ দপ্‌দপনি, আৰু আনফালে ক্ষয়িষ্ণু ঐতিহ্যক আঁকোৱালি ধৰি থিয় হৈ আছিল ভদৰী। অৱশ্যে জ্ঞানদাভিৰামৰ জন্ম হৈছিল যিটো পৰিয়ালত, আধুনিকতা আৰু ঐতিহ্য-চেতনাই কাহানিবাই গৰকি থোৱা বাবে সেই পৰিয়াল অসমৰ এই বিকৃত পৰিপাৰ্শ্বৰ উৰ্দ্ধত আছিল বুলিব লাগিব। নিজ পৰিয়ালৰ প্ৰভাৱ আৰু তিনিবাৰ য়ুৰোপ-ভ্ৰমণে দিয়া ধ্যান-ধাৰণাৰ ফলত জ্ঞানদাভিৰামৰ জীৱনৰ মাজত সঁচাকৈয়ে পূব আৰু পশ্চিমে কোলাকুলি কৰাটো সম্ভৱ হৈছে।

পোন্ধৰ বছৰ বয়সতে য়ুৰোপলৈ গৈ আৰু জীৱনৰ প্ৰায় পোন্ধৰ বছৰ কাল তাৰ সমাজ-জীৱনত খান-পান-আচমন কৰি জ্ঞানদাভিৰাম পাশ্চাত্য সভ্যতাৰ বুকুতে ওপঙি বা তল গৈ থাকিব পাৰিলেহেঁতেন; কিন্তু তেওঁ গোটেই জীৱন অতিবাহিত কৰিলে ভাৰতীয় হৈ, অসমীয়া ভাৰতীয় হৈ। বিলাতৰপৰা প্ৰথম-বাৰ উলটি আহিয়েই জে. বৰুৱাই নিজৰ নামৰ আগত 'শ্ৰী' লিখিছিল। ১৯০৫ চনতে শ্ৰীজিতেন্দ্ৰ নাথ বুজৰবৰুৱাৰ মাকে তেওঁক দিয়া "থোক তামোল-পাণ"ৰ স্মৃতি ১৯৪৫ চনলৈকে তেওঁৰ মনত সজীৱ হৈ আছিল।[১৪] অসমত বঙলা ভাষাৰ জয়জয়কাৰৰ মাজতে তেওঁৰ জীৱনৰ অৰ্দ্ধেক কাল অতিবাহিত হ'ল, তেওঁ নিজে কলিকতাৰ বিখ্যাত ঠাকুৰ-পৰিয়ালৰ জোঁৱাই হ'ল, তেওঁৰ বায়েক আৰু জীয়েকক বাঙালী পৰিয়ালতে বিয়া দিয়া হ'ল; কিন্তু তেওঁ অসমীয়া হৈয়েই

১৪. শ্ৰীবুজৰবৰুৱালৈ ২।৩।৪৫ তাৰিখে লিখা চিঠি দ্ৰষ্টব্য।

থাকিল। সেইবাবেই, মৃত্যুৰ কেইমাহমানৰ আগতে অসমৰ তদানীন্তন এম. পি. আৰু নিখিল ভাৰত কংগ্ৰেছ কাৰ্যকৰী কমিটিৰ সদস্য শ্ৰীদেৱকান্ত বৰুৱাই বংগ-কংগ্ৰেছৰ গোলাপবাগ অধিবেশনত পূব ভাৰতৰ ৰাষ্ট্ৰভাষা বঙলা হ'ব লাগে বুলি যি মন্তব্য কৰিছিল, তাৰ প্ৰতিবাদ কৰিবলৈ গুৱাহাটীত ১৯।৪।৫৪ তাৰিখে ৰাজহুৱা সভা আহ্বান কৰোঁতাসকলৰ প্ৰথম স্বাক্ষৰকাৰীজনেই আছিল জ্ঞানদাভিৰাম বৰুৱা।[১৫] তথাপি যিবোৰ মানুহে তেওঁক অনা-অসমীয়া বুলি ভাবে, তেওঁলোকৰ প্ৰতি তেওঁৰ উক্তি হ'ল "I am more an Assamese than many of them. I yield to none in my love for Assam".[১৫ক.] মহাত্মা গান্ধীয়ে 'Hind Swaraj' গ্ৰন্থত অজ্ঞতাবশতঃ অসমীয়া জাতিক ভীল, পিণ্ডাৰী আদিৰ লগত একে শ্ৰেণীভুক্ত কৰা বাবে ১৯৪৫ চনতে গান্ধীজী, এ. ভি. ঠক্কৰ আৰু গ্ৰন্থখনৰ প্ৰকাশকৰ লগত যোগাযোগ কৰি গ্ৰন্থখনৰ সেই ভুল সংশোধন কৰাইছিল জ্ঞানদাভিৰাম বৰুৱায়েই। ব্যৱসায়-বাণিজ্য বা উদ্যোগ আদিৰে অসমীয়া মানুহে কেনেকৈ আত্মপ্ৰতিষ্ঠা লাভ কৰিব পাৰে তাৰ বাবে তেওঁৰ চিন্তা-চেষ্টাৰ অৱধি নাছিল। পূৰ্ণচন্দ্ৰ ভঁৰালীৰ 'আইচিপিন' বা 'ইণ্ডাষ্ট্ৰিয়েল এণ্ড কেমিকেল প্ৰডাক্টছ'ৰ চিয়াঁহি, সুগন্ধি তেল, চাবোন আদি প্ৰচাৰৰ ক্ষেত্ৰত জে. বৰুৱাই যি অনুপ্ৰেৰণা যোগাইছিল,[১৬] নাইবা 'দি কামৰূপ মায়াবিনী কেমিকেল ৱাৰ্কছ'ৰ 'চেনেহী চিয়াঁহি'ৰ বিজ্ঞাপনত জে. বৰুৱাই যি ভাষাৰে উৎসাহ দিছিল,[১৭] সি এই অসম-প্ৰীতিৰেই নিদৰ্শন মাথোন। অসমীয়া লোকেৰে গঠিত এখন পৰিচালনা সমিতিয়ে (চেয়াৰমেন অজিত নাৰায়ণ দেৱ) চলোৱা 'দি ইণ্টাৰনেশ্যনেল প্ৰভিডেণ্ট এছিওৰেঞ্চ লিমিটেড'ৰ অংশীদাৰ আৰু পৃষ্ঠপোষক[১৮] হোৱা কথাৰ মাজতো তেওঁৰ অসমীয়া জাতীয় অনুষ্ঠান এটাক সজীৱ কৰি ৰখাৰ এটা হাবিয়াস মাথোন প্ৰকাশ পাইছে। মানচিত্ৰত অসম এচুকত হ'লেও বোলে মন-চিত্ৰত অসম তেওঁৰ বুকুত। কিন্তু এই অসম-প্ৰীতি তেওঁৰ ভাৰত-প্ৰীতিৰ অন্তৰায়

---

১৫. উক্ত সভাৰ প্ৰচাৰ-পত্ৰ।

১৫ক. ১৭।১০।৪৫ তাৰিখে শ্ৰীবৃন্দাবন বৰুৱালৈ লিখা চিঠি।

১৬. ড° প্ৰফুল্লদত্ত গোস্বামীৰ 'এটি জীৱন কাহিনী', পৃ. ২৩।

১৭. "চেনেহী চিয়াঁহিটো এটা বৰ সুন্দৰ চিয়াঁহি। মই বৰ সন্তোষেৰে ইয়াক ব্যৱহাৰ কৰিছোঁ। মই বৰ আনন্দিত যে আমাৰ এজন অসমীয়া ভদ্ৰলোকে এনে উৎকৃষ্ট চিয়াঁহি এটা আমাক দিছে। মই আশা কৰোঁ, অসমৰ সকলো ঠাইতে ই ব্যৱহৃত হ'ব।" (আবাহন, ৩/১০, পৃ. ২).

নাছিল। তেওঁ আছিল এজন অসমীয়া ভাৰতীয়। ইংলণ্ডত এবাৰ ক্ৰিকেট এজনে হেনো তেওঁৰ নাম সোধাত 'বৰুৱা' ('Barooah') বুলি জ্ঞানদাভিৰামে উত্তৰ দিলে। ক্ৰিকেটজনে বুজি নাপাই ক'লে, "What on earth is that?" জ্ঞানদাভিৰামে উত্তৰ দিলে, "Assamese". তথাপি ক্ৰিকেটজনে বুজাত তেওঁ নিজকে চিনাকি দিলে, "Assamese Indian" বুলি।[৯৯] অসমৰ মাজেদি, অসমীয়া জাতিৰ উৎকৰ্ষৰ মাজেদি তেওঁ ভাৰতৰ বিশাল মহাভাৰতীয় জাতিৰেই উৎকৰ্ষৰ সপোন দেখিছিল।

উদাৰতা জে. বৰুৱাৰ চৰিত্ৰৰ এটা চিৰ সমুজ্জ্বল উপাদান। "আধকৰা হাকিম" জে. বৰুৱাই অপৰাধীক নিজৰ জেপৰপৰা ধন দি সহায় কৰা কাহিনী সত্য নহ'ব পাৰে, কিন্তু ল' কলেজৰ অধ্যক্ষ জে. বৰুৱাই নিজৰ জেপৰ ধন ভাঙি প্ৰতিভাৱান ছাত্ৰ পূৰ্ণচন্দ্ৰ ভঁৰালীৰ নাম ভৰ্তি কৰা[১০০] কাহিনীত অতিৰঞ্জনৰ চিন নাই। ধৰ্ম-ক্ষেত্ৰত জে. বৰুৱা নিজেই মূৰ্তিমতী-উদাৰতা। ব্ৰাহ্ম জে. বৰুৱাই তেওঁৰ প্ৰায় প্ৰতিটো লেখাৰ অন্তত সংযোগ কৰা 'ব্ৰহ্মকৃপাহিকেৱলম্' মন্ত্ৰই তেওঁৰ ভগৱৎ-প্ৰীতিৰ ঐকান্তিকতা প্ৰকাশ কৰিছে। কিন্তু "ভগৱান এক, আমি যি নামেৰেই তেওঁক মাতোঁ। খ্ৰীষ্টিয়ানৰ গড যিজন, মুছলমানৰ আল্লা যিজন, আমাৰ ঈশ্বৰো সেইজনেই। সেইদেখি ঈশ্বৰৰ নাম য'তে শুনা যায়, ত'তে শুনা ভাল। এই নামৰ দেশ-বিদেশ নাই, সময়-অসময় নাই। সেই-দেখিয়েই মই কওঁ যে আমাৰ দেশৰ ল'ৰাবোৰ যেতিয়া বিলাতলৈ যায়, তেতিয়া গিৰ্জালৈ যোৱা উচিত।"[১০১] "আমি ইছলাম ধৰ্মৰ কিতাপ পঢ়িব লাগে। ইছলাম ধৰ্মাৱলম্বীসকলে হিন্দুধৰ্মৰ কিতাপ পঢ়িব লাগে" বুলিও অসম সাহিত্য সভাৰ সভাপতিৰ আসনৰপৰা জ্ঞানদাভিৰাম বৰুৱাই কৈছিল।

বৃটিছ জাতিৰ প্ৰতি জে. বৰুৱাৰ শ্ৰদ্ধা আছিল অসীম। য়ুৰোপৰ সৰ্বতো-প্ৰসাৰী উন্নতিয়ে তেওঁক বিস্ময়-বিমুগ্ধ কৰি ৰাখিছিল। সেইবুলি তেওঁ ভাৰত আৰু ভাৰতীয়ৰ প্ৰতি বীতশ্ৰদ্ধ হোৱা নাছিল কেতিয়াও। বিলাতৰ চিঠিত তাৰ উদাহৰণ অলেখ। জে. বৰুৱাই ইংৰাজ চৰিত্ৰৰ উজ্জ্বল দিশটো নিজে বাককৈয়ে আয়ত্ত কৰিছিল, আৰু আনসকলকো তেওঁলোকৰ ভালখিনি গ্ৰহণ

---

৯৮. নৱম বছৰ একাদশ সংখ্যা আৱাহনত (১৮৩০ শক) প্ৰকাশিত এটা বিজ্ঞাপন।

৯৯. P. C. Roy : Reminiscenes of J. Barooah.

১০০. এটা জীয়া কাহিনী, পৃ. ১১।

১০১. বিলাতৰ চিঠি আৰু কথা।

কৰিবলৈ উদাত্ত আহ্বান জনাইছিল। ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাৰ পুত্ৰেক জ্ঞানদাভিৰাম বৰুৱাই জীৱনৰ প্ৰথমছোৱাত বৃটিছৰ প্ৰতি যি আনুগত্য দেখুৱাইছে, সি তেওঁৰ সমসাময়িক সমাজ আৰু বংশপৰম্পৰাৰপৰা উদ্ভূত। ১৮৫৮ চনৰ পাছৰপৰা ভাৰতৰ অন্যান্য প্ৰান্তৰ লগতে অসমতো "মহাৰাণীৰ দোহাই", "জয় মহাৰাণীৰ জয়" ধ্বনি চলিছে। শৈশৱত তেওঁ অসমৰ মানুহৰ ঘৰে ঘৰে মহাৰাণীৰ, আৰু কাৰোবাৰ ঘৰত মহাৰাণীৰ পৰিয়ালৰ ছবি দেখিছে। ঊনবিংশ শতিকাৰ শেহ দশকৰ প্ৰাৰম্ভতে সপ্তম এড্‌ৱাৰ্ডৰ পুতেক ডিউক অৰ ক্লেৰেন্সৰ মৃত্যুত জ্ঞানদাভিৰামৰ মাকে ভিক্টোৰিয়াৰ প্ৰতি যেনে ধৰণৰ সমবেদনা প্ৰকাশ কৰিছিল, তেওঁলোকৰ পৰিয়ালৰ 'আপী'বোৰৰ মাজত মহাৰাণী ভিক্টোৰিয়া সম্পৰ্কে যিবোৰ কিংবদন্তি চলিছিল,[১০২] সেইবোৰেই আছিল তেওঁৰ এই আনুগত্যৰ বাবে সৰ্বতোপ্ৰকাৰে দায়ী। এই আনুগত্যৰ দোষতেই অসম সাহিত্য সভাৰ অষ্টম অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি জ্ঞানদাভিৰাম বৰুৱাৰ অভিভাষণত "প্ৰাতঃস্মৰণীয়া দেৱী মহাৰাণী ভিক্টোৰিয়াৰ বোৱাৰী"ৰ মৃত্যুতো তেওঁ দুখ প্ৰকাশ কৰিছে। কিন্তু অসম সাহিত্য সভায়ো "ৰাজমাও মহাৰাণী আলেকজেণ্ড্ৰিয়াৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰে আৰু মহামান্য সম্ৰাট-পৰিবাৰলৈ সভক্তি সহানুভূতি জ্ঞাপন কৰে।"[১০৩] কাৰণ, "তেতিয়া সকলোৱে, ক'বলৈ গ'লে, মানিয়েই লৈছিল যে বৃটিছ শাসন থাকিয়েই যাব।"[১০৪] কিন্তু জাতীয় চেতনাই ভাৰতত গা কৰি উঠাৰ লগে লগে তেওঁৰ চিন্তাই বাট সলালে। বৃটিছৰ কৰ্মচাৰী হৈও ল' কলেজ প্ৰাংগণত চাৰণ-কবি মুকুন্দদাসৰ গীতাভিনয় কৰিবলৈ অনুমতি দিয়া কথাই তাৰেই সাক্ষ্য বহন কৰিছে।

জে. বৰুৱাই কেতিয়াও কোনো মানুহকে বয়স, বেতন বা বৃত্তিৰ কথা সুসুধিছিল। পৰিচিত ব্যক্তিলৈ নিয়মিতভাৱে চিঠি লিখা বা চিঠিৰ উত্তৰ দিয়াটো জে. বৰুৱাৰ চৰিত্ৰৰ এটা বিশেষত্ব।

জ্ঞানদাভিৰাম আছিল অভিনয়-প্ৰিয়। কলিকতাত থাকোঁতে বেজবৰুৱাৰ লগত অভিনয় চোৱাৰ সংবাদ বেজবৰুৱাৰ দিনলেখাই দিছে। কলিকতাত অনুষ্ঠিত (১৯২২ চনৰ ২২ মাৰ্চত ?) ৰবীন্দ্ৰনাথৰ 'বাল্মীকি-প্ৰতিভা' নাটকত

---

১০২. মোৰ কথা।

১০৩. শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞা সম্পাদিত 'হীৰক-স্মৃতি', পৃ. ৮।

১০৪. মোৰ কথা।

কৰা দস্যু চৰ্দাৰৰ অভিনয়ে বা জ্যোতিপ্ৰসাদৰ 'ইন্দ্ৰমালতী' কথাছবিত প্ৰকাশ পোৱা তেওঁৰ ৰূপটোৱে এই দিশটো উদঙাইছে।

জে. বৰুৱা সুৰাপায়ী আছিল। বিলাতফেৰৎ জে. বৰুৱাৰ সুৰাপানৰ সংবাদ বেজবৰুৱাৰ দিনলেখাত আছে। দুয়োজনেই যে এই ক্ষেত্ৰত পৰস্পৰক সংগ-সুখ দিছিল, সেই সংবাদো বেজবৰুৱাই দি গৈছে। পত্নীবিয়োগৰ পাছত এই অভ্যাসৰ মাত্ৰাধিক্য ঘটাৰ কথা শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাই বৰ্ণনা কৰিছে 'আৰ্ল ল' কলেজ' শীৰ্ষক এটি প্ৰবন্ধত।[১০৫] কিন্তু সেয়া বাতিৰ জে. বৰুৱা। ব্ৰহ্মপুৱাতে ব্ৰাহ্ম জে. বৰুৱাই উদাত্ত কণ্ঠেৰে গোৱা ব্ৰহ্মসংগীতত সেই সুৰাপানৰ কোনো চিনমোকাম নাছিল।

জীৱনৰ প্ৰায় শেষ অধ্যায়ত অতি উদাস সাজ এযোৰ পিন্ধি আৰ্ল ল' কলেজ প্ৰাংগণৰ ঔটেঙাজোপাৰ তলত বহি থকা আৰু আগৰ দিনৰ ঋষি-মুনিসকলৰ দৰে তেওঁৰ ক্লাছবোৰো তাতেই লোৱা।[১০৬] জ্ঞানদাভিৰামজনৰ ভিতৰত বিৰহ-বেদনাৰ যিকুৰা জুই উমি উমি জ্বলি আছিল, তাৰ উত্তাপৰ উমান আমি কিমানেইবা পালোঁহঁত, কিমানেইবা ল'লোঁহঁত!! এখন নিয়মীয়া অসমীয়া আলোচনীৰ অভাৱতো যে তেওঁৰ জীৱনৰ বহুতো কথা, বহুতো গীত অকথিত হৈ, অগীত হৈ ৰ'ল, সেই কথাৰ ইংগিত আমাক তেওঁ দি গৈছে।[১০৭] সেই-বাবেই কিজানি সাহিত্যিক জ্ঞানদাভিৰামতকৈ, ৺ডিম্বেশ্বৰ নেওগৰ ভাষাত "শিষ্টতাৰ প্ৰতিমূৰ্তি স্বৰূপ"[১০৮] আৰু শ্ৰীবেণুধৰ শৰ্মাৰ ভাষাত "সুৰাগী-সৎপুৰুষ"[১০৮ক] জ্ঞানদাভিৰাম বহুত ডাঙৰ। তেওঁৰ ৰচনাৰ মাজত আমি যিজন সাহিত্যিক জ্ঞানদাভিৰামক পাইছোঁ, সেইজন ব্যক্তি জ্ঞানদাভিৰামৰ আধাহে। তথাপি, জ্ঞানদাভিৰাম বৰুৱাৰ সাহিত্য অসমীয়া সাহিত্য বুৰঞ্জীৰ এখিলা সোণালী পাত।

আমি পূৰ্বতে দেখুৱাই অহা মতে, ১৮৯৫ খ্ৰীষ্টাব্দ আৰু ১৯০৯ খ্ৰীষ্টাব্দৰ মধ্যবৰ্তী কালছোৱাত জ্ঞানদাভিৰাম বৰুৱা তিনিবাৰ বিলাতলৈ যায়, আৰু এই

১০৫. 'জ্ঞানদা', প্ৰথম বছৰ প্ৰথম সংখ্যা।

১০৬. শ্ৰীৰমা দাশৰ 'মোৰ জীৱনৰ এক অধ্যায়', প্ৰকাশ, ২/২।

১০৭. ১১।৫।৫৩ তাৰিখে ডিম্বেশ্বৰ নেওগলৈ লিখা চিঠি।

১০৮. ডিম্বেশ্বৰ নেওগৰ 'অতীত মাধুৰী', ৰামধেনু, ১০/১১।

১০৮ক. অৰ্ঘ্যাৱলী।

কালছোৱাৰ ভিতৰতেই পোন্ধৰ বছৰীয়া চেমনীয়া ল'ৰাটো উনত্ৰিশ বছৰীয়া চকল ডেকাজন হৈ পৰে। গতিকে বিলাতৰতেই জ্ঞানদাভিৰামৰ দেহ-মনৰ ভেটিটো বন্ধোৱা হৈ যায়। পাৰিবাৰিক সম্বন্ধত জ্ঞানদাভিৰামৰ আত্মীয় আৰু সামাজিক পৰিচয়ত কটন কলেজৰ ইংৰাজী বিভাগৰ প্ৰাক্তন অধ্যাপক প্ৰফুল্লচন্দ্ৰ ৰয়েও (P. C. Roy) কৈছে…"England where he spent his formative years"[১০৯] বুলি। তৃতীয় আৰু শেহবাৰৰ (১৯০৮-১৯০৯) বিলাত-বাসতেই জ্ঞানদাভিৰামৰ সাহিত্য-প্ৰতিভাই প্ৰকাশ লাভ কৰে। বাঁহীৰ সম্পাদক লক্ষ্মীনাথ বেজবৰুৱা আছিল সেই প্ৰকাশৰ মূল কাৰণ। অৱশ্যে জ্ঞানদাভিৰাম কেৱল গুণাভিৰাম বৰুৱা আৰু "শুৱলা আৰু প্ৰাঞ্জল অসমীয়া ভাষাত" 'নীতকথা' নামেৰে নীতিগৰ্ভ কিতাপ এখনিৰ[১১০] ৰচয়িত্ৰী বিষ্ণুপ্ৰিয়া দেৱীৰ সন্তানেই নাছিল; তেওঁ আছিল আজিৰপৰা চাৰিকুৰি-পাঁচকুৰি বছৰৰো আগৰ 'আসাম-বন্ধু' আৰু 'বিজুলী' আলোচনীৰ লেখিকা আৰু 'আহিঁ তিকতা' গ্ৰন্থৰ ৰচয়িত্ৰী স্বৰ্ণলতা দেৱী, আৰু যোৱাটো শতিকাৰ নৱম দশকতে ওলোৱা প্ৰথম অসমীয়া শিশু-আলোচনী 'ল'ৰা-বন্ধু'ৰ সম্পাদক কৰুণাভিৰাম বৰুৱাৰো অনুজ। দেখাদেখিকৈয়ে জ্ঞানদাভিৰাম সাহিত্যিক পৰিয়াল এটাৰ ঐতিহ্যৰ ধাৰক আৰু বাহক। কিন্তু নিচেই ১৬ বছৰ বয়সৰপৰা য়ুৰোপীয় ভাব-মণ্ডলৰ মাজত ডাঙৰ-দীঘল হোৱা জ্ঞানদাভিৰামৰ সাহিত্যিক প্ৰেৰণাৰ উঁহটো লক্ষ্মীনাথ বেজবৰুৱাই আৱিষ্কাৰ নকৰা হ'লে আজি কিজানি তেওঁক এনে ৰূপত আমি দেখিবলৈ নাপালোঁহেঁতেন। এই কথা আমি এইবাৰেই ক'বলৈ প্ৰয়াস কৰিছোঁ যে বেজবৰুৱাৰ বাহিৰে তদানীন্তন অসমীয়া সাহিত্যক্ষেত্ৰৰ কোনো ব্যক্তিৰ লগতেই অধিক সম্পৰ্ক আৰু সংসৰ্গ জ্ঞানদাভিৰামৰ ঘটিছিল বুলি কোনো প্ৰমাণ পাবলৈ নাই। ফিটফাট চাহাবৰপৰা খোজ অনা ডাঙৰীয়ালৈ ৰূপান্তৰিত হোৱাৰ (পি. চি. ৰয়ে ক'বৰ দৰে "transformation from an English Toff to a hundred percent Dangaria")[১১১] ক্ষেত্ৰত জীৱনৰ শেহৰ কালে অৱশ্যে কমলাকান্ত ভট্টাচাৰ্য, চন্দ্ৰকুমাৰ আগৰৱালা আদিৰ সান্নিধ্যই তেওঁক সহায় কৰিছিল; কিন্তু প্ৰায় ডেৰকুৰি বছৰীয়া চকল ডেকাজনৰ ভিতৰত থকা অন্তৰ্জ্বালা প্ৰতিভাক পোনপ্ৰথমে জগাই তোলাৰ অহংকাৰ বেজবৰুৱাৰ বাহিৰে আন

১০৯. Reminiscenes of J. Barooah : The Assam Tribune. March 6, 1955.

১১০. মোৰ জীৱন সোঁৱৰণ, ১ম ভাগ, ৭ম অধ্যায়।

১১১. Reminiscenes of J. Barooah.

কোনেও কবিব নোৱাৰে। বেজবৰুৱাই বাঁহীৰ নিমিত্তে "বিলাতী বাতৰি দি এখন চিঠি লেখিবলৈ নিমন্ত্ৰণ"[১১২] নকৰাহেঁতেন 'বিলাতৰ চিঠি'ৰ লেখীয়া ভ্ৰমণ-সাহিত্যৰপৰা অসমীয়া ভাষা চিৰকালেই বঞ্চিত হৈ থাকিলহেঁতেন। গতিকে, বেজবৰুৱা আৰু বাঁহীহে জ্ঞানদাভিৰামৰ সাহিত্য-প্ৰতিভাৰ দ্যোতক। জ্ঞানদাভিৰামে বাঁহীৰ বাবে বিলাতৰ প্ৰথম চিঠিখন লিখে ১৮।১১।১৯০৯ তাৰিখে "৭ মিল্টন এভিনিউ, হাইগেট, লণ্ডন" ঠিকনাৰপৰা, আৰু এই চিঠিখন প্ৰকাশ হয় বাঁহীৰ প্ৰথম বছৰৰ (১৮৩১ শক, ১৯০৯ খ্ৰীষ্টাব্দ) দ্বিতীয় সংখ্যাত। ১৯০৯ চনৰ পূৰ্বে জ্ঞানদাভিৰামৰ কোনো ৰচনা প্ৰকাশ হোৱাৰ সম্ভেদ আমি এতিয়ালৈকে পোৱা নাই। বেজবৰুৱাৰ সেই 'নিমন্ত্ৰণে'ই ১৯৩৯ চনত গ্ৰন্থাকাৰে প্ৰকাশিত 'বিলাতৰ চিঠি'ৰ প্ৰথম আৰু প্ৰধান প্ৰেৰণা।

বাঁহীত ওলোৱা চিঠিবোৰৰ প্ৰসংগত "জে. বৰুৱা ডাঙৰীয়া তেতিয়া বিলাতত আছিল আৰু তাৰপৰাই তেওঁ প্ৰবন্ধবোৰ লিখিছিল" বুলি বাণীকান্ত কাকতিদেৱে কৈছে[১১৩] যদিও সেই কথা নিৰ্ভৰযোগ্য নহয়। কাৰণ, বিলাতৰ চিঠিৰ প্ৰথমখন জ্ঞানদাভিৰামে বিলাতৰপৰা শেহবাৰ স্বদেশলৈ প্ৰত্যাবৰ্তন কৰাৰ এমাহৰ আগতেহে লিখা। গতিকে বাঁহীৰ নৱম বছৰৰ (১৯১৮ খ্ৰীঃ) সপ্তম-অষ্টম (কাতি-আঘোণ) সংখ্যালৈকে প্ৰকাশিত আৰু গ্ৰন্থখনত সন্নিবিষ্ট চিঠিখিনিৰ ভিতৰত লেখকে নিজে "দুখনমান চিঠিৰ পাছৰ চিঠিবিলাক মোৰ ভাৰতত লেখা"[১১৪] বুলি কৈছে। সেয়ে হ'লেও আমাৰ বোধেৰে "দুখনমান চিঠি"য়ে কেৱল প্ৰথম দুখন চিঠিকহে বুজাইছে, আৰু বাকী সকলোখিনি চিঠি স্বদেশত লিখাহে। প্ৰথম দুখন চিঠি আৰু বাকীখিনি চিঠিৰ বৰ্ণনা-ভংগিৰ মাজতেই আমাৰ এই কথাৰ যথাৰ্থতা ওলাই পৰিব বুলি আমি ক'ব পাৰোঁ।

'বিলাতৰ চিঠি'ৰ উপৰি বিভিন্ন সময়ত বাঁহীৰ বিভিন্ন সংখ্যাত বিভিন্ন বিষয়ে লিখা জ্ঞানদাভিৰামৰ ৰচনা প্ৰকাশ পায়। ঘটনাক্ৰম (প্ৰথম বছৰ, চতুৰ্থ সংখ্যা: চমুকৈ ১/৪), হৰিনাথ দে (২/১২), শ্ৰীদামোদৰদেৱ (৪/৮), ৺ৰামানুজম্ এফ.আৰ.এছ. (১০/১), আজিমুদ্দিন আজাদ (১০/২), স্পিৰিট-ৰাজ্য (১০/১—৩), সুখীয়া হ'বৰ উপায় (১০/৭), সাহিত্য-কথা (১০/১,৩,৮,৯ ; ১১/১), বুকাৰ ৱাশিংটন (১১/১), অসমীয়া উড়িয়া আৰু মহাৰাষ্ট্ৰীয় (১১/৭), ৺বিজ্ঞানন্দ দুৱৰা

১১২. বিলাতৰ চিঠি আৰু কথা।

১১৩. 'বিলাতৰ চিঠি'ৰ আগকথা।

১১৪. 'বিলাতৰ চিঠি'ৰ পাতনি।

(১১/১২), মোৰ নিজৰ আসাম (১৩/২), কামৰূপ মহিলা সমিতিত পঠিত (১৮/২), স্বদেশ আৰু স্বজন-প্ৰীতি (১৮/৪), বিলাতী প্ৰসংগ (২০/১২), নগাঁও মহিলা সমিতিৰ তৃতীয় বাৰ্ষিক অধিবেশনৰ সভাপতিৰ অভিভাষণ (২১/১২—১২/২) আদি শীৰ্ষবোৰেই বিষয়-বৈচিত্ৰ্য আৰু লেখকৰ অভিজ্ঞতা তথা চিন্তা-বৈচিত্ৰ্যৰ আভাস দাঙি ধৰিছে। জ্ঞানদাভিৰামৰ এই লেখাবোৰৰ বাবেও বেজবৰুৱাকেই দায়ী কৰিব পাৰি। কাঠৰ ব্যৱসায়ত সম্বলপুৰত থকা বেজবৰুৱালৈ বাঁহীৰ দায়িত্বত গুৱাহাটীত থকা চন্দ্ৰকুমাৰে প্ৰায় প্ৰতিখন চিঠিতে বেজবৰুৱাক বাঁহীৰ নিমিত্তে লেখা বিচাৰিছে। তেনে চিঠিৰ উত্তৰতে বেজবৰুৱাই "জ্ঞানক···বাঁহীত লেখিবলৈ নোকোৱা কিয়" বুলি চন্দ্ৰকুমাৰলৈ লিখিছিল।[১১৫] জ্ঞানদাভিৰামৰ উপৰোক্ত লেখাকেইটাৰ কেইবাটাৰো গুৰিত এই সূচনিয়ে নিশ্চয় কাম কৰিছিল।

আন এটা কথা হ'ল—জ্ঞানদাভিৰামে নিজে কোনো সাক্ষ্য-প্ৰমাণ এৰি থৈ যোৱা নাই যদিও তেওঁ বাঁহীত (বিশেষকৈ দশম আৰু একাদশ বছৰত) 'ভাৰতবৰ্ষ বৰুৱা' ছদ্মনামত লিখিছিল বুলি উক্ত নাম বিজড়িত লেখাকেইটাত প্ৰকাশ পোৱা কেইটামান আভ্যন্তৰিণ প্ৰমাণৰপৰা সিদ্ধান্ত কৰিব পাৰি। কিন্তু এই সিদ্ধান্ত একান্তভাৱে আমাৰ ব্যক্তিগত বিচাৰ-ভিত্তিক। কাৰণ, জ্ঞানদাভিৰামৰ সম-সাময়িক আৰু সংস্পৰ্শধন্য কেইবাজনো বয়োজ্যেষ্ঠ ব্যক্তিৰ অভিমত হ'ল—এই মুক্ত হৃদয়ৰ মানুহজনে যিখিনি প্ৰকাশ কৰিছিল, নিজৰ নামতেহে কৰিছিল; কোনো শিখণ্ডী নামৰ আঁৰৰপৰা কোনো কথা তেওঁ কোৱা নাছিল। এই অভিমত যে জ্ঞানদাভিৰামৰ ব্যক্তিত্বৰ মহত্ত্ব-প্ৰকাশক, তাত লেশমানো সন্দেহৰ অৱকাশ নাই; কিন্তু তেওঁ যে উক্ত ছদ্মনামত লিখিছিল, তাৰ প্ৰমাণ সংশ্লিষ্ট লেখাখিনিয়ে আমাক দিছে। আমি পোৱা এনে লেখাৰ ভিতৰত পূৰ্বে উল্লেখ কৰা ৰামানুজম এফ.আৰ.এছ., বুকাৰ ৱাশিংটন, আৰু সাহিত্য-কথালৈ আঙুলিয়াব পাৰি। বাঁহীৰ দশম বছৰত প্ৰকাশিত উল্লিখিত প্ৰথম প্ৰবন্ধটোৰ তলত লেখকস্বৰূপে ভাৰতবৰ্ষ বৰুৱাৰ নাম আছে। কিন্তু একাদশ বছৰৰ প্ৰথম সংখ্যা বাঁহীত সন্নিবিষ্ট দশম বছৰৰ 'সূচী'ত লেখাটো জ্ঞানদাভিৰাম বৰুৱাৰ বুলিহে দেখুৱা হৈছে। ('আজিমুদ্দিন আহ্মদ' প্ৰবন্ধৰ তলতো লেখকৰ নামৰ পৰিবৰ্তে ছপা হৈছে 'এজন গুৱাহাটীয়া' বুলি। পিছে উক্ত সূচীত লেখাটোৰ বিপৰীতে লেখক জ্ঞানদাভিৰাম বৰুৱা বুলি স্পষ্টভাৱে দেখুৱা হৈছে।) সাহিত্য-কথা দশম আৰু একাদশ বছৰৰ বাঁহীত প্ৰকাশ পোৱা এটা ধাৰাবাহিক শিতান। সমসাময়িক

১১৫. বেজবৰুৱাৰ পত্ৰলেখা, পৃ. ৫।

অসমীয়া সাহিত্য আৰু সমাজ-সম্পৰ্কীয় চিন্তা ইয়াত প্ৰকাশ পাইছে। জ্ঞানদাভিৰামৰ ৰচনা-ৰীতিৰ বিশেষত্বসমূহ চালি-জাবি চাই প্ৰমাণ পোৱাৰ উপৰি আমি এটা কথা 'লক্ষ্য কৰিছোঁ যে ভাৰতবৰ্ষ বৰুৱাই গুণাভিৰাম বৰুৱা আৰু তেওঁৰ পৰিয়ালৰ প্ৰসংগ একাধিক ঠাইত দাঙি ধৰিছে। ৺ বিষ্ণুপ্ৰিয়া দেৱীৰ 'নীতিকথা'ৰ দ্বিতীয় সংস্কৰণ ওলাৰ, পুথিখন বিষ্ণুপ্ৰিয়াৰ যোৱাৰীয়েক লতিকা দেৱীয়ে গুৱাহাটীৰপৰা উলিয়াব, "বেচ আঠ অনা হ'ব"—এইবোৰ ভিতৰুৱা কথাৰ সম্ভেদ ভাৰতবৰ্ষ বৰুৱাই থাককৈয়ে জানে। বিলাতৰপৰা হেমচন্দ্ৰ গোস্বামীলৈ "I should dearly love to read an Assamese novel, if there is any" বুলি লিখাত হেমচন্দ্ৰই ৰজনীৰ 'মিৰিজীয়ৰী' উপন্যাসখন পঠাইছিল। কিন্তু সেই কিতাপখন গৈ বিলাত পোৱা আৰু কিতাপখনে বিলাততো সন্তোষ দিয়া সংবাদটোৰ বেলিকা ভাৰতবৰ্ষ বৰুৱাই জ্ঞানদাভিৰামৰ নামটো পৰ্যন্ত উল্লেখ নকাৰলে। গুণাভিৰাম বৰুৱাৰ 'কাব্যকুসুম'খনৰ "যিবা এখন শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱাৰ ঘৰত আছিল, সিও হেৰাল" বুলি কওঁতে ভাৰতবৰ্ষ বৰুৱাই জ্ঞানদাভিৰামৰ বহুতো কথা নিশ্চয় জানিছে তেনেকৈ কোৱাটো সম্ভৱপৰ। তদুপৰি, মন কৰিবলগীয়া কথা যে ভাৰতবৰ্ষ বৰুৱাই প্ৰসংগক্ৰমে কালীৰাম বৰুৱা আৰু হৰিবিলাস আগৰৱালাৰ "সুযোগ্য পুত্ৰ" ক্ৰমে কামাখ্যাৰাম বৰুৱা আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ নাম যেনেকৈ লৈছে, গুণাভিৰাম বৰুৱা সম্পৰ্কীয় একাধিক প্ৰসংগত প্ৰয়োজন সত্বেও জ্ঞানদাভিৰামৰ নাম লোৱা নাই; ক'ৰবাত ল'লেও "সুযোগ্য পুত্ৰ" বুলি উল্লেখ কৰা নাই। জ্ঞানদাভিৰামে নিজে "I am the unworthy son of my worthy father"[১১৬] বুলি কাবোবাক ক'ৰবাত ক'লে বুলিয়েই ভাৰতবৰ্ষ বৰুৱাই জ্ঞানদাভিৰামৰ নাম উল্লেখ নকৰিবনে? জ্ঞানদাভিৰাম 'কাৰণে'ৰ পৰিবৰ্তে 'নিমিত্তে' শব্দ ব্যৱহাৰৰহে পক্ষপাতী, 'আগেয়ে' শব্দৰ সলনি তেওঁ 'আগৈয়ে' শব্দহে প্ৰয়োগ কৰিছে। একেদৰেই ভাৰতবৰ্ষ বৰুৱাও, ভাৰতবৰ্ষ বৰুৱায়ো। জ্ঞানদাভিৰামৰ লগত ভাৰতবৰ্ষ বৰুৱাৰ আত্মিক সংযোগ এটা নাথাকিলে বা ভাৰতবৰ্ষৰ কাষত বহি জ্ঞানদাভিৰামে লকলো সময়তে শ্ৰুতলিপি নিদিলে সেই ৰীতিৰ এচুলিমানো ইফাল-সিফাল নোহোৱাকৈ লিখাটো আন দ্বিতীয় ব্যক্তি এজনৰ পক্ষে সম্ভৱ নহয়। তদুপৰি,

১১৬. তৃতীয় বছৰৰ ষষ্ঠ সংখ্যা 'বাহন্তেনু'ত প্ৰকাশিত 'মোৰ কথা'ত সম্পাদক শ্ৰীমহেশ্বৰ নেওগৰ টোকা।

কাৰ্লাইলে ক'বৰ দৰে, ষ্টাইল যদি লেখকজনৰ দেহৰ আভৰণ নহয় আৱৰণহে, ("not the coat of a person but his skin"), তেনেহ'লে ক'বই লাগিব ভাৰতবৰ্ষ আৰু জ্ঞানদাভিৰাম দুইজন বৰুৱাৰ গাৰ ছাল একেখনেই। আমি ভাবোঁ, জ্ঞানদাভিৰামৰ ভাষাৰ কালিকাটো ধৰা পেলোৱাৰ পাছত যি কোনো লোকেই এনে এটা সিদ্ধান্তলৈ আহিব পাৰিব। ৺ডিম্বেশ্বৰ নেওগৰ 'অতীত মাধুৰী'ৰ এটা বাক্যয়ো ("পূৰণি বাঁহীৰ পাতত থকা 'ভাৰতবৰ্ষ বৰুৱা' জ্ঞানদাভিৰাম সঁচাকৈয়ে ভাৰতীয় ভাবাপন্ন") আমাৰ এই সিদ্ধান্তক এক নিশ্চিতি দিব পাৰিছে।

সমসাময়িক অন্যান্য আলোচনীৰ তুলনাত বাঁহীৰ বুকুতেই জ্ঞানদাভিৰামৰ সাহিত্যিক জীৱনৰ দীঘলীয়া কালছোৱা অতিবাহিত হয়। আমাৰ হাতত থকা সাক্ষ্যৰপৰা আমি ক'ব পাৰোঁ যে ১৯০৯ খ্ৰীষ্টাব্দৰপৰা ১৯৩৩ খ্ৰীষ্টাব্দলৈকে, বেজবৰুৱাৰপৰা ডেকাবেজ মাধৱচন্দ্ৰ সম্পাদিত বাঁহীত তেওঁৰ লেখা ছপা হৈছিল।

জ্ঞানদাভিৰাম ১৯০৯ চনতে বিলাতৰপৰা উলটি আহিলেও, তদানীন্তন অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বেজবৰুৱা-বৃত্তৰ ভিতৰত সোমাবলৈ সেই সময়ৰপৰাই সুবিধা লাভ কৰিছিল যদিও ২৯।৬।২৬ তাৰিখেহে তেওঁ অসম সাহিত্য সভাৰ সাধাৰণ সভ্য হয়, আৰু তেতিয়াৰপৰাহে অসম সাহিত্য সভাৰ লগত তেওঁৰ পোনপটীয়া সম্পৰ্ক ঘটে।[১১৭] অৱশ্যে তাৰ দুমাহৰ পূৰ্বেই তেওঁ নগাঁৱত বহা সভাৰ অষ্টম অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰূপে অনুষ্ঠানটোৰ সংস্পৰ্শলৈ অহাৰ কথা পূৰ্বেই উল্লেখ কৰি অহা হৈছে। সমিতিৰ সভাপতিস্বৰূপে লিখা তেওঁৰ অভিভাষণখন চন্দ্ৰধৰ বৰুৱাৰ সম্পাদনাত প্ৰকাশিত অসম সাহিত্য সভা পত্ৰিকাৰ প্ৰথম বছৰৰ (১৯২৬ খ্ৰীঃ) প্ৰথম সংখ্যাত প্ৰকাশ হয়। ইয়াৰ পৰৱৰ্তী কালছোৱাৰ পত্ৰিকাত প্ৰকাশিত তেওঁৰ লেখাকেইটা হ'ল—দুআষাৰমান কথা (৩/১), আনন্দ (নতুন প্ৰকাশ, ১৮৭৪ শক), আইনৰ কথা (৩/২,৩), ওকালতিৰ কথা (৪/৩), আৰু বয়স লোধা (১৩/১)। ব্যাৰিষ্টাৰ জে. বৰুৱাৰ, ব্যৱহাৰজীৱী জে. বৰুৱাৰ আইন সম্পৰ্কীয় অধ্যয়নৰ বিস্তৃতি আইনৰ কথা আৰু ওকালতিৰ কথা প্ৰবন্ধ দুটাই দাঙি ধৰাৰ লগতে 'পত্ৰিকা'ৰ যোগেদি পোনপ্ৰথমবাৰৰ বাবে অসমীয়া পঢ়ুৱৈৰ মনত নতুন ৰুচিবোধ এটা সৃষ্টি কৰাতো লেখা দুটাই সহায় কৰিছে।

---

১১৭. অসম সাহিত্য সভা পত্ৰিকা, ৪/৫।

অসম ছাত্র সম্মিলনৰ মুখপত্ৰ 'মিলন'তো বকৰাই লিখিছিল। ১৯২৩ চনৰ ২৫ জুলাই তাৰিখৰপৰা তেওঁ এই আলোচনীৰ নিমিত্তে লিখিবলৈ লয়।[১১৮] মিলনত প্ৰকাশ পোৱা কেঞ্জাবাৰযান কথা (২/১), আলাম আইৰ সুলতান ৺হেমচন্দ্ৰ (৬/৪), বাধিকাৰাম ঢেকিয়াল ফুকন (৮/১), মোৰ প্ৰথম সমুদ্ৰ যাত্ৰা (৮/২)—এই কেউটা লেখায়েই জ্ঞানদাভিৰামৰ জীৱন আৰু পৰিয়ালৰ বিভিন্ন আঁতৰ সন্ধান দিব পাৰে।

বাঁহী কাকতৰ লগত ঘটাদবেই প্ৰথম বছৰৰ ( ১৮৫১ শক, ১৯২৯ খ্ৰীষ্টাব্দ ) দ্বিতীয় সংখ্যাৰপৰাই আৱাহন কাকতৰ লগতো জ্ঞানদাভিৰামৰ সম্পৰ্ক স্থাপিত হয়—'পুৰণি কথা'ৰে। পুৰণি কথাত পঞ্চাছোৰ্দ্ধ জে. বকৰাৰ এৰি অহা দিন-বোৰৰ স্মৃতিচাৰণ ঘটিছে। তেওঁৰ স্মৃতিৰ কপালী পৰ্দাত পুব আৰু পশ্চিমৰ সঘন অহা-যোৱা মন কৰিবলগীয়া। পুৰণি কথা আৱাহনৰ প্ৰথম বছৰৰ দ্বিতীয় সংখ্যাৰ উপৰি তৃতীয়, অষ্টম আৰু নৱম সংখ্যাৰ বাহিৰে কেউটা সংখ্যাত, দ্বিতীয় বছৰৰ প্ৰথম আৰু দ্বাদশ সংখ্যাত, আৰু তৃতীয় বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশ পাইছে। জ্ঞানদাভিৰামে এবাৰ "ইংৰাজী ভাষাৰপৰা বহুত পুথি অসমীয়ালৈ ভাঙি অসমীয়া মানুহক ইংৰাজী পঢ়াৰ সোৱাদ পোৱাব পাৰি" বুলি কৈ যি-কেইখন পুথিৰ কথা উল্লেখ[১১৯] কৰিছিল, টমাছ-আ-কেম্পিছ (Thomas-A-Kempis)ৰ 'Imitation of Christ' পুথিখন তাৰ ভিতৰত অন্যতম। অসমীয়া পঢ়ুৱৈক এই পুথিৰ সোৱাদ দিয়াৰ দায়িত্ব তেওঁ নিজেই গ্ৰহণ কৰি 'খ্ৰীষ্টানুসৰণ' নামেৰে পুথিখন তেওঁ অসমীয়ালৈ অনুবাদ কৰিলে, আৰু আৱাহনত ধাৰাবাহিকভাৱে প্ৰকাশ কৰালে। তেওঁ নিজে কোৱা মতে, আমাৰ ধৰ্মপ্ৰাণ পাঠকসকলে গীতাৰ আভাস, কীৰ্ত্তনৰ আভাস পাব পৰাকৈ টমাছ-আ-কেম্পিছক তেওঁ অসমীয়াৰ ওচৰলৈ আনিছে। এই অনুবাদৰ প্ৰকাশ আৰম্ভ হয় আৱাহনৰ প্ৰথম বছৰৰ চতুৰ্থ সংখ্যাত, আৰু সেই বছৰৰ ষষ্ঠ আৰু সপ্তম সংখ্যাৰ উপৰি দ্বিতীয় বছৰৰ দ্বিতীয় সংখ্যাত প্ৰকাশ হোৱা আমি দেখিবলৈ পাইছো। লক্ষ্মীনাথ বেজবৰুৱাৰ মৰমে জ্ঞানদাভিৰামৰ সমগ্ৰ জীৱন আচ্ছাদিত কৰি ৰাখিছিল, আৰু সেইবাবেই বেজবৰুৱাই 'জ্ঞানবোপা'ৰ কথা যেনেকৈ কৈছে, জ্ঞানদাভিৰামেও তেনেকৈ বিভিন্ন ক্ষেত্ৰত বেজবৰুৱাৰ প্ৰসংগ টানিছে। আৱাহনত (৯/৫) প্ৰকাশ পোৱা '৺বেজবৰুৱা' সেই সকলোবোৰ প্ৰসংগৰ প্ৰসংগ। আমি পূৰ্বতে কোৱা

১১৮. মিলন, ১/৩।

১১৯. ৰচনাৱলীত সন্নিবিষ্ট 'আদৰণি' দ্ৰষ্টব্য।

মতে, বেজবৰুৱাৰ প্ৰেৰণা যদি জ্ঞানদাভিৰামৰ সাহিত্য-জীৱনৰ মূল পুঁজি বুলি ধৰিব পৰা হয়, আনহাতে তেনেকৈ জ্ঞানদাভিৰামৰ খাটনিহে যে বেজবৰুৱাৰ মোৰ জীৱন সোঁৱৰণ'ৰ গুৰি, সেই কথাও মানি ল'ব লাগিব। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্যই 'পুৰণি কথাৰ টোপোলা আৰু মোৰ আত্মজীৱনী' লিখাৰ গুৰিতো ভট্টাচাৰ্যই "সৰলভাৱে শ্ৰদ্ধা কৰা বন্ধু" জে. বৰুৱাৰ প্ৰেৰণা আছিল।[120]

জ্ঞানদাভিৰামে যে 'আসাম হিতৈষী' কাকততো লিখিছিল, সেই সংবাদ আমাক বেজবৰুৱাইহে দিছে। ১৯২৮ চনৰ ফেব্ৰুৱাৰী মাহৰ ১০ তাৰিখে বেজবৰুৱাই চন্দ্ৰকুমাৰলৈ লিখা[121] চিঠিৰ পৰা খেদি আসাম হিতৈষীত প্ৰকাশ হোৱা আলেয়া ঝাঁপতাল (২/২০), বেহাগ (২/২২), আইন-বেআইন (৪/১), প্ৰাৰ্থনাৰ বল (৪/৩) আদি ৰচনাৰ লগত আমাৰ সাক্ষাৎ ঘটিছে। দুৰ্গাধৰ বৰকটকীৰ অনুৰোধত বহুতো পুৰণি কথা ("এটা সৰু-সুৰা কিতাপৰ জোখাৰে") লিখিও তেওঁ আসাম হিতৈষীলৈ পঠাইছিল। কিন্তু বৰকটকীৰ লৈতে আসাম হিতৈষীৰ সম্পৰ্ক ছিগাত সেই লেখাবিলাক হিতৈষী কাৰ্যালয়তে থাকিল। এই সম্পৰ্কে তেওঁ কৈছে—"গৰাকীক কেইবাবাৰো লেখি কাকত যে নেপালোঁৱেই, উত্তৰো নেপালোঁ।" এই ঘটনা যে অসমীয়া সাহিত্যৰ নিমিত্তে কিমান দুখজনক!

এইবোৰৰ উপৰি চেতনা (হাঁহি: ৪/১, পায়োবীয়া: ৪/১), বৰদৈচিলা (আনন্দানন্দৰ অভিজ্ঞতা: ৫ম ভাগ, আনন্দানন্দৰ কথা: ৮ম ভাগ, মোৰ মৰমৰ টাইগাৰ: ২৩শ ভাগ), সাধনা (কিতাপৰ বিষয়ে কেআষাৰমান কথা: ১/১), বিৰিঞ্চিকুমাৰ বৰুৱা সম্পাদিত অৰুণ (বন্ধু: ৩/১), জয়ন্তী (জয়ন্তী: ১০/১) আদি আলোচনীত তেওঁৰ ৰচনা সিঁচৰতি হৈ আছে। তেওঁৰ 'মোৰ মৰমৰ টাইগাৰ' গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ যোগেও প্ৰচাৰিত হৈছিল (১৯৫৪ চনৰ ৭ ফেব্ৰুৱাৰী তাৰিখে পুৱা ৮.৩০ বজাত)। ১৯৩৩ চনত অসম সাহিত্য সভাৰ চতুৰ্দশ অধিবেশনৰ সভাপতিৰূপে আগবঢ়োৱা তেওঁৰ অভিভাষণৰ পৰিচয় সম্পূৰ্ণ স্বকীয়া।

জীৱনৰ বিয়লি বেলিকা জ্ঞানদাভিৰাম বৰুৱাই লিখিবলৈ লোৱা 'মোৰ কথা' ছোৱা-ছোৱাকৈ ৰামধেনুৰ তৃতীয় বছৰৰ (১৮৭২ শক) ষষ্ঠ, সপ্তম, অষ্টম, দশম সংখ্যাত, আৰু চতুৰ্থ বছৰৰ প্ৰথমবাৰ চতুৰ্থ সংখ্যালৈ প্ৰকাশ পায়। অৱশ্যে

---

১২০. আৱাহন, ৯/৫, পৃ. ৫২৫।

১২১. বেজবৰুৱাৰ 'পত্ৰলেখা', পৃ. ৫।

ইয়াৰ মাজতো 'বিহু' শীৰ্ষক চুটি আলোচনা এটা বামধেনুত (৩/১১) ওলাইছে। নামত 'মোৰ কথা' হ'লেও লেখাথিনি কিন্তু জে. বৰুৱাৰ আত্মজীৱনী নহৈ 'পুৰণি কথা'ৰ দৰেই স্মৃতিচাৰণহে হ'লগৈ। পাৰ্থক্য কেৱল এয়ে যে 'মোৰ কথা' একান্তভাৱে জ্ঞানদাভিৰাম আৰু তেওঁৰ পৰিয়ালৰহে 'পুৰণি কথা'। এই কথাথিনিও একে সময়তে ৰচনা কৰা নহয়। বামধেনুত প্ৰকাশ পোৱা প্ৰথম কিস্তিটো সম্পূৰ্ণ কৰিবলৈকে তেওঁ দুমাহ সময় লৈছিল। এডোখৰ লিখিছিল ১৯৪৯ চনৰ ১১ এপ্ৰিল তাৰিখে, আৰু বাকীডোখৰ ২৪ জুন তাৰিখে। পিতৃ, মাতৃ, ভ্ৰাতৃ আৰু পত্নী বিয়োগে হয়তোবা তেওঁক আত্মপ্ৰকাশৰ ক্ষেত্ৰত অনাসক্ত কৰি ৰাখিলে ; অন্যথা তেওঁৰপৰা পূৰ্ণাংগ আত্মজীৱনী এখন আমি নিশ্চয় লাভ কৰিলোঁহেঁতেন। খ্ৰীষ্টান্দুলৰণ, কিতাপৰ বিষয়ে কেআষাৰমান কথা আদি ধাৰাবাহিক লেখাৰ অসম্পূৰ্ণতাৰ মূলতো তেওঁৰ মনৰ গতি-প্ৰকৃতিয়েই দায়ী নে কি, সেই কথাও বিচাৰ্য।

জ্ঞানদাভিৰাম বৰুৱা আজি বিখ্যাত যাইকৈ 'বিলাতৰ চিঠি'ৰ বাবেহে। ১৯৩৯ৰপৰা ১৯৪৮ চনলৈকে গ্ৰন্থখনৰ তিনিটা সংস্কৰণ প্ৰকাশ হোৱা কথা নিশ্চয় গ্ৰন্থখনৰ জনপ্ৰিয়তাৰে পৰিচায়ক। এইখিনিতে এষাৰ কথা কৈ পোৱা ভাল হ'ব যে বাঁহীত প্ৰকাশিত বিলাতৰ চিঠিৰ সকলো কথা একে নামৰ গ্ৰন্থখনত অবিকলভাৱে সন্নিবিষ্ট হোৱা নাই, দুই-এটা কথা নতুনকৈ যোগ দিয়া হৈছে। যেনে, গ্ৰন্থৰ ২৫ সংখ্যক অধ্যায়ৰ পঞ্চম অনুচ্ছেদত থকা[১২২] কিছু কথা গ্ৰন্থকাৰৰ নতুন সংযোজনহে। অৱশ্যে তেওঁৰ সৃষ্টিৰ গ্ৰন্থৰূপ প্ৰথমে লাভ কৰে 'ভেনিচৰ সাওদ' পুথিয়েহে। শেক্সপীয়েৰৰ The Merchant of Venice নাটকৰ আখ্যানভাগ অসমীয়া ভাষাত লিখি তেওঁ ১৯১২ চনতে প্ৰকাশ কৰে। বাঁহীৰ সম্পাদক লক্ষ্মীনাথ বেজবৰুৱাই গ্ৰন্থখনৰ প্ৰুফ চোৱাটো নিশ্চয় এক উল্লেখযোগ্য কথা।[১২৩] ১৯২৫ খ্ৰীষ্টাব্দত গ্ৰন্থখনৰ দ্বিতীয় সংস্কৰণ ওলায়। দ্বিতীয় সংস্কৰণৰ 'নিবেদন'ত কৈছে—"মোৰ ইচ্ছা আছিল যে শ্বেক্সপীয়েৰৰ সকলো নাটবোৰ এনেকৈ অসমীয়ালৈ ভাঙ্গি উলিয়াওঁ।" সেই ইচ্ছাৰ বশৱৰ্তী হৈয়েই বিশ্ববিশ্ৰুত নাট্যকাৰজনৰ আন পাঁচখন নাটৰ কাহিনী ভাঙি ১৯১৯ খ্ৰীষ্টাব্দত 'পঞ্চৰত্ন' নামেৰে উলিয়ালে। পঞ্চৰত্ন শ্বেক্সপীয়েৰৰ King Lear, As you like it,

১২২. এই ৰচনাৱলীৰ ৮৭ পৃষ্ঠাৰ ১৪ সংখ্যক শাৰীৰ "পেইন্টৰপৰা...Torby"লৈ কথাখিনি বাঁহীত (৯/৭—৮) ওলোৱা নাছিল।

১২৩. পাতনি : ভেনিচৰ সাওদ।

Two Gentlemen of Verona, Taming of the Shrew, আৰু Comedy of Errors-ৰ সমাহাৰ। কিন্তু 'পঞ্চৱন্ন'ৰ স্থান গ্ৰন্থ-সন্তানৰূপে তৃতীয়তহে। পঞ্চৱন্নৰ অগ্ৰজ হ'ল বেজবৰুৱাৰ বুঢ়ী-আইৰ সাধুৰ ইংৰাজী অনুবাদ 'Folk Tales of Assam'। ১৯১৫ চনত প্ৰকাশ পোৱা এই গ্ৰন্থখনে ১৯৬৩ চনলৈকে তিনিটা সংস্কৰণ ওলাইছে।

বুকাৰ ৱাশ্বিংটনৰ প্ৰতি জ্ঞানদাভিৰামৰ যে শ্ৰদ্ধা আছিল অপৰিসীম, সেই কথা একাধিক প্ৰসংগত তেওঁ কৰা উল্লেখৰ উপৰি 'বুকাৰ ৱাশ্বিংটন', প্ৰবন্ধই প্ৰমাণ কৰিছে। ৱাশ্বিংটনৰ আত্মজীৱনী 'Up From Slavery'ৰ প্ৰতিও তেওঁৰ আকৰ্ষণৰ কথা একাধিক ঠাইত প্ৰকাশ পাইছে। "কিন্তু 'Up From Slavery' বুজিবলৈ হ'লে 'Uncle Tom's Cabin' পঢ়িব লাগে।"[১২৪] হ্যাৰিয়েট এলিজাবেথ বীচাৰ ষ্টোৰ Uncle Tom's Cabin-ৰ অনুবাদ জ্ঞানদাভিৰামে সেইবাবেই যে কৰিলে, সি নিশ্চিত। 'দদাইৰ পঁজা' নামত ১৯৩০ চনত প্ৰকাশিত এই গ্ৰন্থখনক কিন্তু অনুবাদ বুলিবলৈ টান লাগে। কাৰণ, গ্ৰন্থখনৰ মাজত মূল গ্ৰন্থৰ লেখিকা ষ্টোৰ পৰিবৰ্তে জ্ঞানদাভিৰাম মানুহজন আৰু তেওঁৰ চিত্তবৃত্তিহে প্ৰকাশ পাইছে। 'দদাইৰ পঁজা'ত অসমীয়া মানুহে "অশৌচৰ কাপোৰ এৰাৰ দিন কি এমাহ পিন্ধা"ৰ সংবাদ আছে, গুৱাহাটীৰ জাৰকাজি আৰু শিলেৰে ভৰা ঠাই আছে, ৰবীন্দ্ৰনাথৰ কবিতা আছে, শ্বিলঙৰ বাট আছে, আৰু আছে অসমৰ চাহ-বাগিচাৰ পাচি।[১২৫] দ্বিতীয় বছৰৰ ষষ্ঠ সংখ্যা 'আৱাহন'ৰ 'সমালোচনা' শিতানত এই গ্ৰন্থখনৰ বিষয়ে লিখিছে এনেদৰে— "বকৰা ডাঙৰীয়াৰ দৰে সহজ-সৰল ভাষাত মনৰ ভাব প্ৰকাশ কৰি পাঠকৰ মন আকৰ্ষণ কৰিবলৈ সক্ষম লিখক অসমীয়া ভাষাত বৰ বিৰল। তেনে অৱস্থাত তেওঁৰ 'দদাইৰ পঁজা'ও যে অতি সুন্দৰ হৈছে, নক'লেও হ'ব। ...লিখকে বিষয়-বস্তু ইমান নিজৰ কৰি ল'ব পাৰিছে যে তাক পঢ়িলে মূল পুথিখনি পঢ়া বুলিহে ধাৰণা হয়।"

'বিলাতৰ চিঠি'ত জ্ঞানদাভিৰামে বেজবৰুৱালৈ লিখিছিল: "মোৰ কবিতা লেখিবৰ শক্তি নাই; থকা হ'লে কবিতা এটা লেখি ইংলণ্ডীয় জহকালিক বন্দনা কৰি আপোনালৈ পঠিয়ালোঁহেঁতেন।" শক্তি নাথাকিলেও কবিতা লিখাৰ হেঁপাহ প্ৰবল আছিল বাবেই তেওঁ প্ৰকৃতিত নহ'লেও আকৃতিত কবিতাৰ

১২৪. 'বুকাৰ ৱাশ্বিংটন' প্ৰবন্ধ দ্ৰষ্টব্য।

১২৫. 'দদাইৰ পঁজা' দ্ৰষ্টব্য।

লেখীয়া ৰচনা কেইটামান আমাক দি গৈছে। সুখীয়া হ'বৰ উপায়, মোৰ নিজৰ আসাম, আলেয়া ধাঁপতাল, বেহাগ—আমি পোৱা এই চাৰিটা লেখাৰ ভিতৰত প্ৰথমটোত পদ্যধৰ্মিতা, দ্বিতীয়টোত অসম-প্ৰেমৰ একুৰা জলন্ত জুই, আৰু শেহৰ দুটাত গীতিধৰ্মিতা প্ৰকাশ পাইছে। ববৈঢ়িলাৰ আনন্দানন্দৰ 'কথা' বা 'অভিজ্ঞতা', আৰু চেতনাৰ 'হাঁহি' ৰূপাৰুৰ লেখীয়া "হাঁহি হাঁহি আঁহি হুঠা"[১২৬] নহ'লেও হাঁহিৰ নজনা অসমীয়া ৰোগীৰ প্ৰতি হাঁহিৰ জনা "ভলভলীয়া"[১২৭] জ্ঞানদাভিৰামৰ একোখন মূল্যৱান নিদান।

অসমীয়া সাহিত্য-ক্ষেত্ৰত জ্ঞানদাভিৰাম বৰুৱা গুণাভিৰাম স্কুলৰ। হেমচন্দ্ৰ-স্কুল আৰু গুণাভিৰাম-স্কুল—এই ধাৰা দুটাৰ সম্পৰ্কত পদ্মনাথ গোহাঞিবৰুৱাই কৈছে: "সিবিলাকৰ মাজত কোনো পিঠিয়া-পিঠি মতভেদ নাছিল, মাথোন এজন নিৰহ-নিপানী অসমীয়া লেখক, আনজন সংস্কৃতীয়া অসমীয়া লেখক। এজন উকা গদ্য লেখক, আনজন পদ্য-গদ্য লেখক। যেনে,—এজনে 'হৈছে' লিখে, আনজনে 'হইছে' লিখে।"[১২৮] 'হইছে' লিখাজনেই গুণাভিৰাম। গুণাভিৰামে 'মই'ক 'ময়' কৰিছিল; তেওঁৰ হাতত 'চামুচ' 'লিখা' 'তিৰোতা'—'চিমচা' 'লেখা' 'তিকতা' 'হইছিল'। জ্ঞানদাভিৰামৰ ওপৰত পিতৃদেৱেকৰ জীৱন-দৰ্শনৰ প্ৰভাৱ পৰাৰ উপৰি ৰচনা-ৰীতিয়েও জ্ঞানদাভিৰামক প্ৰভাৱিত কৰিছিল। ব্ৰাহ্মধৰ্মত একান্ত বিশ্বাসী গুণাভিৰামৰ পুত্ৰ জ্ঞানদাভিৰাম স্বাভাৱিকতে ব্ৰাহ্ম হৈছিল। বিধবা বিবাহৰ সমৰ্থক গুণাভিৰামৰ পুত্ৰই বিধবা-বিবাহৰ সপক্ষে দৃঢ় মত সংগঠনৰ প্ৰচেষ্টা কৰিছিল। যি কোনো ৰচনাৰ আৰম্ভণিতে গুণাভিৰামে ব্যৱহাৰ কৰা "শ্ৰীশ্ৰীশঃ" জ্ঞানদাভিৰামৰ ৰচনাতো সংক্ৰমিত হৈ পৰিল। একেদৰেই গুণাভিৰামৰ 'চিমচা', 'লেখা', 'তিকতা' জ্ঞানদাভিৰামৰ ৰচনাত পীৰা পাৰি বহিলহি। পিতৃ গুণাভিৰামৰ প্ৰতি থকা পুত্ৰৰ শ্ৰদ্ধাৰ আতিশয়তাও ইয়াৰ এটা কাৰণ হ'ব পাৰে। প্ৰসংগক্ৰমে ক'ব পাৰি, গুণাভিৰাম বৰুৱাৰ বিষয়ে কোনো ধৰণৰ বিৰূপ মন্তব্য জ্ঞানদাভিৰামে কেতিয়াও সহ্য কৰিব পৰা নাছিল। এবাৰ ৰজনীকান্ত বৰদলৈৰ 'দন্দুৱা-দ্ৰোহ' গ্ৰন্থ সম্পৰ্কত 'চেতনা' কাকতত (৪/১০) হিতেশ্বৰ বৰবৰুৱাই লিখা এখন চিঠিৰ

১২৬. বেজবৰুৱাৰ 'কদমকলি' (সাহিত্য প্ৰকাশ), পৃ. ৪৫।
১২৭. শ্ৰী'জতেন্দ্ৰনাথ বুজৰবৰুৱা : ববৈঢ়িলা, ২৪শ ভাগ।
১২৮. মোৰ সোঁৱৰণী, পৃ. ৩১।

উত্তৰত সম্পাদক ৰায়চৌধুৰীয়ে ক'লে "আনন্দৰাম ঢেকিয়াল ফুকনে গোটেইবা বস্তু-বাহানিকে লৈ গুণাভিৰাম বৰুৱাই যিখন বুৰঞ্জী লিখে সেইখন আমাৰ হাতত আছে" বুলি। ৰায়চৌধুৰীৰ এই কথাৰ জে. বৰুৱাই তীব্ৰ প্ৰতিবাদ কৰাত সম্পাদকে এটা স্পষ্টীকৰণ দিয়ে। কিন্তু জে. বৰুৱা তাতো সন্তুষ্ট নোহোৱা বাবে পৰবৰ্তী সংখ্যা এটাত যুকলি ব্যাখ্যা দিব লগা হৈছিল।[১২৯]

আমি পূৰ্বতে কৈ আহিছোঁ যে জ্ঞানদাভিৰাম 'আগেয়ে' আৰু 'কাৰণে' শব্দৰ পৰিবৰ্তে 'আগৈয়ে' আৰু 'নিমিত্তে' লিখাৰহে পক্ষপাতী। সদাসৰ্বদা হেমকোষ অনুসৰণ কৰা জ্ঞানদাভিৰামৰ 'আগৈয়ে' শব্দটো কিন্তু হেমকোষত নাই। পিছে এই শব্দটো চন্দ্ৰকুমাৰ আগৰৱালায়ো ব্যৱহাৰ কৰিছিল।[১৩০] চন্দ্ৰকুমাৰ আগৰৱালাৰ "জ্ঞানৰে সৈতে নিতৌ দেখা হয়।"[১৩১] এয়া তাৰেই ফল নে কি! মাইল্চ ব্ৰন্সনৰ 'অসমিয়া-ইংৰাজি অভিধান'ত থকা 'আগৈ' শব্দটোৱে ( previously, formerly অৰ্থত ) এই ক্ষেত্ৰত হয়োকো কিছু পৰিমাণে সহায় কৰিছে যেন লাগে। জ্ঞানদাভিৰামে 'কমাল'ৰ পৰিবৰ্তে সকলো ক্ষেত্ৰতে 'উৰ্ম্মাল' ব্যৱহাৰ কৰিছে। হেমকোষ আৰু চন্দ্ৰকান্ত অভিধানে উৰ্ম্মাল শব্দৰ অৰ্থ দিছে "বুকুৰ নোম"। ব্ৰন্সনে কিন্তু প্ৰথমতে "হাতত লৈ ফুৰুআ হাঁচটি" আৰু দ্বিতীয়তহে "বুকুৰ নোম" অৰ্থ কৰিছে। আকৌ, জে. বৰুৱাই ব্যৱহাৰ কৰা 'কচাৰি' শব্দও হেমকোষ বা চন্দ্ৰকান্ত কোনোখন অভিধানেই সমৰ্থন নকৰে; কিন্তু ব্ৰন্সনৰ অভিধানত "ৰজাৰ সোধ কৰা ঘৰ, a court house" অৰ্থত 'কচাৰি ঘৰ' আছে। এই ক্ষেত্ৰত পাণ্ডুলিপি এটাত পোৱা জ্ঞানদাভিৰামৰ টোকা এটা হ'ল: "আমি 'কচাৰি'হে কোৱা মনত পৰে।

Lower Assam—কাচাৰি

Central Assam—কচাৰি

Upper Assam—কেচাৰি"

মন কৰিবলগীয়া যে ব্ৰন্সনৰ অভিধানখন ৰচিত হয় মধ্য অসমৰ নগাঁৱতে। জ্ঞানদাভিৰামৰ 'খিলিকি' শব্দটোও ব্ৰন্সনে 'খিলিকি দুৱাৰ' (a window) ৰূপত সিদ্ধ কৰি থৈছে। তেওঁৰ বহু-ব্যৱহৃত 'ককাইদেৱে' শব্দ বেজবৰুৱাৰ পৰা পোৱা যেন লাগে।[১৩২] 'চাৰিউকালে' ( চাৰিওফালে ) শব্দৰ প্ৰয়োগৰ

১২৯. চেতনা, ৬ষ্ঠ বছৰ ২য় সংখ্যা, পৃ. ১২৫-৬।

১৩০. পত্ৰলেখা, পৃ. ১৮২।

১৩১. উল্লিখিত গ্ৰন্থ, পৃ. ১৮৩।

১৩২. বেজবৰুৱাৰ দিনলেখা (দ্বিতীয় খণ্ড), পৃ. ৫৯, ৩১।

ক্ষেত্ৰত জে. বৰুৱাৰ যুক্তি হ'ল "We pronounce the word with a leaning towards 'উ'।" কেইটামান ইংৰাজী শব্দৰো শুদ্ধ অসমীয়া আখৰ-জোঁটনি তেওঁৰ মতে হ'ব লাগে এনে ধৰণৰ: বিকৃথ, পেন্সেল, অংল, স্তৰ (Sir), শ্বেলী (Shelley), ব্ৰেণ্ডি (Brandy), ট্ৰেম (Tram), এ্যামেৰিকা (America) ইত্যাদি। আখৰ-জোঁটনিৰ ক্ষেত্ৰত তেওঁৰ এনে স্বকীয় ৰীতিৰ পৰিবৰ্তন ঘটোৱাটো তেওঁ ভাল নাপাইছিল।[১৩৩]

জে. বৰুৱাই কেইটামান ইংৰাজী শব্দ বা বাক্যাংশৰ অসমীয়া প্ৰতিশব্দ বা অৰ্থ দিছে এনেদৰে: Certificate=স্বাৰ্থকাকটি, Common standard=মাজমুলি চানেকি, Insular=দ্বৈপায়ন, Visiting Card=দৰ্শন-পত্ৰিকা, Post-Card=ডাক-পত্ৰিকা, Breakfast=প্ৰাতঃৰাশ, Theatre=ভাৱ-ভাওনা, Cycle=চকৰি গাড়ী, Hurrah=হৰিধ্বনি, Thermometre=তাপকাঠী, Waiting Room=বাট চোৱা খোঁটালী, Good bye=ঈশ্বৰ তোমাৰ লগত থাওক, ইত্যাদি।

জে. বৰুৱাৰ ৰচনা-ৰীতি প্ৰাঞ্জল। যেনেকৈ কয়, তেনেকৈয়ে তেওঁ লিখি যায়। গুণাভিৰাম বৰুৱাৰ উত্তৰসূৰী হৈও, গুণাভিৰাম-স্কুলৰ অনুগামী হৈও জ্ঞানদাভিৰামৰ ৰচনাত সংস্কৃতীয়া শব্দ বা সংস্কৃতগন্ধী বাক্য বিৰল। লক্ষ্মীনাথ বেজবৰুৱা, কমলাকান্ত ভট্টাচাৰ্য আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ লগত থকা সম্পৰ্ক-সান্নিধ্যই তেওঁৰ ৰচনাত প্ৰভাৱ বিস্তাৰ কৰিছে বুলি ভাবিবৰ অৱকাশ আছে। তেওঁৰ বাক্য-গঠন তেওঁৰ অন্তৰ-সাৰল্যৰ দ্যোতক। দুই-এটা বাক্যত ইংৰাজী প্ৰকাশ-ভংগিৰ ছাপ আছে। তেওঁৰ লেখাত আবেগৰ আতিশয্য প্ৰকাশ পোৱা নাই যদিও দুই-এটা বাক্যই তেওঁৰ আবেগিক দিশটোৰো কিছু ইংগিত দিছে। তলত দাঙি ধৰা বাক্যকেইটাই তেওঁৰ এনে বৈশিষ্ট্যসমূহক প্ৰতিনিধিত্ব কৰিব পাৰে:—

(ক) "১৯০৫ খ্ৰীষ্টাব্দৰপৰা স্বদেশী যুগৰ আৰম্ভ নহয়!" "তাৰ পাছত য়াণ্ডাবু সন্ধি হ'ল নহয়!"

(খ) "আমি ধনী হৈছোঁ। বৰ ধনী নহয়নে?"
"আমাক সজ বাট দেখুৱা পৰমেশ্বৰ,
যি সজ বাটৰ অন্ত তোমাতে।"

---

১৩৩. ১০।১।৪৪ তাৰিখে শ্ৰীবেণুধৰ শৰ্মালৈ লিখিছে—"Do not change my method of spelling."

(গ) "কি সাহস! কি বীৰত্ব! কি মৃত্যু!"

"এই সংসাৰ কৰ্মক্ষেত্ৰ, মহা কৰ্মক্ষেত্ৰ।"

জ্ঞানদাভিৰাম বৰুৱাৰ সৰ্বাতোকৈ লক্ষ্যণীয় বিষয় হ'ল—অসমৰ কথা ক'বলৈ গ'লেই তেওঁ 'মোৰ' শব্দেৰে স্বাধিকাৰ সাব্যস্ত নকৰাকৈ নেকেছিল। 'মোৰ নিজৰ আসাম' শীৰ্ষক ৰচনা তাৰ প্ৰকৃষ্ট উদাহৰণ। 'মোৰ' শব্দ প্ৰয়োগৰ যুক্তি তেওঁ এঠাইত দাঙি ধৰিছে এনেদৰে: "আমি আমাৰ জননীক 'মোৰ আই' 'মোৰ মাই' বোলোঁ, 'মোৰ' শব্দটো প্ৰয়োগ কৰোঁ। তেনেকৈ আমাৰ জন্মভূমিক 'মোৰ জন্মভূমি' ক'বলৈ শিকিব লাগে। ...'ভাগেৰ মা গংগা পায়না।"[১৩৪] 'বিলাতৰ চিঠি'ৰ 'আগকথা'ত বাণীকান্ত কাকতিয়ে ১৯৩৯ চনতে কোৱা কথাৰেই এই প্ৰসংগ সামৰি কওঁ: "আজি-কালি অসমীয়া সাহিত্যত বাৰে-বঙনুৱা বাক্য-বিন্যাসেৰে ভৰপূৰ প্ৰবন্ধৰ প্ৰাদুৰ্ভাৱ দিনকদিনে বাঢ়িব লাগিছে। নিভাঁজ অসমীয়া গন্ধৰ চানেকি বুলি আঙুলিয়াব পৰা প্ৰবন্ধ অতি বিৰল। এনে অৱস্থাত নিখুঁত অসমীয়া জতুৱা ঠাঁচৰ নিদৰ্শন হিচাপে জে. বৰুৱা ডাঙৰীয়াৰ ৰচনাৱলীয়ে নতুন লিখাকসকলক বাট দেখুৱাব।"

আমি ওপৰত উল্লেখ কৰি অহা ৰচনাৰাজিৰ উপৰি জ্ঞানদাভিৰাম বৰুৱা মানুহজন বেছিকৈ প্ৰকট হৈছে বিভিন্ন ব্যক্তিলৈ লিখা তেওঁৰ চিঠিবিলাকৰ মাজতহে। হেমচন্দ্ৰ গোস্বামী, মথুৰামোহন বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, ভিবেশ্বৰ নেওগ, শ্ৰীবেণুধৰ শৰ্মা, শ্ৰীজিতেন্দ্ৰনাথ বুজৰবৰুৱা আদিলৈ লিখা চিঠি-বোৰৰ প্ৰায় শতাংশই ইংৰাজী। অধ্যাপক পি. চি. বৰে উল্লেখ কৰা মতে, নিজৰ ভাগিনী (পি. চি. বৰুৱৰ পত্নী)-লৈ বিলাতৰপৰা লিখা তেওঁৰ শেহ চিঠিখনৰ ভাষাহে আছিল অসমীয়া, "for the first time ever."[১৩৫] ইংৰাজীত লিখা হ'লেও সেই চিঠিবোৰৰ মাজত থকা অসম আৰু অসমীয়া ভাষা-সাহিত্যৰ বিভিন্ন প্ৰসংগই সেইবোৰক অসমীয়াৰ জাতীয় সম্পত্তিৰ শাৰীলৈ তুলিছে। চিঠি লিখাৰ ক্ষেত্ৰত জ্ঞানদাভিৰামৰ তৎপৰতা যে তেওঁৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ এটা অন্যতম দিশ, সেই কথা আমি পূৰ্বতে দেখুৱাই আহিছোঁ। তেখেতলৈ আন-সকলে লিখা চিঠিবোৰৰ বহুখিনি সংৰক্ষণৰ অভাৱত নিশ্চয় নষ্ট হ'ল, নাইবা একালত সেনাবাহিনীয়ে জে. বৰুৱাৰ 'অভিৰাম' দখল কৰা অৱস্থাতে তেনে

১৩৪. শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাৰ 'অশ্ৰু অঞ্জলি' শীৰ্ষক লেখাত উদ্ধৃত: অসম সাহিত্য সভা পত্ৰিকা, ১০/৩।

১৩৫. Reminiscenes of J. Baroeah.

বহুতো অমূল্য চিঠি ধ্বংসপ্ৰাপ্ত হ'ল। য়ুৰোপৰ বিলকজনৰ লগত তেওঁৰ চিঠিৰ আদান-প্ৰদান ঘটিছিল, সেইসকলৰ ভিতৰত মিচ পিল (Miss Pill) নামৰ জনৈকা ধাৰ্মিক মহিলাৰ লগত জে. বৰুৱাৰ পত্ৰ-সংযোগ আছিল চুকুৰি বছৰমানৰো ওপৰ কাল। কিন্তু সেই সংযোগৰ কোনো প্ৰমাণ আমি উদ্ধাৰ কৰিব নোৱাৰিলোঁ। বিলাতত যিটো পৰিয়ালৰ লগত থাকি জে. বৰুৱাই লণ্ডনত শিক্ষা লাভ কৰিছিল, সেই স্পীয়ৰ্চ পৰিয়ালবৰ্গৰ পৰা জে. বৰুৱাৰ চিঠি-পত্ৰ উদ্ধাৰ কৰাৰ আশাত আমি বিভিন্ন প্ৰকাৰে যোগাযোগ কৰিছিলোঁ; কিন্তু দুৰ্ভাগ্যৰ বিষয় যে উক্ত পৰিয়ালটোৰ কোনো সন্ধান আমি নাপালোঁ। বেজবৰুৱালৈ লিখা এখন চিঠিত জে. বৰুৱাই লিখিছিল এইদৰে: "মই এতিয়ালৈকে ভগৱানৰ ইচ্ছাত, এনে কথা নেপাহৰোঁ, আৰু যি চিঠি লেখোঁ, আজি প্ৰায় কুৰি বছৰৰ পৰা বহি [বহী] এখনত লেখি থাকোঁ।" জে. বৰুৱাৰ তেনে এখন বহীৰ পৰা আমি কেইখনমান চিঠিৰ পাঠ উদ্ধাৰ কৰিছোঁ।

জ্ঞানদাভিৰামে নিয়মিতভাৱে ডায়েৰী লিখাৰ প্ৰমাণ নাই। লক্ষ্মীনাথ বেজবৰুৱাইহে জ্ঞানদাভিৰামৰ ডায়েৰী লিখিছিল। আমাৰ এই কথা আপাততঃ অবিশ্বাস্য যেন লাগিলেও বেজবৰুৱাৰ দিনলেখা দুখনেই দেখোন তাকেই কৈছে। বেজবৰুৱাৰ সমগ্ৰ দিনলেখাৰ ভিতৰৰ এশ ছাব্বিশটা দিনত জ্ঞানদাভিৰামৰ নাম বা প্ৰসংগ থকাটো কম তাৎপৰ্যপূৰ্ণ কথা নহয়। তাৰ বিপৰীতে, আমাৰ হাতত পৰা জ্ঞানদাভিৰামৰ দুখন, আৰু মাত্ৰ দুখন ডায়েৰীত তেওঁৰ নিজৰ জীৱনৰ খতিয়ান তেওঁ যে কিমান কমকৈ ৰাখিলে!

জ্ঞানদাভিৰাম বৰুৱাৰ এই ৰচনাৱলী সম্পাদনা কৰাৰ ক্ষেত্ৰত আমি তেওঁৰ ৰচনাসমূহৰ কালানুক্ৰম ৰক্ষা কৰিবলৈ চেষ্টা কৰিছোঁ যদিও ৰচনাসমূহৰ সম-জাতীয়ত্বৰ প্ৰতিও দৃষ্টি ৰাখি একেজাতীয় ৰচনাক পাৰ্যমানে ওচৰা-উচৰিকৈ সংস্থাপন কৰাৰ চেষ্টা কৰা হৈছে। যথাসময়ত আমাৰ হাতত নপৰা বা বিভিন্ন কাৰণত যথাস্থানত সন্নিবেশ কৰিব নোৱৰা হেতুকে কেইটামান লেখা পৰিশিষ্ট-স্বৰূপে আগবঢ়োৱা হ'ল। ৰচনাৱলীৰ 'সাহিত্য-কথা' জ্ঞানদাভিৰাম আৰু ভাৰতচন্দ্ৰ বৰুৱাৰ সাহিত্য-সম্পৰ্কীয় লেখাখিনিৰ নতুন সম্পাদিত ৰূপ। এই সংকলনত সন্নিবিষ্ট ৰচনাৰ উপৰি জ্ঞানদাভিৰামৰ দুই-এটা লেখা আমাৰ দৃষ্টিৰ অগোচৰত বাহিৰত ৰৈ যোৱাটো অসম্ভৱ নহয়; কিন্তু আমাৰ সীমিত জ্ঞানে দুৰি

পোৱা জ্ঞানদাভিৰামৰ প্ৰায় সকলো ৰচনা সংকলন কৰিবলৈ আমি যত্নৰ ত্ৰুটী কৰা নাই। আথৰ-জোঁটনিৰ বেলিকা জে. বৰুৱাই সততে হেমকোষ অনুসৰণ কৰিছিল বাবে আমিও ৰচনাৱলীত পাৰ্যমানে হেমকোষৰ ৰীতিকে অনুসৰণ কৰিছোঁ, আৰু তেখেতৰ স্বকীয় ৰীতিৰ জোঁটনিৰ বেলিকাও তেখেতৰ নিৰ্দেশ পালন কৰিবলৈ যত্নপৰ হৈছোঁ। তথাপি, আমি নিজে আহিঁকাকত চাব নোৱৰা হেতুকে যিখিনি ত্ৰুটী-বিচ্যুতি ঘটিছে, তাৰবাবে পঢ়ুৱৈসকলৰ ওচৰত ক্ষমা ভিক্ষাৰী।

জ্ঞানদাভিৰাম বৰুৱাৰ জন্মশতবৰ্ষ পূৰ্তি উপলক্ষ্যে অসম সাহিত্য সভাই এই ৰচনাৱলী সংকলন আৰু সম্পাদনাৰ দায়িত্ব আমাৰ ওপৰত ন্যস্ত কৰি আমাক কৃতাৰ্থ কৰিছে। ব্যক্তিগত বিভিন্ন সীমাবদ্ধতাৰ কাৰণে এই গুৰু দায়িত্ব পালনত যে আমি সফল হ'ব পৰা নাই, সেই বিষয়ে আমি সম্পূৰ্ণ সচেতন। সম্প্ৰতি যিখিনি হৈছে, বিভিন্নজনৰ অকুণ্ঠ সহায়-সহযোগিতাৰ নিমিত্তেহে সেইখিনি সম্ভৱ হৈ উঠিছে। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক অধ্যাপক শ্ৰীনগেন শইকীয়াৰ কথা এই ক্ষেত্ৰত প্ৰথমেই উল্লেখ কৰিব লাগিব। তেখেতৰ সক্ৰিয়তা আৰু উদাৰ সহযোগিতা ব্যতিৰেকে এই ৰচনাৱলীৰ সংকলন কিজানি অসম্পূৰ্ণ হৈয়েই ৰ'লহেঁতেন। তেখেতৰ সৌজন্যতে জে. বৰুৱাৰ জ্যেষ্ঠা বোৱাৰী শ্ৰীযুতা গুণমনো বৰুৱাৰপৰা আমি জ্ঞানদাভিৰাম বৰুৱাৰ এখন দুষ্প্ৰাপ্য গ্ৰন্থ আৰু কেইবাটিও লেখাৰ পাণ্ডুলিপি লাভ কৰিছোঁ। শ্ৰীযুত জিতেন্দ্ৰনাথ বুজৰবৰুৱাই তেখেতলৈ জে. বৰুৱাই লিখা চিঠিখিনি প্ৰকাশৰ বাবে আমাক দিছে। শ্ৰীযুত বেণুধৰ শৰ্মা ডাঙৰীয়াৰপৰাও আমি কেইখনমান চিঠি প্ৰকাশৰ বাবে পাইছোঁ। শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মা ডাঙৰীয়াই জে. বৰুৱাৰ চিঠিসমূহৰ পাঠোদ্ধাৰত আমাক বহু পৰিমাণে সহায় কৰিছে। শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকা ডাঙৰীয়াৰপৰাও দুই-এটি দিহা-পৰামৰ্শ পোৱা হৈছে। এইসকলৰ উপৰি অসম সাহিত্য সভাৰ সভাপতি শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামী, অধ্যাপক শ্ৰীপ্ৰকাশ গোস্বামী, শ্ৰীযুতা সত্যবেধা বৰুৱা, শ্ৰীযুতা দীপ্তি বৰা, শ্ৰীসতীশচন্দ্ৰ চৌধুৰী, শ্ৰীপ্ৰভাতচন্দ্ৰ শৰ্মা, শ্ৰীতোষেশ্বৰ শৰ্মা, শ্ৰীমান চফিকুল ইছলাম আৰু আমাৰ ঘৰৰীয়াৰী অদিতিৰপৰাও আমি বিভিন্ন প্ৰকাৰৰ সহায় লাভ কৰিছোঁ। সকলোটিলৈকে আমাৰ আন্তৰিক ধন্যবাদ আৰু কৃতজ্ঞতা জনালোঁ।

যোগেন্দ্ৰনাৰায়ণ ভূঞা
সংকলয়িতা-সম্পাদক,
জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী।

ৰত্নপুৰ
নগাঁও
ফেব্ৰুৱাৰী ২৫, ১৯৮১।

# সূচীপত্ৰ

## চতুৰ্থ ভাগ (খ)

বাঁওফালৰপৰা—সত্যনাথ বৰা, হেমচন্দ্ৰ গোস্বামী, ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু ভোলানাথ দাসৰ লগত বহি থকা একেবাৰে সোঁহাতৰজন জ্ঞানদাভিৰাম বৰুৱা। ছবিখন ১৯১৯ চনত গুৱাহাটীত ৰবীন্দ্ৰনাথ ঠাকুৰক সম্বৰ্দ্ধনা জনাওঁতে তোলা বুলি অনুমান কৰা হৈছে।

# বিলাতৰ চিঠি আৰু কথা

## ( ১ )

সম্পাদক ডাঙৰীয়া,

আপোনাক এই নতুনভাৱে সম্বোধন কৰি মনত যে কিমান আনন্দ অনুভৱ কৰিছোঁ, তাক এই চিঠিৰদ্বাৰাই কেনেকৈ জনাম ? আপুনি সাহিত্যানুৰাগী। * * * * ভগৱানে আপোনাক সুস্থ শৰীৰে সানন্দে মনৰ শান্তিৰে এই কাম কৰি থাকিবলৈ অৱসৰ দিয়ে,—তেওঁৰ ওচৰত আমাৰ এই প্ৰাৰ্থনা।

আপুনি মোক বিলাতী বাতৰি দি এখন চিঠি লেখিবলৈ নিমন্ত্ৰণ কৰিছে। সেই নিমন্ত্ৰণ সানন্দেৰে গ্ৰহণ কৰিছোঁ—কিন্তু সেই নিমন্ত্ৰণৰ যোগ্য যদি নহওঁ—তেও আপোনাৰ নিমন্ত্ৰণ ৰক্ষা নকৰি নোৱাৰিলোঁ।

আমাৰ দেশ দুখীয়া। ভাৰত দুখীয়া। দুখীয়া ভাৰতৰ ভিতৰত আমাৰ নিজৰ আসাম সকলোতকৈ দুখীয়া। দুখীয়া হ'লেও আমাৰ দেশত যে ধনী মানুহ নাই এনে নহয়—আসামত দুখীৰ দুখী অৱস্থাৰে ধনী মানুহ আছে। কিন্তু টকা থাকিলে কি হ'ব ? টকাৰ সদ্ব্যৱহাৰ কেইজনে কৰে ? আমি শুনিছোঁ যে ১৮৯৭ চনত যে আসামত ভূমিকম্প হৈ গৈছিল, সেই সময়ত মাটিৰ তলত পুতি থোৱা টকা এজনৰ ঘৰৰপৰা ৮০,০০০্ ওলাইছিল আৰু কোনো এজন ডাঙৰ মানুহৰ মোকৰ্দ্দমা হোৱাত উকীল-মুক্তিয়াৰসকলে এনে টকা কীজ পাইছিল যে সেইবোৰ টকা তপত পানীত ধুই, তেঁতেলীৰে ঘঁহি-মাজি লোৱাৰ পাছতহে জনা গৈছিল সেইবোৰ টকা বুলি। এইবোৰ টকাৰে দেশৰ কত উপকাৰ হ'ব পাৰিলহেঁতেন। এইবোৰ টকা ব্যৱসায়ত লগোৱা হ'লে কিমান মানুহৰ ভৰণ-পোষণ হ'লহেঁতেন, দেশৰ শ্ৰী কিমান বাঢ়িলহেঁতেন, আমাৰ দুখীয়া দেশৰ কত উন্নতি হ'লহেঁতেন। ইয়াৰ নিমিত্তে কোন দায়ী ?

উত্তৰত কওঁ যে আমি নিজে দায়ী। আমি নিজে নিজৰ উন্নতি নকৰিলে আমাক সাহায্য কৰোঁতা কোনো নাই। কোনোৱে কোনোৱে গৱৰ্ণমেণ্টৰ দোষ

ধৰে। গৱৰ্ণমেণ্টে কিমান কৰিব? যিমান তেওঁলোকে পাৰে কৰে। গৱৰ্ণমেণ্টৰ ওপৰত ভৰসা কৰি থাকি আমি হাত-ভৰি বান্ধি বহি থাকিমনে? সেইটো পুৰুষৰ কাম নহয়। গৱৰ্ণমেণ্টে যেনেকৈ আমাক সাহায্য কৰে, আমিও গৱৰ্ণমেণ্টক সাহায্য কৰা উচিত। আপুনি কিজানি সুধিব, এই সাহায্য কেনেকৈ কৰিম, কোৱাঁ? মই উত্তৰ দিম—শিক্ষাৰে।

পৰীক্ষা পাছ কৰিলে শিক্ষা নহয়। মনৰ শিক্ষা। মনৰ শিক্ষা বিশ্ববিদ্যালয় কি স্কুল-কলেজৰ পৰীক্ষা পাছ কৰিলে যে নহয়, আমি সেই কথা কোৱা নাই। স্কুল, কলেজ, বিশ্ববিদ্যালয় মনৰ উন্নতিৰ প্ৰধান সহায়; কিন্তু এই প্ৰধান সহায়ৰ বিনা সাহায্যতো মনৰ উন্নতি হ'ব পাৰে, যদিও সি টান কথা। ঘৰতে বহিও মনৰ উন্নতি কৰা যায়। তাতকৈও, বিশ্ববিদ্যালয়ৰ পৰীক্ষা পাছ কৰি কৰাতকৈও মনৰ উন্নতি হয় ভ্ৰমণৰপৰা।

বৃটিছ জাতিৰপৰা আমাৰ বহুতো শিকিবৰ আছে। এওঁলোকে যদি ইংলণ্ড, স্কটলণ্ড, আয়াৰলণ্ডত থাকি মাটিত তেওঁলোকৰ ধন-সম্পত্তি পুতি থৈ ঘৰতে বহি থাকিলহেঁতেন, আজি বৃটিছ জাতিৰ নাম ইমান ডাঙৰ, ইমান শক্তিশালী হ'লহেঁতেন নে? আপোনাৰ 'সৰুতকৈও সৰু' পঢ়োঁতা বাপাটি-আইটিহঁতে ক'ব, "কেতিয়াও নহয়—তেনে হোৱাহেঁতেন বৃটিছহঁত কেতিয়াও ভাৰতবৰ্ষলৈ আহিব নোৱাৰিলেহেঁতেন, আমি সিহঁতৰ নাম শুনিবলৈ নেপালোঁহেঁতেন। দেশত বহি, ঘৰৰ বুলনিত কি বৰঘৰত কি চ'ৰাঘৰত বহি গপ কৰি কোনো জাতিয়েই পৃথিৱীত কোনো সময়ত প্ৰধান স্থান কি শিক্ষাত কি বলত কি বীৰ্য্যত অধিকাৰ কৰিব পৰা নাই।

আমাৰ দেশৰ যাৰ টকা আছে তেওঁলোকে দেশ ভ্ৰমণ কৰি আন দেশত যি শিকিবলগীয়া আছে, সেইবোৰ শিকি দেশৰ বাণিজ্যৰ, দেশৰ শিল্পৰ উন্নতি নকৰে কিয়? আমাৰনো আৰু কি আছে, সেই এডৰা মাটিত ধান কই "কোনোমত প্ৰকাৰে পেটত চাউল-সিজোৱা কেটামান পৰিলেই হয়।" এনেবোৰ কথা কোৱা মানুহ যি দেশত সৰহ, সেই দেশৰ উন্নতি এতিয়াও বহু দূৰৈত। আৰু এজনে হয়তো ক'ব, "ক'ত লেতেৰাহঁতে বান্ধি দিয়া ভাত বিদেশত খামগৈ, আমাৰ যি আছে, সেয়ে ভাল।" আশা কৰোঁ এনেবোৰ কথা কোৱা মানুহ আমাৰ আসামত এতিয়া তাকৰ।

দেশভ্ৰমণ শিক্ষাৰ প্ৰধান উপায়। ভাৰতবৰ্ষলৈ কত দিনৰপৰা বিদেশী পৰিব্ৰাজক আহিবলৈ আৰম্ভ কৰিছিল। মেগাস্থনীচ, হাওয়েনছাং, মোগৰ্ম-

সকলৰ সময়ত বাৰ্নিয়েৰ, ভেটাৰ্নীয়েৰ আৰু কত নাম ক'ম ? সেই দুৰ সময়ত ভ্ৰমণৰ কত অসুবিধা আছিল, তথাপি অসুবিধা, বাধা-বিঘিনি অতিক্ৰম কৰি সুদূৰ য়ুৰোপ আৰু চীন দেশৰপৰা এইবোৰ পৰিব্ৰাজক ভাৰতলৈ গৈছিল। আমি এই বিংশতি শতাব্দীৰ সুবিধা পায়ো যদি আমাৰ গাঁৱত, আমাৰ মহকুমাত, আমাৰ জিলাত পৰি থাকোঁ, তেনেহ'লে ই যদি পাপ নহয়, পাপনো আৰু কাক বোলে ?

ভাৰতৰ নানান ঠাইৰপৰা অহা মানুহ আমি ইংলণ্ডত দেখিছোঁ, কিন্তু আসামৰ মানুহেই আটাইতকৈ তাকৰ! য়ুৰোপৰ আন আন জাতিতকৈ ইংলণ্ডৰ সৈতে আমাৰ বেছি সম্বন্ধ। ভাৰতৰ সম্ৰাট এডৱাৰ্ড ইংলণ্ডত থাকে। ভাৰতৰ ৰাজমন্ত্ৰীৰ কচাৰী ঘৰ (India Office) ইংলণ্ডত। পৃথিৱীৰ প্ৰধান জাতিৰ ভিতৰত বৃটেনে এটি প্ৰধান ঠাই অধিকাৰ কৰে। বৃটেনত আমাৰ বহুতো শিকিবলগীয়া, জানিবলগীয়া কথা আছে। এইবোৰ নানান কাৰণত আমাৰ বৃটেনলৈ অহা উচিত। বৃটেনৰ অবাৰিত দ্বাৰ। যেয়ে সেয়ে ইয়ালৈ আহিব পাৰে। আমি ভাৰতীয়, যাৰ দেশৰ সৈতে ইংলণ্ডৰ ইমান সম্পৰ্ক, আমি নাহিম কিয় ?

ইংলণ্ডৰ ৰাজধানী লণ্ডন পৃথিৱীৰ ভিতৰত এখন প্ৰধান ঠাই। লণ্ডনক কোনোৱে কোনোৱে প্ৰধান স্থান দিয়ে, কোনোৱে নিদিয়ে। আমাৰ কামৰ অৰ্থে আমি এই ঠাইক প্ৰধান স্থান দিছোঁ। লণ্ডনত আন কোনো কাম-কাজ নিশিকি যদি কোনোৱে দিনে তাৰ দুখন বাতৰি কাকত এবছৰমান পঢ়ে আৰু লণ্ডনৰ বাটে-গলিয়ে চকু মেলি, কাণ থিয় কৰি ফুৰে, তেনেহ'লে তেওঁ সেই এবছৰত যিমান কথা শিকিব, কলিকতা কি ভাৰতৰ আন কোনো ঠাইত সিমান কথা শিকিবলৈ, সিমান বস্তু দেখিবলৈ পাঁচ বছৰ থাকিলেও সুবিধা নহ'ব। লণ্ডনলৈ আমি কেৱল এই কামৰ নিমিত্তে আমাৰ দেশৰ মানুহক আহিবলৈ নকওঁ, ইয়াত শিক্ষা নেযায়, এনে কাম খুব তাকৰ। আপুনি যদি ভাৰতীয় Civil Serviceত কাম ল'ব খোজে, ইয়ালৈ আহিব লাগে ; যদি ব্যাৰিষ্টাৰ হ'ব খোজে, ইয়ালৈ আহিব লাগে ; যদি এঞ্জিনীয়েৰ হ'ব খোজে, ইয়ালৈ আহিব লাগে ; ইয়াত আপুনি এঞ্জিনীয়েৰৰ সকলো ৰকম শাখা-প্ৰশাখা শিক্ষা ল'ব পাৰে। যদি ইণ্ডিয়ান মেডিকেল চাৰ্ভিচত সোমাব খোজে, ইয়ালৈ আহিব লাগে ; যদি ডাক্তৰ হ'ব খোজে, ইয়ালৈ আহিব লাগে। ইয়াত কি আছে তাকে বিচাৰিবলৈ ৰামায়ণ-মহাভাৰত লেখিব লাগিব ; ইয়াত কি নাই তাকহে মানুহক সোধা উচিত।

লণ্ডনৰ প্ৰধান বাট এটাত আমি যদি থিয় হৈ কেইমিনিটমান থাকোঁ, আৰু আমি যদি মানুহবোৰ লেখিবলৈ ধৰোঁ, তেনেহ'লে আমি লেথ-জোখ হেৰুৱাম। অক্সফোৰ্ড চাৰ্কাচ কি পিক্যাডেলি চাৰ্কাচ (এইয়া কলিকতালৈ জাবকালি যি চাৰ্কাচ আহে সেই চাৰ্কাচ নহয়, বাটৰ নাম; সেই ঠাইবোৰ প্ৰায় গোলাকাৰ; বহুতো ঠাই গোট খায় আহি; সেই দেখিয়েই বোধকৰোঁ চাৰ্কাচ বোলে) দুপৰীয়া, ভালদিনত চাবৰ ঠাই। প্ৰত্যেক দিন (দেওবাৰ বাদে) এনে গেজা-গেজি তাত যেন মেলাহে। আৰু একৰকম চাবলৈ গ'লে সি সঁচাসঁচিকৈয়ে মেলা। লণ্ডনৰ প্ৰত্যেক প্ৰধান প্ৰধান ঠাইত দোকান— সি কেনে দোকান? কলিকতাৰ চৌৰঙ্গীৰ গ্ৰ্যাণ্ড হোটেলৰ তলত থকা দোকানবোৰ দেখিলে অলপ ইয়াৰ আভাস পোৱা যায়—টেইটস ডায়েমণ্ডৰ দোকান দেখিলে অলপ আভাস পোৱা যায়। ইয়াত কাম-কাজ নোহোৱা, কঁপিবান থকা কি নথকা, তিকতা মানুহে দোকানবোৰৰ আগত থিয় দি চাই ফুৰাই তেওঁলোকৰ জীৱনৰ এটি প্ৰধান কাম। "Looking at the shops" তিকতা-জীৱনৰ এটা প্ৰধান কাম, এটা উচ্চ আশা। দুখীয়া তিকতা ছোৱালী অথচ ভাল কাপোৰ পিন্ধাৰ হেঁপাহ, সেইবোৰ West Endৰ দোকানলৈ আহি ফ্যাচ্যন চাই গৈ নিজেই কিম্বা আন দৰ্জ্জিনীৰ হতুৱাই চোলা কাপোৰ কৰাই লয়। ইয়াত গৃহস্থৰ ঘৰৰ ছোৱালীয়ে নিজৰ কাপোৰ নিজেই প্ৰায় কৰে, অতি কদাচিতহে দৰ্জ্জিৰ হতুৱাই কৰায়। অৱশ্যে যাৰ টকা-পইচা সৰহ, তাৰ বেলেগ কথা; আমি গৃহস্থ কথা ঠিক আমাৰ দেশত যি ভাৱত গৃহস্থ ব্যৱহাৰ কৰা হয়, সেই ভাবেই ব্যৱহাৰ কৰিছোঁ। খ্ৰীষ্টমাচৰ সময়ত দোকান-বোৰ সঁচাকৈয়ে চাবলগীয়া। দোকান সজোৱাৰ কি নিয়ম! বস্তুবোৰে কাঁচৰ দুৱাৰৰ ভিতৰৰপৰা "মোক কিনহি মোক কিনহি" বুলি মাতি থাকে। এইখিনি সময়তে গাঁৱৰ ছোৱালী আৰু বয়সিয়াল তিকতাৰ উলাহ চাবলগীয়া; আৰু সৰু সৰু ল'ৰা-ছোৱালীৰতো কথাই নাই। যাৰ য'ত ভাই-বন্ধু, মিতিৰ-কুটুম, আই-বোপাই আছে, আটাইবোৰ একেলগ হয়হি, আৰু লগ হ'ব নোৱাৰিলে চিঠি দি শুভ-ইচ্ছা পঠোৱা, 'প্ৰেজেণ্ট' পঠোৱা, মৰম পঠোৱা, খ্ৰীষ্টমাচৰ সময়ৰ নিত্যনৈমিত্তিক কাৰ্য্য। ডাকোৱালৰ ইমান কাম বাঢ়ে যে বহুতো বাহিৰা মানুহ ডাকোৱাল নিযুক্ত হয়।

আমাৰ দেশৰ মানুহে প্ৰথমে এই কথা সুধিব—"বিলাতত কিমান খৰচত এজন মানুহ থাকিব পাৰে?" তাৰ উত্তৰত ইংলণ্ডীয় ভাষাত এটি কথা

আছে—It all depends. সেই উত্তৰ আমি দিওঁ। যদি ঘৰ-বাৰী চাই ল'বৰ শক্তি আছে তেনেহ'লে খোৱা-থকাৰ খৰচ প্ৰতি সপ্তাহে এটা থোঁটালীত এক পাউণ্ড এক গিনিত বিচাৰি ল'ব পাৰি। কিন্তু ই টান। প্ৰথমে আহিলে অলপ বেছি দি থাকিব লাগিব—তাৰ পাছত চালাক-চতুৰ মানুহে নিজেই বিচাৰি ল'ব। সপ্তাহত ২৫।৩০ চিলিং সচৰাচৰ খৰচ। ৩৫ চিলিং দু পাউণ্ড দিলে সুবিধামতে থাকিব পাৰি; অৱশ্যে খোৱাৰ খৰচ বেলেগ। কলিকতাতে হওক কি আসামতে হওক যি মানুহক খোবাই নিয়মমতে কাপোৰ দিয়ে, তেওঁ বৰং সৌভাগ্যশালী—আপুনিতো জানেই। ইয়াত খোবাৰ কষ্ট তেনে নাই। সোমবাৰে কাপোৰ লৈ যাব, শুকুৰ কি শনিবাৰে নিশ্চয় দিবই দিব, কিয়নো দেওবাৰে গিৰ্জালৈ খোৱা কামিজ-কলাৰ পিন্ধি যাব লাগিব। খোৱাৰ খৰচ অৱশ্যে হাড়ভঙা—এটা কামিজ খোৱাৰ খৰচ চাৰি অনা, এটা ডবল কলাৰ চাৰি পইচা, এটা চিংগিল কলাৰ দুই পইচা, মোজা চাৰি পইচা, বগা ওৱেষ্ট-কোট ছয় অনা, ৰুমাল দুই পইচা ইত্যাদি। প্ৰতি সপ্তাহে অতি সাৱধানে চলিলে খোৱাৰ খৰচ প্ৰায় এটকামান লাগে। বিচনা-পাতি, গামোচা ইত্যাদি ঘৰৰ মালিকৰ। সেইবোৰ বস্তুৰ খোৱা খৰচো ঘৰৰ মালিকৰ। কয়লা জাৰকালি এক খৰচৰ বস্তু। প্ৰত্যেক Scuttle ( স্কটল, কয়লা ৰখা সৰু পাত্ৰ ) ছ অনা। অতি সাৱধানে পুৰিলে এক স্কটল কয়লা দিনৌ যায়। কোনো ঠাইত কয়লাৰ আকৌ দাম বেছি—এক স্কটলৰ দাম আঠ অনা, বাৰ অনা, ঘৰ চাই। ছয় অনাই সচৰাচৰ নিয়ম। আকৌ কোনো ঠাইত চাকিৰো দাম লয়—প্ৰত্যেক গেছৰ নিমিত্তে সপ্তাহত ছয় অনা। ভালকৈ চাই-চিন্তি ল'ব পাৰিলে এইবোৰ দিব নলগা ঠাই বিচাৰি ল'ব পাৰি।

আপোনাৰ নিমন্ত্ৰণ ডাঙৰ নিমন্ত্ৰণ। কি লেখিম, কি এৰিম, যি মনত আহিছে তাকে লেখিছোঁ। বিলাতৰ বিষয়ে জানিবৰ হ'লে আমাৰ দেশৰ মানুহে ডিকেন্স, থ্যাকাৰে, হেনৰীউড, ব্ৰাউন ইত্যাদি উপন্যাস লেখকৰ উপন্যাস পঢ়া ভাল। যি উপন্যাস হাতৰ ওচৰত পায় পঢ়িব; পঢ়োঁতে বিলাতৰ আচাৰ-ব্যৱহাৰ, চলিব-ফুৰিবৰ ৰীতি-নীতি কণ্ঠস্থ হৈ যাব। উপন্যাস পঢ়ি সামাজিক ৰীতি-নীতি, মানুহৰ আচাৰ-ব্যৱহাৰ যিমানদূৰ জানিব পাৰি, তেনে বোধকৰোঁ ইতিহাসতো নোৱাৰি। তাৰ মানে ইতিহাস আমি প্ৰায় স্কুলীয়া কিতাপ হেন ভাবি পঢ়োঁ, উপন্যাস তাৰ ঠিক ওলোটা। সামাজিক উপন্যাস পঢ়ি ভিন ভিন দেশৰ ৰীতি-নীতি আচাৰ-ব্যৱহাৰ সহজে জনা যায়। ইংলণ্ডীয়

ভাষাত ভাল ভাল উপন্যাস বহুত আছে। সময় থাকিলে সেইবোৰ পঢ়া ভাল।

লণ্ডনত ব্যাৰিষ্টাৰী শিক্ষাৰ কলেজবোৰ—আমি আনকথাৰ অভাৱত 'কলেজ' বুলিছোঁ—এইবোৰ Inn of Court কয়। এই Inn of Court চাৰিটা—Inner Temple, Middle Temple, Lincoln's Inn, Gray's Inn. চাৰিওটা Innৰ পৰীক্ষা একে, পঢ়া একে, শিক্ষক একে, কেৱল মাত্ৰ ঘৰ বেলেগ। ব্যাৰিষ্টাৰ হ'লে চাৰিটা টাৰ্ম ৰাখিব লাগে আৰু পাঁচোটা পৰীক্ষা পাছ হ'ব লাগে। শুদা ১২টা টাৰ্ম কিম্বা শুদা পৰীক্ষা পাছ হ'লে ব্যাৰিষ্টাৰ হ'ব নোৱাৰে। আমাৰ দেশৰ কোনো কোনো মানুহৰ ভুল বিশ্বাস আছে যে কেৱল 'ডিনাৰ' অৰ্থাৎ ভোজ খালেই কি খুৱালেই ব্যাৰিষ্টাৰ হ'ব পাৰে। পৃথিৱীৰ আটাইবোৰ ভুল বিশ্বাসৰ ভিতৰত এই ভুল বিশ্বাস প্ৰধান শাৰীৰ। প্ৰত্যেক টাৰ্ম ছটা ডিনাৰ খাই ৰাখিব লাগে; ই পুৰণা নিয়মৰ অৱশিষ্ট মাত্ৰ। ডিনাৰৰ সময়ত কোনো আইন সম্বন্ধীয় তৰ্ক-বিতৰ্ক নহয়। কিন্তু এইবোৰ ডিনাৰ খাবই লাগে, নেখালে ব্যাৰিষ্টাৰ হোৱাৰ মুৰৰ ওপৰত টাঙোন। আমাৰ দেশীয় হাইকোৰ্টৰ উকীলবোৰে নতুন নিয়মানুসাৰে এবছৰ ছুটী পায়। কিন্তু ছুটী পোৱা হ'বলৈ হ'লে উকীলজনা এজন ব্যাৰিষ্টাৰৰ আফিচত এবছৰৰ নিমিত্তে সোমাব লাগিব। সেই ব্যাৰিষ্টাৰে চাৰ্টিফিকেট দিলেহে তেওঁ এবছৰৰ ছুটী পাব। উকীলে Innত ভৰ্ত্তি হোৱা সময়তে এজন ব্যাৰিষ্টাৰৰ আফিচত সোমালে একেলগে এবছৰ কাটি যায়। আৰু এটি নিয়ম আছে—ফাইনেল অৰ্থাৎ শেষ পৰীক্ষাটো যদি প্ৰথম বিভাগত পাছ হোৱা যায়, তেনেহ'লে দুটা টাৰ্ম এৰি দিয়ে। তেনেহ'লে উকীলজনাই চাৰিটা টাৰ্ম অৰ্থাৎ এবছৰ ব্যাৰিষ্টাৰ আফিচত সোমাবৰ নিমিত্তে এৰা পায়, আৰু তাৰ লগত প্ৰথম বিভাগত ফাইনেল পাছ হ'লে আৰু দুটা টাৰ্ম এৰা পায়; তেনেহ'লে তেওঁ ডেৰবছৰৰ ভিতৰতে ব্যাৰিষ্টাৰ হৈ ঘৰলৈ উভতি যাব পাৰে। আৰু এটি জানিবলগীয়া কথা, উকীলজনা যদি পঁচিশ বছৰ বয়সৰ ভিতৰত প্ৰথম হয়, তিনিশ গিনি পুৰস্কাৰ পায়, আৰু আন আন প্ৰথম বিভাগত পাছ হোৱা ছাত্ৰই ৫০ গিনি পায়। প্ৰথম বিভাগত তাকৰ ছাত্ৰ পাছ হয়। আমাৰ আসামৰ উকীল যদি কোনো হাইকোৰ্টৰ উকীল আছে, তেনেহ'লে তেওঁ ব্যাৰিষ্টাৰী পৰীক্ষাৰ বিষয়ে চিন্তা কৰা উচিত জানিহে ইমানখিনি লেখিলোঁ।

মই জানো বহুতৰ বিলাতলৈ আহিবলৈ ইচ্ছা। বিলাত যেতিয়া দেখা নেযায়, তেতিয়া কিমান বিলাতৰ ছবি মনত হয়; বিলাত তেতিয়া স্বপ্নৰাজ্য। বিলাত কেৱল ৰোগ-শোক-তাপ নোহোৱা ঠাই হেন লাগে। কিন্তু বিলাতলৈ আহিলে স্বপ্নৰাজ্যৰপৰা বাস্তৱিক ৰাজ্যলৈ অহা যায়। তেতিয়া জনা যায় যে বিলাততো ভোক লাগে, বিলাততো নৰিয়াপাটী আছে। মানুহৰ যিবোৰ কাৰ্য্য, বিলাতৰ মানুহেও সেইবোৰ কাৰ্য্য কৰে। আমি বহুত মানুহক এই স্বপ্নৰাজ্যলৈ টকা-কড়ি নোহোৱাকৈ অহা দেখিছোঁ। তেনে মানুহক আমি আহিবলৈ উৎসাহ কেতিয়াও নিদিওঁ। বিলাতলৈ টকা-কড়ি লৈ অহা উচিত। বিদেশত কত কষ্ট, কত বিপদ; বন্ধু-বান্ধৱ নাই। সেইদেখি টকাক বন্ধু কৰি লৈ অহা উচিত। টকাৰ সমান বন্ধু আমাৰ দেশতো নাই; বিলাততো কথাই নাই। যদি কোনো ল'ৰা লেখা-পঢ়াত বৰ চোকা অথচ টকা-কড়ি নাই, তেনেহ'লে টকা পুতি থোৱা মানুহসকলে টকা পুতি থোৱা এৰি তেনে ল'ৰাক বৃটেনলৈকে হওক, বা আমেৰিকালৈকে হওক, কি জাপানলৈকে হওক, কি য়ুৰোপৰ আন ঠাইলৈকে পঠোৱা উচিত। দেশৰ উপকাৰ কৰাৰ ই এটা প্ৰধান বাট।

আজি আৰু ইমানতে এৰিলোঁ। যদি আপুনি ভাল পায় আৰু আপোনাৰ পঢ়োঁতা ডাঙৰীয়া-ডাঙৰীয়ানীসকলৰ আজ্ঞা হয়, ক্ৰমে বৃটেনৰ বিষয়ে লেখিবলৈ চেষ্টা কৰিম।

## ( ২ )

সম্পাদক ডাঙৰীয়া,

গ'লবাৰত আমাৰ দেশৰ মানুহ বিলাতলৈ অহা উচিত বুলি আপোনালৈ লেখিছিলোঁ। 'বিলাত' বুলি কোৱাত আপুনি নেভাবিব যে মই অকল ইংলণ্ডকহে বুজাইছোঁ; য়ুৰোপৰ আন আন ঠাই আৰু আমেৰিকাকো বিলাত বুলি ভাবক। আন কি, জাপানলৈকো আমাৰ ল'ৰাবোৰ যোৱা উচিত। যি দেশত শিক্ষা পোৱা যায়, সেই দেশলৈকে যোৱা উচিত। দুখৰ বিষয়, আমেৰিকা আৰু জাপানৰ বাতৰি মই সমূলি দিব নোৱাৰোঁ। য়ুৰোপৰ ভিতৰত ইংলণ্ড আৰু স্কটলণ্ডৰ বাতৰিহে মই ভালকৈ দিব পাৰিম। ফ্ৰান্সৰ বাতৰিও অলপ-অচৰপ দিব পাৰিম। যদি সময় পাওঁ সেইবোৰ লাহে লাহে লেখি থাকিম। আপোনাৰ কাকতৰ নিমিত্তে লেখাটো সুখৰ কথা।

গ'লবাৰত কৈছোঁ যে ৰূপ-বান নোহোৱাকৈ বিলাতলৈ আহিবলৈ মই কাকো উৎসাহ নিদিওঁ। ইয়ালৈ টকা-কড়ি নোহোৱা ভাৰতবৰ্ষীয় মানুহ আহি বৰ বিপন্নাৱস্থাত পৰা আমি দেখিছোঁ। ভাল মানুহৰ বহুতো ল'ৰাই ইয়ালৈ আহি কিমান যে সৰু কামত হাত দিয়া দেখিছোঁ, কি ক'ম! যেনে—বাটে বাটে 'হেণ্ডবিল' বিলোৱা, হোটেলত চাকৰ হোৱা ইত্যাদি। আমাৰ দেশৰ ভাল মানুহৰ ল'ৰা ইয়ালৈ আহি টকা-কড়িৰ অভাৱত পৰি সৰু কামত হাত দিবলৈ বাধ্য হোৱাটো দেখা পালে ভাল নেলাগে। আপোনাৰ পাঠকসকলৰ ভিতৰত যদি কোনোৱে য়ুৰোপলৈ আহিবলৈ মনত থিৰ কৰে, তেওঁ যেন বিপদৰ বন্ধু, পৃথিৱীত শক্তিশালী বন্ধু টকাক ভালকৈ সম্বল কৰি লগত লৈ আহে। "বিলাতলৈ গৈ তাত কাম কৰি টকা উপাৰ্জ্জন কৰিব পাৰিম" বুলি যেন কোনো নাহে।

আপুনি হয়তো সুধিব, "তুমি কিমান বয়সত আমাৰ ল'ৰাবিলাকক বিদেশলৈ যাবলৈ কোৱাঁ?" উত্তৰত কওঁ যে ওঠৰ বছৰৰ আগেয়ে কেতিয়াও নহয়। তাৰ মানে এফ. এ. মান পাছ কৰি অহাটো ভাল। এফ. এ. পাছ নকৰি যে কাকো আহিবলৈ মই কোৱা নাই এনে নহয়। সেইদৰে মোৰ ক'বৰ মানে এইটোহে যে যিমান সৰহকৈ লিখা-পঢ়া শিকি আমাৰ দেশৰপৰা ইয়ালৈ অহা যায়, সিমান ভাল। ই গ'ল ল'ৰাৰ কথা। বয়সিয়াল মানুহ যেতিয়াই পাৰে তেতিয়াই অহা উচিত। দেশত মটৰ-গাড়ী নিকিনি, কলিকতাৰ ডাঙৰ ডাঙৰ দোকানত ধাৰে বস্ত্ৰ-বেহানি নিকিনি, পাটৰ 'পাঞ্জাবী' চোলা, ফিফিৰীয়া পাতল চুৰিয়া, নানা ৰঙৰ 'চাদৰ' নিপিন্ধি, অমুক জান-বিবিৰ নাচ, অমুকী বাইজীৰ নাচ চাই পৈতৃক জমিদাৰীৰ কিম্বা আন পৈতৃক সম্পত্তিৰ শ্ৰাদ্ধ নকৰি যদি আমাৰ (আমাৰ মানে মই কেৱল আসামৰ কথা কোৱা নাই, ভাৰত গোটেইখনৰ কথা কৈছোঁ) দেশৰ ধনী মানুহে দেশ ভ্ৰমণ কৰে, তেনেহ'লে সেই টকাৰ কিঞ্চিৎ সদ্ব্যৱহাৰ হয়। সি যি হওক, ভাৰতৰ ভালেমান ঠাইৰ-পৰা ইংলণ্ডত এনে মানুহ মাজে মাজে দেখি আমাৰ চকু জুৰায়।

আমাৰ দেশৰ মানুহ এই দেশলৈ মে' মাহমানত অহা উচিত। ইংলণ্ডত বতৰৰ ঠিক নাই। আমাৰ দেশত ছয় ঋতু। ইয়াত চাৰিটা। এজন ৰসিক মানুহে কৈছে, বিলাতত কেৱল এটা ঋতু অৰ্থাৎ জাৰ। জহকালিক তেওঁ "Leafy winter" অৰ্থাৎ পতীয়া জাৰকালি বুলি কৈছে। কেতিয়াবা ইয়াত জহকালিও বেছ জাৰ; আৰু কেতিয়াবা জহকালি ইমান জহ হয় যে বাটে-ঘাটে

দুৰ্ব্বল-সবল মানুহ মূৰ্চ্ছা যায় আৰু কোনো লোকৰ মৃত্যুও হয়। বৃটেনৰ জহকালি বৰ সুন্দৰ। যিবোৰ গছ-গছনিৰ গাৰপৰা জাৰকালিয়ে নিৰ্দ্দয়ভাৱে আৱৰণ কাঢ়ি লয়, বসন্তকালে দয়া-পৰবশ হৈ সিহঁতৰ গাত সেই আৱৰণ নতুনকৈ দিয়ে। জহকালিৰ সদ্ব্যৱহাৰত গছ-গছনিবোৰে অতি সুন্দৰ ৰূপ ধাৰণ কৰে। ৰ'দৰ প্ৰকোপ সিমান নাই। সাপ কিম্বা তেনে জন্তুৰ প্ৰাদুৰ্ভাৱ নাই। সেইদেখি মনৰ সুখেৰে আপুনি কোনো বাগিচা বা মুকলি ঠাইলৈ গৈ, পাইপ মুখত লৈ আপোনাৰ প্ৰিয় কবি নাইবা গ্ৰন্থকাৰৰ গ্ৰন্থ লগত লৈ ঘাঁহৰ ওপৰত বহি বা দীঘল হৈ পৰি নিৰ্ভয়ে নিৰ্বিঘিনিয়ে পৰম সুখ অনুভৱ কৰিব পাৰে; ইচ্ছা হ'লে ওচৰতে উমলি ফুৰা সৰু সৰু ল'ৰা-ছোৱালীৰ ৰং-ধেমালি চাব পাৰে; গাভৰু ছোৱালীৰ ৰূপৰ প্ৰশংসা কৰিব পাৰে; নাইবা বুঢ়া-বুঢ়ীসকলে তেওঁলোকৰ অতীতৰ কথা ভাবি ভাবি লাহে লাহে খোজ কঢ়া দেখি সংসাৰৰ গতি-বিধিৰ কথা ভাবি ভাবি আপুনি সুন্দৰৰূপে নিদ্ৰাও দিব পাৰে। সঁচাকৈয়ে ইংলণ্ডৰ জহকালি সুখৰ বস্তু। আপুনিও যদি জীৱনৰ বসন্ত কিম্বা জহকালিত, তেনেহ'লে এই জহকালি আপোনাৰ আৰু সুখকৰ হ'ব। মোৰ কবিতা লেখিবৰ শক্তি নাই; থকা হ'লে কবিতা এটা লেখি ইংলণ্ডীয় জহকালিক বন্দনা কৰি আপোনালৈ পঠিয়ালোঁহেঁতেন।

জহকালি ইয়াত সূৰ্য্য ৮॥ বজা ৯ বজাত অস্ত যায়, ৩॥ কি ৪ বজাত উদয় হয়। লাহে লাহে শৰৎকালৰ আগমনত সময় কমি আহে। জাৰকালি বহুত দিন সূৰ্য্যদেৱতাক দেখাকে পোৱা নেযায়। পাৰ্চী এজনে তেওঁলোকৰ ধৰ্ম্ম সমৰ্থন কৰি এজন ইংলণ্ডীয়ক কি কৈছিল আপুনি অৱশ্যে জানে। ইংলণ্ডীয়জনে পাৰ্চীজনক সুধিলে, "তোমালোকে সূৰ্য্যক কিয় পূজা কৰা? ছিঃ ই বৰ বেয়া কথা তোমালোকৰ।" পাৰ্চীজনে ইংলণ্ডীয়জনৰ মুখৰ কথা শেষ হ'বলৈ নিদিয়াকৈ ক'লে—"মনে মনে থাকা দেওহে, আমাৰ সূৰ্য্য তোমালোকৰ ইয়াত থকা হ'লে তোমালোকেও তেওঁক পূজা কৰিলাহেঁতেন।" জাৰকালি কেতিয়াবা ইয়াত এনে এন্ধাৰ হয় যে দিনৰ দিনটো চাকি লগাইহে কাম-বন কৰিব পাৰি। আজি জাৰকালিৰ কথা কৈ আপোনাক নকঁপাওঁ। জহকালিৰ কথাকে শুনক।

এই দেশত কোনো মানুহ যিমান দুখীয়াই হওক, কমপক্ষেও জহকালি তেওঁ এসপ্তাহমান কাম-বনৰপৰা আজৰি লৈ সপৰিয়ালে নগৰৰ গেজাগেজিৰপৰা উদ্ধাৰ হৈ হয় সমুদ্ৰৰ তীৰত, নহয় গাঁৱৰ সুবিস্তীৰ্ণ পথাৰৰ ওচৰত আশ্ৰয় লৈ তেওঁৰ শৰীৰৰ ভাগৰ আৰু আমনি খেদাই আকৌ কামৰ নিমিত্তে প্ৰস্তুত হয়।

এইটো বৰ ভাল নিয়ম। আমাৰ দেশৰ মানুহে এনে বিশ্ৰামৰ মূল্য বুজা হ'লে আমাৰ দেশত নৰিয়াপাটীৰ লেথ ভালেমান কমিলহেঁতেন। সি যি হওক, এই "Taking a holiday" নিয়মটো ইয়াত বৰ প্ৰচলিত।

আজকালি "Where are you going for your holiday ?" এই প্ৰশ্নটো সাধাৰণ। লণ্ডনৰ ওচৰত বহুতো সমুদ্ৰতীৰ ঠাই আছে। বৃটেনখনেই বা কিমান ডাঙৰ? তিনি-চাৰি ঘণ্টা ৰেলত ফুৰি এঠাইৰপৰা এঠাইলৈ গ'লেই বহুতে ইয়াত খুব ভাবে যে তেওঁ খুব ফুৰি আহিল। "You must be feeling very tired after your long journey, do you have another cup of tea ?" এইদৰে এজনে এজনক কোৱা প্ৰায়ে শুনা যায়।

ইংলণ্ডীয় মানুহ অতি ভদ্ৰ। যি মানুহৰ বিশ্বাস ইংলণ্ডীয় মানুহ বেয়া বুলি, তেওঁৰ সেই বিশ্বাস ভুল। আমাৰ দেশত থকা কোনো কোনো ইংলণ্ডীয়, স্কটলণ্ডীয়, আয়ৰ্লণ্ডীয় মানুহৰ ব্যৱহাৰত যদি এনে বিশ্বাস হৈ থাকে, তেনেহ'লে সি অন্যায়। আমাৰ দেশৰ যি মানুহে এনে ভাবে, বৃটেনলৈ তেওঁৰতো অহা নিতান্ত উচিত; তেনেহ'লে তেওঁৰ ভুল গুচিব। বৃটিছ জাতি ইংলণ্ডত কেনে, চাই গ'লেহে তেওঁলোকৰ প্ৰতি মৰম-শ্ৰদ্ধা আমাৰ দেশৰ মানুহৰ নিশ্চয় বাঢ়িব।

ব্ৰাইটন লণ্ডনৰপৰা ৫০ মাইল দূৰ। ইয়াক Queen of seaside resorts বুলি কোৱা হয়। লণ্ডনৰ ওচৰত এই ঠায়েই সমুদ্ৰতীৰৰ ঠাইৰ ভিতৰত প্ৰধান। বৃটেন দ্বীপৰ সমুদ্ৰতীৰৰ ঠাইৰ অন্ত নাই। তাৰ ভিতৰত নামজ্বলা ঠাই বহুতো। এই নামজ্বলা ঠাইৰ ভিতৰত ব্ৰাইটনক কোনোৱে সৰ্ব্বপ্ৰধান ঠাই বোলে। কোনোৱে এই ঠাইৰ আকাৰ দেখি ইয়াক London by the sea বুলিও বিদ্ৰূপ কৰি কয়। মানুহে সমুদ্ৰতীৰলৈ যেতিয়া যায়, তেতিয়া "ফ্যাচ্যন"ৰ ধাৰ সিমান নেধাৰে, অৰ্থাৎ কাপোৰৰ পিনে তেওঁ সিমান চকু নেৰাখে কিন্তু ব্ৰাইটনত এনে নহয়। লণ্ডনত যেনে পৰিপাটিৰূপে কাপোৰ-কানি পিন্ধিব লাগে, ব্ৰাইটনতো তেনেকৈ মানুহে পিন্ধে। লণ্ডনলৈ যি মানুহ আহে, ব্ৰাইটনলৈ অন্ততঃ এদিনৰ বাবে তেওঁৰ যোৱা উচিত।

ইয়াত ৰেল গাড়ীত অহা-যোৱাৰ বৰ সুবিধা। এনে সুবিধা যে মানুহে ব্ৰাইটনৰপৰাও লণ্ডনলৈ আহি আফিচ কৰি দিনৌ উভতি যাব পাৰে। কোনো কোনোৱে এনে কৰেও। বৰ দ্ৰুত ট্ৰেন হ'লে এঘণ্টাতে ব্ৰাইটনৰপৰা লণ্ডন কি লণ্ডনৰপৰা ব্ৰাইটনলৈ আহিব পাৰি। ইয়াত ভাল মানুহেও তৃতীয় শ্ৰেণীৰ গাড়ীত উঠে। তৃতীয় শ্ৰেণীত মুঠাটোৱেইহে বিৰল। অৱশ্যে বৰ ডাঙৰ মানুহ,

বৰ ধনী মানুহসকলে প্ৰথম শ্ৰেণীত উঠে আৰু কোপ-যষ্টী মানুহো উঠে। সাধাৰণতঃ কিন্তু তৃতীয় শ্ৰেণীতহে মানুহ উঠে। অৱশ্যে আমাৰ দেশৰ তৃতীয় শ্ৰেণী আৰু ইয়াৰ তৃতীয় শ্ৰেণীৰ অৱস্থা বহুতো বেলেগ। এই কাৰণেই তৃতীয় শ্ৰেণীত বিনাকষ্টে ভ্ৰমণ কৰিব পৰা যায়। আৰু এটা কথা, দেশখনেই বা কিমান ডাঙৰ! ৰেলত বিচনা পাতি শোৱাৰতো সিমান দৰ্কাৰ নাই। আমাৰ দেশত কলিকতাৰপৰা বম্বে, কি কলিকতাৰপৰা পুৰী, কি টুটিকোৰিন কিমান দূৰৰ বাট! পানী ল, বিচনা ল, পেৰা ল, হেৰ' অমুকাৰাম, ধোঁৱাখোৱাটো ল'বলৈ নেপাহৰিবি ইত্যাদি। ইয়াত সেইবোৰৰ সিমান আসোঁৱাহ নাই। য'লৈকে আপুনি যাব, আপুনি বিচনা-পাটী, গামোচা ইত্যাদি পাব। সেই-দেখিয়েই ইয়াৰপৰা মানুহ গ'লে বম্বেত "তোৱালিয়া" কিনা, গাৰু কিনাৰ ধুম পৰি যায়। জাৰকালি হ'লে ৰেলগাড়ীত এখন "ৰগ" (rug) লৈ ফুৰা ভাল। দীঘলীয়া বাট হ'লে—যেনে, ভাবক এডিনবৰাৰপৰা লণ্ডনলৈ ৰগ, গাৰু কেৰেয়াকৈ ল'বলৈ পায়। তৃতীয় শ্ৰেণীত ভালকৈ আৰামেৰে শুই টোপনিয়াব নোৱাৰি; চলি-বহিয়েই সেই কাম সম্পন্ন কৰিব লাগে। প্ৰথম শ্ৰেণী, দ্বিতীয় শ্ৰেণীতো তথৈবচ বুলিলেই হয়।

সি বাৰু যি হওক, আমি ব্ৰাইটনৰ কথাকে অলপ আৰু কৈ এইবাৰৰ লেখা সামৰোঁ। ব্ৰাইটনক চতুৰ্থ জৰ্জে 'ফ্যাচ্যনেবোল' কৰে। চতুৰ্থ জৰ্জ যেতিয়া প্ৰিন্স অব্ ৰেগ্‌চ আছিল, তেতিয়া তেওঁ সেইখিনি সময়ৰ 'ফ্যাচ্যন'ৰ ৰজা আছিল। তেওঁ সেই ঠাইত পূৰ্ব্বদেশীয় ধৰণৰ এটা ৰাজপ্ৰাসাদ নিৰ্ম্মাণ কৰাইছিল। তেতিয়াৰপৰা ব্ৰাইটন "ফ্যাচ্যনেবোল" হ'ল। আজি-কালি এই প্ৰাসাদ ছ পেনি দি সোমাই চাব পাৰি; আৰু ইয়াত সপ্তাহত কোনো কোনো দিন ব্যাণ্ড বাজে। এই প্ৰাসাদৰ নাম Pavilion. ইয়াৰ Architecture একেবাৰে আমাৰ দেশী; অৰ্থাৎ তাৰ ওপৰত ডোমবোৰ ঠিক মছজিদৰ ডোমৰ (dome) দৰে। আৰু এই প্ৰাসাদ যে Oriental ধৰণৰ, তাৰ আন চিনো আছে। ব্ৰাইটনলৈ গ'লে এবাৰ অন্ততঃ এই Pavilionৰ ভিতৰৰ চাৰিউ ফালে ভুমুকি মাৰি অহা উচিত।

আৰু এটি কথা। ইংলণ্ডৰ ডাঙৰ ডাঙৰ মানুহৰ (আমাৰ দেশৰো আজি-কালি তথৈবচ) প্ৰায়ে বাতৰ বেমাৰ আছে; তেতিয়াও আছিল। ব্ৰাইটনত সেইখিনি সময়ত এজন ভাৰতবৰ্ষীয় মুছলমান আছিল। তেওঁ ৰোগীৰ গা পিটিকি মৰিয়া ভাল কৰিছিল। তেৱোঁ ব্ৰাইটনক 'ফ্যাচ্যনেবোল' কৰাৰ এটি কাৰণ।

আমি ভাৰতবৰ্ষীয়। সেইদেখি যেতিয়া আমি এই বিষয়ে জানিব পাৰিলোঁ, তেতিয়া আমাৰ বৰ আনন্দ হৈছিল। ভাৰতবৰ্ষৰপৰা মানুহ তেতিয়াও ইংলণ্ডলৈ আহিছিল, আজি-কালিতো আৰু অহা উচিত।

যি মানুহ ইংলণ্ডলৈ আহে তেওঁ কেৱল লণ্ডনতে বহি থকা অনুচিত, আন ঠায়ো চোৱা ভাল। ব্ৰাইটন ওচৰতে, সেইদেখি ব্ৰাইটনৰ কথা কেষাৰমান কৈছোঁ। ইয়াৰ জল-বায়ু ভাল। সেইদেখি এই ঠাইক বহুতে Dr. Brighton বুলিও মাতে।

সমুদ্ৰৰ তীৰডোখৰ বন্ধোৱা। তাত মানুহে অনবৰত খোজ কাঢ়িবই লাগিছে। ইয়াত দুখন Pier আছে, এখনৰ নাম West Pier আৰু আনখনৰ নাম Palace Pier। গঙ্গাৰ গোপালপুৰত এমাহমান আমি আছিলোঁ, আপুনি জানে। তাতো আমি ভগা হওক ছিগা হওক এখন পিঁয়েৰ দেখিছিলোঁ। আমাৰ অসমৰ মানুহে পিয়েৰ (Pier) কি বুজা অলপ টান যেন পাওঁ। সমুদ্ৰতীৰৰপৰা দলঙৰ দৰে কাঠ আৰু লোৰে তৈয়াৰ কৰা এটি বস্তু—এই ধৰক হাওড়াৰ পুলৰ সমান দীঘল। অৱশ্যে সকলো পিয়েৰৰ দীঘ একে নহয়। কোনোখন ডাঙৰ, কোনোখন সৰু। এই Pierবোৰৰ মূৰত সমুদ্ৰৰ পানীৰ ওপৰত প্ৰায়ে এটা ঘৰ থাকে। সেই ঘৰটোক Pavilion বোলা হয়। এই পেভিলিয়নত গান-বাজনা, থিয়েটাৰ, কি আন ৰকম আমোদ-প্ৰমোদ হয়। Pier-ত সোমাওঁতে পইচা দি সোমাব লাগে আৰু পিয়েৰৰ মূৰত থকা প্যাভিলিয়নত সোমাওঁতে আকৌ পইচা দি সোমাব লাগে; অৰ্থাৎ ইংলণ্ডত সঁচাকৈয়ে উঠোঁতে-বহোঁতে পইচা! সমুদ্ৰৰ তীৰৰ বন্ধোৱা বাটত ডেক মাচিয়া কি আন মাচিয়া সজোৱা আছে। তাত বহোঁতেও পইচা দি বহিব লাগে, বেঞ্চত পইচা দিব নেলাগে।

ব্ৰাইটনৰ লগালগি এখন ঠাই Hove. সিও ব্ৰাইটন, West Brighton বোলে। এই যেনে কলিকতা শ্যামবজাৰ, কি কলিকতা ভৱানীপুৰ। ব্ৰাইটনৰ-পৰা চাৰি মাইল দূৰত Rotting dene বুলি এখন ঠাই আছে। ইয়াত বিখ্যাত চিত্ৰকৰ বৰ্ণ জোনৰ্চ,লেখক ৰডিয়াৰ্ড কিপলিঙৰ ঘৰ আছে। আচল ব্ৰাইটনতকৈ পশ্চিম ব্ৰাইটনত নিজান দেখি হোভ অথবা পশ্চিম ব্ৰাইটনত সৰহ মানুহ থকিবলৈ চেষ্টা কৰে।

যেনে দেখা গৈছে, এনে মনত হ'ব পাৰে যে দুশ, তিনিশ বছৰৰ পাছে ব্ৰুটেনৰ চাৰিউফালে সমুদ্ৰতীৰবোৰ ঘৰেৰে পৰিপূৰ্ণ হৈ যাব। ইমান সোনকালে

ইয়াত চাৰিউফালে ঘৰবোৰ তৈয়াৰ হ'ব ধৰিছে যে সমুদ্ৰতীৰৰ প্ৰাকৃতিক শোভা মানুহৰ ঘৰে নথকা কৰিব। ই অৱশ্যে আমাৰ নিজৰ কল্পনা। আমি পোন্ধৰ বছৰৰ আগেয়ে ইংলণ্ডলৈ যেতিয়া আহোঁ, তাতকৈ ইংলণ্ডত ঘৰবোৰ সৰহ যেন এতিয়া লাগে।

( ৩ )

এই চিঠিবোৰ লেখি থাকোঁতেই Inns of Courtৰ নিয়ম অলপ বদলিছে। আগেয়ে Inns of Courtৰ কথা লেখিছিলোঁ। সেইদেখি এই নতুন নিয়মৰ কথা অলপ কৈ থওঁ। এই নতুন নিয়ম অলপতে আৰম্ভ হ'ব। পুৰণি নিয়ম অনুসাৰে এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈয়েই Innত ভৰ্ত্তি হ'ব পৰা গৈছিল। এই নতুন নিয়ম অনুসাৰে ভাৰতীয় বিশ্ববিদ্যালয় এটিৰ 'গ্ৰেজুৱেট' নহ'লে Innত ভৰ্ত্তি হ'ব নোৱাৰি ; নহ'লে লণ্ডনৰ "মেট্ৰিকিউলেচন" অথবা আন কোনো এনে এটা পৰীক্ষা দিহে ভৰ্ত্তি হ'ব পৰা যাব। সেইদেখি ইয়াৰ পৰা "বি. এ." পৰীক্ষাত উত্তীৰ্ণ হৈহে এতিয়া আমাৰ ল'ৰাবোৰ ইংলণ্ডলৈ যোৱা উচিত। ইয়াৰপৰা যিমানদূৰ পৰা যায়, শিকি-পঢ়িহে য়ুৰোপলৈ যোৱা উচিত, ল'ৰা ব্যাৰিষ্টাৰ হ'বলৈকে হওক কি আন কোনো ব্যৱসায়কে শিকিবলৈ যাওক। যদি এনে কোনো ৰূপ-বান থকা মানুহ আছে যি অতি সকতে ল'ৰাক পঠাব পাৰে, তেনেহ'লে তেওঁক আমি ল'ৰা এঘাৰ-বাৰ বছৰমান বয়সত পঠাবলৈ কওঁ। তেতিয়াহ'লে ল'ৰাক তাত ইংৰাজী স্কুলত পঢ়ৱাব পাৰি। তাৰ ইংৰাজী স্কুলত পঢ়া এটা বৰ শিক্ষা।

আমি যেতিয়া প্ৰথমে বিলাতলৈ যাওঁ, তেতিয়া আমাৰ বয়স পোন্ধৰ বছৰ আছিল। দুবছৰমান লণ্ডনৰপৰা ত্ৰিশ মাইল দূৰৰ চেলেম্‌চফৰ্ড (Chelmsford) বুলি এখন ঠাইৰ স্কুলত আছিলোঁ। দহ-এঘাৰ বছৰত আমি সেই স্কুললৈ যোৱা হ'লে আমাৰ শিক্ষাৰ আৰু উন্নতি হ'লহেঁতেন। যিখিনি কাল সেই স্কুলত আছিলোঁ, সেইখিনি কালত বহুতো শিক্ষা আমাৰ হৈছিল। দহ-এঘাৰ বছৰত যেনেকৈ নতুন এটা বস্তু শিকা যায়, বয়স বেছি হ'লে তেনেকৈ নেযায়। তাত গৈ দেখিলোঁ যে থাৰ্ড-ফ'ৰ্থ ফৰ্মৰ (অৰ্থাৎ আমাৰ ষষ্ঠ-পঞ্চম শ্ৰেণী) ল'ৰাই Chemistry, Physics পঢ়ে। ইংৰাজী কিতাপ প্ৰায় একে, অঙ্ক আমাৰ ইয়াৰ সৰহেই। সেইদেখি যেতিয়া সেই স্কুলৰ চিক্‌চৰ ফৰ্মত (আটাইতকৈ

ওথ শ্রেণীত, এই ধৰক আমাৰ প্রথম শ্রেণী ) ভর্ত্তি হ'লোঁ, ( কিয়নো তলৰ ক্লাছত ভর্ত্তি বয়সৰ নিমিত্তে হ'ব নুখুজিছিলোঁ। হেড্‌মাষ্টৰে আমাক ভাৰতবর্ষীয় দ'ৰা দেখি সেই শ্রেণীত ভর্ত্তি কৰাই দিলে।) তেতিয়া আমি ডবল পৰিশ্রম কৰি নতুন নতুন বিষয় শিকিবলগীয়াত পৰিলোঁ—যেনে লেটিন, ফ্রেন্স, মেকেনিক্স ইত্যাদি। সৰুতে যোৱা হ'লে এইবোৰ বিষয় আমাৰ টান নেলাগিলহেঁতেন। সেইদেখি আমি কওঁ, স্কুলত ল'ৰা দিব লাগিলে ল'ৰাক দহ, এঘাৰ, বাৰ বছৰমানত পঠাব লাগে; তেতিয়াহ'লে ল'ৰাই তাৰ নিয়মেৰে সুন্দৰৰূপে শিক্ষা পাব পাৰে।

ইংলণ্ডীয় বতৰৰ কথা আমি আগেয়ে অলপ উনুকিয়াইছোঁ। ইংলণ্ডৰ বতৰ এটি অত্যাশ্চর্য্য পদার্থ। এদিনতে নানান ৰকম বতৰৰ নমুনা পোৱা যায়। সেই দেশৰ মানুহে দেখা হ'লেই বতৰৰ কথা ক'বই ক'ব; যেনে—"Fine day", "wretched day", "rather cold for the year", "glorious weather", "quite seasonable", "rather warm" ইত্যাদি। এই বতৰৰ বিষয়ে দিনে যে কিমান আলোচনা আৰু কথা-বতৰা হয়, তাৰ লেখ-জোখ নাই। আপুনি এখন দোকানলৈ সোমাই হয়তো আধা পেনিৰ কাগজ কিনিব; কিন্তু দোকানদাৰ কি দোকানদাৰনীয়ে ভদ্র হ'লেই, আপোনাৰ লৈতে, বাজি ৰাখিব পাৰোঁ, বতৰৰ কথা ক'বই ক'ব। তাৰ পিছত হয়তো তাৰ ওচৰৰে এখন দোকানত আপোনাৰ হেঁপাহৰ (favourite) বস্তু কিনিবলৈ যাব, আকৌ weatherৰ কথা। হয়তো Afternoon tea partyলৈ আপোনাৰ নিমন্ত্রণ, বহুতো তিৰুতাৰ সমাগম; "Aren't we having wretched weather ?" উত্তৰ—"Oh wretched isn't the word", অথবা "Isn't it wretched ?" আমাৰ নব্যশিক্ষিত মানুহেও আমাৰ দেশত ইংৰাজী নিয়ম অনুকৰণ কৰি 'weather'ৰ কথা কয়। আমাৰ weather তেনে পৰিবর্ত্তনশীল নহয়, সেইদেখি সেই নিয়ম ইয়াত নেখাটে। কিছু দিনৰ আগেয়ে বিলাতৰপৰা আমি এবাৰ উভতি আহোঁতে কলিকতাত এজনী শিক্ষিতা গাভৰু ছোৱালীৰ লৈতে চিনাকি হোৱাৰ পাছতেই তেওঁ আমাক সুধিলে, "What do you think about the weather ?" তাৰ ভদ্রোচিত যি উত্তৰ দিবলগীয়া দিলোঁ। আন এজন 'বিলাত ফেৰত'ৰপৰা শুনিলোঁ—সেই ভদ্রমহিলাজনাই তেওঁৰে লৈতে চিনাকি হোৱাৰ পাছতেই আমাক সোধাৰ দৰেই তেওঁকো সেই একে প্রশ্ন সুধিছিল। আমি ইয়াত অলপ হাঁহিলোঁ। আন এদিন

এটি সান্ধ্য সম্মিলনত আকৌ সেই মহিলাজনাৰে সৈতে দেখা হোৱাত আকৌ সেই প্ৰশ্ন "What do you think about the weather ?" সেইখিনি সময়ত এই বিষয় লৈ আমাৰ ভিতৰত এটা হাঁহিৰ কথা হৈ পৰিল।

ইংলণ্ডলৈ গ'লে এটি কথা বৰ কাণত বাজে—সেই কথাটি "থেঙ্ক ইউ" (Thank you); যেতিয়াই-তেতিয়াই "থেঙ্ক ইউ"। বাপেক-মাকে পুতেক-জীয়েকক, পুতেক-জীয়েকে বাপেক-মাকক, গিৰীয়েকে ঘৈণীয়েকক, ঘৈণীয়েকে গিৰীয়েকক, বন্ধুৱে বন্ধুক, এনে কি চাকৰ-চাকৰণীকো "থেঙ্ক ইউ" দিব লাগে। এটা বস্তু আপুনি এজনক দিলে তেওঁ ক'ব 'Thank you', আকৌ আপোনাৰ বস্তুকে আপোনাক তেওঁ ওভোতাই দিলে আপুনি ক'ব 'Thank you'! 'Thank you' নোকোৱাটো বৰ অভদ্ৰ কাম। বাটত বৰ ভিৰ, আপুনি ভিৰ ঠেলি যাব খোজে, সেইখিনি সময়ত "Will you let me pass, please" কোৱাটো কথা। বহুতে কেৱল 'Thank you' কৈয়েই সাৰে। এই "থেঙ্ক ইউ" কোৱা অভ্যাস তাত সাত-আঠ দিন মানতে হৈ যায়। ৰেলত টিকট কিনোতে "Thank you"। আপুনিও "থেঙ্ক ইউ," সিজনেও "থেঙ্ক ইউ"। কোনো এটা কাম কৰিলেই "থেঙ্ক ইউ"। প্ৰথমে ইয়াৰপৰা যোৱা মানুহৰ কাণত এই কথা বৰ বাজে। তাৰ কোনো মানুহে "থেঙ্ক ইউ"ৰ "থেং"ডোখৰ মুখৰপৰা ফুলিয়ায়েই, "কিও" কৈয়েই সাৰে।

তাৰ "ছোটলোক"ৰ মাত বুজা টান। এই মাত বুজাটো কালত সহজ হৈ যায়। সিহঁতৰ ভিতৰত এজনে এজনৰ লগত কথা কোৱা শুনিবলৈ বৰ 'মজা'। আধা কথা মুখৰ ভিতৰতে থাকে, তেও সিহঁতৰ বুজাত কোনো ব্যাঘাত নহয়। ন-কৈ প্ৰথমতে আপুনি বিলাতলৈ গ'লে ভাবিব ইহঁতে কি বেবেৰিবাং বকিছে। আমাৰ ইয়ালৈ Soldier, Sailor যি শ্ৰেণীৰপৰা আহে, সেই শ্ৰেণীৰ মানুহৰ এনেকুৱা কথা। ভদ্ৰ মানুহৰ কথা বুজা তেনে টান নহয়। কোনোৱে ইমান লাহে লাহে আৰু স্পষ্টকৈ কয় যে বুজিবলৈ অলপো কষ্ট নহয়। তিৰুতা মানুহৰ কথা যুনিহতকৈ স্পষ্ট। ইংৰাজী শিকিবলৈ হ'লে তিৰুতা মানুহৰ সৈতে কথা কোৱা উচিত। সেইবুলি অশিক্ষিত তিৰুতাৰ লগত আমি কথা ক'বলৈ নকওঁ। আৰু এটা কথা এইখিনিতে কৈ থওঁ —Stage, Pulpit আৰু *Bar* এই তিনিটিৰ Style ইংৰাজী ভাষাৰ আদৰ্শ। সেইদেখি থিয়েটৰলৈ, গিৰ্জালৈ আৰু প্ৰধান বিচাৰালয়বোৰলৈ আমি আমাৰ দেশৰ ল'ৰাক যাবলৈ উপদেশ দিওঁ। এইবোৰ ঠাইলৈ গ'লে এজন মানুহ অলপৰ্দ্ধ হ'লেও কিছু নিশিকি

নোৱাৰে। থিয়েটৰৰ বিষয়ে পিছত সময় পালে লেখিম। ইয়াকে এতিয়া কৈ থওঁ, আমাৰ থিয়েটৰ আৰু তাৰ থিয়েটৰৰ ভিতৰত বহুতো প্ৰভেদ।

গ'লবাৰৰ (অৰ্থাৎ বহাগ মাহৰ) বাহীত ব্ৰাইটনৰ বিষয়ে ওলাইছিল। ব্ৰাইটনত চাবলগীয়া বস্তু বহু আছে। পীয়েৰলৈ পুৰা-গধূলি যাব লাগে, তাত বেণ্ড বাজে। কাপোৰ-কানিৰ আড়ম্বৰ তাত বহুত—অৱশ্যে যাৰ যাৰ পইচা আছে তাৰ তাৰ। যাৰ ৰূপ-বান নাই, তাৰ বেলেগ কথা। সমুদ্ৰতীৰৰ বাটৰ ওপৰত এডোখৰ ঘাঁহ থকা ঠাই (Lawn) আছে। সেই ঠাইডোখৰৰ নাম **Brunswick Lawn.** এই **Lawn**তে দেওবাৰে পুৱা গিৰ্জাৰ পাছত ১২ মান বজাত গোটেই পুৱাটোৰেই একৰকম চাবলৈ গ'লে কাপোৰ-কানিৰ ধুম চাবলগীয়া। সূৰ্য্যৰ তাপ ঢকা ছাতিৰ (sunshade) বৰণৰ কি ধুম! সেই সুন্দৰ কাপোৰ-কানি পিন্ধা সুন্দৰ মানুহৰ ওচৰত, মাজত থোজ কাঢ়ি সমুদ্ৰ-তীৰৰ অ'জন (Ozone) খাই শৰীৰ আৰু মনক সুস্থ কৰা বৰ তৃপ্তিকৰ। সমুদ্ৰতীৰৰ ঠাইলৈ যোৱা মানে ফুৰা, কেৱল বাহিৰত থাকি শৰীৰক সবল কৰা আৰু মনক তৃপ্ত কৰা, কেৱল এই কাম। বহালৈ কেৱল খাবলৈহে যোৱা হয়। আপোনাৰ যদি ইচ্ছা হ'ল আপুনি ল্যাণ্ডোগাড়ী কেৰেয়া কৰি ফুৰিব পাৰে; আৰু ডাঙৰ ডাঙৰ গাড়ীতো বহু মানুহ যাব পৰা কৰি যাব পাৰি। এই মনত কৰক ৮।৯ মাইল এক চিলিং গাইপতি দি ঘূৰি আহিল। ওচৰত হয়তো এটা পুৰণা দুৰ্গৰ ভগ্নাৱশেষ আছে, গাইপতি ধৰক অহা-যোৱাৰ খৰচ দুই চিলিং। আপুনি দুই চিলিং দি হয়তো ২০।২৫ মাইল ফুৰি আহিল। এই দুই চিলিং আপোনাৰ নিজৰ কেৱল কেৰেয়া, গোটেই গাড়ীখনৰ কেৰেয়া নহয়। এনেকৈ আপুনি **"Devils Dyke"** বুলি ব্ৰাইটনৰ ওচৰৰ এটি ঠাইলৈ যাব পাৰে। তাত সুবিস্তীৰ্ণ মুকলি ঠাই—দুয়োপিনে ওখ ঠাই এডোখৰ আছে—পৰ্ব্বতেই একৰকম; তাৰ মাজৰ **Valley** ডোখৰত ফুৰিবলৈ ভাল। ইয়াত চাহ খাবৰ ঠাই আছে আৰু আমোদ-প্ৰমোদৰ নানান উপায় আছে; যেনে—বন্দুক মৰা ঠাই (লক্ষ্য-যুৱা **Shooting range**); নাৰিকলেদি দূৰৰ আৰু এটা নাৰিকলক মাৰিবলৈ চেষ্টা কৰা ইত্যাদি। এই **Devils Dyke**তে নামজলা বুঢ়ী এজনী (**Gipsy Lee**) আছিল। এই জিপ্‌চীজনীয়ে হাত চাব পাৰিছিল। মিছা নে সঁচা ক'ব নোৱাৰোঁ বোলে ডিউক অব্ ক্ল্যাৰেন্‌চক মৃত্যুৰ কথা তেওঁৰ মৃত্যুৰ আগেয়ে তাই কৈ দিছিল। আজি ইয়ালৈ, কাইলৈ তালৈ, আপুনি যদি এসপ্তাহৰ নিমিত্তে যায়, এসপ্তাহ যে কোনপিনে কেনেকৈ উৰি গ'ল আপুনি ক'ব নোৱাৰিব।

এই ব্রাইটনতে ( আচলতে Hoveত ) Sussex Country Cricket Ground। ইয়াৰ উল্লেখ কৰিছোঁ, কিয়নো ইয়াতে প্ৰথমে আমি ভাৰতৰ গৌৰৱৰ "ৰণ্‌জি"ক ক্রীকেট খেলা দেখিছিলোঁ। ৰণ্‌জি Sussex Cricket Clubৰ কাপ্তেন আছিল। ই বৰ গৌৰৱৰ বিষয়। তেওঁ কাপ্তেন কেবাবাৰো হৈছিল। ৰণজিৎ সিংহ আজিকালি এওঁ জামনগৰৰ ৰজা, ক্রীকেট খেলৰ ৰজা। তেওঁৰ দৰে Batsman বিৰল। ৰণ্‌জিয়ে হাতত বেট লৈ 'ফীল্ড'লৈ ওলালেই সকলোৰে মুখত "Oh look there's Ranji", "Does not he bat gracefully?", "What touch", "What fine twist" ইত্যাদি। এবাৰ বেটেৰে বলটো চুবহে লাগে—বাউণ্ডেৰী। তেওঁ সঁচাসঁচিকৈয়ে আমাৰ গৌৰৱ। আপোনাসকলৰ কোনোৱে তেওঁক কলিকতালৈ আহোঁতে বোধকৰোঁ দেখিছে। তেওঁ প্ৰিন্‌চ, ব্যাট্‌ছমেনৰ ভিতৰতো তেওঁ প্ৰিন্‌চ। আৰু এটা কথা এইখিনিতে উল্লেখযোগ্য। বিলাতত জহকালি ক্রীকেট খেলে, জাৰকালি ফুটবল ; ইয়াত ঠিক তাৰ ওলোটা। আমাৰ ল'ৰাই বিলাতলৈ গ'লে ক্রীকেট, ফুটবলৰ বিষয়ে ইংৰাজীত যাক interest লোৱা কয়, তাক লোৱা উচিত; পাৰিলে খেলাও উচিত। বৃটিছ জাতিৰপৰা এইবোৰ খেলাৰ বিষয়ে আমাৰ শিকিবলগীয়া আছে। শিকিবলগীয়া বুলি মনে মনে থাকিলে নহয়, আচলতে সঁচাসঁচিকৈয়ে শিকিব লাগে। বৃটিছ জাতিয়ে আমাৰ ভাৰতবৰ্ষৰ-পৰা পলো (Polo) শিকিছে, সেই Polo আমি দেশীয়েই কিমান খেলোঁহঁক আৰু সিহঁতে কিমান খেলে! আমাৰ দেশত নাইকিয়া বস্তু নাই—আটাইবোৰ আছে—আমি সেইবোৰৰ ব্যৱহাৰহে নেজানো। যি বস্তু আমাৰ আছে, নিজৰ আছে, তাৰ সদ্ব্যৱহাৰ শিকা আৰু আন জাতিৰ ভাল বস্তুবোৰো আনি এই দেশত সুবিধা কৰি ব্যৱহাৰ কৰা উচিত। ভাৰতবৰ্ষই পৃথিৱীৰ আন সভ্যজাতিৰ ভিতৰত ঠিক ন্যায্য স্থান অধিকাৰ যাতে কৰে, সেই বিষয়ে আমাৰ চকু ৰখা উচিত। বৰকাপোৰ লৈ জুইৰ ওচৰত বহি গপ মাৰিলে নচলে। কাম কৰিব লাগে। বহি থাকিলে কাম নচলে। এই বিষয়ে আমাৰ ডেকা-বুঢ়া আটাইৰে চোৱা উচিত। আমাৰ অসমত ৰণ্‌জিৰ দৰে দেশৰ মুখ উজ্জ্বলাবলৈ মানুহ লাগে।

ইংৰাজী স্কুলত 'Sports'ৰ ( ক্রীকেট, ফুটবল, দৌৰা-দৌৰী ইত্যাদি ) বৰ প্ৰাদুৰ্ভাব। এদিন হয়তো বতৰ ভাল হ'ল, হেডমাষ্টৰে সেইদিনা ছুটী দিয়ে—খেলিবৰ নিমিত্তে ছুটী। আমাৰ স্কুলত Summer termত এনে ছুটী বহুতো পাইছিলোঁ। এইবোৰ কাৰণতে ইংলণ্ডীয় ল'ৰা প্ৰায় সবল-সুস্থ শৰীৰৰ হয়।

এই খেলৰ সময়ত মাষ্টৰ-ছাত্ৰৰ বন্ধুভাব, আৰু স্কুলঘৰত আকৌ যেনে শিক্ষক-ছাত্ৰৰ সম্বন্ধ হোৱা উচিত তেনে ভাব। দুখৰ বিষয়, আমাৰ দেশৰ শিক্ষকে ল'ৰাবে সৈতে খেলক ছাবি ভালকৈ কথাকে নকয়, গম্ভীৰ মূৰ্ত্তি ধাৰণ কৰে। শিক্ষক আৰু ছাত্ৰৰ এই সুহৃদ ভাব আমাৰ দেশত লাগে। এই সুহৃদ ভাব থাকিলে শিক্ষকে আমাৰ ল'ৰাৰ লগত খেল খেলিব পাৰে, আৰু সেইৰূপে শিক্ষকৰ শৰীৰো সবল-সুস্থ হ'ব, ছাত্ৰৰ শৰীৰতো হ'বই। আমাৰ শিক্ষকে যেন বাঁহৰ চেকনি এৰি তেওঁৰ ছাত্ৰক বন্ধুভাৱে দেখি শিক্ষা দিয়ে, তেওঁৰ ওচৰত আমাৰ এই খাটনি।

আৰু এটা কথা, এই সংসাৰ ক্ষেত্ৰত সবল-সুস্থ শৰীৰ নহ'লে কি পুৰুষ কি তিৰুতা তেওঁৰ জীয়াই থকাই বিড়ম্বনা। নিজৰ শৰীৰ যাতে সুস্থ থাকে, সেইখিনি আমাৰ ল'ৰাবোৰে আৰু অভিভাৱকসকলে চকু ৰখা উচিত। লেটিনত ক'বলৈ গ'লে আমাক "Mens sana in corpore sano" লাগে—অৰ্থাৎ Healthy mind in a healthy body লাগে। সবল-সুস্থ মনৰ লগত সবল-সুস্থ শৰীৰো লাগে। আমাৰ দেশৰ বিদ্বান মানুহসকলক অজীৰ্ণ আদি পেটৰ বেমাৰৰপৰা কষ্ট পোৱা দেখা যায়; তাৰ কাৰণ—তেওঁলোকে মনৰ শক্তিক যেনেৰূপে সঞ্চালন কৰে, শৰীৰক সেইৰূপে সঞ্চালন নকৰে।

(৪)

গ'লবাৰ "Mens sana in corpore sano" যে আমাৰ দৰ্কাৰ, সেই বিষয়ে লেখিছিলোঁ। সঁচাকৈয়ে ভাৰতবৰ্ষীয় বিদ্বান মানুহৰ শৰীৰৰ অৱস্থা দেখিলে মনত বৰ কষ্ট হয়। কেৱল যে লেখা-পঢ়া কৰিলেই আমাৰ কৰ্ত্তব্য কৰা হ'ল, এনে নহয়। লেখা-পঢ়া কৰি বি. এ., এম. এ. প্ৰভৃতি ডাঙৰ ডাঙৰ পৰীক্ষা পাছ কৰা আমাৰ কৰ্ত্তব্যৰ এফালহে মাথোন। কৰুণাময় ঈশ্বৰে আমাক এই শৰীৰ দিছে; এই শৰীৰক যদি অৱহেলা কৰোঁ, শৰীৰক নানান অত্যাচাৰ কৰি যদি কষ্ট দিওঁ, তেনেহ'লে তেওঁক অপমান কৰা হয়। শৰীৰক আমি কিমান অযত্ন কৰোঁ! পাঠকসকলে যদি এবাৰ এই বিষয়ে ভাবে, তেনেহ'লে তেওঁলোকে দেখিব যে আমি যি কৈছোঁ সি মিছা নহয়। মনৰ উন্নতিৰ লগে লগে আমাৰ ল'ৰা-ছোৱালীবিলাকৰ শৰীৰৰ উন্নতিৰ পিনেও চোৱা উচিত। অভিভাৱক আৰু শিক্ষকসকলে ল'ৰাক পাঁচ ঘণ্টা স্কুলত পঢ়াই আৰু পুৱা-গধূলি ৰতাহ সোমাব নোৱৰাকৈ খোটালীত কিতাপ আগত থোৱাই ৰাখিলেই তেওঁলোকে নিজক

ধন্য ধন্য মানিলে। আমাক ঈশ্বৰে মানুহৰূপে সৃষ্টি কৰিছে, সেইদেখি আমি ভাবি-চিন্তি কাম কৰা উচিত। আমাৰ থকা ঠাইত, বিশেষতঃ আমাৰ সৰু সৰু ল'ৰা-ছোৱালীহঁত যি খোঁটালীত থাকে কিম্বা লিখা-পঢ়া কৰে, বতাহ আৰু পোহৰ ভালকৈ যাতে অহা-যোৱা কৰিব পাৰে, সেই বিষয়ে আমাৰ প্ৰাণপণে যত্ন কৰা উচিত। আমাৰ যিমান দূৰ মনত পৰে অসমত আমি অসমীয়াৰ ঘৰত ভালকৈ বতাহ খেলোৱা আৰু পোহৰ অহা ঘৰৰ খোঁটালী দেখা নাই বুলিলেই হয়। আৰু এটা কথা নকৈ নোৱাৰিলোঁ, কিয়নো এই বিষয়ত আমাৰ মানুহ বৰ উদাসীন—অসমীয়াৰ ঘৰৰ ওচৰত কচুশাক, ঢেকীয়াশাক আৰু আন আন অপ্ৰয়োজনীয় সৰুসুৰা গছ-গছনিৰে জঙ্গল হৈ থাকে। কচুশাক, ঢেকীয়াশাক যে অসুন্দৰ আৰু অদৰ্কাৰী বুলিছোঁ, তাক আপুনি নেভাবিব। ভালকৈ ৰন্ধা কচুশাক, ঢেকীয়াশাকৰ আঞ্জা কোন অসমীয়াৰ ভাল নেলাগে? কিন্তু কচুশাক, ঢেকীয়াশাকৰ ঠাই আন অপ্ৰয়োজনীয় শাকৰ লগত নহয়। আৰু সেইবোৰ শাকে অৰ্থাৎ কচুশাক, ঢেকীয়াশাক আৰু আন শাকে জঙ্গল কৰাৰ কোনো প্ৰয়োজন নাই, ঘৰৰ চাৰিওপিনে পৰিষ্কাৰ হৈ থকা উচিত। এই বিষয়ত আমাৰ মানুহৰ ঘৰ আৰু এই দেশৰে য়ুৰোপীয় কি ফিৰিঙ্গিহঁতৰ ঘৰ চালেই হাতে হাতে প্ৰমাণ পোৱা যায়। আমাৰ মানুহে ক'ব, "আমাৰ আজৰিয়েই নহয়, আৰু চাকৰ ৰাখিবলৈকো পইচা নাই, ক'ত আমাৰ হাউলি চিকুণাম, আমি ভূঞীয়া অসমীয়া মানুহ, আমাৰ এয়ে ভাল।" কিন্তু য়ুৰোপীয় কি ফিৰিঙ্গিয়ে সেই কথা নকয়—তেওঁলোকৰ চাকৰ ৰাখিবলৈ পইচা নহ'লে তেওঁলোকে নিজেই হাউলি চাফ-চিকুণ কৰিব, আৰু চাফ যে কৰিবই, তাক মন আৰু চকুৰ তৃপ্তিকৰ কৰিও তুলিব। ই কেৱল শিক্ষাৰ 'গুণত'। আমি প্ৰায়ে এলেহুৱা হওঁ—সিহঁতৰ বেছিভাগ মানুহে এলাহ কি বস্তু তাক নেজানে আৰু জানিলেও এলাহ ত্যাগ কৰিবলৈ নানান উপায় অৱলম্বন কৰে। লণ্ডনৰ ঘৰবোৰত প্ৰায়ে যাক "কম্পাউণ্ড" কওঁ, সি নাই। অলপ-অচৰপ মাটি, ঘৰৰ আগতে হওক কি পিছতে হওক, কোনো কোনো ঘৰত আছে। সেই অলপ-অচৰপ মাটিতে তেওঁলোকে কেনে সুন্দৰ ফুলৰ বাগিছা কৰি তোলে! তাত মালী ৰখা, বেছি চাকৰ-বাকৰ ৰখা বেছিভাগ মানুহৰ ভাগ্যত হৈ নুঠে; ঘৰৰ গিৰীহঁত নহ'লে ঘৰৰ বৈণী কি ল'ৰা-ছোৱালীহঁতেই এই কাম কৰে। সিহঁতে তাত একো লাজ নেপায়। আমাৰ দেশৰ মানুহে ক'ব, "মই অমুকৰ ঘৰৰ ল'ৰা, মই বাগিচা চাফ কৰিম!—ইস! নক'বা আৰু তেনে কথা!" ঘৰৰ হাউলি, খোঁটালীবোৰ পাছফাল-আগফাল যিহতে মন

আৰু চকুৰ তৃপ্তিকৰ হ'ব পাৰে সেই বিষয়ে আমাৰ য়ুৰোপীয়ইঁতৰপৰা বহুত শিকিবলগীয়া আছে। গুৱাহাটীৰ কি নগাঁৱৰ কি আন কোনো ঠাইৰ ইংলণ্ডীয়-সকলৰ ঘৰবোৰ, আমাৰ দেশী মানুহৰ ঘৰবোৰেৰে তুলনা কৰক। আৰু এটা কথা চাব, কোনো বেমাৰ-টেমাৰ হ'লে ইংৰাজসকলৰ সৰহ হয় নে আমাৰ হয়? কচাৰিৰপৰা আহি গিৰীহঁতে তেওঁৰ যদি ল'ৰা আছে, ল'ৰাকলৈ নিজৰ বাগিচাখন চাফ কৰিব নোৱাৰেনে? তেতিয়া হ'লে তেওঁৰো স্বাস্থ্যকৰ কাম হয়, আৰু ল'ৰাৰো শিক্ষা হয়। পেঞ্চন পোৱা বুঢ়া মানুহৰ পক্ষে বাগিচা সুন্দৰ কৰা কামতকৈ পুৱা-গধূলি আৰু আন ভাল কাম নাই। তেওঁলোকেও সৰহদিন পেঞ্চন ভোগ কৰিব পাৰিব, নিজৰ বাগিচাখনি সুন্দৰ কৰিব পাৰিব, আৰু ডেকা ল'ৰাক তেওঁলোকৰ উজ্জ্বল দৃষ্টান্ত দেখুৱাই শিক্ষা দিব পাৰিব। আমি বিলাতৰ গাঁৱৰ বাটেদি ফুৰোঁতে কিমান বুঢ়াক যে এই স্বাস্থ্যকৰ কামত লাগি থকা দেখিছোঁ, তাৰ সংখ্যা নাই। কেৱল যে গাঁৱলীয়া বুঢ়াকহে দেখিছোঁ এনে নহয়, লণ্ডনীয় বুঢ়াকো দেখিছোঁ। ইমানবোৰ আমাৰ লেখিবৰ উদ্দেশ্য এইটো যে পৰিষ্কাৰ-পৰিচ্ছন্নতা, স্বাস্থ্যৰ পিনে চকু ৰাখিবলৈ যত্ন কৰা, নিজৰ ঘৰ সুন্দৰ কৰা, খোঁটালীবোৰত বতাহ আৰু পোহৰ যাতে আহি আমাৰ সৰু সৰু ল'ৰা-ছোৱালীবোৰক সবল-সুস্থ কৰে, এইবিলাক বিষয়ৰ পিনে আমি দৃঢ়প্ৰতিজ্ঞ হৈ লগা উচিত। এই বিষয় লৈ আপোনাৰ পাঠক-পাঠিকাসকলক আৰু এতিয়া আমনি নকৰোঁ। অভিভাৱক আৰু শিক্ষকসকলক এই কথা কেৱল মাত্ৰ কওঁ যে সবল-সুস্থ মানুহৰ সবল ল'ৰা হয় আৰু দুৰ্ব্বল মানুহৰ দুৰ্ব্বল ল'ৰা হয়। যাতে ল'ৰা-ছোৱালীবোৰ সবল-সুস্থ হয়, সেই বিষয়ে যদি তেওঁলোক যত্নবান নহয়, তেনেহ'লে তেওঁলোক ভগৱানৰ ওচৰত দায়ী। ঘৰ-দুৱাৰ, ঘৰৰ হাউলি ইত্যাদি চাফ-চিকুণ কৰি ৰাখিলে স্বাস্থ্যৰ পক্ষে ভাল, দেখিবলৈকো ভাল। আৱৰ্জ্জনাপূৰ্ণ শাক আৰু বননিয়ে এটা সুন্দৰ ঘৰকো দেখিবলৈ কুৎসিৎ কৰে।

আপোনাৰ কোনো কোনো পাঠক-পাঠিকাই ভাবিব হয়তো যে 'বিলাতৰ চিঠি'ত আমি ওপৰত কোৱা বিষয়বোৰক ঠাই দিয়া উচিত নাছিল। কিন্তু আমি কওঁ যে 'স্বাস্থ্য' সম্পৰ্কে যি কথাই হওক 'বিলাতৰ চিঠি' কি আন কোনো চিঠিতে কি প্ৰবন্ধতে ঠাই পাবই লাগে। স্বাস্থ্যবিনা পৃথিৱীত একো সুখ নাই। ভাৰতবৰ্ষৰ কোনো দেশত ধনী জমিদাৰ এজন আছিল, তেওঁৰ লাখে লাখে টকা, কিন্তু স্বাস্থ্যহীন। তেওঁ মাথোন মাগুৰ মাছৰ আঞ্জাৰেহে ভাত খাব পাৰিছিল আৰু আমৰ সময়ত আম পেটত নসয় দেখি আগত আম চেপাই

থৈ তাৰ গোন্ধ শুঙিছিল। এওঁ সুখী আছিলনে? টকাৰতো সীমা নাছিল—সুখ ক'ত?—আৰু মাৰ্কিন দেশৰ 'মিলিওনিয়াৰ' অৰ্থাৎ ক্ৰোৰপতিসকলো তথৈবচ। কেৱল টকাই সুখ দিব নোৱাৰে।

আমাৰ ওচৰলৈ যদি কোনো অসমীয়া কি ভাৰতৰ আন দেশৰ ল'ৰা বিলাতলৈ যোৱাৰ সম্বন্ধে আলচ কৰিবলৈ আহে, আমি তেওঁক প্ৰথমেই তেওঁৰ স্বাস্থ্য সম্বন্ধে সুধিম। তেওঁৰ স্বাস্থ্য কেনে? তেওঁ সবল-সুস্থ নে? তেওঁ ব্যায়ামাদি কৰে নে? মানুহৰ স্বাস্থ্যই প্ৰধান। ঘৰ তৈয়াৰ কৰিবলৈ যেনেকৈ ভেটিটো শকত কৰিব লাগে, তেনেকৈ আমাৰ স্বাস্থ্যটোকে আমাৰ উন্নতিৰ ভেটি কৰিব লাগে। স্বাস্থ্যহীন মানুহৰ যে উন্নতি নহয়, তাক আমি নকওঁ,—উন্নতি হয়, কিন্তু স্বাস্থ্যৰ ক্ষতি কৰি। তেনে উন্নতি সিমান লাভৰ নহয়। স্বাস্থ্য বেয়া হ'লে তাৰ উন্নতিৰ নিমিত্তে আমাৰ যত্নবান হোৱা উচিত। বিলাতলৈ কোন বাটেদি যোৱা ভাল, কোন কোম্পানীৰ জাহাজেৰে, কি কাপোৰ-কানি লৈ যোৱা উচিত, কিমান টকা-কড়ি লগত লৈ যোৱা দৰ্কাৰ ইত্যাদি বাতৰি আমি পাছত দিম। তেনেবোৰ বাতৰিহে আমাক বহুতে সোধে। আমি আকৌ কওঁ—টকা-কড়িৰ ভাল বন্দবস্ত কৰিহে বিলাতলৈ যোৱা উচিত। টকা পৰম বন্ধু। যাৰ টকা আছে তাৰ অনেক বন্ধু; টকা ঢুকাই গ'লে বন্ধু পোৱা টান। টকা বিলাতত অতি সাৱধানে খৰচ কৰা উচিত। বিদেশত টকাহীন অৱস্থা বৰ শোচনীয়। ল'ৰাৰ বাপেক-মাক, অভিভাৱকসকলে ইয়াৰপৰা ল'ৰালৈ টকা নিয়মমতে পঠোৱা উচিত। বহুত ল'ৰাৰ অভিভাৱকসকলে টকা পঠোৱাত 'গাফিলি' কৰে, সেইদেখি ল'ৰাই ধাৰ কৰাৰ অভ্যাস কৰিবলৈ বাধ্য হয়। ডেকা বয়সৰপৰা ধাৰ কৰা অভ্যাস ভাল নহয়। এই বিষয়ে আমি আটায়ে জানো। শ্বেক্সপীয়েৰে কৈছে, "Neither borrower nor a lender be". সেই কথা তেওঁৰ সময়তহে সঁচা আছিল এনে নহয়, সকলো সময়তে সঁচা। পৃথিৱীত বন্ধুতা, হৃদয়ৰ মৰমৰ বন্ধুতা টকাৰ নিমিত্তে শত্ৰুতাত পৰিণত হয়। টকা নিয়মমতে পঠোৱাত অভিভাৱকসকলৰ 'গাফিলি'ৰ নিমিত্তে বহুত ল'ৰাই ধাৰৰ সহজ বাটেদি যাবলৈ ইচ্ছা কৰি বহুত ঠাইত ভৰি পিছলি হামখুৰি খোৱা দেখিছোঁ।

ইংলণ্ডৰ দুটি প্ৰাচীন বিশ্ববিদ্যালয়—অক্সফোৰ্ড আৰু কেম্ব্ৰিজ জগৎ-বিখ্যাত। আমাৰ ভাৰতীয় ল'ৰাৰ যি বিলাতলৈ যায়, টকাৰ অৱস্থা ভাল থাকিলে এই দুটি বিশ্ববিদ্যালয়ৰ ভিতৰৰ এটিলৈ তেওঁৰ যোৱা উচিত।

বিশ্ববিদ্যালয় দুটি পুৰণি। বৃটেনৰ আন আন ঠাইতো বিশ্ববিদ্যালয় আছে— ডাৰহাম (Durham), এডিনবৰা ( Edinburgh), গ্লাচগো (Glasgow), লণ্ডন (London) ইত্যাদি। আজিকালি মেনচেষ্টৰ (Manchestor), বাৰমিংহাম (Birmingham)তো হৈছে। ৱেল্‌চ (Wales)তো এবাৰিষ্ট-উইথ (Aberystwith) বুলি ঠাইত বিশ্ববিদ্যালয় আছে। আয়াৰ্লণ্ডৰ ডাবলিন, বেলফাষ্ট (Belfast)তো বিশ্ববিদ্যালয় আছে। আমি যিবোৰ উল্লেখ কৰিছোঁ, সেইবোৰৰ বাহিৰেও আন ঠাইতো বিশ্ববিদ্যালয় আছে। এইবোৰৰ ভিতৰত অক্সফোৰ্ড আৰু কেম্ব্ৰিজেই প্ৰধান। এডিনবৰাত আমাৰ দেশী ল'ৰা প্ৰায়ে ডাক্তৰী পঢ়িবলৈ যায়—তাত শিল্প আৰু বিজ্ঞান (Arts, Science) বিষয়ে খুব সুন্দৰৰূপে পঢ়িব পাৰি। গ্লাচগোও পুৰণা, ইয়াতো ডাক্তৰী কলেজ আছে। আজিকালি গ্লাচগোত বহুতো ল'ৰাই এঞ্জিনীয়েৰিং পঢ়ে। স্বৰ্গীয় ডাক্তৰ গোলাপ বেজবৰুৱা গ্লাচগোত ডাক্তৰ হৈছিল। আৰু এজন অসমীয়াই গ্লাচগোত ডাক্তৰী পঢ়িছিল—তেওঁৰ নাম ডাক্তৰ আওৰংচা। স্কটলণ্ড ইংলণ্ডতকৈ অলপ সস্তা। থাকিব জানিলে ইংলণ্ডো সস্তা আৰু থাকিব নেজানিলে স্কটলণ্ডো মৰগ। স্কটলণ্ড ইংলণ্ডতকৈ সস্তা বুলি নাম আছে, সেইদেখি আমি সেই বিষয়ে ইয়াত উল্লেখ কৰিলোঁ।

আৰু এটি কথা এইখিনিতে উল্লেখ কৰোঁ। আমাৰ অসমীয়া ল'ৰা ডাক্তৰ নহয় কিয়? বিলাতলৈ নগৈ কলিকতাতো ডাক্তৰ হোৱা যায়। আমাক অসমীয়া ডাক্তৰ লাগে। বিলাতৰপৰা উভতি অহা আমাৰ তিনিজন ডাক্তৰ আছিল—ডাক্তৰ বৰা নাই, ডাক্তৰ বেজবৰুৱা নাই, এতিয়া কেৱল ডাক্তৰ কৰ্ণেল জালনুৰ আলি আছে। আমাক অসমীয়া ডাক্তৰ আৰু লাগে। কলিকতাৰপৰা পাছ হোৱা এজন অসমীয়া L.M.S. আৰু বম্বেৰপৰা দুজন অসমীয়া মাথোন। আসামত যিমান ল'ৰা আছে, তেওঁলোকৰ অভি-ভাৱকসকলে কেৱল এটা বাটেদি তেওঁলোকক নপঠিয়াই শিক্ষাৰ ভিন ভিন বাটেদি নপঠায় কিয়? এটা সুখৰ কথা—জাপানৰপৰা উভতি অহা লক্ষেশ্বৰ বৰঠাকুৰে এটা নতুন বাট আমাক দেখুৱাই দিছে। আশা কৰোঁ আমাৰ দেশৰ মানুহে মিষ্টাৰ বৰঠাকুৰক দেশৰ উন্নতি কৰিবলৈ সাহায্য কৰিব। আৰু এটি সুখৰ কথা—ফ্ৰান্সৰপৰা শিল্পবিদ্যা শিকি উভতি অহা শ্ৰীযুত ললিত মোহন দাসেও আমাক এটা নতুন বাট দেখুৱাই দিছে। এই ভদ্ৰলোক দুজনক আমাৰ দেশৰ মানুহে সাহায্য কৰি আন আন অসমীয়া ডেকাসকলক

উৎসাহিত কৰা উচিত। আৰু এটা বৰ সুখৰ কথা, শুনিছোঁ, কটকৰ ডাক্তৰী স্কুলত আমাৰ অসমীয়া ভদ্ৰমহিলা এজনাই শিক্ষা কৰিব লাগিছে। ই বৰ আনন্দৰ কথা। অচিনাকি ঠাইত অকলে পঢ়িবলৈ যোৱা বিশেষতঃ এজনা তিৰুতা মানুহৰ পক্ষে বৰ প্ৰশংসাৰ কথা। এই দৃষ্টান্ত আন অসমীয়াৰ অনুকৰণীয়।

(৫)

স্বাস্থ্যই প্ৰধান মূলধন—বিলাততো, আমাৰ দেশতো। স্বাস্থ্য বেয়া হ'লে স্বাস্থ্য যাতে বেয়াৰপৰা ভাল হয়, সেই সম্বন্ধে চেষ্টা কৰা উচিত। স্বাস্থ্য বেয়া হ'লে স্বাস্থ্যৰ উন্নতি কৰিবৰ উপায় বহুতো আছে। বিলাতত কাৰো কাৰো স্বাস্থ্য বেয়াৰপৰা ভাল হয়, আকৌ কাৰো কাৰো স্বাস্থ্য বেয়া থাকিলে বেয়াই হয়। কিন্তু আমাৰ মনেৰে ভাল হোৱাৰ ভাগ বেছি। অৱশ্যে নিয়মমতে থাকিব লাগে।

এজন বাঙ্গালী ভদ্ৰলোকক লণ্ডনৰ ৰয়েল এলবৰ্ট ডক্‌চৰপৰা এবাৰ তুলি আনিবলৈ গৈছিলোঁ। তেওঁক বৰ ক্ষীণোৱা আৰু দুৰ্ব্বল দেখিছিলোঁ। তাৰ সাত-আঠ দিন পাছত আমি দেশলৈ উভতি আহিলোঁ। আকৌ বিলাতলৈ উভতি গৈ কিছুদিনৰ পাছত অক্সফোৰ্ডলৈ গৈছিলোঁ। এজন মানুহক আমাৰ পিনে চাই হঁহা দেখি চিনি পোৱা যেন মনত হ'ল। তাৰ পাছত ভালকৈ চাই দেখাত জানিলোঁ, এওঁ সেই ডক্‌চৰপৰা তুলি আনিবলৈ যাক গৈছিলোঁ, তেৱেঁই। তেওঁক চিকুন হোৱা দেখিলোঁ, বগা হোৱা দেখিলোঁ আৰু যেন গালৰপৰা তেজ ফাটি ওলাওঁ ফাটি ওলাওঁ কৰিছে। কি পৰিবৰ্ত্তন! আজি সেই পৰিৱৰ্ত্তন দেখি আনন্দ প্ৰকাশ কৰি তেওঁৰ কৰমৰ্দ্দন কৰিলোঁ। আমি ক'বলৈ পাহৰিছোঁ, তেওঁ নিৰামহীয়া, তেওঁ মাছ-মঙহ নেখাইছিল। বিলাতত নিয়মমতে থাকিলে দুৰ্ব্বল শৰীৰ সবল হয়; তাৰ 'হাৱাপানী' ভাল। আৰু এটি কথা, বিলাতত মাছ-মঙহ নেখায়ো থাকিব পাৰি; বিনাকষ্টে থাকিব পাৰি। তাত আমি বহুতো ভাৰতবৰ্ষীয় মানুহক নিৰামহীয়া খাই সবল-সুস্থ শৰীৰে সানন্দে জীয়াই থকা দেখিছোঁ। আজিকালি বিলাতী মানুহৰ বহুতক নিৰামহীয়া খোৱা দেখিছোঁ; এই বিষয়ে পাছত উল্লেখ কৰিম। মাছ-মঙহ নেখাই যেতিয়া থাকিব পাৰি, তেতিয়া বোধকৰোঁ ক'ব নেলাগে যে ধঁপাত কি ফটিকা নেখায়ো তাত মানুহ থাকিব পাৰি। কোনো কোনো মানুহৰ বিশ্বাস, বিলাতলৈ গ'লেই ফটিকা

আৰু ধঁপাত খাব লাগে। এই বিশ্বাস অতি ভুল। এই বিষয়ে পাছত লেখিবৰ মন কৰিছোঁ—এতিয়া কেৱলমাত্ৰ ইয়াকে কৈ থওঁ যে মদ-চেলেউ খাবৰ সকাম তাত একো নাই। আজিকালি বহুতো বিলাতী মানুহে নিৰামিষ খাবলৈ আৰম্ভ কৰিছে। লণ্ডনত "ভেজিটেৰিয়ান ৰেষ্ট-ৰঁ" আছে। তাত নানা ৰকমৰ নিৰামহীয়া বস্তু পোৱা যায়। কোনো কোনোৱে আকৌ তাত কণীকো (eggs) নিৰামহীয়া খাদ্যৰ ভিতৰত ধৰে। কোনো কোনোৱে অৱশ্যে আমাৰ দৰে নিৰামহীয়া খায়। খাদ্য ৰান্ধিবৰ প্ৰণালী অৱশ্যে বেলেগ। লাহে লাহে বিলাতী মানুহে মাছ-মঙহ এৰিবলৈ আৰম্ভ কৰিছে। এই বিষয়ত মাৰ্কিন-দেশীয় মানুহ ইংলণ্ডীয় মানুহতকৈ বেছি আগবঢ়া আমি দেখিছোঁ। য়ুৰোপৰ ঠায়ে ঠায়ে নিৰামহীয়া খোৱা মানুহ আজিকালি দেখিবলৈ পোৱা যায়। সেইদেখি, ভাৰতবৰ্ষীয় হিন্দু! বিলাতলৈ যাবলৈ খোৱা-বোৱাৰ নিমিত্তে ভয় নকৰিবা। ইয়াত যি খাবলৈ পোৱা যায়, তাতো তাক পাবা, অৱশ্যে তোমাৰ নিজৰ ঘৰৰ মানুহে যেনেকৈ ৰান্ধিব, তেনেকৈ ৰন্ধা বোধকৰোঁ নোপোৱা; কিন্তু ভয় নেখাবা। আমি বিলাতত মাহৰ আঞ্জা, ভাত, আন আন দেশী আঞ্জা, খিচিৰি, মোহনভোগ, ৰসগোল্লা ইত্যাদি খাইছোঁ; এনেকি টেঙাৰ আঞ্জাও খাইছোঁ; পোলাও-কালিয়াতো খাইছোঁৱেই, জলকীয়াও খাইছোঁ। ভালকৈ চলিব জানিলে নিজৰ খোৱা-বোৱাৰ বন্দবস্ত নিজৰ হাতত থাকিলে ঠিক দেশৰ দৰে থকা যায়। আমি হ'লে আমাৰ মানুহক যি দুই-তিনি বছৰ তাত থাকিব লাগে, ঠিক ইংলণ্ডীয় নেটিভৰ দৰে থাকিবলৈ উপদেশ দিম। "In Rome, do as the Romans do" অৰ্থাৎ ৰোম দেশত ৰোমৰ মানুহৰ দৰে চলিবা। এই নিয়ম বৰ ভাল। যি দেশৰ যি ৰীতি, সেই দেশৰ সেই ৰীতিৰে চলা উচিত।

ইয়াৰপৰা বিলাতলৈ বহু বাট। আমি যেতিয়া ১৮৯৫ চনৰ ৩ চেপ্টেম্বৰ তাৰিখে কলিকতা এৰোঁ, তেতিয়া আমি হাইকোৰ্টৰ ওচৰৰ তিন নম্বৰ জেটিৰপৰা জাহাজত উঠোঁ। সেই জাহাজেই আমাক একেবাৰেই লণ্ডনৰ ৰয়েল এলবৰ্ট ডকত তুলি দিলে। এই বাট অতিক্ৰম কৰিবলৈ আমাৰ পাঁচ সপ্তাহ লাগিছিল। ৭ অক্টোবৰৰ দিনা আমি লণ্ডন পালোঁগৈ। আমি পাঁচোটি ভাৰতবৰ্ষীয় ল'ৰা একেলগে গৈছিলোঁ। এই জাহাজ আমাৰ মনত চিৰকাললৈ থাকিব। এই জাহাজ বৃটিছ ইণ্ডিয়া নেভিগেচন কোম্পানীৰ 'ডনেৰা' (S. S. Dunera)। এই পাঁচজনৰ এজন শ্ৰীযুত যোগেন্দ্ৰনাথ পাল; এওঁ এতিয়া যুক্তপ্ৰদেশৰ ভাৰতীয় চিভিল চাৰ্ভিচত কাম কৰে। শ্ৰীযুত সত্যেন্দ্ৰনাথ সেন, কেম্ব্ৰিজৰ ডিগ্ৰী লৈ

স্বদেশলৈ উভতি আহিছে। শ্ৰীযুত সুকুমাৰ সেন, এতিয়া এওঁ কলিকতাতে স্বাধীন ব্যৱসায় কৰিব লাগিছে। চতুৰ্থজন শ্ৰীযুত আবুল ফজল মহম্মদ ফজল হক, এওঁ নিজৰ জমিদাৰী তত্ত্বাৱধান কৰি নিজৰ দেশতে আছে। আৰু আনজনতো স্বয়ং মই। মোৰ সেই নতুন মনৰ ভাব, সৰু কালৰ উদ্যম, উৎসাহ, জাহাজত আমাৰ নিজৰ ভিতৰতে আমোদ-প্ৰমোদ ইত্যাদি নানা কথা কেতিয়াও মোৰ মনৰপৰা আঁতৰ নহয়।

( ৬ )

ডনেৰা (Dunera) জাহাজেদি বিলাতলৈ যোৱাৰ কথা কেতিয়াও নেপাহৰোঁ। ৩ চেপ্টেম্বৰ, ১৮৯৫ চন, মঙ্গলবাৰ আছিল। সোমবাৰে ৰাতি দুজন বন্ধুৰ লগত ঘৰৰ নিজৰ মানুহৰপৰা বিদায় লৈ জাহাজত উঠিবলৈ গ'লোঁ। নিশা জাহাজত চেইলৰ ছুট পিন্ধা এজন আদহীয়া বয়সৰ "দাঢ়িৱালা" শকত বৃটিছ খালাচীয়ে আমাক ফিৰিকা দিনা পুৱা আহিবলৈ ক'লে, জাহাজ গঙ্গাৰ জোৱাৰ-ভাটাৰ গোলমালত নিশা যাব নোৱাৰিব দেখি। এনেবোৰ বৃটিছ খালাচী প্ৰায়ে মোটা আদহীয়া 'দাঢ়িৱালা' হয়—ইহঁতক quarter master ( কোৱাৰটাৰ মাষ্টাৰ ) কয়। ইহঁত সাধাৰণ খালাচীতকৈ ওখ থাপৰ। সি বাৰু যি হওক—আমি আমাৰ বহা ভবানীপুৰৰ ১নং জেলিয়াপাড়া ৰোডলৈ আকৌ উভতি আহিলোঁ। সেই ৰাতি শুই থাকি পুৱা দহমান বজাত আকৌ জাহাজলৈ গ'লোঁ। এইবাৰ জাহাজ মানুহেৰে ভৰা, জাহাজৰ বিষয়াসকল আৰু চাকৰ-বাকৰ ইত্যাদি বৰ ব্যস্ত, যাত্ৰীসকলে বন্ধু-বান্ধৱৰপৰা বিদায় লোৱা, কোনোৱে কন্দা, কোনোৱে চকু মোহৰা ইত্যাদি বিদায়ৰ লগৰীয়াবোৰ দেখিলোঁ। আমাৰ লগত যি দুজন বন্ধু গৈছিল, তেওঁলোকৰপৰা আমি বিদায় ল'লোঁ। আন চাৰিজন ভাৰতবৰ্ষীয় ল'ৰাৰ বন্ধু-বান্ধৱেও তেওঁলোকৰ বন্ধুৰপৰা বিদায় ল'লে। জাহাজ একমান বজাত এৰিলে। নিজৰ মাতৃভূমি এৰি অচিনাকি ঠাইলৈ যাবলৈ আৰম্ভ কৰিলোঁ। সেইদিনা চাৰি-মান বজাত গৈ বোটানিকেল গাৰ্ডেনৰ কিছু দক্ষিণত জাহাজে লঙ্গৰ পেলালে। ৰাতি তাতে থাকিলোঁ। ঘৰৰ ইমান ওচৰতে লঙ্গৰ পেলোৱাত আমাৰ বেয়া লাগিল। দূৰদেশলৈ যেতিয়া যাবলৈ ওলাইছোঁৱেই, অলপ দূৰৈত গৈ লঙ্গৰ পেলা—ইমান ওচৰত অথচ কিমান দূৰৈত! সেইখিনি সময়তে আন চাৰিজন ভাৰতবৰ্ষীয় সহযাত্ৰীৰে সৈতে চিনাকি হৈ ল'লোঁ—তাৰে

এজনক এই বিলাতযাত্ৰা সম্বন্ধে দুদিন-এদিন দেখা কৰিছিলোঁও। শ্ৰীযুত যোগেন পালৰ ককায়েক এজন মাদ্ৰাজলৈকে তেওঁৰ লগত গৈছিল। আমি দুয়োজনে অলপ অলপ কথা পাতিবলৈ আৰম্ভ কৰিলোঁ—আমি ইয়াৰ পূৰ্ব্বে এবাৰ সমুদ্ৰযাত্ৰা কৰিছিলোঁ—কলিকতাৰপৰা বম্বেলৈ। এই যাত্ৰাত এমাহ লাগিছিল ; কিয়নো ভাৰতবৰ্ষীয় পূৰ্ব্ব আৰু পশ্চিম সমুদ্ৰতীৰৰ প্ৰায় প্ৰত্যেক ঠাইতেই আৰু লঙ্কাৰ তিনিখন ঠাইত জাহাজ ৰৈছিল। সেইগুণে এমাহ লাগিছিল। সেইদেখি এইবাৰ আন আন সহযাত্ৰীক অলপ যেন অহঙ্কাৰেৰে সৈতে এই বিষয় জনালোঁ। তাৰ পাছদিনা আমি পুৱা উঠি দেখিলোঁ যে জাহাজ সশব্দে গম্ভীৰভাৱে পানী ঠেলি নিজৰ বাট কৰি সমুদ্ৰৰ পিনে ছুটিব লাগিছে। গঙ্গা লাহে লাহে বহল হৈ আহিবলৈ ধৰিছে, পাৰ দেখা নেযায় নেযায় হৈছে। অলপ পৰুর পাছত যিখিনি পাৰ দেখা গৈছিল, তাকো নেদেখা হ'ল। অপাৰ সমুদ্ৰ। আমাৰ নিজৰ ডেকমাচিয়াত বহি থাকোঁতে দেখিলোঁ যে জাহাজখন দুলিছে, ওপৰ-তল কৰিছে, অলপ See-Saw ( চি-চ )ৰ দৰে দুলিছে। গাটো কিবা একৰকম কৰিবলৈ ধৰিলে। তাৰ অলপ আগেয়েই সুন্দৰৰূপে পেট-পূজা কৰি আহিছিলোঁ। গাটো কেনেবা কেনেবা কৰিবলৈ ধৰিলে। সেইদেখি তললৈ গৈ মুখ-হাত ধোৱা ঠাইত (Lavatory—লেভেটৰী ) অলপ বতিয়ালোঁ। তাৰ পাছত ভালকৈয়ে বাতি আহিবলৈ ধৰিলে। শেহত ওপৰৰ ডেকলৈ আহি সগৰ্ব্বে আকৌ ডেক-মাচিয়াত বহিলোঁগৈ। কিন্তু গৰ্ব্ব বেছিপৰ নেথাকিল। আন আন সহযাত্ৰীৰো মুখত প্ৰায় আমাৰদৰেই কেনেবা-কেনেবি ভাব দেখিলোঁ। জাহাজ ৰৰকৈ দোলা হেন লগাত পাটীতে গৈ শুলোঁ—আকৌ কেবাৰমান বতিয়াইছিলোঁ অৱশ্যে। এয়া গ'ল Sea-sickness অৰ্থাৎ সমুদ্ৰৰ নৰিয়াৰ পাল। মাদ্ৰাজলৈকে আমাৰ শৰীৰ ভাল নাছিল—জ্বৰ আৰু গাত থছ হৈ কষ্ট পাইছিলোঁ। জাহাজত ডাক্তৰখানা আছে, সেইদেখি নৰিয়া হোৱাৰ অসুবিধা এৰি আন একো অসুবিধা আমাৰ হোৱা নাছিল। আপোনাৰ পাঠক-পাঠিকাসকলক কওঁ যে সামুদ্ৰিক নৰিয়া হ'লে জ্বৰ-থছ নহয়—আমাৰ শৰীৰৰ দোষৰ গুণেই জ্বৰ-থছ হৈছিল, সমুদ্ৰৰ দোষ নহয়। সমুদ্ৰৰ দোষ বাতি হোৱা, মূৰ ঘূৰুৱা, মন কেনেবা-কেনেবি কৰা, বন্ধু-বান্ধৱৰ লগত কথা ক'বলৈ মন নোযোৱা ইত্যাদি। এই সামুদ্ৰিক নৰিয়া দুদিন-তিনদিনৰ বেছি নেথাকে।

মাদ্ৰাজত প্ৰথম জাহাজ ৰ'ল। এই মাদ্ৰাজ বন্দৰত জাহাজ য'ত লাগে, সেইডোখৰ সমুদ্ৰ বৰ উত্ৰাৱল (rough), নাৱৰীয়াবোৰে ভয়ৰ (dangerous)

ঠাই বুলি কয়। সেইদেখি 'পাইলট' আহি জাহাজত উঠি জাহাজক সমুদ্ৰৰপৰা বন্দৰলৈ লৈ যায়। 'পাইলট' বোলাত আমাৰ জাহাজৰ আৰিকাটিকে বুজক, বিভিন্ন মাথোন এই, পাইলটবোৰ শিক্ষিত আৰু য়ুৰোপীয়, সেইদেখি সিহঁতৰ দৰমহাও বেছি। কলিকতাৰপৰাও জাহাজ পাইলটে লৈ যায়—গঙ্গা এৰি সমুদ্ৰৰ মুখৰ ওচৰত জাহাজক নিৰাপদে লৈ গৈ নামি যায়। এই পাইলটৰ হাততে বহুতে চিঠি দিয়ে, সি কলিকতালৈ আহি ডাকত দিয়েহি। এতিয়া আমাক মাদ্ৰাজ বন্দৰলৈ পাইলটে লৈ গ'ল। মাদ্ৰাজ চাবলগীয়া ঠাই। তালৈ আজি-কালি অৱশ্যে ৰেলেৰে যাব পাৰি, তেতিয়া ৰেল নাছিল। জাহাজৰপৰা মাদ্ৰাজৰ হাইক'র্ট বৰ সুন্দৰ দেখি। ওপৰৰ "ডোম"বোৰ সোণ বৰণীয়া; এই হাইক'ৰ্টেই জাহাজৰপৰা আটাইৰে চকুত পৰে। ইয়াৰ পূৰ্ব্বে মাদ্ৰাজত জাহাজৰপৰা নামি এৰাতি আছিলোঁ। এইবাৰ আন আন বন্ধুসকলৰ লগত গা বেয়া থকাৰ নিমিত্তে, চহৰ চাবলৈ নামি যাব নোৱৰাত অলপ দুখিত হৈছিলোঁ। মাদ্ৰাজৰ বৰ্ণনা দি এই চিঠি নবঢাওঁ। যিবাৰ মাদ্ৰাজত নামিছিলোঁ, সি বহুত দিন আগৰ কথা। ১৮৯৫ চনৰ জানুৱাৰী মাহ। সেই কথা এতিয়া ভালকৈ মনত নাই। সেইবাৰ গৈ মাদ্ৰাজৰ ব্ৰাহ্মসমাজৰ মানুহৰ লগতেই বেছিভাগ দেখা কৰিছিলোঁ; তেওঁলোক বৰ ভদ্ৰ, আৰু তেওঁলোকে ইংৰাজী কোৱাত মনত হয় যেন সংস্কৃতহে কৈছে। ইংৰাজী কোৱাত তেওঁলোক বৰ পাৰ্গত, বৰ খৰকৈ ইংৰাজী কয়। তাৰ গাৰোৱান, চাকৰ-বাকৰবোৰেও ইংৰাজী কয়—অৱশ্যে (broken English) শুদ্ধ ব্যাকৰণ-নিৰ্দ্দোষ ইংৰাজী নহয়। তথাপি আমি বঙ্গ আৰু আসাম দেশৰপৰা গৈ তেনেবোৰ মানুহে ইংৰাজী কোৱা দেখি অলপ আচৰিত যেন পাওঁ। ই এটা শিক্ষাও। এইবোৰ শ্ৰেণীৰ মানুহে ইংৰাজী কোৱাৰ মানে বোধকৰোঁ বৃটিছসকলে হিন্দুস্থানী ক'বলৈ যিমান সহজ পায়, আৰু যিমান শিকিব পাৰে বা লাগে, তেলেগু কি তামিল তেনে নেপায়; সেইদেখি মহম্মদৰ ওচৰলৈ পৰ্ব্বত নাহে দেখি মহম্মদ পৰ্ব্বতৰ ওচৰলৈ যাবৰ উদাহৰণৰ বশৱৰ্ত্তী হৈ সিহঁতেই বাধ্য হৈ দুখীয়াৰ দুখী অৱস্থাৰে ইংৰাজী শিকে আৰু কয়। অথবা আৰু এটি কাৰণো মনত হয় যে খ্ৰীষ্টীয় মিছনেৰীসকলে মাদ্ৰাজত যিমান শিচ পাইছে, আন ঠাইত সিমান শিচ পোৱা নাই। বহুত দিনৰেপৰা খ্ৰীষ্টধৰ্ম্মৰ ৰস আস্বাদন কৰাও সিহঁতৰ ইংৰাজী শিকাৰ আৰু কোৱাৰ কাৰণ হ'ব পাৰে। আৰু মাদ্ৰাজত ইংৰাজৰ বসতি বহুকাল আগৰপৰা। সি যাৰু যি হওক, মাদ্ৰাজী গাৰোৱান,

চাকৰ-বাকৰ আৰু সেই শ্ৰেণীৰ মানুহে কলিকতা কি বোম্বাইৰ সেই শ্ৰেণীৰ মানুহতকৈ বেছি ইংৰাজী কয়। মাদ্ৰাজ চহৰৰ এডোখৰ ঠাইক, যিডোখৰত দেশী মানুহ সৰহভাগ থাকে, Black Town ( ক'লা চহৰ ) কয়, শুনাত আমি বৰ চখিত হ'লোঁ। Black আৰু White কথা দুটা বহুতো গোলমালৰ মূল।

আমাৰ জাহাজে মাদ্ৰাজ তাৰ পাচদিনা এৰিলে। ইয়াত বহুত নতুন মানুহ জাহাজত উঠিল আৰু কিছু নামিল। যোগেন পালৰ ককায়েকো ইয়াতে নামিল। আমি এতিয়া পাঁচজন হ'লোঁ। আমি বেলেগ বেলেগ কেবিনত আছিলোঁ। Steward ( ষ্টুৱাৰ্ড )ক কৈ আমি পাঁচজন একেটা কেবিনলৈ আহিলোঁ। সৌভাগ্যবশতঃ সাতখন বিচনা থকা এটা কেবিন সেই জাহাজত আছিল। প্ৰায়ে জাহাজত ইমান ডাঙৰ কেবিন নেথাকে। আমি পাচজন একেলগ হ'ব পৰাত বৰ ৰং পালোঁ।

## ( ৭ )

ইমানদিনৰ কথা এতিয়া ভালকৈ মনত নপৰে। তেতিয়া আপোনাৰ "বাঁহী" থকা হ'লে ন ন বাতৰি দি চিঠি দিলোঁহেঁতেন ; এতিয়া সেই পুৰণি ভাব মনত নাহে ; তেতিয়াৰ আৰু এতিয়াৰ ভাব বেলেগ। সেইদেখি এতিয়াৰ কথা ঠিক সেইভাৱে লিখা টান। মাদ্ৰাজ এৰি জাহাজ কলম্বোত ৰ'লহি।

কলম্বো ৰাৱণৰ দেশত। কলম্বো আধুনিক চহৰ। জাহাজ বন্দৰত লাগিলেই যাত্ৰীৰ দেশ চাবলৈ যোৱাৰ হুৰমুৰ লাগে। এজন যাত্ৰীয়ে আন এজনক সোধে—"Are you going ashore at—" ( ঠাইৰ নাম দি )। কলম্বো চাবলৈ আমি ওলালোঁ। জাহাজ পাৰত ঠিক নেলাগেহি। জাহাজৰপৰা সৰু নাও কেৰেয়া কৰি পাৰলৈ যাব লাগে। ইয়াত এক আচৰিত ৰকমৰ নাও আছে—তাক 'কেটামাৰাণ' বোলা হয়। আমাৰ মনত এই 'কেটামাৰাণ' আমাৰ খেলনাৰৰ দৰে কি তাতকৈও বেছি দীঘল যেন লাগিল। এনে নাও আমি আন ক'তো দেখা মনত নপৰে। পাৰ হৈ এখন গাড়ী কেৰেয়া কৰিলোঁ। ইয়াত মানুহে টনা গাড়ীও চলিতি—তাক ৰিকচ (rickshaw) কয়। ইমান গৰম দেশত সিহঁতে গাড়ীখন লৈ কেনে লৰে! মানুহে পইচাৰ নিমিত্তে কি নো নকৰিব ? এইবোৰ বন্দৰত 'গাইড' থাকে। আমি এজনৰ সাহায্য লৈছিলোঁ নে নাই ক'ব নোৱাৰোঁ, বোধকৰোঁ লোৱা নাই। চহৰত ডাঙৰ ডাঙৰ

য়ুৰোপীয় হোটেল আছে। সঁচাকৈয়ে য'লৈকে যায় ত'তে সিহঁতে সুন্দৰৰূপে থাকে। সিহঁতৰপৰা আমাৰ এইবোৰ বিষয়ে বহুতো শিকিবলগীয়া আছে। গোটেইবোৰ হোটেলৰ ভিতৰত আমাৰ Galle Face Hotel (গল-ফেচ্ হোটেল)ৰ position অৰ্থাৎ ঠাই ভাল লাগিল। সমুদ্ৰৰ পানীয়ে পুৰা-গধূলি দিনে-ৰাতিয়ে অনবৰত হোটেলৰ ভৰি ধুৱাই থাকে। বৰ ভাল ঠাই। আটাইবোৰ চহৰ চোৱা যাত্ৰীয়ে 'মিউজিয়ম' অৰ্থাৎ যাদুঘৰ চাবলৈ যায়। এই মিউজিয়ম আন দেশৰ আন মিউজিয়মৰ দৰে। ইয়াত নতুন তেনে বস্তু দেখা মনত নপৰে, যদিওবা নতুন বস্তু দেখিছিলোঁ, সি মনত নাই। তাৰ পাছত চিনেমন গাৰ্ডেন অৰ্থাৎ দালচেনিৰ বাগিচা। এই বাগিচাৰ ভিতৰত মানুহ নোসোমায়; বাহিৰৰপৰাই বাগিচাৰ চাৰিওফালে ঘূৰে। বাগিচাখন দালচেনিৰ গছবোৰেৰে ভৰা, সেইবোৰ সুৱলাকৈ শাৰী পাতি সজোৱা বুলি মনত নহ'ল। 'দালচেনিৰ লাঠী' (Cinnamon stick, sir) বুলি এই লাঠী বেচা মানুহবোৰে গাড়ী কি ৰিকচৰ লগত লৰে। প্ৰায় যাত্ৰীয়ে এডাল লাঠী কিনে। কেতিয়াবা 'চিনেমন ষ্টিক' বুলি সিহঁতে আন লাঠী বেচে, সেইদেখি কিনিবলৈ হ'লে ভালকৈ চাই-চিন্তি কিনা ভাল। কলম্বো গাড়ী কৰি তিনি-চাৰি ঘণ্টামান ফুৰিলেই চোৱা হয়। ইয়াত জাহাজ যদি সৰহপৰ থাকে, তেনেহ'লে কেন্‌ডি (Candy) অথবা আন কোনো ভিতৰুৱা ঠাইলৈ ৰেলেৰে যোৱা উচিত। যিমান দেশ দেখা যায়, সিমান ভাল।

এটা কথা আপোনাৰ আচৰিত লাগিব, মোৰো লাগিছিল, আনৰো লাগিব। ইয়াত জাহাজ ৰ'লে ধোবা জাহাজলৈকে আহে। সিহঁতে সিহঁতৰ কাৰ্ড যাত্ৰীক দিয়ে আৰু কাপোৰ খনেপতি চাৰি পইচাকৈ দিলে ছঘণ্টাৰ ভিতৰতে কাপোৰ ধুই আনি দিয়ে। বৰ আচৰিত কথা। দীঘল বাট সমুদ্ৰেৰে ভ্ৰমণ কৰিলে কাপোৰ ধুওৱা দৰকাৰ হৈ পৰে। এই ধোবাবোৰে নিশ্চয় বেছ পইচা উপাৰ্জ্জন কৰে। কাৰবাৰত যি ব্যৱসায়ীৰ মন্ত্ৰ—Honesty, small profits, quick return অৰ্থাৎ সততা, কম লাভ আৰু বেগাবেগিকৈ বেচা-কিনা, সেই ব্যৱসায়ীৰ নিশ্চয় উন্নতি হয়, সন্দেহ নাই। শেহবাৰ কলম্বোত ১৮৯৮ চনত আকৌ নামিছিলোঁ। তেতিয়াও ধোবা আহিছিল, আৰু এতিয়াও নিশ্চয় আহে।

আৰু এটি কথা আগেয়ে মোৰ কোৱা উচিত আছিল। লেংটি পিন্ধা কি একেবাৰেই নাঙঠা ল'ৰাবোৰে নাৱেৰে জাহাজৰ ওচৰলৈ আহি ইংৰাজী আধাভঙা মাতেৰে প্ৰচলিত গানবোৰ গায়হি আৰু সিকি কি আদমহীয়া

পানীত পেলাই দিলে সিহঁতে নাৱৰপৰা জপিয়াই পৰি সেইবোৰ আনেগৈ। এডেনত এইটো বৰ বেছি আছিল। আজিকালি এডেনত নাই; কিয়নো খঁৰিয়ালে কোনো কোনো ল'ৰাক নিজৰ ভোক নিবাৰণৰ সাহায্য কৰিবলৈ পানীৰ তললৈ একেবাৰেই লৈ যায়। সেইদেখি গৱৰ্ণমেণ্টে মানা কৰিছে। কলম্বোত এতিয়াও আছে নে নাই ক'ব নোৱাৰোঁ।

কলম্বো চাবলগীয়া ঠাই। ইয়াৰ ভাষা প্ৰধানতঃ তামিল আৰু সিংহলী। ইয়াৰ মানুহবোৰে চুলি দীঘলকৈ ৰাখে। সেই চুলিত আকৌ ফণি এখন লগাই থয়। তাৰ ওপৰত আকৌ ইংৰাজী টুপী, বিশেষকৈ Bowler ( বোলাৰ ) হেট। গাত ইংৰাজী কাপোৰ; কিন্তু ভৰিডোখৰ অৰ্থাৎ কঁকালৰপৰা ভৰিলৈকে লুঙ্গী পিন্ধে। শুনিছোঁ বোলে এই লুঙ্গীৰ তলত ইংৰাজী ট্ৰাউজৰ্চ। ইহঁত বেছ ভদ্ৰ মানুহ। জাহাজলৈ প্ৰত্যেক বন্দৰতে দোকানীয়ে বস্তু বেচিবলৈ আহে। কলম্বোতো আহে।

এইখিনিতে আমাৰ এই "ডনেৰা" জাহাজৰ খোৱাৰ তালিকা দিলে বেয়া নহয়। ৰাতিপুৱাতে বিচনাত চাহ-বিস্কুট। ৮।০, ৯ মান বজাত ব্ৰেকফাষ্ট। একমান বজাত ডিনাৰ। চাৰিবজাত আকৌ চাহ। তাৰ পাছত ছয়বজাত এবাৰ খাবলৈ দিছিল। তেতিয়া খোৱাৰ এই নিয়ম আছিল, আজিকালি বদলিব পাৰে। পি. এণ্ড ও. কোম্পানীৰ জাহাজত আজিকালি সময় বদলাইছে, আমি সিদিনা আহোঁতে গম পালোঁ। বৃটিছ ইণ্ডিয়া জাহাজবোৰৰ খানচামা, 'বয়'বোৰৰ বেছিভাগেই খিদিৰপুৰ কি কলিকতাৰ আন ঠাইৰ মুছলমান। সিহঁতৰে সৈতে আমি সুকীয়া বন্দবস্ত কৰি লৈছিলোঁ, আমাক ৰাতি ৮॥০ মান বজাত ভাত আৰু দেশীমতে ৰন্ধা কুকুৰা কি আন মঙহৰ আঞ্জা দিছিল। এই খোৱাও বেছ খাইছিলোঁ। ইয়াৰ নিমিত্তে জাহাজৰ বাবুৰ্চিক অলপ বেলেগ বক্‌চিচ্ দিবলগীয়াত পৰিছিলোঁ। বক্‌চিচ্ য'তে-ত'তে। টকাৰে বহু কাম কৰিব পাৰি। বক্‌চিচ্, বক্‌চিচ্; টকা, টকা; এইহে কেৱল শুনো, হোটেলেই হওক কি জাহাজেই হওক; দেশেই হওক, বিদেশেই হওক।

কলম্বো এৰি আমি এডেন পালোঁ। এডেনত এইবাৰ পাবলৈ যোৱা নাছিলোঁ। তাত চাবলগীয়া ঠাই বেছি নাই। এটা মিঠা পানীৰ পাটনাদ আছে, সেইটো চাবলগীয়া। আৰব দেশত পানীৰ বৰ কষ্ট। এই এডেনৰ ওপৰত পৰ্ব্বত। পৰ্ব্বতৰ ওপৰত চহৰ। ইয়ালৈকে আমাৰ ভাৰতবৰ্ষীয় টকা-পইচা চলে, তাৰ সিফালে ইংৰাজী টকা। এই এডেনত পইচাৰ নিমিত্তে

পানীত জপিওৱা ল'ৰা তেতিয়া বহুতো। সিহঁতে আহি সেই কলম্বোৰ দৰে ইংৰাজী গান গাই কাষলতি-তল বজাই 'হেবেডাই' 'হেবেডাই' কৰে। 'হেবেডাই' ইংৰাজী Have a dive ( হেভ এ ডাইভ )ৰ অপভ্ৰংশহে মাথোন, আৰবী ভাষা নহয়। আপুনি এটা আদমহীয়া সাগৰত পেলাওক, বহুতো ল'ৰাই একেলগে বুৰ মাৰিব, এটাই হাঁহি হাঁহি কৃতকাৰ্য্য হৈ দাঁতেৰে কামুৰি আদমহীয়াটো আপোনাক দেখুৱাব। আকৌ 'হেবেডাই'। এইটো সঁচাকৈয়ে চাবলগীয়া বস্তু। কোনো কোনো ল'ৰাই আকৌ জাহাজৰ ডেকৰ ওপৰৰপৰা জপিয়ায়, আমি এইটো নিজে দেখিছোঁ। শুনিছোঁ, কোনোৱে আকৌ জাহাজৰ ওপৰৰপৰা জপিয়াই জাহাজৰ তলেদি বুৰ মাৰি সিফালে গৈ ওলায়।

( ৮ )

Red Seaত সোমালেই মানুহে পাতল জহকলীয়া কাপোৰ পিন্ধিবলৈ আৰম্ভ কৰে। Red Sea বছৰৰ প্ৰায় সৰহ সময়তেই গৰম, আমাৰ ভাৰতবৰ্ষতকৈও গৰম; কিয়নো আৰব আৰু আফ্ৰিকা দেশৰ মৰুভূমিৰ মাজত এইখন সমুদ্ৰ। এডেনলৈকে আমাৰ দেশীয় মুদ্ৰা চলে আৰু এপইচীয়া পোষ্টকাৰ্ড, দুপইচীয়া টিকটেৰে চিঠি আমাৰ দেশৰপৰা তালৈ আৰু তাৰপৰা আমাৰ দেশলৈ দিব পাৰি। ছিলোনত আমাৰ টকাই চলে; কিন্তু আমাৰ দেশৰ দৰে পইচা নকয়, তাত 'চেন্ট' (Cent) কয়। এশ চেন্টেহে এক ডলাৰ হয়, এক ডলাৰ (Dollar) ৪ চিলিং ২ পেন্স অৰ্থাৎ প্ৰায় তিনি টকা।

আমাৰ এডেন এৰাও যি, কলম্বো এৰাও সি। বিলাত বুলি ওলাইছোঁ যেতিয়া আমি বিলাতৰ কথাহে সৰহকৈ পাতিছিলোঁ। সন্ধ্যাবেলিকা প্ৰায়ে আমাৰ গানৰ মজলিচ্ বহিছিল, অৱশ্যে ডেকৰ এচুকত আন মানুহে শুনিব নোৱাৰাকৈ। ক'ব নেলাগে যে আটাইবোৰ গানেই বঙ্গলাত গোৱা হৈছিল। এই গানৰ ৰসৰ ভালকৈ সোৱাদ পাবৰ নিমিত্তে আমি আমাৰ দেশৰ কথা আৰু আমাৰ আটাইৰে ভৱিষ্যতৰ কথা কৈ সময় কটাইছিলোঁ। কি উদ্যম, কি উৎসাহ, কি প্ৰফুল্লতা!

এতিয়া তাৰ আধা থকা হ'লেও নিজক সুখী বুলি ভাবিলোঁহেঁতেন। আমি দ্বিতীয় শ্ৰেণীৰ কেবিনত গৈছিলোঁ। তেতিয়া এই কোম্পানীৰ জাহাজৰ কলিকতাৰপৰা লণ্ডনলৈ যাবৰ দ্বিতীয় শ্ৰেণীৰ কেৰেয়া ৩৭৫ টকা আছিল, আজি-কালি বাঢ়িছে। আটাইবোৰ কোম্পানীৰ বেটু এতিয়া বাঢ়িছে।

আমাৰ শ্ৰেণীত কেইটামান ভাৰতবৰ্ষত ওপজা বৃটিছ ল'ৰা-ছোৱালী আছিল। সিহঁতৰ বাপেক-মাকো কাৰো কাৰো লগত আছিল। সিহঁতৰ আৰ্থিক কি সামাজিক অৱস্থা কেনে আছিল ক'ব নোৱাৰোঁ। ল'ৰা-ছোৱালীকেইটাৰ আমাৰ সৈতে ব্যৱহাৰ দেখি ভাল বুলি মনত নহৈছিল। সিহঁতে মিছামিছিকৈয়ে আমাৰ সৈতে কৰ্কশ আৰু অভদ্ৰ ব্যৱহাৰ কৰিছিল। সৰু ল'ৰা-ছোৱালী দেখি আমি সেই ব্যৱহাৰলৈ আওকাণ কৰিছিলোঁ। আশ্চৰ্য্যৰ কথা এই যে সিহঁতে এনে ব্যৱহাৰ মাক-বাপেকৰ আগতে কৰিছিল আৰু মাক কি বাপেকে এইবাবে সিহঁতক কোনো শাস্তি দিয়া কি শাসন কৰা দেখা আমাৰ মনত নপৰে। কিছুদিনৰ পাছত এই ব্যৱহাৰ এনেয়ে স্বাভাৱিকৰূপে কম পৰি আহিল।

আমাৰ আন সহযাত্ৰীসকলৰ সৰহভাগ সিমান উচ্চ শ্ৰেণীৰ মানুহ নাছিল বুলি আমাৰ মনত হয়। মাদ্ৰাজ কি কলম্বোৰপৰা এজন 'মজাৰ' যাত্ৰী উঠিল। তেওঁৰ মুখ বৰ ৰঙা আৰু তেওঁ ৰঙ্গিয়াল (কেতিয়াবা কেতিয়াবা) স্বভাৱৰ মানুহ, কথা মুখৰপৰা "ঊনৈশটাকৈ ডজনত" (এই কথাফাঁকি ইংৰাজীৰপৰা অনুবাদ, **nineteen to the dozen**) অৰ্থাৎ তেওঁ ইমান কথা কৈছিল যে আন মানুহৰ যেনে ডজন মানে বাৰটা, তেওঁৰ কথাৰ ডজনত ঊনৈশটাকৈ আছিল। তেওঁ বোধকৰোঁ অলপ সৰহ মাত্ৰাত ফটিকা সেৱন কৰিছিল। সেইদেখি ইদ্ৰিছ নামধাৰী খিদিৰপুৰীয়া মুছলমান খানচামাই আমাক পাঁচোটাকে, সেই মানুহজনে ফটিকা খুজিলে নিদিবলৈ কৈছিল; আমাৰ অৱশ্যে ফটিকাৰ সৈতে সম্পৰ্ক নাছিল। সেই মানুহজনে আমাৰ সৈতে খুব কথা পাতিছিল। আমাক তেওঁ নিজে নামকৰণ কৰিছিল, যেনে—Doctor, Professor, Colonel ইত্যাদি। দুবাৰ-এবাৰ ফটিকা খাই অলপ অসদ্ব্যৱহাৰো কৰিছিল; কিন্তু সি ক্ষণস্থায়ী। তেওঁ স্কটলণ্ডৰ "ডণ্ডী" দেশৰ মানুহ আছিল। জাহাজৰ কাপ্তানী কৰিছিল যোধকৰোঁ, অৱশ্যে "ডনেৰা" জাহাজৰ নহয়।

আৰু এজন যাত্ৰী, মাৰ্কিন দেশীয় পাদুৰী, মূৰৰ বেমাৰৰ নিমিত্তে স্বদেশলৈ উভতি যাব লাগিছিল। এওঁ বৰকৈ চেলেউ নহ'লে পাইপ হুপিছিল। এওঁকো ইদ্ৰিছ কি আন এজন খানচামাই আমাক ফটিকা দিবলৈ মানা কৰিছিল। আমাৰ ফটিকাৰে সৈতে কোনো সম্বন্ধ নাছিল সঁচা, কিন্তু মাজে-সময়ে লুকাই-চুৰকৈ কোনেও নেদেখাত সুবিধা পালে আমি চেলেউ হুপিছিলোঁ। ভাবিছিলোঁ, চেলেউ হোপা পুৰুষ মাত্ৰৰে কাম। আমি আটায়ে ডেকৰ ওচৰত বহি আছোঁ, এনেতে এদিন সন্ধিয়া বেলিকা এই পাদুৰীজনে আহি আমাক সুধিলে, "Do any of

you gentlemen smoke ?" আমি ইটোৱে সিটোৰ পিনে চোৱা-চুই কৰিবলৈ ধৰিলোঁ। কোনেও কথা নকয়। দোবীৰ ভিতৰত আমাৰ মহল্লাৰ সহযাত্রী আৰু আমি এই দুজনহে। দুবাৰ-এবাৰ আমি যি হুপিছিলোঁ তাকে দেখিহে এওঁ আহি আমাক এই প্রশ্নটো কৰিছে। আমাৰ ভয় হ'ল—পাদুৰী মানুহ, হয়তোবা আমাক সেইবাবে তেওঁ শাসনকে কৰে। আমি ক'লোঁ, "No"। তেতিয়াই তেওঁ ক'লে, "মোৰ কিছুমান চোকা ধঁপাতৰ চেলেউ আছে, মই নিজে সিমান চোকা খাব নোখোৱোঁ, আপোনাসকলে তাবে কেইটামান হুপিব বুলি ভাবিছিলোঁ।" তেওঁ ক'ত থং কৰিব, আমাক চুৰটহে দিয়ে। আমি এই কথা লৈ তেতিয়া কিমান হাঁহিছিলোঁ, এতিয়াও আমাৰ সেই কথা মনত পৰিলেই হাঁহি উঠে। আৰু এক পৰিয়াল মৰিচিয়চৰপৰা কলম্বোলৈ আন জাহাজেৰে আহি আমাৰ জাহাজত উঠিল। ইহঁতৰ পৰিয়াল—মাক-বাপেক, দুটি ছোৱালী আৰু এটি ল'ৰা। ইহঁতে নিজৰ ভিতৰতে মিঠা ফৰাচী ভাষা কৈছিল।

আৰু বহুতো আছিল। তাৰে ভিতৰত বহুতক আমি নামকৰণ কৰিছিলোঁ। আমাৰ এটা নামহে মনত আছে। "একবস্ত্র"—এই মানুহজনক এই নাম দিছিলোঁ; কিয়নো, তেওঁ জাহাজত উঠাৰপৰা নমালৈকে একেটা চুটকে পিন্ধিছিল। আৰু এটা নাম মনত পৰিছে—'মেজেকা'। এওঁ বেছ ভাল কাপোৰ পিন্ধা Sociable ইংৰাজ। ইংলণ্ডত কোনো ভাৰতবৰ্ষীয়ক চিনি পাইছিল; তেওঁৰ নাম বোধকৰোঁ মিৰ্জ্জা খাঁ আছিল। তেওঁ মিৰ্জ্জা খাঁ উচ্চাৰণ কৰিব নোৱাৰাত 'মেজেকা' কৈছিল। তেওঁক তৎক্ষণাৎ আমি সেই নামকৰণ কৰিলোঁ।

এডেন এৰিয়ে ভালকৈ Red Seaত সোমালোঁ। Red Sea আন সমুদ্রতকৈ ঠেক, সেইদেখি এই সমুদ্রত বিমান জাহাজ চকুত পৰে, আন সমুদ্রত নপৰে। দীঘল সমুদ্রভ্রমণৰ ই এটি বৰ ভাত্তৰ কথা। অনন্ত সমুদ্র দেখি চকুৰ আমনি লাগি যায়, সেইদেখি আন এটা বস্তু দেখিলে বৰ বং লাগে। তৎক্ষণাৎ যাৰ দুৰবীণ আছে, সি চকুত লগায়। কোন লাইনৰ জাহাজ, তাক প্রায় জাহাজৰ চুঙা (Funnel) দেখিয়েই জানিব পাৰি; ওচৰ হ'লে কি নাম, ক'লৈ যায় ইত্যাদি জানিবৰ নিমিত্তে যাত্রীসকলৰ ভিতৰত বৰ কোঢ়াল লাগি যায়।

জাহাজখন সৰু-সুৰা পৃথিবীৰ দৰে। তাত নানান ৰকমৰ যাত্রী যায়। তেওঁলোকে যাৰ যেনে স্বভাৱ, যি পদ-মৰ্য্যাদা, আৰ্থিক-সামাজিক অৱস্থা, ঠিক তেনে মানুহৰ সঙ্গ লয়। ইয়াত নানান শ্রেণীৰ মানুহ। মিলিটাৰী শ্রেণীয়ে আন শ্রেণীৰ সঙ্গ নলয়, তেওঁলোকে নিজকে বৰ উচ্চ বুলি ভাবি নিজৰ ভিতৰতে

তাচ খেলে, মদ খায়, আমোদ-প্ৰমোদ কৰে। সাউদৰ শ্ৰেণীৰ মানুহে সাউদৰ শ্ৰেণীৰ লগত। ইত্যাদি। ইয়াত ইংৰাজীত যাক 'Clique' "দল" কয়, তাক সুন্দৰৰূপে দেখা যায়।

বৃটিছ জাতি আমোদপ্ৰিয়। যিখিনি সময় তেওঁলোক জাহাজত থাকে, সেইখিনি সময় কেনেকৈ আমোদ-প্ৰমোদ, ৰং-ধেমালি কৰি কটাব, সেই নিমিত্তেই তেওঁলোক চিন্তাকুল। যাত্ৰীবোৰৰ ভিতৰত্তে তেওঁলোকে নানান আমোদ-প্ৰমোদৰ নানান কমিটি গঠন কৰে। যেনে—Sports Committee (খেল খেলাৰ কমিটি)। তেওঁলোকে সেই সৰু ঠাইকণতে খুব গম্ভীৰভাৱে ক্ৰীকেট খেলে। কোনো কোনো মানুহৰ মুখত এনেহে ভাব যেন এই ক্ৰীকেট খেলতেই বৃটিছ সাম্ৰাজ্যৰ ভৱিষ্যত অৱলম্বন কৰিছে। জাহাজত ক্ৰীকেট খেলা মানুহ এজনৰ মুখ আমাৰ এতিয়া লেখি থাকোঁতেই মনত পৰিছে। ইয়াৰ মানে আন একো নহয়। বৃটিছইঁতে যি কাম হাতত লয়, তাক ঠিকমতে কৰিব খোজে। কনচৰ্ট কমিটি অৰ্থাৎ নাচ-গানৰ কমিটিও হয়।

এই আটাইবোৰ কথাতে চব্‌চ্ক্ৰীপ্‌চন দিব লাগে। আমি তিনিবাৰ অহা-যোৱা কৰি যিমানদূৰ দেখিছোঁ, ভাৰতবৰ্ষীয় যাত্ৰীসকলৰ সৈতে য়ুৰোপীয় যাত্ৰীসকলে এইবোৰ আমোদত যোগ নিদিয়ে। সৰহভাগ ভাৰতবৰ্ষীয়ই চব্‌চ্ক্ৰীপচ্‌নহে দিয়ে মাথোন। এই জাহাজৰ আমোদ-প্ৰমোদৰ বিষয়ে পাছত ক'বলৈ আশা ৰাখিলোঁ। আমি এতিয়া ডনেৰা জাহাজেৰে যাব লাগিছোঁ। এডেনৰ পাছত চুয়েজ পালোঁ। চুয়েজ, এতিয়া যিমানদূৰ মনত পৰিছে, আমি নিশা পালোঁগৈ। আমাক আটাইবোৰ যাত্ৰীকে চুয়েজ পাওঁতে ওপৰৰ ডেকত আহি শাৰী শাৰী হৈ থাকিবলৈ আমাৰ দ্বিতীয় শ্ৰেণীৰ ষ্টুৱাৰ্ডে আহি কৈ গ'ল। ডাক্তৰৰ পৰীক্ষাৰ নিমিত্তে ৰাতি বহুত পৰলৈ থিয় হৈ আছিলোঁ। ডাক্তৰে আহি পৰীক্ষা কৰিছিল নে নাই মনত নাই। আজি-কালি হ'লে চুয়েজত ডাক্তৰ আহি যাত্ৰীৰ নাম ডাকি যায় আৰু সেই নাম ডাকত এটাইবোৰ যাত্ৰী হাজিৰ থাকিব লাগে। আজি-কালি মানে এবছৰমানৰ আগলৈকে আছিল। ১৯০৯ চনৰ ডিচেম্বৰ মাহত আমি দেশলৈ উভতি আহোঁতে চুয়েজত জাহাজ নৰ'ল। শুনিলোঁ যে চুয়েজত জাহাজ ৰখা বন্ধ হ'ল।

এই চুয়েজৰপৰাই চুয়েজখাল আৰম্ভ। এই চুয়েজখাল কাৰ্ডিনেণ্ড ডি লেচেপ বুলি এজন বিখ্যাত এঞ্জিনীয়াৰৰ তত্বাৱধানত হৈছিল। পোৰ্ট চৈয়দত (Port Said) এই বিখ্যাত মানুহজনৰ শিলৰ প্ৰতিমূৰ্ত্তি আছে। তেওঁ থিয় হৈ

চুয়েজখালৰ পিনে আঙুলি দেখুৱাই আছে। বাঁওকালে Mediterranean সমুদ্র, সোঁকালে খাল। এই খাল বহলে আমাৰ নগাঁৱৰ কলং নৈতকৈ ঠেক। এই খালৰ বিষয়ে বিস্তাৰিতভাবে পাছত ক'ম। জাহাজ লাহে লাহে ইয়াত যায়। প্রায় এদিনমান লাগে।

আমাৰ বেছ মনত আছে, জাহাজৰ লগে লগে সেই খালৰ ওচৰত থকা মানুহ ডুটা-এটাই আমাৰ জাহাজৰ লগে লগে লৰা। জাহাজৰপৰা আলু, ভুমথিৰা টেঙা, পইচা ইত্যাদি দলিয়াই পেলাই জাহাজৰ বিষয়াসকলে কি যাত্রীসকলে বং চোৱাও মনত আছে। আৰু মনত আছে, সেইবাৰ সিহঁতে কেঁচাই কেঁচাই আলু চোবাই খোৱাৰ কথা। প্রত্যেক জাহাজৰ লগে লগে সিহঁতে এনেকৈ লৰে।

এই চুয়েজখালৰদ্বাৰাই পৃথিবীৰ বাণিজ্যৰ যে কিমান উপকাৰ হৈছে, অলপ গমি চালেই চিন্তাশীল পাঠকে জানিব পাৰিব। এই খালে বাণিজ্যৰ চলাচল সুচল কৰিছে। এই বিষয়ে লাহে লাহে ক'বলৈ আশা কৰিলোঁ।

(৯)

চুয়েজখাল এঞ্জিনীয়েৰিং বিদ্যাৰ এটি সৰ্ব্বপ্রধান চিন। এই খাল হোৱাৰ পূর্ব্বে বিলাতলৈ যোৱা যাত্রীসকলে চুয়েজত নামি ৰেলত উঠিব লাগিছিল। আজি-কালি চুয়েজখাল হোৱাত সেই অসুবিধা ভোগ কৰিব নেলাগে। ইচ্ছা কৰিলে কলিকতাতে উঠি একেখন জাহাজতে গৈ লণ্ডন পাব পাৰি। এই খাল দীঘলে ১০২ মাইলতকৈ অলপ বেছি। কৰ্চিকা দ্বীপত উপজি ফ্রান্স প্রদেশৰ অধীশ্বৰ হোৱা আৰু য়ুৰোপৰ বেছিভাগ ঠাইক নিজৰ দখললৈ অনা যোদ্ধা নেপোলিয়ন বোনাপার্ট মহাবীৰৰ মনত এই দুইখন সমুদ্র—Red Sea আৰু Mediterranean সমুদ্রক এটি খালেৰে একেলগ কৰিবৰ কথা প্রথমে উদয় হয়। ১৮৫৪ চনত কাৰ্ডিনেণ্ড ডি লেচেপে মিচৰ দেশৰ ৰাজপ্রতিনিধি চেড্ পাচাৰপৰা এটি খাল প্রস্তুত কৰিবলৈ অনুমতি পায়। তাৰ পাছত পাঁচ বছৰ কাম আৰম্ভ হোৱা নাছিল। ১৮৫৯ চনত কাম আৰম্ভ কৰি ১৮৬৯ চনত দুয়ো-খন সমুদ্রক একেলগ কৰা হ'ল। আমি ১৯০৭ চনত খালেদি যোৱা জাহাজৰ লেখ ৪২৭২ বুলি কিতাপত পাইছোঁ। এই জাহাজৰ সৰহভাগেই আমাৰ। আমাৰ বোলাত বৃটিছকে কৈছোঁ। আমাৰ যি বৃটিছৰ সি, বৃটিছৰ যি আমাৰ সি।

এই খাল যি ঠাইত কটা হৈছে, সেই ঠাইত মাজে মাজে পাঁচ-ছটি হ্ৰদ আছে। এই হ্ৰদ আগেয়েই আছিল। আমাৰ মনেৰে এই হ্ৰদ থকাৰ গুণে খাল খন্দা কাম সুচল হৈছিল। সুচল হৈছিল বুলিও দহ বছৰ লাগিছিল। কাম কৰা মানুহবিলাকৰ কি ধৈৰ্য্য গুণ!

বাইবেলৰ সময়ত এই দেশ—মিচৰ আৰু আৰব দেশ বিখ্যাত আছিল। কিম্বদন্তি আছে যে ইজৰেলাইটসকলে এতিয়া খাল খন্দা বাটেৰেই মৰুভূমি পাৰ হৈ গৈছিল। সেইডোখৰ কিনটাৰা, আৰু এইখিনিতে উটেদি যোৱা বাট আছিল।

এই খালেদি যাওঁতে ইচ্‌মেলিয়া চহৰ দেখা যায়। চহৰৰপৰা কিছু দূৰৈত জাহাজ ৰয়। তাত নাৱেদি মানুহে মিঠৈ, পোৱালমণি ইত্যাদি বেচিবলৈ আহে। ইচ্‌মেলিয়াত মানুহ নেনামে। কিন্তু ইয়াত ৰেলৰ ষ্টেশ্যন আছে। কাইৰোলৈ ইয়াৰপৰা যাব পাৰি।

পোৰ্ট চৈয়দত ৰাজপ্ৰতিনিধি চেড্‌ পাচাৰ নামেৰেই এই চহৰৰ নামকৰণ হয়। আমি প্ৰথমবাৰ ইয়াত নমা নাছিলোঁ। আমি সন্ধ্যাবেলিকা পাইছিলোঁগৈ। অচিনাকি ঠাই দেখি নমা নাছিলোঁ। আমি ভালেই কৰিছিলোঁ। পোৰ্ট চৈয়দ পৃথিৱীৰ তিনিখন বৃহৎ ভূমিখণ্ডৰ সঙ্গমস্থল। পৃথিৱীৰ নানান পিনৰ অপ্ৰয়োজনীয়, দলিয়াই পেলোৱা মানুহে তাত বহা লয়হি। সেইদেখি দুষ্ট বদমাচৰ আড্ডাত আমি সন্ধ্যাবেলিকা নেনামি ভালেই কৰিছিলোঁ। পোৰ্ট চৈয়দ মিচৰ দেশত। এই পোৰ্ট চৈয়দ আজি-কালি আৰু তেতিয়াও পৃথিৱীৰ মানুহৰ অহা-যোৱাৰ বাটত। ইয়াত সকলো জাহাজে কয়লা লয়। ই বৰ এটা ডাঙৰ কোলিং বন্দৰ (Coaling port)। ইয়াৰ মানুহবোৰে আমাৰ দেশী হোকাৰ দৰে হোকাত ধঁপাত হোপে।

প্ৰথমবাৰ পোৰ্ট চৈয়দত নমা নাছিলোঁ যদিও, তাৰ পাছত বহুতবাৰ নামিছিলোঁ। আজি-কালি ইয়াত ভাৰতবৰ্ষীয় সাউদ, দোকানী বহুতো আছে। আমাৰ ভাৰতবৰ্ষীয়ই এনে কাৰবাৰ কৰা দেখিলে মন ভাল লাগে। ইয়াত সাউদবোৰৰ বেছিভাগেই হায়দ্ৰাবাদ-সিন্ধৰ মানুহ। সিদিনা আহোঁতে বহুতো ভাৰতবৰ্ষীয় দোকানী দেখিলোঁ।

ইয়াতো জাহাজলৈ আন বন্দৰৰ দৰে মানুহে বস্তু বেচিবলৈ আহে; ইয়াৰ চিগাৰেট ভাল। বহুতভাগ তুৰ্কী, ইজিপ্‌চিয়ান চিগাৰেট ইয়াত হয় আৰু সস্তাও। জাহাজলৈ বাজীকৰ, জ্যোতিষীইতো (fortune teller) আহে।

ইংৰাজ, য়ুৰোপীয়সকলে হাত দেখুৱাই ভবিষ্যতৰ কথা শুনিবলৈ ভাল পায়। আমাৰ ভাৰতবৰ্ষৰপৰা বছৰে বছৰে এনে fortune teller যায়, আৰু টকা-কড়ি লৈ দেশলৈ উভতি আহে। ভাৰতবৰ্ষীয়ৰ এনে উত্তম, উৎসাহ, ব্যৱসায়বুদ্ধি দেখি বৰ ভাল পাওঁ। পি. এণ্ড ও.ৰ 'মাৰমৰা' জাহাজত ১৯০৮ চনত এবাৰ বিলাতলৈ যাওঁতে আমাৰ সহযাত্ৰী অসমীয়া সাউদ শ্ৰীযুত ভোলানাথ বৰুৱা, তেওঁৰ ভতিজাক শ্ৰীযুত ভাৰতচন্দ্ৰ বৰুৱা আৰু আমাৰ এজন পাঞ্জাব দেশৰ ডেকাই fortune tellerৰ তীক্ষ্ণ বুদ্ধি-বিত্তাৰ পৰিচয় পাই আনন্দ পোৱা মনত আছে। প্ৰথমবাৰ যাওঁতে পোৰ্ট চৈয়দত ইমান, ইমান কিয় এটাও ভাৰতবৰ্ষীয় দেখা নাছিলোঁ। সময়ত আমাৰ ভাৰতবৰ্ষীয়ই গোটেই পৃথিৱীত বাণিজ্যাদি কৰিব। আশা কৰোঁ আমাৰ অসমীয়ায়ো এইদৰে দেশে-বিদেশে ঘূৰি বাণিজ্য-ব্যৱসায় কৰি আমাৰ মৰমৰ জন্মভূমি অসমৰ (তাৰ লগে লগে ভাৰতবৰ্ষৰ) উন্নতি সাধন কৰে যেন।

পোৰ্ট চৈয়দ এৰিলেই য়ুৰোপত সোমোৱা যায়। মেডিটেৰিনিয়েন (ভূমধ্য সাগৰ) এই বন্দৰ এৰিয়েই পায়; অৰ্থাৎ ভূমধ্যসাগৰ আৰু লোহিতসাগৰ এক কৰি বাণিজ্যৰ সুচল কৰাই চুয়েজখালৰ কাৰ্য্য। সেই কাৰ্য্য অতি সুচাৰুৰূপে হ'ব লাগিছে।

পোৰ্ট চৈয়দ এৰি আমাৰ ডনেৰা জাহাজ নেপোলচ্ (Naples)ত ৰ'লগৈ। পোৰ্ট চৈয়দৰপৰা গৈ নেপোলচ্‌ৰ যাত্ৰাৰ বিষয়ে অহাবাৰলৈ ক'বলৈ আশা কৰিলোঁ।

ইমানদিনৰ পাছত* আপোনালৈ আকৌ চিঠি লেখিলোঁ। সম্পাদক ডাঙৰীয়া, আশা কৰোঁ নিজ গুণে ক্ষমা কৰিব। ত্ৰুটীৰ বাবে দায়-দোষ নধৰিব।

(১০)

গ'লবাৰ পোৰ্ট চৈয়দ এবাৰ কথা লেখিছিলোঁ। পোৰ্ট চৈয়দ এৰি আমাৰ জাহাজ নেপোলচ্‌মুৱা হ'ল। আমাৰ মনত আছে—জাহাজত উঠোঁতে আমাৰ খানচামাইঁতক গোমাংস, শূকৰমাংস ইত্যাদি আমাৰ অখাদ্য য়ুৰোপীয়সকলৰ

* পূৰ্ববৰ্তী খণ্ডটো বাঁহীৰ দ্বিতীয় বছৰৰ দ্বিতীয় সংখ্যাত (পুহ: ১৮৩৩ শক) ওলোৱাৰ পাছত বৰ্তমান সংখ্যাটো তৃতীয় বছৰৰ চতুৰ্থ সংখ্যাতহে (ফাগুন: ১৮৩৩ শক) ওলাইছিল।
—সম্পাদক: আ. ব. হ.

সুখাদ্য আমাক দিবলৈ হাক দিছিলোঁ। Mediterranean এৰি সেই হাক আমি বন্ধ কৰিলোঁ। কিয়নো মই মনে মনে ভাবিলোঁ যে বিলাতত যেতিয়া ইমানদিন থাকিবলৈ ওলাইছোঁ, তাত চাগৈ এনেবোৰ বস্তু বাদে আন একো খোৱা বস্তু নেপায় (এইটো জানিছোঁ এতিয়া ভুল বুলি); হেনজানি সেইবোৰ খাবলৈ আবন্তকে কৰা যাওক। সেইদেখি খোৱা আৰম্ভ কৰা গ'ল।

'ডনেৰা' জাহাজে পোর্ট চৈয়দৰপৰা নেপোলচলৈ যাওঁতে কিমান দিন লৈছিল এতিয়া আমাৰ লেখ নাই। কিন্তু য়ুৰোপৰ বা' গাত লগাৰেপৰা আমাৰ উৎসাহ আৰু উৎফুল্লতা যেন বাঢ়িল। লাহে লাহে এদিন দূৰৈত কেণ্ডিয়া দ্বীপে দেখা দিলে। তাৰ পাছত এদিন সন্ধ্যাৰ আহাৰৰ পাছত ডেকৰ ওপৰলৈ আহোঁতে দূৰৈত দুশাৰী চাকি দেখা পালোঁ। এন্ধাৰ সমুদ্ৰৰপৰা এনে দুশাৰী চাকি দেখি আমাৰ হঠাৎ দীপান্বিতাৰ কথা মনত পৰিল। তাৰ পাছত শুনিলোঁ বোলে আমি ষ্ট্ৰেইট্‌চ অৱ মেচিনাইদি (Straits of Messina) যাব লাগিছোঁ। একালে ইটালিৰ বেলজিয়ম নগৰ আৰু আনকালে এট্‌না। আমি এইবোৰ ভূগোলত পঢ়িছিলোঁ। এতিয়া নিজে এনেবোৰ ঠাই দেখি আৰু ভাবি, এইবোৰ ঠায়েদিয়েই আমি যাব লাগিছোঁ, আমাৰ মনত যে কি আনন্দ অনুভৱ হৈছিল, তাক লেখি জনাব নোৱাৰোঁ।

আৰু এটি কথা, দীঘল সমুদ্ৰযাত্ৰাত—এনেবোৰ দৃশ্য বৰ আনন্দবৰ্দ্ধনকাৰী। নেপোলচ্ বৰ সুন্দৰ ঠাই—"See Naples and die" এনে এটি ইংৰাজীত বচন আছে, অৰ্থাৎ নেপোলচ্ দেখি যদি মৰা যায়, হানি নাই, এনে ভাল ঠাই। যে অৱ্ নেপোলচ্ অতি বিতোপন ঠাই। দূৰৈত সোঁহাতে আগ্নেয়গিৰি ভেচুভিয়াচ। পম্পিয়াই ধ্বংস কৰা ভেচুভিয়াচ এয়ে। জাহাজৰপৰা চহৰখনি দেখিবলৈ বৰ ধুনীয়া। জাহাজ লাগোঁতেই নাৱত আহি দুই-তিনি দল মানুহে গান গাবলৈ ধৰিলেহি। নাৱৰীয়াবোৰ হেটেপিন্ধা, তাৰ মানে সেই দেশী মানুহেই। আমাৰ দেশৰপৰা পোনপ্ৰথমে গৈ য়ুৰোপীয় মানুহবোৰে গাড়ী চলোৱা, চাকৰ-বাকৰৰ কাম কৰা ইত্যাদি দেখিলে অলপ আচৰিত লাগিবৰ কথা। গান গোৱা মানুহবোৰে আহি জাহাজৰ ওচৰত নাওবোৰ বান্ধি গান গাই পইচা লয়হি। সেই তেতিয়াই আমি ম্যাণ্ডোলীন (Mandoline) বাজনা প্ৰথমে দেখোঁ। ম্যাণ্ডো-লীনৰ ধ্বনি ইটালীয় মুখিহ-ভিকতা, গায়ক-গায়িকাসকলৰ সুৰেৰে বেছকৈ মিলিছিল। আৰু আমাৰ "ৰাবা, ৰাবা, ৰাবা, ৰাবা, আই" আৰু, "মাৰ্গেৰীট" গান বৰ ভাল লাগিছিল। আমাৰ আন আন সহযাত্ৰীসকলৰ কি আনন্দ!

কত বছৰৰ পাছত য়ুৰোপ পাই চাগৈ তেওঁলোকৰ বহুতৰ নথৈ আনন্দ হৈছিল। সেই আনন্দতে দুই-চাৰিজন বৃটিছ সহযাত্ৰীক (বিশেষকৈ এজন) একেবাৰেই বিহ্বল হোৱা মনত পৰে। অৱশ্যে আনন্দৰ লগে লগে বিহ্বলতাৰ আন কাৰণো আছিল যেন মনত হয়, যেনে—কটিকা।

এইবোৰ ইটালীয় গান শুনি আমাৰ স্বৰ্গীয় ডাক্তৰ ৰাধিকাৰাম ঢেকিয়াল ফুকনে গান গোৱাৰ কথা মনত পৰিছিল। আমাৰ এই যাত্ৰাৰ তিনি-চাৰিমাহমান পূৰ্ব্বে তেওঁৰে সৈতে কলিকতাত দেখা হৈছিল। তেওঁক গান গাবলৈ কোৱাত এনেবোৰ গান গাইছিল—সেই গান অৱশ্যে আমাৰ বোধগম্য হোৱা নাছিল।

সেইদেখি সেই গান গাই থাকোঁতে আমাক দুই-এবাৰ হঁহা ডাক্তৰ ফুকনে দেখিলে ; গান হৈ যোৱাৰ পাছত তেওঁ আমাক সেইবাবে থং কৰিছিল ; তেতিয়া এই কথা মনত হ'ল। নেপোল্‌চৰ বন্দৰত গান শুনিও যে আমি কিছু বুজিব পাৰিছিলোঁ, এনে নহয়—একোকে বুজা নাছিলোঁ। কিন্তু নতুন দেশ, নতুন মানুহ, নতুন উৎসাহ—এইবোৰৰ নিমিত্তে আমাৰ আনন্দ হৈছিল।

জাহাজ পুৱা আঠমান বজাত বন্দৰত লাগিল। গান গোৱা মানুহৰ লগে লগে আন নাৱত গাইড কেজনমান আহিল। তাৰে এজনে আমাক চহৰ দেখুৱাবলৈ নেৰানেপেৰাকৈ লাগিল। আমি চহৰ চাবলৈ ওলালোঁ। অৱশ্যে সি ইংৰাজী জানিছিল। তাক কিমান দিব লগা হৈছিল আমাৰ মনত নাই ; বোধকৰোঁ পাঁচ চিলিং ; ইমান দিনৰ কথা মনত নাই। কিন্তু আমাৰ যি খৰচ লাগিছিল, পাঁচোটিয়ে সমানে ভাগ কৰি দিছিলোঁ। জাহাজৰপৰা ঘাট কিছু দূৰৈত, সেইদেখি নাৱেৰে যাব লাগে। গাইপতি সেই নাৱত কি দিব লাগে, তাৰ এটা ধৰা-বন্ধা দস্তুৰ আছে। সেই দস্তুৰেৰেই আমি নাৱত দিলোঁ। এই গাইড যে সঁচা গাইড, সি আমাক তাৰ "লাইচেন্স" দেখুৱাইছিল। যাত্ৰীসকলে এইবোৰ চাই-চিন্তি যোৱা উচিত।

নেপোল্‌চৰ ঘাটত আমাৰ নাও লাগিলত, আমাক বহুতো মানুহে চাবলৈ আহিল, অৰ্থাৎ বোধকৰোঁ পাঁচজন ভাৰতবৰ্ষীয়ক একেলগে দেখা ইয়াৰ আগেয়ে নেপোল্‌চবাসীসকলৰ ভাগ্যত হৈ উঠা নাছিল।

আঙুৰ-আপেল বেচা ছোৱালীবোৰে আমাত আঙুৰ, আপেল বেচিবলৈ আহিল। পাছত গাইডৰ লগে লগে আমি সদৰ ৰাস্তালৈ গৈ এখন 'ফিটন' গাড়ী কেৰেয়া কৰি চহৰ চাবলৈ আৰম্ভ কৰিলোঁ। আমি এজন হোৱাহ'লে

গাড়ী কেনেকৈ কৰিব নোৱাৰিলোঁহেঁতেন, কিয়নো কেনেকৈ নিশ্চয় বহুত দিব লাগিছিল।

চহৰত সকলো নতুন লাগিল। এয়ে য়ুৰোপত আমাৰ প্ৰথম পদাৰ্পণ।

(১১)

আমি নেপোল্‌চ পুৱা আঠমান বজাত পালোঁগৈ। জাহাজ দহ-বাৰ ঘণ্টা তাত আছিল। নেপোল্‌চৰ সৌন্দৰ্য্যৰ কথা গ'লবাৰ উল্লেখ কৰিছিলোঁ। মানুহৰ ভিতৰত যেনেকৈ অৰিয়া-অৰি লাগে, এটাই কয় "মই ডাঙৰ", সিটোৱে কয় "মইহে ডাঙৰ, মইহে ভাল", সেইদৰে মানুহে চহৰকো অৰিয়া-অৰিৰ বশৱৰ্ত্তী কৰি দিয়ে। আমি নেপোল্‌চ দেখিছোঁ, নেপোল্‌চ দেখিবলৈ ভাল; আকৌ যি মানুহে কন্‌ষ্টেণ্টিনোপল দেখিছে, তেওঁ কয় সেই ঠাই নেপোল্‌চতকৈও সুন্দৰ। যি হওক, নেপোল্‌চৰ সৌন্দৰ্য্য ভালকৈ অনুভৱ কৰিবলৈ হ'লে সমুদ্ৰৰপৰাহে ভালকৈ অনুভৱ কৰিব পাৰি। আগেয়ে কৈছোঁ, নেপোল্‌চৰ 'বে' জগদ্বিখ্যাত।

য়ুৰোপ মহাদেশৰ প্ৰধান ধৰ্ম্ম ৰোমান কেথলিক খ্ৰীষ্টধৰ্ম্ম। এই নেপোল্‌চৰ এজন ৰোমান কেথলিক আৰ্কবিচপৰ মঠ। তেওঁৰ তলতীয়া বহুতো ধৰ্ম্মযাজক। তাৰ ৰোমান কেথলিক গিৰ্জ্জাৰ সংখ্যা ২৭৫টি আৰু ৫৭টি খ্ৰীষ্টধৰ্ম্মৰ আন সম্প্ৰদায়ৰ গিৰ্জ্জা। আমাৰ মনত আছে আমাৰ গাইডে আমাক নেপোল্‌চৰ এটি বৰ গিৰ্জ্জা দেখুৱাবলৈ যোৱা। যেতিয়া আমাক লৈ গৈছিল, তেতিয়া তাত পাদ্ৰীয়ে বক্তৃতা কৰিছিল আৰু কিছু উপাসকে সেই বক্তৃতা মনোযোগেৰে শুনিছিল। আমি লাহে লাহে আঁতৰৰপৰা সসম্ভ্ৰমে মূৰৰ টুপী খুলি গিৰ্জ্জাৰ আনফালে গ'লোঁ। ইয়াৰ গিৰ্জ্জাবোৰ চাবলগীয়া। য়ুৰোপৰ সকলো ঠাইতে কেথিড্ৰেলবোৰ (বৰ গিৰ্জ্জা) চাবলগীয়া। কেথিড্ৰেলবোৰৰ বিশেষত্ব আছে। এই বিশেষত্ববোৰ চাবৰ নিমিত্তে বহুতো য়ুৰোপীয় আৰু মাৰ্কিন দেশীয় মানুহে এঠাইৰপৰা আন ঠাইলৈ ফুৰি ফুৰে।

ইয়াত এটি বিশ্ববিদ্যালয়ো আছে। ঠায়ে ঠায়ে এনে বিশ্ববিদ্যালয় আমাৰ ভাৰতত কেতিয়া হ'ব ?

তাৰ পাছত আমি নেপোল্‌চৰ জাতীয় মিউজিয়ম চাবলৈ গ'লোঁ। "জাতীয়" (নেচনেল, National) নামটো গেৰিবল্ডীৰ দিনৰপৰা হৈছে। আগেয়ে ইয়াৰ নাম মিউজীও বৰ্বনিকো আছিল। এই মিউজিয়মত কিমান যে পাথৰৰ

মূৰ্ত্তি ( ষ্টেচিও ) দেখিলোঁ, কিমান নক্চা, কিমান ভাল ভাল জগদ্বিখ্যাত চিত্রকৰৰ চিত্র দেখিলোঁ তাৰ লেখ-জোখ নাই। পোম্পিয়াইৰ ভগ্নাবশেষো বহুত দেখিলোঁ।

এই চহৰত বহুত মানুহ। শুনিছোঁ বোলে এই ঠাইতে য়ুৰোপৰ ভিতৰত মানুহৰ গেজাগেজি। আমাৰ এই ঠায়েই য়ুৰোপৰ প্রথম ঠাই—সেইদেখি ইয়াত যি.দেখিলোঁ ভাল লাগিছিল। ইয়াৰ ঘৰবোৰ পাঁচ-ছয় মহলা ওখ। ইয়াত আলি-গলি বহুতো। বহুত বছৰৰ পাছত যেতিয়া কাশীলৈ যাওঁ, কাশীৰ গলিবোৰ দেখি নেপোল্চৰ কথা মনত পৰিছিল।

আৰু এটা কথা আমাৰ মনত আছে। ফিটন গাড়ীৰ ভিতৰত আটাইৰে ঠাই নহ'ব দেখি আমি কোচওৱানৰ ওচৰত বহি চহৰ চাই ফুৰিছিলোঁ। আঙুলিৰে, মুখেৰে ভঙ্গি কৰি আমি তাৰে সৈতে কথা পতা মনত আছে। তাৰ কোচওৱানবোৰে ঘোঁৰাক নোকোবায়, অর্থাৎ ঘোঁৰাৰ গাত চাবুক নেমাৰে। এনেয়ে চাবুক চটপ্ চটপ্ কৰি গাৰ ওচৰত শব্দ কৰে। সেই শব্দ আমাৰ নতুন লাগিছিল।

নেপোল্চ সাঁজবেলিকা এৰিলোঁ। নেপোল্চৰ কথা ভাবিলে আমাৰ 'য়াম্বা য়াম্বা' আৰু "মার্গেৰীট" গান আৰু ম্যাণ্ডোলীন বাজনাৰ বিষয়েহে মনত পৰে।

নেপোল্চ এৰি জাহাজ একেবাৰেই প্লিমাথত ৰ'লগৈ। আমাৰ বহুতো মানুহে ইয়াক প্লাইমাউথ বোলে, কিন্তু উচ্চাৰণ প্লিমাথহে।

( ১২ )

নেপোল্চ এৰি আমি প্লিমাথমুৱা হ'লোঁ। আমি জাহাজখনিকে নিজৰ ঘৰবাৰী যেন ভাবি প্রফুল্ল মনেৰে যাবলৈ ধৰিলোঁ। এইখিনিতে আমাৰ উল্লেখ-যোগ্য ঘটনা এটি হৈছিল।

আমি জিব্রাল্টাৰ এৰিলোঁ—এই ঠাইত জাহাজ ৰোৱা নাছিল। বে অব্ বিচ্কে পালোঁ। এই বে অব্ বিচ্কে জগদ্বিখ্যাত। এই সমুদ্র অলপ নহয় অলপ উগ্রাবল। অন্ততঃ এই নিমিত্তেই এই বে বিখ্যাত। বে অব্ বেঙ্গলো এই নিমিত্তেই বিখ্যাত। বে অব্ বিচ্কেত জাহাজ বেছিভাগ roll কৰে, অর্থাৎ ইকাতি-সিকাতি হয়। আৰু বে অব্ বেঙ্গলত pitch কৰে। এমুৰ-শৰা সিমুৰলৈ জাহাজ দোলে। কোনো কোনো ঠাইত roll, pitch দুইটা কৰে, সেই তেতিয়াই সমুদ্র নৰিয়া (sea sickness) হোৱাৰ বেছি

সম্ভাৱনা। বে অব্ বিচ্‌কেত জাহাজ roll কৰিছিল সঁচা, কিন্তু আমাৰ কাৰো সমুদ্ৰ নৰিয়া হোৱা মনত নপৰে, কিয়নো আমাৰ ভাবতত বে অব্ বেজলতে তাৰ এপালি হৈ গ'ল।

বে অব্ বিচ্‌কে এটলাণ্টিক মহাসমুদ্ৰৰে এভাগ। প্লিমাথ পাবৰ দুই-তিনি দিনমান আছে। অলপ অলপ জাৰ অনুভৱ কৰিবলৈ ধৰিলোঁহঁক। এদিন এক বজাৰ আহাৰৰ পাছত আমি ডেকৰ ওপৰত বহি-শুই গপ পাতি আছোঁ, এনেতে জাহাজৰপৰা ওচৰতে এখন সৰু নাও দেখিলোঁ। সেই নাও নৈ কি কূলৰ ওচৰত দেখা হ'লে একো আচৰিত হ'বলগীয়া কথা নাছিল। কিন্তু কূল বহু দূৰত, ঠাই মহাসমুদ্ৰ। তাৰ পাছত দেখিলোঁ তাত মানুহ আৰু তাৰে এটা মানুহে তাৰ কামিজ, লাখুটি কি কিবা এনে বস্তুত বান্ধি আমাৰ জাহাজৰ পিনে প্ৰাণপনে জোকাৰিবলৈ ধৰিলে আৰু তাৰ লগে লগে চিঞৰাও শুনিলোঁ। আমাৰ দ্বিতীয় শ্ৰেণীৰ ডেকত আমি কেজন বাদে আৰু কেও নাছিল। বোধকৰোঁ আহাৰৰ পাছত তলত বিশ্ৰাম কৰিছিল। আমি সেই নাৱত কামিজ জোকৰা দেখি আৰু চিঞৰ শুনি আচৰিত হ'লোঁ আৰু আমিও চিঞৰিলোঁ। তাৰ পাছত যিজন বিষয়াই সেই সময়ত জাহাজৰ তত্ত্বাৱধান কৰিছিল (জাহাজৰ বিষয়াসকলে ভাগবাটি পহৰা দিয়ে; চাৰি ঘণ্টা হয়তো কাপ্তানে নিজে দিব, চাৰি ঘণ্টা হয়তো প্ৰধান বিষয়াই, চাৰি ঘণ্টা হয়তো দ্বিতীয় বিষয়াই, এনেকৈ জাহাজ ডাঙৰ-সৰু চাই বিষয়াৰ সংখ্যা সৰহ-তাকৰ। ইপিনে এঞ্জিন কমতো তেনেকৈ এঞ্জিনীয়েৰসকলে ভাগবাটি কাম কৰে। এনেকি খালাচীবোৰো সেই নিয়মৰ অধীন।), তেওঁৰ সেই চিঞৰণি, কামিজ জোকৰা দেখি সেই মহাসমুদ্ৰত জাহাজ সেই নাৱৰ আৰু অলপ ওচৰলৈ গৈ ৰখালে। জাহাজ পূৰ্ণ জোখৰ বেগত চলাৰ নিমিত্তে ৰখোৱাত দুই-তিনি মিনিটমান লাগিছিল। জাহাজ ৰখোৱা হ'লত, নাও ওচৰ চাপি আহিল। জাহাজৰ সকলো যাত্ৰী-বিষয়াসকল ডেকত গোট খালেহি। নাওখন যেতিয়া ওচৰ চাপি আহিল, তেতিয়া দুডাল-তিনিডাল শকত জৰী জাহাজৰপৰা ওলোমাই দিয়া হ'ল। সেই জৰীৰে ধৰি দুহোটা কি এধাৰটা মানুহ জাহাজৰ ওপৰলৈ আহিল; সিহঁতৰ লগত এটা কুকুৰ আছিল, কুকুৰ-টোকো অনা হ'ল। জাহাজৰ ডাক্তৰ আৰু যাত্ৰীসকলৰ ভিতৰতো এজন ডাক্তৰ আছিল, তেৰোঁ ষ্টেথ'স্কোপ লৈ থিৰ হৈ পৰীক্ষা কৰিবলৈ প্ৰস্তুত আছিল। এটা এটাকৈ যেতিয়া সকলোটি ওপৰলৈ আহিল, নাওখন উটাই দিয়া হ'ল।

এতিয়া পাঠকসকলক সকলো কথা খুলি কওঁ। কাৰ্ডিফৰপৰা আন এঠাইলৈ এখন সৰু সামুদ্ৰিক মাল জাহাজ নাগমাটি লৈ গৈছিল। বাটত জাহাজৰ তলত ডুটা-এটা ফুটা হৈ পানী সোমাবলৈ উপক্ৰম হোৱাত কাপ্তানক সেই বিষয়ে কোৱা হ'ল, কিন্তু কাপ্তানে সেই বিষয়ে আওকাণ কৰি ফটিকা সেৱন কৰিবলৈ ধৰিলে।

তাৰ পাছত তাৰ এঞ্জিনীয়েৰজনে ফুটা মেৰামত কৰিবলৈ আৰম্ভ কৰিলে। কিন্তু তেতিয়া সকলো চেষ্টা কৰিও জাহাজ ৰক্ষা কৰিব নোৱাৰিলে। সেইখন যাত্ৰী বোৱা জাহাজ নাছিল। সেইগুণে খালাচীবোৰে নাও এখন জাহাজৰপৰা নমাই যেয়ে যেনেকৈ পাৰে তালৈ নামিল। লগতে কুকুৰটোও জপিয়াই নাৱত পৰিল। কাপ্তান লাজত আৰু বাহিৰলৈ নোলাল। তেওঁ তেওঁৰ কেবিনৰ দুৱাৰ জপাই জাহাজৰ লগতে সমুদ্ৰৰ তললৈ গ'ল। সমুদ্ৰ সেইখিনি সময়ত বৰ উত্তাৱল আছিল। তাতে এন্ধাৰ নিশা। এঞ্জিনীয়েৰ মিস্ত্ৰীটি জাহাজৰপৰা নাৱলৈ জাপ দিবলৈ যাওঁতে সমুদ্ৰৰ উত্তাৱল অৱস্থাৰ গুণে নাৱত নপৰি সমুদ্ৰত পৰিল। তেওঁ কিমান চেষ্টা কৰিলে, নাৱত আৰু উঠিব নোৱাৰিলে। সমুদ্ৰত তেৱেঁা ডুবি মৰিল। নাৱত উঠা আন আন মানুহৰ এইদৰে মৃত্যু ঘটিল। কিন্তু এনে সময়ত সকলো মৃত্যুৰ সমুখত এইবোৰ কথালৈ কাণ দিয়া নেযায়। তাৰে এজনে তেওঁৰ গাৰ কামিজটোকে পালৰ কাম কৰিবলৈ দি বতাহ আৰু সমুদ্ৰৰ ওচৰত প্ৰাণ সঁপিলে। আমাৰ জাহাজ লগ পোৱাৰ আগেয়ে তেওঁলোকে আৰু দুই-তিনিখন জাহাজ লগ পাইছিল। কিন্তু সেই জাহাজবোৰৰপৰা কোনো সহায় নেপালে। হয়তো জাহাজবোৰ নাওখনৰ সিমান ওচৰেদি নগৈছিল। সেই মাল জাহাজখন ইটালী দেশীয়। আটাইবোৰ খালাচীয়েই সেই দেশৰ, কেৱল মাথোন এটি ইংৰাজৰ ল'ৰা আছিল, সি কাপ্তানৰ 'বয়' আছিল। সিহঁত মুকলি নাৱত, অপাৰ সমুদ্ৰত দুদিন-দুৰাতি উটি ফুৰিছিল। সিহঁতৰ অৱস্থা কেনে বুজিবই পাৰি। আমাৰ 'ডনেৰা' জাহাজৰ কৰ্ম্মচাৰীসকলে আৰু আটায়ে সিহঁতৰ প্ৰতি মৰম দেখুৱাই, কাপোৰ-কানি নোহোৱাবোৰক কাপোৰ-কানি দিলে আৰু ডাক্তৰবোৰে পৰীক্ষা কৰি দৰৱ-জাতি, পথ্যৰ বন্দৱস্ত কৰি দিলে। আমাৰ লগতে সিহঁতক ইংলণ্ডলৈ লৈ যোৱা হ'ল। সিহঁতে যেতিয়া জৰীয়েদি খগাই খগাই এটা এটাকৈ নাৱৰপৰা জাহাজৰ ওপৰলৈ আহিল, তেতিয়া সিহঁতৰ চকুৰেদি কৃতজ্ঞতাৰ অশ্ৰু বৈ গৈছিল, পাঠকসকলে অলপ ভাবি চালে গম পাব। দুদিন-দুৰাতি সিহঁত

অনন্ত অপাৰ সমুদ্ৰৰ ওপৰত, বঠা নাই ( আৰু বঠা থাকিলেই বা কি হ'ল-হেঁতেন ? ) সহায়হীন, আশ্ৰয়হীন। কেৱল বিপদৰ বন্ধু করুণাময় পতিত-পাবনেই সিহঁতৰ একমাত্ৰ অৱলম্বন। কোনো কোনো যাত্ৰীৰ চকুৰ পানীয়ে গাল তিতি যোৱা আমাৰ মনত আছে। ইংৰাজ ল'ৰাটিৰ নিমিত্তে এটি চব্ চক্ৰীপূচন খোলা হ'ল। ইটালীয় খালাচীবোৰক ইটালী দেশৰ লণ্ডনত থকা ৰাজদূতৰ কচাৰিত চাগে পুছচাই দিয়া হ'ল ; ইহঁত নাৱৰপৰা আমাৰ জাহাজত উঠোঁতে সৌভাগ্যক্ৰমে সমুদ্ৰ নদীহেন আছিল। সেইদেখি সকলোটি সুকলমে বিনাকষ্টে আৰু নিৰ্বিঘ্নে জাহাজত উঠিবলৈ সক্ষম হৈছিল। যাৰ শেহ ভাল, তাৰ সকলো ভাল।

( ১৩ )

ভগবানৰ কি ইচ্ছা ! যোৱাবাৰ 'ডনেৰা' জাহাজে সমুদ্ৰত মানুহ উদ্ধাৰ কৰাৰ কথা লেখিছিলোঁ। ছাপাখানালৈ সেই বিষয় লেখি পঠোৱাৰ পাছতেই পৃথিৱীৰ ভিতৰত এটি ভয়াবহ ঘটনা হৈ গ'ল ; সভ্য জগতৰ ভিতৰত আটাইতকৈ ডাঙৰ জাহাজ, সুসজ্জিত, মহাৰাজ-ৰজাসকলৰো লোভ লগা আধুনিক সভ্যতা আৰু বিলাসিতাৰ চৰম সীমাৰ চানেকি, 'টাইটেনিক' জাহাজ খোল হেজাৰ মানুহ বুকুত লৈ সমুদ্ৰগৰ্ভত মগ্ন হ'ল। ভগবানৰ কি লীলা ! এই জাহাজ-খনত নথকা একো বস্তু নাছিল আৰু এই জাহাজ যে বৰফৰ পৰ্ব্বতৰ লগত সংঘৰ্ষণ লাগি বা আন কোনো উপায়ে ডুবিব পাৰে কোনেও সপোনতো ভৰা নাছিল। এই বিষয় বাহীৰ পাঠক-পাঠিকাসকলে নিশ্চয় দৈনিক বাতৰি-কাকতত পঢ়িছে। কিন্তু সমুদ্ৰত এনে বিপদ হোৱা কোনেও শুনা নাই। বহুতো ডাঙৰ-সৰু মানুহৰ মৃত্যু হ'ল। তাৰ লগত বিলাতৰ এজন প্ৰধান লেখক, সম্পাদক, ভাৰতৰ এজন প্ৰধান বন্ধু ঢুকাল। মিষ্টেৰ্ ষ্টেড্ ৰিভিউ অৱ্ ৰিভিউজৰ সম্পাদক মৃত্যু হোৱা মানুহৰ লেখত পৰিল। তেওঁৰ মৃত্যুত সকলোৱেই দুঃখিত। সমুদ্ৰত বিপদ-আপদ হ'লে, জাহাজ ডুবাৰ শঙ্কা হ'লে, আগৈয়ে তিৰুতা আৰু সৰু ল'ৰা-ছোৱালীক নিৰাপদে সৰু নাৱত ভৰাই পোহৰতহে বতা মানুহবোৰ নাৱত উঠে। এই নিয়ম যে ন্যায়সঙ্গত তাত একো সন্দেহ নাই। সেইদিনা ৰাতি সোতৰজনী তিৰুতাই গিৰীয়েকক এৰি নাৱত উঠে। কোনো কোনো তিৰুতাই গিৰীয়েকক নেৰি গিৰীয়েকৰে সৈতে একেলগে

ডুবিল। কাকো কাকো বলেবে টানি নি নাৱত তুলোৱা হ'ল। মৃত্যু সন্নিকট দেখিও ভ্ৰূক্ষেপ নকৰি কিমান মানুহে আনক ৰক্ষা কৰি নিজে প্ৰাণ হেৰুৱালে। প্ৰত্যেক জাহাজত এদল বেণ্ড বজোৱা মানুহ থাকে। এই 'টাইটেনিক'ত যে নথাকিব, ই নহয়। যেতিয়া গম পোৱা গ'ল যে জাহাজ ডুবিব, আৰু ৰক্ষা নাই, বেণ্ড বজোৱা মানুহদলে মানুহক উৎসাহ আৰু আশ্বাস দিবৰ নিমিত্তে নানান তৰহৰ গীত-বাদ্য কৰিবলৈ ধৰিলে। শেহত যেতিয়া জাহাজ ডুবিবলৈ আৰম্ভ কৰিলে, "Nearer my God to Thee" বুলি প্ৰসিদ্ধ সঙ্গীতৰ বাদ্য বজাবলৈ ধৰিলে। কি সাহস! কি বীৰত্ব! কি মৃত্যু! সেই বাদ্য বজাই থাকোঁতেই সানন্দে ভগৱানৰ নাম লৈ সকলো সমুদ্ৰগৰ্ভলৈ গ'ল। কিমান বীৰত্বৰ কথা, ধৈৰ্য্য, সহিষ্ণুতা, নিস্বাৰ্থপৰতাৰ কথা ক'বা। এঞ্জিন ৰুমত আকৌ জুই চোৱা মানুহসকলে শেহলৈকে কাম কৰি, কামৰ লগতে ইটোৱে সিটোক আৰু আন মানুহক উৎসাহ আৰু আশ্বাস দিবৰ অৰ্থে, নাৱবীয়াসকলে গোৱা গীত গাই মৃত্যু সন্নিকট জানিও সমুদ্ৰৰ তললৈ গ'ল। এই যে লেখিছোঁ, সেই মৃত্যু হোৱা মানুহৰ অসীম সাহসিকতা, বীৰত্ব আৰু নিৰ্ভীকতাৰ অলপ স্মৃতি-চিহ্ন বুলিহে লেখিছোঁ। কৰুণাময় পৰমেশ্বৰৰ লীলা আমি কেনেকৈ বুজিম?

লাহে লাহে আমি ইংলণ্ডৰ ওচৰ চাপিবলৈ ধৰিলোঁ। তাৰ পাছত এদিন পুৱতি নিশা প্লিমাথ পালোঁগৈ। ইয়াত বহুতো যাত্ৰী নামি গ'ল। প্লিমাথ ডেভনশ্বিয়াৰ। ইয়াৰপৰা গ্ৰেট ৱেষ্টাৰ্ণ ৰেলেদি লণ্ডনলৈ যোৱা হয়। ইয়াৰেপৰা বহুতো যাত্ৰীয়ে টেলিগ্ৰাম কৰি বন্ধু-বান্ধৱ, আত্মীয়-স্বজনক নিজৰ বাৰ্ত্তা দিয়ে। আমি দিয়া নাছিলোঁ, কিন্তু আমাৰ লগৰ দুজন-এজনে দিলে।

ইয়াত গ্ৰিণ্ড্‌লে, হেনৰী এচ্‌ কিং ইত্যাদিৰ এজেণ্ট আহি উঠিলহি। এই এজেণ্টবোৰে যাত্ৰীসকলক সাহায্য কৰে। বিলাতলৈ যোৱা নতুন মানুহে ইহঁতৰপৰা বহুতো সাহায্য পায়। ইহঁতৰপৰা সকলো খবৰ পায়। লণ্ডনৰ ডক্‌চত কাষ্টম হাউচৰ বিষয়াসকলে বাকচ-টাকচ খুলি বহুতো সময় নষ্ট কৰে। এই এজেণ্টবোৰৰ হাতত বাকচৰ ভাৰ নিঃসন্দেহে দিয়া হয়। ইহঁতক সেই বাকচৰ সঁচাবো দিব লাগে। চুৰ-চালিৰ ভয় নাই। লণ্ডন কি আন ঠাইৰ ঠিকনা থৈ গ'লে সিহঁতে সেই ঠাইলৈ বস্তবোৰ পঠাই দিবলৈ ভাৰ লয়। ইয়াৰ নিমিত্তে অযত্নে অলপ টকা সিহঁতে লয়। সক এটা হাত-বেগ হাতত লৈ জাহাজৰপৰা নামিলেই সুবিধা—আন বাকচবোৰ সিহঁতৰ জিম্মাত থৈ নিৰ্বিঘ্নে নিঃসন্দেহে দিয়ে লণ্ডনলৈ নতুনকৈ যোৱা মানুহে আশীৰ্বাদ দিয়ে।

হৈ হোটেল, বৰ্ডিং হাউচ, কি ঘৰত থিতাপি হ'বগৈ পাৰে। তেতিয়া লাহে লাহে আন বস্তবোৰ গৈ পালে সুন্দৰৰূপে সময় লৈ বস্ত-বাহানিবোৰ ঠিক-ঠাক কৰি থোৱা যায়। আমি হেনৰী এচ্ কিঙৰ মানুহটোক আমাৰ বস্তবোৰ গতাই দিলোঁ। প্ৰথমে দিব খুজিছিলোঁ, পাছত মানুহটোৱে বুজোৱাত আৰু আন আন মানুহে দিয়াত আমিও দিলোঁ।

লণ্ডনৰ ডক্‌চ চাবলগীয়া ঠাই। আমি লণ্ডনৰ ডক্‌চৰ মুখত অলপপৰ ৰ'লোঁ। তেতিয়া আমি জাহাজত আমাৰ শেহ আহাৰ খাই ল'লোঁ—এক বজাৰ ডিনাৰ। তাৰ পাছত আমাৰ চাকৰ-বাকৰক অলপ বক্‌চিচ্ দি জাহাজ এৰিবলৈ সাজু হ'লোঁ।

( ১৪ )

ক'বলৈ পাহৰিছোঁ, আমি জাহাজৰ টিকট কলিকতাত কিং হেমিণ্টন কোম্পানীৰপৰা কিনিছিলোঁ। আমাক সেই ঠাইলৈ ডাক্তৰ বেজবৰুৱাই লৈ যায়। হেনৰী এচ্ কিঙৰ মানুহক আমাৰ বস্ত গতাই দিয়াৰ সিও এটা কাৰণ। লণ্ডনৰ হেনৰী এচ্ কিঙৰ শাখা কলিকতাত কিং হেমিণ্টন।

আমাৰ দ্বিতীয় কেবিনৰ বৰ ষ্টিউৱাৰ্ড ইংৰাজ আছিল। তাক আমি পঁচা তুলি কিছু ৰূপ দিলোঁ। আমাক যি বাবুৰ্চীয়ে ৰাতি উপৰিকৈ বান্ধি খুৱাইছিল, তাকো অলপ দিলোঁ। ইত্ৰিছকতো দিলোঁৱেই। আটাইকে যাক যি দিবলগীয়া দি সন্তুষ্ট কৰিবলৈ চেষ্টা কৰিলোঁ। কিন্তু সন্তোষ উৎপাদন কৰিব পাৰিছিলোঁ নে নাই ক'ব নোৱাৰোঁ, কিয়নো বক্‌চিচ্ দি মানুহক সন্তোষ দিয়া টান।

আমাৰ লগৰীয়াসকলক জাহাজৰপৰা লৈ যাবৰ নিমিত্তে কেইজনমান মানুহ আহিছিল। যোগেন পালক লৈ যাবৰ নিমিত্তে ছোট আদালতৰ ভূতপূৰ্ব্ব জজ্ মিঃ জোন্‌চ আৰু এজন ইংৰাজ সাউদৰ অফিচাৰ ডেকা এজন আহিছিল। মিঃ জোন্‌চ আহিছিল, কিয়নো পালৰ বাপেক ছোট আদালতৰ উকীল আছিল। সাউদৰ আপিচৰ ডেকা আহিছিল, কিয়নো পালৰ ককায়েক মিঃ বিজয়কৃষ্ণ পাল কলিকতাৰ এজন সাউদ, সেইদেখি বিলাতৰ সাউদৰে সৈতে চিনাকি। (এতিয়া স্বৰ্গীয়) বেৰিষ্টাৰ জি. ডি. শীলেও বোধকৰোঁ তেওঁকে নিবলৈ আহিছিল। আমাৰ মহম্মদীয় সহযাত্ৰীক লৈ যাবৰ নিমিত্তে মিঃ আহেমেদুল্লা খুলি আৰু এজন মহম্মদীয় আহিছিল।

মিঃ সত্যেন্দ্ৰ আৰু সুকুমাৰ সেনক লৈ যাবলৈ কাপুৰথালাৰ এজিন্সা এজিকৈ ম্যোস্‌ইও, ৰোহিণী চাটাৰ্জী আৰু এতিয়া বোম্বাই চিভিল চাৰ্ভিচৰ সত্য মিষ্টাৰ জ্যোৎস্না ঘোষাল আহিছিল। কিন্তু মোক লৈ যাবৰ নিমিত্তে কোনো অহা নেদেখি মোৰ বৰ বেয়া লাগিল। বিদেশ, তাতে আকৌ বয়স তাকৰ, দেশৰপৰা ইমান দূৰ, চাৰিজন জাহাজৰ বন্দুক হেকৰাবৰ সময় আগবাঢ়ি আহিছে ইত্যাদি নানা কাৰণত মোৰ মন বৰ বেয়া লাগি আমন-জিমন কৰি ফুৰিবলৈ ধৰিলোঁ।

তেতিয়া মিঃ ঘোষালে ক'লে, "মিঃ বৰুৱা, আপোনাক লৈ যাবলৈ মানুহ অহা নাই নে?" মই ক'লোঁ, "কাকোতো দেখা নাই। মিচেচ্ মল্লিকলৈ মোৰ অভিভাৱক শ্ৰীযুত দুৰ্গামোহন দাসে মোৰ বিষয়ে চিঠি লেখিছে বুলি শুনিছোঁ, তেওঁলোকৰে আহিবৰ কথা আছে।" তেতিয়া মিঃ ঘোষালে ক'লে, "কালি মই মিচেচ্ মল্লিকৰ তালৈ যাওঁতে তেওঁলোকে আপোনাৰ কথা কৈছিল। কোনোবা স্কুলৰপৰা মানুহ আহি আপোনাক লৈ যাবৰ কথা আছে। তেওঁলোক যদি নাহে, আপুনি যদি মিচেচ্ মল্লিকৰ তালৈ যাব খোজে, মই তালৈ লৈ যাব পাৰোঁ।" মোৰ তেতিয়া মন অলপ লঘু হ'ল আৰু তেওঁক আন্তৰিক ধন্যবাদ দিলোঁ। তেওঁৰ লগতে মই মিচেচ্ মল্লিকৰ ঘৰলৈ যাওঁ বুলি ওলালোঁ।

জাহাজ এৰি ডক্‌চৰ কাষৰ বাটেদি যাবলৈ ধৰিছোঁ, এনেতে দূৰৰপৰা এজন ফ্ৰক কোট্ ট্ৰাউজাৰ্চ, চিল্কহেট (অৰ্থাৎ ইংলণ্ডীয় সভ্যতাৰ সাজ সম্বন্ধে চৰম সীমা) পিন্ধা মানুহ আমাৰ কালে অহা দেখিলোঁ। তেওঁ আমাৰ পিনে চাই হাঁহি হাঁহি অহা দেখিলোঁ। দুয়ো দুইবো ওচৰ চাপি অহাত দেখিলোঁ তেওঁ আমাৰ কলিকতাৰ সুপৰিচিত শ্ৰীযুত জগদীশ চন্দ্ৰ ৰায়চৌধুৰী।

তেওঁক দেখি মই সঁচাকৈয়ে বং পালোঁ। তেওঁৰ লৈতে কথাবাৰ্ত্তা হোৱাৰ পাছত দেখিলোঁ যে তেওঁৰ লগত দুজনা ইংৰাজ মহিলা। মিঃ ৰায়চৌধুৰীৰপৰা শুনিলোঁ যে তাৰে এজনা লেডীৰ কোনো স্কুলৰ হেডমাষ্টৰৰ ঘৈণীয়েক আৰু আনজনা সেই হেডমাষ্টৰৰ ভনীয়েক। তেওঁলোকে আমাক মৰম কৰি কথা কোৱা শুনত আছে। মিঃ জগদীশ ৰায়চৌধুৰীয়ে ক'লে যে তেওঁলোকে মোক লৈ যাবৰ নিমিত্তে আহিছে। তেওঁলোকে যদিও বৰ ভদ্ৰ ব্যৱহাৰ কৰা দেখিলোঁ, চিনা মানুহ এৰি অচিনাকি মানুহৰ লগত মোৰ যাবলৈ বেয়া লাগিছিল। মিঃ ঘোষালে, মিঃ ৰায়চৌধুৰীক মোৰ চিনা মানুহ দেখি লেনইভক লৈ গ'ল আৰু মই ৰায়চৌধুৰীৰ লগতে থাকিলোঁ। তেতিয়া মই ঠিক কৰিলোঁ যে কেইদিনমান স্বজাতীয় মানুহৰ লগত থাকি তাৰ পাছত তেওঁলোকৰ লগত লেডীৰলৈ যাম।

তেওঁলোকৰ নাম পীয়েৰচন আছিল। ৰায়চৌধুৰীক তেওঁলোকৰ ঠিকনা দি তেওঁলোক গুচি গ'ল। দুখৰ বিষয়, তেওঁলোকৰ লৈতে মোৰ দেখা নহ'ল। সেইটো মোৰ দোষ; মোৰ দোষেই বা কেনেকৈ কোৱা যায়? ঘটনাচক্ৰত পৰি আন এটা স্কুললৈ যোৱাৰ নিমিত্তেই তেওঁলোকৰ লৈতে আৰু দেখা দৰকাৰ মনত নকৰিলোঁ। দেখা কৰিলোঁহেঁতেন কিজানি, কিন্তু ৰায়চৌধুৰীয়ে তেওঁলোকৰ লণ্ডন ঠিকনা কেৱল যে হাম্পষ্টেড্ (Hampsted), ইয়াৰ বাহিৰে আৰু একো ক'ব নোৱাৰিলে। হাম্পষ্টেড্ লণ্ডনৰ উত্তৰ-পশ্চিম ভাগত। ইমান ডাঙৰ ঠাইত কেৱলমাত্ৰ সেইখিনি ঠিকনাকে সম্বল কৰি তেওঁলোকক বিচাৰিবলৈ যোৱাটো যুক্তিসঙ্গত বুলি নেভাবিলোঁ।

তেওঁলোক দুজনে মোক লৈ যাবলৈ অহাত তেওঁলোকৰ ওচৰত কৃতজ্ঞতা জনাওঁ, যদিও তেওঁলোকে নিস্বাৰ্থভাৱে মোৰ ওচৰলৈ অহা নাছিল। ডক্চৰ ওচৰতে ৰেলৰ ষ্টেশ্বন। ৰেলগাড়ীত উঠি আমি ফেঞ্চৰ্চ ষ্ট্ৰিট (Fen-church Street) বুলি টিকট কৰিলোঁ। ডক্চৰপৰা আচল লণ্ডন পোন্ধৰ-কুৰি মাইলমান দূৰ। এই Fen-church Street আচল লণ্ডনৰ মাজত। এই ষ্টেশ্বনত নামি আমি এখন হ্যান্চাম ক্যাবত (Hensom Cab) উঠিলোঁ। এই হ্যান্চাম ক্যাব আমাৰ অসমৰ মানুহৰ আচৰিত হেন লাগিব। গাড়ীৰ আগত বহি সচৰাচৰ যেনেকৈ গাড়ী চলোৱা যায়, এইৰকম গাড়ী সেইৰূপে চলোৱা নেযায়। গাড়ীৰ পাছফালৰ চালৰ ওপৰত বহি চলোৱা হয়। আৰোহী ভিতৰত বহে। এক ঘোঁৰাৰ গাড়ীত দুজনতকৈ সৰহ আৰোহী বহিলে বহিবলৈ অসুবিধা হয়। কলিকতাত বিলাতলৈ যোৱাৰ আগেয়ে এনে এখন গাড়ী দেখা মোৰ মনত পৰে; কিন্তু আজিকালি নাই। হ্যান্চাম বুলি এজন মানুহে এই গাড়ী সৃষ্টি কৰাৰ গুণে ইয়াৰ নাম 'হ্যান্চাম ক্যাব' হৈ গ'ল।

আমি ক্যাবত বহি লণ্ডনৰ মাজেদি যাবলৈ ধৰিলোঁ। ৰায়চৌধুৰীৰ লগত অলপ অলপ কথা পাতি যাবলৈ ধৰিলোঁ। কিন্তু সৰহ সময়—লণ্ডনৰ লোকাৰণ্য, গাড়ী-ঘোঁৰাৰণ্য বাটবোৰ চায়েই গৈছিলোঁ। তেতিয়া আমাৰ মনৰ ভাব কেনে হৈছিল পাঠকসকলক কেনেকৈ জনাম? আমি যদিও বিলাতত বহু বছৰ আছিলোঁ আৰু তাৰ পাছত দুবাৰো বিলাতলৈ গৈছিলোঁ, কিন্তু সেই মনৰ ভাব আৰু আমাৰ উত্তপ্তি অহা মনত নপৰে।

মিঃ খোৱাজে আমাক বিচেচ্ মল্লিকৰ ঠিকনা ডক্চত দি গৈছিল। 13, St. Stephen's Road, Bayswater. আমি সেইমুখিয়েই গাৰোৱানক

কৈ সেই ঠাইলৈ যাবলৈ ক'লোঁ। মিচেচ্ মল্লিক কলিকতাৰ ব্যাৰিষ্টাৰ স্বৰ্গীয় ও. চি. মল্লিকৰ পত্নী। তেওঁ, তেওঁৰ ল'ৰাৰ শিক্ষাৰ নিমিত্তে বিলাতত আছিল।

গাৰোৱানক কিমান দিলোঁ মনত নাই। আমি আবেলি চাবি বজাৰ সময়ত সেইখিনি পালোঁগৈ। সেইদিনাৰ তাৰিখ ৮ নবেম্বৰ আছিল। বতৰ কুঁৱলী আৰু জাৰ। জাৰৰ প্ৰকোপ তিমান বেছি মনত নপৰে। মিচেচ্ মল্লিকে আমাক দেখি আচৰিত হ'ল, কিন্তু যত্ন কৰি অভ্যৰ্থনা কৰিলে।

( ১৫ )

মিচেচ্ মল্লিক প্ৰভৃতিয়ে যদিও খোৱা শেষ কৰিছিল, মিঃ জগদীশ ৰায়চৌধুৰী আৰু আমাৰ নিমিত্তে চাহ আনিবলৈ ক'লে। বিলাতত চাকৰ-বাকৰ মাতিবৰ হ'লে আমাৰ দেশৰ দৰে চিঞৰ-বাখৰ কৰিবৰ প্ৰয়োজন নাই, কিয়নো প্ৰত্যেক খোঁটালীতেই ঘণ্টা থাকে, সেই ঘণ্টা চাকৰ-বাকৰ য'ত থাকে ত'ত শুনা যায়। বহা ঠাইৰ ওচৰৰপৰাই হওক কি শোৱা খোঁটালীতেই হওক, বিজুলী-ঘণ্টা কি আন ৰকমৰ ঘণ্টা সংলগ্ন থাকে। সেই সংলগ্ন ঠাই চুই দিলে কি লাৰি দিলে ৰান্ধনি ঘৰ কি আন ঠাইত য'ত চাকৰ-বাকৰ থাকে সেই ঠাইত ঘণ্টা বাজেগৈ। কোন খোঁটালীৰপৰা বাজিছে, সিহঁতে গম পাই সেই খোঁটালীলৈ আহে।

এতিয়া মিচেচ্ মল্লিকে সেইৰূপে ঘণ্টা লাৰি দিয়াত কিট্ কিট্ ক'লা কাপোৰ পিন্ধা, মূৰত বগা লেচৰ টুপী পিন্ধা, আৰু ক'লা কাপোৰ ময়লা নহ'বৰ নিমিত্তে ধপ্-ধপ্ কৰে বগা "এপ্ৰন" পিন্ধা গাভৰু ছোৱালী এজনী আহিল। তায়ে চাকৰণী। আমাৰ নিমিত্তে চাহ আনিবৰ হুকুম হোৱাত চাহ আনি দি তাই তাকোঁ গুচি গ'ল। মিচেচ্ মল্লিকৰ লগত কথা হ'লোঁ। আমাৰ ইয়াৰ সুপৰিচিত শ্ৰীযুক্ত সুৰেন্দ্ৰ হালদাৰক তাত দেখা পাই সন্তোষ পালোঁ। তেওঁ আমাতকৈ তিনি সপ্তাহ কি এমাহ আগেয়ে বিলাতলৈ গৈছিল। তেওঁৰে সৈতে বিলাতত দেখা হৈ যিমান আনন্দ হৈছিল, সেই আনন্দৰ অলপ তেতিয়াই ক্ষণস্থায়ীকৈ হ্ৰাস হ'ল। আমি তেওঁৰে সৈতে বঙ্গলাত কথা কওঁ, তেওঁ ইংৰাজীত উত্তৰ কৰে। ই অলপমান মোৰ আচৰিত লাগিল। মিচেচ্ মল্লিকৰ দুজন পুতেক শ্ৰীযুত হেমন্ত মল্লিক আৰু শ্ৰীযুত শিশিৰ মল্লিক আৰু তেওঁৰ দেৱৰেকৰ পুতেক শ্ৰীযুত দেবেন্দ্ৰ মল্লিকে আমাৰ সৈতে ইংৰাজীকেই কৈছিল। আমি যে ইংৰাজী ক'ব নোৱাৰিলোঁ, তেনে নহয়, কিন্তু তিমান অভ্যাস নথকাত আৰু স্বদেশী মানুহ দেখি বঙ্গলাতে

ক'বৰ ইচ্ছা কৰিছিলোঁ। সেইদেখি আমাৰ বৰ আচৰিত লাগিছিল আৰু আমি বৰ বেয়া পাইছিলোঁ। তেতিয়া সেই ভাব হৈছিল দেখিহে এই কথা লেখিছোঁ, সেই ভাব আমাৰ মনত উদয় হোৱা উচিত নাছিল যদিও।

মিচেচ্ মল্লিকৰ থকা ঠাইতে তেতিয়া থাকিবৰ বন্দবস্ত কৰি দি জগদীশ ৰায়চৌধুৰী তেওঁৰ থকা ঠাইলৈ গুচি গ'ল। আমি এটা খোঁটালী কেৰেয়া কৰিলোঁ। সেই ঘৰটো মিচেচ্ মল্লিকৰ ঘৰ নাছিল; তাতে তেওঁ খোঁটালী কেৰেয়া কৰিহে আছিল। শ্ৰীযুত সুৰেন হালদাৰে আমাৰ খোঁটালীলৈ আমাক লৈ গ'ল। তাত বিচনা সুন্দৰকৈ প্ৰস্তুত পালোঁ। কাপোৰ থ'বৰ নিমিত্তে আলমাৰী আৰু দেৰাজ পালোঁ। মুখ ধোৱা মেজত চৰিয়া, জগ ইত্যাদি মুখ ধুবৰ সঁজুলি পালোঁ। শোৱা খোঁটালীৰ সকলো সৰঞ্জামেই পালোঁ। এটা সৰু আলমাৰীত সৰুপানী চোৱা চেম্পাৰ পটো পালোঁ! বিলাতত সৰুপানী চোৱা কাম শোৱা ঘৰতে কৰিব লাগে। পুৱা সেইটো চাকৰণীয়ে উলিয়াই লৈ যায়। বিচনাখন এনেভাৱে কৰি থোৱা আছিল, জাপেই বা ক'ত মই গম নেপাইছিলোঁ। সোধাত শ্ৰীযুত হালদাৰে দেখুৱাই দিলে। ই বৰ কৌতুকৰ কথা হৈছিল।

নিশাৰ ভোজন সমাপ্ত কৰি কিছুপৰ কথাবাৰ্ত্তা পতাৰ পাছত দহমান বজাত শুবলৈ গ'লোঁ। সেয়ে আমাৰ এটা খোঁটালীত অকলে শোৱা প্ৰথম। ঘৰৰ দুৱাৰ বন্ধ কৰিবলৈ মিঃ হালদাৰে এটা সঁচাৰ দেখুৱাই গৈছিল। সেই সঁচাৰেৰে দুৱাৰ বন্ধ কৰি শুই থাকিলোঁ। কিন্তু দুৱাৰ চাবি দি বন্ধ কৰিবৰ একো দৰকাৰ নাছিল। নানান ৰকমৰ চিন্তাৰ পাছত টোপনি আহিল। ৰাতি টোপনিৰ একো ব্যাঘাত হোৱা মনত নপৰে। পুৱা সাতমান বজাত টোপনি ভাগিল। ক'বলৈ পাহৰিছোঁ, বিলাতত ৰাতি শোৱাৰ আগেয়ে দুৱাৰৰ আগত জোতা থৈ দিয়াৰ নিয়ম। ৰাতিপুৱা সেইবোৰ চাকৰ বা চাকৰণীয়ে চাফ কৰি আকৌ সেই ঠাইত থৈ যায়। আমিও তাকে কৰিলোঁ। সাতমান বজাত দুৱাৰত "নক্" শুনিলোঁ। আৰু "Hot water, please, sir" কোনোবাই কোৱা শুনিলোঁ। আৰু বাহিৰত কিবা এটা থৈ যোৱাৰ শব্দ শুনিলোঁ। উঠিবৰ সময় হ'ল বুলি ভাবি বিচনা এৰিলোঁ। এইখিনিতেই এটা কথা কৈ থওঁ, আমি বিলাতত বহুকাল থাকি এই দেখিছোঁ যে ভাৰতবৰ্ষৰপৰা নকৈ যোৱা মানুহ বৰ সোনকালে উঠে, কিয়নো আমাৰ ইয়াত সেয়েই অভ্যাস। অলপ দিন থাকিলে সময় পিছ হুঁহকি যায়। সেইবুলি আমি নকওঁ যে বিলাতত কোনো মানুহ অতি প্ৰত্যুষে নুঠে। "Early to bed and early

to rise", অৰ্থাৎ সোনকালে শুবলৈ যোৱা আৰু পুৱাই শয্যা ত্যাগ কৰা ইংৰাজী ভাষাৰেই বচন। সি যাক যি হওক, আমি মুখ ধোৱা যেনেৰে জগত থকা চেঁচা পানীৰেই মুখ-হাত ধুই কাপোৰ-কানি পিন্ধি মিচেচ্ মল্লিকৰ আহাৰ-গৃহলৈ গ'লোঁ। সেই খোঁটালীৰপৰা বাট দেখি। চাকৰণীয়ে জুহালত কয়লা আৰু খৰি দি জুই ধৰিলে। অলপতে জুই জ্বলি খোঁটালী তপত কৰিলে। তলৰপৰা চাহৰ বাচন-বৰ্ত্তন আনি চাকৰণীজনীয়ে ব্ৰেকফাষ্টৰ আয়োজন কৰিবলৈ ধৰিলে। আমি খিৰিকীৰ ওচৰত বহি বাটেদি দুজন-এজন মানুহ অহা-যোৱা দেখি ভাবিলোঁ—ইহঁত ক'ৰপৰা আহিছে, ক'লৈ বা যাব লাগিছে, বাটৰ আগিয়েই বা ক'ত, অন্তই বা ক'ত—আমাৰ একো জ্ঞাত নাছিল। অতীত আৰু ভবিষ্যত জীৱনৰ কথা ভাবিবলৈ ধৰিলোঁ। ঘৰৰ কথা মনত পৰিল—স্বৰ্গীয় পিতৃ. ককাইদেউ দুজনৰ কথা, স্বৰ্গীয়া জননীৰ কথা মনত পৰিল। পঁয়ত্ৰিশ-ছয়ত্ৰিশ দিন আগতেই বা ক'ত আছিলোঁ, এতিয়াই বা ক'ত? এইবোৰ নানান কথা ভাবি, ক'বলৈ লাজ কৰাৰ একো প্ৰয়োজন নাই, চকুৰ পানী ওলাল। আধাঘণ্টা-মান পাছত মল্লিক পৰিয়াল ব্ৰেকফাষ্ট খাবলৈ নামি আহিল। তেওঁলোকে আমাক অতি আদৰেৰে ব্ৰেকফাষ্ট খুৱালে। ব্ৰেকফাষ্টত—পৰিজ, বেকন আৰু কুক্কুটি-ডিম্ব, চাহ, টোষ্ট, মাখন খালোঁ। জাহাজত খোৱাৰ ইয়াতকৈ বেছি আড়ম্বৰ পাইছিলোঁ। ব্ৰেকফাষ্টৰ পাছত বহি আছোঁ, এনেতে মিচেচ্ মল্লিকৰ সৈতে দেখা কৰিবলৈ মিচেচ্ বি. এল. গুপ্ত আহিছিল। তেওঁ লণ্ডনত ল'ৰা-ছোৱালীৰ শিক্ষাৰ্থে তেতিয়া বাস কৰিছিল। মিচেচ্ মল্লিকে আমাৰে সৈতে তেওঁক চিনাকি কৰাই দিলে। বাইদেউ শ্ৰীযুতা স্বৰ্ণলতা দেৱীৰ সৈতে তেওঁৰ পৰিচয় আছিল। মিচেচ্ গুপ্তলৈ তেওঁ মোক চিনাকি-চিঠিৰ দৰে এখন চিঠিও দিছিল। সেই চিঠি মিচেচ্ গুপ্তক দিলোঁ। তেওঁ তাৰ পাছদিনা আমাক ডিনাৰলৈ নিমন্ত্ৰণ কৰিলে। তেওঁৰ পৰিধেয় দেশীমতে শাৰীয়ে আছিল—শাৰীৰ ওপৰত ক্লোক।

তাৰ অলপ পাছতে আজি-কালি বঙ্গীয় চিভিল চাৰ্ভিচৰ জজ্ (তেতিয়া পাঠ্যাৱস্থাত) শ্ৰীযুত জ্ঞানেন্দ্ৰ ৰায় আহিল। তেওঁ আমাৰে কথা জানিবৰ নিমিত্তে মিচেচ্ মল্লিকেৰে সৈতে দেখা কৰিবলৈ আহিছিল। মিচেচ্ কীটিং বুলি এজনা ইংৰাজ মহিলাই আমাৰ বিষয় সুধি পঠায়, সেই নিমিত্তে তেওঁ আহিছিল।

পিতৃদেৱতাৰ মৃত্যুৰ অতি পাছতে মাজিও ককাইদেৱ শ্ৰীযুত কমলাভিৰামৰ মৃত্যু হয়। পিতৃদেৱতাৰ মৃত্যুৰ পূৰ্ব্বেই আই মাতৃদেৱীক আৰু ডাঙৰ ককাইদেৱ শ্ৰীযুত কৰুণাভিৰামক হেৰুৱাওঁ। তেতিয়া আমাৰ বহুত অভিভাৱক হ'ল।

তাৰে হাইকোৰ্টৰ বিখ্যাত উকীল ৺দুৰ্গামোহন দাস আৰু প্ৰসিদ্ধ বৈজ্ঞানিক শ্ৰীযুত জগদীশচন্দ্ৰ বসুৱেই প্ৰধান। দুৰ্গামোহন বাবুৰ মাজিও পুতেক ব্যাৰিষ্টাৰ শ্ৰীযুত এচ্. আৰ্. দাস সেই পীয়েৰচনৰ লেষ্টাৰৰ স্কুলত আছিল দেখি পীয়েৰচন-হঁতলৈ চিঠি লেখে, সেইদেখিয়েই মিচেচ্. পীয়েৰচন আৰু মিচ্. পীয়েৰচন ডক্‌চলৈ যায়। ইপিনে ডাক্তৰ জগদীশ বসুৱে তেওঁৰ বন্ধু লণ্ডনৰ এটি উপনগৰ ব্ৰিক্‌চটনৰ টালচ্ হিলত থকা মিচেচ্. কীটিঙলৈ ডাকতো চিঠি লেখে আৰু মোৰ লগতো এখন চিঠি দিয়ে। মিচেচ্. কীটিঙে ডাক্তৰ বসুৰপৰা চিঠি পাই শ্ৰীযুত জ্ঞানেন্দ্ৰনাথ ৰায়লৈ চিঠি লেখে—সেইদেখিয়েই সেইদিনা পুৱা মিষ্টাৰ ৰায়ে মিচেচ্. মল্লিকৰ তালৈ গৈছিল। এই মিষ্টাৰ ৰায়ে মোৰ নিমিত্তে দুই-তিনি দিনৰ বহুমূল্য সময়ৰ কিছু দিছিল। সেইগুণে এইখিনিতে তেওঁৰ শলাগ লৈ থওঁ। মিষ্টাৰ ৰায়ে মোৰে সৈতে ব্ৰিক্‌চটনলৈ যাবলৈ দুদিন পাছত "এন্‌গেজমেণ্ট" কৰি গ'ল।

মোৰ লগত কেৱল মাথোন চাঁদনী বজাৰৰ কাপোৰ আছিল। সেইদেখি অলপো সময় নষ্ট নকৰাকৈ ওচৰৰে নটিং হিলত ফ্ৰেড়কিন বুলি দৰ্জিৰ দোকানত মিষ্টাৰ হেমন্ত মল্লিকে মোক লৈ গৈ এটা চুট্ আৰু এটা 'অভাৰ কোট'ৰ অৰ্ডাৰ দিলে। চুটৰ দাম তিনি গিনি অৰ্থাৎ আজি-কালিৰ হিচাপ মতে ৪৫৷৹ অনা আৰু অভাৰ কোটৰ দামো তিনি গিনি। ১৮৯৫ চনত ১ পাউণ্ড ১৮ টকাতকৈ অলপ বেছি আছিল। আমাৰ দেশৰ মানুহে এক পাউণ্ড আৰু এক গিনি একে ভাবে, কিয়নো সাধাৰণ ভাষাত পাউণ্ডকে গিনি বুলি কয়। এক গিনি বুলি কোনো এটা মুদ্ৰা নাই। এক চাভাৰিণ্ অৰ্থাৎ এক পাউণ্ড আৰু এটি চিলিং এক গিনি।

(১৬)

চেণ্ট ষ্টীভিঞ্চ্ ৰোডৰ ঘৰত দুদিন কি তিনিদিন থকাৰ পাছতেই মিচেচ্ মল্লিকে ঘৰ সলালে। ময়ো তেওঁলোকৰ লগতে নতুন ঠাইলৈ গ'লোঁ। সেই ঘৰৰ ঠিকনা ৪৯ নম্বৰ বাৰ্লিংটন ৰোড, আগৰ ঘৰৰ ওচৰতে। এই দুদিন কি তিনিদিন মই চেণ্ট ষ্টীভিঞ্চ্ ৰোডত থকাৰ নিমিত্তে খোৱা আৰু থকাৰ নিমিত্তে এক গিনি মোৰ দিবলগীয়াত পৰিল।

এন্‌গেজমেণ্ট্ অনুসাৰে মিঃ জে. এন. ৰায়ৰ লগত মিচেচ্ কীটিঙৰ তালৈ যোৱাত ঠিক হ'ল যে মই হাই গেটত থকা মিচেচ্ কীটিঙৰ বায়েক মিচেচ্ স্পীয়েৰৰ

লগত থাকিম। এই কীটিং পৰিয়ালৰ সৈতে প্ৰফেচৰ জে. চি. বোস আৰু তেওঁৰ সমসাময়িক আৰু পূৰ্ব্বৰ বিলাত-প্ৰবাসীৰে সৈতে খৰ চিনাকি আছিল। মিচেচ্ কীটিঙে লণ্ডনৰ কোৰ্ট (কচাৰি) সংক্ৰান্ত কিবা কাম কৰিছিল। তেওঁৰ অৱস্থা স্বচ্ছল যেন মনত হ'ল। মিঃ ৰায়ৰ লগত আমি বেজৱাটাৰৰপৰা অমনিবচ্ গাড়ীত উঠি ভিক্টোৰীয়া নামে ষ্টেশ্যনৰপৰা গাড়ীত উঠি ব্ৰিক্‌চ্‌টনলৈ ৰেলগাড়ীৰে গ'লোঁ। তেওঁ মোক বাটে বাটে যি ঠাই দেখুৱা উচিত দেখুৱাই দেখুৱাই গৈছিল। ভিক্টোৰীয়া ষ্টেশ্যন টেমচ্ নদীৰ ওচৰতে। সেই ষ্টেশ্যন এৰিয়ে গাড়ী (Grosvenor Bridge) গ্ৰোভনাৰ ব্ৰিজ বুলি সেই নৈৰ ওপৰত এটা ষ্টেশ্যনত ৰ'লগৈ। তেতিয়া মোক সেই নৈ দেখুৱাই ক'লে, "বাবা তমসা"। মই বুজ নেপালোঁ। টেমচ্ বুলি কোৱাতহে ভু পালোঁ।

তেওঁ আমাক এনেকৈ ঠাই দেখুৱাই গৈছিল। এটা কথা এইখিনিতে কৈ থওঁ, মোৰ এতিয়া যিমানদূৰ মনত পৰিছে অমনিবচ আৰু ৰেলৰ কেৰেয়া সেইদিনা মিঃ ৰায়ে দিছিল। কিন্তু সেইটো উচিত নহয়। যদি কোনোবাই মোৰ এই চিঠিবোৰ পঢ়াৰ পাছত বিলাতলৈ যায়, তেওঁ যেন নিজৰ পাথেয় দিবলৈ প্ৰস্তুত হৈ থাকে,—এক পেনিয়েই হওক বা এক পাউণ্ডেই হওক। বেজৱাটাৰৰপৰা ব্ৰিক্‌চ্‌টনলৈ যোৱা আৰু অহাৰ খৰচ বাৰ অনাতকৈ বেছি নাছিল। মোৰ জেপত বাৰ অনাতকৈ বহুত বেছি পইচা আছিল; মোৰ পইচা দিবলৈকো অনিচ্ছা নাছিল; লাজতেই হওক বা ইযে এটা এটিকেট-বিৰুদ্ধ কাম সেইটো নভবাৰ কাৰণেই হওক, মই সেই বিষয়ে একো নেভাবি তেওঁক মোৰ ভাড়া দিয়াত বাধা দিয়া নাছিলোঁ। পাঠক-পাঠিকাসকলে তেতিয়া মোৰ বয়স কিমান আছিল ভাবি চাব। ইংলণ্ড প্ৰভৃতি ঠাইত টকাৰ মূল্য বহুত। সেইদেখি প্ৰত্যেকে নিজৰ খৰচ দিবলৈ সাজু হৈ থকা উচিত।

বাৰ্লিংটন ৰোডত সাতদিনমান আছিলোঁ। তাৰ পাছত স্পীয়েৰ্চ পৰিয়ালৰ ঘৰলৈ গ'লোঁ। লণ্ডনৰ আৰ্লচ কোৰ্ট (Earl's Court) বুলি ঠাইত সেই সময়ত এখন 'একজিবিশ্যন' হৈছিল। আৰ্লচ কোৰ্টত প্ৰতি বছৰেই এটা নে এটা 'একজিবিশ্যন' হয়, অন্ততঃ মই যিমানদিন বিলাতত আছিলোঁ, হৈছিল, আৰু পূৰ্ব্বেও হৈছিল বোধকৰোঁ। কলিকতাৰ যেনে ভৱানীপুৰ, পটলডাঙ্গা, ঠনঠনীয়া; গুৱাহাটীৰ যেনে ভৰলুমুখ, পাণবজাৰ, কুকুৰমুতা; নগাঁৱৰ যেনে ফৌজদাৰীপট্টি, আমোলাপট্টি; লণ্ডনৰো সেই তেনে "Earl's Court"। এই ঠাইত সেইবেলি এটা (Indian Exhibition) ভাৰতীয়

প্ৰদৰ্শনী হৈছিল। মিচেচ্ মল্লিক, তেওঁৰ পুতেক শিশিৰ মল্লিক আৰু মই সেই প্ৰদৰ্শনী চাবলৈ গৈছিলোঁ। আমি থকা ঘৰৰ ওচৰৰ ৱেষ্টবোৰ্ন পাৰ্ক (Westbourne Park) ষ্টেশ্যনৰপৰা Earl's Courtলৈ টিকট কৰিলোঁ। Earl's Courtলৈ অমনিবচেৰেও যাব পৰা গ'লহেঁতেন; কিন্তু তেওঁলোক ৰেলেৰে গ'ল। ৰেলৰ টিকটৰ সৈতেই একৃজিবিশ্যনৰ টিকট কিনিব পৰাৰ বন্দবস্ত আছে। তাত যোৱাৰ ভাড়া অলপ কমো পৰে। এই ৰেল মাটিৰ তলেৰে যোৱা ৰেল (Under-ground Railway)। তেতিয়া সেই ৰেলগাড়ী সাধাৰণ ৰেলগাড়ীৰ দৰেই ষ্টীমেৰে চলোৱা গাড়ী আছিল। আজি-কালি সেইবোৰ গাড়ী বিজুলীৰ সংযোগে চলোৱা হয় আৰু গাড়ীৰ শ্ৰীও ভাল হৈছে। পাঠক-পাঠিকাসকলৰ ভিতৰৰ যিসকলে আমাৰ ভাৰতীয় ৰেলগাড়ীৰ 'টনেল'বোৰেৰে গৈছে, তেওঁলোকে তাৰ (under-ground) গাড়ীৰ অৱস্থা বুজিব পাৰিব। ৰতাহ সুচলে যোৱাৰ বন্দবস্ত আছে অৱশ্যে। দহমিনিটমানৰ ভিতৰতে Earl's Court ষ্টেশ্যন পালোঁগৈ। এই একৃজিবিশ্যনত ভাৰতীয় বস্তুবোৰ দেখুওৱা হৈছিল। তাত আমি আমাৰ কলিকতাৰ মিঠৈৱালাই মিঠৈ কৰা দেখিলোঁ; "থ্যেট্ৰাৰ ৰোড"ৰ (Theatre Road) গাড়ীৱালা দেখিলোঁ। তাৰে কোনো কোনো মানুহৰ সৈতে হিন্দুস্থানী, বঙ্গলাত কথা কৈ বৰ ভাল পালোঁ; মনত সন্তোষ পালোঁ। এই 'একৃজিবিশ্যন'ত আৰু আন আন চাবলগীয়া বস্তুও আছিল। পাঠক-পাঠিকাসকলে ইয়াত যদি কোনো 'একৃজিবিশ্যন' দেখিছে, গম পাব যে বিলাত হেন ঠাইৰ প্ৰদৰ্শনী এটাত পইচা খৰচ কৰিবৰ উপায় নিশ্চয় বহুতো আছিল। আমি Grand Wheel বুলি এটা wheel অৰ্থাৎ চকৰীৰ দৰে বস্তুত উঠা মনত পৰে। পাঠকে এটা বৰ চকৰীৰ দৰে বস্তু মন কৰক, এই চকৰীত বহুতো কেবিন অৰ্থাৎ বহুতো মানুহ বহি যাব পৰা খোটালী আছিল। এই চকৰীৰ পৰিধি কিমান আছিল, ক'ব নোৱাৰোঁ। চকাৰ তলৰপৰা ওখলৈ চালে কলিকতাৰ 'হেৰিশ্যন' ৰোডৰ মাৰোৱাৰীহঁতৰ পাঁচতলীয়া ঘৰতকৈও ওখ হ'ব। এই চকা ঘূৰাৰ-এৰাৰ লাহে লাহে ঘূৰে। তাতে উঠি লণ্ডনৰ বহুত দূৰলৈকে চাব পৰা যায়। ইয়াত উঠিবৰ নিমিত্তে এক চিলিং (বাৰ অনা) লাগিছিল। ইংৰাজীত যাক 'Sensation' কয়, আমাৰ বেছ ভাল 'চেন্‌চেশ্যন' লাগিছিল। একৃজিবিশ্যনত চাৰি-পাঁচ ঘণ্টা সুন্দৰৰূপে কটাই আমি বহালৈ উভতি আহিলোঁ। Earl's Courtত প্ৰতি বছৰেই নতুন নতুন প্ৰদৰ্শনী হয়। আমি তাৰ পাছত কিমান যে প্ৰদৰ্শনী দেখিছোঁ, দেখি দেখি আমাৰ আমনিহে লাগিছে।

( ১৭ )

অলপ পৰৰ পাছতে মোক হাইগেটত থ'বলৈ অহা মানুহজন গুচি গ'ল। বিদেশী মানুহৰ মাজত একেবাৰেই অকলৈ পৰিলোঁ। স্পীয়ৰ্চ পৰিয়ালৰ আটায়ে যিহতে আমাৰ মন সন্তুষ্ট থাকে, একো অসুবিধা-আসোঁৱাহ নেপাওঁ, তাকে কৰি ভাল ঠাইত বহুৱাই মোৰে সৈতে নানা কথাবাৰ্ত্তা পাতিবলৈ ধৰিলে। মোৰ তিমান ভাল লগা নাছিল। একেবাৰেই ইংৰাজৰ লগত তেনেকৈ থকা, কথা কোৱা—এয়ে প্ৰথম। এই ভাবটো কথাত প্ৰকাশ কৰিব নোৱাৰি। অৱশ্যে হোটেল, জাহাজত খাইছিলোঁ; কিন্তু সি খোৱা স্বাধীনভাৱে খোৱা, তাত কিবা ব্যতিক্ৰম হ'লেও কাৰো তিমান ক্ষতি নাই। একে পৰিয়ালৰ হৈ খোৱা এয়ে প্ৰথম।

তেওঁলোকে আঠ কি সাৰে-আঠ বজাত শেহ খোৱা খাইছিল। এজনী লিগিৰীয়ে খোৱা বস্তু-বাহানিবোৰ এখন ট্ৰেত কঢ়িয়াই আনি দেৱালৰ কাষত থকা এখন মেজ-আলমাৰীত (side board) থ'বলৈ ধৰিলে। ঘৰৰ জীয়ৰী-সকলৰ সহায়ত খোৱা মেজৰপৰা মোটা কাপোৰ সলাই বগা ফটফটীয়া চাদৰ পাৰিলে। তাৰ পাছত ঠায়ে ঠায়ে প্লেট, গিলাচ, কাঁটা, চনবোৰ নিয়মিতৰূপে সজাবলৈ ধৰিলে। তেওঁলোকে শেহ খোৱাটোত মাংস নেখাইছিল বুলিলেই হয়। ৰুটী, মাখন, পনিৰ, কোকো, বিস্কুট এনেবোৰ বস্তু আনি খোৱাত আমি আটায়ে টেবিলৰ চাৰিওফালে বহিলোঁ। মই লাহে লাহে খাবলৈ ধৰিলোঁ। তেওঁলোকে নানা কথা ক'বলৈ ধৰিলে। মোকো বহুত কথা সুধিলে। ময়ো যথোচিত উত্তৰ দিলোঁ, ইংৰাজী কোৱাত একো কষ্ট নেপাইছিলোঁ; কিন্তু তেওঁ-লোকে খৰকৈ কথা কৈ যোৱাত বুজাতহে কষ্ট পাইছিলোঁ। কিন্তু সেইদিনা এটা বৰ ভুল কৰিলোঁ। ইমানদিন হৈ গৈছে, সেইদেখি ক'বলৈ একো লাজ নকৰোঁ আৰু কোৱাটো উচিত মনত কৰোঁ, যাতে আন মানুহে আকৌ তেনে ভুল নকৰে। মোৰ কাষতে ৰুটীৰ থালখন আছিল। কুমাৰী স্পীয়ৰ্চৰ এজনাই মোক ক'লে, "Would you mind passing me the bread, please." মই আগতে ৰুটী দেখি হাতেৰেই এডোখৰ দিলোঁ। কিন্তু এইটো নিয়ম-বিৰুদ্ধ। কিন্তু দিয়েই মোৰ মনত হ'ল যে কামটো বেয়া হ'ল। তেওঁলোকে অৱশ্যে একো কোৱা নাছিল। সি দেশৰ যি ৰীতি, সেই ৰীতি অনুসৰি চলা উচিত। মোৰ ৰুটীডোখৰ হয় এডাল কাটা কি মেজৰ ছুৰীৰে আগবঢ়াই দিয়া ভাল আছিল। মই এটা কথা এইখিনিতেই কৈ থওঁ, কিয়নো বহুতে মোক

সুধিছে, "টেবিলত খোৱা নিয়ম কি ? কাটা-চনেই বা কেনেকৈ ধৰিব লাগে ?" তাৰ উত্তৰ হৈছে—সেই টেবিলত আন আন মানুহে কি কৰে তাকে চাবাঁ। নিজৰ বুদ্ধি আৰু প্ৰত্যুৎপন্নমতিৰ ওপৰত নিৰ্ভৰ কৰিবাঁ, কেতিয়াও ভুল নহয়। প্ৰথম কেদিনমান বেয়া লাগিব হয়, সঁচা ; কিন্তু সাত-আঠ দিনমানৰ পাছত একেবাৰেই অভ্যাস হৈ যাব। ইংৰাজবিলাকৰ যি ৰীতি, আমাৰ সেই ৰীতি নহয় বুলি ইংলণ্ডীয়সকলে জানে দেখি কিবা ভুল কৰিলে একো দোষ যেন নেদেখে। এই সম্পৰ্কে এটি গপ কওঁ—ই সঁচা নে মিছা ক'ব নোৱাৰোঁ, মিছা নহ'ব হ'বলা। প্ৰাচ্য দেশৰ কোনো এজন ৰজা এবাৰ ইংলণ্ডৰ এজন মহাসম্ভ্ৰান্ত মানুহৰ ঘৰলৈ নিমন্ত্ৰিত হৈছিল। ৰাতিৰ আহাৰৰ এটি উপকৰণ হৈছে—স্যুপ্ (চুৰুহা)। এথাল স্যুপ আগত দিওঁতে সেই ৰজাজনে হাতেৰে থালখন দাঙি লৈ স্যুপ্ (Soup)খিনি পি খালে। ৰজাজনে তেনে কৰা দেখি সেই ঘৰৰ গিৰীহতঁকে আদি কৰি টেবিলৰ চাৰিওফালে বহা সকলোটি মানুহে থাল দাঙি স্যুপ্ পি খালে। সেই বস্তুটি এখন ডাঙৰ চনেৰে একো শব্দ নকৰি খোৱাটোহে নিয়ম। ৰজাজন যাতে অপ্ৰস্তুত নহয়, সেই কাৰণে আন সকলোৱে তেনে কৰিছিল। আগৰ দিনৰ ইংৰাজসকলে আহি এই দেশৰ ৰীতিকেই বেছি অনুসৰণ কৰিছিল। মোৰ এই ভুলৰ কাৰণটি হৈছে মই লাজ কৰি কাৰোপিনে চোৱা নাছিলোঁ। চাৰিও-ফালে চকু ফুৰাই খোৱা হ'লে সেই ভুল নহ'লহেঁতেন। বিলাততো, ইয়াতো, আমাৰ এই পৃথিৱীখনৰ সকলো ঠাইতে ইংৰাজীতে যাক Common sense (কমন চেঞ্চ) কয় তাক লাগে,—ইয়াৰ লগত ভদ্ৰতাৰো দৰ্কাৰ। ভদ্ৰতা সকলো ঠাইৰ একে ৰকমৰ—দেশ-ভেদে অলপ তাৰতম্য মাথোন। খোৱা হৈ যোৱাৰ পাছত সেই লিগিৰীজনী আহি বাচন-বৰ্ত্তনবোৰ লৈ গ'ল। এখন বুৰুজেৰে টেবিলৰ চাদৰত পৰা বস্তুবোৰ সাৰি এখন থালত লৈ গ'ল। খোৱা-দোৱা সম্পৰ্কীয় সকলো বস্তুৰে কিছু তলৰ ৰান্ধনী ঘৰলৈ গ'ল। আৰু কিছু সেই মেজ-আলমাৰীত থোৱা হ'ল। নানা ৰকমৰ কথাবাৰ্ত্তা হ'বলৈ ধৰিলে। পাছত লাহে লাহে এটি এটিকৈ Good night Pa dear, Good night Ma dear বুলি বাপেক-মাকক চুমা খাই আৰু চুমা লৈ ছোৱালীকেজনী আৰু ল'ৰাটি শুবলৈ গ'ল। ময়ো সেই সুযোগতে অলপ পাছত Good night বুলি শুবলৈ গ'লোঁ।

তাৰ পাছদিনা ৰাতিপুৱা সাৰে-সাতমান বজাত উঠিলোঁ। বেভাৰেণ্ড মিঃ স্পীয়েৰ্চে সকলোটি গোট খালত থিয় হৈ Our father thou art in Heaven ইত্যাদি কৈ ভগৱানৰ নাম লোৱাৰ পাছতহে খোৱা আৰম্ভ হ'ল। মিচেচ্

ল্পীয়েৰ্চে সেই ৰাতিপুৱাৰ খোৱালৈ শোৱাঘৰৰপৰা নামি অহা নাছিল। তাৰ পাছতো তেওঁক সেই খোৱাত দেখা নাই। তেওঁলোকে পুৱা আঠমান বজাত লঘোন ভাঙিছিল। আশা কৰোঁ এই লঘোন ভঙা ব্যৱহাৰ দুষ্ট হোৱা নাই। ৭ কি ৭॥০ বজাত প্ৰথম ঘণ্টা বাজিছিল অৰ্থাৎ সাৰ পোৱাৰৰ ঘণ্টা আৰু ৮ বজাত খাবৰ ঘণ্টা। লিগিৰীজনীয়ে এই প্ৰথম ঘণ্টা বজাইছিল। তাৰ লগে লগে ছোৱালীহঁতো উঠি কাম আগুৱাইছিল। তেওঁলোকৰ তাত তেতিয়া মাথোন এজনী লিগিৰী। কেতিয়াবা কেতিয়াবা দুজনীও থাকিছিল। লঘোন ভঙাৰ সময়ত তেওঁলোকে কফি খাইছিল। খোৱাৰ পাছত তেওঁলোকৰ পাছফালৰ বাৰীলৈ গ'লোঁ। তাত বহুতো ফলমূল, শস্য আছিল। ফলৰ ভিতৰত apple-য়েই বেছি। তেওঁলোকে হাঁহ ইত্যাদি পুহিছিল। বাৰীখন বেছ ধুনীয়া। লণ্ডনত এনে বাৰী বিৰল। লণ্ডনৰ উপনগৰবিলাকতহে কেতিয়াবা এনে বাৰী দেখা যায়। আজি-কালি লণ্ডন বাঢ়িবই লাগিছে। লণ্ডন বাঢ়িছে মানুহ বাঢ়িছে দেখি। তাৰ লগে লগে এনে বাৰী থকা ঘৰৰ সংখ্যাও তাকৰ হৈছে। দুশ, তিনিশ, চাৰিশ টকা মাহে পোৱা মানুহে বৃটেনত যিমান সুবিধা কৰি সকলো ৰকমে ভালকৈ থাকিব পাৰিব, ইয়াত তেনে সুকলমে-সুযোগে পৰিপাটিকৈ থাকিব নোৱাৰিব। এই কথাত হয়তো বহুতে আচৰিত মানিব ; কিন্তু ই সঁচা, ইয়াৰ অৰ্থ আছে, পাছত কোৱা যাব। আজি তেনেহ'লে আৰু ইমানতে।

( ১৮ )

গ'লবাৰ কৈছিলোঁ যে বিলাতত দুশ, তিনিশ, চাৰিশ টকা মাহে দৰ্ম্মহা পোৱা মানুহে ইয়াতকৈ সুখে-স্বচ্ছন্দে থাকিব পাৰে। তাৰ মানে হৈছে তাত ঘৰৰ কেৰেয়া কলিকতা কি গুৱাহাটীতকৈ কম ; অৰ্থাৎ এনে দৰ্ম্মহা পোৱা মানুহে যেনে ঘৰত থাকিব তেনে ঘৰৰ। চল্লিশ, পঞ্চাশ, ষাঠি টকাত ইয়াতকৈ ভাল ঘৰ পোৱা যায়। ঘৰ নেপালে দুটা কি তিনিটা খোটালী কেৰেয়া লৈ সুচাৰুৰূপে সুকলমে থাকিব পাৰি। মেজ, মাচিয়া, খাট ইত্যাদি কিনি সপ্তাহে সপ্তাহে কি মাহে মাহে তাৰ কেৰেয়া দিব পাৰি। নতুবা কেৰেয়া দিয়াৰ দৰে দাম দি থাকি সেইবোৰ বস্তু কিনিবও পাৰি। ইয়াক **Hire-purchase system** কয়। "হায়াৰ-পাৰ্চেচ্ চিষ্টেম"ত বস্তু ল'লে কোনোবাই ধন দিব নোৱাৰিলে সেই বস্তু আকৌ বেচোঁতাই ল'ব পাৰে। তাত এটি লিগিৰীৰে কাম চলাব পাৰি—তাইক

মাহে ১৫।২০ টকা দিলেই হয়, অৱশ্যে খোৱা-বোৱাও দিব লাগে। (এইবোৰ কিন্তু মহাৰণৰ আগৰ কথা দেই।) তায়েই সকলো কাম কৰিব। ঘৰৰ বৈণীয়েক আৰু ল'ৰা-ছোৱালীইঁতে অৱশ্যে ঘৰৰ কামত সাহায্য কৰে। সৰু-সুৰা কাম, যেনে—ডাকঘৰত চিঠি দিয়া, জোতা পিন্ধাই দিয়া, কাপোৰত বুৰুজ কৰা, এনেবোৰ কাম কৰাবৰ দৰ্কাৰ হ'লে চাকৰৰ সাহায্য ল'ব নেলাগে। এই লিগিৰীজনীয়ে ঘড়ী ধৰি সময়মতে উঠি সকলো কাম কৰিব। সকলো কাম ঘড়ী চাই কৰে—বন্ধা-বঢ়া সকলো।

বস্তু-বেহানি কিনিবলৈ হ'লে নিজেই যাব লাগে। তাত আত্মনির্ভৰ গুণটো বাঢ়ে, সেইদেখি খৰচো ইয়াতকৈ কম। ইয়াত তিনিশ, চাৰিশ, পাঁচশ টকা পোৱা মানুহৰ "নবাবী চাল" হয়। তেনে তাত নহয়। মই কিন্তু অতি দুখীয়া মানুহৰ কথা কোৱা নাই। মোৰ মনেৰে অতি দুখীয়া মানুহৰ অৱস্থা বিলাততকৈ আমাৰ ইয়াত ভাল। মাহে ৩০।৪০।৫০ টকা পোৱা মানুহৰ অৱস্থা তাতকৈ আমাৰ ইয়াত ভাল। মই পৰিয়াল থকা মানুহৰ কথাহে কৈছোঁ। আৰু এটা কথা এইখিনিতে কওঁ যে মিতব্যয়ী নহ'লে ৰাজভাণ্ডাৰো শূন্য হয় আৰু মিতব্যয়ী হ'লে দুখীয়াৰ ভঁৰালতো লক্ষ্মী বিৰাজ কৰে। মোৰ আসাম কেতিয়া ধনত আন আন দেশৰ সমকক্ষ হ'ব ?

'ব্ৰেকফাষ্ট' খোৱাৰ পাছত অলপ ইফাল-সিফাল কৰি থাকি বেয়া লগা দেখি মিচেচ্ মল্লিকৰ তালৈ গ'লোঁ। অকলে লণ্ডনৰ বাটত ফুৰা এয়ে প্ৰথম। স্বাধীনভাৱে ফুৰাত মনত বেচ্ ৰং লাগিছিল। নতুন ঠাই, নতুন মানুহ, নতুন জীৱন দেখি বৰ ভাল লাগিছিল। মনৰ তেনে ভাব এতিয়া লাখ টকা দিলেও নেপাওঁ। মিচেচ্ মল্লিকৰ ঘৰ পাই চিনা-জনা মানুহক দেখি মোৰ মনত এনে হ'ল যে তেওঁলোকক কতদিন দেখা নাছিলোঁ—অথচ তাৰ আগদিনা ৰাতিহে তেওঁলোকৰ ঘৰৰপৰা যাওঁ। তেওঁলোকৰ তাতে সেইদিনা দুপৰীয়া-খোৱা খাওঁ—এওঁলোকে এইপিনি সময়ত Lunch (Luncheonৰ সংক্ষিপ্ত, কিন্তু খাদ্য বিষয়ত সংক্ষিপ্ত নাছিল) খাইছিল। তেওঁলোকে ৰাতি ডিনাৰ (Dinner) খাইছিল। এই বিষয়ে আগেয়ে কৈছোঁ। Luncheonত কোনো কোনো ঘৰত স্যুপ্ (Soup) কি মাছ ভজা কি সিজোৱাই হওক কি মাছৰ প্ৰস্তুত আন আন কোনো ৰকমৰ খাদ্য আৰু মাংসৰ এটা ৰোষ্ট্ (Roast) কি সেই সেই এটা থাকে। এই ভোজনৰ সময়ত ঠাণ্ডা মাংস বেছি খোৱা হয়। বোৱাদিনৰ ডিনাৰত যি গৰম মাংস দিয়া হয়, তাৰে শেষাংশ প্ৰায় দিয়া হয়। তপত সিজোৱা

আলু আৰু কবি ( কবি বাৰমাহেই পোৱা যায় ) ইত্যাদি সেই সিজোৱা মাংসৰ লগত খোৱা হয়। তাৰ পাছত পুডিং অথবা মধুৰেণ সমাপয়েৎ কৰিবৰ অৰ্থে আন কোনো মিঠা বস্তু। ফল-মূল ইত্যাদিও খোৱা হয়। মানুহৰ অবস্থা-ভেদে এই খোৱাৰ ফৰ্দ্দবো তাৰতম্য ঘটে। ডাঙৰ মানুহৰ ঘৰত ইয়াতকৈ বেছি তৰহৰ বস্তু হয়। আৰু কোনো ঘৰত স্যুপ্, মাছ ছুয়ো হয়। 'ডিনাৰ'ৰ সক ভাই বুলিলেই 'লাঞ্চ'ক বুজা যাব। পুডিঙৰ পাছত পণিৰ, ৰুটী, মাখন, বিস্কুট ইত্যাদি খোৱাটোও নিয়ম। মুঠতে ক'বলৈ গ'লে Dinner আৰু Lunchৰ বিশেষ প্ৰভেদ নাই। প্ৰভেদৰ ভিতৰত হৈছেগৈ এই যে যি আহাৰক Dinner নাম দিয়া হয়, সেই আহাৰেই সেই ঘৰৰ প্ৰধান আহাৰ। Spears পৰিয়ালে দিনৰ এক বজাত Dinner খাইছিল—সেইটোৱেই তেওঁলোকৰ প্ৰধান আহাৰ।

এজন মানুহে Lunchক এইবুলি ব্যাখ্যা কৰিছে—"Base ingratitude to breakfast and premeditated insult to dinner." এই মানুহজনে বোধকৰোঁ Lunch নেখাইছিল।

ব্ৰেকফাষ্ট ভালকৈ খালে এক-দুই বজাত সৰহকৈ Lunch খোৱা ভাল নহয়। এইখিনিতে ক'ব খোজোঁ—বিলাততো, ইয়াতো সৰহকৈ খোৱাৰ নিমিত্তেই আমাৰ নানান ৰকমৰ ৰোগ হয়। ৰোগৰ প্ৰায় বেছিভাগেই সৰহকৈ অপৰিমিত খোৱাৰ কাৰণেই হয়। দীৰ্ঘজীৱীসকলৰপৰা শুনা যায় যে তেওঁলোকে সদায় নিয়মিত পৰিমিতাহাৰ কৰে।

Lunch খোৱাৰ পাছত কথাবাৰ্ত্তা পাতি পাঁচমান বজাত চাহ-ৰুটী খাই আকৌ হাইগেটমুৱা হ'লোঁ। মিষ্টাৰ-মিচেচ্ স্পীয়েৰ্চে ক'লৈ গৈছিলোঁ, কিবা খালোঁ নে নাই এনেবোৰ কথা মৰম কৰি সুধিলে। লাহে লাহে তেওঁলোকৰ আটাইৰে মৰম পাই লাজ কিম্বা সঙ্কোচ একেবাৰে ভাগি গ'ল।

কিছুদিন কি কৰিম, ক'ত পঢ়িম, কোন বিষয় বিশেষকৈ শিক্ষা কৰিম—এইবোৰ কথাতে সময় কটোৱা হ'ল। মই আগেয়ে কৈছোঁ—পীয়েৰচন পৰিবাৰৰ ঠিকনা "হাম্পষ্টেড" বাদে একো নেজানিছিলোঁ। জনা হ'লে তেওঁলোকৰ তালৈকে গ'লোঁহেঁতেন। মিঃ স্পীয়েৰ্চৰ পুতেকে পঢ়া স্কুলতে এবাৰ পঢ়িম বুলি ভাবিছিলোঁ। সেই স্কুল হাইগেটত। সেই স্কুলত College of Preceptors বুলি এবিধ পৰীক্ষালৈহে শিকাইছিল। সময় নষ্ট কৰাতকৈ সেই পৰীক্ষালৈকে সাজু হোৱা হ'লে ভাল আছিল। সেই পৰীক্ষাৰ তিনি-ভাগ আটাইতকৈ উচ্চ পৰীক্ষাটো পাছ হোৱা একো অপ্ৰশংসনীয় নহয়।

সেই স্কুলত London-matricৰ নিমিত্তে নিশিকায় দেখি যোৱা নহ'ল। বহুত অভিভাৱক থাকিলে যি হয়, মোৰো সেই অৱস্থা হ'ল। তিনিমাহমান ঘৰতে পঢ়িছিলোঁ—মিচেচ্ স্পীয়েৰ্চৰ লগত ফ্ৰেঞ্চ আৰু মিচ্ স্পীয়েৰ্চ এজনাৰ লগত লাটিন। কেইদিনমান University Tutorial College বুলি এটা কলেজত লাটিন আৰু ফ্ৰেঞ্চৰ "লেসান" লৈছিলোঁ। সিহঁতে ঘণ্টাত পাঁচ চিলিংকৈ লৈছিল—অৰ্থাৎ তিনি টকা বাৰ অনাকৈ। ভাবি চাওক বিলাতত কেনে খৰচ! অৱশ্যে মই অকলৈ এজন শিক্ষকৰ সহায় এঘণ্টালৈ পাইছিলোঁ। সকলো ল'ৰাৰ সৈতে একেলগে বহি পঢ়া হ'লে মাহেকত ত্ৰিশ কি পঁয়ত্ৰিশ টকা মাচুল দি লণ্ডন-মেট্ৰিকৰ সকলো বিষয়কে শিকিব পাৰিলোঁহেঁতেন।

এইখিনিতে মিচ্ ম্যানিঙৰ (Miss Manning) কথা আপোনাৰ আগত কওঁ। সেইখিনি সময়ত কি তাৰ কুৰি বছৰৰ আগেয়ে যোৱা ভাৰতবৰ্ষীয় ডেকাসকলে এওঁৰপৰা বিশেষ সহায় পাইছিল। এওঁ ১৯০৫ চনত ইহলোক পৰিত্যাগ কৰে। তেওঁ জাতীয় ভাৰতবৰ্ষীয় সভাৰ চেক্ৰেটাৰী আছিল। ভাৰতবৰ্ষীয় জাতীয় সভা বোলাত আজি-কালিৰ কংগ্ৰেছৰ (Congress) কথা কোৱা নাই। ন্যাশ্বন্যাল ইণ্ডিয়ান এছোচিয়েশ্বনৰ কথাহে কৈছোঁ। এই সভাৰ বিষয়ে সকলোৱে জানে। মিচ্ ম্যানিং তেতিয়া ৩৫নং ব্লোমফিল্ড ৰোড, মেইডাভলত (Blomfield Road, Maidavale) আছিল। এই ঠিকনাৰ কথা মই পূৰ্ব্বৰেপৰা জানিছিলোঁ। ডাক্তৰ ৺ৰাধিকাৰাম ঢেকিয়াল ফুকনৰ বিলাতৰ খৰচাদি দেউতাই দিছিল। সাত-আঠ বছৰমান খৰচ লোৱাৰ পাছত ৺ৰাধিকাদাদাই দেউতাক আৰু খৰচ পঠিয়াবলৈ মানা কৰি পঠিয়ালে। দেউতাই খৰচ পঠাই থাকিব বুলি জনাত তেওঁৰ ঠিকনা কি আন কোনো ঠিকনা দেউতাক আৰু নজনালে। চিঠি লেখাও বন্ধ কৰিলে। সেইদেখি খৰচ আৰু পঠোৱা নহ'ল। মিচ্ ম্যানিঙৰ সৈতে ৰাধিকাদাদাৰ পৰিচয় আছিল—দেউতাই মিচ্ ম্যানিঙকে ঠিকনাৰ কথা লেখিছিল। তেওঁ ৰাধিকাদাদাৰ ঠিকনা নেজানিছিল। সেইখিনি সময়ত তেওঁ জাৰ্ম্মেনিত; কিয়নো তেওঁ ইংলণ্ডত বিয়া কৰাইছিল মই জানো। সেই কথা বাৰু পাছত হ'ব। দেউতাৰ মুখৰপৰা মিচ্ ম্যানিঙৰ নাম শুনিলোঁ। দেউতাই যিখন শেহ চিঠি ৰাধিকাদাদালৈ আমাৰ আত্মীয় বন্ধু-কুটুম্বৰ বাতৰি দি লেখিছিল, সেই চিঠিখন Miss Manningৰ 'কেয়াৰ'ত দিয়াৰ নিমিত্তেই এইজনা

মহিলাৰ নাম মোৰ মনত বেছিকৈ আছিল। সেই চিঠিখন ১৮৯২ চনৰ শেহত কি ১৮৯৩ চনৰ আৰম্ভত অনং ওল্ড বৈঠকখানা চেকেণ্ডলেনৰপৰা লেখা হৈছিল। এইবোৰ নানান কাৰণৰ নিমিত্তে মিচ্ ম্যানিঙৰ নাম আমাৰ ঘৰত এটি ঘৰুৱা নামৰ (Household word) দৰে হৈছিল। সেই গতিকে মিচ্ ম্যানিঙক যেতিয়া বিলাতত দেখিলোঁ, তেতিয়া চিনাকি মানুহকে যেন দেখিছোঁ এনে লাগিল। দেওবাৰে আৰু মঙ্গলবাৰে আবেলি তেওঁ আলহী সুধিছিল। (অৰ্থাৎ তেওঁ সেই দুদিনৰ সেই সময়ত "At Home" আছিল।) এদিন দেওবাৰে মিঃ সুৰেন হালদাৰৰ সৈতে মিচ্ ম্যানিঙৰ তালৈ গ'লোঁ। এতিয়া যিমান দূৰ মনত পৰিছে তাত সেইদিনা মিষ্টাৰ স্পীয়েৰ্চো আছিল। তেওঁ মিচ্ ম্যানিঙৰ তালৈ প্ৰায়ে নগৈছিল—সেইদিনা কোনো বিশেষ কাৰণতহে গৈছিল। মৃত্যুলৈকে বোধকৰোঁ মিঃ স্পীয়েৰ্চ আৰু তালৈ যোৱা নাছিল। তেওঁৰ তাত ভৱিষ্যতত থাকিম বুলিয়েই কি ভাৰত-বন্ধু মিচ্ ম্যানিঙৰ ঘৰত বিধাতাই মিঃ স্পীয়েৰ্চ আৰু মোৰে সৈতে চিনাকি কৰি দিলে। মিঃ স্পীয়েৰ্চৰ মৃত্যু ১৮৯৯ চনত হয়। মোৰ সেইদিনা তেওঁৰ লগত চিনাকি হয়। (তেতিয়ালৈকে মই তেওঁৰ তালৈ যোৱা নাছিলোঁ, আৰু ক'ত থাকিম ঠিক হোৱা নাছিল।) বিলাত পাবৰ আঠদিনমানৰ ভিতৰত তালৈ গৈছিলোঁ। তাত বহুত মানুহৰে সৈতে দেখা হ'ল। "At Home" কি বিশেষ জানিবলগীয়া। মিচ্ ম্যানিঙৰ বিষয়ে আমাৰ এই কালৰ ল'ৰাবিলাকে বিশেষ জনা দৰ্কাৰ।

(১৯)

কলিকতা, গুৱাহাটী ইত্যাদি ডাঙৰ চহৰত ইউৰোপীয়সকল থকা ঘৰবোৰৰ দুৱাৰমুখত "Not at Home" লেখা এটি সৰু বাকচ মাজে মাজে দেখিবলৈ পোৱা যায়। তাৰ মানে হৈছে যে ঘৰৰ ঘৈণীজনাৰ সেইখিনি সময়ত বাহিৰা মানুহৰ সৈতে দেখা কৰিবৰ সময় নাই। তেতিয়াই কিন্তু আন মানুহৰ ঘৈণীসকলে সেই বাকচটিত গিৰীয়েকৰ দুখন আৰু নিজৰ এখন নাম লেখা সৰু ডাঠপাত সেই বাকচটিত ভৰাই থৈ যায়। সেইটি দিয়াতে জনা যায় যে তেওঁ আৰু তেওঁৰ ঘৈণীয়েক দেখা কৰি গ'ল। ডাঠ পাত (card)খনৰ কথা যে কৈছোঁ, তাৰে ঘৈণীয়েকৰ কাৰ্ডখনৰ একাষত "At Home on Thursday" কি আন কোনো

দিনৰ কথা লেখা থাকে, সময়ো লেখা থাকে। আকৌ সেই তেনে কৰি আন-জনা ঘৈণীয়ে সিজনাৰ ঘৰৰ বাকচটিত পাত দি যায়। তাৰ পাছত এজনাই হয়তো আন এজনাক চাহপানী এটুপি খাবলৈ মাতে। যিদিনা "At Home", সেইদিনা গ'লে চাহপানী, বিলাতী পিঠা, ৰুটী ইত্যাদি খাবলৈ পোৱা যায়। ইয়াৰদ্বাৰা প্ৰীতি ভাবৰো উন্নতি হৈ থাকে, অথচ সময়ো সৰহ অযথা খৰচ নহয়।

বৃটিছ জাতিয়ে সময়ৰ মূল্য অতি ভালকৈ বুজে। সকলো কথাতে ঘড়ীৰ কাঁটাৰে সৈতে চলে। আমি যেনেকৈ ৰেল ধৰিবৰ নিমিত্তে ঠিক ঘড়ী চাই ৰেলৰ প্ৰত্যাশা কৰোঁ (যদিও কোনো কোনো ৰেলৰ লাইনে এই দেশত কি বিলাততো ঠিক সময় কেতিয়াবা ৰাখিব নোৱাৰে), সেইদৰে বৃটিছ জাতিৰ সকলো কামতে ঘড়ীৰ দৰ্কাৰ। এজন ভদ্ৰলোকৰ জেপত ঘড়ী এডুখৰি লাগেই, তাৰ লগত উৰ্মাল, পেঞ্চিল ইত্যাদি লাগে—নোটবুক এডুখৰি থাকিলেও জানিবা বেয়া নহয়। এই 'নোটবুক'ত কেতিয়া কি কৰিব লাগে, কাৰ সৈতে কেই বজাত দেখা কৰিব লাগে, কেতিয়া কোন সময়ত ক্লাচত হাজিৰ হ'ব লাগিব, সেইবোৰ লেখি থোৱা যুগুত—এই বিষয়ে সৰহকৈ নক'লেও হয়। আটায়ে ইয়াত নোটবুকৰ মোল বুজোঁহঁক। বিলাতত ঘৰৰ লিগিৰীজনীয়ে যেতিয়া 'টাইমপিচ্' ঘড়ী লৈ শোৱা খোঁটালীলৈ যোৱা দেখা যায়, তেতিয়াহে প্ৰথমে যোৱা মানুহৰ আচৰিত লাগিব। তায়েই আকৌ ৰাতিপুৱা উঠি ঘৰ-দুৱাৰ সাৰি পুৱাৰ ভোজনৰ ব্যৱস্থা কৰিব লাগিব নহয়; জাৰকালি কোনো খোঁটালীত জুহালত জুই ধৰি ঘৰ তপত কৰি ৰাখিব লাগিব নহয়; ৰাতিপুৱা ঠিক সময়ত গাই-বৈ ঘৰৰ মুনিহবোৰ কি তিৰুতাবোৰো দিহাদিহি দৈনিক কাৰ্য্য কৰিবলৈ যাব লাগিব নহয়। সঁচাকৈয়ে তালৈ গ'লে প্ৰথমে এই সময় জ্ঞানটি (Punctuality) জাগি উঠে। তাৰ মানুহে এই কথা বেচ্ ভালকৈ বুজে যে এজনে যদি আন এজনৰ সৈতে দেখা কৰিবলৈ এটা নিৰ্দ্ধাৰিত সময় কৰে, সেই সময়ত দেখা কৰিব লাগিব; নহ'লে আনজনে হয়তো সেই সময়ত আন কাম কৰিলেহেঁতেন, আৰু সেই কামৰ সময় এনেয়ে যায়। যদি সেই সময়ত (বিশেষ কোনো সময়ত) দেখা কৰিব পৰা নেযায়, তেন্তে টেলিগ্ৰাম দি সেই বিষয় জনোৱা উচিত। তাত টেলিগ্ৰাম ছয় অনাত যায়, আৰু ইংলণ্ডৰ এমূৰৰপৰা সিমূৰলৈ এঘণ্টামানত এখন তাঁৰৰ কাকত অহা-যোৱা কৰিব পাৰে। মাজতে ইয়াত চাৰি অনাৰ টেলিগ্ৰামৰ সৃষ্টি হোৱাত মানুহে টেলিগ্ৰাম বেছিকৈ কৰিছিল। বিলাতৰ অভ্যাসবশতঃ

এখন টেলিগ্ৰাম এদিন হাওৰাৰপৰা বালিগঞ্জলৈ কৰিছিলোঁ ; কিন্তু তাঁৰৰ চিঠিৰ আগেয়ে পালোঁগৈ। বিলাতত কিন্তু এনে নহয়। আজি-কালি হ'লে ইয়াত তাঁৰৰ ব্যৱস্থা ভাল হৈছে যদিও পহিলা ডিচেম্বৰৰপৰা ছয় অনাৰ ঠাইত আঠ অনা হোৱাত অলপ বেছি পইচা মোনাৰপৰা দিবলগীয়াত পৰিছে।

এই সময়ৰ সদ্ব্যৱহাৰৰ নিমিত্তে মোৰ মনেৰে "At Home"ৰ সৃষ্টি। বিলাতত যে তিকুতাৰ মেল নাই এনে কথা আমি নকওঁ। "গচিপ" কথা ভাবি চাওক— গপ্ আৰু 'গচিপ' দুয়ো একে, গপ্ জানিবা আমাৰ মুনিহৰ আৰু 'গচিপ' তাৰ তিকুতাৰ। আৰু বিলাততো যে সময়ৰ অসদ্ব্যৱহাৰ কৰা মানুহ নাই তাকো নকওঁ, ভাল-বেয়া সকলো দিশতে। কিন্তু সময়ৰ সদ্ব্যৱহাৰ কৰা গুণটি বৃটিছ জাতিৰ বিশেষ গুণ ; সেইদেখিয়েই ইয়াত বহুলাই লেখিছোঁ। "পাংকচুয়েলিটি"ৰ কাৰণ তাত নানান, তাৰে এটা লেখি থাকোঁতেই মোৰ মনত উদয় হৈছে, সেই-দেখি লেখোঁ। বিলাতত দিনবোৰ চুটি, যদি সকলো কাম সময়মতে তাত কৰা নেযায়, তেনেহ'লে কামৰ অন্ত কেতিয়াও নহয়। সেইদেখিয়েই কোনো এজন ডাঙৰ মানুহে এজন ডিউকৰ কথা কওঁতে কৈছিল যে "অমুক ডিউকে ৰাতিপুৱা আধাঘণ্টা হেৰুৱাই তাকে বিচাৰি থাকোঁতে তেওঁৰ গোটেই দিনটো যায়।" আমাৰ মানুহেও সময়ৰ মোল যে নুবুজে তাক নকওঁ। যিসকলে বুজে তেওঁলোকে সঁচাসঁচিকৈ সৰহ দিন জীয়ে। যদিওবা দীৰ্ঘজীৱন সকলো মানুহৰ কপালত নঘটে ; কিন্তু কাম কৰি প্ৰতি মুহূৰ্ত্তৰ সদ্ব্যৱহাৰ কৰাৰ নিমিত্তে সেই বয়সৰ আন এলেহুৱা মানুহতকৈ বেছি কাম কৰি, দীৰ্ঘজীৱী এজনৰ দৰে কাম কৰি নিজৰ, পৰিয়ালৰ, সমাজৰ, পৃথিৱীৰ উন্নতি সাধন কৰিব পাৰে।

মিচ্ ম্যানিঙৰ সৈতে প্ৰায় প্ৰতি সপ্তাহে দেখা কৰিবলৈ গৈছিলোঁ। এই ভাটীবেলাৰ 'At Home'বোৰত সৰহ সময় থকা নিয়মসঙ্গত নহয়—কুৰি মিনিট কি আধাঘণ্টাই যথেষ্ট। কোনো কোনো 'At Home' বিশেষভাৱে হয়, সেই-বোৰত বেছি সময় থাকিব পাৰি। তেনেবোৰ সামাজিক সভাক 'At Home' নকৈ বেছিভাগক পাৰ্টি (Party) বোলা হয়। মিচ্ ম্যানিঙৰ বয়স সেইখিনি সময়ত বাঠিমান আছিল ; কিন্তু খোজকঢ়া দেখিলে কোনেও বাঠি বছৰীয়া বুলি চিনিব নোৱাৰিছিল। তেওঁ মাজে মাজে ভাৰতবৰ্ষীয় শিক্ষাৰ্থী কি আন মানুহক লগত লৈ লণ্ডন কিম্বা ওচৰ-চুবুৰীয়া ঠাইৰ চাবলগীয়া ঠাইবিলাকলৈ গৈছিল। তেওঁ হয়তো কৈছিল যে "We shall meet under the clock at Charing Cross at 12" (বাৰ বজাত চেৰিং ক্ৰচ

ষ্টেশ্বনৰ ঘড়ীৰ তলত আমি আটায়ে গোট খামহঁকগৈ )—পাছত সেই সময়ত আটায়ে গোট খোৱা হ'লে সেই ষ্টেশ্বনৰপৰা নতুবা আন ঠাইৰপৰা ৰেল কিম্বা 'অমনিবাচ' লৈ আমাৰ গন্তব্য স্থানলৈ গৈছিলোঁ। এবাৰ তেওঁৰ সৈতে এনেকৈ Woolwhich arsenal ( উলিচ আৰ্চেনেল ) চাবলৈ গৈছিলোঁ। সেইদিনা মোৰ আন ঠাইত অলপ কাম আছিল। Chancery Lane ( চাঞ্চাৰী লেন )ৰ-পৰা এখন অম্‌নিবচ (Omnibus) চেয়াৰিং ক্ৰচলৈ (Charing Cross) ল'লোঁ। বাটত সেইদিনা বৰ গাড়ী-ঘোঁৰা। আগেয়েই কৈছোঁ যে লণ্ডনৰ ডাঙৰ ডাঙৰ বাটত সাধাৰণতঃ গাড়ী-ঘোঁৰা মানুহ-দুনুহৰ এনে কলৰৱ আৰু কোলাহল, আমাৰ ভাৰতৰ যি কোনো ঠাইৰে হওক এজন মানুহ গৈ তেনে কলৰৱ আৰু কোলাহল দেখি সহজে ভাবিব যে আজি কিবা মেলা হ'বলা, অথবা আজি কিবা চহুৰত হ'ব যেন পাওঁ। কিন্তু মেলাও নহয়, অথবা বিশেষ একো ঘটনা কিম্বা কাণ্ডও নহয় ; সেইটো সেই চহৰৰে ৰীতি, নিত্যনৈমিত্তিক কাম। Chancery Laneৰ ( ফ্লীট্ ষ্ট্ৰীটৰ কালে জগদ্বিখ্যাত অমৰ বিজ্ঞ জন্সনৰ ফ্লীট ষ্ট্ৰীট ) পৰা Charing Crossলৈ এমাইলো নহয় ;—কিন্তু সেইদিনা গাড়ী-ঘোঁৰাৰ ইমান সংগ্ৰাম আৰু সঙ্গম যে মই এবাৰ ভাবিছিলোঁ, বোধকৰোঁ চেয়াৰিং ক্ৰচ আৰু ঠিক সময়ত নেপাওঁগৈ। বাচখন অলপ যায় আৰু ডাঙৰ-দীঘল-পুতল কনিষ্টবলৰ তৰ্জ্জনী আৰু হাতৰ ঘূৰণিত পদে পদে গাড়ীখন বৈ যায়। গাড়ী-ঘোঁৰা অহা-যোৱাৰ (Traffic) বন্দবস্ত লণ্ডনত কেনে হয়, সেই বিষয়ে অহাবাৰ ক'ম বুলি ভাবিছোঁ। কিন্তু যি হওক, ঠিক সময়ত গন্তব্য ঠাই পালোঁগৈ। লাজত নপৰিলোঁ।

( ২০ )

লণ্ডনৰ পুলিচ আৰু ইয়াৰ পুলিচৰ বহুতো প্ৰভেদ। বাট-পথ, চাবলগীয়া ঠাইৰ কথা, কোন বাটেদি গ'লে অমুক ঠাইলৈ অতি কম ধনতে, অতি অলপ সময়তে যাব পাৰি, ইত্যাদি কথা লণ্ডনৰ পুলিচম্যান অৰ্থাৎ কনিষ্টবলৰ কণ্ঠস্থ, মুখস্থ। যদি হাইগেটৰ ( লণ্ডনৰ উত্তৰাংশ ) পৰা ব্ৰিকষ্টনলৈ (Brikston, দক্ষিণ-পশ্চিম লণ্ডন ) যাব লাগে, আপুনি কেনেকৈ যাব লাগে, সেই বিষয়ে নেজানে, আপুনি বাহিৰ পুলিচম্যানকে সোধক, তেতিয়াই আপোনাক আমাৰ ল'ৰাই জিয়গ্ৰাফী মুখস্থ কৰি পঢ়া দিয়াৰ দৰে বাট-পথৰ কথা, ৰেলেদি যোৱাই ভাল নে অম্‌নিবচ কি ট্ৰেমগাড়ীতেই যোৱা ভাল সকলো কথা কৈ দিব।

"When you are in doubt, ask a Policeman." যেতিয়া আপোনাৰ সন্দেহ হ'ব, (মই বোধকৰোঁ যি কোনো বিষয়তে) আপুনি পুলিচ-ম্যানক সোধক, সি আপোনাক সন্দেহৰ আন্ধাৰৰপৰা নিশ্চিতৰ পোহৰৰ বাটলৈ আনিব। সিহঁতৰ এই বিষয়ে পৰীক্ষা দিব লাগে। বাটৰ এফালৰপৰা বাটৰ সিফাললৈ আপুনি যাব খোজে; কিন্তু বাটত ইমান গাড়ী, ঘোঁৰা, মটৰ (মই যেতিয়া প্ৰথমে যাওঁ তেতিয়া মটৰ নাছিল) যে আপুনি তথা লাগি আছে, কেনেকৈনো সিপাৰে যাব! এটা ছেগ চাই লৰি যদি পুলিচম্যানৰ কাষ পায়গৈ, আপোনাৰ আৰু ভয় নাই, হয়তো আপোনাৰ হাতত ধৰিয়ে হওক, কি গাড়ী-ঘোঁৰাৰ সোঁত ৰাখিয়ে হওক, আপোনাক যি কোনোমতে সিপাৰ পোৱাবয়েগৈ, ই নিশ্চিত। আমি কেতিয়াও লণ্ডনৰ পুলিচম্যান এটি গাড়ীৰ তলত পৰি মৰা কিম্বা জখম হোৱা শুনা নাই, কিয়নো পুলিচম্যানেই হ'লগৈ "ট্ৰাফিক"ৰ (গাড়ী-ঘোঁৰা চলাচলৰ) গৰাকী; যাৰে কি গাড়ী হওক, অতি ডাঙৰ মানুহৰে হওক কি সৰু মানুহৰে হওক, এহাতৰ এটা আঙুলিৰে হয়তো ৰ'বলৈ ক'ব, পুলিচম্যানৰ ওচৰত গাড়ী সাৱধানে যাব। আজি-কালি কলিকতাতো হাওৰাৰ পুলৰ দুয়োমুৰে আৰু পাৰ্কষ্ট্ৰীট, চৌৰঙ্গীৰ ফালে এনে নিয়ম হৈছে দেখি ভাল লাগিছে। গাড়ী চলাচলৰ ফালে বেছ হৈছে, কিন্তু বাটেদি খোজকঢ়া মানুহৰ পক্ষে বিলাতৰ দৰে সুবিধা হৈছে নে নাই ক'ব নোৱাৰোঁ। যদিহে হৈছে, বৰ ভাল কথা।

এদিন আমাৰ এজন বন্ধুৱে বেগাবেগিকৈ Holborn (হোবাৰ্ণ)য়েদি বাইচাইকেলেদি Grays In (গ্ৰেজ ইন)-ত 'খানা' খাবলৈ দুই চকা ঘূৰাই সুন্দৰমতে যাব লাগিছিল। বোধকৰোঁ Inn-ৰ টাৰ্ম (Term) শেষ হওঁ হওঁ হৈছিল আৰু তেওঁৰ বোধকৰোঁ খাবলগীয়া খানাকেটা খোৱা হোৱা নাই। ডিনাৰো চাৰে-ছয় বজাত, বাইচাইকেলখন সেইদেখি কোনোমতে ডাঙৰ-দীঘল, পুতল-বহল কনিষ্টবলটিৰ কাষলতি তলেদি সৰকি গ'ল (বন্ধুজনা অলপ চুটি-চাপৰ জানিবা দেই।)। তেওঁ "ৰ'বি"ৰ আঙুলি দেখিছিল নে নাই ক'ব নোৱাৰোঁ, আৰু দেখিলেও নেদেখাৰ ভাও জুৰি সৰকিল। কিন্তু "পীলাৰ" (Peeler) তাঁৰাৰ চকু চাৰিওফালে—তৎক্ষণাৎ বাইচাইকেলখন আহি ধৰিলেহি। তেতিয়া গম্ভীৰভাৱেৰে কলে, "Will you do get down, Sir!" পাছত বন্ধুজনা চকৰি গাড়ীৰপৰা নামিলত তেওঁৰ নাম, ঠিকনা ইত্যাদি লেখি ল'লে। ভালকৈ কথা বুজোৱাত তেওঁক যাবলৈ দিলে। তেওঁ সময়ত 'ইন' পাই 'ডিনাৰ' খাবলৈ পালে। এই কথা কিন্তু ইমানতে শেষ নহ'ল। ভদ্ৰলোকজনক হোবাৰ্ণত চকৰি

গাড়ীৰপৰা কনিষ্টবলে নমাইছিল—কিন্তু দুদিন পাছত ৩ নম্বৰ চেপ্‌ষ্টোপ্লেচ ( 3 Chesptno Place ) বেজ ৱাটাৰত (Bays Water) এজন পুলিচৰ মানুহ গৈ বতৰা লৈছিল যে তাত অমুক নামৰ এনে মানুহ থাকে নে নাই। যদিহে বন্ধু-জনাই ভুল ঠিকনা দিলেহেঁতেন, বোধকৰোঁ আৰু বিচৰা পৰিলহেঁতেন। কিন্তু তেওঁ তাতে থকাত সেই কথাৰ তাতে সমাপতি হ'ল। এদিন এজন ৰাজমন্ত্রীকো এনেকৈ নমোৱাৰ কথা আমি শুনিছোঁ। আজি কোন থিয়েটাৰত আভিং-এ "এক্ট্" কৰিব ; এলেন টেৰি, এড্‌না মেট্রি, ৱালাৰ, উইণ্ডাম্ ইত্যাদিয়ে ক'ত কি 'Play'-ত 'act' কৰিব, সকলোৰে পুলিচম্যানে সমিধান দিব। 'ৰয়েল একাডেমী'ত কোন চিত্রকৰৰ পটে সৰ্ব্বপ্রধান ঠাই পালে, তাকো ক'ব। কোন ষ্টেশ্বনৰপৰা অমুক ঠাইলৈ যাব পাৰি তাকো ক'ব। ( লণ্ডনত ষ্টেশ্বন বহুতো, 'টাৰ্ম্মিনাচ' ষ্টেশ্বনেই বহুত, সৰু-সুৰাৰতো কথাই নাই। ) পুলিচম্যানে নজনা কথা নাই। কৈছোঁ নহয়, তেওঁ বিপদৰ বন্ধু।

কিন্তু কলিকতাত পুলিচম্যানবোৰে তিমান খবৰ নেৰাখে। মোৰ মনত আছে, ১৮৯৯ চনত এজন ব্যাৰিষ্টাৰ ( এতিয়া তেওঁৰ প্রেক্‌টিচ নামকৰা, ব্যৱহাৰ-জীৱী, তেতিয়া একো নাছিল ) আৰু মই বৌবাজাৰ বাটেদি এখন কেৰেয়া গাড়ীকৈ ফুৰিবলৈ গৈছিলোঁ—সেই বাটৰেপৰা ওলোৱা গলিত থকা এজন চিনাকি মানুহক সৈতে দেখা কৰোঁ বুলি। পাছত আমাৰ ৰথচালকে সেই বাটৰ ভু নেপাই-ছিল। সেইদেখি ওচৰতে থিয় দি থকা এজন 'পহৰাৱালা'ক সুধিলোঁ, "ককাই, এই বাটটো শুনিছোঁ হেনো ইয়াৰ ওচৰতে? ক'ত বা?" জবাব পালোঁ, "আৰে চাহাব, এ ৰাস্তাতো হিয়াঁ নেহি বা কৰে, মলাঙ্গামে হবে কৰে।" পাছত ঘোঁৰা যুগলৰ মুৰণ্ডটি আমাৰ ৰথী ভায়াই পাক মাৰোঁতেই দেখিলোঁ যে সেই বাটটো আমাৰ কুৰি কি তিৰিশ হাতমান আগতে সশৰীৰে বৰ্ত্তমান। সেই বাটেদি পাছত গ'লোঁ আৰু আমাৰ পুলিচম্যান ভায়াক "ধন্য ধন্য" মনেৰে কৰিলোঁ। আমাৰ মলাঙ্গালৈ আৰু সেই বাট বিচাৰি বনৰীয়া "হাঁহ খেদিবলৈ" (Wild goose chase) নহ'ল।

বিলাতৰ পহৰাৱালাবোৰ প্রায়ে ভদ্র, কচিৎ দুটা-এটাহে অভদ্র। লণ্ডনৰ পুলিচম্যানবোৰৰ ভিতৰত চিটি (City) পুলিচম্যানবোৰ দীঘলে-বহলে আন-বোৰতকৈ বঢ়িয়া। ৰয়েল একচেঞ্জ (Royal Exchange)-ৰপৰা এক বৰ্গ-মাইলৰ (One square mile) ভিতৰৰ ঠাইডোখৰকে City কোৱা হয়। সিইঁতক দেখিলে মনত হয় যেন সিইঁতে লৰিব-চাপৰিব নোৱাৰিব ; কিন্তু

সিহঁতে চোৰৰ পাছত কি ঘোঁৰাৰ (Run away Horse) পাছত দৌৰা দেখিলে আপুনি অথা হ'ব।

লণ্ডনৰ "ক্যাবম্যান"বোৰেও বাট চিনি পায়। সিহঁতে এটা পৰীক্ষা পাছ কৰিব লাগে। পৰীক্ষকে হয়তো ক'ব, "তই হাম্পষ্টেডৰপৰা ইলিঙলৈ (Ealing) পোনবাটেদি (short cut) যা।" সি সক-সুৰা এটা বাটেদি একাই-বেঁকাই গৈ ইলিঙৰ সক বাট এটাও বিচাৰি পাবগৈ। গাড়ীখনত উঠি ক'ব লাগে "অমুক নম্বৰ Burlington Road W"। ঠিক ঘোঁৰা ডকাই অতি সোনকালে আপোনাক লৈ যাব। "W" কোৱাৰ মানে হৈছে লণ্ডনত বাৰ্লিংটন ৰোড হয়তো কেবাটাও। উত্তৰ, দক্ষিণ, পুব, দক্ষিণ-পুব, দক্ষিণ-পশ্চিম চাৰিওফালে সেই নামৰ বাট থাকিব পাৰে। লণ্ডনৰ বাটবোৰৰ পাছত W.C. যে দেখা যায়, তাৰ মানে West Central, E. C. মানে East Central. চিঠি লেখাত কি গাৰোৱানক সেই ছুটা আখৰ লেখি কি কৈ দিব লাগে, নহ'লে হয়তো ভুল হৈ যাব পাৰে। পুলিচম্যানবোৰৰ দৰে এই ক্যাবম্যানবোৰেও বাজ্যৰ খবৰ দিব পাৰে। এইটো সদায় মনত ৰাখিব যে সিহঁতে লেখিব-পঢ়িব জানে। বোম্বাইত এবাৰ এটা গাৰোৱানৰপৰা এটা খবৰ পাই বৰ বং লাগিছিল। মই এনেয়ে ধেমালি কৰি সুধিলোঁ, তাক পৰীক্ষা কৰিবৰ নিমিত্তেই হ'বলা, "কোচোৱন, দাদাভাই নাওৰুজী ক'ত থাকে?" সি ঠিক উত্তৰ দিলে যে চহৰৰপৰা ইমান দূৰৈত অমুক ঠাইত থাকে আৰু লণ্ডনৰপৰা কেমাহমান আগেয়ে বোম্বাইলৈ উভতি আহিছে, ইয়াকো বোধকৰোঁ ক'লে। শুনি বৰ বং লাগিল। এনে এটা কথাৰ উত্তৰ আমাৰ কলিকতীয়া বৰ্গীয়ে ক'ব নোৱাৰিলেহেঁতেন যেন পাওঁ।

ইয়াৰ পহৰাৱালা আৰু গাৰোৱানবোৰৰ বিলাতৰ পহৰাৱালা আৰু গাৰোৱানবোৰৰপৰা বহুতো শিকিবলগীয়া আছে। হয় সিহঁতৰ কেজনমানে আহি শিকাই যোৱা উচিত, নহ'লে আমাৰ ইয়াৰপৰা কেজনমান গৈ শিকি অহা উচিত। বোধকৰোঁ শেহৰটোৱেই ভাল; আমাৰ মানুহে নতুন কথা শিকাৰ লগে লগে নতুন ঠাই দেখি আহিব।

আজি আৰু ইমানতে। আমনি নাই পোৱা আশা কৰোঁ।

( ২১ )

গ'লবাৰ বিলাত আৰু কলিকতাৰ পুলিচৰ সম্পৰ্কে লেখিছিলোঁ। আমাৰ আসামৰ বিষয়ে উল্লেখ কৰা নাছিলোঁ। ঘৰুৱা কথানো কি ক'ম ?

১৮৯৬ খ্ৰীষ্টাব্দত স্কুল জহকালি বন্ধ হোৱাত কেম্ব্ৰিজলৈ যাওঁ বুলি লণ্ডনলৈ আহিছিলোঁ। চেলেমচ্‌ফৰ্ড (Chelmsford) দহ-এঘাৰমান বজাত এৰি পঞ্চল্লিশ মিনিটমানৰ পাছত লণ্ডন পালোঁগৈ। লণ্ডনৰপৰা চেলেমচ্‌ফৰ্ড তিৰিশ মাইল—ৰেলৰ কেৰেয়া আঢ়ৈ চিলিং আৰু আধা পেনী তৃতীয় শ্ৰেণীৰ। লণ্ডন পায়েই চিনাকি মানুহৰ সৈতে দেখা কৰিবলৈ গ'লোঁ। প্ৰথমে বোধকৰোঁ লিভাৰপুল ষ্ট্ৰীটৰ (Liverpool Street, Great Eastern Railways-ৰ টাৰ্মিনাচ) পৰা বাচ্‌ (Bus) লৈ মিচেচ্‌ কীটিঙৰ ব্ৰিক্‌ষ্টনৰ (Brixton) টাল্‌চ হিললৈ (Tulse Hill) গ'লোঁ। সেই সময়ত মোৰ অভিভাৱক মিচেচ্‌ কীটিং (মিচেচ্‌ স্পীয়েৰ্চৰ ভনীয়েক) আছিল। তাৰ পাছতহে মিচ্‌ ম্যানিং হ'ল। তেওঁলোকৰ সৈতে দেখা-সাক্ষাৎ কৰি মিচেচ্‌ মল্লিকৰ সৈতে দেখা কৰিবলৈ বেজ ৱাটাৰলৈ (Bays Water) গ'লোঁ। সেইফালতে সন্ধ্যা হ'ল। তাৰ পাছত মিচেচ্‌ স্পীয়েৰ্চৰ সৈতে দেখা কৰোঁ বুলি হাইগেটলৈ (Highgate) গ'লোঁ। সেইদিনা ক'ৰবাত মই ৰেইলৱে গাইড এখন চাই দেখিছিলোঁ যে লিভাৰপুল ষ্ট্ৰীটৰপৰা কেম্ব্ৰিজলৈ সেইদিনা ৰাতি শেষ গাড়ীখন দহ বাজি কুৰি মিনিটত যায়। সেইদেখি মিচেচ্‌ স্পীয়েৰ্চহঁতৰ তাত ন বজালৈকে আছিলোঁ। পাছত ষ্টেশ্বনলৈ গৈ দেখোঁ যে ট্ৰেইন মই প্লাটফৰম্‌ পাওঁতেই এৰি দিলে। কথা হৈছে যে মই গাইডখন দেখাত ভুল কৰিছিলোঁ। দহ বাজি কুৰি মিনিটৰ ঠাইত দহ বাজি দুই মিনিট হোৱা উচিত আছিল। ১০-২০ মিনিটত ট্ৰেইন যোৱা হ'লে মোৰ বেছ সময় থাকিলহেঁতেন। ক্লোক ৰুম (Cloak Room)-তে মোৰ বস্তুবোৰ থুৱা থৈ গৈছিলোঁ। তাৰপৰা সুন্দৰৰূপে বস্তুবোৰ আনি টিকট কৰি দহ মিনিটমান সময় পালোঁহেঁতেন। ভুল দেখি বিপদত পৰিলোঁ। এতিয়া কি কৰোঁ? লণ্ডনত লিভাৰপুল ষ্ট্ৰীট এটা বৰ ডাঙৰ ষ্টেশ্বন, হাওৰা ষ্টেশ্বনতকৈও ডাঙৰ। এতিয়া নিৰুপায় হৈ ভাবিলোঁ যে হাইগেটলৈকে মিচেচ্‌ স্পীয়েৰ্চৰ তালৈকে যাওঁ। এইবুলি মুৰগেট ষ্ট্ৰীটৰপৰা ট্ৰেমগাড়ী ল'লোঁ। হাইগেট হিলৰ তলত নামি, ওখ বাট খোজকাঢ়ি যাওঁতে প্ৰায় ১১ বাজি ১৫ মিনিট-মান হৈ গ'ল। দুই-তিনিবাৰ লাহে লাহে "নক্‌" কৰাৰ পাছত একো শব্দ নেপাই তাত শোৱাৰ আশা এৰি দিলোঁ। পাছত এতিয়া কি কৰোঁ? ভাবি

চাওক লণ্ডন কিমান ডাঙৰ নগৰ, মোৰ বয়স মাথোন ষোল, তাতে আকৌ বিলাতত দহ-এবাৰ মাহ মাথোনহে কেৱল বাস। মই বিষম সমস্যাত পৰিলোঁ। লাহে লাহে Highgate Hill-ৰ বাটেদি নামি আহিবলৈ ধৰিলোঁ। এবাওেল হাউচ স্পীয়ের্চৰ পৰিয়ালৰ ঘৰ। ওচৰতে ডাকোৱাল এটাই ডাকবাকচৰপৰা চিঠি-পত্ৰ উলিওৱা দেখিবলৈ পালোঁ; যেনে পুলিচম্যান-ক্যাবম্যান, তেনে পোষ্টম্যানো। সিহঁতেও লণ্ডনৰ বাট-পথ ভালকৈ চিনি পায়। সেই ডাকোৱাল-টোক সকলো কথা ভালকৈ খোলোচা কৰি ক'লোঁ। সি মোক ক'লে, "ইমান ৰাতি ভাল হোটেলবোৰ খোলা নেথাকে"—আৰু কি ক'লে মোৰ মনত নাই; কিন্তু এই কথা বেছ মনত আছে যে "আপুনি মোৰ লগে লগে যিমান দূৰলৈ মই যাওঁ আহিব পাৰে। চিঠিবোৰ মোৰ 'বীট'ৰপৰা উলিয়াওঁতে একমান বাজিব। আপুনি মোৰ লগত সেইখিনি সময়লৈকে থাকিব পাৰে।" পাছত মানুহটিৰ লগত তেনেকৈ গ'লোঁ। যাওঁতে যাওঁতে তাৰো কাম শেষ হ'ল। ইতিমধ্যে দুটা পুলিচম্যানে এটা বাটৰ মুৰত কথা কৈ থকা দেখিলোঁ। সিহঁতকো মোৰ দুৰ্দ্দশাৰ কথা ক'লোঁ। পুলিচম্যান দুটিয়ে ক'লে, "একো ভয় নাই স্যাৰ, আপুনি মুঠে কাৰো সৈতে কথাবাৰ্ত্তা নক'ব, বাট পাহৰি গ'লে পুলিচম্যানক সুধিব। আমাৰ লগতে আমাৰ বীটৰ সীমালৈকে যাব পাৰে।" এনেকৈ সহানুভূতি পাই সিহঁতৰ লগত ফুৰিলোঁ। পাছত গৈ ক্যামডেন টাউনৰ (Comden Town) বাটেদি গৈ হ্যাম্পষ্টেড ৰোড (Hampsted Road) পালোঁ। সেই বাটেদি গৈ গৈ ইউষ্টন ৰোডৰ (Euston Road) ওচৰ পাওঁ পাওঁ হওঁতেই দেখিলোঁ যে বহুত মানুহ গোট খাই একেলগ হৈ এটা ঘৰৰ ওপৰফালে চাই আছে। মই গৈ ওচৰ চাপি সোধাত শুনিলোঁ যে "ফায়াৰ।" তাত এঘণ্টামান সেই গণ্ডগোল চাই থাকিলোঁ। তাৰ আগেয়েই "ফায়াৰ ব্ৰিগেড"ৰ মানুহে জুই নুমাবৰ যতন কৰিছিলহি। সোধাত জানিলোঁ যে কোনো মানুহৰ জীৱন হানি হোৱা নাই। জুই লাহে লাহে নুমাবলৈ ধৰাত ময়ো লাহে লাহে খোজ ল'লোঁ। মোৰ ইচ্ছা যে যিমান দূৰ বাটেদি যাব পাৰোঁ গৈ লিভাৰপুল ষ্ট্ৰীটৰপৰা প্ৰথম ট্ৰেইন ধৰি কেম্ব্ৰিজলৈ যাওঁ। টটনহাম কোৰ্ট ৰোডেদি (Tottenham Court Road) গৈ নিউ অক্সফোৰ্ড ষ্ট্ৰীটৰ (New Oxford Street) ৰাওফালেদি গ'লোঁ। পাছত সেই New Oxford Street-ৰ বাটেদি গৈ Holborn (হোবাৰ্ণ Cheapside, Newgate Street-য়েদি গৈ Bank of England ওচৰেদি গৈ Liverpool Street পালোঁগৈ। তেতিয়া প্ৰথম ট্ৰেইন যাবল

এঘণ্টামান কি দেড়ঘণ্টামান বাকী আছিল। বাটচোৰা ঘৰৰ আশ্ৰয়তে সেইখিনি সময় কটাই Cloak-room-ৰপৰা বস্তুখিনি লৈ ৰেলত উঠিলোঁগৈ।

সেইৰাতি প্ৰায় সাত মাইলমান খোজ কাটিলোঁ। এই পুলিচম্যান (Policeman) আৰু পোষ্টম্যান (Postman)-ৰ সহানুভূতি নোপোৱা হ'লে মোৰ বৰ বেয়া লাগিলহেঁতেন। পাছত Spears পৰিয়ালক এই বিষয়ে জনোৱাত তেওঁলোকে বেজাৰ কৰি লেখিলে যে আৰু অলপ টানকৈ 'নক্' (Knock) কৰা হ'লে তেওঁলোকে সাৰ পালেহেঁতেন। কিন্তু ৰাতি এঘাৰ বজাত তেওঁলোকক মই মিছামিছিকৈ কষ্ট দিব খুখুজিলোঁ। তেওঁলোক বৰ সোনকালে শুবলৈ যায়। তেওঁলোকৰ পক্ষে ৰাতি এঘাৰ বজা, ৰাতি দুই বজাৰ দৰে। সেইদেখি তেওঁলোকক টোপনিৰপৰা নুতুলি ভালেই কৰিলোঁ। তেনে সহানুভূতি আমাৰ দেশৰ পহৰাৱালাবোৰৰ, ডাকোৱালবোৰৰপৰা পালোঁহেঁতেন নে নাই, তাকে মই এতিয়াও কেতিয়াবা কেতিয়াবা ভাবোঁ।

মোৰ পক্ষে বতৰটো বৰ অনুকূল আছিল। সেই মাহটি আছিল আগষ্ট। মে', জুন, জুলাই, আগষ্ট অৰ্থাৎ জহকালি সূৰ্য্যদেৱ তাত ৩।-৪ বজামানত ওলায়। ৰাতি ৮ মান বজাত অস্ত যায়। তিমান দূৰ ফুৰি মোৰ একো ভাগৰ লগা নাছিল।

বিলাতত কিছুদিন থকাৰ পাছত এনে হোৱা হ'লে মই এটা হোটেলত গৈ আশ্ৰয় ল'লোঁগৈহেঁতেন। সেই গোটেই ৰাতি তেনেকৈ বাটে বাটে ফুৰাত মোৰ একো অপকাৰ নহ'ল। জেপত দুই পাউণ্ড আছিল—মোৰ ভয় লাগিছিল, পাছে যদি কোনোবাই ডকা দি সেই টকা লৈ যায়। সেইদেখি মই ডাঙৰ বাটেদি খোজকাঢ়ি গৈছিলোঁ। ডাঙৰ বাটত পুলিচম্যান সৰহ, যদি কোনোবাই টকা চুৰ কৰিবলৈ আহিলহেঁতেন, তৎক্ষণাৎ সহায় পালোঁহেঁতেন।

এইখিনিতে কৈ থওঁ যে প্ৰত্যেক ডাঙৰ ষ্টেশ্যনৰ ওচৰত ডাঙৰ হোটেল একোটা আছে। লিভাৰপুল ষ্ট্ৰীটৰ ওচৰত Great Eastern Railway-ৰ টাৰ্মিনাচ। মই হাইগেটৰ মিচেচ্ স্পীয়াৰ্চৰ তাত ৰ'ম বুলি নোযোৱা হ'লে তাতে থকাটোৱেই ভাল আছিল। হাইগেট পাওঁতে ট্ৰেম্ বন্ধ হৈ গ'ল; কিয়নো ৰাতি এঘাৰ-বাৰ বজাৰ পাছত সেইবোৰ প্ৰায়ে বন্ধ হয়। আকৌ ৰাতিপুৱা চাৰি-পাঁচ বজাৰপৰা চলিবলৈ আৰম্ভ কৰে। তেনে অৱস্থাত পৰিলে ডাঙৰ হোটেলবোৰলৈ যোৱা উচিত। নজনা-নুশুনা হোটেলবোৰলৈ যোৱা উচিত নহয়। পোষ্টম্যানটিয়েও মোক সেই উপদেশ দিছিল আৰু সেই উপদেশেই ভাল উপদেশ। ময়ো ইমান দিনৰ অভিজ্ঞতাৰ পাছত কওঁ যে যেই-সেই হোটেলত থকা ভাল নহয়।

কেম্বি জলৈ King's Cross ষ্টেশ্যনৰপৰাও যাব পাৰিলোঁহেঁতেন। কিন্তু মোৰ 'লাগেজ' (Luggage) আছিল Liverpool Street-ত আৰু King's Cross-ৰপৰাও ট্ৰেইন দহ বজাৰ আগেয়ে গ'ল। সেইপিনেও আমাৰ আহিধা। সেইদেখি সকলো কথা ভাবি-চিন্তি এতিয়াও কওঁ যে মই সেইদিনা যি কৰিছিলোঁ ভালেই কৰিছিলোঁ। King's Cross, Great Eastern Railway-ৰ টাৰ্মিনাচ।

বিলাতৰ ষ্টেশ্যনবোৰত Cloak-room-ৰ অৱস্থাটো বৰ ভাল। প্ৰত্যেক টোপোলা কি বাকচেপতি দুপেনী কৰি দিলে সেই বস্তবোৰ এদিন থৈ দিয়ে। মই সেইদিনা লণ্ডনত ইমান ফুৰিলোঁ—ক'ৰ Brixton, ক'ৰ Bays Water, ক'ৰ Highgate—লগে লগে সেই বস্তুবোৰ লৈ যোৱা হ'লে, কিমান খৰচ হ'লহেঁতেন আৰু আনপিনেও নানান নগুৰ-শাস্তি হ'লহেঁতেন। আমাৰ ভাৰততো ডাঙৰ ষ্টেশ্যনবোৰত Cloak-room আছে যেন পাওঁ, কিন্তু সকলো ষ্টেশ্যনত থাকিলে যাত্ৰীবিলাকৰ পক্ষে বৰ সুবিধাজনক হ'ব। অৱশ্যে বাটচোৰা ঘৰবোৰত ওখ শ্ৰেণীত ফুৰা যাত্ৰীবিলাকে তেনেকৈ বস্তু থ'ব পাৰে। বিলাতত সকলো যাত্ৰীয়ে Cloak-roomত বস্তু থ'ব পাৰে।

আমাৰ ইয়াৰ মানুহসকলে কয়, "মিষ্টাৰ গ্লেডষ্টনে তৃতীয় শ্ৰেণীত ফুৰিছিল।" কিন্তু তাৰ তৃতীয় শ্ৰেণী আৰু ইয়াৰ তৃতীয় শ্ৰেণীৰ ব্যৱস্থা বহুত ভিন্, যদিও অৱশ্যে গ্লেডষ্টনৰ দৰে মানুহে তাৰ তৃতীয় শ্ৰেণীত ফুৰা আচৰিত আৰু গৌৰৱৰ কথা। তাত তৃতীয় শ্ৰেণীত ফুৰাটোৱেই নিয়ম। প্ৰথম আৰু দ্বিতীয় শ্ৰেণীত তাকৰভাগ মানুহেহে ফুৰে। ইয়াত প্ৰায় বিবোৰ মানুহে প্ৰথম-দ্বিতীয় শ্ৰেণীত ফুৰে, তালৈ গ'লে তৃতীয় শ্ৰেণীতহে সৰহভাগে ফুৰিব। গ্লেডষ্টনে বোধকৰোঁ ইয়াৰ তৃতীয় শ্ৰেণীত ফুৰিব নোৱাৰিলেহেঁতেন। Duke কি Marquis এনে এজন মানুহে বোলে শুনিছোঁ তাত তৃতীয় শ্ৰেণীত ফুৰিছিল। কিন্তু তেওঁ ফুৰাত অলপ নতুনত্ব আছিল। তেওঁ যিখন গাড়ীত উঠিছিল, সেইখন গাড়ীত সকলো যাত্ৰীকে ওখ শ্ৰেণীলৈ পঠাই দি নিজে তৃতীয় শ্ৰেণীত সুখেৰে ফুৰিছিল। অৱশ্যে নিজে সেই ওখ শ্ৰেণীৰ ভাড়া দিছিল; কিন্তু এনেকৈ তৃতীয় শ্ৰেণীত ফুৰাৰ লাভ কি? আৰু কেইজনেই বা তেনেকৈ ফুৰিব পাৰে?

মই সুন্দৰমতে তৃতীয় শ্ৰেণীৰ গাড়ী এখনত অকলৈ উঠি নানান আমাৰ দেশী গীত গাই চাৰিওপিনে প্ৰকৃতিৰ শোভা চাই কেম্ব্ৰিজ পালোঁগৈ। কেম্ব্ৰিজ ষ্টেশ্যন পোৱাৰ আগতে তাৰ ঘৰ-বাৰী, মন্দিৰৰ চূড়াবোৰ মানুহৰ চকুৰ আগত

পৰি মানুহক কৈ দিয়ে, "চোৱাঁহি, চোৱাঁহি মোক, কেনে সুন্দৰ মই!" অথচ কেম্ব্রিজ যদিও তেনে সুন্দৰ নহয়, কেম্ব্রিজতকৈ অক্সফোর্ড সুন্দৰ। ৰেলগাড়ীৰপৰা কেম্ব্রিজৰ চূড়া দেখা কথা লেখিছোঁ; কিন্তু ৰেলগাড়ীৰপৰা আমাৰ কাশী যেনে সুন্দৰ দেখি, তেনে দৃশ্য ৰেলগাড়ীৰপৰা অতি কমহে দেখিবলৈ পোৱা যায়।

কেম্ব্রিজ ষ্টেশ্যন পাই এটা ল'ৰাৰ মূৰত বাকচটো আৰু কিবা যদি সৰু-সুৰা টোপোলা-টাপলি আছিল (নাছিল বোধহয়), দি তাক ক'লোঁ, "আপা, মোক টেনিচ কোর্ট ৰোডলৈ লৈ যা।" সেই বাটৰ ২৪ কি ২৬ নম্বৰত তেতিয়া মিঃ সুকুমাৰ সেন (মোৰ ডনেৰা জাহাজৰ সহযাত্রী) আছিল। তেওঁৰ ঘৰলৈকে গ'লোঁ। এই বাটটি Downing College-ৰ পাছত। এই কলেজটিত বহুতো টেনিচ কোর্ট। কলিকতাত যে আজি-কালি অসমীয়া মেছথন শ্রীযুত লোহিত-চন্দ্র ভূঞাই পাতিছে, তাৰপৰা যেনে C.M.S. College-ৰ 'লন' (Lawn) দেখিবলৈ পোৱা যায়, ঠিক সেই বাটৰপৰা Downing College-ৰ Lawn-বোৰ তেনে দেখা গৈছিল। মাথোন এই কেম্ব্রিজৰ কলেজৰ Compound-খন C.M.S. College-ৰ Compound-তকৈ বহুত ডাঙৰ। এইবোৰ আশাকৰোঁ আপোনাৰ পাঠকবর্গে অপ্রাসঙ্গিক (irrelevant) বুলি নেভাবিব।

সেইবাৰ কেম্ব্রিজত পোন্ধৰ কি কুৰি দিনমান আছিলোঁ। মই যোৱাৰ দুদিনমানৰ পাছত মিঃ সেন লণ্ডনলৈ গ'ল আৰু মই অকলৈ এটা খোঁটালী (শোৱা) আৰু বহা-খোঁটালী (লগালগি) পাই মহাসুখে সেইকেটা জহৰ দিন কেম্ব্রিজত কটালোঁ।

(২২)

সেই কেম্ব্রিজত দুজন সুনামখ্যাত পুৰুষেৰে সৈতে দেখা হৈছিল। এজন ভাৰতৰ গৌৰৱ, আমাৰ প্রথম চিনিয়ৰ ৰেংলাৰ (Senior Wrangler) মিষ্টাৰ পাৰঞ্জপে (Mr. Paranjpe)। তেওঁৰে সৈতে St. John's College-ত আমাৰ বিজনীৰ কিছুকালৰ দেৱান ব্যাৰিষ্টাৰ ৰমেশ সেনৰ ৰূমত দেখা হয়। মোৰ সহযাত্রী (প্রথমবাৰৰ) মিঃ যোগেন পালে সেই কলেজত পঢ়িছিল। এতিয়া শুনিছোঁ যে মিঃ পাল আৰু ইহজগতত নাই। আগেয়ে কৈছোঁ, তেওঁ ইণ্ডিয়ান চিভিল চার্ভিচ পৰীক্ষা পাছ হৈ যুক্তপ্রদেশত কাম কৰিছিল। পৃথিৱীৰ এই অনিবার্য্য নিয়মৰ কোনে ব্যতিক্রম কৰিব? "এ ভবে কত এল কত

গেল, কেৰা সংখ্যা কৰে তাৰ; আবাৰ কত আসবে কত যাবে এ এক খেলা চমৎকাৰ।" এই খেলাৰ মৰ্ম্ম তেওঁ লীলাময়েহে জানে। "জন্মিলে মৰিতে হবে, অমৰ কে কোথা ভবে?" কালি এটা দুখৰ বাতৰি পালোঁ—কটকৰ ব্যাৰিষ্টাৰ মোৰ সম্পৰ্কীয় মিঃ সুকুমাৰ ৰায় পৰলোকলৈ গৈছে। এওঁৰে সৈতে মোৰ দ্বিতীয়বাৰ বিলাতযাত্ৰাত বিলাতত প্ৰথমবেলি দেখা হৈছিল। এওঁ স্বনামখ্যাত স্বৰ্গীয় ক্ষীৰোদচন্দ্ৰ ৰায়ৰ পুত্ৰ। এওঁ কেমাহমান এটা অতি টান বেমাৰত ভুগি ২০ মে' তাৰিখে দেহত্যাগ কৰে। এওঁ বেমাৰত ভুগি যি ধৈৰ্য্য আৰু সাহসৰ পৰিচয় দিছে, সি অতি প্ৰশংসনীয়। এই নিমিত্তে তেওঁক স্মৰণ কৰি এই কেফাঁকি লেখিলোঁ। তেওঁৰ আত্মাৰ, ভগৱানে মঙ্গল কৰোক। পাৰাঞ্জপেৰে সৈতে সেই কলেজত গ্ৰাবু কি হুইষ্ট খেলিছিলোঁ। তেওঁক বেছ প্ৰফুল্ল দেখিছিলোঁ। বিদ্যাৰ সহচৰ প্ৰফুল্লতাও হ'ব পাৰে। বিদ্বান হ'লেই গম্ভীৰ হৈ নিজক ৰবটো হেন ভাবি যে ওফন্দি থাকিবৰ দৰ্কাৰ নাই, সেইটো পাৰাঞ্জপে মহোদয়ৰ ব্যৱহাৰৰপৰাই জানিব পাৰি। আমাৰ অসমৰ বিদ্বানসকল তেওঁৰ দৰেনে?

সিজন হৈছেগৈ মিঃ ৰেণ (Mr. Wren)। আপুনি Wren and Gurney-ৰ ইণ্ডিয়ান চিভিল চাৰ্ভিচ পৰীক্ষাৰ্থীক পঢ়োৱা ক্লাচবোৰৰ কথা শুনিছে। এই ক্লাচবোৰৰ প্ৰধান মালিক আৰু শিক্ষক মিঃ ৰেণ আছিল। তেওঁৰে সৈতে দেখা হোৱাৰ কথা অলপ কৌতুকৰ। কেম্ব্ৰিজৰ Trunpington Road কি এনে এটা বাটেৰে এদিন বহমান বজাত ফুৰি থাকোঁতে অলপ বৰষুণ দিলে। সেই বৰষুণৰপৰা ৰক্ষা পাবৰ নিমিত্তে এজোপা গছৰ আশ্ৰয় ল'লোঁগৈ। সেই গছজোপাৰ তলত আৰু দুজন মানুহে মোৰ দৰে আশ্ৰয় লৈছিল। এজন এখন Bath-chair-ত আঁউজি আছিল। Bath-chair-বোৰ বেমাৰী কি বুঢ়া মানুহৰ পক্ষে বৰ উপকাৰী। বেমাৰী মানুহজন বহি কি অলপ আঁউজি শোৱাৰ দৰে বহি থাকিব পাৰে আৰু আন এজন মানুহে টানি লৈ যাব পাৰে। তেবেঁই পাছত জানিব পাৰিলোঁ যে মিঃ ৰেণ আৰু আনজনে তেওঁৰে সাহায্যকাৰী তেওঁৰ এজনা কন্যা। মই তেওঁলোকৰ সৈতে কথা আৰম্ভ কৰি দিলোঁ। বুঢ়া মানুহজনে সুধিলে, "তুমি ভাৰতবৰ্ষৰপৰা আহিছা, নহয়নে?" মই ক'লোঁ, "এৰা।" পাছত আন আন কথাৰ পাছত তেওঁ সুধিলে, "তুমি ইয়াত কি পঢ়িছা?" মই—"এতিয়া ইস্কুলত পঢ়িছোঁ। পাছত ইণ্ডিয়ান চিভিল চাৰ্ভিচ পৰীক্ষা দিম। আপুনি ইণ্ডিয়ান চিভিল চাৰ্ভিচ কি জানেনে? এই পৰীক্ষা পাচ কৰিলে

ভাৰতৰ জজ্, মেজিষ্ট্ৰেট ইত্যাদি হ'ব পাৰি। ইয়াত যেনেকৈ 'হোম চিভিল চাৰ্ভিচ' পাচ কৰিলে কেৰাণীহে হ'ব পাৰি, ই তেনে নহয়।" (তাত ডাকঘৰ ইত্যাদিৰ কেৰাণীবোৰকো Home Civil Service-ত কাম কৰা বুলি কয়। সাধাৰণ মানুহে Civil Service বুলিলে তাকহে বুজে; সেইদেখিয়েই তেওঁক তেনেকৈ কৈছিলোঁ।) তেওঁ অলপ হাঁহি ক'লে, "এৰা, মোৰ ইণ্ডিয়ান চিভিল চাৰ্ভিচৰ বিষয়ে জনা উচিত; কিয়নো মোৰ এটা তাবে ইস্কুলৰ দৰে আছে।" তাৰ পাছত মোক কেথাৰমান এই পৰীক্ষাৰ বিষয়ে উপদেশ দি ক'লে, "তোমাৰ দেশৰ ল'ৰাবোৰৰ কেম্ব্ৰিজত বহুতে পঢ়ে, সিহঁতে নিশ্চয় কি কৰিব লাগে কৈ দিব।" কেজনমান বন্ধুক পাছত এই বিষয় কোৱাত ক'লে যে তেৱেঁই ভাৰতৰ বিখ্যাত মিষ্টাৰ ৰেণ। তাৰ কিছুদিনৰ পাছতে বোধকৰোঁ তেওঁ ইহলোক পৰিত্যাগ কৰে। তেওঁৰ Coaching Class (পঢ়োৱা ঠাই) লণ্ডনৰ বেজ ৱাটাৰৰ পাওইচ স্কোয়েৰত (Powis Square) এতিয়াও আছে। তাৰ পঢ়াৰ খৰচ বছৰেকত এশ আঠ গিনিমান। কেম্ব্ৰিজ, অক্সফোৰ্ডৰপৰা ডিগ্ৰী লৈ তাত এবছৰমান ভাৰতীয় চিভিল চাৰ্ভিচৰ পৰীক্ষাৰ্থীবোৰে প্ৰায়ে পঢ়ে। নহ'লে কোনো কোনোৱে কোনো বিশ্ববিদ্যালয়লৈ নগৈ ইয়াতে শুৰিৰেপৰা পঢ়ে। এতিয়া মিঃ ৰেণৰ জোঁৱায়েক মিঃ টেইলৰে এই কামৰ তত্ত্বাৱধান কৰে। মই হ'লে কওঁ যে তাত শুৰিৰেপৰা নপঢ়ি এটা বিশ্ববিদ্যালয়ৰ ডিগ্ৰী লৈ যোৱা উচিত। এই ডিগ্ৰীত এনেবোৰ বিষয় লোৱা উচিত যিবোৰ বিষয় ল'লে চিভিল চাৰ্ভিচ পৰীক্ষাত সাহায্য কৰিব। অঙ্ক (Mathematics) যিজন পৰীক্ষাৰ্থীয়ে ভালকৈ জানে, তেওঁ এই পৰীক্ষাত পাচ হোৱাৰ বিশেষ আশা আছে। এজন পৰীক্ষাৰ্থীয়ে যদি মোক এই বিষয়ে উপদেশ সোধে, মই কওঁ, "প্ৰথমে এটা বিশ্ববিদ্যালয়ত ভৰ্ত্তি হোৱাঁ, তাৰ পাছত একেলগে একে সময়ত এটা লণ্ডনৰ 'ইন্' কিম্বা "টেম্পল"ত (Temple) ব্যাৰিষ্টাৰী পৰীক্ষাৰ নিমিত্তে ভৰ্ত্তি হোৱা উচিত। তাৰ পাছত চিভিল চাৰ্ভিচৰ নিমিত্তে 'শেষ পালিচ' (Final polish) ৰেণৰ তাত লোৱাঁগৈ।" চিভিল চাৰ্ভিচ পৰীক্ষাৰ্থী মাত্ৰেই এটা Inn কি Temple-ত ভৰ্ত্তি হোৱা উচিত; কিয়নো, বহুত ভাল ভাল ল'ৰায়ো চিভিল চাৰ্ভিচ পৰীক্ষা ফেইল হৈহে Inn কি Temple-ত ভৰ্ত্তি হয়। তেনেহ'লে বৰ সময় মিছায়ে নষ্ট হয়। তিনি-চাৰি বছৰৰ কাম পাঁচ-ছয় বছৰত হয়। যদিহে চিভিল চাৰ্ভিচ পৰীক্ষা পাচ হোৱা যায়, Well and Good, ভাল কথা। পাছত এবাৰ Furlough লৈ বাকীকেটা টাৰ্ম ৰাখি ব্যাৰিষ্টাৰী পাচ কৰিবলৈ যাব পাৰি। ছুজন-এজনে 'ইন'ত একেবাৰেই

ভৰ্ত্তি নহয়, তেওঁলোক পাচ হ'লেতো কথাই নাই; কিন্তু চাৰ্ভিচ পৰীক্ষা ফেল হ'লে কি হ'ব? ইনত ভৰ্ত্তি নোহোৱাটো বৰ অদূৰদৰ্শিতাৰ পৰিচায়ক। খৰচ কেৱল আঢ়ৈ হেজাৰ টকা বেছি লাগিব। যি ল'ৰাই চাৰ্ভিচ পৰীক্ষা দিবলৈ যাব, তেওঁৰ পক্ষে আঢ়ৈ হেজাৰ টকা একো নহয়।

মই আমাৰ ইয়াত এম-এ পঢ়া ল'ৰাবিলাককো বি-এল পঢ়িবলৈ কওঁ। এম-এৰ লগে লগে বি-এল পঢ়া একো টান নহয়। বহুতে কয়, ৰাতিপুৱাখিনি এনেয়ে যায়, কিন্তু ৰাতিপুৱা দুঘণ্টা বি-এল কলেজত লেক্‌চাৰ এটেণ্ড (Lecture attend) কৰিও গোটেই দিনটো এম-এ পঢ়িবলৈ সময় দিব পাৰি, অথচ একেলগে 'এম-এ, বি-এল' হ'ব পাৰি। যদি তোমাৰ ইচ্ছা ওকালতি কৰা, নহ'লে গৱৰ্ণমেণ্টৰ চাকৰি লোৱাঁ আৰু নহ'লে স্বাধীন ব্যৱসায়ী হোৱাঁ। এম-এ, বি-এল হ'লে কাম পোৱাৰো বেছি সম্ভাৱনা। কেনে সুবিধা চোৱাঁচোন, অথচ তুমি কোৱা এম-এ আৰু বি-এল একেলগে পঢ়িবলৈ টান পোৱা, কিয়নো ৰাতিপুৱাতে উঠি দুঘণ্টা ক্লাচ এটেণ্ড কৰিব লাগে। ই কথাৰ কথাই নহয়। তেনেকৈ পঢ়ি চোৱাঁচোন বাৰু। এই সংসাৰ কৰ্ম্মক্ষেত্ৰ, মহা কৰ্ম্মক্ষেত্ৰ। ডিমস্থেনিচক এদিন এজনে কেনেকৈ বক্তা হ'ব পাৰি তাক সোধাত, তেওঁ তিনিটা উপদেশ দিলে; প্ৰথম হৈছে action (কাম)। আকৌ মানুহজনে সুধিলে, দ্বিতীয় উপদেশ কি?—ডিমস্থেনিচে ক'লে action (কাম), আৰু তৃতীয় উপদেশো action (কাম)। এই সংসাৰো একৃশুন্যময়—inaction-ৰদ্বাৰাই অৰ্থাৎ কাম নকৰিলে কোনো কাৰ্য্য সম্পাদন নহয়।

সেইবাৰ কেম্ব্ৰিজত পোন্ধৰ-কুৰি দিন যে আছিলোঁ, বৰ আনন্দেৰে আছিলোঁ। এনে আনন্দ এতিয়া শিলত মূৰ খুন্দিয়ালেও নেপাওঁ। আজি flower show, কালি pastoral show, আকৌ এদিন কেম্ব্ৰিজৰ আৰু তাৰ ওচৰৰ বাটবোৰত ফুৰা। ঘৰত মুঠেই নাছিলোঁ, কেৱল খাবলৈ আৰু শুবলৈ গৈছিলোঁ। খোৱাটোও কেতিয়াবা কেতিয়াবা বন্ধুবৰ্গৰ ঘৰ rooms-ত হৈছিল। Pastoral play আমাৰ অসমৰ ল'ৰাবিলাকে সুকলমে কৰিব পাৰে। তাত মই Much Ado About Nothing পাষ্টৰেল প্লে চাইছিলোঁ। কেম্ব্ৰিজৰ ছাত্ৰসকলেই কৰিছিল বোধকৰোঁ। ইয়াত ছিন-টিনৰ (scene) বিশেষ দৰ্কাৰ নাই। সমুখৰ আঁৰ-কাপোৰখন হ'লেই হয়। ওপৰত একো নেপাকে। অৱশ্যে ষ্টেজৰ দুইকাষে অলপ আঁৰ থাকে। গছ-ফুলেই ছিনৰ কাম কৰে। আমাৰ ভাওনা আৰু ৰঙ্গপ্ৰিয় ডেকাসকলে এবাৰ এনেকৈ নাট কৰি পৰীক্ষা কৰি চাব পাৰে।

কেম্ব্ৰিজৰ বিশেষ বিৱৰণ এই বিলাতৰ কথাতে কেম্বিজ শীৰ্ষক এখনি চিঠিত লেখিবলৈ আগলৈ ইচ্ছা ৰাখিলোঁ।

স্কুলৰ এজন মাষ্টৰে মোক সুধিছিল, "Borooah, are you fond of fishing?" মই কৈছিলোঁ যে মই কেতিয়াও মাছ মৰা নাই; কিন্তু এবাৰ মাৰি চালে বেয়া নহয়। "Then come and spend a week with me at Huntingdon. We shall hire a boat, etc. etc." পাছত মই ভাবিলোঁ যে এই ছয় সপ্তাহ Summer holidays-ৰ এসপ্তাহ তেওঁৰ লগতে কটোৱা ভাল। কেম্ব্ৰিজ এৰি কথামতে হান্‌টিংডনলৈ গ'লোঁ। এই চহৰখনি 'উজ' (Ouse) নদীৰ ওপৰত। এই নদীখনৰ বিষয়ে কুপাৰ (Cowper)-পাঠী সকলোৱে জানে। Huntingdon-ৰ পাছত Devonshire-ৰ Paington বুলি ঠাই এখনলৈ গৈছিলোঁ। তাৰ পাছত লণ্ডনত দুদিনমান। শেহত Chelmsford। এইবোৰ ঠাইৰ বিষয়ে অহাবাৰলৈ লেখিম।

## (২৩)

সেই মাষ্টৰজনৰ নাম আছিল এইচ্. ডবলিউ. বড্‌ৱেল। চেলেমচ্‌ফৰ্ডত কাম লোৱাৰ আগেয়ে তেওঁ হান্টিংডন স্কুলৰ মাষ্টৰ আছিল। আবেলি গৈ হান্টিংডন পালোঁগৈ। কোনো কোনো ষ্টেশ্বনত বাচ (Bus) থাকে, সেই বাচবোৰ ওচৰ-চুবুৰীয়া ঠাইত মানুহ আৰু অলপ-অচৰপ "লাগেজ" অলপ পইচা দিলে থৈ আহে। তেনে এটা বাচত মোৰ উঠি যোৱা মনত আছে। মোক নিবলৈ মিঃ বড্‌ৱেলে অৰণ্যে মানুহ পঠাইছিল—চাগৈ কৈ দিছিল, "He is an Indian boy." ইমান বগা মুখৰ মাজত এজন "ইণ্ডিয়ান বয়" বিচাৰি উলিওৱা সেই মানুহ দুটিয়ে একো টান নেপাইছিল।

মিঃ বড্‌ৱেলৰ "লেণ্ডলেডি"ৰ পুতেকেই কি গিৰিয়েকেই ডাকঘৰৰ পোষ্টম্যান আছিল। ঘৰ-দুৱাৰ বেছ চাফ-চিকুণ। আমাৰ ইয়াত পোষ্টম্যানৰ কথা নকওঁৱেই, বহুতো ভাল মানুহৰো ঘৰত তেনে আচ্‌বাব-পত্ৰ নাই। 'ইয়াৰ' বোলাত মই অকল অসমকে কোৱা নাই, মই গোটেই ভাৰতবৰ্ষখনকে ধৰিছোঁ। আমি দুয়ো এটা খোঁটালীত শুইছিলোঁ। তেতিয়া দেখিছিলোঁ যে শুবৰ সময়ত আৰু পুৱা উঠিবৰ সময়ত মিঃ বড্‌ৱেলে বিছনাৰ ওপৰত আঁঠুকাঢ়ি বিছনাৰ

ওপৰত মুৰ থৈ চকু মুদি ঈশ্বৰৰ নাম লৈহে শুইছিল আৰু ৰাতিপুৱা মুখ-হাত ধুই-ছিল। বোধকৰোঁ তেওঁ "Our father which art in Heaven" বুলি যে খ্ৰীষ্টীয় সম্প্ৰদায়ৰ প্ৰাৰ্থনা আছিল, তাকে কৈছিল। ১৯০৪ চনত শালকিয়াৰ (হাওৰা) ৩৪ নং গোলাবাড়ী ৰোডত আমাৰ স্বৰ্গীয় ডাক্তৰ গোলাপ বেজবৰুৱাৰ লগত থাকোঁতে তেওঁক এইদৰে প্ৰাৰ্থনা কৰা দেখিছিলোঁ। ডাক্তৰ বেজবৰুৱাই পুৱা আৰু ৰাতি বাইবেল কিতাপৰপৰাও অলপ পঢ়িছিল। বিলাতত সৰু সৰু ল'ৰাক মাকে কিম্বা আন কোনোৱে এইদৰে প্ৰাৰ্থনা কৰাইহে শুবলৈ দিয়ে। ই যে ভাল নিয়ম তাক কোনে নহয় বুলিব? সৰুৰেপৰা ধৰ্ম্মৰ আভাস পালে ডাঙৰ হৈ যেতিয়া ল'ৰা-ছোৱালীবোৰে সংসাৰৰ কামত প্ৰবেশ কৰে, তেতিয়া এই প্ৰাৰ্থনাই অনেক সাহায্য কৰে। ভগৱানৰ নাম লোৱা সকলো দেশৰে, সকলো জাতিৰ সকলো সময়তে এটা ভাল নিয়ম। সৰুৰেপৰা ভগৱানক চিন্তিলে ডাঙৰ হ'লে এই ভগৱানৰ নামে বিপদৰ সময়ত মানুহক সজ বাট দেখুৱাই মনলৈ শান্তি আনে। আৰু এটি কথা—স্কুল-কলেজতো ভগৱানৰ নাম লৈ দৈনিক কাম আৰম্ভ কৰা উচিত। ভগৱান এক, আমি যি নামেৰেই তেওঁক মাতোঁ। খ্ৰীষ্টিয়ানৰ গড যিজন, মুছলমানৰ আল্লা যিজন, আমাৰ ঈশ্বৰো সেইজনেই। সেইদেখি ঈশ্বৰৰ নাম য'তে শুনা যায়, ত'তে শুনা ভাল। এই নামৰ দেশ-বিদেশ নাই, সময়-অসময় নাই। সেইদেখিয়েই মই কওঁ যে আমাৰ দেশৰ ল'ৰাবোৰ যেতিয়া বিলাতলৈ যায়, তেতিয়া গিৰ্জ্জালৈ যোৱা উচিত। গিৰ্জ্জালৈ গ'লে ঈশ্বৰৰ নাম লোৱাৰ লগে লগে ভাল মানুহৰপৰা উপদেশ শুনি ভাল কথাৰ লগত ইংৰাজী ভাষাৰ ওপৰতো ভাল অধিকাৰ জন্মিব। এইখিনিতে কোৱা আৱশ্যক, কিয়নো আমাৰ কোনো কোনো মানুহে ভয় খাব পাৰে যে গিৰ্জ্জালৈ গ'লেই খ্ৰীষ্টিয়ান হয় বা হ'ব পাৰে। সেইটো নহয়। এই বিষয়ে আমাৰ অভিভাৱক-সকল নিঃসন্দেহে থাকিব পাৰে।

আৰু এটা কথা এইখিনিতে কওঁ, কিয়নো এতিয়াও বহুতো মানুহৰ এই বিষয়ে অতি শোচনীয় ভুল বিশ্বাস আছে। এই বিশ্বাস আজি-কালিৰ দিনত থকাটো ভাল নহয়। আমাৰ মানুহৰ এটা বিশ্বাস আছে যে বিলাতলৈ গ'লেই গোমাংস ইত্যাদি আমাৰ হিন্দুৰ অভক্ষ্য বস্তু বাধ্য হৈ খাব লাগে। ই একেবাৰেই সঁচা নহয়। বিলাতত আজি-কালি বিলাতীৰ ভিতৰতে বহু নিৰামিষাহাৰী মানুহ আছে। লণ্ডনৰ ঠায়ে ঠায়ে নিৰামিষীয়া বস্তু খাবৰ ঠাই আছে। আৰু কোনো কোনো ঠাইত বোৰ্ডিং হাউচতো নিৰামিষীয়া বস্তু খাবলৈ পায়। বোম্বাইৰ কাজৰ

মানুহে প্ৰায়ে নিৰামিষীয়া বস্তু খায়। তেওঁলোকৰ কোনো কোনো মানুহক মই নিজে নিৰামিষীয়া খাই দিন যাপন কৰি সুন্দৰমতে পাচ হোৱা দেখিছোঁ। আৰু ব্যাৰিষ্টাৰ হোৱা Inn আৰু Temple-বোৰতো Vegetarian dishes (নিৰামিষীয়া খাদ্য) পোৱা যায়। Gray's Inn ইয়াৰ নিমিত্তে প্ৰসিদ্ধ। আমাৰ দৰে ফুৰ্তি থকা আঞ্জা নেপালেও সুন্দৰমতে পেট ভৰাই তৃপ্তিৰে সৈতে খাই লুকাই উগাৰ মাৰিবও পৰা যায়। তাত মানুহৰ আগত উগাৰ মৰাটো অভদ্ৰতাৰ চিন, উগাৰ মৰাটো বেয়া—সেইদেখিহে লুকাই উগাৰ মৰাৰ কথা কৈছোঁ। তাত আমি জলকীয়া, ৰসগোল্লা, লুচি, মচুৰমাহৰ আঞ্জা, চাউলৰতো কথাই নাই ইত্যাদি নানান দেশী বস্তু খাইছোঁ। আলু, কল, সুমথিৰা টেঙা, কবি, চালগোম থকাত তাত মাংসাশী হোৱাৰ একো কাৰণ নাই। গাত তাপ লগাবৰ নিমিত্তেও মাংস খাবৰ দৰ্কাৰ নেদেখোঁ। গাখীৰৰ দোকান প্ৰত্যেক ঠাইতে দুখন-এখন; চাহ, কফি, ককো ঠায়ে ঠায়ে। কোনোবা যদি যাব খোজে (আৰু মোকো লৈ যায়) মই সুন্দৰমতে নিৰামিষীয়া তৰকাৰী-ভাত খুৱাই ইণ্ডিয়ান চিভিল চাৰ্ভিচ, ব্যাৰিষ্টাৰী, ডাক্তৰী পাচ কৰাই অনাই দিম। যাৰ খাবৰ মন থাকে তেওঁ গোমাংস, শূকৰ মাংস, ভেক মাংস নানান জন্তুৰ মাংস খাই উদৰ পূৰ্ণ কৰিব পাৰে। কিন্তু এইটো কথা বৰ ভুল যে বিলাতলৈ গ'লেই গোমাংস কিম্বা আন অখাদ্য বস্তু খাব লাগে। জাহাজতো নিৰামিষীয়া খোৱাৰ সুকীয়াকৈ সুবন্দবস্ত কৰিব পাৰি। ১৯০০ চনত কেলিডোনিয়া (Caledonia) জাহাজেৰে এবাৰ বিলাতলৈ যাওঁতে ফাৰ্ষ্ট ক্লাচত ফৰাক্কাবাদ নে এনে এখন ঠাইৰপৰা প্যাৰিচৰ প্ৰদৰ্শনী চাবলৈ আৰু তাত দোকান কৰি আমাৰ দেশী বস্তু বেচিবলৈ কেজনমান সাউদ গৈছিল। তেওঁলোকে নিজে সুকীয়াকৈ নিজৰ মতেৰে নিজৰ মানুহৰ-দ্বাৰাই সুন্দৰৰূপে দেশী বস্তু ৰান্ধি খাই গৈছিল। ১৯০৯ চনত বিলাতৰপৰা উভতি আহোঁতে প্যাৰিচত দোকান থকা এজন জহৰীয়ে কেৱল মাখোন ৰুটী, মাখন, পনিৰ, আঙুৰ, আপেল খাই অহা দেখিছোঁ। তেওঁ প্যাৰিচত কিছুমান চাপাটী ৰুটী কৰি আনিছিল, সেইবোৰ ঢুকাই গ'লত তেওঁ এনেকৈ খাই আহিছিল। তেওঁ তাত নিজৰ বন্দবস্ত কৰিব পাৰিলেহেঁতেন; কিন্তু তেওঁ কষ্ট স্বীকাৰ কৰি ৰান্ধি খাব খুজিছিল। এই মানুহজনে জাহাজত ৰান্ধি দিয়া ভাত পৰ্য্যন্ত নেখাইছিল। আমাৰ দেশৰপৰা যিমান ল'ৰা বিলাতলৈ যায়, সিমান দেশৰ মঙ্গল। সেইদেখিয়েই মই বহুতো মানুহৰ বিলাতত খোৱা-বোৱা সম্পৰ্কে ভুল বিশ্বাস আছে দেখি ইমান বহলাই এই বিষয়ে লেখিছোঁ।

হাণ্টিংডনত এসপ্তাহ আছিলোঁ। চহৰত বেছি একো দেখিবৰ নাই। বাটবোৰ দেখিলে পুৰণি চহৰ বুলি মনত হয়। উজ্ (Ouse) নদী একা-বেঁকাই চহৰখনৰ ওচৰেদি গৈছে। জোনাক ৰাতি গছৰ ছাঁ নৈৰ ওপৰত পৰি নৈৰ শোভা আৰু বঢ়ায়। মিঃ বড্‌বেল আৰু মই এখন নাও এক সপ্তাহৰ নিমিত্তে কেৰেয়া কৰিছিলোঁ। কিমান দিব লাগিছিল মনত নাই; কিন্তু তেওঁ আধা দিছিল, মই আধা দিছিলোঁ। আমি ৰাতিপুৱা ব্ৰেকফাষ্ট খাই গোটেই পুৱা, প্ৰায় এক-দুইমান বজালৈকে নাৱেৰে ঘূৰি-ফুৰি মাছ মাৰিছিলোঁ। কেতিয়াবা কেতিয়াবা আবেলিও নাৱত ফুৰিছিলোঁ। মই এই সাতদিনৰ ভিতৰতে তিনিটা ৰোচ (Roach) মাছ মাৰিছিলোঁ। এই মাছবোৰ আমাৰ বাত মাছৰ দৰে। মিঃ বড্‌বেলে মাজে মাজে ৰাতিও মাছ মাৰিবলৈ গৈছিল; বোধকৰোঁ Bream মাছ ধৰিবৰ নিমিত্তে। সেইকেদিন মাছ সম্পৰ্কে বহুতো কথা শিকিছিলোঁ। আন বহু বিষয়ৰ দৰে ইয়াৰো অনুশীলন নৰখাৰ গতিকে সেইবোৰ কথা পাহৰি গৈছোঁ। ৰাতিপুৱা মাছ মাৰিবৰ নিমিত্তে আবেলি কি ৰাতি কটীৰ গুড়ি কি আন এনেবিধৰ বস্তু (আমাৰ পিঠাগুড়িৰ দৰে) ঠায়ে ঠায়ে পানীত পেলাই থৈ আহিছিলোঁ। বুদ্ধিমান দুঠেঙীয়া মানুহৰ জ্ঞান-হীন জন্তুক মাৰিবলৈ ইমান ফন্দি! মোৰ কিন্তু সেই তিনটা ৰোচ্ মাছ খাই বৰ ভাল লাগিছিল। নিজৰ উপাৰ্জ্জনৰ বস্তু নহয়! এবাৰ ৰাতি নাৱত ফুৰিবলৈ গৈছিলোঁ। মোক মিঃ বড্‌বেলে বঠা মাৰিবলৈ শিকাইছিল। তেওঁ গুৰি ধৰিছিল, মই বঠা বাইছিলোঁ। নাওখন বৰ সৰু আছিল। এবাৰ ঠাই সলনি কৰোঁতে নাওখন কাতি হৈ গৈছিল—ভাগ্যক্ৰমে পাৰৰ ওচৰত ঠাই সলনি কৰিছিলোঁ; মোৰ ভৰি দুখন তিতি মাটিত উবুৰি হৈ কোনোমতে সাৰিলোঁ। মাজপানীত ঠাই সলোৱা হ'লে আমাৰ ফালে আইধা হ'লহেঁতেন, বিলাতৰ কথা আৰু লেখা নহ'লহেঁতেন। গছৰ ছাঁ পানীত পৰিলে যেনে ভাল লাগিছিল, মোৰ নিমিত্তে ই অলপ বিপদৰো হৈছিল। বঠা বাওঁতে কি গুৰি ধৰোঁতে ছাঁবোৰক দেখি মনত হৈছিল যে মাটিৰ ফালেহে গৈছোঁ। সেই-দেখি মাজে মাজে আন নাৱৰ লগত ঠেকা-ঠেকি খাবৰ ভয় আছিল। যি হওক, সেইবাৰ বৰশী-টৰশী কিনি খুব মাছমৰা মানুহ হৈ গৈছিলোঁ।

এজন মাছমৰা মানুহে আন এজনক মিতা বুলি ভাবে। পাইপডোখৰ মুখত লৈ কোনোৱে বা পাৰৰ ওপৰত বহি মহাসুখে পানীত বৰশী পেলাই আছে,—আকৌ কোনোৱে বা আমাৰ দৰে নাৱৰ ওপৰৰপৰা মাছক লোভ

দেখুৱাই আছে। এজনে আনজনক সোধে, "Any sport, friend ?" "Not much, only a roach or two." অথবা এনে কোনো উত্তৰ দিয়ে। কোনোৱে আকৌ "Any luck ?" "Well, just a pike or two." এনেবোৰ কথাৰে পৰিশ্ৰম-ক্লান্তি দূৰ কৰা গৈছিল। মাছমৰা মানুহৰ ধৰ্ম্ম হৈছে বেছি কথা নোকোৱা—মাছে যদি বেছি শব্দ শুনি পলায় !

মই আগৈয়েই কৈছোঁ, কৈশোৰ কি যৌৱনত যি কোনো কামেই কৰা যায় সেই কামবোৰ কৰোঁতে যেনে কামৰ সোৱাদ পোৱা যায়, তেনে সোৱাদ বেছি বয়স হ'লে পোৱা নেযায়। তেতিয়া এনেকৈ মাছমৰাকে বৰ ভাল লাগিছিল।

এবাৰ মিঃ বড্‌ৱেলৰ পুৰণা ছাত্ৰবিলাকেৰে সৈতে ক্ৰীকেট খেলিছিলোঁ ;, সিও এটা মজা। মোৰ বন্ধুসকলে জানে মই ক্ৰীকেট, ফুটবল কেনে খেলোঁ।

মিঃ বড্‌ৱেলৰ সৈতে St. Neots (স্যেণ্ট নীট্‌চ্‌ উচ্চাৰণ) বুলি ঠাইলৈ দেওবাৰে গৈছিলোঁ। এই ঠাইখনো হাণ্টিংডন শ্বেয়াৰত। ৯ মাইল দূৰ। প্ৰথমে গৈ গিৰ্জ্জা এটালৈ গ'লোঁ। তাতে মিঃ বড্‌ৱেলৰ পুৰণা বন্ধুৰে সৈতে দেখা হোৱাত তেওঁলোকৰ লগত খাবলৈ গ'লোঁ। তাত সুন্দৰৰূপে ভোজন কৰি তেওঁলোকৰ বাগিচাৰ গছৰপৰা ফল পাৰি খাই অথবা এনেয়ে ফুৰি আথেলিথিনি কটালোঁ। মোৰ মনত আছে, তেওঁলোকে আহাৰৰ সময়ত কিবা ৰঙাপানী খাইছিল—মোক দিব খোজাত মই নেখাওঁ বুলি ক'লোঁ। মিঃ বড্‌ৱেলে বুজ পাই ক'লে, "This is non-alcoholic (অৰ্থাৎ ইয়াত মাদকদ্ৰব্য একো নাই।) অলপ খোৱাঁ।" মই অলপ সন্দেহ কৰি খালোঁ—কিন্তু সি সঁচাই non-alcoholic, চৰবতৰ দৰে। যিসকলে ভাবে যে বিলাতলৈ গ'লেই ফটিকা খাব লাগে, সেইসকলে যেন এই বিষয়টো 'নোট' কৰে। মই গৌৰৱেৰে সৈতে "We Indians don't drink" বুলি খৱৰ থৈণী কি জীয়ৰীজনীক কৈছিলোঁ। তেওঁলোকে ক'লে, "Don't be afraid, we have no such thing here, this drink is non-alcoholic," (ভয় নকৰিবা, আমাৰ ইয়াত তেনে বস্তু নাই, এই পানীয়ত মাদকদ্ৰব্য একো নাই।) বিলাতলৈ গ'লে যেনে হিন্দুৰ অভক্ষ্য খাবৰ প্ৰয়োজন নাই, অপেয় পিবৰো দৰকাৰ নাই। কিন্তু "আপ্‌ ৰুচি খানা"—যাৰ ইচ্ছা যায় খাব পাৰে। ইয়াতে থাকি জানো কোনো কোনোৱে অভক্ষ্য ভোজন আৰু অপেয় পান নকৰে ?

এই মানুহখৰ বোধকৰোঁ Wesleyan ধৰ্ম্মাৱলম্বী মানুহ। তেওঁলোকে

আকৌ সন্ধ্যা-বেলিকা গির্জ্জালৈ গৈছিল। আমিও তেওঁলোকৰপৰা বিদায় লৈ হাণ্টিংডন-মুৱা হ'লোঁ। অলপপৰ গৈ মিঃ বড়্ৰেলে ক'লে, "এই গাঁওখনৰপৰা আধা মাইলমান দূৰত Bedfordshire আৰম্ভ হয়; ব'লা, সেইখিনি ঠাইলৈ যাওঁ।" মই ক'লোঁ, "ব'লক"। মোৰ বৰ ৰং, একেদিনতে দুটা কাউণ্টি (County) ফুৰিবলৈ পাম। সেই ঠাইডোখৰ ভালকৈ ফুৰি আকৌ হাণ্টিংডন-মুৱা হ'লোঁ। অলপ গৈ থাকোঁতেই বৰষুণ আৰু ধুমুহাই লগ পালে। এই ৯ মাইল বাট অতিক্রম কৰাৰ কথা আৰু কেতিয়াও নেপাহৰোঁ। প্ৰথম ঘণ্টা ৬ মাইলকৈ ঘণ্টাত বেগ দিছিলোঁ। মাজে মাজে লৰিছিলোঁও, ভাগৰ লাগিলে আকৌ খোজ কাঢ়িছিলোঁ। "Borooah, we are walking like Trojans" বুলি মোক মিঃ বড়্ৰেলে উৎসাহ দিছিল। সেইডোখৰ বাট একেবাৰে অন্ত নহয় যেন পালোঁ। পাছত কোনোমত প্ৰকাৰে ঘৰ পালোঁগৈ। গৈয়েই কিবা অলপ খাই, বিচনাত পৰিলোঁগৈ। ভবিৰ কি বিষ! তাৰ পাছদিনাও বোধকৰোঁ বিচনাৰপৰা বহুত পৰ উঠা নাছিলোঁ। বৰষুণত তিতাৰ নিমিত্তে পানীও লাগিছিল। দৰৱ-পাতি মিঃ বড়্ৰেলে দিছিল। সেই ৯ মাইল বাট খোজকাঢ়ি আহিও মিঃ বড়্ৰেল ৰাতি টোপনি খতি কৰি মাছ মাৰিবলৈ গ'ল। মাছমৰা বিদ্যাৰ কি শক্তি!

পুৱা যাবৰ সময়ত বেলেৰে গৈছিলোঁ। ইমান দূৰ খোজকঢ়া মোৰ এয়ে প্ৰথম; আৰু কি বেগ দিছিলোঁ—"I have walked at the rate of six miles an hour." এই কথা অহঙ্কাৰ কৰি কিমান দিন যে কৈছিলোঁ! এবাৰ দেউতা আৰু ডাঙৰ ককাইদেউ ৺ককণাভিৰাম বৰুৱাৰ লগত কলিকতাৰ-পৰা নগাঁৱলৈ যাওঁতে মনৰ ৰঙত (নগাঁও দেখিম বুলি) পুৰণিগুদাম এৰি যোৰাৰ পাছত নগাঁৱলৈ খোজকাঢ়ি গৈছিলোঁ—তেতিয়া ৫/৬ মাইলমান খোজ কাঢ়িছিলোঁ—কিন্তু লাহে লাহে যোৱাত সিমান ভাগৰ লগা নাছিল। এই St. Neots-ৰপৰা Huntingdon-লৈ খোজকঢ়াৰ কথা ইমান দিন হ'ল মনত আছে আৰু জীয়াই থকালৈকেও মনত থাকিব।

কোনো কোনোৱে সোধে, "Mr. Borooah, আপোনাৰ বিলাতৰ কথা কেতিয়া শেহ হ'ব?" কি ভাবি সোধে, ক'ব নোৱাৰোঁ। মই কওঁ, "যিমান পাৰোঁ লেখি থাকিম, কেতিয়া শেহ হয় ক'ব নোৱাৰোঁ"। কোনোৱে আকৌ আজৰুতে বিলাতৰ কথা বন্ধ হওঁতে সুধিছিল, "আপুনি আকৌ বিলাতৰ কথা নেলেখে কিয়? সঁচাসঁচিকৈয়ে পঢ়ি ভাল লাগিছিল।" সি যাক যি হওক, মোৰ

৬

হ'লে এই কথাবোৰ লেখি থাকিবলৈ বৰ ভাল লাগে। অতীত আঁটাইবে ভাল লাগে। মোৰো কেতিয়াবা কেতিয়াবা অতীতত বাস কৰি তাৰ সোৱাদ ল'বৰ ইচ্ছা যায়, সেইদেখিয়েই এই বিলাতৰ কথাৰ আৱিৰ্ভাৱ। আজিলৈ বিদায় লওঁ।

(২৪)

হাণ্টিংডন এৰি লণ্ডনত সুৰেন হালদাৰৰ লগত কেদিনমান থাকি ডেভনশ্বায়াৰৰ পেইণ্টন (Painton) বুলি এখন ঠাইলৈ গ'লোঁ। মিঃ হালদাৰ ৮২ নং লেদাৰউড ৰোড ৱেষ্টকেন্সিংটন পাৰ্কত মিঃ বিচাৰ্ডচ বুলি এজন 'কোচ'ৰ (Coach) লগত আছিল। এই 'কোচ'ৰ লগত মযো এবছৰমান আছিলোঁ। লণ্ডনত দুদিন থাকি বংমনেৰে পেইণ্টনমুৱা হ'লোঁ।

পেইণ্টন গ্ৰেট ৱেষ্টাৰ্ণ ৰেলৰ এটা ষ্টেশ্বন। টৰ্কী (Torquay) বুলি এখন প্ৰসিদ্ধ সমুদ্ৰতীৰৰ ঠাইৰপৰা চাৰি মাইল। পেইণ্টনো সমুদ্ৰৰ তীৰত। এই Torquay-ৰ ওচৰৰ সমুদ্ৰক Torbay বুলি কয়। এই Torbay-তে William of Orange আহি নামে। ইংলণ্ডৰ বুৰঞ্জী পঢ়া সকলোৱে এই বিষয়ে জানে। এই বিষয়ে সৰহ নক'লেও হ'ব।

প্যাডিংটন (Paddington) ষ্টেশ্বনত মোক ধ'বৰ নিমিত্তে মিঃ হালদাৰ আৰু মিঃ সুকুমাৰ সেন আহিছিল। আমি বঙলাৰে কথা কৈছিলোঁ। গুপুত (Private) কথা ক'বৰ হ'লে বিলাতত আমাৰ ভাৰতবৰ্ষীয় ভাষাৰে কথা হোৱাই ভাল। গাড়ী খুলি যোৱাৰ পাছত এজন মানুহে ক'লে, "বেঙ্গলত এনে ভাল দৃশ্য আছে নে?" মই কি ক'লোঁ মনত নাই। নিশ্চয় আছে বুলিয়েই কৈছিলোঁ। মই ক'লোঁ যে মোৰ ঘৰ আসাম দেশত ইত্যাদি। সেই মানুহটিয়ে ক'লে যে তেওঁ "বাজাৱালা", তেওঁৰ কলিকতাত দোকান আছে, নাম "বেভেন্"। তেওঁক দেখি ভাল লাগিল। আমি দুয়ো হিন্দুস্থানী, বঙলা, ইংৰাজী কৈ মহাসুখে বাট ধৰিলোঁ। তেওঁৰ ল'ৰাবোৰৰ আমাৰ দেশত জনম। তাত বিলাতী চাকৰ-বাকৰ দেখি সিহঁত আচৰিত হৈছিল। আৰু বোলে কৈছিল, বাপেকে মোক ৰেলত ক'লে যে "Father, why do gentlemen do all the work here?" মিঃ বেভেন্ ব্ৰিষ্টলত নামিল। ব্ৰিষ্টল ষ্টেশ্বনত গাড়ী সোমাবৰ সময়ত লাহে লাহে গৈছিল। ৰেলৰ বাটৰ ওচৰত আহি যেনেকৈ আমাৰ দেশৰ

ল'ৰাবোৰে চলি থকা বেল চাইছি, বিলাতভো চায়। কেটামান দুখীয়া ল'ৰাই (জোতা-মোজা নিপিন্ধা) থিয় দি চাই আছিল আৰু হাঁহি হাঁহি পইচাও খুজিছিল। পাছত মিঃ বেভেনে ক'লে, "এই কথা যেন তোমাৰ দেশত নোকোৰা।" মই ক'লে ইংলণ্ডত দুখা ভৰিৰে থকা ল'ৰা এই ব্রিষ্টলত যি দেখিছিলোঁ, আৰু আন ঠাইত দেখা নাই। স্কটলণ্ডৰ এডিনবৰাতো দেখিছিলোঁ, আৰু দেখা নাই। দুখীয়া মানুহ কোন দেশত নাই?

প্যাডিংটনৰ (Paddington) পৰা গাড়ী গৈ Swindon বুলি এখন ঠাইত ৰ'লগৈ। তাত Bun বৰ ভাল পোৱা যায়। ইয়াত আ৹ চিলিং দিলে এটা Luncheon (Tiffin) Basket পায়। মই সেই Basket লোৱা নাছিলোঁ, কিয়নো পাবলগীয়া ঠাই পাঁচ-ছয় বজাত পামগৈ। আৰু এজন যাত্রীয়ে তেনে এটা বাকচ ল'লে। খাই-বৈ পাছত মোৰ পিনে চাই ক'লে, "Will you have a little claret?" মই ক'লোঁ যে মই এইবোৰ বস্তু খোৱাও নাই আৰু দেখাওঁও। তেওঁ টেকেলিত সেইখিনি ভৰিষ্যতৰ নিমিত্তে থৈ দিলে। মই বিলাতত তামোল নেপাই চোকাৰি, মচলা ইত্যাদিকে চোবাইছিলোঁ। তাকে সেই মানুহজনক দিলোঁ, তেওঁ চোবাই চাই ক'লে, "There seems to be no taste at all." পাছত ক'লে, "It tastes like wood." অলপপৰ চোবাই পেলাই দিলে। এওঁৰে সৈতে বেছ চিনাকি হ'ল। মিঃ বেভেনৰ সৈতে বিষ্টলনৈকে কথাবার্ত্তা পাতি গৈছিলোঁ। ব্রিষ্টলৰপৰা এই ভদ্রলোকৰ সৈতে বং মনেৰে পথা পাতি গৈছিলোঁ। মোৰ কিবা এটা উচ্চাৰণ ভুল হওঁতে তেওঁ ভদ্র-ভাৱে সংশোধন কৰি দিলে।

ভালকৈ ভাষা শিকিবলৈ হ'লে সেই সেই ভাষাৰে কথা কোৱা মানুহে কেনেকৈ কয় তাক মনোযোগেৰে চাব লাগে। আমাৰ ভাষাবিলাকত accent নাই। এই accent ইংৰাজী ভাষাত সশৰীৰে বর্ত্তমান, আৰু বোধকৰোঁ হিন্দী-উর্দ্দু ভাষাতো আছে। যি যি ভাষাতে accent-ৰ ব্যৱহাৰ, সেই সেই ভাষা কোৱা মানুহৰ গাতো বল দেখিবলৈ পোৱা যায়। ইংৰাজী ভাষাত ভুল ঠাইত accent দিলে ইংৰাজী কথাও বুজ নেপায়। এটা বৰ হাঁহিৰ কথা হৈছিল। মোৰ এজন বন্ধুৱে এদিন Westbourne Grove-ৰ এখন কিতাপ বেচা দোকানলৈ গৈ Atlas এখন কিনিব খুজিছিল। তেওঁ Atlas কথাটোৰ শেষৰ Syllable-ত accent দি Atlas-খন খুজিছিল। মানুহজনীয়ে (বিলাতত তিকতা মানুহেও বস্তু বেচে) দুই-তিনিবাৰ কোৱাতো বুজি নেপালে। পাছত Map বুলি

কোৱাত বুলি পালে আৰু ক'লে, "অ' আপোনাক Atlas লাগে ?" (প্ৰথম Syllable-ত accent দি।) আৰু এজন দক্ষিণ দেশৰ মানুহে এটি ৰেষ্টৰাঁ (Restaurant)-ত খাবলৈ যোৱাত এখন তপত কৰি থোৱা থাল খুজিছিল। সেই দেশৰ মানুহে (কোনো কোনোৱে) মাত্ৰাচী accent দি ইংৰাজীতো কথা কয়। তেওঁ ক'লে, "Waiter, bring me a hottopilate" (hot plate) পাছত বেইটাৰ ককায়ে বুজাত টান পালে। এজনে বুজাই দিয়াতহে গৰম থাল এখন আনি দিলে। আৰু এজন মানুহে এদিন Calthorpe Street বুলি এটা বাটলৈ যাবৰ মন কৰি এখন হান্সম্ ক্যাব লয়। গাৰোৱানক কোৱাত সি বুজ নেপালে। পাছত যোক ক'লে, "আৰে ভায়া, বত্‌লা দেও।" ডিক্সনেৰী চাই accent শিকাতকৈ ইংৰাজে কেনেকৈ কথা কয় তাক চাই শিকিলে উজুকৈ শিকা যায়। অৱশ্যে এটা কথা কওঁ—মানুহে কোনো বিদেশী ভাষা সহজে শিকিব নোৱাৰে আৰু শিকিলেও আমাৰ যিবোৰ Provincialism আছে সেইবোৰ সহজে নেযায়। আৰু য়ুৰোপীয়সকলেও আমাৰ ভাষা কোৱাত সেই সেই দেশৰ Provincialism ওলাই যায়। যিমান দূৰ পৰা যায় যি ভাষা কোৱা যায়,—আমাৰ মাতৃভাষাতেই হওক কি আন কোনো ভাষাই হওক,—শুদ্ধকৈ ক'বলৈ চেষ্টা কৰা ভাল। আমাৰ দেশৰ মানুহে বঙলা ক'লে যেনেকৈ আচৰিত আচৰিত মাত মাতে, তেনেকৈ বঙ্গদেশৰ মানুহেও অসমীয়া ক'লে আচৰিত আচৰিত মাত মাতে। উদাহৰণৰ একো দৰ্কাৰ নাই।

Swindon-ৰপৰা ৰেল গৈ ব্ৰিষ্টলত ৰ'লগৈ। এই ব্ৰিষ্টলত ভাৰতৰ এজন মহাপুৰুষে ২৭ চেপ্টেম্বৰ তাৰিখে আজি ৮৪ বছৰ আগেয়ে* দেহত্যাগ কৰে। তেওঁৰ নাম ৰাজা ৰামমোহন ৰায়। ভাৰতলৈ নতুন ভাৱ এই মহাপুৰুষে আনে। এই নতুন ভাৱ আমাৰ পুৰণা শাস্ত্ৰৰপৰাই তেওঁ মানুহৰ আগত দাঙি ধৰে। তেওঁ যি কথা কৈছিল, আমাৰ শাস্ত্ৰতে সেইসকল কথা আছিল; কিন্তু মহাপুৰুষ, পথপ্ৰদৰ্শক নহ'লে কোনো কথা ভালমতেৰে বোধগম্য নহয়। তেওঁৰ মৈদাম ব্ৰিষ্টলৰ Arnos Vale Cemetory. দ্বাৰকানাথ ঠাকুৰে (এওঁৱো বিলাতত দেহত্যাগ কৰে) এই মৈদামৰ সংস্কাৰ কৰায়। মই এই মৈদাম চাবলৈ ১৯০৭ চনত গৈছিলোঁ। এইবাৰ যোৱা নাই।

তাৰ পাছত Exeter (এক্‌চটাৰ অথবা এক্‌চিটাৰ)। ইয়াত এটা বৰ ডাঙৰ গিৰ্জা আছে। ডেভনশ্বায়াৰৰ প্ৰধান চহৰ। তৈ তৈ Dawlish বুলি

* ১৮৩৩ চনত। —সম্পাদক, জ্ঞা. ৰ. ব.

এখন ঠাই পালোঁ। এই ঠাইখন সমুদ্ৰৰ দাঁতিত। ষ্টেশ্বনৰপৰা সমুদ্ৰ দেখা যায়। জাহাজ এৰি লণ্ডন পোৱাৰ পাছত এই প্ৰথম সমুদ্ৰ দেখিলোঁ। আবেলি এই Dawlish ষ্টেশ্বনত সূৰ্য্যৰ ৰশ্মি পৰি ষ্টেশ্বন দেখিবলৈ ভাল লাগিছিল। আকৌ তাৰ ওচৰতে সমুদ্ৰৰ পানীয়ে জকমক্ কৰি মন শীতল কৰি দিছিল। এই ষ্টেশ্বনটি ডেভনশ্বায়াৰত। তাৰপাছত টনটন্, নিউটন্, এৱট্, টৰ্কী এৰি পেইন্টন্ পালোঁগৈ। টনটন্ ঐতিহাসিক ঠাই। ডিউক অব্ মন্মথে (Monmouth) এই টনটনত ইংলণ্ডত হোৱা শেহ যুদ্ধ সেজ্‌মুৰৰ যুদ্ধৰ আয়োজন কৰিছিল।

পেইন্টন পাই ষ্টেশ্বনত নামি ব্ৰেক-ভ্যানত চাওঁ যে মোৰ বাকচ অহা নাই। সেই বাকচটিতে মোৰ সকলো সম্পত্তি আছিল। মই ষ্টেশ্বনত ইয়াক সোধোঁ, তাক সোধোঁ, বাকচ নাই। পাছত ষ্টেশ্বনমাষ্টৰে মোক সুধিলে, বাকচত নাম আছিল নে নাই। মই ক'লোঁ যে নাম নাই। তেতিয়া সি হাঁহি ক'লে, "Just fancy, a gentleman like you travelling without your name on your portmanteau." মুখৰ ফালে চাই দেখিলোঁ সি ঠাট্টা কৰা নাই, নাম আৰু ঠিকনা লেখি যাবলৈ ক'লে—বাকচ পালে পঠাই দিবৰ নিমিত্তে। বাকচটো আৰু এখন গাড়ীত এক ঘণ্টামান পাছত আহিল। বাকচ পাই শান্ত হ'লোঁ।

ষ্টেশ্বনত যি ঘৰত থাকিমগৈ সেই ঘৰৰ গৰাকী বুঢ়া মিঃ মিচেলমোৰ থিয় দি আছিল। তেওঁক এজন ভদ্ৰ খেতিয়ক (Gentleman farmer) বুলিব পাৰি, খেতি কৰি অঁতাই তেতিয়া বহি আছিল। Gentleman farmer কথাটো ওখ থাপৰ, এওঁ একেবাৰেই ওখ থাপৰ নহ'লেও ভাল ভদ্ৰ মানুহ আছিল। অতি ডাঙৰ মানুহে কি ডাঙৰ বংশৰ মানুহে খেতি কৰিলে Gentleman farmer কোৱা হয়। তেওঁ একেবাৰেই আচল বুঢ়া ইংৰাজ। তেওঁৰ লগতে তেওঁৰ ঘৰ Whitstone House-লৈ গ'লোঁ। তেওঁৰ Devonshire accent খুব আছিল—'r'-বোৰক দুবাই কথা কৈছিল, কিন্তু আকৌ yorkshire-ৰ 'r' শুবোৱা আৰু একৰকম। তেওঁ বৰ ভাল মানুহ আছিল, তেওঁৰে লগতে কিমান ধেমালি কৰিছিলোঁ, ড্ৰাফ্‌ট (draught) খেলিছিলোঁ। এওঁৰ ঘৰলৈ গৈ দেখোঁ যে আৰু এজন ভাৰতবৰ্ষীয় তাত আছিল। তেওঁ মোৰে দৰে কলেজৰ বন্ধত থোৱা। তেওঁ পাৰ্চী, নাম মিঃ হৰমাচজী জেহাংগীৰ তাতা। মহীশূৰৰ ডিৰেক্টৰ অব্ পাব্লিক ইন্‌ষ্ট্ৰাকচনৰ পুত্ৰেক। এই ঘৰৰ পৰিয়ালৰ বিষয় অহাবাৰত ক'ম। [illegible]

মিঃ সুকুমাৰ সেন আৰু শিকৰ কৰ্ণেল ( তেতিয়া মেজৰ ) এন. পি সিংহ। এওঁ দুটা লৈ বিলাতলৈ গৈছিল।

( ২৫ )

মিষ্টাৰ মিচেলমোৰৰ বয়স প্ৰায় ৬৫/৭০ বছৰমান কি তাতকৈও বেছি আছিল। কিন্তু তেওঁ খোজকঢ়াত বৰ পটু আছিল। তেওঁৰে সৈতে খোজকাঢ়ি তেওঁলোকৰ ঘৰ Whitstone House-লৈ গ'লোঁ। বাকচটো পাছত এটা কুলীয়ে (Porter) এখন সৰু গাড়ী (Wheel barrow)-ত কৰি ঘৰলৈ লৈ গ'ল। তাত দুপেনী কি এক চিলিং দিছিলোঁ। ৰেলৰ ষ্টেচনৰ কুলীবিলাকক Porter কয়। যিমান বেছি লগেজ (Luggage), তিমান বেছি পইচা দিব লাগে। মই তাৰ গাৰ্ডবোৰক দুপেনী, চাৰি পেনী বক্‌শিস্ দিছোঁ; কিন্তু আমাৰ এই দেশৰ কি ফিৰিঙ্গি কি য়ুৰোপীয় গাৰ্ডবোৰক দুঅনা, চাৰি অনা বক্‌শিস্ দিলে সিহঁতে চাগৈ ফিৰিয়েই নেচাব। তাৰ গাৰ্ডবোৰে নিজক 'গাৰ্ড' বুলি জানে। ইয়াৰ তেনে অৱস্থাৰ মানুহবিলাকে নিজৰ অৱস্থাতকৈ বহুত ডাঙৰ ভাবে। 'পাছ' পাই ইয়াৰ ৰেলৰ য়ুৰোপীয় কি ফিৰিঙ্গি কৰ্মচাৰীয়ে দ্বিতীয় শ্ৰেণীৰ তলত দুকুৰে। হাওৱাৰপৰা কচৌলিলৈ (Kasauli) ১৯১৫ চনত আৰু সিদিনা ষিমলালৈ (Simla, ১৯১৭ খ্ৰীঃ) যাওঁতে দেখিলোঁ যে গাৰ্ডটি আমাৰ গাড়ীত দ্বিতীয় শ্ৰেণীত বেছ "মজালে" সুন্দৰৰূপে শুই-পৰি গ'ল, কেৱল মাথোন ষ্টেচন পাওঁতেহে নামি চাকি দেখুৱাইছিল। এনে এটা কথা বিলাতৰ এখন ৰেলত কেতিয়াও হ'ব নোৱাৰিলেহেঁতেন।

Whitstone House পাই আমাৰ দেশী মিঃ ভাভাক দেখিলোঁ। মিচেল-মোৰ পৰিয়ালৰ এইকেজনক দেখিলোঁ—মিচেচ্ মিচেলমোৰ; বয়স যাঠিমান, প্ৰফুল্ল মুখ, মূৰত সদায় টুপী ( আমাৰ বাতিপুৱাৰ নামযোগ্যা মহাৰাণী ভিক্টোৰিয়াৰ ছবিত বগা টুপী পিন্ধি থকা দেখা যায়, তেনে টুপী ); চুলি বগা, মাজে মাজে ক'লা। তেওঁলোকৰ এইকেজনী ছোৱালী—এমি, বয়স ৩০/৩৫; কেট, বয়স ২০/২২; উইনী, বয়স ১৫/১৬ বছৰ। তেওঁলোকৰ লগত এজনা সম্পৰ্কীয় আদহীয়া মহিলা থকাও মনত পৰে। মই যিখিনি সময়ৰ কথা লেখিব লাগিছোঁ ( ১৮৯৬ খ্ৰীঃ ) তেতিয়া পেইকন হ'ব ধৰিছেহে, অৰ্থাৎ ডাঙৰ চহৰ হ'ব ধৰিছিল।

তাত লেইকেদিন বৰ আনন্দেৰে কটাইছিলোঁ। আমি ভাৰতবৰ্ষীয় চাকিৰম

আছিলোঁ। মেজৰ সিংহ পাছত গৈছিল। মেজৰ এন. সি. সিংহ (পাছত কৰ্ণেল, লৰ্ড সিংহৰ ভায়েক), মিঃ ভাডা, মিঃ সুকুমাৰ সেন আৰু মই। মেজৰ সিংহক মিচ্ ম্যানিঙৰ ঘৰত দুবাৰ-এবাৰ দেখিছিলোঁ। মিঃ ভাডাক সেয়েই প্ৰথম দেখা।

তালৈকে কেবিনমানৰ নিমিত্তে "Merry-go-round". (কাঠৰ ঘোঁৰা ইত্যাদিৰ ওপৰত উঠি বাজনাৰ লগে লগে ঘুৰা, কলিকতাত এইবোৰ দেখা যায়। সিদিনা গুৱাহাটীতো দুখীয়াৰ দুখী অৱস্থাৱে এডুখৰি ওলাইছিল। অৱশ্যে চলাওঁতা অসমীয়া নহয়।) তাত যে ইমান উঠিছিলোঁ, আমাৰ Whitstone House-ৰ মানুহসকলকো ঘুৰাইছিলোঁ। কি ফুৰ্ত্তি!! তেনে মনৰ আনন্দ এতিয়া কেতিয়াও নহয়। ঘৰলৈ আহি দেখিলোঁ—কেৱল ঘুৰাতেই আৰু ই-সি অলপ-আচৰণ কিনোতেই দহ চিলিং খৰচ হৈ গ'ল। আনন্দ খন্তেকৰ নিমিত্তে মাথোন অলপ মলিন হ'ল।

আৰু এদিন আমি কেউজনে Torquay (টৰ্কী)-লৈ জাহাজেৰে গৈছিলোঁ। সেইদিনা ১৮৯৬ চনৰ ৩ চেপ্টেম্বৰ। ঠিক এবছৰ আগেয়ে কলিকতা এৰিছিলোঁ। নগৰখন ঘুৰি চালোঁ। পেইণ্টনৰপৰা ৫/৬ মাইলমান দূৰ। এইখিনিতে William of Cevange, William III হ'বৰ নিমিত্তে হলেণ্ডৰপৰা আহি জাহাজৰপৰা নামে। এইডোখৰ সমুদ্ৰৰ নাম Torbay। (তাৰ পাছত বহুতবাৰ পেইণ্টনৰপৰা টৰ্কীলৈ গৈছোঁ।) আমি আটায়ে নিজৰ খৰচ দিছিলোঁ। তাৰ পাছত Major Sinha-ই এটা ৰেষ্টৰঁত (Restaurant) আমাক চাহ খুৱালে।

দুদিন কি এদিন পাছত 'পিক্‌নিক্' (Black-berrying) কৰিবলৈ এমাইল কি দুমাইলমান গৈ এখন পথাৰত 'Black-berry' গছৰপৰা তুলিছিলোঁ। লগত চাহৰ বন্দবস্তই আছিল। মিচেলমোৰ পৰিয়ালৰ ছোৱালীবোৰ আৰু তেওঁলোকৰ চিনা-জনা আৰু দুই-তিনিটামান ল'ৰা-ছোৱালী গৈছিল। সেইদিনাও কি আনন্দ। এজনে সাঁথৰ (Riddle, Conundrum) সোধে, আনজনে উত্তৰ দিয়ে; কোনোৱে বা দৌৰাদৌৰি কৰে; কোনোৱে গপ্ পাতে; কোনোৱে আকৌ মনৰ সুখতে, মনৰ ৰঙতে এনেয়ে হাঁহে। আনন্দৰ নিজৰা! ল'ৰাকাল সঁচাকৈয়ে কি সুন্দৰ!!

মই স্কুলত দুবাৰ-এবাৰ বাইস্‌কিলত উঠিবলৈ চেষ্টা কৰিছিলোঁ। মিচ্ ম্যানিঙে মোক মৰম কৰি এখন বাইস্‌কিল (Bicycle) উপহাৰ দিছিল। তাৰ পাছত খুব উঠিছিলোঁ। পেইণ্টনতে চাবলৈ গ'লে বাইস্‌কিল (Bicycle) উঠাৰ হাতত কলি ল'লোঁ। মিঃ ভাডাই শিকাইছিল। তাৰ পাছত অকাই-পকাই বোৰাৰ 'ট্ৰেন'

পাৰৰ হওঁতে ভাভাই ক'লে যে মই এতিয়া বাইস্‌কিলত উঠিব পৰা হ'লোঁ। কিন্তু মোৰ মনে আনৰকম কৈছিল ; পাছত এদিন আবেলি ঠিক হ'ল যে মিচ্‌ মিচেল-মোৰ, ভাভা আৰু মই বাইস্‌কিলত উঠি ফুৰিবলৈ যাম। মোৰতো তাত এখন বাইস্‌কিল নাছিল, পাছত এখন কেৰেয়া কৰিলোঁ। সেই ঠাইডোখৰ অলপ up-hill আছিল, যেনে—গুৱাহাটীৰ শুক্ৰেশ্বৰৰ বাটখিনি। আপ-হিল উঠাটো টান। সেইদেখি দুই-তিনিবাৰ চেষ্টা কৰি বিফল মনোৰথ হ'লোঁ। ভাভাই ক'লে—এবাৰ এইখিনিতে উঠি ষ্টেশনৰ ফাললৈ যোৱাৰ :পাছত এবাৰ উঠিব পাৰিলে আৰু একো ভয় নাই। যিডোখৰৰপৰা মোক ভাভাই উঠিবলৈ ক'লে, সেইডোখৰেই ওখ বাটৰ মূৰ ; তাৰপৰা তললৈ যোৱা একো টান নহয় (down-hill) ; উঠিলোঁ। উঠি পেডেলত (Pedal, বহুতে ইয়াক Paddle—প্যাডেল উচ্চাৰণ কৰে, সেইটো ভুল ; কিন্তু যদি কাৰোবাক ভুল শুধৰাবলৈ যাওঁ, হয়তো, ভাবে —"মই ধেমালিহে কৰিছোঁ। "Paddle-হে শুধ, Pedal ভুল—আপুনি আমাক ভুল শিকাইছে !!!" ) ভৰি দিওঁতেই গাড়ী আৰু বশৰ নোৱৰা হ'লোঁ। গাড়ী উৰি গ'ল। ভাভাই বাটত থিয় দি চাই আছিল আৰু চিঞৰি বহুতবাৰ কৈছিল, "Jam the brake"—"জেম দি ব্ৰেক !!" মই ব্ৰেক ক'ত তাকে নেজানো। মই ভাভাক চিঞৰি মোৰ অৱস্থাৰ কথা ক'লোঁ। তলতে ৰেলৰ লাইনৰ "ক্ৰছিং" (Crossing, যেনে গুৱাহাটীৰ বাটবোৰত দেখা যায়), ভাগ্যক্ৰমে "গেইট"খন বন্ধ আছিল। বাইস্‌কিল অলপ ঘূৰাই লৈ এখন দেৱালত খুন্দা খুৱালোঁগৈ। ভগৱানৰ ইচ্ছাত মোৰ একো নহ'ল, কিন্তু গাড়ীখনৰ অলপ জখম হৈছিল। কোনোবাই সোধা মনত নাই, সুধিছিল হ'বলা, "Did you break the wall, sir ?" মই আৰু সিদিনা ফুৰিবলৈ নগ'লোঁ। লাহেকৈ দোকানখনত গাড়ীখন ওভোতাই দিলোঁ। দোকানদাৰে সকলো দেখিলে হ'বলা—"Well sir, not going for a ride ?" মই অপ্ৰস্তুত হাঁহি হাঁহি কি অলপ বেপৰোৱা হাঁহি হাঁহি কি তাৰ মাজথাপৰ হাঁহি হাঁহি ক'লোঁ যে "I have changed my mind. I won't go for a ride this afternoon." দোকানদাৰে চাই-চিন্তি ক'লে, "I shall have to send you a bill for the damage, sir." মই হাঁহি উৰাই দি "Good afternoon" কৈ গুচি আহিলোঁ। পাছত সাত চিলিং ছয় পেনীৰ এখন বিল আহিছিল। কিমান দিছিলোঁ মনত নাই, আটাইখিনি নিশ্চয়।

এদিন এটা পুৰণা Castle (খ্ৰীষ্টীয় ত্ৰয়োদশ শতাব্দীৰ যোধকৰো)

খোজকাঢ়ি চাবলৈ গৈছিলোঁ। ৫/৬ মাইলমান দূৰৈত। সেই প্ৰাসাদ এতিয়া ভগ্নাৱস্থাত। তাত চাগৈ কিমান প্ৰণয়, কিমান হত্যা ইত্যাদি লাওলাবিক কাহিনী ঘটিত হৈছিল। হত্যা কৈছোঁ—কিয়নো কিতাপ-চিতাপত হত্যা, অত্যাচাৰ, প্ৰেম—এইবোৰ পুৰণা প্ৰাসাদৰ বিষয়ে পঢ়িলে পোৱা যায়। গাঁৱৰ সৰু সৰু ল'ৰা-ছোৱালীবোৰে পইচা খুজিবলৈ লৰি আহিছিল। আমাক ভাৰতবৰ্ষীয় দেখি খুব ডাঙৰ মানুহ বুলি ভাবিছিল। সেইদেখি ছোৱালীবোৰে (কামাখ্যাৰ কুমাৰীহঁতৰ দৰে ডাঙৰ) "Good morning"-ৰ লগত আঁঠু অলপ দোৱাই Curtesy কৰিছিল। আমি দুটা-এটা পেনী নিশ্চয় দিছিলোঁ। Castle-ৰ Caretaker-কো (চৌকিদাৰ) অলপ পইচা দিছিলোঁ। টকাই সকলো বাট সহজ কৰি দিয়ে; কিন্তু টকাৰ মৰম কেইজনে বুজোঁইক?

# পুৰণি কথা

## (১)

ধনীৰাম আৰু শিৱৰাম বুলি দুজন অসমীয়া ল'ৰা (নগাঁৱৰ) আমেৰিকান মিশ্যনেৰীৰ লগত ১৮৪৮ খ্ৰীষ্টাব্দত ইংলণ্ড আৰু আমেৰিকালৈ গৈছিল। পশ্চিম জগতলৈ যোৱা অসমীয়াৰ ভিতৰত এওঁলোক দুজনেই প্ৰথম। এওঁলোক সুদূৰ (তেতিয়াৰ আমেৰিকাৰপৰা লেখা চিঠি অৰুণোদই কাকতত পঢ়িবলৈ পোৱা যায়) আমেৰিকালৈ যাওঁতে পাঁচ-ছমাহৰো অধিক লাগিছিল। এই ল'ৰা দুটিক মিশ্যনেৰীবিলাকে ভাল নোপোৱা হ'লে আৰু এওঁলোকেও মিশ্যনেৰী-বিলাকক ভাল নোপোৱা হ'লে এই দুটি ল'ৰা কেতিয়াও ইমান দূৰ দেশলৈ যাব নোৱাৰিলে হয়।

আমেৰিকাৰ কেতবিলাক মিশ্যনেৰীয়ে আমাৰ বহুতো উপকাৰ কৰিছে। যেভাবেও মিঃ ব্ৰনছনৰ (Bronson) পৰা আমি অসমীয়া অভিধান পাইছোঁ। যেভাবেও মিঃ ৰবিন্সনৰপৰা আমি ইংৰাজীত লেখা অসমৰ বুৰঞ্জী পাইছো আৰু সকলোতকৈ আমাৰ মূল্যৱান সম্পত্তি পাইছোঁ—ছাপাখানা আৰু "অৰুণোদই"। "অৰুণোদই"ৰ আগেয়ে যোধকৰোঁ আমাৰ আৰু ছপা অসমীয়া কাকত নাছিল। থকা বুলি শুনা নাই।

*　　　　*　　　　*

এই ধনীৰাম আৰু শিৱৰামৰ পাছত যোধকৰোঁ মিঃ নিধিৰাম, গুৱাহাটী স্কুলৰ শিক্ষক, পশ্চিমলৈ গৈছিল। তেওঁক দেখা মানুহ এতিয়াও বৰ্ত্তমান আছে। তাৰ পাছত অৱশ্যে আনন্দৰাম থকৰা ইত্যাদি।

*　　　　*　　　　*

"অৰুণোদই"ত সাহিত্যিক শ্ৰীযুক্ত কমলাকান্ত ভট্টাচাৰ্য্য ডাঙৰীয়াই লেখাৰ কথা শুনিছো। "অৰুণোদই" কেইবছৰ জীয়াই আছিল?

"অৰুণোদই" ১৮৪৬ খ্ৰীষ্টাব্দত শিৱসাগৰৰপৰা উদয় হয়। মই তিনি ঠাইত "অৰুণোদই" দেখিছো। প্ৰথম, আমাৰ গুৱাহাটীৰ কাৰ্জন হলত। এইখন

বন্ধোৱা। ইয়াত বহুতো "কপি" একেলগে আছে। এইখন আমাৰ হাকিম শ্ৰীযুক্ত প্ৰবোধচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই কাৰ্জন হলক দান কৰিছে। আৰু এবাৰ "অৰুণোদই" দেখিছো উৎসাহী সাহিত্যসেৱী শ্ৰীযুত বেণুধৰ শৰ্ম্মাৰ হাতত। আৰু এবাৰ কটন কলেজৰ চতুৰ্থ বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ শ্ৰীযুত মাধৱচন্দ্ৰ বৰবৰুৱাৰ হাতত দেখিছো। অৰুণোদই আমাৰ জাতীয় সম্পত্তি। এই অৰুণোদই কাকত (যিখিনি পোৱা যায়) আমাৰ আটাইৰে দেখা উচিত। এতিয়া অৰুণোদই ইতিহাসৰ শাৰীলৈ গৈছে। সাহিত্যৰ যে ই এটি সুন্দৰ ভঁৰাল, তাক নক'লেও হ'ব।

* * *

কোনো সভা-সমিতি কিম্বা মানুহে যদি অৰুণোদই ছপাই বাইজক দিয়ে বাইজৰ জ্ঞান বাঢ়িব আৰু বাইজে বহুতো পুৰণি কথা জানিব পাৰিব। আমি "অসমীয়া" "অসমীয়া" কৰি চিয়ঁৰ-বাখৰ কৰোঁ, কিন্তু চাৰি কুৰি বছৰ আগেয়ে আমাৰ দেশৰ কি অৱস্থা আছিল, কেইজনে জানে? আমাৰ অতীতৰ কথা, এই আধুনিক অসমীয়াৰ আগডোখৰৰ কথা জানিবলৈ আমাৰ ইচ্ছা নহয় নে? আজি-কালি যদিও অসমৰ প্ৰজা-সংখ্যাৰ অনুৰূপে কিতাপ পঢ়া মানুহৰ সংখ্যা তাকৰ, তথাপি এনে আশা কৰা যায় যে অৰুণোদইৰ দৰে পুৰণি কাকত আকৌ ছপা হৈ ওলালে মানুহে কিনিব।

নিউ ছাপাখানাৰ (New Press) গৰাকী সকবেপৰা সাহিত্য-পূজক (কামে আৰু কথাই) শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা ডাঙৰীয়াই এই কাম হাতত ল'ব পাৰে। আৰু তেওঁ ল'লে কামকেৰি সুকলমে সমাধা হ'ব—ই নিশ্চিত। নহ'লে অসম সাহিত্য সভাই এই পুৰণি কাকতখন আমাক দান কৰা ভাল বুলি ভাবোঁ। ছপা হৈ ওলালে পঢ়া মানুহো ওলাব। কিনা মানুহো ওলাব।

* * *

ইংৰাজী ১৮৯৮ খ্ৰীষ্টাব্দত, সেইবাৰেই লৰ্ড কাৰ্জন আমাৰ বৰলাট হৈ আহে, লণ্ডনত বোম্বাইৰ এজনী মহিলাই Tea and tiffin Bungalow (টী এণ্ড টিফিন বাংগেলো) বুলি এটি দেশী ধৰণৰ খোৱা-ঘৰ খুলিছিল। সেই আশ্ৰমখন লণ্ডনৰ সভ্যতাৰ কেন্দ্ৰ বণ্ড্ ষ্ট্ৰীটত (Bond Street) খোলা হৈছিল। তাত ৰসগোল্লা খাইছোঁ, দেশী আন আন বস্তুও খাইছোঁ। এতিয়া লণ্ডনত এনে আশ্ৰম কেবাখনো হ'ব পাৰে। ১৯০৮ খ্ৰীষ্টাব্দত আকৌ তিনি-চাৰিখনৰ কথা জানো। দুখনত খাইছিলোঁও। এখনত বঙা জলকীয়া খাই কি যে দুখি

পাইছিলোঁ! সি যাক যি হ'ক, ১৮৯৮ চনৰ এই Tea and tiffin Bungalow-ৰ কথা কওঁ। মোৰ দুই-এজন বন্ধুই আহি সোধে—মই সেই ঠাইলৈ খাবলৈ গৈছোঁ নে নাই। মই বোৱা নাছিলোঁ। তেওঁলোকে ক'লে যে তাত এজন মানুহ আছে তেওঁ ভাৰতীয় সকলো ভাষাকে জানে। পাছত মই সুধিলোঁ—তেওঁ অসমীয়া জানে নে?

তেওঁলোকে ক'লে, "জানে"। অসমীয়া জানে। মই তিনি বছৰ অসমীয়া কোৱা নাই। মোৰ মনৰ ভাব যে কি হৈছিল! তাৰ পাছদিনা মিঃ ৰবীন্দ্ৰ-কুমাৰ নাগৰ (এতিয়া মেদিনীপুৰৰ ব্যাৰিষ্টাৰ) লগত গ'লোঁ। জুন মাহ। লণ্ডন ৰ'দেৰে বিতোপন হৈ আছে। Bond Street-ত ফেশ্বনৰ কি দৃশ্য! তেতিয়া মোৰ জীৱনৰ পুৱা।

* * *

"হ্যান্সম্ ক্যাব'ৰ (Hansom Cab) পৰা সেই ঠাইত নামি দেখিলোঁ যে এজন আমাৰ দেশী মানুহে বগা চাপকন, পাগুৰি, ট্ৰাউজাৰ্ছ, জোতা, মোজা পিন্ধি দুৱাৰমুখত থিয় দি আছে। মই গাড়ীৰপৰা নামিয়েই তেওঁক সুধিলোঁ, "অসমীয়া ক'ব পাৰা নে?" তেওঁ ক'লে, "পাৰোঁ।" হে ভগৱান! মোৰ মুখৰপৰা তিনি বছৰৰ পাছত সেই অসমীয়া ওলাল (তাত তেতিয়া কোনো অসমীয়া নাছিল) আৰু আনৰপৰা সেই প্ৰথম কথা "পাৰোঁ" ইমান দিনৰ পাছত শুনিলোঁ। সি যে কেনে মিঠা লাগিছিল! সেই মনৰ ভাব মই বৰ্ণাব নোৱাৰোঁ। তেওঁক মই দুৱাৰমুখতে বহুতো কথা ক'বলৈ ধৰিলোঁ। তেওঁ ক'লে, "ভিতৰলৈ যাওক, মই অলপতে আহিম।" আমি ভিতৰত গৈ বহিলোঁ। বোম্বাইৰ মহিলা-জনীয়ে আমাক খুৱালে। ইতিমধ্যে আমাৰ বন্ধু আহিল। তেওঁক বহিবলৈ ক'লোঁ। তেওঁ আমাৰ ওচৰত আহি বহিল। বহুতো কথা হ'লোঁ। মোক দেখি ক'লে যে দেউতাক তেওঁ চিনি পায়, ৺বলৰাম ফুকনক চিনি পায়। আমাৰ বহুতো কথা ক'লে। তেওঁৰ নাম ক'লে। মই তেওঁৰ লণ্ডনৰ ঘৰৰ ঠিকনা সুধিলোঁ। ক'ত থাকে ইত্যাদি সুধিলোঁ। তেওঁ ক'লে যে সেইবোৰ কথা পাছত এদিন হ'ব। সেইদিন মোৰ এটি স্মৰণীয় দিন।

পাছত, সাতদিনমান পাছত এদিন স্বৰ্গীয় ব্যাৰিষ্টাৰ জ্ঞানেন্দ্ৰনাথ বৰা আৰু মই সেই ঠাইলৈ গৈছিলোঁ। মোৰ অসমীয়া বন্ধুক নেদেখিলোঁ। সেই মহিলাজনীক সোধাত তেওঁ ক'লে যে এজন এংলো-ইণ্ডিয়ান ভদ্ৰলোকে (তেতিয়াৰ Anglo-Indian বেলেগ আৰু এতিয়াৰ Anglo-Indian বেলেগ। তেতিয়া

Anglo-Indian বুলিলে ভাৰতত বহুত দিন নাইবা কিছুদিন থকা ইংৰাজ বুজাইছিল। এতিয়া এই কথাফেৰি বুলিলে আগৰ Eurasian—য়ুৰেজিয়ান বুজায়।) তেওঁক কিবা কঢ় ব্যৱহাৰ কৰাত তেওঁ তাৰপৰা গুচি গ'ল। টিকলা লোধাত তেওঁ ক'লে যে নেজানে। মোৰ যে মনত কি দুখ হ'ল! ভাবিছিলোঁ— মাতি কেবাদিনলৈকে সুখ পাম। কিন্তু সেই সুখ নেপাই মনত বৰ দুখ পালোঁ। নিজা মাত তেওঁ ইংৰাজী ভালকৈ কৈছিল। অসমীয়াক এনেভাৱে অকস্মাৎ দেখিলে তেতিয়াও ভাল লাগিছিল, এতিয়াও ভাল লাগে।

* * *

ভগৱানৰ ৰাজ্যৰ প্ৰকৃতি কেতিয়াও নলৰে। অৰুণোদইত পঢ়িছোঁ যে ১৮৪৯ খ্ৰীষ্টাব্দৰ এপ্ৰিল মাহত গুৱাহাটীত বৰ ধুমুহা হৈছিল। ১৯১৫ খ্ৰীষ্টাব্দৰ ৩ এপ্ৰিলৰ দিনা গুৱাহাটীত হোৱা ধুমুহাৰ কথা কাৰ মনত নাই? পলাশবাৰীৰ ফালৰ বুঢ়ি গায়নে এই ধুমুহাৰ বিবৰণ সিদিনালৈকে গাই ফুৰিছিল আৰু এটি গায়নে এতিয়ালৈকে গাই ফুৰে।

(২)

জেনেৰেল বুথৰ নাম নুশুনা মানুহ বোধকৰোঁ নাই। এই মানুহজনেই প্ৰথম মুক্তি ফৌজৰ (Salvation Army) প্ৰতিষ্ঠাতা। এওঁৰ জীৱনচৰিত সকলো শিক্ষিত মানুহৰে অলপ-অচৰপ জনা ভাল। এই মানুহজনেও আন আন ডাঙৰ মানুহৰ দৰে নিৰ্য্যাতন সহিব লাগিছিল। Salvation Army যেতিয়া প্ৰথমে গঠিত হয় তেতিয়া কেবাবাৰো এই পবিত্ৰ সমিতিক ইংলণ্ডৰ মানুহে ইতিকিং, তাচ্ছিল্য কৰিছিল। তেওঁলোকৰ নামে আদালততো মোকৰ্দ্দমা হৈছিল। কিন্তু যাৰ মন ভাল, যাৰ উচ্চ অভিলাষ, তেনে মানুহৰ কেতিয়াও অৱনতি নহয়, উন্নতি হ'বই হ'ব। সেহত জেনেৰেল বুথে নিজৰ ৰজাৰপৰা আৰু জগতৰপৰা প্ৰশংসা পাই ঈশ্বৰভক্ত বুলি জগদ্বিখ্যাত হ'ল।

সকতে কলিকতাত বহুবাৰ মুক্তি ফৌজৰ মানুহ দেখিছিলোঁ। তেওঁলোকে আমাৰ দেশী ধৰণৰ কাপোৰ পিন্ধি (গেৰুৱা কাপোৰ পিন্ধি, কোনো কোনোৱে গুৰা ভৰিৰে খুৰি—তিকতা কি বুলিহ) ধৰ্ম্ম প্ৰচাৰ কৰা দেখিছোঁ। জেনেৰেল বুথ যদিও কলিকতালৈ লেইখিনি সময়ত আহিছিল, তেতিয়া মই তেখেতক দেখা নাছিলোঁ। মই তেতিয়া অতি সৰু আছিলোঁ। কিন্তু শুনিছিলোঁ "জেনেৰেল বুথ

আছিছে” আৰু সকলো জনা-শুনা বিজ্ঞ মানুহ তেখেতৰ বক্তৃতা শুনিবলৈ গৈছিল। এই কথা মই জানো। দেউতাও গৈছিল। কিন্তু সেই মানুহজনক দেখিবৰ মোৰ সৌভাগ্য ঘটিল ১৯০৮-১৯০৯ খ্ৰীষ্টাব্দত।

মিচ্ পিল বুলি এজনা ধাৰ্ম্মিক মহিলাক বিলাতত চিনি পাইছিলোঁ। এই মহিলাৰ লৈতে মই এতিয়াও চিঠি লেখা-লেখি কৰি থাকোঁ। তেওঁ মোক বহুতো ভাল ভাল সভা, ভোজলৈ মাতিছিল। এবাৰ ইংলণ্ডৰ এজন ডিউকৰ (Duke) ঘৰলৈকো মাতিছিল। এতিয়া যেনে মই, তেতিয়াও তেনে আছিলোঁ। মই নীৰৱতাপ্ৰিয়। সেইদেখি মই তেওঁৰ বহুতো নিমন্ত্ৰণ ৰক্ষা নকৰি ভদ্ৰজনোচিত চিঠিৰে শুভ-ইচ্ছা জনাই মেলানি মাগিছিলোঁ।

কিন্তু যেতিয়া শুনিলোঁ যে General Booth-এ চকুৰ বেমাৰৰপৰা ৰক্ষা পাই তেওঁৰ ভক্তসকলক দেখা দিব আৰু সেইদেখি Clapton-ৰ (লণ্ডনৰ উত্তৰ-পূৰ্ব্ব ভাগৰ) টাউন হলত এটি বিশেষ অধিবেশন হ’ব, তেতিয়া আৰু সেই ভদ্ৰমহিলালৈ ভদ্ৰজনোচিত কথা নেলেখিলোঁ। নিজে যাম বুলি ওলালোঁ। লগত আছিল শ্ৰীযুত হেমেন্দ্ৰনাৰায়ণ ঘোষ (এতিয়া ব্যাৰিষ্টাৰ)। বিলাতত বহু বছৰ আছিলোঁ। লণ্ডনৰ সকলো ঠাইকে চিনি পাওঁ; কিন্তু Clapton-লৈ যোৱা সেয়ে প্ৰথম।

বিবৰণ নবহলাওঁ। Clapton Town Hall-ত প্ৰায় কুৰি হেজাৰমান মানুহ—দুয়ো জাতিৰে ভৰা, পুৰুষ-জাতি আৰু স্ত্ৰী-জাতি। আমি যোৱাত তেওঁ-লোকে আমাক আথেবেথে ভাল ঠাইত বহুৱালে।

কি জনসঙ্ঘ! মুনিহে বাইবেলৰ নাম গাইছে আৰু তিৰুতাসকলে সমস্বৰে “Jesus, Jesus” সুৰেৰে সেই নামৰ সৌন্দৰ্য্য বঢ়াইছে। মোৰ তেতিয়া ক’ব নোৱাৰোঁ কিয়, অসমীয়া মানুহে নাম গোৱাৰ কথা মনত হৈছিল। তেওঁলোকৰ জয়ধ্বনি “Jesus, Jesus”—আমাৰ জয় ৰাম বোলা, জয় হৰি বোলা, নহয় নে?

নবহলাওঁ। General Booth যেতিয়া সোমালহি, কি জয়ধ্বনি শুনিলোঁ! হে ভগৱান! সেইখিনি সময়ত ঈশ্বৰে নিশ্চয় তেওঁৰ কৃপাবাৰি বৰ্ষণ কৰিছিল। কি উৎসাহ, কি একাগ্ৰতা! ঈশ্বৰ-মতলীয়া প্ৰাণীয়ে একেলগে এনেকৈ মাতিলে ঈশ্বৰ নাহি থাকে নে?

কেজানেও বক্তৃতা দিলে। তাৰ পাছত উঠিল General Booth। তেওঁৰ বয়স কিমান? চাৰিকুৰি চাৰি, এইটি কোষ। বগা দাড়ি। জ্যোতিৰ্ম্ময় মুখ। তেওঁ বহুত কথা ক’লে। তেওঁৰ চকুৰ বেমাৰৰ কথা ক’লে। কামৰ কথা ক’লে। ঈশ্বৰৰ কথা ক’লে। মুক্তি ফৌজৰ কথা ক’লে। আৰু তেওঁ নিজে

ভৱিষ্যতে কি কি কাম কৰিব তাৰ লেখ দিলে। আৰু কি ক'লে, এই কথা মই এতিয়াও পাহৰা নাই। মই সময়ে-অসময়ে এই কথা কৈ আহিছোঁ, আৰু ক'মো। সেইদেখিহে আজি আৱাহনৰ পাঠক-পাঠিকাসকলক জনালোঁ। তেওঁ ক'লে—"I am eighty four years young" অৰ্থাৎ মই চাৰিকুৰি চাৰি বছৰীয়া ডেকা। মোৰ অসমত এনে মানুহ আছে নে? এনে কৰ্মবীৰ, ধৰ্মবীৰ, ঈশ্বৰ-প্ৰেমিক অসমত আছে, ভাৰতত্তো আছে, আছিলো। কিন্তু কোনে কয় মই চাৰিকুৰি চাৰি বছৰীয়া ডেকা! আমাৰ একুৰি বছৰীয়া ল'ৰাসকলেই (ছোৱালীৰ কথাতো নক'লেই হয়, তেওঁলোকে একুৰি হ'লেই বুঢ়ীমাক হ'বলৈ খোজে) বুঢ়া হ'বলৈ প্ৰয়াস কৰি কেশুনেৰৰ লাখুটি লৈ খোজ কাঢ়ে।

অসম! ডেকা হোঁৱা।

(৩)

এবাৰ এজন ভাৰতবৰ্ষীয় ছাত্ৰই লণ্ডনৰ বেষ্টবৰ্ন গ্ৰোভ (Westbourne Grove) ডাকঘৰলৈ টিকট কিনিবলৈ গৈছিল। তেওঁ লণ্ডন পোৱাৰ দুদিনমান পাছতে এই ঘটনা হয়। তেতিয়াও, এতিয়াও ডাকঘৰৰ কৰ্মচাৰীবোৰ প্ৰায়ে তিকতা—তিকতা নকৈ ছোৱালী কোৱা হ'লেহে নিৰ্ভুল হ'লহেঁতেন। পাছত এওঁ গৈ ক'লে, "I want a ticked please" (মোক এটা টিকট লাগে।) ছোৱালীজনীয়ে ক'লে, "Ticket! Whatever for? What do you mean?" (টিকট! টিকট কিয়? আপুনি কি কৈছে মই বুজকে পোৱা নাই।) "I want to post a letter" (মই এখন চিঠি ডাকত দিব খোজোঁ।) তেতিয়া ছোৱালীজনীয়ে গম পাই ক'লে, "Oh, I see, you want a stamp" (এৰা, তেনেহ'লে আপোনাক এটা ষ্ট্যাম্প লাগে।) তেতিয়া তাই মিঠা হাঁহিৰে তেওঁৰ ফালে চাই এটা ডাক-টিকট ভাৰতবৰ্ষীয় ছাত্ৰটিক দিলে। ডাক-টিকটক "Ticket" নকয় তাত। ৰেলৰ টিকট, থিয়েটাৰৰ টিকট ইত্যাদিৰ কথা বেলেগ। ভাৰতবৰ্ষীয় ছাত্ৰটি এতিয়া এজন (হেজাৰ যোনী নাৰৰ ঘৰে) হেজাৰে হেজাৰে টকা ঘটা ব্যাৰিষ্টাৰ। বছৰে লাখ টকা নহ'লেও (কিয়নো মই তেওঁৰ বেঙ্কৰ বহী নাই দেখা) তেওঁৰ আয় লাখৰ ওচৰ চাপে চাপে। সেইদিনি সময়ত এই বিষয় লৈ আমাৰ বহুত হাঁহা-হাঁহি হৈছিল। মই এই কথা নিজে জানো।

ইংৰাজী ভাষাত এনে বহুত 'মজাৰ' কথা হয়।

* * *

মই সাঁতুৰিব নেজানো। নগাঁও এৰোঁ মোৰ দহ বছৰ হোৱাৰ আগেয়ে। কলঙত আয়ে বিশেষ কোনো অনুষ্ঠান নহ'লে গা ধুবলৈ নিদিছিল। বহাগ-বিহু, কাগুৱা ইত্যাদিৰ সময়ত আমাক কলঙত গা ধুবলৈ দিয়া হৈছিল। তেতিয়া সেই নৈত নামুৰিছিলোঁ। সাঁতুৰিবলৈ চেষ্টা কৰিছিলোঁ—যেনেকৈ সৰু ল'ৰা-ছোৱালীয়ে কৰে। তাৰ পাছত কলিকতালৈ গ'লোঁ। গঙ্গাত গা ধুলেও সাঁতোৰা নাছিলোঁ।

বিলাতলৈ গ'লোঁ। জহকালি আমাৰ স্কুলৰ ল'ৰাবোৰ ওচৰৰে আৰু এটা স্কুলৰ সাঁতোৰা খোঁটালীলৈ গৈছিল, পুৰা সাঁতুৰিছিল, গা ধুইছিল। মই হেড-মাষ্টৰক ক'লোঁ, "শুনকচোন, মই ভাৰতবৰ্ষীয় ল'ৰা। মই ইমান সোনকালে উঠিলে, মোৰ পানী লাগিব, নহ'লে জ্বৰ হ'ব। মোক যেন ইমান ৰাতিপুৱা গা ধুবলৈ নপঠিয়ায়।" হেডমাষ্টৰে ক'লে, "বাৰু"। সেই "বাৰু"ৰেই মোৰ কাল হ'ল। তেওঁ যদি মোক ক'লে হয় "তোমাৰ সেইখিনি সময়ত উঠিবই লাগিব, নহ'লে নহয়", মই বাধ্য হৈ উঠিলোঁহেঁতেন। আৰু এতিয়া মই সাঁতুৰিব পাৰিলোঁ-হেঁতেন। মই সাঁতুৰিব যে নেজানো, ই মোৰ এলাহৰ নিমিত্তে। ল'ৰাবোৰ ৬।০ মান বজাত পুৱা Swimming bath-লৈ গৈছিল। বিলাতত জহকালি তিনি-চাৰিমান বজাতে সূৰ্য্যোদয় হয়। বেলি মাৰ যায় গধূলি আঠমান বজাত। মোৰ এলাহৰ নিমিত্তেই যে মই সাঁতুৰিব নোৱাৰোঁ, এই কথা অসমীয়া মানুহক কৈ নিজৰ মনৰ ভাৰ লঘু কৰিলোঁ। বন্ধুসকল, এলাহ এৰাঁ।

(৪)

এবাৰ য়ুৰোপৰপৰা ভাৰতবৰ্ষলৈ আহোঁতে নীছ (Nice) বোলা ঠাইত কেদিনমান আছিলোঁ। নীছ দক্ষিণ ফ্ৰান্সত—ভূমধ্য সাগৰৰ পাৰত। এই ঠাই-ডোখৰ মহাৰাণী ভিক্টোৰিয়াই বৰ ভাল পাইছিল। এই ঠাই আৰু ভূমধ্য সাগৰৰ এই পাৰখিনিৰ ঠাইডোখৰক ৰিভিয়েৰা (Riviera) বোলে। জাৰকালি 'খ্ৰীষ্টমাহ'ৰ সময়ত এই ঠাই পৃথিৱীৰ "কেতানেকজ" মানুহেৰে ভৰি থাকে। মই 'খ্ৰীষ্টমাহ ডে'ৰ কেদিনমান আগেয়ে গৈছিলোঁ। মানুহৰ হাট তেতিয়াও বহা নাই। নীছ তেতিয়া "নেটিভ" মানুহেৰেহে ভৰি আছিল। মই এক্কেবাৰেই অকলৈ। মোৰ গধূৰ বস্তুবোৰ লণ্ডনৰপৰা জাহাজেৰে আহিব। মই পেৰিছত

( Paris—ফৰাচীবিলাকে-প্যাৰী আৰু ব্ৰিটেনীয়সকলে প্যাৰিছ উচ্চাৰণ কৰে ) কেদিনমান আছিলোঁ। আৰু কলিকতাৰ ছোট আদালতৰ জজ, ঠাকুৰ-আইনৰ প্ৰফেছৰ মিঃ কিশোৰীমোহন চেটাৰ্জীৰ লগত খঁা (Champo—বহুহাণ্ডি প্ৰদেশত) বোলা ঠাইত কেদিনমান আছিলোঁ। মাৰ্ছেলছ ( ফৰাচী—মাৰ্ছেই Marseilles) নগৰলৈ জাহাজ আহিবৰ কেবাদিনো বাকী। মই নীছলৈ আহিলোঁ। লগত গ্লেডষ্টোন বেগ, লাখুটি, বাগ আৰু ওভাৰকোট। ষ্টেচন পাই সমুদ্ৰৰ কাষে খোজ ল'লোঁ। কুলী কিম্বা গাড়ী নল'লোঁ। মোৰ ফৰাচী ভাষাৰে মানুহক সুধি সুধি, বাটত কেটামান হোটেলত থাকিব পৰা খোঁটালী বিচাৰি সমুদ্ৰৰ ওচৰ পালোঁহি। তাৰে এটা হোটেলত ঘৰ কেৰেয়া কৰিলোঁ। হোটেলটো ডাঙৰেই আছিল। কৰ্ম্মচাৰী ( কৰ্ম্মচাৰিণীহে ক'লে শুধ হ'ব ) সকলে অলপ ইংৰাজী জানে। সেই হোটেলত বস্তু থৈ সমুদ্ৰৰ কাষে খোজ ল'লোঁ। এনে সমুদ্ৰতীৰৰ ঠাই ইংলণ্ডত নাই। ফ্ৰান্সৰ দক্ষিণ কূল সঁচাকৈয়ে বিতোপন—বিশেষ ভূমধ্য সাগৰৰ পানীৰ বৰণ। আন ঠাইত ৰ'দ নেথাকিলেও সেইবোৰ ঠাইত ৰ'দে দৃশ্যৰ সৌন্দৰ্য্য বঢ়ায়। নীছ নগৰ খোজকাঢ়ি খোজকাঢ়ি চালোঁ। অলপ ফুৰি চালেই জানিব পাৰি কোন হোটেলৰ খোৱা বস্তু সস্তা আৰু ভাল। মই অলপ পৰ ফুৰিয়েই এটা তেনে ৰেষ্টোৰাঁ উলিয়ালোঁ। মোৰ থকা হোটেলত নেখালোঁ এই নিমিত্তে যে তাৰ এক আহাৰৰ মূল্যৰে এই ৰেষ্টোৰাঁত দুই আহাৰ পালোঁ। সেই হোটেলত শুবলৈহে গৈছিলোঁ মাথোন। এইখিনিতে একাষাৰ কথা কওঁ। মহাযুদ্ধলৈ চাৰি-পাঁচ বছৰ আছে—কিন্তু মই যাওঁতে মোৰ দেশ, কাম ( নাম লেখিব লাগেই ) আৰু বহুতো কথা সেই হোটেলৰ গৰাকীয়নীয়ে লেখি ল'লে। সেইবাৰ পেৰিছতো লেখি লৈছিল। জানিছিলোঁ—লেটিন কোৱাৰটাৰৰ ( কেতিয়ে ল্যাত্যাঁ Quartier Latin ) বোডিং আশ্ৰমত আছিলোঁ দেখি নাম-ধাম অহা-যোৱাৰ ঠাই ইত্যাদি লেখি লৈ গৈছিল। সেই আশ্ৰমৰ গৰাকীক ক'লোঁ ( প্যাৰিসৰ ) "আগৈয়েতো মোৰ এনেকৈ নাম-ধাম লেখি লোৱা নাই, ইয়াৰ অৰ্থ কি ?" গৰাকীয়ে মিঠা মাতেৰে ক'লে, "আগৈয়েও লেখি লৈছিল ; কিন্তু আপোনাক সোধা নাছিল চাগৈ। এয়া আমাৰ পুলিচৰ নিয়ম। আমাৰ কোনো দোষ নাই। আপুনি বেয়া নেপাব।" সেইদেখি নীছত নাম-ধাম ইত্যাদি লেখি লোৱাত একো আচৰিত নহ'লোঁ। তেতিয়া পাছপোৰ্ট (Passport) কৰা নিয়ম নাছিল। মই য়ুৰোপলৈ অহা-যোৱা কৰাত পাছপোৰ্ট কেতিয়াও লোৱা

নাছিলোঁ। আজি-কালি এই দলিলখনি নহ'লে জাহাজৰ টিকটকে লোৱা টান হ'ব।

নীচৰ বাটে বাটে ফুৰি আমনি লাগিল। এবাৰ অপেৰালৈকো গৈছিলোঁ। মই অকণকে নুবুজিলোঁ। আন আন দৰ্শকসকলে হাঁহে কি আনৰকম সময়োচিত ভাব প্ৰকাশ কৰে। মই একোকে নুবুজোঁ।

এঘণ্টামান তাত থাকি আমনি লাগিল। গুচি আহিলোঁ। এনে অচিনাকি ঠাইত অকলৈ ফুৰা বেয়া। নতুন দেশলৈ গ'লে এজন বন্ধু লৈ যোৱা ভাল; কিন্তু সেই বন্ধুজন সঁচাসঁচিকৈয়ে লগৰীয়া হ'ব লাগে। নহ'লে কাজিয়া হ'বৰ সম্ভাৱনা। এনে থলত কাজিয়া হোৱা মই বহুবাৰ দেখিছোঁ। বন্ধু বাছি ল'ব লাগে। কাজিয়া কৰা, মনৰ একত নথকা বন্ধুৰ লগত ভ্ৰমণলৈ নলৈ অকলৈ যোৱাহে যুগুত। কিন্তু মই যে মানুহৰ সৈতে মিলি থাকিব পাৰোঁ—এই বিষয়ে দুবাৰ-এবাৰ "স্বাৰ্থকাকতি" (Certificate) পাইছোঁ। সি বাক যি হ'ক।

সমুদ্ৰৰ দাঁতিয়ে দাঁতিয়ে ট্ৰেম চলে। এজন লগৰীয়া থকা হ'লে এঠাইৰপৰা আন ঠাইলৈ খোজকাঢ়ি গৈ গোটেইখন বিভিয়েৰা চালোঁ হয়। ঠাইবোৰ, নগৰবোৰ ওচৰা-উচৰি, আৰু কি সুন্দৰ দৃশ্য! এইবোৰ ঠাই যক্ষ্মা ৰোগীৰ পক্ষে ভাল। কিন্তু লক্ষপতি, ক্ৰোড়পতিবোৰহে যাব পাৰে। এই ঠাইবোৰ মৰগীয়া।

এদিন ট্ৰেমেৰে মনাকোলৈ (Monao) গ'লোঁ। বাটত যাওঁতে দুখনমান নাম জনা ঠাই পালোঁ—সেইবোৰ ভূগোল-উপন্যাসত পঢ়া ঠাই। মনাকো, মন্টি কাৰ্লো (Monti Carlo) একে।

এই Monti Carlo-তে পৃথিৱীৰ সৰ্ব্বোচ্চ পদ পোৱা জুৱা-ক্ৰীড়াৰ মন্দিৰ। ইয়াক কেছিনো (Casino) কয়। মই গৈ পাওঁতে সাজ লাগিল। সেই ক্ৰীড়া-মন্দিৰৰ খট্‌খটীৰে উঠি গ'লোঁ। চাৰিউফালে ফুলৰ গছ। মানুহৰ মন মুহিবলৈ ফুলৰ সৃষ্টি। তাত যেনেকৈ ফুলবোৰ ৰোৱা হৈছিল, এই লেখনীৰে কেনেকৈ বৰ্ণাম! যি হ'ক, জানি থ'ব যে এই ঘৰৰ চাৰিউফালে মনোমোহা ফুলৰ বাগিচা। গৃহনিৰ্মাণৰ প্ৰণালী প্ৰাচ্য। এনে ওখ দুৱাৰ মই কম ঠাইতহে দেখিছোঁ। ঘৰৰ বৰ্ণনা নিদিওঁ। দুৱাৰৰ পিছত দুৱাৰ। এখন দুৱাৰ মেলি সোমাওঁ, আৰু এখন দুৱাৰ পাওঁ। যি হ'ক সোমালোঁ। মই শেষ দুৱাৰ পাওঁতেই কেবাজন মানুহে মোৰ কাষে "মোসূইৰ" "মোসূইৰ" (Monsieur) বুলি ওচৰ চাপি আহিল। মই বুজনা কাও জুৰি আগবাঢ়ি সোমাব গ'লোঁ। দীঘল-শকত দুৱৰীয়ে (কি আচৰিত কথা—সকলো দুৱৰীয়েই শকত-আৱত, এনে মানুহবো ক'ত ইমান ওজাৰ?)

সম্মানেৰে "অফিচ" বুলি লেখা এটা কোঁঠালীলৈ মোক আঙুলিৰে পোনাই দেখুৱাই দিলে। মই তেতিয়া সেইফালে গ'লোঁ। কথা হৈছে কি—মই আগেয়ে অফিচলৈ গৈ মোৰ নাম-ধামৰ সন্তোষজনক কৈফিয়ৎ দেখুৱাইছে তাত সোমোৱাটো যুগুত আছিল। এজন হাঁহিমুখৰ চুটি-চাপৰ মানুহ আহি ইংৰাজীৰে "এইফালে আহক ছাৰ" বুলি মাতি লৈ গ'ল। মই সেই কোঁঠালী সোমালোঁ। মোক তেতিয়া মানুহজনে "Passport" আছে নে নাই সুধিলে। মই ক'লোঁ যে "Passport নাই, মই তেনে দলিল কেতিয়াও লোৱা নাই। মই ভাৰতৰ মানুহ, তাতে আকৌ বৃটিছ ব্যাৰিষ্টাৰ। মোৰ Passport-ৰ কি দৰকাৰ?" এনেধৰণৰ কথা বহুত ক'লোঁ। সেই মানুহটিয়ে মোৰ আৰ্জি শুনি সম্মানেৰে ক'লে, "ছাৰ, এই দেশখন ফ্ৰান্সো নহয়, ইটালীও নহয়। এইখন এখন বেলেগ ৰাজ্য। আমাৰ এই Casino-ৰ নিয়ম হৈছে কোন মানুহ কেনে মানুহ আমি নেজানিলে ইয়াত আমি সোমাব নিদিওঁ। আৰু এটা কথা—আপোনাৰ কাপোৰো "দস্তুৰ মাফিক" নহয়। আপোনাৰ সাজৰ পৰিচ্ছদ পিন্ধি আহিব লাগিছিল। সি নহ'লেও ক'লা কাপোৰ পিন্ধা হ'লেও আপোনাক সোমাব দিলেও দিব পাৰিলোঁ হয়। কিন্তু আপোনাৰ "লাইট টুইডৰ ছুট", সিও আকৌ নৰফক জেকেট। এনে কাপোৰেৰে আপোনাক সোমাব দিব নোৱাৰোঁ। আপোনাৰ দেশৰে আগা খাঁ এতিয়াই সোমাই গ'ল। তেওঁ আমাৰ অফিচত সোমাইছে ভিতৰলৈ গ'ল। তেওঁৰো ইভ্‌নিং ড্ৰেছ।" ইত্যাদি বহুত কথা ক'লে। মই বহুত বুজালোঁ, একো নহ'ল। মই আহিবৰ সময়ত কৈ আহিলোঁ, "বাৰু, মই বৃটিছ কন্সালক এই বিষয় জনাই তেওঁৰপৰা চিঠি আনিম।" মোৰ বৰ দুখ লাগিল। মই একো উপায় নেপাই সেই কেছিনোৰ চাৰিউফালে বহুবাৰ ঘূৰিলোঁ। ঘূৰি ঘূৰি ভাগৰ লাগি বেঞ্চিত বহি খোজ কাঢ়ি নীচমুৱা হ'লোঁ। বাটতে তিনজনমান ভাৰতীয় ল'ৰাৰ লৈতে দেখা হ'ল। সিহঁত দক্ষিণ আফ্ৰিকাৰ সাউদৰ ল'ৰা। এজনৰ যক্ষ্মা বেমাৰ। Mentone নে কোনো এখন সমুদ্ৰতীৰৰ ঠাইত ঘৰ কেৰেয়া কৰি আছে। সিহঁতে মোক ঠিকনা দি সিহঁতৰ লৈতে দেখা কৰিবলৈ ক'লে। মই পাছত ট্ৰেমত উঠি মোৰ থকা ঠাইলৈ আহিলোঁ। নিৰ্দ্দিষ্ট ৰেষ্টোৰাঁত ডিনাৰ খাই শুবলৈ গ'লোঁ। পাছদিনা পুৱা বৃটিছ কন্সালৰ তালৈ গ'লোঁ। ঘৰ সোমায়েই মোৰ দৰ্শন পত্ৰিকা এটি সুবেশী লিগিৰীক দিলোঁ। বাট চোৱা কোঁঠালীত (Reception room) বহিবলৈ কৈ তাই গুচি গ'ল। অলপপৰ পাছত মোক মাতি নি কন্সাল বহি থকা কোঁঠালীলৈ লৈ গ'ল। মানুহজনে মোক সময়োচিত অভিবাদন কৰি মোৰ

কথা ধীৰভাৱে শুনিলে। পাছত ক'লে, "আপোনাৰ পাছপ'ৰ্ট লণ্ডনৰপৰাই অনা উচিত আছিল। ইয়াত আপোনাক কোনে চিনাই দিব ?" মঞো বহুখিনি ক'লোঁ। কিন্তু একো নহ'ল। শেহত তেওঁ মিঠা মাতেৰে ক'লে, "My dear sir, you are better away from it, it is a hell on earth. (আপোনাৰ তালৈ নোযোৱাই ভাল হৈছে, ই এই পৃথিৱীতে নৰক বিশেষ।)" মোৰ নিৰাশা দেখি (মই ক'লোঁ যে মণ্টি কাৰ্লোৰ ইমান দিনৰপৰা নাম শুনি আহিছোঁ, এতিয়া ইয়ালৈ আহিও যদি ভালকৈ সোমাই চাই চাব নোৱাৰিলোঁ, তেনেহ'লে বৰ দুখৰ কথা হ'ব।) কন্সালে ক'লে, "মণ্টি কাৰ্লোৰ বিষয়াবোৰ ভাল। আপুনি যদি সিহঁতক গৈ কয় যে আপুনি এনেয়ে ঘুৰি-পকি চাবহে মাগোন, তাত গৈ নেখেলে, আপোনাৰ দৰে মানুহে তেওঁলোকক বুজাই ক'লে আপোনাক নিশ্চয় সোমাব দিব।" তেওঁক ধন্যবাদ দি অভিবাদন কৰি গুচি আহিলোঁ। মোৰ ইভ্‌নিং ড্রেছ সমুদ্ৰ-বক্ষত মোৰ পেৰাৰ ভিতৰত। মই আৰু Cassino-লৈ নগ'লোঁ। আৰু এদিন Monte Carlo-লৈ এনেয়ে ফুৰিবলৈ গৈছিলোঁ হ'বলা।

মণ্টি কাৰ্লো মনাকো (Monaco) বুলি এখন ঠাইত—ইটালী আৰু ফ্ৰান্সৰ সীমাৰ ওচৰত।

ইয়াৰ ৰজাক প্ৰিন্স অব্ মনাকো কয়। তেওঁৰ আয় এই মন্দিৰৰপৰাই বিশেষভাৱে হয়। তেওঁ আন আন ৰজা-সম্ৰাটৰ দৰে নহ'লেও তেওঁক সকলো ৰাজদৰবাৰেই সন্মান কৰে। এই কেছিনোলৈ পৃথিৱীৰ বহুত ঠাইৰ মানুহ যায় দেখি কৰা নিয়মৰ দৰকাৰ। বহুত মানুহ তাত সৰ্ব্বস্বান্ত হৈ আত্মহত্যা কৰে। আত্মহত্যা কৰিলে সেই ঠাইৰ নাম বেয়া হয় দেখি এটি নিয়ম আছে যে বিষয়া-সকলে সেই মানুহটিক যদি সঁচাসঁচিকৈয়ে সৰ্ব্বস্বান্ত হৈছে বুলি জানে, তেনেহ'লে তাক সেই ঠাই এৰি যাবলৈ বেলৰ কেৰেয়া দিয়ে। বহুতো নিয়ম আছে। এখন সৰু-সুৰা ঘৰ চলাবলৈ নিয়ম নেলাগে জানো কিবা ? তেনেহ'লে এনে এখন ডাঙৰ অনুষ্ঠান বে-নিয়মে অনিয়মে চলিব নে ? তাৰ এটা নিয়ম হৈছে যে সকলো মানুহে সময়োচিত কাপোৰ পিন্ধি গ'লেহে সেই ঠাই সোমাবলৈ পাব। আমাৰ দেশতো ভিন্ ভিন্ কামৰ নিমিত্তে ভিন্ ভিন্ কাপোৰ নাই নে ? পাঠক ! কোনো ঠাইলৈ গ'লে দুযোৰ-তিনিযোৰ সাজ লৈ যাব।

(৫)

আমি তেতিয়া পুৰণা বৈঠকখানাৰ দ্বিতীয় গলিৰ তিনি নম্বৰ ঘৰত। ১৮৯২ নহ'লে ১৮৯৩ খ্ৰীষ্টাব্দৰ এদিন জাৰকালিৰ আবেলি দেউতাই আমাৰ বহা ঘৰত চাহ খাই আছে (আমি তেতিয়া অসমীয়া বাটিত চাহ খাইছিলোঁ, পিয়লা-পিৰিচত নহয়। আমাৰ ঘৰত দুযোৰ-তিনযোৰমান পিয়লা-পিৰিচ আছিল, বিলাতী ভাবাপন্ন মানুহৰ নিমিত্তে; কিন্তু আমাৰ নিমিত্তে অসমীয়া বাটিৰহে বন্দোবস্ত আছিল।), এনেখিনি সময়ত চাপকন পিন্ধা, তাৰ ওপৰত চাদৰ লকা, ধুতী, জোতা পিন্ধা (মুৰৰ চুলি আধা পকা আধা কেঁচা ধৰণৰ) মানুহ এজনে সেই খোঁটালীলৈ আহি দেউতাক অভিবাদন কৰি মাচিয়া এখনত বহিলহি। চাহ খালে হ'বলা, মনত নাই। কথা পাতোঁতে এবাৰ দেউতাক ক'লে যে ১৮৮২-৮৩ খ্ৰীষ্টাব্দত তেওঁৰ অন্নদাৰাম ফুকন নামেৰে এজন অসমীয়াৰে সৈতে চিনাকি হৈছিল আৰু সেই ফুকনৰে কিবা এখন দলিলৰ (দলিলৰ বিৱৰণ দিলে) তেওঁ সাক্ষী আছিল। তেতিয়া দেউতাই ক'লে যে অন্নদা ফুকনৰ তেনে এখন দলিল ৰেজিষ্ট্ৰী কৰিবৰ সেইখিনি সময়ত দৰকাৰ হৈছিল। অন্নদা ফুকনৰ বহুতো কথা হ'ল। দেউতাৰ মন গলি গ'ল। পাছত আমাৰ (ল'ৰাহঁতৰ) লগত মানুহটিৰ চিনাকি কৰি দিলে। তেতিয়াই ৺প্ৰসন্ন ফুকন (৺অন্নদা ফুকনৰ ভাগিনীয়েক) আমাৰ ঘৰলৈ অহাত তেওঁৰে সৈতে বিশেষকৈ চিনাকি কৰি দিলে।

বহুত কথাৰ পাছত ক'লে যে ষ্টাৰ থিয়েটৰত এটা কিবা কাৰণৰ নিমিত্তে বোলে "বেনিফিট নাইট" হ'ব। দেওবাৰে হ'ব। তালৈ ভাৰতৰ সকলো ৰজা-মহাৰজা আহিব। ডাঙৰ মানুহৰ নামৰ ফৰ্দ্দ এখন দেখুৱালে—সেই মানুহবোৰো যাব। আমিও যেন যাওঁ। টিকট তাৰ পিছদিনা আনিব। তেওঁ ক'ত থাকে সোধাত এটা নম্বৰ আৰু বাটৰ নাম দিলে। ভাল,—এইখিনিলৈকে ভাল কথাই হ'ল। পাছত বিদায় লৈ উঠি গৈ প্ৰধান দুৱাৰৰ কাষৰপৰা উভতি আহি ক'লে—"ভাল কথা, একটা বিশেষ দৰকাৰী ওষুধ বাথ্‌গেটেৰ দোকান থেকে আজ কিনে নিয়ে যেতেই হ'বে। এখন পকেটে দেখি কয়েকটা টাকা কম আছে, তিনটে টাকা দিবেন কি? কাল এসে টিকিটের সঙ্গে টাকা ট'কা ফিরিয়ে দিয়ে যাব।" "মানুহটো ভদ্ৰলোক", তাতে আকৌ দৰৱ কিনিব। দেউতাই টকা তিনটা দি দিলে।

দেউতাৰ পুৱা-গধূলি ফুৰাৰ অভ্যাস আছিল। বহুত দূৰৈলৈকে ফুৰিবলৈ গৈছিল। সেইদিনা গধূলি ফুৰোঁতে ফুৰোঁতে তেওঁ সেই মানুহটোৰে জোৱা

বাটৰ ওচৰ পালেগৈ। অলপ উৎসুক হৈ তেওঁ সেই বাটৰ সেই নম্বৰটো বিচাৰিলে। বাটৰ ইমূৰৰপৰা সিমূৰলৈ ফুৰিও সেই নম্বৰটো আৰু বিচাৰি নেপালে। গধূলি ঘৰলৈ উভতি আহি দেউতাই আমাক ক'লে—"আজি আবেলি অহা মানুহটো swindler (ঠগ)।" তাৰ পাছদিনা সি নাহিল। তাৰ পাছদিনাও নাহিল। অৱশ্যে সেই "বেনিফিট নাইটো" নহ'ল। সেই ঠগৰহে "বেনিফিট আফটাৰনুন" হ'ল।

এনে ঠগ কলিকতাত বহুত। অন্নদা ফুকনৰ নাম নোলোৱাহেঁতেন, আৰু সেই দলিলৰ কথা নোকোৱাহেঁতেন সেই মানুহটোৰ কথা আমি নপতিয়ালোঁহেঁতেন। এনেবোৰ মানুহে বা-বাতৰি লৈহে মানুহৰ সৈতে কথা কয়।

মানুহটোৱে অৱশ্যে ৺গিৰীশচন্দ্ৰ ঘোষ, ৺অমৃতলাল বসুৰ নামো কৈছিল। তেওঁলোকেই তাক সেই বাতৰি দিবলৈ আমাৰ তালৈ পঠাইছিল হুয়। অৱশ্যে মই এইফেৰি লেখোঁতে যিমান সময় লাগিছে, তাতকৈও বেছি সময় সেই মানুহটি আমাৰ তাত সেইদিনা আবেলি আছিল। তাৰ অঙ্গী-ভঙ্গী দেখিলে, কথাবাৰ্ত্তা শুনিলেহে সেই মানুহটিৰ বুদ্ধিৰ(কু) আৱাহনৰ পাঠক-পাঠিকাসকলে চিনাকি পালেহেঁতেন।

এই ঘটনাৰ কেবাদিনৰ পিছত দেউতাই এই মানুহটিৰ দৰে এটি মানুহক হ্যাৰিসন ৰোডত দেখিছিল। কিন্তু দেউতাই আগবাঢ়ি কথা ক'বলৈ যোৱাতো সি কথা নক'লে। সেই swindler-ৱেই যে এই মানুহটি, তাত কোনো সন্দেহ নাই। এজন বয়সিয়াল মানুহে আন এজন বয়সিয়াল মানুহে সৈতে কলিকতা মহানগৰীত এনে অৱস্থাত কথা নক'লেহেঁতেন নে? সি কথা নোকোৱাটোৱেই চিন যে সিয়েই সেই ঠগ মানুহটি। মোৰ অসমলৈকো বহুত আন দেশৰ মানুহ এনেকৈ আহি অসমীয়াক ঠগাই যায়হি। বহুত মানুহে "ফৰচুন টেল" কৰিবলৈ আহি "ফৰচুন মেক" কৰি যায়হি। অৱশ্যে সকলো "ফৰচুন টেলাৰে"ই ঠগ নহয়। কোনো কোনো ভাল মানুহ আছে। "ষার্থফাকটি" (certificate) দেখিও মানুহক চিনি পোৱা নেযায় আৰু চিনা ভালো নহয়। কাম দেখিলেহে চিনা যায়। এনে কাকত, যিয়েই লেখক, বিশ্বাস কৰা ভাল নহয়। অৱশ্যে যদি কোনো মানুহে নিজৰ মুখেৰে কয় যে ই ভাল মানুহ, সি বেলেগ কথা। কিন্তু যাকে-তাকে, গেৰুৱা কাপোৰ কি গেৰুৱা পাগুৰি পিন্ধিলেই বিশ্বাস কৰা ভাল নহয়। এনে মানুহে দুটা-এটা সাধাৰণ কথা সঁচা কয়, তাৰ পাছত "ফাঁকা আৱাজ"। এনে সঁচা কথা আপুনি আৰু মযো ক'ব পাৰোঁ।

অলপ ভৱিষ্যত দৃষ্টি থাকিলেই এনে কথা ক'ব পাৰি। এনে ভৱিষ্যত দৃষ্টি পোৱা একো টান নহয়। চকু আৰু কাণক ভালকৈ শিক্ষা দিলেই এই ভৱিষ্যত দৃষ্টি পোৱা সুচল হ'ব। কিন্তু সকলোৱে নোৱাৰিব। মই এজন মুছলমান ফকচুন টেলাৰক ভাল মানুহ বুলি জানো। তেওঁ যি জানে কয়। তেওঁৰ মই বিশ্বাস দূৰ জানো, এনেয়ে টকা লোৱা বুদ্ধি নাই।

* * *

এদিন মই কলিকতাৰ যোৰাসাকোৰ দ্বাৰকানাথ ঠাকুৰৰ গলিৰ মূৰৰপৰা ট্ৰেমত উঠিছিলোঁ। ৰাতিপুৱা। ১৯১৮ কি ১৯১৯ খ্ৰীষ্টাব্দ। মোৰ ভিতৰৰ জেপত চাৰিশ কি পাঁচশ টকা। ট্ৰেমত মানুহ তিনজন নে চাৰিজন। বোধকৰোঁ দেওবাৰ আছিল। মই এক নম্বৰ গাড়ীৰ দ্বিতীয় বেঞ্চিৰ বাঁওচুকত ড্ৰাইভাৰৰ ফালে মুকৈ বহিলোঁ। মদনমোহন চাটাৰ্জিৰ গলিৰ ওচৰত কি তাৰ অলপ পাছত তিনটা মুছলমান সেই গাড়ীত সোমালহি। এটা বহিল মোৰ সম্মুখত, ড্ৰাইভাৰৰ ফালে পিঠি কৰি, এটা বহিল তাৰ সিফালে মোৰ ফালে মুখ কৰি আৰু ড্ৰাইভাৰৰ ফালে পিঠি কৰি। আৰু এটা বহিল তাৰ সিফালে, মোৰফালে মুখ কৰি আৰু ড্ৰাইভাৰৰ ফালে পিঠি কৰি। আন চুকত সেই একে বেঞ্চিতে দুজন বহিল আৰু আনটো বহিল মোৰ সোঁফালৰ চুকত; অৰ্থাৎ প্ৰথম দুখন বেঞ্চিত আমি চাৰিজন মাথোন। তেনে মানুহ প্ৰায়ে প্ৰথম শ্ৰেণীত নেবায়। মোৰ আগত বহা মানুহটো ক'লা। গাত গেঞ্জী আৰু চাদৰ, বোধকৰোঁ বেষ্ট্ কোটো আছিল। লুঙ্গিখন এডাল বৰ বহল কেবাটাও জেপ থকা কোমৰ-বন্ধৰে (বেল্ট) বন্ধা। চুলিৰ আগডোখৰ কেঁকোৰা-কেকুঁৰি, পিছডোখৰ বৰ চুটিকৈ কটা। মানুহটোক দেখিলেই গুণ্ডা বুলি মনত হয়। গাত বল থকা গুণ্ডা নহয়। বেপৰোৱা গুণ্ডা। আন দুটা কেৰেন্না কি আন কোনো বস্তিৰ গুণ্ডাৰ ছাঁ থকা সাধাৰণ মুছলমান। এটাৰ হাতত "গোলাপ পানী"ৰ বতল। মুক্তাৰাম বাবুৰ ষ্ট্ৰীটৰ ওচৰত এটি মাৰোৱাৰী উঠিল। আৰু দুই-চাৰিজন আন মানুহ উঠিল। হাৰিসন ৰোড পাৰ হৈ গ'লোঁ, তেতিয়া সেই মাৰোৱাৰীজনে ক'লে, তেওঁ মোৰ পাছৰ বেঞ্চিতে বহিছিল, "আৰে, বড়াবাজাৰ কাহাঁ জী, এঁ, বড়াবাজাৰ?" তেতিয়া গাড়ী চলি আছে। তেওঁ নামিব খৰাত মই ক'লোঁ—"আবি মত্ উত্ৰিয়ে জী, গাড্ডী ঠৰনেসে উত্ৰিয়ে।" সি নামে আৰু গাড়ীত মানুহৰ অলপ চাঞ্চল্য হ'ল। মই মাৰোৱাৰীৰ ফালে চাই কথা কৈ থাকোঁতে সেই মোৰ সমুখত বহা মানুহটো (যাক গুণ্ডা বুলি

কৈছোঁ) মোৰ বাঁওকালে আহি বহিল। তাৰ তাত বহিবৰ একো কথা নাছিল। তাৰ বেঞ্চিত মাথোন দুজন মানুহ। মই তাক দেখিয়েই চিঞৰি ক'লোঁ, "তুম কাহে ইহাঁ আয়া, তুমহাৰা জাগা বহুত থা" ইত্যাদি ইত্যাদি। সি নজনা ভাও জুৰিলে। পাছত মই চিঞৰ-বাখৰ কৰাত সি আগৰ ঠাইত বহিলগৈ। ইপিনে তিনটা মানুহৰ এটাই মোৰে সৈতে তৰ্কাতৰ্কি কৰিলে, "আপ্ বি প্যাসেঞ্জাৰ হেঁয়, ও বি হেঁয়—আপকা কিয়া এক্তিয়াৰ হেঁয়।" ইত্যাদি ইত্যাদি।

মই ক'লোঁ—"উস্‌কা জাগা ছোড়কে হামৰা জাগামে কাহে আয়া?" গাড়ী চলি আছে। বেন্টিক্ক ষ্ট্ৰীটৰ মূৰত চৌৰঙ্গিৰ ওচৰত সিহঁত নামি ধৰমতলাৰ ফালেদি গ'ল। তেতিয়া আন মানুহবিলাকে মোক ক'লে—"Don't you know sir, they are pick-pockets. They could have stabbed you." মই ক'লোঁ—"আপোনাসকল আছিলতো?" সিহঁতে ক'লে—"নহয়, ট্ৰেমত এনে মানুহ ফুৰি থাকে।" মই কণ্ডাক্টৰক ক'লোঁ, কণ্ডাক্টৰে "হয়" বুলি ক'লে। যি হ'ক, মোৰ জেপৰ টকা ঠিকেই আছিল, এটাও নিব নোৱাৰিলে। যদিহে সি কোনো জেপত হাত দিছিল, বাঁওফালৰ তলৰ জেপটোতহে দিছিল। কিন্তু মোৰ মনেৰে সি কোনো জেপতে হাত দিব নোৱাৰিলে। মোৰ ধৰ্ম্মতলাইদি বেলেস্‌লি ষ্ট্ৰীটৰ ওচৰৰ পাৰ্ক ষ্ট্ৰীটলৈ যাবৰ কথা আছিল। মই সেইফালেদি নগৈ চৌৰঙ্গিৰ বাটেৰে পাৰ্ক ষ্ট্ৰীটলৈ গ'লোঁ। মোৰ জীৱনত কোনো 'পিক্‌পকেট'ৰ সৈতে সেয়ে প্ৰথম সংশ্ৰৱ আৰু এতিয়ালৈকে সেয়ে শেষ। লণ্ডন কি আন কোনো ঠাইতে এনে এটা ঘটনা মোৰ জীৱনত হোৱা নাই। বহুত ঠাইত, জেপত কিমান যে টকা লৈ ফুৰিছোঁ, য়ুৰোপত কিমান ঠাইত অকলে অকলৈ ফুৰিছোঁ, কলিকতীয়া এনে তিনটা কি এটা গুণ্ডাই বাতিপুৱা যদি মোৰ জেপৰপৰা টকা লৈ গ'লহেঁতেন, তেনেহ'লে বৰ লাজৰ কথা হ'লহেঁতেন। সেই মাৰোৱাৰী মানুহটি সিহঁতৰ দলৰে আছিল নে? বোধকৰোঁ নহয়। সি বাৰু বি হ'ক, সেইদিনাই মোৰ বন্ধুৰ খেদানিৰ পাছত গুৱাহাটীলৈ আহিবৰ কথা। সেই পাঁচশ টকা গুণ্ডাটোৱে লৈ যোৱাহেঁতেন আমাৰ হাহাকাৰ লাগিলহেঁতেন। ভগৱানে সকলো কাম ভাললৈকে কৰে।

(৬)

লুভ্ৰ্ (Louvre) প্যাৰিস্ নগৰত। আগেয়ে ই এটি ৰাজপ্ৰাসাদ আছিল। এতিয়া ই অমূল্য আৰু অতুলনীয় চিত্ৰশালা। ইয়াত বহুত চিত্ৰকৰ আৰু তাৰেবে পুৰণিকলীয়া চিত্ৰ আৰু মূৰ্ত্তিৰ আহি লৈ নিজৰ বিদ্যা আৰু জ্ঞান বঢ়ায়। পৃথিৱীৰ ভিতৰত প্যাৰিস্ চাবলগীয়া ঠাই। এই মহানগৰ য়ুৰোপৰ দ্বিতীয় নগৰ। ইয়াৰ সকলো সুন্দৰ। লুভ্ৰ্ এই সুন্দৰ নগৰৰ সুন্দৰ এটি ঠাই। কেতিয়ে ল্যাতাঁ (Quartier Latin)-ৰপৰা শ্ৰীযুত হেমেন্দ্ৰপ্ৰসাদ ঘোষৰ (এতিয়া এওঁ গৱৰ্ণমেণ্টৰ পক্ষৰ লক্ষ্ণৌৰ ব্যাৰিষ্টাৰ) লগত এই ঠাইলৈ বাব বুলি ওলালোঁ। ডাঙৰ খোঁটালীবোৰৰ বেৰ (দেৱাল)ত ডাঙৰ ডাঙৰ চিত্ৰকৰৰ চিত্ৰবোৰ। এটি খোঁটালীৰপৰা আন এটি খোঁটালীলৈ যাওঁ। চিত্ৰ চাওঁ। কোনো কোনো ঠাইত অলপ পৰ ৰওঁ, চাওঁ, আকৌ দুখোজ-এখোজ যাওঁ, ৰওঁ আৰু চাওঁ। এনেকৈ গৈ আছোঁ। পাছত এটি খোঁটালীত দেখো সেই দেশৰ মানুহৰ দৰে দুজন মানুহে চিত্ৰকৰৰ এনেখিনি সময়ৰ বেশ পিন্ধি চিত্ৰ এখনৰ আহি ল'বলৈ যো-যা কৰিছে। তেওঁলোকে কিবা কথা কোৱা শুনিলোঁ। ফৰাছী যেন নেলাগিল। সেই খোঁটালীৰ-পৰা আন এটি বিশেষ খোঁটালীলৈ যাবলগীয়া হোৱাত সেই ঠাই ক'ত সোধাৰ সুযোগতে সেই দুজনৰ এজনক ইংৰাজীত কিবা সুধিলোঁ। সেই মানুহটিয়ে ইংৰাজী ভালকৈ নেজানিছিল। সেইদেখি মোক আনজনৰ ফালে আঙুলিৰে দেখুৱাই দিলে। তেওঁৰ গাত দীঘল বগা চোলা, আনজনৰ গাতো তেনে চোলা। চিত্ৰ আঁকিবৰ সময়ত এনে সাধাৰণ চোলা খুলি থৈ এনে চোলা পিন্ধে। গাল দুখন ৰঙা, বিশেষ গাল দুখনৰ মাজডোখৰ। গোঁফ সেইদেশীয়েই। যি হ'ক, এওঁক ইংৰাজীত মোৰ প্ৰশ্ন সুধিলোঁ। প্ৰশ্নৰ উত্তৰ পালোঁ। ইংৰাজী কোৱা শুনি আৰু দু-আষাৰমান কথা হ'লোঁ। আৰু তাৰ পাছত জানিলোঁ—তেওঁ ভাৰতবৰ্ষীয়, আৰু আচৰিত হ'লোঁ—তেওঁ বঙ্গদেশীয়। মোৰ ভাল লাগিল। বঙালী বুলি শুনাত মই ততালিকে সুধিলোঁ, "Are you Mr. Hesh ?" (আপুনি মিষ্টাৰ হেশ্ নে ?) তেওঁ কলে, "এৰা, সেয়ে মোৰ নাম।" তেওঁ মোৰ নাম শুনিছিল। তেওঁক ময়মনসিংহৰ জমিদাৰে (আগৰজনে) য়ুৰোপলৈ পঠিয়াই চিত্ৰবিদ্যা শিকাই আনিছিল। ১৯০৪।০৫।০৬ খ্ৰীষ্টাব্দত মিঃ হেশৰ নাম কলিকতাত বহুত শুনা গৈছিল। তেওঁ বহুতো ৰজা-মহাৰজাৰ ছবি আঁকিছিল। তেওঁ ইটালী কি ফ্ৰান্স দেশৰ তিৰুতা বিয়া কৰাইছে। তেওঁৰ ঘৈণীয়েকে শাড়ী পিন্ধি সুৰাত আৰু সুনাম হৈছিল। কিন্তু ভাৰতবৰ্ষৰ মানুহে চিত্ৰবিদ্যা শলাগিব নোৱৰাত তেওঁ আকৌ

পশ্চিম পৃথিৱীলৈ গ'ল। শুনিছিলোঁ—এমেৰিকা (America)-লৈ গৈছিল। পাছত তেওঁক ফ্রান্সৰ মনোমোহা ৰাজধানীত দেখি আচৰিত হ'লোঁ। অলপ পৰ কথা হোৱাৰ পাছত তেওঁ আমাক তেওঁৰ ঘৰলৈ সেইদিনা আবেলি কি তাৰ পাছ-দিনা আবেলি চাহ খাবলৈ মাতিলে। আমি থকা ঠাইৰপৰা তেওঁৰ ঠাই বহুত দূৰ। গৈ গৈ সেই ঠাই পালোঁ। তেওঁ এটা ডাঙৰ ঘৰৰ তেতলা কি চৌতলাৰ এটা "ফ্লেট" কেৰেয়া কৰি আছিল। দেখিলোঁ যে ভায়েকটিয়েও এটি য়ুৰোপীয় মহিলাৰ পাণি গ্রহণ কৰিছে। ডাঙৰ হেশ্ সহধৰ্ম্মিণীয়ে ইংৰাজী জানে। তেওঁৰে সৈতে ইংৰাজীত কথা-বতৰা হ'লোঁ। তাত দুঘণ্টামান আছিলোঁ। ডাঙৰ হেশ্ গৃহিণীয়ে ময়মনসিংহৰ তেওঁলোকৰ গাঁৱৰ ঘৰলৈকো গৈছিল। তেওঁ ক'লে যে গাঁৱৰ তিৰুতাবোৰ বৰ ভাল। তেওঁ শাহুৱেক ইত্যাদিৰ কথা ভক্তিৰে সৈতে ক'লে। সৰু হেশে সৈতে বঙলাত কথা-বতৰা হ'লোঁ। সৰু হেশে ঘৈণীয়েকে সৈতে আৰু নিজৰ ভিতৰত ইটালীয় ভাষাত কথা-বতৰা হৈছিল। তেওঁলোকৰ ল'ৰা-ছোৱালীৰ কেবাটিকো দেখিলোঁ। তাৰে ভিতৰৰ ডাঙৰ দুজনে আমাৰ দেশ দেখিছে। সিহঁতকো ফৰাছী ভাষাৰে কথা-বতৰা সুধিলোঁ। মই সুধিলোঁ, "তোমালোক কি মানুহ?" ল'ৰাটিয়ে ক'লে, "হ্যাঁন্থু" (Hindu)। মোৰ এই কথা শুনি মনত যে কি আনন্দ হ'ল! সুদূৰ য়ুৰোপত য়ুৰোপীয় মাকৰ জীয়েক-পুতেকে কয় তেওঁলোক "হ্যাঁন্থু"। কোনে কয় য়ুৰোপীয় বিয়া কৰালেই সন্তানবোৰে ভাৰতবৰ্ষৰ ফালে মন নিদি য়ুৰোপৰ ফালে মন দিয়ে। এই কথা এতিয়াও পাহৰা নাই আৰু কেতিয়াও নেপাহৰোঁ। হেশ পৰিয়ালক দেখি বৰ আনন্দ পালোঁ।

* * *

মই যিমান দূৰ জানো বাৰুদি নাগবংশৰ স্বৰ্গীয় ৰোহিণীকান্ত নাগেই বঙ্গদেশৰপৰা (ভাৰতৰপৰাও হ'ব পাৰে—এই কথা থিৰাংকৈ ক'ব নোৱাৰোঁ) ইটালীত চিত্ৰবিদ্যা, ভাস্কৰবিদ্যা শিকিবলৈ প্রথম যায়। ১৮৯৪ খ্রীষ্টাব্দত তেওঁৰ কাহৰ বেমাৰত মৃত্যু কলিকতাত হয়। য়ুৰোপৰ জাৰ তেওঁৰ শৰীৰে সহিব নোৱাৰিলে।

* * * *

মই ইংলণ্ডত কলিকতাৰ ওচৰৰ ৰামকৃষ্ণপুৰ কি শিবপুৰৰ মিঃ চাৰুচন্দ্ৰ ৰায়ক চিত্ৰবিদ্যা শিকা দেখিছিলোঁ। তেওঁ বিখ্যাত চিত্ৰকৰ হাৰকোমাৰৰ ছাত্ৰ আছিল।

(৭)

ইংলণ্ডীয় আইন মতে হাত চাই ধন লোৱা (কৰচুন টেলিং) যোৱৰ। আগেয়ে তাত এনে মানুহক বৰ শাস্তি দিয়া হৈছিল। এতিয়াও শাস্তি দিয়া হয়; কিন্তু আগৰ দৰে নহয়। হাত চাই মানুহক ঠগিলেহে এতিয়া এই শাস্তি দিয়া হয়, কিয়নো এনে মানুহে বিশ্বাস লগাই মানুহবপৰা ধন লোৱা অতি উজু। ছুটা-এটা সঁচা কথা কয়; কিন্তু আনবোৰ "কাকা আন্দাজ"। জিপ্সি (Gipsy)-বিলাকে বিলাতত এই বৃত্তি অবলম্বন কৰে। আনেও কৰে। মানুহে হাত দেখুৱাই ধন দিবলৈ ভাল পায়। এই ইচ্ছা মানুহ মাত্ৰৰেই প্ৰবল।

এদিন ছুজন ল্যাংকাশ্বিয়েৰৰ (Lancashire) মানুহে নিউ কৰেষ্টলৈ ফুৰিবলৈ গৈছিল। এনেতে এজনী জিপ্সি ছোৱালীয়ে বাট আগচি ধৰি মিঠা হাঁহিৰে সম্ভাষণ কৰি ক'লে, "হেৰা ভাল মানুহ ছুজন, ক'লৈ যোৱা? মোৰ হাতত ৰূপ দি হাত দেখুৱাই যোঁৱা।" আগেয়ে ৰূপ হাতেৰে চুইহে জিপ্সিবিলাকে হাত চায় (her hand must be crossed with silver first)। পাছত তাৰে এজনৰ বৰকৈ ইচ্ছা হ'ল যে অলপ টকা খৰচ কৰি হাত দেখুৱাই আনন্দ উপভোগ কৰে। আনজনে কিন্তু নিদিয়ে—সেই আনন্দ। ক'লে, "ইহঁত বৰ ঠগ, নৰকৰ কীট সদৃশ। মই তোমাক এনে কামত টকা খৰচ কৰিবলৈ নিদিওঁ।" সেই ছোৱালীজনী কিন্তু নেৰানেপেৰা হৈ লগে লগে গৈ আছে। তায়ো নেৰে। "হাত দেখুৱাওক, হেৰি বাবুহঁত, হাত দেখুৱাওক। মই সকলো কথা ঠিককৈ ক'ম।" নেৰে আৰু। বন্ধুৰো ইচ্ছা। অবিশ্বাসীজনে বহুত পৰৰ পাছত এইবুলি ক'লে, "বাৰু হোঁ, ল এই আধা পাউণ্ড (দহ চিলিং মূল্যৰ সোণৰ মুদ্ৰা)। মোৰ হাত চাব নেলাগে। তই মোৰ নাম, ক'ৰপৰা আহিছোঁ— এইবোৰ কথা যদি ঠিক কৰি ক'ব পাৰ, তেনেহ'লে আধা পাউণ্ডটো তোৰ। বাৰু কচোন চাওঁ।" তাই হাঁহি মাত লগালে, "এঃ বাবু, আপুনি এনে সহজ কথা এটাৰ নিমিত্তে ইমানখিনি টকা দিব নেলাগে, মই নলওঁ।" মানুহ-টোৱেও নেৰে, "মোৰ নাম-ধাম ক'বই লাগিব। বাৰু, মোৰ বন্ধুৱে দহ চিলিং দিব। এই চা, বন্ধুৰ হাতত ধন দিলোঁ।" এইবুলি বন্ধুৰ হাতত টকা দিলে। তাই ক'লে, "দেউতাই যদি এনে এটি সহজ কথাৰ নিমিত্তে ইমানখিনি টকা দিয়ে, দিব।" মোহৰ উলিয়াই ক'লে, "হোঁ, এই মুদ্ৰাটিও তোৰ হ'ব—কেনেকৈ তই এই বিদ্যা পালি, মোক যদি শিকাই দিয়।" তাই নকয়; ক'লে, গুৰুৱে শিকোৱা কথা ক'ব নোৱাৰে। ক'লে বিদ্যা যাব। এনেবোৰ কথা বহুত ক'লে।

ব্যাংকাৰ্খিয়েৰৰ মানুহজনো 'নাছোড়বান্দা।' পাছত আৰু এটি আধা পাউণ্ডৰ লোভ এৰাব নোৱাৰি বহুত পৰ হুঁ-হুঁ-হাঁ-হাঁ কৰি হেঁহো-নেহো কৰি তাই অলপ ধূৰ্ত্ত হাঁহি হাঁহি ক'লে, "আপোনাৰ ছাতাটোৰে কৈ দিলে।"

ছোৱালীজনীয়ে দহ চিলিং পালে। মানুহটোৱে একো অনুতাপ-পৰিতাপ নকৰি তাইক ক'লে, "এৰা, ছাতাটোৰেইতো, সঁচাতো। দহ চিলিং তোৰ, লং। কিন্তু মই এটা কথা কওঁ। তোৰ ধূৰ্ত্তামিৰ নিমিত্তে তোৰ জেলত থকাহে ভাল, আৰু মোৰো তালৈ যোৱা নিতান্ত কৰ্ত্তব্য। মোৰ নিৰ্বুদ্ধিতাৰ সেয়ে উপযুক্ত শাস্তি।"

অৱশ্যে কোনোজনেই জেললৈ নগ'ল। আটায়ে বন্ধুভাৱে ঘৰাঘৰি গ'ল।

এই কথাখিনি জজ্ প্যাৰিৰ (Judge Parry) কিতাপৰপৰা পাইছোঁ। এই জজ্জনাই বহুতো আইন-সাহিত্য লেখিছে। এওঁৰ কিতাপ পঢ়িলে বহুতো নতুন-পুৰণা আইনৰ কথা জানিব পাৰি। সাধুকথাৰ দৰে কিতাপবোৰ। এই জজ্‌ৰ বাপেকো এজন বৰ ডাঙৰ ব্যাৰিষ্টাৰ আছিল। তেওঁৰ নাম Serjeant Parry. 'Serjeant' ডাঙৰ ব্যাৰিষ্টাৰৰ আগৈয়ে উপাধি আছিল। 'g' নহয় 'j'; 'জি' লেখিলে পুলিচ বিভাগৰ, 'জে' লেখিলে ডাঙৰ ব্যাৰিষ্টাৰ। আগৈয়ে সকলো জজেই Serjeant at Law আছিল। সেইদেখিয়েই ব্যাৰিষ্টাৰ Serjeant-অক জজ্‌সকলে 'Brother' বুলি সম্বোধন কৰিছিল।

* * * *

'ফৰচুন টেলাৰ'বিলাকক প্ৰশ্ৰয় দিয়া ভাল নহয়। সিহঁতে কিবা অমঙ্গলীয়া কথা ক'ব বুলি বহুতে সিহঁতে যিহকে খোজে তাকে দিয়ে। সিহঁতেই সেই ঘৰত এঘণ্টা-দুঘণ্টামানৰ নিমিত্তে বজা হয়। সিহঁতক দূৰৈত ৰখা ভাল। স্বাৰ্থ-ত্যাগী দেখিলেও সিহঁতক বিশ্বাস কৰা ভাল নহয়। সিহঁতে স্বাৰ্থৰ নিমিত্তে সেই কামতবোৰ যি-সি উপায়ে লৈ আৰু পাই লগত লৈ মানুহক ভুককিয়াই ফুৰে।

এবাৰ পিক্-পকেটৰ কথা লেখিছোঁ। মোৰ আগতে দুজন মানুহৰ "পকেট পিক্" হৈছিল। আমি কোনেও সেইখিনি সময়ত গম পোৱা নাছিলোঁ। এবাৰ ইংলণ্ডত, এবাৰ কলিকতাত।

আগৈয়ে কলিকতাৰ ঘটনা কওঁ। মানুহজনৰ নাম নকওঁ। এজন প্ৰশ্যাপৰ বন্ধু মানুহ আৰু মই বেন্‌টিঙ্ক ষ্ট্ৰীটেদি গৈ আছোঁ। তাৰ আগতে সেই মানুহজনে এখন দোকানত এযোৰ জোতা কিনি আন এজন মানুহক ঘৰলৈ লৈ যাবলৈ

দিলে। তেওঁ জোতা কিনি দোকানবপৰা ওলাই আহোঁতে থাকী টকাখিনি হুৱাবমুখত তেওঁৰ জেপত ভৰাই ওলাই আহিল। আমি চৌৰঙ্গিৰ ফালে খোজ ল'লোঁ। সোঁফালৰ ফুটপাথ। বৃটিছ ইণ্ডিয়ান ষ্ট্ৰীট কি ৱাটাৰ্লু ষ্ট্ৰীটৰ ওচৰত দুটা কি তিনিটা মহম্মদীয় ল'ৰাই নিজৰ ভিতৰতে ধাকা-ধাকি ঠেলা-হেঁচা কৰি সেই মানুহজনৰ গাত পৰিলহি। তেতিয়াই আমি দুয়ো সিহঁতক থং কৰিব ধৰিলোঁ। সিহঁতেও ইটোৱে-সিটোক গালি পাৰিব ধৰিলে। তাৰ পাছত সিহঁত হাঁহি হাঁহি সোঁফালৰ বাট এটাইদি গুচি গ'ল। আমিও চৌৰঙ্গিৰ ফালেদি গ'লোঁ। **Lady Curzon Park**-ৰ এখন বেঞ্চত আমি বহিলোঁগৈ। বন্ধুজনাই কোনো কাৰণত জেপত হাত দি চাওঁতে গম পালে যে জেপত টকাবোৰ নাই। কি হ'ল? তেতিয়া আমি গম পালোঁ যে সেই ল'ৰাকেটাৱে সেই সৰ্ব্বনাশৰ মূলত। সিহঁতে ঠেলা-হেঁচা কৰি আমাৰ মন আনফালে নিয়ালে, আৰু তেতিয়াই সিহঁতৰ লগৰীয়া এজনে জেপত হাত ভৰাই টকা লৈ গ'ল। আচৰিত! বন্ধুজনাই জেপত হাত ভৰোৱাৰ কথা ততকে ধৰিব পৰা নাছিল। ইহঁতো **Psychology**-ৰ পণ্ডিত। আমাৰ মনৰ চিন্তা আনফালে নিয়াই নিজৰ কাৰ্য্যসিদ্ধি কৰিলে।

ইংলণ্ডৰ ঘটনাটো অহাবাৰলৈ থ'লোঁ।

(৮)

গ'লবাৰৰ আৱাহনত মই ল্যাংকাশ্বিয়েৰৰ দুজন মানুহৰ এজনী জিপ্সি ছোৱালীৰে সৈতে দেখা হোৱাৰ কথা লেখিছিলোঁ। আৰু লেখিছিলোঁ যে সেই ছোৱালীজনীয়ে সেই মানুহ দুটিৰ হাত চাইছিল। ছাপাখানাৰ মানুহজনে বোধকৰোঁ এখনি সক তুলাপাত নেপালে কি হেকৱালে। সেই ছোৱালীজনীয়ে কুৰি চিলিং (এক পাউণ্ড) পালে। প্ৰথম দহ চিলিং পালে এজন মানুহৰ নাম কোৱাৰ বাবে। দ্বিতীয় দহ চিলিং পালে সেই নামটো তাই কেনেকৈ পালে সেই কথা কোৱাৰ বাবে। তাই ক'লে যে নামটি সেই মানুহজনৰ ছাতাতে লেখা দেখি তাই জানিলে। তাৰ পিছৰ কথা আৱাহনৰ পাঠক-পাঠিকাসকলে জানে। তাই কেনেহ'লে এনেয়ে কথাৰ কোষতে কুৰি চিলিং পালে। এয়ে হ'ল সেই ভৱিষ্যত গণনাৰ শেহ আখ্যা।

* * * *

প্যাৰিসৰ কেতিয়ে ল্যাৰ্টাঁৰ ভাৰতীয় বন্ধুজন লক্ষ্ণৌৰ গৱৰ্ণমেন্টৰ ব্যাৰিষ্টাৰ—নাম শ্ৰীযুত হেমন্তকুমাৰ ঘোষ—হেমেন্দ্ৰ ঘোষ নহয়।

* * * *

বিলাতী পিক্-পকেটৰ কথা কওঁ। ডাৰ্বি (Derby) ঘোঁৰদৌৰৰ কথা আটায়ে জানে। বিলাতৰ এয়ে বৰ ডাঙৰ ঘোঁৰদৌৰ। এই খেল কিন্তু ডাৰ্বি দেশত নহয়। স্যাৰেৰ (Surrey) এপ্সম (Epsom) গাঁৱত হয়। সেই ঠাইডোখৰক **Epsom downs** বোলে। তাত বছৰি জুন মাহৰ প্ৰথম সপ্তাহত কিমান যে মানুহ হয়! সকলো ডাঙৰ মানুহ (বিলাতত থকা) যায়; পৃথিৱীৰ ৰজা, ৰাজপুত্ৰসকল, ৰাণী—আটায়ে যায়। সাধাৰণ মানুহৰতো কথাই নাই। লগত অৱশ্যে চোৰ, ডকাইত, বদমাইচ, ঠগ ইত্যাদিও বহুত যায়। য'ত জনসংঘ, ত'তে এনে মানুহ লগে লগে যায়। আমাৰ ভাৰতৰ ৰেলৰ ষ্টেশ্যন, ফুটবল ম্যাচ, ঘোঁৰদৌৰ এনেকি তীৰ্থস্থানসকলতো ঠগ, ডকাইত দেখা নেযায় নে? যদি ইয়াতে এনে, তাত ইয়াতকৈও বেছি। সি বাৰু যি হওক, নবহলাওঁ।

এনে ঘোঁৰদৌৰত ডাঙৰ ডাঙৰ মানুহ বহা ঠাই আছে। তেওঁলোকে যে কিমান টকা দিয়ে! তাতকৈও তাকৰ ধন দিয়া মানুহ বহা ঠাই আছে, আৰু এনে মানুহবো তলৰ খাপৰ টকা দিয়া মানুহ বহা ঠাই আছে। বহা বহুত ঠাই আছে। কিন্তু সৰহভাগ মানুহেই গাড়ী, মটৰ, লৰি ইত্যাদিৰ ওপৰত থিয় দিয়েই খেল চায়। বহুতে শাৰী পাতি থিয় হৈয়েই চায়। ইয়াত বহুতে ঘোঁৰদৌৰ দেখিছে। বহুত মানুহে সেকাও পাইছে। কিনো ক'ম সেইদেখি? কিন্তু এইকেৰি কওঁ যে আমাৰ দেশৰ ঘোঁৰদৌৰবোৰতকৈ ডাৰ্বিত বহুতগুণে মানুহ বেছি হয়। সহস্ৰগুণে।

ইয়াতো "বুক মেকাৰ", তাতো সেই গ্ৰ্যাণ্ড ষ্ট্যাণ্ডত (Grand Stand) বুক মেকাৰ। সকলো বহা ঠাইতে বুক মেকাৰ। বাহিৰততো কথাই নাই। বুক মেকাৰ ইমান বহল, প্ৰশস্ত ঠাইতো গিজ্ গিজ্ কৰে।

ঘোঁৰদৌৰ কেবাবাৰো হয়। সেইদিনাই সেই পথাৰতে দহ-বাৰ বাৰ ঘোঁৰা চেকুৰবাৰ অহিয়া-অহি হয়। এবাৰ দৌৰ হৈ যায়, মানুহবোৰে হৈৰাল-সিৰাল কৰি ফুৰে, জিকিলে বুক মেকাৰৰপৰা আনন্দত টকা ল'বলৈ যায়, নহ'লে এনেয়ে হৈৰাল-সিৰাল কৰি ফুৰে। কোনোৱে হয়তো ৰজা, ৰাণী, ৰাজপৰিয়ালৰ মানুহসকলৰ দৰ্শন ল'বলৈ যায়, পৃথিৱীৰ ডাঙৰ, ধনী মানুহবোৰক ওচৰৰপৰা চাবলৈ যায়। ঘোঁৰা চেকুৰবা ঠাইৰ মাজেদি (course) গৈ এইসকলক চায়গৈ।

আমাৰ দেশত হ'লে এনে মানুহে খেদা খালে হয়। তাত কোনে কাক খেদে? কিন্তু কণ্টা বাজিলেই সেই "কোর্সৰ"পৰা আহিব লাগে। তেতিয়া আৰু কথা নাই। সবল-সুস্থ (কোনো কোনো বেলে বীৰদল তেনে বহলো) পহৰাৱালাবোৰে হাঁহি হাঁহি মানুহক Pass along, please (থিয় হৈ নেথাকিব, গৈ থাকক, বাট মুকলি কৰক—"প্লীজ" আছে দেই, অৰ্থাৎ বন্ধুভাৱেৰে কথা কয়) বুজি ঠাইডোখৰ মুকলি কৰি দিয়ে। সকলোৱে দিহাদিহি নিজৰ ঠাইলৈ গৈ থিয় দিয়ে, অথবা নিজৰ গাড়ীৰ ওপৰত গৈ থিয় হয়। অৱশ্যে "ষ্ট্যাণ্ড" (Stand)-বোৰত বহা মানুহবোৰে এনেকৈ থাকিবা মানুহৰ দৰে ইকাল-সিকাল নকৰে। তেওঁলোকে সেই Stand-ৰ ভিতৰৰ ঠাইবোৰতে ইকাল-সিকাল কৰে—Zoo-ত সিংহ-বাঘৰ দৰে। তাৰ পাছত আকৌ এটা খোঁৰদৌৰ হয়। তাত এনেকৈ সুকলমে সকলো ঠাইতে কাম চলি থাকে।

ভাৰ্বি খোঁৰদৌৰলৈ আগেয়েও গৈছোঁ। কিন্তু ১৯০৮ খ্ৰীষ্টাব্দৰ কথা কওঁ। সেইবাৰ মই যেতিয়া বিলাতলৈ যাওঁ, মিঃ বি. বৰুৱাও একে জাহাজত বিলাতলৈ যায়। তেওঁৰ লগত আছিল মিঃ ভাৰতচন্দ্ৰ বৰুৱা, স্বৰ্গীয় ফটিকচন্দ্ৰ বৰুৱাৰ পুত্ৰেক এজন। মোৰ বন্ধু বিহাৰৰ বাঢ় (Barh) নগৰৰ মিঃ বি. কে. দাসক (বালকৃষ্ণ দাস, দুখৰ বিষয় এতিয়া তেওঁ ইহলোকত নাই, মহাযুদ্ধৰ সময়ত কোনো এক সমুদ্ৰ পাৰ হওঁতে তেওঁৰ জাহাজ "টৰ্পীডো" হোৱাত তেওঁ বহুত কষ্ট পাইছিল আৰু কাৰ্য্যবশতঃ আম্বালালৈ অহাত তাতে তেওঁ দেহত্যাগ কৰে। তেওঁ অতি ৰবমিয়াল মানুহ আৰু মোৰ এজন শুভানুধ্যায়ী আছিল। তেওঁ ইংৰাজীত এখন উপন্যাসো লেখিছে। সেই কিতাপখনিৰ নাম Love of Kusuma—প্ৰকাশক Werner Laurie, Victoria Cross—ইংলণ্ডৰ স্বনামধন্যা ঔপন্যাসিকাই এই কিতাপখনিৰ পাতনি লেখি মোৰ বন্ধু বালকৃষ্ণক প্ৰশংসা কৰিছে। বালকৃষ্ণে পৰকালৰ বিষয়েও ভাবিছিল আৰু লেখিছিল। পৰকালৰ বিষয়ে আৰু নতুন মনোবিজ্ঞানৰ বিষয়েও লেখা কিতাপ এখন তেওঁৰ আছে। তেওঁ ১৯১৭ খ্ৰীষ্টাব্দত মোৰে সৈতে দেখা কৰিবৰ নিমিত্তে কলিকতাৰপৰা অসমলৈ আহে। তেওঁ আগৰ বৈশ্য বৰ্ণী হোৱাত ইংলণ্ডীয় পত্নী বিয়া কৰিছিল আৰু তেওঁলোক সুখে আছিল। এইজনা পত্নীও তেওঁৰ আগেয়ে স্বৰ্গী হয়।) মই প্যাৰিসৰপৰা টেলিগ্ৰাম কৰি দিয়াত তেওঁ আহি আমাক চ্যাৰিং ক্ৰছৰ (Charing Cross)-পৰা আদৰি লৈ যায়। সাতদিন মিঃ বৰুৱা, ভাৰত বৰুৱা আৰু মই একেলগে থাকি লণ্ডনৰ সৈতে চিনাকি কৰি দিলোঁ। মিঃ বি. কে. দাসে মিঃ বি. বৰুৱা

আৰু মিঃ ভাৰতক কাপোৰ-কানি কৰাই দিলে আৰু মোৰ আগৰ পুৰণা বন্ধু মিঃ বীৰেন দেৱক মিঃ বৰুৱাৰ সাময়িকভাবে "প্ৰাইভেট ছেক্ৰেটেৰি" কৰাই দিলোঁ! পিছত তেওঁ গ'ল Westminster Palace Hotel-লৈ, ভাৰত গ'ল Newcastle-লৈ, মই গ'লোঁ 10, George's Inn Palace-লৈ। এইখিনিতে কৈ থওঁ—মিষ্টাৰ বৰুৱাই লণ্ডন "অফিস" অঞ্চলত (city) এটা খোঁটালী কেৰেয়া কৰি B. Borooah & Co. আৰম্ভ কৰি দিলে। ছমাহ মানতে দুই-তিনি ঠাই সলালে। তেওঁৰ বিশেষ পৰামৰ্শদাতা আছিল টেইলৰ বুলি এজন ইংৰাজ। টেইলৰ বি. এন. আৰ.-ৰ এঞ্জিনীয়েৰ আছিল। সেই সূত্ৰেই বি. বৰুৱাৰ সৈতে চিনাকি। এইবোৰ কথা পিছে ক'ম। পাছত ডাৰ্বি (Derby) ঘোঁৰদৌৰৰ কথা কওঁ।

১৯০৮-ৰ ডাৰ্বি ৰেচ্ হ'বৰ দিনা মিঃ বি. বৰুৱা, টেইলৰ বীৰেন দেৱ ( ভাৰত আছিল নে নাই ক'ব নোৱাৰোঁ ) আৰু মই ঘোঁৰদৌৰলৈ গ'লোঁ। বীৰেন দেৱ গ'ল Carshalton, Surrey-ৰপৰা, মই গ'লোঁ George's Inn Palace-ৰপৰা। Westminster Palace হোটেলত গৈ লগ লাগিলোঁ। আগবেপৰা মিঃ বি. বৰুৱাই এখন প্ৰাইভেট ফিটন ঠিক কৰি থৈছিল। পুৱা ৭৷৷০-৮ মান বজাত আমি লণ্ডনৰপৰা পশ্চিমমুৱা হৈ যাবলৈ ধৰিলোঁ। Victoria-ৰপৰা গৈ Knights bridge, Kensington Hammersmith পাই সেই ঠাইৰ পুল পাৰ হৈ Mortlake পালোঁগৈ। এই Mortlake ( মৰ্টলেক )-য়েই অক্সফোৰ্ড-কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ নাওখেলা অৰিয়া-অৰিৰ জিকা ঠাই। Mortlake টেমছ নৈৰ পাৰত। ইয়াতে বুঢ়া টেইলৰৰ ঘৰ। মানুহটি ভাৰতত কেবাবছৰ থাকিলেও তেওঁৰ ঘৰুৱা ইংৰাজৰ দৰে ব্যৱহাৰ আছিল। মই তালৈ আৰু এবাৰ গৈছিলোঁ। মিঃ বৰুৱা মাজে মাজে গৈ থাকে। সেইদিনা পুৱা গৈ পাওঁতেই বুঢ়া টেইলৰে আমাক ভিতৰলৈ লৈ গ'ল। তেওঁলোকৰ কি বন্দৱস্ত আছিল মই ক'ব নোৱাৰোঁ। কিন্তু মই দেৱৰ কথাৰপৰা কিবিনি গম পালোঁ, তাৰেপৰা জানিলোঁ যে মিচ্ টেইলৰবো আমাৰ লগত যোৱাৰ কথা আছিল। মই যোৱাৰ নিমিত্তেই হ'বলা, ঠাই নহ'ব বুলি তেওঁ নগ'ল। মিঃ বি. বৰুৱাই এই কথা দৃঢ়ভাৱে কৈছিল যে জ্ঞান আমাৰ লগত যাবই। কিন্তু তেওঁক লৈ যাবলৈ ঠাইৰ অভাৱ নহ'ল হয়। তেৰোঁ ভাৰত দেখা। ঘোঁৰদৌৰৰপৰা উভতি আহি তেওঁলোকৰ ঘৰত চাহ খালোঁ। ইংৰাজ-বিলাকে ভালকৈ ব্যৱহাৰ কৰোঁ বুলিলে অতি সুন্দৰভাৱে ব্যৱহাৰ কৰে। এনে

ব্যৱহাৰ কৰে আমি যেন বিদেশী নহওঁৱেই। এনে সুন্দৰ ব্যৱহাৰ। মিঃ টেইলৰৰ ঘৰৰ পৰা আমি কিটনধনত উঠি Surbiton, Kingston ইত্যাদি ঠাইৰ মাজেদি ওচৰৰ ঠাইবোৰলৈ যাবলৈ ধৰিলোঁ। ই বহুত দিন আগৰ কথা; কিন্তু মোৰ দুটি কথা (এই গাড়ীৰে যোৱাৰ সময়ৰ কথা) মনত আছে। তাকে কওঁ। টেইলৰৰ ঘৰ এৰাৰ পৰা গাঁৱৰ ৰবে ঠাৰেদি যাম লগা হোৱাত আমাৰ পিছে পিছে আৰু আন গাড়ীৰ পিছে পিছেও লক লক গাঁৱলীয়া ল'ৰা-ছোৱালীবোৰে দৌৰি দৌৰি গৈ "Give us a mouldy penny" বুলি কোৱা কথা মোৰ মনত আছে। বিলাতত কেবাবছৰো আছিলোঁ, 'পেনী' শব্দত mouldy "ভেকুৰা" এই বিশেষণ শুনা নাছিলোঁ। সেই ঠাইৰ পৰা এপ্সমলৈ (Epsom) "Give us mouldy penny" এই ৰব। মাজে মাজে পেনী দিওঁ। আকৌ আহে ল'ৰা-ছোৱালী-বোৰ। অৱশেষত পিছত "পেনী" দিয়া বন্ধ কৰিলোঁ। ইয়াকে পাই জানিবলৈ তু পাব যে ভাৰত আৰু য়ুৰোপ একে।

আৰু এটা কথা। বাটত যাওঁতে মিঃ টেইলৰে ক'লে বোলে পিয়াহ লাগিছে। তেওঁ গ'ল পিয়াহ নিবাৰণ কৰিবৰ অৰ্থে। আনে লেম'নেড ইত্যাদি খালে। মই সক পানী চুবলৈ গ'লোঁ। সকপানী চোওঁতা লগৰীয়া এজনে ক'লে—মই যদি ভাবিলৈ যাওঁ, তেওঁ এটা ভাল "টিপ" দিব পাৰে। ইংৰাজী ভাষা বিৰাট ভাষা, "টিপ" মানে বহুতো আছে। মই জানিলোঁ কি টিপৰ কথা কৈছে। মই তাৰ "টিপ" নল'লোঁ। এনে মানুহক দূৰৈত ৰখা ভাল। বিদেশী ঠাইত অচিনাকি মানুহক একেবাৰে আলিঙ্গন কৰা ভাল নহয়। সেই বিশ্ৰামাগাৰত তেনে বহুতো মানুহে আমাৰ লগ লৈছিল। আমি সকলোটিকে মিঠা মাতেৰে বিদায় দিলোঁ। মই এই কথা বিশেষকৈ কওঁ—বিলাত ভ্ৰমণেচ্ছু ডেকাসকলক—অচিনাকি মানুহৰ লগত বেগাবেগিকৈ ভতাতৈয়াকৈ তেতিয়াই তেতিয়াই, চিনাকি হৈ বন্ধুভাৱে কথা-বাৰ্তা নক'বা, ব্যৱহাৰ নকৰিবা। Hamlet-ৰ Polonius-ৰ উপদেশ পঢ়িবা। মই এই উপদেশ দুওলি কাম কৰাৰ বাবে বহুত ভাৰতবৰ্ষীয়ক ইংলণ্ডৰ মাটিত হাবথুৰি খোৱা দেখিছোঁ।

ভাবি চাওঁক .কি হ'ল অৱশেষত ক'ব। এইবেলি কথাই "আমাৰলৈ" ঠাই পায় কি নেপায় ক'ব নোৱাৰোঁ। ক্ষমা কৰিব।

( ৯ )

আমাৰ ভাৰ্বিৰ ঘটনা কোৱা সম্পূৰ্ণ হোৱা নাই। এটি ঘোঁৰদৌৰ হৈ যোৱাৰ পিছত মিঃ বি. বৰুৱা, বীৰেন দেৱ আৰু মই গ্ৰেণ্ডষ্ট্যাণ্ড চাবলৈ গ'লোঁ। বি. বৰুৱাৰ জেপত সোণৰ ঘড়ী। বাহিৰত সোণৰ চেইন। আমি ষ্ট্যাণ্ডৰ ওচৰলৈ গৈ আমাৰ দেশী ডাঙৰ ডাঙৰ মানুহক বজা-ৰাণীৰ ওচৰত বহি থকা দেখি বং পালোঁ। নেপালৰ মহাৰজাক দেখিলোঁ, আৰু আন আন মানুহক দেখিলোঁ। আমাৰ দৰে বহুতো মানুহে চাই আছিল। আমাৰ লৈতে তিনি-চাৰিজন মানুহে কথা পাতিবলৈ আৰম্ভ কৰিলে। বৰ গেজাগেজি। সুধিলে, "সৌজন কোন ?" আমি ক'লোঁ "নেপালৰ মহাৰজা।" "আৰু সৌজন ?" আমি যি জানিলোঁ ক'লোঁ। আৰু ক'লোঁ, "আমি সকলোৱে একে সাম্রাজ্যৰ" ইত্যাদি ইত্যাদি। পাছত কনিষ্টবলে ( তাৰ কনিষ্ঠ বল, বলত কেতিয়াও কনিষ্ঠ নহয় ) আমাক Pass along বুলি ঘোঁৰদৌৰৰ ঠাইখিনি এৰি যাবলৈ ক'লে। আমি আমাৰ ঠাইলৈ উভতি আহিব খোজোঁতেই বি. বৰুৱাই জেপত হাত দি চাই ক'লে যে তেওঁৰ ঘড়ীটো নাই। সেই পহৰাৱালাটিকেই তেতিয়াই লৰি গৈ ক'লোঁ যে মোৰ বন্ধুজনাৰ ঘড়ী গ'ল। সি ক'লে যে এই মানুহৰ গেজাগেজিত কেনেকৈ মানুহ ধৰা যাব ? কেনে মানুহ সুধিলে। পাছত যিকেজন মানুহে আমাৰে লৈতে কথা কৈছিল, সেইকেজনে লোৱা বাট আঙুলিয়াই দেখুৱাই সেইফালে কনিষ্টবলৰ লৈতে অলপ পৰ গ'লোঁ। ইমান গেজাগেজিত ক'ত মানুহ পাম। কনিষ্টবলে আমাক গ্ৰেণ্ড ষ্ট্যাণ্ডৰ ওচৰৰ থানালৈ লৈ গ'ল। তাত আমি ৰিপোৰ্ট কৰিলোঁ। মিঃ বি. বৰুৱাই ক'লে যে তেওঁ সেই ঘড়ীটি মহাৰাণী ভিক্টোৰীয়া ভাৰতেশ্বৰী হোৱাৰ বছৰি কিনা। আৰু ক'লে—ঘড়ীটি Rotherham ইত্যাদি। থানাৰ পৰাকীয়ে সহানুভূতি দেখুৱাই ক'লে যে বাৰু দেখা যাওক কি হয়। আমাৰ ঠিকনা দিলোঁহক। আমাৰ এটি লাভ হ'ল এই যে আমি গ্ৰেণ্ড ষ্ট্যাণ্ডৰ ওচৰৰ পৰাই দুই-তিনটা ঘোঁৰদৌৰ মানুহৰ গেজাগেজিৰ পৰা আঁতৰি চাবলৈ সুযোগ পালোঁ।। ঘড়ী আৰু পোৱা নহ'ল। মিঃ বি. বৰুৱাই চেইনৰ এই কথা বুজাক লৈইদিলা ক'বলৈ হাক দিলে। আমি নক'লোঁ। কিন্তু তেওঁ নিজেই ক'লে লৈইদিলা কি তাৰ পাইছিলা। আচৰিত, চেইনডাল থাকিল, ঘড়ীটো লৈ গ'ল। বি. বৰুৱাই গমকে নেপালে। 'বাহাদুৰী আছে। আমাৰ লগত চাৰিটা-পাঁচোটা মানুহে কথা কৈছিল। সিহঁতে কথা কৈ থাকোঁতেই আন এজনে কাম সিদ্ধি কৰিলে। এনে মানুহৰ বহুত লগৰীয়া থাকে। বিলাতত সকলো কামেই

ভাতৰতাৰে হয়। নীতি—মানুহৰ গেঞ্জাগেঞ্জিৰ ঠাইত লোণৰ গহনাদি শিক্ষা ভাল নহয়। জেপ-মোনা ইত্যাদিত পাৰ্বধানে থ'ব লাগে।

* * *

পিতৃদেৱতাৰ ১৮৯৪ খ্ৰীষ্টাব্দৰ ২৫ মাৰ্চ তাৰিখে মৃত্যু হয়। তেওঁৰ মৃত্যুৰ সময়ত কোনো ধাৰ নাছিল। দিবৰ আছিল মুঠে সেই মাহৰ দৰমহা আৰু সেই মাহৰ চাকৰ-নাকৰৰ দৰমহা। তেওঁ সকলো বিষয়তে নিয়মেৰে চলিছিল। পেন্সন লওঁতে ছমাহে ব্যাঙ্ক অব্ বেঙ্গললৈ গৈ আনিছিল। কন্ডাইৰেৰ কলা আৰু মই লগত প্ৰায়ে গৈছিলোঁ। কন্ডাইৰেৰ কলাও সময়ে সময়ে গৈছিল। বাইদেৱৰ জীয়েক ছুটিও গৈছিল। গঙ্গাতীৰ, ইডেন গাৰ্ডেনলৈ কেতিয়াবা খোজ কাঢ়ি গৈছিলোঁ, দৰযুৰা ট্ৰেমত আহিছিলোঁ। তেতিয়া ঘোঁৰাৰ ট্ৰেম আছিল—শ্ৰেণী নাছিল। দেৱতা অতি পুৱা উঠিছিল। আই মোৰাৰ পাছৰেপৰা তেওঁ আমাক পুৱাতে জগাই স্নানাদি কৰিবলৈ গৈছিল। স্নান কৰি আহি ঈশ্বৰোপাসনাত বহিছিল। (গধূলিও ঈশ্বৰোপাসনা কৰিছিল।) তাৰ পাছত চাহ খাই (অসমীয়া বাটিত খাইছিল) আৰু ই-সি কিবা অলপ খাই ফুৰিবলৈ গৈছিল। ফুৰি আহি বহা-ঘৰত বহি মানুহ-দুনুহৰ সৈতে সাক্ষাৎ কৰিছিল কি লেখা-পঢ়া কৰিছিল। এথাৰমান বজাত ভাত খাইছিল। ভাত খোৱাও নিয়মিত। পেন্সন লোৱাৰ পাছত দুপৰীয়া অলপ শুইছিল। দুইমান বজাৰপৰা চাহ খোৱালৈকে প্ৰবন্ধাদি লেখা আৰু মানুহ-দুনুহৰ সৈতে সাক্ষাৎ। আবেলি ফুৰি আহি ঈশ্বৰোপাসনা—এই উপাসনাত গায়ত্ৰী মন্ত্ৰাদি উচ্চাৰণ কৰিছিল। আমাৰ ঘৰত বন্ধা মানুহ সকলো সময়তে বামুণ আছিল। অবামুণে বান্ধিবলৈ আৰম্ভ কৰিলে (অৱস্থা পৰিবৰ্তন হোৱাৰ নিমিত্তে, মানুহ—প্ৰায়েই অৱস্থাৰ দাস) দেৱতাৰ মৃত্যুৰ পাছত। দেৱতা আসামৰ সকলো ছাত্ৰাবাসলৈ (অসমীয়া, চিলঠীয়া, বঙালী) গৈ ল'ৰাবিলাকৰ খবৰ লৈছিল। আসামৰপৰা কাৰ্য্যোপলক্ষে গ'লেও গৈছিল। পেন্সন লোৱাৰ পাছত কলিকতাবাসৰ সময়তো গৈছিল। মাজে-সময়ে তেওঁবিলাকৰ বিবাদৰ মীমাংসাও কৰিছিল। এদিন এই ছাত্ৰাবাসৰ বিবাৰ মীমাংসা কৰাৰ সময়ত এজন ছাত্ৰই কিবা এটি ইংৰাজী কিতাপ সমুখত পাই তাৰৰকৈ পঢ়িবলৈ ধৰিলে। ই এটি বৰ হাঁহিৰ কথা হৈছিল।

দেৱতাই বিজুলীত বহুত প্ৰবন্ধ লেখিছিল। বি ছাপাখানাত বিজুলী ছাপা হৈছিল, সেই আলয়ৰ গৰাকীয়ে দেৱতাৰ নামে দেৱানী আদালতত ছাপাৰ খৰচৰ নিমিত্তে মোকৰ্দ্দমা কৰিছিল। ভাবিছিল—দেৱতাৰে কাকত। কিন্তু ভাবিছিল ক'ব

নোহাৰোঁ। পাছত যেই কাকতৰ গৰাকীবিলাকৰ লৈতে আমাৰ বয়তে বিবাদৰ মীমাংসা হ'ল। ছাপাখানাৰ গৰাকীয়ে ভাবিছিল—এনে গণ্যমান্য লোকৰ নামে মোকৰ্দ্দমা কৰিলে টকা পোৱাৰ সুবিধা হ'ব। কাকতৰ গৰাকীবিলাক ছাত্ৰ দেখি চাইগ এনে ভাবিছিল। এইটো মোৰহে মনৰ ভাব। আমি কচাবিৰপৰা আদেশপত্ৰ পাই বিচুৰ্ত্তি হ'লোঁ। দেউতাৰ ওপৰত মোকৰ্দ্দমাৰ কোনো কাৰণেই নাছিল। কাকত চলাওঁতা ছাত্ৰসকলে লাহে লাহে টকা দিব (instalment) বুলি কোৱাত মোকৰ্দ্দমা উঠাই লোৱা হ'ল।

দেউতাই চিঠি-পত্ৰৰ উত্তৰ সকলো সময়তে দিছিল। কেতিয়াবা কেতিয়াবা আমাৰ হতুৱায়ো চিঠি লেখোৱাইছিল। সকতে ইংৰাজী তেনেকৈয়ে শিকিছিলোঁ। ৰাতিপুৱাৰপৰা ৰাতিলৈকে তেওঁ বিনা-কামে কেতিয়াও নেথাকিছিল।

তেওঁৰ যেতিয়া মৃত্যু হয়, মোৰ তেতিয়া তেৰ বছৰমান বয়স। তেওঁৰ শেষ বেমাৰেই মই তেওঁৰ প্ৰথম বেমাৰ দেখোঁ। তেওঁৰ এই বেমাৰৰ সময়ত স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামীয়ে বহুত শুশ্ৰূষা কৰিছিল। শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱায়ো কেবাদিনো ৰাতি শুশ্ৰূষা কৰিছিল। আন আন অসমীয়া ছাত্ৰও আছিল। তেওঁ বাইশ দিন বেমাৰত কষ্ট পায়। তেওঁক ডাক্তৰ ৰায়বাহাদুৰ দেৱেন্দ্ৰনাথ ৰায়ে আৰু ডাক্তৰ চাৰ নীলৰতন চৰকাৰে প্ৰথমৰপৰা চিকিৎসা কৰিছিল। তাৰ পাছত তেতিয়াৰ নামজলা ইংৰাজ ডাক্তৰ মেকনেলেও চাইছিল। এজনে ডাক্তৰ ক্ৰফিও আছিল। একো নহ'ল। শেহদিনা কি তাৰ আগদিনা ধাৰিক কবিৰাজ, গঙ্গাপ্ৰসাদ কবিৰাজো আছিল। ডাক্তৰ ডি. এন. ৰায়ে (হোমিওপেথি) শেহ দৰব দিয়ে। তেওঁৰ মৃত্যুৰ দিনা বহুত মানুহ আহিছিল। তাৰে ভিতৰৰ কিছেজনৰ নাম মনত আছে, কওঁ। ৺ডাক্তৰ কাদম্বিনী গাঙ্গুলী, ৺গুৰুচৰণ মহলানবিশ, ৺আনন্দমোহন বসু, ৺মোহিনীমোহন বসু (এওঁৱেই যোৰকৰোঁ পোনপ্ৰথমে কলিকতাত হোমিওপেথি স্কুল পাতে), ৺শিৱনাথ শাস্ত্ৰী, ৺কাশীচন্দ্ৰ ঘোষাল, ৺হৰিমোহন ঘোষাল, নগাঁৱৰ জগৎবাবু, আমাৰ ৺ৰায়বাহাদুৰ জগন্নাথ বৰুৱা, ৺দি. বৰুৱা ইত্যাদি। অসমীয়া ছাত্ৰসকলো সেইদিনা গৈছিল। তেওঁক শ্মশানলৈ অসমীয়া ছাত্ৰসকলেই লৈ যায়। এই বিষয়ে শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা, ৰায়বাহাদুৰ কনকলাল বৰুৱাদকলো লোকটৈক বেছি জানে। ৺শিৱনাথ শাস্ত্ৰীয়ে শ্মশানত উপাসনা কৰিছিল আৰু ৺হৰিমোহন ঘোষালে গোৱা "ঐ যে দেখা যায় আনন্দধাম" এতিয়াও মনত আছে।

খাইৰেৰ স্বৰ্ণলতাই বাভিৰে-দিনে শুশ্ৰূষা কৰিছিল। ককাইৰেৰ ককণা নাই। ককাইৰেৰ কমলা আৰু মই শক আছিলোঁ। আমাক যি কোৱা হৈছিল, কৰিছিলোঁ মাথোন। এইসকল বিষয় পাছত লেখিম।

দেউতাই এবাৰ মোক কৈছিল "মোৰ ওচৰত, অসমীয়া (জনা) মানুহ থাকিবলৈ দিবি। মই বেমাৰৰ সময়ত at random কথা কওঁ, আৰু যি অসমীয়াত, সেই কথা আনে বুজিব।" আৰু এবাৰ সুধিছিল, "Gladstone কেনে আছে?" সেইখিনি সময়ত Gladstone-ৰৰ চকুৰ টান বেমাৰ হৈছিল। কাটিবলগীয়া হৈছিল। আৰু এদিন ক'লে, "তাইতে Gingerade লেখাদি। জ্বৰ আৰম্ভ হওঁতেই Gingerade খালোঁ, সেইদেখিয়েই বোধকৰোঁ জ্বৰ বেয়া হ'ল।"

ডাক্তৰ মেকনেলে বেভিয়া আৰু ভাল কৰিব নোৱাৰিলে তেতিয়া ক'লে, "It is a malignant type of jungly fever." দেউতা কেতিয়া জঙ্গললৈ গৈছিল? এইটো ডাক্তৰী কায়দা মাথোন। তেতিয়াৰপৰা malignant কথাকেৰি শুনিলে বুকু কঁপে। মোৰ মনেৰে কোৱাৰ অৰ্থ হৈছে এই যে দেউতাক অসমীয়া বুলি জানি ভাবিলে যে তেওঁ নিশ্চয় জঙ্গললৈ গৈছিল। প্ৰিন্সিপাল ৺উমেশচন্দ্ৰ দত্তয়ো মাজে-সময়ে উপাসনা কৰিছিলহি। শ্ৰীযুত কৃষ্ণকুমাৰ মিত্ৰয়ো খবৰাদি লৈছিল। আটাইতকৈ ভাল লাগিছিল দেখি ৺নবীনচন্দ্ৰ বাৰুক। দেউতা সক থাকোঁতে কলিকতাত এওঁলোকৰ তাত থাকি কলেজত পঢ়িছিল। এই বৃদ্ধ মানুহজনে শুদা গাৰ ওপৰত চাদৰ লৈ (গাত মেৰাই নহয়, ডিঙিৰ ওপৰত থৈ) চটি জোতা আৰু ধুতী মুঠেই পিন্ধি দিনৌ পুৱা আহি খবৰ লৈ গৈছিল, "গুণাভিৰাম কেমন আছে আজ?"

পাছত আৰু লেখিম বুলি আশা ৰাখিলোঁ। মই শ্ৰীযুত দুৰ্গাধৰ বৰকটকীৰ অনুৰোধত এনে বহুতো কথাৰে (এটা সক-সুৰা কিতাপৰ জোখাৰে) কাকত লেখি, তেওঁৰ অনুৰোধত 'আসাম হিতৈষী'ৰ নিমিত্তে পঠাইছিলোঁ। কিন্তু শ্ৰীযুত বৰকটকীৰ লগতে আসাম হিতৈষীৰ সম্পৰ্ক বিচ্ছেদ হোৱাত সেই কাকতবিলাক হিতৈষী কাৰ্য্যালয়তে থাকিল। গৰাকীক কেবাবাৰো লেখি কাকত যে নেপালোঁৱেই, উত্তৰো নেপালোঁ।

ভৱিষ্যতে, আৱাহনে ভাল পালে, এনে টোকা পঠাই থাকিম।

(১০)

সেইভাৰ যেমাবৰ সময়ত ৺ডাক্তৰ শিৱৰাম বৰা আৰু ৺বলিনাৰায়ণ বৰা কলিকতাত ছুটী লৈ আছিল। তেওঁলোকে সেইখিনি সময়ত বিলাতৰপৰা ছুটীত ঘূৰি আহিছিল হ'বলা। তেওঁলোকেও খবৰাদি ল'বলৈ আহিছিল। 'মিলন'ত* লেখিছোঁ যে তাবে ভিতৰৰ এজনে ৺ৰাধিকাৰাম ঢেকিয়াল ফুকনৰ নাম কোৱাত সেইভাই আগ্ৰহেৰে চকু মেলি চাইছিল; তেওঁক মৰম কৰিছিল। ৰাধিকাৰাম ফুকনক তেওঁ বিলাতৰ খৰচ দি আঠ বছৰ পঢ়াইছিল।

এইখিনিতে কওঁ যে ৰাধিকাৰাম ফুকন সঙ্গীতৰ 'ডাক্তৰ' নাছিল। তেওঁ হাইডেলবাৰ্গ বিশ্ববিদ্যালয়ৰ ৰসায়নশাস্ত্ৰৰহে 'ডাক্তৰ' আছিল। তেওঁ সঙ্গীত চৰ্চ্চা কৰিছিল দেখিহে অসমৰ বহুতৰ এনে বিশ্বাস।

নগাঁৱত থাকোঁতে কচাৰিলৈ যোৱাৰ সময়ত দহমান বজাত ভাত খাইছিল। ভাত খাই দুখন তামোল খাই বিছনাত আধাঘন্টামান জিৰাইছিল। তাৰ পিছতহে কচাৰিলৈ গৈছিল।

তেওঁ বাহিৰলৈ ওলাওঁতে চাপকন, চোগা, পায়জামা পিন্ধিছিল। মূৰত আৰকালি টুপী পিন্ধিছিল—কাবুলী খালৰ টুপী, নহ'লে ক'লা মখমলৰ টুপী। কেতিয়াবা পিৰালি পাগুৰি মাৰিছিল। বুটজোতা পিন্ধিছিল, দুয়োকাষে ইলেষ্টিক থকা, ফিটা কি বুটাম দিয়া নহয়—কোমল চামৰাৰ জোতা। বোধকৰোঁ সেইবোৰ জোতাক 'মিদিটেৰী' জোতা বোলা হৈছিল। তেনে জোতা, বুট হ'লেও, সোনকালে পিন্ধিব পৰা গৈছিল আৰু অনায়াসে সোলোকোৱা গৈছিল। আজি-কালি দুয়োকাষে তেনে ইলেষ্টিক থকা বুটজোতা কি শু-জোতা বহুত দিন দেখা নাই।

নগাঁৱত ৰাতিপুৱা গা ধুই আহি চাহ খাই ফুৰি আহি তেওঁ কচাৰিৰ ৰায় লেখিছিল। তেওঁৰ জেলবো 'চাৰ্জ' আছিল। ৰাতিপুৱা ফুৰিবলৈ যাওঁতে জেল "ইন্‌স্পেক্‌শ্যন" কৰিছিল। ৰাতিপুৱা তিনি-চাৰিখন ৰায় লেখা দেখিছোঁ। এইখিনি সময়ত মানুহো দেখা-সাক্ষাৎ কৰিবলৈ আহিছিল। তেওঁলোকৰ লৈতেও কথা-বতৰা পাতিছিল। আমাৰ ঘৰখন সেইখিনি সময়ত কি সুন্দৰে এটি ভাল ধৰণৰ হবে চলিছিল। মই যিখিনি সময়ৰ কথা কৈছোঁ, সেইখিনি সময়ত আমাৰ ঘৰত বহুতো মানুহ আছিল। হাউলিৰ চাৰিউফালে স্থানীয় ল'ৰা বহুতো আছিল। আমাৰ ঘৰৰ ভিতৰত ৺কালী বাইদেউ আৰু ভাগিন প্ৰিয়নাথ,

*অষ্টম বছৰৰ প্ৰথম সংখ্যাত (১৮৫১ শক) প্ৰকাশিত 'ৰাধিকাৰাম ঢেকিয়াল ফুকন' প্ৰবন্ধৰ কথা কোৱা হৈছে। —সম্পাদক, জ্যো. ৰ. ৰ.

আমিও তিনি ভাই-ককাই। স্বৰ্ণলতা বাইদেৱে কলিকতাৰ বেথুন স্কুলত পঢ়িছিল। বছৰ সময়ত ঘৰলৈ আহিছিল। নগাঁৱত মই জীৱনৰ প্ৰথম ন বছৰহে আছিলোঁ। এই ন বছৰৰ ভিতৰতে কিছুদিন আইৰ লগত কলিকতাত আছিলোঁ।

মনত আছে, যেউতা এবাৰ ভাটীৰ কালে যোৱা। লগত সহযাত্ৰী আছিল জগন্নাথজনাৰ ৺ৰঘুদেৱ গোস্বামী, উকীল ৺জনস্ৰাম বৰুৱা। আৰু আন মানুহো গৈছিল, এতিয়া মনত নাই। সেইবাৰ কিবি অহাৰ পাছত বহুতো হাঁহি, ৰং-ধেমালিৰ কথা শুনিলোঁ। কোনে ক'ত কি কৰিলে, কেনেকৈ জাহাজত উঠিল, কলিকতা পাই কি কৰিলে ইত্যাদি এইবোৰ কথা আমি পেট ভৰাই শুনিছিলোঁ।

আইৰ লৈতে এবাৰে ৬৫, মাণিকতলা ষ্ট্ৰীটত আছিলোঁ। সেই ঘৰ এতিয়াও আছে। ১৮৮৬ নহ'লে ১৮৮৭ খ্ৰীষ্টাব্দত। আই তাত এবছৰমান আছিল স্বৰ্ণ বাইদেৱৰ শিক্ষাৰ নিমিত্তে। তেওঁ বোৰ্ডিঙতে আছিল। মাকৰ মন নহয়, ছোৱালীটিক লগত ৰাখিবলৈ ভাল পাইছিল। স্বৰ্ণ বাইদেৱে তেওঁৰ লগতে থাকি শিক্ষা কৰিব, সেইদেখি আই কলিকতাত আছিলগৈ। আমাৰ লগত গঙ্গাদাদা আছিল—এওঁ মোৰ নিজা মাহীৰ পুতেক। নগাঁৱত গৈ আমাৰ লগত আছিল। এওঁৰ বিয়া আয়েই দিয়ায়, পুৰণিগুদামৰ ৺শুকদেৱ শৰ্মাৰ জীয়েকৰ লগত। তেতিয়া আমাৰ ঘৰত কিমান যে মানুহ আছিল, এতিয়া ভাবিলে আচৰিত হ'ব লাগে। আই সু-গৃহিণী আছিল। পাছত মই মাণিক-তলাৰ ঘৰৰপৰাই থোকাকাটি 'জেনেৰেল এছেম্ব্লি'লৈ গৈছিলোঁ। নগাঁৱৰ ৺ৰত্নধৰ বৰুৱা ইত্যাদি সেই কলেজত পঢ়িছিল। তেওঁলোকেই মোৰ নাম লেখোৱাই দিয়ালে। মই **Infant class**-অত ভৰ্ত্তি হ'লোঁ। মিষ্টাৰ স্মিথ সেইখিনি সময়ত প্ৰিন্সিপাল আছিল। তেওঁলোকে আমাৰ ক্লাছৰ ভিতৰেদিয়েই অহা-যোৱা কৰিছিল। তেওঁ সৰু সৰু ল'ৰাবোৰৰ লৈতে কথা পাতিছিল আৰু মোক **A.B.C** লেখিবলৈ শিকাইছিল।

আমাৰ নগাঁৱৰ ঘৰৰপৰা এজনী কি দুজনী "আপী" গৈছিল। তেতিয়া যে কিমান "আপী" আছিল। আজি-কালি এনে "আপী" নাই দেখোন।

পথিলা নে নাৰে কোনোবা এজনী আপীয়ে এবজাৰ সময়ত এগিলাচ পানীৰ আৰু কিব্যাকিবি খোৱা বস্তু লৈ গৈছিল। পাছত ল'ৰাইঁতে মোক হাঁহি ঠাট্টা কৰে, "এই যে বড়ুয়াৰ বৌ এলো।" মই ঘৰলৈ আহি মোক কান্দি কওঁ, "আই! আপীক আৰু নপঠিয়াবি।" এনে প্ৰথমতহে হৈছিল। পাছত আৰু সিহঁতে ঠাট্টা নকৰিছিল।

মোৰ তিনিধাম পাজিলেই কথলৈ বাবৰ মন গৈছিল। তেতিয়া বঙলা ভাষকে নেজানিছিলোঁ। সেইদেখি ওচৰৰে এটি ল'ৰাক সুধিলোঁ, "চুটী (অসমীয়া 'ছ' কৈছিলোঁ বঙলা 'স'ৰ দৰে) কোখোন্ হোবে?" সেই ল'ৰাটিয়ে বুজ নেপালে মোৰ কথা। তাক বহুবাৰ ক'লোঁ। কিছুপৰৰ পাছতহে সিহঁতে বুজ পালে। মোৰ বৰ লাজ লাগিছিল। অসমীয়া ল'ৰা দেখি সিহঁতে আৰু মাষ্টৰসকলেও অসমৰ বিষয়ে জানিবলৈ উৎসুক আৰু ইচ্ছুক হৈ মোক বহুতো কথা সুধিছিল। যেনে—"তোমৰা কি খোট্টা?" মই খোট্টা কি নেজানো। মই একো উত্তৰ নিদিও। আমি ঘৰত কি কৰোঁ, কি খাওঁ এইবোৰো সুধিছিল। পাছত এবাৰ ক'লোঁ যে আমাৰ ঘৰত তাঁতশাল আছে। আয়ে তাঁত বয়। সিহঁতে লগবগে ক'লে, "ও তাহোলে তোমৰা তাঁতী?" এনে যে কিমান প্ৰশ্ন সুধিছিল!

এদিনা স্কুলৰ মাচুল দি প্ৰাপ্তিস্বীকাৰ কাকত পালোঁ। পিন্ধিছিলোঁ মখমলৰ পায়জামা আৰু মখমলৰ চোলা। হেদুৱাৰ ওচৰেদি এখন গাড়ী গ'ল। মন গ'ল পাছত উঠোঁ। উঠিলোঁ। আজি-কালি যেনেকৈ দুষ্ট ল'ৰাবিলাকে গাড়ীৰ পাছত উঠে, তেতিয়াও উঠিছিল। মই কিন্তু দুষ্ট নাছিলোঁ, দুষ্ট হ'বহে খুজিছিলোঁ। পাছত ফল হ'ল, এই গাড়ীৰ পাছত উঠোতে উঠিলোঁ হয়, কিন্তু নামিব নোৱাৰোঁ। এতিয়া কি কৰোঁ! কোনোমতে নামিলোঁ। যি হ'ল মৰ'লেও হ'ব নেখোন। পৰিলোঁ। মাটিত বোকা। দুখতো পালোঁৱেই, ক'লা মখমলৰ কাপোৰো নষ্ট হ'ল। ঘৰত গৈ ওলালোঁ। আই আৰু বাইদেৱে মুখ খং কৰিলে। পাছত প্ৰাপ্তি-কাকত বিচাৰি নেপালোঁ। মই পৰাৰ সময়ত সেই কাকতখন পৰি থাকিল। মই উঠি আহিলোঁ, কিন্তু কাকতখন তাতে ৰ'ল। আন গাড়ী-ঘোঁৰাই তাত সেই কাকতফেৰিৰ কাকত-লীলা সম্বৰণ কৰালে চাগৈ। তাৰ পাছদিনা মাষ্টৰলৈ গ'ল চিঠি—বাইদেৱে লেখি দিলে; কিয়নো আয়ে ইংৰাজী অলপ-অচৰপ বুজিলেও ইংৰাজী লেখিব বা পঢ়িব নেজানিছিল। চিঠিখন পঢ়ি নববাবু মাষ্টৰে মোক মাতি নি ক'লে, "হতভাগাটা ৰসিদখানা হাৰিয়েছিল", এয়ে বোধকৰোঁ "হতভাগা" বুলি গালি খোৱা মোৰ প্ৰথম। তাৰ পাছত নিজকে নিজে 'হতভাগা' বুলি কেবাবাৰো কৈছো।

কেউতাই ঘৰত চুৰিয়া পিন্ধিছিল। সৰহভাগ সময়ত যোজা পিন্ধি থাকিছিল আৰু গাত ফ্লেনেলৰ কামিজ। তেওঁ ভলা গাৰে কদাচিতহে আছিল। গা দুৰ্বলা আছিল। মনত পৰাবেলাৰ তেওঁক ডাক্তিৰে লৈতে দেখিছোঁ। মই গুণজাৰ আগৰ সময়খিনিৰ ছবিবোৰত তেওঁৰ ভাত-ভোক নথকা দেখোঁ।



গুণাভিৰাম বৰুৱা



পত্নী লতিকা দেৱীৰ লগত জ্ঞানদাভিৰাম

# মোৰ কথা

## (১)

দেৰতা ( দেউতা ) আৰু আইৰপৰা শুনিছোঁ যে মই হৰু নগাঁৱৰ ঘিৰ চুবুৰীত উপজিছিলোঁ। সেইদিনা বৃহস্পতিবাৰ, ভাদৰ পূৰ্ণিমা আছিল। ৰাতি ১১ মান বজাত ওপজোঁ। মই শুনিছিলোঁ যে মোৰ পাছত আৰু এটি ল'ৰা উপজিছিল। যদিহে হৈছিল, সি হৈয়েই মৰিল। আয়ে আৰু ঘৰৰ আন মানুহে মোৰ বিষয়ে কৈছিল, "ইয়েই পেট-মোচা ল'ৰা।" আৰু মোক "ভদীয়া পোনা" বুলিও কৈছিল। "কণবোপা"তো আছিলোঁৱেই।

অতীতৰ কথা ভাবিলে ভালো লাগে, বেয়াও লাগে। তেতিয়াৰ দিন আৰু এতিয়াৰ দিন, কিমান বেলেগ! কিন্তু বেছিভাগ ভালহে লাগে। বেয়া লাগে, কিয়নো আগৰ মানুহলকল নাই। আগৰ মনৰ ভাব নাই। এতিয়া কেৱল চিন্তা, নানান আসোঁৱাহ। আগেয়ে দুখ কি নেজানিছিলোঁ। সন্ধিয়া বেলিকা ভাত হোৱাৰ আগেয়ে টোপনি আহিলে শুলে, ভাত হোৱাৰ সময়ত জগাই খুৱালে খৰ খং উঠিছিল ( কাৰনো উঠা নাই—কি হুঠে ? )। তেতিয়া আইৰ কোলাত কি দেউতাৰ কোলাত উঠি—আটায়ে "কোনে খালে, কোনে খালে—এ, এই মেকুৰীটোৱে খালে কি টগৰ কুকুৰে খালে", এনেকৈ কেৰাবাৰো কোৱাতহে গাৰ পাই খাইছিলোঁ। খুব হুপিয়াই হুপিয়াই খাইছিলোঁ। এনেকৈ সন্ধিয়া বেলিকা বিচনাত আনৰ লৈতে উমলি থাকোঁতে থাকোঁতে টোপনি আহিলে, কলাফুলটি গ'লে মেকুৰীকিটাই "মিউ মিউ" কৰিলেই গম পাইছিলোঁ যে বাপুৰে ভাত বাঢ়ি আনি মজিয়াত থ'লেহি আৰু। এতিয়ালৈকে মেকুৰীৰ "মিউ মিউ" শুনিলে আলু ভজাৰ কথা মনলৈ আহে, আৰু আলু ভজাৰ ( তেলে আলু ভজাৰ ) গোন্ধ পালে, আলু ভজা দেখিলে, খালে মেকুৰীৰ "মিউ মিউ" মাত মনত পৰে। টোপনিৰপৰা জগাই খুউৱায়ে তেতিয়া জীৱনৰ এটি বৰ আসোঁৱাহ আছিল।

আৰু এটি সেই সময়ত মোৰ দুখৰ, বিশেষকৈ ভয়ৰ কাৰণ আছিল—চেবেকনি। চেবেকনি মাৰিলেই কান্দি ঘৰখন তল-ওপৰ কৰিছিলোঁ। কোনোৱা

এজন ওচৰত থাকিবই লাগিব। ৰবকৈ ঢেৰেকনি মাৰিলে আই ওচৰত নেথাকিলে কান্দি কান্দি ৰবখন ওকবাই পেলাওঁ, তাতকৈও বেছি হ'লে দেউতা ওচৰলৈ নাহিলে নহৈছিল। এবাৰ ৰাতি আয়ে নিচুকাব নোৱাৰিলে, দেউতাক আন খোঁটালীৰপৰা মতাই অনাতহে কান্দোনৰ অন্ত পৰিল। দেউতাই কোলাত লৈ কিবা এটা মন্ত্র ক'লে। মোক ক'লে, "এই মন্ত্রটো শিকি ল, এই মন্ত্র উচ্চাৰণ কৰিলে ঢেৰেকনিৰ ভয় যাব, শিকি ল।" আৰু অলপ ডাঙৰ হওঁতে স্বৰ্গীয় মাণিকচন্দ্র বৰুৱাই মোৰ ঢেৰেকনিৰ ভয়ৰ কথা শুনি (এই কথা হ'ল কলিকতাত, ১৮৯১ খ্রীষ্টাব্দত) ক'লে, "তুমি যদি বিজুলী দেখা পোৱা তোমাৰ একো ভয় নাই।" বৰুৱা ডাঙৰীয়াই এই কথা কৈছিল, মই যেতিয়া ক'লোঁ, "মোক এজন মানুহে কৈছে যে বিজুলী দেখিলে চকু পিটুপিটাবা,* মই তাকে কৰিছিলোঁ। মিষ্টাৰ বৰুৱাই ক'লে, "বিজুলী যদি দেখা, কোনো ভয় নাই।" ওচৰত থকা কোনো কোনো মানুহে মোৰ ভয়ৰ কথা জানি মোক বেছিকৈ ভয় খুৱাইছিল। সৰু সৰু ল'ৰা-ছোৱালীক এনেকৈ ভয় খুওৱা অতি বেয়া। আন মানুহে ইয়াকে ভাবে ধেমালি, এনে ধেমালি কৰি ৰং পায়; কিন্তু ল'ৰা-ছোৱালীৰ পক্ষে ই বিপদৰ কথা। গোটেই জীৱনটো এনে ল'ৰা-ছোৱালী ভয়াতুৰ হৈ থাকিব পাৰে। সিইতৰ সকলো সময়তে "ভয়" লগৰীয়া হ'ব পাৰে। ভয় যদি লগৰীয়া হয়, সিইতৰ ভৱিষ্যত এন্ধাৰ। কিন্তু ৰং-ধেমালি কৰা মানুহে সেই কথা নেভাবেই। তেওঁলোকৰ মজাহে লাগে ল'ৰা-ছোৱালীক ভয় খুৱাই। ই অতি অন্যায়। শহা-পহুৰ দৰে ভয়ে আমাক আগুৰি থ'বলৈ দিব নেলাগে।[১]

আগৈয়ে কৈছোঁ বাপুৱে মজিয়াত ভাত আনি খোৱাৰ কথা। দেউতা কলিকতাত পেন্সন লৈ থকাতো আমাৰ ভাত বামুণেহে ৰান্ধিছিল। দেউতাই এদিন কোৱা শুনিছিলোঁ, "মই যিকেদিন জীয়াই থাকোঁ, ঘৰত বামুণেই

---

* 'পিটুপিটাবা'ৰ পৰিবৰ্তে আমাৰ বোধেৰে শব্দটো হ'ব লাগিছিল 'টিপ্‌টিপাবা'। মূল পাণ্ডুলিপিৰ এঠাইত উক্ত শব্দটোৰ সম্পৰ্কত আমি লেখকৰ এটি টোকা পাইছোঁ। টোকাটি এনে ধৰণৰ: "I do not find 'পিটুপিটোৱা' and 'টিপ্‌টিপোৱা', I find 'টিপ্‌ৰাব'—অলপকৈ চকুৰ পতা জপাই কথা বুজা, অলপকৈ চকু জপাই কোৱা (p. 384—Hemkosha). What I want is Assamese for 'blinking', J. B. 4/3/49)." মুহীন্দ্ৰনাথ ভট্টাচাৰ্যৰ 'The Pronouncing Anglo-Assamese Dictionary'-ত 'blink'-ৰ অসমীয়া "চকু টিপ্‌টিপা" বুলি দেখুৱা হৈছে।. —সম্পাদক, জ্ঞা. ৰ. ৰ.

১ 'মোৰ কথা'ৰ পৰিশিষ্ট চাওক। —সম্পাদক, জ্ঞা. ৰ. ৰ.

বাঢ়িব।" সেয়ে সেইহত হ'ল। দেউতা স্বৰ্গী হোৱাৰ পাছত বেতিয়া আমি বেলেগে ঘৰ লৈ আছিলোঁ, তেতিয়া প্ৰথম আমাৰ ঘৰত অবামুণে বান্ধিবলৈ ধৰিলে। মানুহটিৰ নাম আনন্দ আছিল। ভাল নামৰ মানুহেই আৰম্ভ কৰিলে। দেউতাই কিন্তু খোৱা-বোৱাত জাতি-বিচাৰ নকৰিছিল। জাহাজতো খাইছিল। ঘৰৰ দস্তুৰ যি আগৰপৰা চলি আহিছে, তাৰে কথাহে দেউতাই কৈছিল।

সকতে "মৰা" এই কথাটি শুনিছিলোঁহে মাথোন, দেখা নাছিলোঁ। কেতিয়াবা কেতিয়াবা ডাঙৰ ল'ৰাবিলাক ফুৰিবলৈ যাওঁতে, নহ'লে চাকৰৰ লগত মৰিকলঙৰ ফালে ফুৰিবলৈ যাওঁতে, মানুহে কন্দা চুৱাৰ-এৰাৰ শুনিছিলোঁ। লগৰীয়াবিলাকে কয়, "কোনোবা মৰিল হ'বলা।" আইক আহি কৈছিলোঁহি—সেইফালে ফুৰিবলৈ যাবলৈ মানা কৰিছিল। মৰিকলং তেতিয়া বৰ জেকা আছিল। মৰিকলং নামটি মনত পৰিলেই "মৰা"ৰ কথা ভাবিছিলোঁ।

আমাৰ ওচৰতে ওচৰ-চুবুৰীয়াৰ ঘৰত, এদিন মানুহ চুকাল—ৰাতি। বহুত দিনৰপৰা বেমাৰ আছিল। তেওঁলোকে গুৱাহাটীলৈকো অহা-যোৱা কৰিছিল। মানুহে কোৱা-কুই কৰিছিল যে এই বেমাৰ গুৱাহাটীৰ ফালে যি বেমাৰ হৈছে, সেয়েই। (পাছত বুজিলোঁ ক'লা জ্বৰৰ কথা কৈছিল।) আই-দেউতাই সাৰ পাই কথা কোৱা-কুই কৰাত ময়ো সাৰ পাই সুধিলোঁ, "কি হৈছে?" মানুহজনৰ নাম কৈ ক'লে, "শান্তি পালে।"

আমাৰ বাৰীৰ এচুকত মান বুঢ়া বুলি এটি মানুহ আছিল। জীয়েক আছিল আৰু ঘৈণীয়েকো আছিল, তাইক মাননী বুলি মতা হৈছিল। সেই মানুহটিৰ কুষ্ঠ আছিল। আন কি কাম আছিল ক'ব নোৱাৰোঁ, কিন্তু দেওবাৰে ভিক্ষা কৰা দেখিছিলোঁ। সেই মানুহটি মৰিল। তাক তামোলৰ ঢকুৱাৰ ওপৰত গুৱাই চোচোৰাই লৈ যোৱা দেখি আচৰিত হৈছিলোঁ।

দেউতাক এই "মৰা"ৰ কথা সোধাত মৃত্যু যে এটা ভয়ৰ বস্তু, ভয়ানক বস্তু, এনে কথা কোৱাত দেউতাই ক'লে, "ই এটা পৰিবৰ্ত্তনহে মাথোন,—যেনেকৈ আমি সৰুৰপৰা ডাঙৰ হওঁ—যেনেকৈ আমি ফটা কাপোৰ সলাই নতুন কাপোৰ পিন্ধোঁ" ইত্যাদি। কিন্তু এনে ভয়ঙ্কৰভাৱে "কাপোৰ সলোৱা" হয় কিয়?—সৰুতে এনে কথা ভাবিছিলোঁ, এতিয়াও মাজে মাজে ভাবোঁ। সৰুতে মৃত্যুৰ কথা কৈ—ঘৰৰ মানুহে নহয়, বাহিৰা মানুহে—মোক ভয়ো খুৱাইছিল। এনে ভয় দেখুওৱা যে শত্ৰুৰ কাম, বন্ধুৰ কাম নহয়, নক'লেও হ'ব।

আৰু এটি কথা এইখিনিতে মনত পৰিছে। এদিন দুপৰীয়া আৱে ওচৰত

থকা দুই-তিনিজনা তিৰুতাক কোৱা শুনিছিলোঁ, "মোৰ ৫২/৫৩ বছৰত বিষ্ট আছে, মই তেতিয়া মৰিম।" ওচৰতে আছিলোঁ; এই কথা শুনি যে কিমান কান্দিলোঁ আয়ে বুজনাকৈ। পাছত দেউতা কচাবিৰপৰা উভতি অহাত দেউতাক ক'লোঁ। দেউতায়ো বুজালে, আয়েও বুজালে। কিন্তু সেই কথা আৰু নেপাহৰিলোঁ। আইৰ স্বৰ্গাৰোহণ হয় কলিকতাত ২৬ মাৰ্চ, শনিবাৰ, ১৮৯২—২৬ নং হুচ্ লেইনত। বোধকৰোঁ, তেতিয়া বয়স ৫২/৫৩-কে আছিল। —এই কথা পাছত হ'ব।

মই তেতিয়া স্কুললৈ যোৱা নাছিলোঁ। এনেখিনি সময়ৰ এটি ঘটনা মনত পৰিছে। দুপৰীয়া অলপ পৰ বিচনাত শুব লাগিবই। সাৰে থকা অৱস্থাত, আইৰ লগে লগে ফুৰোঁ। অলপ পঢ়িবলৈ শিকাৰ পাছতে মহাভাৰত, ৰামায়ণ, কীৰ্ত্তন, ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ ইত্যাদি অলপ অলপ পঢ়ি শুনাওঁ। আয়ে লেখিব-পঢ়িব জানিছিল—অসমীয়া, বঙলা দুয়োকে। ইংৰাজীও যৎকিঞ্চিৎ জানিছিল, কথা ক'ব নোৱাৰিছিল। কিন্তু প্ৰতিশব্দ কিছু কিছু জানিছিল। দেউতা কলিকতা কি আন ঠাইলৈ গ'লে মোৰ হতুৱাই চিঠি লেখোৱাইছিল। এইখিনিতে কওঁ, অলপ ডাঙৰ হোৱাত কোনো কোনো চিঠি দেউতাই মোৰ হতুৱাই লেখোৱাইছিল। দেউতাই কৈ যায়, মই লেখি থাকোঁ। লেখা হ'লে চিঠিখন মোক ডাঙৰকৈ পঢ়িবলৈ কৈছিল। পঢ়া শুনি, নিজৰ দস্তখত দিছিল। এনেকৈ চিঠি লেখা আৰু লেখি আকৌ সেইখন পঢ়াত মোৰ যে কি শিক্ষা হৈছিল, পাছতহে বুজিছিলোঁ। আৰু এতিয়াও যে চিঠি লেখোঁ, প্ৰত্যেক চিঠিৰ যে উত্তৰ দিওঁ (শুদ্ধকৈ ক'বলৈ গ'লে, বছৰেকত ২/৩ খনমানৰহে নিদিয়াকৈ থাকোঁ, কাৰণ কওঁ—যেতিয়া কোনো চিঠিৰ উত্তৰ ঠিক সময়ত নিদিওঁ কি দিব নোৱাৰোঁ, তেতিয়া এনে চিঠিৰ ২/৩ খনমান সেই অৱস্থাতে ৰৈ যায়); ইও তাৰ এটি কাৰণ। আইৰ লগত ইঘৰ-সিঘৰ কৰোঁতে, ই চোতাল সি চোতাল কৰোঁতে পিচল খাই গ'লোঁ—এদিন পৰি। কান্দিবলৈ ধৰিলোঁ, আয়ে ক'ত মৰম কৰিব? দিলে মাৰি। আইক ক'লোঁ, "দেউতা আহক, দেউতাক কৈ দিম।" আবেলি বাটতে দেউতাক ধৰি গোচৰ। দেউতাই তেতিয়া একো নেমাতিলে; ঘৰত কেইবাজনো মানুহ আছিল। তাৰে এজনে মোক ওচৰলৈ মৰমকৈ লৈ ক'লে, "দেউতাৰা এতিয়া কচাবিৰপৰা পোনে পোনে আহিছে, সেইবোৰ কথা ক'ব নেপায়।" ঘৰ সোমাই দেউতাই ক'লে, "আয়েৰাই যে তোমাক মাৰিছিল, তোমাক দুখ দিবলৈ মৰা নাছিল; তুমি বাতে তেনে অসাৱধানে খোজ কাঢ়ি

পিচত খাই নপৰা, সেই নিমিত্তেহে।" এই কথা কেতিয়াও নেপাহৰোঁ। তেতিয়াই মহা সন্তুষ্ট হ'লোঁ। মৰাৰ কথা পাহৰিলোঁ। অসাৱধান হ'লে কি হয়, বুজিলোঁ। মই কিন্তু তেতিয়া আইৰ হাত ধৰিবলৈ বিয়াকুল, মাটিৰ কাহলে কেনেকৈ চাম? কিন্তু সকলো পিনে চাইহে কাম কৰিব লাগে। ই অতি সাধাৰণ, সামান্য কথাৰ শিক্ষাহে মাথোন।[২]

গান আছিলেই আমাৰ ঘৰত এবাৰ নে এবাৰ হৈছিলেই। "গান" মানে হাজোৰ, দেৱগাঁৱৰ আৰু আন ঠাইৰ "ছোকোৰা-ছুকুৰীৰ" গান। বঙলা গান—এতিয়া জানো—বিকৃত বঙলা। এনেবোৰ গান প্ৰায়ে ঠাই বুজি (কৰ্তাৰ গীতো গোৱা হৈছিল ঠাই বুজি) গোৱা হৈছিল। কুলীয়া ল'ৰাই, বাটৰ ল'ৰাই এনেবোৰ গান শুনি গুনগুনাইছিল কি গাইছিল। সিহঁতৰপৰা শিকি আমিও গাইছিলোঁ, যেনে—"যাৰ প্ৰাণ তাৰ কাছে লোকে বলে নিজ নিজ।" "ভীষণ প্ৰেমেৰ বেড়ি ৰে", "প্ৰাণ জ্বলে প্ৰেয়সী, তোমাৰ মুখখানি মনে হ'লে।" (কোনোবে আকৌ ইয়াক ইংৰাজী কবি গাইছিল "My bosom burns, o, my darling, on remembering thy face"—কিন্তু সুৰ একেই!) আমাৰ ঘৰত শ্যামা বিষয়ক, ৰাধা-কৃষ্ণ নামৰ গান, এনে গানহে গোৱা হৈছিল। অৱশ্যে "ৰাধা-কৃষ্ণৰ" নাম থাকিলে যি কোনো প্ৰেমৰ গানকে সকলোৰে আগত গোৱা যায়। এইবোৰ গান আমিও গুনগুনাইছিলোঁ, গাইছিলোঁহঁক। দেউতাই শুনিলে আমাক মানা কৰিছিল; কিন্তু দেউতাই নুশুনাকৈ গাইছিলোঁ। কিন্তু "প্ৰেমেৰ বেড়ি" কি, "ভীষণ প্ৰেমে"ই বা কি, "প্ৰেয়সী"য়েই বা কি নেজানিছিলোঁ। অৱশ্যে "প্ৰেয়সী" যে এটি কিবা প্ৰিয়, ভাল বস্তু, ছোৱালী, ডাঙৰ ল'ৰাবোৰে কোৱা-কুই কৰাৰপৰা অলপ-অচৰপ গম পাইছিলোঁ। মানে কি নেভাবি গাই গৈছিলোঁ, আৰু "My bosom burns"-তো ইংৰাজী; ইয়াত কি দোষ? (!!!)—এইবুলি খুব গাইছিলোঁ। মানুহৰ আগত নহয় অৱশ্যে। এই সকলো ঘটনা, যি কৈ আছোঁ, তিনি-চাৰি বছৰৰ ভিতৰত হোৱা ঘটনা। তেতিয়াও জ্বৰ মানিছিলোঁ, এতিয়াও ভাবিলে বেয়া লাগে—এবাৰ দেৱগঁয়ানী নে হাজোৱনী "ছুকুৰী"বোৰে জিলা এৰি যোৱাৰ লগে লগে তিনি-চাৰিটি আমাৰ জিলাৰে ল'ৰা, তাৰে এটি ১০/১২ বছৰীয়া—তিনি-চাৰি দিনমান সিহঁতৰে লগত পলাই আছিল। ইয়াৰপৰাই বুজা যায় যে তেতিয়া ল'ৰাবোৰৰ, কাৰো কাৰো, নৈতিক অৱস্থা কেনে আছিল। "তেতিয়া" কিয় কৈছোঁ, এতিয়াও (সকলো ঠাইতে

---

২ 'মোৰ কথা'ৰ পাণ্ডুলিপি অসমাপ্ত। —সম্পাদক, অ. ব. স.

তেনে নিশ্চয়); কিন্তু ১১/১২ বছৰীয়া ল'ৰাটি অকালত পৈণত হোৱা নহ'ল নে? কাৰণ লগৰীয়াবোৰ বেয়া আছিল। মানুহৰ স্বভাব, লক্ষ লক্ষ (কোটি কোটিও হ'ব পাৰে) বছৰ আগৰে যেনে এতিয়াও তেনে আছে। কিন্তু ১১/১২ বছৰীয়া ল'ৰাটিৰ ব্যৱহাৰৰ কথাহে এতিয়ালৈকে ভাবি থাকোঁ। তাক বোধকৰোঁ সিহঁতে ধপাত লগাবলৈ লৈ গৈছিল। সেইখিনি সময়ত ফৌজদাৰীপট্টিৰ এটি মানুহে ছায়াবাজী দেখুৱাইছিল। সেই মানুহটিয়েও বাজী ইত্যাদি দেখুৱাইছিল। নতুন কিবা এটা হ'লেই কি আহিলেই আমাৰ ঘৰত সেই বস্তুটি দেখুৱা হৈছিল, ঘৰলৈ সেই বস্তুটি অনা হৈছিল। এনেবোৰ খৰচাদি কৰিলেও আই-দেউতাক অপব্যয়ী বুলি ক'ব নোৱাৰি। আমাৰ ঘৰত খোৱা মানুহৰ সংখ্যাও বেছ আছিল। এতিয়া (আজি ১১ এপ্ৰিল, ১৯৪৯ চন) যি এটা দুৰ্ঘটনাই আৰু দুৰ্ভাবনাই আমাক দিনৌ মুহূৰ্ত্তে মুহূৰ্ত্তে লেৰেলা কৰিব লাগিছে (পাঁচ-ছগুণ দাম বঢ়া; নিজৰ আয় অনুসাৰে কি নিকিনিব পাৰোঁ, কিনিব পাৰোঁ, নহয়, কি নিকিনাকৈ জীয়াই থাকিব পাৰোঁ, সেই কথা নিমেষে নিমেষে ভাবি), সেই চিন্তা, সেই দুখ আই-দেউতাৰ নাছিল। তেতিয়া জহা চাউল, মোৰ বিমানদুৰ মনত আছে, সেৰে ৪/৫ পইচা আছিল। নগাঁৱত দুই পইচাৰ মোৱা মাছেৰে সৰু পৰিয়ালে লোণ-আলুকীয়া, টেঙাৰ আঞ্জাৰে খাব পাৰিছিল। আন আন বস্তুও তেনেখিৰ দামৰেই আছিল। মাহে এশ টকাৰে এঘৰ পৰিয়ালে সুখে-স্বচ্ছন্দে খাই-বৈ, পিন্ধি-উৰি টকা সাঁচিব পাৰিছিল। আৰু এতিয়া? উঁ, এতিয়া? এতিয়া কি অৱস্থা? ইস্ কি আছিলোঁ, কেনে আছিলোঁ! কি হ'লোঁ, কেনে হ'লোঁ!! মোৰ বয়সীয়া মানুহে, ভাব-প্ৰৱণ মানুহে মোৰ সৈতে সহানুভূতি দেখুৱাব হ'বলা? এই যুদ্ধটোৱেই কাকো ভাঙিলে, কাকো গঢ়িলে, মৰাকতো মাৰিলেই, কাকো আকৌ জীয়াই ৰাখিছে, জীয়াই ৰাখিও মাৰি আছে। এই শেহৰ শাৰীত আমি বহুতেই পৰোঁহঁক। আজি তিনিবছৰমানৰপৰা গুৱাহাটীত এপইচাৰ দৰ্শন নেপাওঁ। কোনো বস্তু এপইচা দি কিনিবলৈকো পোৱা নেযায়। আধা পইচা, পাই-পইচাও আগেয়েই গৈছে। আমি ধনী হৈছোঁ! বৰ ধনী নহয় নে? Standard of living raise কৰিব লাগিব নহয়? ইদিনে ঘৰত কিবা খাওঁকেই বা নেখাওঁকেই। কলচোপ কলচোপ কৰি আহোঁহঁক।

যেওবাৰে যেওবাৰে মগনিয়াৰক অলপ দিয়া হৈছিল, সেই দিনিছে টকা অঙাই পইচা, ডবল পইচা (আজি-কালি তুমি বছৰীয়া ল'ৰাই ডবল পইচা দেখাই

নাই।) খালধানাৰপৰা অনা হৈছিল। কাকো কাকো ভবল পইচা দিয়া হৈছিল। এটি মানুহ আহিছিল, সি গধূলি হওঁতে কি অলপ আগেয়ে আহি নিজৰ পিঠিতে নিজে কোবাইছিল। তাক ডবল পইচা দিয়া হৈছিল। কিয় যে কোবাইছিল নেজানো। চাউল দিয়া মনত নপৰে। তেতিয়া বোধকৰো আধামুঠি-এমুঠি চাউলতকৈ এপইচাৰ মোল বেছি আছিল। তেতিয়া ই-সি মানুহে (মুনিহেও, তিৰুতায়ো) ইটো-সিটো বস্তু খুজি লৈ গৈছিল। খোৱা বস্তুৱেই। আমি এনেকৈ লৈ খোৱাত বেয়া নেপাইছিলোঁ। আমাৰ ঘাটেদি পোহাৰীবিলাকে "গাখীৰ ল'বি নেকি ঔ, চাউল ল'বি নেকি ঔ, মাছ ল'বি নেকি ঔ ?"—এনে মাত মাতি বস্তু বেচি গৈ থকা আৰু হাতত টাকুৰী ঘূৰাই-পকাই গৈ থকা মনত পৰি থাকে।৩

সেউতাই তেওঁৰ কিতাপবোৰ দুই খণ্ড কৰি দফ্তৰীক দি ভালকৈ বন্ধোৱাইছিল। তাৰে কেইখণ্ডমান বন্ধু-বান্ধৱক দি, দুই খণ্ড আমাৰ নিমিত্তে ৰাখিছিল।

আমি তেতিয়া তিনি নম্বৰ অ'ল্ড বৈঠকখানাৰ দ্বিতীয় লেইনত আছিলোঁ—১৮৯৩ চনত। ইমান দিন ভাবিছিলোঁ, সেই 'ৰামনৱমী' নাটকখন কোনোবাই নকে, অৰ্থাৎ চুৰ কৰি লৈ গৈছে। আজি (২৪ জুন, ১৯৪৯) লেখি থাকোঁতে হঠাৎ মনত পৰিল যে কোনোবা এজন মানুহে ল' কলেজৰ ঘৰৰ কিতাপ খোৱা থোঁটালীত সেই বন্ধোৱা গ্ৰন্থাৱলী দেখি মোক খুজি 'ৰামনৱমী' নাটকখনি কাঢ়ি ল'লে, "ছপাই দিম" কি "আকৌ দিম" এনে বুলি। সেই মানুহজন কোন, একেবাৰেই পাহৰিছোঁ। ই প্ৰায় ২০।২৫ বছৰৰ আগৰ কথা। এই কাকতখিনি থকা হ'লে আকৌ ছপাব পাৰিলোঁহেঁতেন। কি দুখৰ কথা! এতিয়াৰ পঢ়ুৱৈ-সকলে পঢ়ি ভাল পালেহেঁতেন। কিতাপ লৈ গৈ ওভতাই দিয়াটোকে অ, আ, ক, খ শিকোৱাৰ দৰে শিকাব লাগে! নহ'লে আৰু নহৈছে।

আৰু এটি নগাঁৱৰ ঘটনা মনত পৰিছে। তেতিয়া মই নগাঁও স্কুলৰ চেকেণ্ড ক্লাছত। বয়স ছয়মান হ'ব। আমাৰ লগত বঙলা স্কুলৰপৰা পাছ কৰি অহা ডাঙৰ ডাঙৰ ল'ৰাই পঢ়িছিল। এদিন তেনে এটি ল'ৰাৰ এক্সাৰচাইজ বহীবোৰ পুলিচে আহি লৈ গ'ল। আমি সকলোৱে আচৰিত। আমাৰ আতঙ্ক হ'ল। তাৰ পাছত শুনিলোঁ যোলে এগৰাকী ভদ্ৰমহিলাই এখন বেনামী চিঠি পাইছিল। তাত প্ৰেমৰ কথা আছিল। সেই মহিলাটিয়ে পুলিচক খবৰ দিয়াত এই ঘটনা

৩ 'মোৰ কথা'ৰ পৰিশিষ্ট চাওক। —সম্পাদক, জ্ঞা. ৰ. ৰ.

হ'ল। আমাৰ এজন মাষ্টৰ স্বৰ্গীয় যোগেশ্বৰ মহন্ত*। তেওঁ যেনে 'কড়া' স্বভাৱৰ মানুহ আছিল, তেনে ধেমেলীয়া স্বভাৱৰ মানুহো আছিল, আৰু মাজে মাজে খুব ইংৰাজীও কৈছিল। এই মাষ্টৰজনে তাৰ পাছদিনা ক্লাছলৈ আহি বিশেষকৈ এজন ল'ৰাৰ পিনে চাই পেলাই মুখ দোঁৱাই দোঁৱাই, ক্লাছত ফুৰি ফুৰি ক'লে, "হোঁ, হোঁ, হোঁ, হোঁ, প্ৰেম-পত্ৰ লিখনং, love letter?" এনে কথা ল'ৰাটোৰ পিনে চাই বহুতবাৰ কৈছিল। তেতিয়া আমি কি যে ভয় খাইছিলোঁ। এতিয়া হাহোঁ। ল'ৰাটিয়ে কিন্তু সাহেৰে বাৰে বাৰে কৈছিল, "মই কেতিয়াও নাই লেখা, কেতিয়াও নাই লেখা।"

মই এই কথাটো আপোনালোকৰ আগত ফুটাই তুলিব পৰা নাই; কিন্তু সেই দৃশ্যটো এতিয়াও মোৰ চকুৰ আগত ভাঁহি আছে।

(২)

শুনিছোঁ, আসামত এটি বচন চলিছিল—'আকালো নাই, ভঁৰালো নাই।' আসামত আকালতকৈ মানুহৰ ভঁৰালেই তেতিয়া বহুত আছিল। মই ওপজাৰ কুৰি-পঁচিশ বছৰমান আগেয়ে আসামত মুঠে এটি দুৰ্ভিক্ষ হোৱাৰ কথা মই সৰুকালত শুনিছিলোঁ। সেই সময়ত বোলে মানুহে কেৱল শাকেৰে মাথোন পেট ভৰাইছিল, কেনো কোনো মানুহে ইয়াকো খাবলৈ নেপাই বন, হাবিবণৰা গছ-গছনিৰ পাত ইত্যাদি খাবলগীয়াত পৰিছিল; আকৌ কিছুমানে ঘাঁহো খাবলৈ বাধ্য হৈছিল—বন-গুটি থকা দীঘল ঘাঁহ। সেই একেটি মাথোন দুৰ্ভিক্ষৰ কথা শুনা মোৰ মনত পৰে। এই দুৰ্ভিক্ষ ১৯৪২-ৰ দুৰ্ভিক্ষৰ দৰে নাছিল; কিন্তু বৃটিছ যেতিয়া বঙ্গদেশলৈ প্ৰথম আহে, সেইখিনি সময়ত সেইকালে এটা বৰ ডাঙৰ দুৰ্ভিক্ষ হৈছিল। বঙালীবিলাকে সেই দুৰ্ভিক্ষৰ সময়ত 'ছেয়াত্তৰেৰ মন্বন্তৰ' বুলি কয়, দেশৰয় বিপদ বুলি কয়। কিন্তু ১৯৪২-ৰ মন্বন্তৰ ৭৬-ৰ মন্বন্তৰতকৈ বিপদৰ হৈছিল। আসামত বা কি হয় আকৌ।

'ফুলপানীৰ দোহাই' বিয়া মানুহবোৰেও আৰু লাহে লাহে নতুন মানুহবিলাকেও সেই দিনৰ এৰি ১৮৫৮-ৰ (ওঠৰ শ আঠাৱন) সাহেবসকলে 'মহাৰাণীৰ দোহাই', 'জয় মহাৰাণীৰ জয়' বুলি চিঞৰা হবে। মোৰ সৰু সময়ত ঘৰে ঘৰে মহাৰাণীৰ ছবি আছিল। ইয়াৰ লগতে কাৰো কাৰো আকৌ মহাৰাণীৰ পৰিয়ালৰ ছবিও

*যজ্ঞেশ্বৰ মহন্ত। —সম্পাদক, জ্ঞা. ৰ. ৰ.

আছিল। ভিক্টোৰিয়াক সঁচাসঁচিকৈয়ে আমাৰ মানুহে ভক্তি-মৰম কৰিছিল। আমাৰ ঘৰৰ 'আপী'বিলাকে মহাৰাণীৰ বিষয়ে অদ্ভুত কথাও কৈছিল ; যেনে— 'মহাৰাণী ৰাতিপুৱা ছোৱালী হয়, দুপৰীয়া গাভৰু হয় আৰু ৰাতি বুঢ়ী হয়' ; হাঁহি উঠা কথা নহয়নে বাৰু? মোৰ মনেৰে এই কথাকেৰি এনেকৈ কোৱাহেঁতেন ঠিক হ'লহেঁতেন, যেনে—মহাৰাণী ৰাতিপুৱা বুঢ়ী হয়, কিয়নো আবেলি পৰতহে ভাল কাপোৰ-কানি পিন্ধি-উৰি চুলি আঁচুৰি সুন্দৰকৈ সাজি আমাৰো আৰু বিলাতৰো তিকতাবিলাক গাভৰু হৈ ওলায়। ঘৰৰ গৰাকীসকল ৰাহিৰৰপৰা কাম-বন কৰি আহিব নহয়! আৰু এটি কথা শুনা মনত পৰে—সীতাক যেতিয়া ৰাৱণে হৰণ কৰি অশোক বনত থয়, তেতিয়া বিভীষণৰ ঘৈণীয়েকে হেনো সীতাক বৰ যতনেৰে সেৱা-ভক্তি কৰিছিল। সেইগুণে সীতাই বৰ দিলে, "তুমি কলি-কালত পৃথিৱীৰ অধীশ্বৰী হ'বা।" সেই দেৱীয়েই কলিযুগত আমাৰ ভিক্টোৰিয়া-ৰূপে জনম ধৰি পৃথিৱীৰ অধীশ্বৰী হ'ল।

মোৰ আইৰ তেতিয়া শেহ-বেমাৰ। বিচনাত। ১৮৯১-৯২ খ্ৰীষ্টাব্দ। মহাৰাণীৰ বৰল'ৰাৰ (তেতিয়া প্ৰিন্স অব্ ৱেলস্—পাছত সপ্তম এডৱাৰ্ড) বৰপুতেক ডিউক্ অব্ ক্লেৰেঞ্চৰ মৃত্যুৰ বাতৰি শুনি আয়ে শোক কৰি চকুলো টুকিবলৈ ধৰি ক'লে, "আই ঔ, বুঢ়ীজনীয়ে কিমান আৰু সহিব ঐ, গিৰীয়েক গ'ল, সক ল'ৰাটি গ'ল, ই গ'ল, সি গ'ল, বিধাতাই তাইকনো আৰু কিমান দুখ দিব ঔ।" যেন নিজৰ ঘৰৰহে কোনোবা গ'ল! ইমানদিন ৰাজত্ব কৰাৰ নিমিত্তে ভিক্টোৰিয়াক বহুতে অমৰ বুলিহে ভাবিছিল।

শিক্ষিত মানুহৰ তিকতা, ল'ৰা-ছোৱালীবিলাকেও ভিক্টোৰিয়াৰ পৰিয়ালৰ বিষয়ে জানিছিল, যেনেকৈ আমাৰ সেইখিনি সময়ৰ তিকতাবিলাকে বিশেষ ঘটনাৱলী সম্পত্তিৰ ভাগ হিন্দু-আইনৰ 'মিতাক্ষৰ' মতে কোনে পাব, 'দায়ভাগ' মতে কোনে পাব জানিছিল। বুঢ়ীমাই (আইৰ মাক), আই, কালী বাইদেৱে আন আন তিকতাবিলাকৰ লগত আমাৰ ভিতৰৰ মুকলি-ঘৰত এনে আলোচনা কৰা শুনিছিলোঁ। মনু, যাজ্ঞবল্ক্যৰো নাম লোৱা শুনিছিলোঁ। অথচ এওঁলোক স্কুল-কলেজলৈ যোৱা নাছিল। শুনি শুনিয়েই শিকিছিল। এনেকৈয়ে স্মৃতিশাস্ত্ৰৰ, শ্ৰুতি শাস্ত্ৰৰ শিক্ষা আমাৰ সেই অতি পুৰণি কালত আৰম্ভ হৈছিল। ভাৰতবৰ্ষ আমাৰ গৌৰৱৰ ধন। ভাৰতবৰ্ষ কি আজিৰ? আমি যে ভাৰতৰ সন্তান হ'বলৈ পাইছোঁ, আমাৰ কি সৌভাগ্য। আমাৰ তিকতাবিলাকে মই সক থকা সময়ত মহাভাৰত, ৰামায়ণ, পুৰাণাদিৰ কথা সকলোখিনি নিখুঁতকৈ জানিছিল। ই কম

কথা নহয়। আমি এতিয়াও কিতাপ পঢ়িবলৈ জানিও সকলোখিনি কথা মনত ৰাখিব নোৱাৰোঁ। কিন্তু তেওঁলোকৰ কি মেধা, কি স্মৃতি-শক্তি! মহাভাৰত, ৰামায়ণ, পুৰাণাদিৰ কথা কওঁতে যেতিয়া যি ক'ব লাগে, ঘটনাবোৰ এটিৰ পাছত এটি ক'বলগীয়াখিনি কৈ এটি ঘটনাও এৰি নিদি কেনে সুন্দৰকৈ কৈ যাব পাৰিছিল। এতিয়াৰ ছোৱালীবিলাকে, তিৰুতাবিলাকে তেনে সুন্দৰকৈ ক'ব পাৰে নে নোৱাৰে, ক'ব নোৱাৰোঁ। আশা কৰোঁ, পাৰে। এতিয়া তাতকৈও ভালকৈ ক'ব লাগে দেখোন। এতিয়াও নিশ্চয় পাৰে। মই হ'লে এনে আশা কৰোঁ।

ভিক্টোৰিয়াৰ বিষয়ে আৰু এটি কথা কওঁ। ১৮৯৭ খ্রীষ্টাব্দত মহাৰাণীৰ হীৰক-জয়ন্তীৰ (**Diamond Jubilee**) সময়ত লণ্ডনৰ লৰ্ড লৰেন্সৰ (**Lord Lawrence**) ঘৰৰ ছালৰপৰা মহাৰাণীয়ে যেতিয়া ৱেষ্টমিনিষ্টাৰ এবিত (**West-minister Abbey**) নিজৰ সাম্রাজ্যৰ (আমাৰ ভাৰতৰো ৰজা-মহাৰজা, পল্টন ইত্যাদি আছিল) সৈন্য-সামন্ত হেজাৰ হেজাৰ মানুহ লৈ শোভাযাত্রা কৰি পূজা কৰিবলৈ যায়, তেতিয়া তেওঁক দূৰৈৰপৰা দেখিছিলোঁ। কিন্তু ১৯০০ খ্রীষ্টাব্দত এদিন বাটেদি যাওঁতে দেখিলোঁ যে গাড়ী অহা-যোৱা বাটডোখৰত ইটা-গুড়ি ছিটাই দিয়া হৈছে; বাটে বাটে কেইবাজন মানুহে ছিটাই গৈ থকা দেখিলোঁ। কিতাপত পঢ়িছিলোঁ যে ৰজা-ৰাণী এটি বাটেদি গ'লে ঘোঁৰাই যাতে পিছল খাই নপৰে সেই নিমিত্তে বালি, ইটা-গুড়ি বাটে বাটে ছিটাই দিয়া হয়। ভাবিলোঁ, কোনোবা ডাঙৰ মানুহ সেই বাটেদি যাব। লণ্ডনৰ সঁচা-সঁচিকৈয়ে সকলো কথা জনা এটি পুলিচক সুধিলোঁ। সেই মানুহটিয়ে ক'লে, উইণ্ডছৰৰপৰা (**Windsor**) পেডিংটন্ ষ্টেচনত (**Paddington Station**) নামি এতিয়াই এইফালেদি বাকিংহাম্ ৰাজপ্রাসাদলৈ মহাৰাণী ভিক্টোৰিয়া যাব—সেই "দোহাই মহাৰাণী" শুনা, "জয় মহাৰাণীৰ জয়" শুনা হ'বাই এতিয়া ওচৰতে তেওঁক দেখিব—এইবুলি এজৱেৰ ৰোডত (**Edjeware Road**) আন আন মানুহৰ লগত মই থিয় হ'লোঁগৈ। মহাৰাণী ওচৰ চাপোঁতে সকলো মানুহে টুপী খুলি মুখেৰে হুৰাঃ (**hurrah**—হৰিধ্বনি) কৰিবলৈ ধৰিলে। মই কৰিলোঁ কি—থিয় হৈ থকা ঠাইৰপৰা মানুহ-দুমুহ ঠেলি, পুলিচবিলাকক ঠেলি, গাড়ীৰ একেবাৰে ওচৰ চাপি গৈ চিঞৰিলোঁ, "জয় মহাৰাণীকী জয়"। মহাৰাণীয়ে মোৰফালে চালে, "**bow**" কৰিলে—মূৰ দোৱালে। তেনেকৈ জপি গৈ চিঞৰোঁতে কোনো মানুহে মোক বাধা দিয়া নাছিল, হঁহাও নাছিল; বৰঞ্চ অলপ সন্মান কৰা যেনহে দেখিলোঁ।

সিঁহঁতেও সিঁহঁতৰ হৰ্ষধ্বনি দিছিল—অৱশ্যে মোৰ দৰে লৰি যোৱা নাছিল কোনেও। এনে উত্তেজনা সকলো ভাৰতীয়ৰে তেতিয়া হ'লহেঁতেন—বিশেষকৈ মহাৰাণী ভিক্টোৰিয়াক দেখি—তেনেকৈ লৰি নগ'লেও। ভাবি চাওক, সৰহ-ভাগ ভাৰতবাসীৰ তেতিয়া কেনে মন আছিল।

১৮৯৭ খ্ৰীষ্টাব্দত "লোকমান্য" (সেইখিনি সময়ত লোকমান্য বুলি জনসাধাৰণে নক'লেও, তেওঁ তেতিয়া ভাৰতৰ এজন মাননীয় নেতা আছিল) বাল গঙ্গাধৰ তিলকৰ নামে ৰাজদ্ৰোহৰ (sedition) মকৰ্দ্দমা হৈছিল। সেইখিনি সময়তে লেফ্‌টেনাণ্ট ৰাণ্ড্ আৰু এয়াৰ্ষ্টৰ হত্যাৰ অপৰাধত চাপেকাৰ ককাই-ভাইৰ প্ৰাণ-দণ্ড হৈছিল। নাটু ব্ৰাদাৰ্ছৰ মকৰ্দ্দমা হৈছিল—সি হত্যাৰ অপৰাধত নহয়, তেওঁলোকৰ ওপৰত আন কোনো জুলুমৰ নিমিত্তে। এইবোৰ বহুত হৈছিল। যিমান দূৰ মনত পৰিছে—কিতাপ আগত নাই—তাৰ কেইবাবছৰ আগেয়ে মই ওপজাৰ সময়ত কি তাৰ আগত 'বঙ্গবাসী' বাতৰিকাকতৰ নামে ৰাজদ্ৰোহৰ (sedition) এটি মকৰ্দ্দমা হৈছিল। আমাৰ আসামত মণিৰাম দেৱানৰ, পিয়লিৰ প্ৰাণদণ্ড হৈছিল, সেয়াও সাতাৱন চালতহে। বিচাৰ শেষ হোৱাত বহুত মানুহে বাহিৰত চিঞৰ-বাখৰ কৰি, হাই-উৰ্মি কৰি, দলিয়াই অলপ শান্তিভঙ্গ কৰিছিল। বহুত ছাত্ৰ ব্লেক মেৰাইয়াৰ ওচৰত (Black Maria হৈছে জেইলৰপৰা কচাৰিলৈ আৰু কচাৰিৰপৰা জেইললৈ বিচাৰাধীন আৰু বিচাৰ হোৱা মানুহক অনা-নিয়া কৰা গাড়ী) গোট খাইছিল—এই ভাবেৰে যে মিষ্টাৰ বেনাৰ্জ্জিক জেইললৈ যোৱাৰ সময়ত বাধা দিব। তেতিয়াৰপৰা তেওঁক মুকুটবিহীন ৰজা (uncrowned king of Bengal) ৰূপে মানুহে সম্মান কৰিছিল। তেওঁৰ নিমিত্তে সেইখিনি সময়ত বহুত ছাত্ৰই জেইলৰ শাস্তিও বৰণ কৰিলেহেঁতেন। শুনিছোঁ বোলে, স্বৰ্গীয় আশুতোষ মুখাৰ্জ্জী, সুপণ্ডিত, বিচাৰক আইনজ্ঞৰেৰ সেই ছাত্ৰবিলাকৰ এজন নেতা আছিল। তেহোঁ তেতিয়া ছাত্ৰাৱস্থাত। ইপিনে শুনিছোঁ, গণ্ডগোল সৃষ্টি হোৱা দেখি বাগ্মীবৰ সুৰেন্দ্ৰনাথক পহৰাকী-বিলাকে আন বাটেৰে লৈ গ'ল। গাড়ী চলোৱা মানুহ আৰু লগত যোৱা ৰক্ষকবিলাকৰ গাড়ীলৈও (অৱশ্যে তেতিয়াৰ ছাত্ৰবিলাকৰ ব্যৱহাৰ আৰু এতিয়াৰ ছাত্ৰবিলাকৰ ব্যৱহাৰ একে নাছিল) জ'ৰাবিলাকে দলি মাৰিছিল। সুৰেন্দ্ৰনাথ বেনাৰ্জ্জীয়ে নিজে লেখা "Nation in making" কিতাপখনি পঢ়িলে (এই কিতাপ সকলো ভাৰতীয়ই পঢ়া উচিত) আপোনাসকলে এই মকৰ্দ্দমাৰ পূৰ্ণ বিবৰণ পাব।

কোনো এটা মকৰ্দ্দমাত শালগ্ৰাম গোসাঁইৰ বিষয়ে উত্থাপন হোৱাত হাই-কোৰ্টৰ এজন জজে এই শালগ্ৰাম কোৰ্টলৈ আনিবলৈ হুকুম দিলে। এই বিষয়ে স্বৰ্গীয় সুৰেন্দ্ৰনাথে তেওঁৰ কাকতত তীব্ৰ আলোচনা কৰাৰ বাবে আদালতক অপমান (contempt of court) কৰা বুলি হাইকোৰ্টে শাস্তি দিলে। ভাৰতীয় মানুহৰ লেইথিনি সময়ৰ মনৰ ভাব আৰু পাছৰথিনি সময়ৰ মনৰ ভাবৰ আকাশ-পাতাল প্ৰভেদ। তেতিয়া সকলোৱে ক'বলৈ গ'লে, মানিয়েই লৈছিল যে ব্ৰিটিছ শাসন থাকিয়েই যাব। ১৮৮৫ত কংগ্ৰেছ হ'ল। এই কংগ্ৰেছক উদগনি দিয়াৰ প্ৰথম সহায় এজন ইংলণ্ডীয়ই আছিল। প্ৰথমথিনিত প্ৰস্তাৱ-বোৰ কেৱল মাথো গবৰ্ণমেন্টক খাটনি কৰাৰ দৰে হৈছিল। কিছুদিন যোৱাত ব্যাৰিষ্টাৰ আশুতোষ চৌধুৰীয়ে (পাছত জজ) উদুকিয়ালে যে প্ৰস্তাৱবোৰ ভিক্ষা খোজাৰ দৰেহে হৈছে—প্ৰস্তাৱত ভিক্ষা-বৃত্তি অৱলম্বন কৰা নিয়মটো বেয়া হৈছে (ইংৰাজীত mendicant policy বুলি কৈছিল)। প্ৰস্তাৱবোৰ আনভাৱে গঢ়িব লাগে। তেতিয়াৰপৰা প্ৰস্তাৱবোৰৰ ভাষাৰ পৰিবৰ্ত্তন হ'বলৈ ধৰিলে; আৰু গবৰ্ণমেণ্টেই দিয়ক, গবৰ্ণমেন্টক এইটো খাটো—এনে ভাষা লাহে লাহে উঠি যাবলৈ ধৰিলে। কোনো কোনো প্ৰস্তাৱৰ শেষ মীমাংসা অৱশ্যে গবৰ্ণমেন্টৰ ওপৰতে নিৰ্ভৰ এতিয়াও কৰে।

এইখিনিতে এটি কথা কওঁ—ভাবি চালে ভাল—ঈশ্বৰ কোনো জাতিৰেই বা ধৰ্ম্মৰেই অকলৈ কাৰো বিশেষ সম্পত্তি নহয়। ঈশ্বৰ জাতি-ধৰ্ম্ম নিৰ্ব্বিশেষে সকলোৰে সম্পত্তি। সেইদেখি ঈশ্বৰৰ নাম লৈ সকলো কামকে আৰম্ভ কৰা ভাল বুলি মই ভাবোঁ। ঈশ্বৰৰ নাম নল'লেও ঈশ্বৰে যে বেয়া পাব এনে কথা মই কোৱা নাই। ঈশ্বৰে তেনে কথা 'পৰোৱা'কে নকৰে। কিন্তু পৰমপিতা ঈশ্বৰৰ নাম ল'লে আমাৰ নিজৰে মনত বল হ'ব। সেইদেখি সকলো কামতে পৰমেশ্বৰৰ নাম লৈ কাম কৰা ভাল বুলি ভাবোঁ; বিশেষ, আমাৰ মহৎ কামবোৰ। কি হিন্দু, কি মুছলমান, কি খ্ৰীষ্টান, আৰু আন আন ধৰ্ম্মৰ মানুহেও ঈশ্বৰক মানে। অৱশ্যে পৃথিৱীত এনে মানুহ কিছুমান আছে (পৃথিৱীৰ পৰমেশ্বৰৰ কি বিচিত্ৰ সৃষ্টি—ইয়াত যে কিমানবিধৰ মানুহ আছে), তেওঁবিলাকে ঈশ্বৰক নেমানে বুলি কয়। 'বুলি কয়' কিয় কৈছোঁ, কওঁ। এবাৰ ভাপনাও এখনত কেতবোৰ মানুহ গৈ আছিল, আমেৰিকাৰ কালে। তাৰে এজন ধৰ্ম্মযাজক আছিল—তেওঁ সকলোৰে লৈতে কথা পাতে। আনবিলাকেও তেওঁৰে লৈতে কথা কয়। তাৰে এজন মানুহে তেওঁৰ লৈতে

ঈশ্বৰ সম্বন্ধে ছিনৌ তৰ্ক কৰে—কয়, ঈশ্বৰ নাই, কল্পনা মাথোন। প্ৰায়ে হিৰণ্যকশিপু আৰু! এদিন এনে ধুমুহা হ'ল, সমুদ্ৰ এনে উগ্ৰাৱল হ'ল যে জাহাজখন বুৰি যায় আৰু। বইথা (ৰক্ষা) নাই আৰু! সকলোৱে ঈশ্বৰৰ নাম লয়। বিয়াকুল হৈ ঈশ্বৰক স্তুতি, প্ৰাৰ্থনা কৰে। ঈশ্বৰ নাই বোলাজনেও, "হে ঈশ্বৰ, ৰক্ষা কৰা, হে ঈশ্বৰ, ৰক্ষা কৰা" বুলিবলৈ ধৰিলে। তেতিয়া সকলোৰে সম্বল সেই একমাত্ৰ ঈশ্বৰ। লাহে লাহে, ভগৱানৰ কৃপাত, ধুমুহাৰ কোৰ মাৰ গৈ সমুদ্ৰ থিৰ হ'ল। তেতিয়া সকলোৱে আগৰ দৰে হাঁহি-ধেমালি কৰি ঠেটা-মস্কৰা কৰি বহিবলৈ-ফুৰিবলৈ ধৰিলে। সেই ঈশ্বৰ নাই বুলি কোৱা মানুহটিৰ লগত ধৰ্ম্মযাজকৰ দেখা হোৱাত আন আন কথাৰ লগত সেই ধুমুহাৰ বিষয়ে ওলাল। ধৰ্ম্মযাজকে ক'লে, "পৰমপিতাই আমাক ৰক্ষা কৰিলে", আৰু ক'লে—"আপুনিও দেখোন ঈশ্বৰৰ নাম লৈছিল।" মানুহটিয়ে উত্তৰ দিলে, "লৈছিলোঁ হয়।" অলপ 'বে-পৰোৱা'ভাৱে ক'লে, "অ' সি এটা অভ্যাসহে মাথোন।" আচৰিত কথা কিন্তু! ইয়াৰ অৰ্থ আন আৰু একো নহয়, বিপদৰ সময়ত ঈশ্বৰৰ নাম ওলায়; বিপদ নেথাকিলে ঈশ্বৰ নাই, বিপদৰ সময়ত ঈশ্বৰ আছে। সেইদেখি কৈছিলোঁ, "যিবিলাকে ঈশ্বৰক নেমানে বুলি কয়", এনে মানুহ কেতবোৰক এৰি দি ধৰিলে পৃথিৱীৰ সৰহ, অতি সৰহ-ভাগ মানুহেই ঈশ্বৰক মানে। এনেকি সাক্ষী দিয়াৰ সময়তো প্ৰায় সকলো মানুহেই ঈশ্বৰৰ নাম লৈ সাক্ষী দিব লাগে। সেইদেখি মই ভাবোঁ যে ঈশ্বৰৰ নাম লৈ আমাৰ ৰাজ্যৰ সকলো কাম কৰা ভাল আৰু তাকে আশা কৰোঁ—কৰা হ'ব। বিশেষ, যেতিয়া এই ৰাজ্য ঈশ্বৰৰ অনুগ্ৰহ নহ'লে আমি নেপালোঁহেঁতেন।

এই সম্বন্ধে আৰু এটি কথা কওঁ। প্ৰফেছৰ চুনিলাল দেৰ এটি প্ৰিয় গল্প আছিল। নেপোলিয়ন বোনাপাৰ্ট অতি সাধাৰণ অৱস্থাৰপৰা ফ্ৰান্সৰ সম্ৰাট হৈছিল। এদিন তেওঁৰ ৰাজ্যৰ বিজ্ঞ মানুহ এজনে তেওঁৰ লেখা এখনি কিতাপ (বোধকৰোঁ Laplace) পঢ়ি সম্ৰাটক শুনালে। নেপোলিয়নে মন দি শুনি ক'লে, "পণ্ডিত, আপুনি এই কিতাপত ঈশ্বৰক কোনখিনিত ঠাই দিছে?" পণ্ডিতজনাই ক'লে, "ঈশ্বৰকতো কোনোখিনিতে ঠাই দিয়া নাই।" সম্ৰাটে ক'লে, "যাওক, ঈশ্বৰক কোনো এখন ঠাই কিতাপখনিত দিয়ক। তেতিয়াহে আপুনি লেখা কিতাপখনি পঢ়া ভালকৈ আকৌ শুনিম।" বিশেষকৈ এনেবিলাক যি সভ্যত সকলো জাতিৰ টান সমস্যাবোৰৰ সিদ্ধান্ত হয়, সেই সন্নিলিত

ৰাষ্ট্ৰসংঘতো (U.N.O.), সিদিনা কাকতত পঢ়িছিলোঁ, ঈশ্বৰৰ নাম লৈহে কাম আৰম্ভ হৈছিল।

কংগ্ৰেছৰ ভিক্ষা-বৃত্তিৰ (mendicant policy) বিষয়ে উল্লেখ কৰিছোঁ। কংগ্ৰেছৰ জন্মদাতাসকলৰ কাপোৰ-কানি পুৰাদস্তুৰ য়ুৰোপীয় আছিল, তেওঁলোকক ধুতী-চাদৰ পিন্ধা দেখা নাছিলোঁ। দেখিলেও দুই-চাৰিজনমানহে। কোনো কোনোৱে চাপকন-চোগা পিন্ধিছিল। পাৰ্চীসকলে মূৰৰ টুপীৰ বাদে আন আন কাপোৰ য়ুৰোপীয়ৰ দৰে পিন্ধিছিল। প্ৰতিনিধিবিলাকেও বেছিভাগ য়ুৰোপীয় বেশেই পিন্ধিছিল। আৰু, কংগ্ৰেছ আৰকালি হয়—পেণ্ট, পায়জামা মানুহে পিন্ধিবই। কংগ্ৰেছৰ গুৰুসকল প্ৰায় "বিলাত-ফিৰ্‌তা" মানুহ, তেওঁলোকেতো ইংৰাজী কাপোৰ পিন্ধিবই। কিন্তু সেইখিনি সময়ত কংগ্ৰেছ মহাসভাত এটি শোভনীয় নয়নাভিৰাম দৃশ্য দেখা গৈছিল। সেই মনোচিত্ত প্ৰীতিদায়ক দৃশ্য আৰু এতিয়া নাই। সেইখিনি সময়ৰ মহাসভাত আপোনালোকৰ আৰু মোৰ ভাৰতৰ সকলোখিনি ঠাইৰে মানুহৰ মূৰত নানান বৰণৰ, নানান ধৰণৰ শিৰস্ত্ৰাণ (পাগুৰী টুপী) দেখা গৈছিল। তেতিয়াহে জনা গৈছিল, আমাৰ ভাৰতৰ বিৰাট মূৰ্ত্তি। বহুতে ইংৰাজী কাপোৰ পিন্ধিও মূৰত ভাৰতীয় আবৰণ ব্যৱহাৰ কৰিছিল। অতুলপ্ৰসাদে এই বিষয়ে ভালকৈ বৰ্ণনা কৰিছে; যেনে—

নানা ভাষা, নানা মত, নানা পৰিধান,<br>
বিবিধেৰ মাঝে হেৰ মিলন মহান।

এই সঙ্গীতটিয়ে তেতিয়াৰ কংগ্ৰেছ মহাসভাক বিশদভাৱে বৰ্ণনা কৰে। মই নিজে যেতিয়া লক্ষ্ণৌ কংগ্ৰেছলৈ (১৮৯৯) যাওঁ (সভাপতি স্বৰ্গীয় ৰমেশ্চন্দ্ৰ দত্ত, এম.এ., আই.চি.এছ., ঋগ্বেদ ইত্যাদিৰ বঙলা-ইংৰাজী লেখক, পণ্ডিত, ঔপন্যাসিক আৰু গিলক্ৰাইষ্ট্ স্কলাৰ; কুপাৰ্ছ হিলৰ প্ৰথম অসমীয়া এঞ্জিনীয়েৰ স্বৰ্গীয় মণিনাৰায়ণ বৰাৰ শহুৰেক), তেতিয়া মই ইংৰাজী মৰ্নিং কোট, টপ্ হেট্ পিন্ধি গৈছিলোঁ—ইংৰাজৰ ডাঙৰ ডাঙৰ মিটিঙলৈ যোৱা পুৰাদস্তুৰ কাপোৰ। সভাপতিৰো সেই তেনে কাপোৰেই আৰু বহুত ডেলিগেটৰো তেনে। কাশীৰ কংগ্ৰেছত মোৰ কাপোৰ আছিল—যোধপুৰ ব্ৰীচেছ্ (breeches), ইংৰাজী কোট, মূৰত এইবাৰ চিক্ হেট্ নিপিন্ধি মাজাৰজীৰ পাগুৰি নহ'লে বন্ধা পাগুৰি পিন্ধিছিলোঁ।—১৯০৫ খ্ৰীষ্টাব্দতো স্বদেশী যুগৰ আৰম্ভ নহয়। সভাপতি স্বৰ্গীয় গোপালকৃষ্ণ গোখ্‌লে—মূৰত মহাৰাষ্ট্ৰীয় পাগুৰি, কোট ট্ৰাউজাৰ্ছ,

ডিঙিত পাতল পাটৰ চাদৰ, আৰু চাদৰৰ দাঁতিয়েদি সুন্দৰ ৰঙচুৱা পাৰি, অলপ হাঁহি থকা মুখ (এই ছবি আপোনালোকে দেখিছে)। এনেকৈ কাপোৰ পিন্ধাৰ বৈচিত্ৰ্যৰ সলনি হৈ আছে। এতিয়াৰ কাপোৰৰ সৌন্দৰ্য্য আগৰ দৰে নাই। এতিয়াৰ গান্ধীৰ টুপী সকলোৰে একেবিধৰ নহয় যেন লাগে। কাৰো কাৰো টুপী প্ৰায় মিলিটেৰী টুপীৰ দৰে দেখি—মূঠে পিছত উবি থকা দীঘল কাপোৰখিনি নাই। কাৰো কাৰো মূৰ-কাণৰ ওপৰলৈকে ঢাকি থকা বিধৰ। কাৰো কাৰো টুপী আকৌ অলপ বেঁকা হৈ থাকে—বাঁওকালে, কাৰো সোঁফালে। কাৰো ডাঠ কাপোৰৰ, কাৰো পাতল কাপোৰৰ—কাৰো টুপী ঢিলা, কাৰো মূৰত লাগি থাকে, কাৰো আকৌ কপালৰ চুলিৰ ফালে উদং থাকে আৰু পাছফালে গলধনলৈকে ঢাক খাই থাকে। মোৰ হ'লে আগৰ শিৰস্ত্ৰাণবোৰেই ভাল লাগিছিল। সেই বৈচিত্ৰ্য মনোমোহা আছিল। তেতিয়া ভাৰতৰ বিপুল বিৰাট অথচ মৌ-মিঠা মূৰ্ত্তি স্পষ্টভাৱে চকুৰ আগত দেখিছিলোঁ।

(৩)

আগৈয়ে পালতৰা জাহাজেদি বিলাতৰপৰা আমাৰ দেশলৈ আহোঁতে ছমাহ-আঠমাহ লাগিছিল। তাৰ পাছত ভাপনাও ওলোৱাত সময় কমি আহিল। মই বিলাতলৈ প্ৰথমবাৰ যাওঁতে পাঁচ সপ্তাহ লাগিছিল। এতিয়া বৰ খৰকৈ যোৱা উৰা-জাহাজত গ'লে এদিনতকৈ দুই-এক ঘণ্টা বেছি লাগে। এতিয়া বিজ্ঞানে পৃথিৱীখন বৰ চুটি কৰি পেলাইছে। আমাৰ আসামৰ কথা কওঁ অলপ। মই যেতিয়া অতি সৰু আছিলোঁ, নগাঁৱলৈ বাৰিষা এবাৰ নে দুবাৰ 'দৰং' বুলি জাহাজ এখন গৈছিল, তাৰ পাছত 'শান্তিপুৰ' নামেৰে আৰু এখন জাহাজ লগ লাগিল। এই জাহাজ দুখনেৰে গুৱাহাটীলৈকে আহিব পৰা গৈছিল—কিন্তু বাৰিষাখিনিহে। যেতিয়া 'দৰঙে' বাৰিষা নগাঁৱত দেখা দিয়ে, কলঙেদি যাওঁতে, স্কুলৰ ল'ৰাবিলাকে স্কুল পূৰা-পূৰি বহি থাকিলেও কোনোৱে লৰি গৈ, কোনোৱে বাৰান্দাত থিয় দি পঢ়া বন্ধ কৰি চাইছিলগৈ। মাষ্টৰ-সকলেও যোগ দিছিল। বাহিৰ জগতৰ লৈতে নগাঁৱক এই 'দৰং' আৰু 'শান্তিপুৰে' অলপ চিনাকি কৰি দিছিল। কোনো কোনোৱে আকৌ ওচৰৰপৰা চাবলৈ আবেলি কোজদাবীপট্টিৰ ঘাটলৈকে গৈছিল। নেদেখা বস্তু নহয়। এতিয়া আমাৰ নগৰৰ, গাঁৱৰ ওপৰেদি উৰা-জাহাজ উৰি গ'লেও নোচোৱাত

পৰিছোঁহঁক। দেখি থকা বস্তুৰ আৰু নতুনত্ব নেথাকে, আগৰ মোল নেথাকে। আঠেকুৰিমান বছৰৰ আগেয়ে বিলাতত অলপ দিন থাকি অহা মানুহকো ইয়াৰ মানুহে ভূমি চাইছিল—আই চি.ডি, ব্যাৰিষ্টাৰ, ডাক্তৰ, এঞ্জিনীয়েৰৰতো কথাকে নকওঁ। এতিয়া আমাৰ গাঁৱৰ মানুহবিলাকেও বিলাত-আমেৰিকালৈ যোৱা মানুহৰ ফালে কেৰাহিকৈও নেচায়। মানুহে নতুন বিচাৰে। আমি এতিয়া নিতৌ কিমান ন-ন বস্তু দেখি আছোঁ।

মানুহে নতুন বিচাৰে কৈছোঁ হয়, কিন্তু কোনোৱে আকৌ নতুন কিবা এটা দেখিলে কোঁচ খাই যায়, ছেই-ছেই কৰে। কিন্তু এটি বস্তু দেখি দেখি সহজ হৈ যায়, অভ্যাস হৈ যায়। নগাঁৱত আমাৰ তিৰুতাসকলে বাহিৰলৈ ওলালে ওৰণি লৈ ওলাইছিল। কাৰো কাৰো লগত লগুৱাই ৰৰজাপি লৈ গৈছিল। মতা মানুহ দেখিলেই সেই মতা মানুহে যেন চকুৰে আক্ৰমণ কৰিব এনে ভাবি অথবা তিৰুতা মানুহেও যেন মতা মানুহক দেখা নেপায় এনে ভাবিও জাপি তিৰুতাজনাৰ মুখৰ আগত ধৰেহি। প্ৰধান কথা, মতা মানুহে যেন তিৰুতাজনাৰ মুখ দেখা নেপায়—এনেকৈ তিৰুতা মানুহ ফুৰিছিল। আকৌ কোনো কোনোৱে ৰাতি হ'লেহে ওলাইছিল—যাতে এন্ধাৰে মুখ ঢাকি থয়। নিজৰ ঘৰত ৰান্ধি-বাঢ়ি তৈয়াৰকৈ থৈ আনৰ ঘৰলৈ গৈছিল—ইপিনে আনৰ ৰন্ধা-বঢ়া কি খোৱা-বোৱা হওকেই বা নহওকেই। প্ৰথম কথা, তিৰুতাৰ মুখ যেন আনে নেদেখে। আগেয়ে বোলে এনে নাছিল, বিদেশী অনা-অসমীয়া মানুহ আহিবলৈ ধৰাতহে এই নিয়ম কঠোৰ কৰা হ'ল; কিন্তু ৰৰজাপি লৈ ফুৰাৰ দস্তুৰ আগৰেপৰা আছিল। তেনে জাপি লগৰ মানুহে লৈ ফুৰাৰ নিয়ম আছিল—তিৰুতাৰ যে বংশ-মৰ্য্যাদা আছে তাকে দেখুৱাবলৈহে। যাৰ ধন-বল আছিল, তেনে মানুহ দোলাত গৈছিল—তেনে ব্যৱহাৰ বিয়াই-সবাহেহে দেখা গৈছিল। সাধাৰণ তিৰুতাই এতিয়া যেনেকৈ ফুৰে, তেনেকৈয়ে ফুৰে, তেনেকৈয়ে ফুৰিছিল। কিন্তু সেইখিনি সময়ত সম্ভ্ৰান্ত বংশৰ নতুন আদৰ-কায়দাৰ কলিকতাৰ ফালৰ তিৰুতাবিলাকক কেতিয়াবা কেতিয়াবা মুকলি গাড়ীত ফুৰা দেখা গৈছিল। দুজন-এজনক প্ৰকাশ্য সভাতো, মুখ নেঢাকি যোগ দিয়া দেখা গৈছিল। ইয়াৰ কাৰণ ব্ৰাহ্ম সমাজ—এয়ে প্ৰধান কাৰণ। ব্ৰাহ্ম সমাজৰ প্ৰধান উৎসৱ মাঘ মাহত হয়। গোটেই মাঘ মাহটোৱেই হয়; সেই মাঘৰে ১১ তাৰিখ—বিশেষ দিন, আৰু ইয়াক মাঘোৎসৱ কোৱা হয়। ব্ৰহ্মানন্দ কেশৱচন্দ্ৰ সেনে আৰু তেওঁৰ কেইজনমান বন্ধুৱে তেওঁলোকৰ ঘৰৰ তিৰুতাবিলাকক কলিকতাৰ 'টাউন হল'ৰ এই উৎসৱৰে এটি জন-সভালৈ লৈ

যায়। তেতিয়া বঙ্গদেশৰ চাৰিওফালে মহা আন্দোলন, আলোড়ন হ'ল। কিন্তু কেশৱ সেন আৰু তেওঁৰ বন্ধুসকলে এনে কথা পৰোৱা নকৰিছিল। লাহে লাহে দুটি-এটিকৈ তিৰুতা ওলোৱা হ'ল, সভাই-সমিতিয়ে। আৰু এটি কাৰণ—কলিকতাৰ স্ত্রী-শিক্ষা। ছোৱালীয়ে অলপ-অচৰপ পঢ়িছিল তাত। লাহে লাহে স্কুল হ'ল। উদাৰ মনৰ জ্ঞানী বিদ্বান মানুহৰ মন এইফালে ঢাল খালে। আকৌ, এজন ইংৰাজ মহৎ মানুহৰ সহায় পালে। এই ইংৰাজজনৰ নাম আমাৰ জানিব লাগে। এওঁ ভাৰতৰ ব্যৱস্থা-সভ্য ড্রিঙ্কৱাটাৰ বিটন। এই নামবোৰ মনত ৰাখিবলগীয়া নাম। আৰ্ল আইন কলেজৰ আৰ্ল নামটি। দক্ষিণাৰঞ্জন মুখাৰ্জীয়ে মাটি দিলে—বেথুন স্কুল হ'ল ; এই স্কুলৰ এশ বছৰ পূৰ্ণ ১৯৪৯ চনতে হৈছে। ইয়াৰ ছেক্রেটৰী আছিল বহুত বছৰলৈকে—পণ্ডিত ঈশ্বৰচন্দ্র বিদ্যাসাগৰ। ভাল মানুহৰ ছোৱালীবিলাক স্কুলত পঢ়া হ'ল। আৰু দুটা-এটামান স্কুল হ'ল। এনেকি পণ্ডিত মদনমোহন তর্কালঙ্কাৰেও তেওঁৰ জীয়েকক পঢ়ুৱালে—এনে আগৰণুৱা-সকলে গালি-শপনি, কদর্থনা বহুত খালে। ভাল মানুহে ভাল কাম কৰিলে, গালি-শপনি খায়। এই শিক্ষাৰ বলত তিৰুতা বক্তাও হৈছে। সকলোৰে নাম ল'লে বহুতো সময় যাব। সুখৰ বিষয়, মোৰ আসামতো কেইবাজনাও তিৰুতা-ছোৱালীয়ে বক্তৃতা দিয়া দেখি আৰু শুনি আনন্দ পাব লাগিছোঁ। তিৰুতাই দেখোঁ ঘৰতে ভালকৈ বক্তৃতা দিয়ে। সকলোৱে জানে। তেওঁলোকৰ বক্তৃতা দিয়া শক্তি স্বাভাৱিকেই আছে—বাহিৰত বক্তৃতা দি সেই শক্তিৰ উৎকৰ্ষ সাধন কৰা সঁচাসঁচিকৈয়ে ভাল হৈছে। এই শিক্ষাৰ বলতে ডাক্তৰ কাদম্বিনী গাঙ্গুলীয়ে কলিকতাত ১৮৯০ চনত টিৱলী গার্ডেনত (Tivoli Garden) বহা কংগ্রেছত ইংৰাজীত বক্তৃতা দিয়া দেখিলোঁ, শুনিলোঁ—বুজি নেপালেও এজনা যে আমাৰ তিৰুতাই ইমানবোৰ মানুহৰ মাজত থিয় হৈ ইংৰাজীত বক্তৃতা দিলে, দেখি তবধ হৈছিলোঁ। কাদম্বিনী দেৱী কলিকতা মেডিকেল কলেজৰ প্ৰথম ছোৱালী-গ্রেজুৱেট। সেইটোৰ লগত আমি গৈছিলোঁইক। সভাপতি আছিল ফিৰোজশ্বা মেহতা। কাপোৰ—ওখ পাৰ্চী-টুপী, আৰু আন কাপোৰ— ইংৰাজী। অসমীয়া ভলণ্টিয়াৰ কেইজনমান আছিল। দেখা মনত পৰে—কথলাবাৰীৰ বসন্তকুমাৰ গোস্বামী (ঘৰুৱা নাম গোপাল)। হাতত এডাল ভৰা বাম-টাঙোন। মূৰত পাগুৰি, গাত কোট, ট্রাউজাৰ্ছ। স্বৰ্গীয় হেমচন্দ্র গোসাঁই আৰু স্বৰ্গীয় প্রসন্নকুমাৰ স্থকনো আছিল, আৰু আনো আছিল নিশ্চয়।

কলিকতাত তিৰুতাৰ শিক্ষাৰ কথা কৈছোঁ। এনে এজনা শিক্ষিতা তিৰুতা

নগাঁৱলৈ মই সক থাকোঁতে গৈছিল—তেওঁ স্বৰ্গীয় ৰমেশচন্দ্ৰ দত্ত, আই.চি.এছ.ৰ জীয়েক, স্বৰ্গীয় বলিনাৰায়ণ বৰা এক্‌জিকিউটিভ এঞ্জিনীয়েৰৰ গৃহিণী। তেওঁ সকলোৰে আগত ওলাইছিল, ফুৰিছিল, টম্‌টমত উঠিছিল, টেনিছ খেলিছিল। তেওঁৰ টেনিছ খেল মাজে মাজে আমি ৰ' লাগি চাই আছিলোঁ। আমাৰ তিৰুতাক এনে খেল খেলা দেখা মোৰ এয়ে প্ৰথম।

নগাঁৱত ছোৱালীৰ নিমিত্তে ভাল স্কুল সেইখিনি সময়ত নাছিল। বাইদেৱে স্বৰ্ণলতা দেৱীক ঘৰতে অসমীয়া পণ্ডিতৰ হতুৱাই পঢ়ুৱাই, আই আৰু দেউতাই কলিকতালৈ গৈ বেথুন স্কুলত ভৰ্ত্তি কৰাই দিলে (১৮৮০ খ্ৰীষ্টাব্দত)। মই আই আৰু দেউতাৰ সাহ দেখি আচৰিত হওঁ। প্ৰায় ন বছৰীয়া ছোৱালী এটিক ইমান দূৰৈত থৈ অহাটো কম সাহৰ কথা নহয়; বিশেষ—এতিয়া। কিন্তু কলিকতাৰ বন্ধু-বান্ধৱে বাইদেৱেক মৰম কৰিছিল আৰু ইংৰাজ প্ৰধান শিক্ষয়িত্ৰী আৰু আমাৰ দেশী শিক্ষয়িত্ৰীসকলে বাইদেৱেক বিশেষ মৰম কৰিছিল—তেৱেঁই তাত প্ৰথম অসমীয়া ছোৱালী। মিছ্‌ লিপ্‌ছ্‌ কৰে কি মিছ্‌ মিটাৰে বিলাতলৈ গৈ এখন চিঠি লেখে—ই আমাৰ মানুহৰ পক্ষে হাঁহি উঠা কথা—"মোৰ স্বৰ্ণক এৰি আহি ইমান বেয়া লাগিছে যে মই মোৰ এজনী গৰু-পোৱালীৰ 'স্বৰ্ণ' নাম থৈছোঁ।" বিলাতত এনে নিয়ম আছে। এনে কথাত তাৰ মানুহে নেহাঁহেও আৰু আচৰিতো নহয়। আই-দেউতাৰ সাহৰ কথা কৈছোঁ; কিয়নো নগাঁৱৰ-পৰা কলিকতালৈ অহা-যোৱা কৰা দহ-বাৰ দিনৰ কমে নহৈছিল। নগাঁৱৰপৰা শিলঘাট গৰু-গাড়ী। জাহাজ পোৱা গ'লে ভালেই, নহ'লে আকৌ বাট চোৱা, জাহাজ পালেও তেতিয়া জাহাজ ৰাতি নচলিছিল। সন্ধিয়া বেলিকা ক'ৰবাত 'লঙ্গৰ' দি ৰয়। সাৱেঙক 'মনথোস্‌' কৰাই থাঁটি বামুণীয়া পন্থাৰ মানুহবিলাকে ৰন্ধা-বঢ়াৰ ভাল ঠাই চাই, ভাপনাওখন ৰখোৱাই বামত ৰান্ধি-বাঢি খাই জাহাজত উঠেহি। এনেকৈ বাওঁতে দিনচেৰেক যায়—গুৱালন্দইদি পোনে পোনে গ'লে একো কষ্ট নাই, জাহাজ ৰেলৰ ওচৰতে ৰাখে। আকৌ সুবিধা হ'লে ৰান্ধি-বাঢ়ি খাই, নহ'লে নাখায়েই গাড়ীত উঠি গৈছিল। তাৰ পিছদিনা কলিকতা, ইপিনে যাত্ৰাপুৰ কি ধুবুৰীদি গ'লে কেইবাখনো নৈ পাৰ হ'ব লাগে—"জাহাজ পালে ভালেই, নহ'লে নাও, অৱশ্যে ৰব ৰব নাও। আগৰ দিনৰ মানুহে তীৰ্থভ্ৰমণ কেনেকৈ কৰিছিল, তাকেহে ভাবোঁ। মোৰ ককাদেউতাই লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীৰ আহি লৈ গঙ্গা, গয়া, কাশী, প্ৰয়াগলৈতো গৈছিলেই; শ্ৰীক্ষেত্ৰ, সেতুবন্ধ, কাবেৰ্য্যৰ, দ্বাৰকা, হৰিদ্বাৰ ইত্যাদিলৈকো গৈছিল। মানুহৰ কি অধ্যৱসায়!

নক'লেও হ'ব যে তেতিয়া ৰেল-জাহাজ একো নাছিল। আমাৰ দেশকণৰা কলিকতালৈ অহা-যোৱাৰ ব্যৱস্থা—১৯০৫ খ্ৰীষ্টাব্দলৈকে এনে আছিল বুলিলেই হয়। তেতিয়া ইয়াৰপৰা জাহাজেদি ধুবুৰীলৈ গৈ ৰেলেৰে যাব লাগিছিল। তাৰ কেইবছৰমান পাছতহে গুৱাহাটীৰপৰা—আৰু গুৱাহাটীলৈকে ৰেল। চাপৰমুখ—শিলঘাট ৰেল হ'ল। এই সকল ৰেলখনি হোৱাৰ আগেয়ে নগাঁৱলৈ যাবলৈ হ'লে চাপৰমুখ কি কামপুৰত নামি আদিযুগৰ গৰুৰ গাড়ীত উঠিহে নগাঁও পহুঁচা হৈছিলগৈ। মই নিজে ১৯১৫ চনলৈকে এনে ব্যৱস্থা পাইছিলোঁ। আৰু জানো যে দেউতাই সোমাৰ ১৮৮৯ খ্ৰীষ্টাব্দত চাবলৈ গৈ দেউতাৰ জনম-ঠাই যোৰহাটত ৰেল হোৱাৰ কথা ক'লেহি। আমি আটায়ে কৈছিলোঁ তেতিয়া, "যোৰহাটৰ মানুহে ৰেল দেখিলে; নগঞাই নেদেখিলে"—আমাৰ বৰ বেয়া লাগিছিল। দেউতাই সেই কালৰপৰা উভতি আহি আৰু এটি কোৱা কথা— ককিলামুখ নে যোৰহাটত, ৰেলত উঠাৰ হুলস্থুলৰ সময়ত গাড়ীত উঠি দেখিলে যে কিবা বেগ কি টোপোলা এটা প্লেটফৰ্মত এৰি থৈ আহিল। এটি মানুহ ওচৰেদি যোৱাত ক'লে—কিয়নো ৰেল এৰিবৰ সময় হ'ল,—"সৌ মানুহটিক মাতি দিয়াচোন। সেই মানুহটিয়ে আমাৰ বস্তু কটিয়াই আনিছিল, বস্তু এটা এৰি আহিল, মাতি দিয়াঁ মাথোন। তোমাক বিৰক্ত কৰিলোঁ, ক্ষমা কৰিবা।" দেউতাই কিবা দিবও খুজিলে, মানুহটিয়ে মুখৰ ফালে চাই থাকি একো নেমাতিলে। দেউতা গুচি গ'ল। দেউতাই ভাবিলে, মানুহটিয়ে চাগৈ ভাবিলে, "এই মানুহটো কি মূৰ্খ, মানুহ এটাক মাতি দিয়াৰ নিমিত্তে মোক পইচা দিয়ে।" মই কওঁ, এতিয়া, সেই মানুহটিয়ে ভাবিলে, "এই মানুহটোৱে মোক মানুহ এটাক মাতি দিবলৈ কয়, আৰু পইচা দিব খোজে, ইমান সাহ!" যি কাৰণেই হওক—সেই মানুহটিয়ে এই কথাকেৰি নেভাবিলে, "বাৰু, এই মানুহটিৰ অলপ উপকাৰ কৰি দিওঁচোন বাৰু—এই কামকেৰিৰ নিমিত্তে পইচা নো কি ল'ম?" ৰেলৰ ষ্টেচনত এনে কামত এজনে আন এজনৰ সহায় যে কিমান বিচাৰে সেই মানুহটিৰ বুজিবৰ শক্তিকেই নাছিল চাগৈ। এতিয়া আসামত ৰেল হৈছে, পৃথিৱীৰে সৈতে সম্পৰ্ক ঘনিষ্ঠ হৈছে। এনে মানুহে তেনে কাম বিনা আপত্তিতে এতিয়া কৰিব নিশ্চয়। কূপ-মণ্ডুক হৈ থাকিলে মানুহৰ মন ঠেক হয়। মন ঠেক হ'লে, মানুহ নিজেও অসুখী হয়, আনকো অসুখী কৰে। এজন ভদ্ৰলোকে, অসমীয়াই, আসামক অকাই-চুক বুলি কৈছিল।

(৪)

ডাক্তৰ কাদম্বিনী দেৱীয়ে ১৮৯০ চনৰ কংগ্রেছত বক্তৃতা দিয়াৰ কথা কৈছোঁ। এতিয়া বোধকৰোঁ বহুতে নেজানে, নহ'লে পাহৰি গৈছে যে কংগ্রেছত বক্তৃতা দিয়া অসমীয়া হৈছে—স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়া। ১৮৯৩ চনৰ কংগ্রেছলৈ কলিকতাত থকা অসমীয়াসকলে ৩ নম্বৰ অ'ল্ড বৈঠকখানা দ্বিতীয় লেইন্ দেউতাৰ ঘৰতে সভা কৰি মিঃ বেজবৰুৱাক আৰু বোধকৰোঁ মিঃ বি. বৰুৱাকো প্রতিনিধি কৰি এলাহাবাদলৈ পঠিয়ায়। ইয়াতে মিঃ বেজবৰুৱাই বক্তৃতা দিয়ে। দ্বিতীয় অসমীয়া হৈছে—আমাৰ বেজবৰুৱাৰে ককায়েক স্বৰ্গীয় ডাক্তৰ গোলাপচন্দ্র বেজবৰুৱা। ডাক্তৰ বেজবৰুৱাই গ্লাচগ'ৰপৰা ডাক্তৰী পৰীক্ষা পাছ কৰি ব্রিটিছগিয়েনাত ডাক্তৰী কৰিছিল। ১৮৯৪ চনত ভাৰতবৰ্ষলৈ ওভতে। এই বক্তৃতা ১৯০১ খ্রীষ্টাব্দত বিডন্ স্কোৱাৰত দিয়ে। (সভাপতি মিঃ দিন শ্বা ৰাচা—পাৰ্চী মিঃ ফিৰোজ শ্বা মেহতাৰ দৰে কাপোৰ পিন্ধা।) মিঃ বেজবৰুৱা আৰু ডাঃ বেজবৰুৱাবো ইংৰাজী কাপোৰেই। দেশৰ পূজা কৰিবলৈ কোনো বিশেষ বেশৰ আৱশ্যক নাই। দেশ-মাতৃয়ে ভক্তি বিচাৰে, কাম বিচাৰে। বেশেই যদি প্রধান কথা হ'লহেঁতেন তেনেহ'লে আগৰ দেশ-পূজাৰীসকলৰ কাম অনৰ্থক হ'লহেঁতেন। মই লক্ষ্ণৌ কংগ্রেছলৈ যাওঁতে মোৰ শুভানুধ্যায়ী (ডাক্তৰ এম. এম. বসু—কংগ্রেছ প্রেছিডেণ্ট্ মিঃ এ. এম. বসুৰ সৰু ভায়েক) এজনাই ক'লে, "তুমি কলিকতাৰ কেন্দ্রৰপৰা কিয় আহিলা? আসামৰপৰা কিয় নাহিলা?" তেতিয়া আসামে বোধকৰোঁ নেজানিছিলেই মই ভাৰতত। আৰু জনাহেঁতেনো মোৰ বয়সৰ বাবে প্রতিনিধি নকৰিলেইহেঁতেন হ'বলা। বাৰাণসী কংগ্রেছলৈ কলিকতাবাসী অসমীয়াৰ প্রতিনিধি হৈ গৈছিলোঁ।

যি আসামত আগেয়ে ওৰণি লৈ, দীঘল ওৰণি লৈ, বৰজাপি লগত লৈ, আমাৰ ছোৱালীবিলাকে অহা-যোৱা কৰিছিল, সেই আসামতে এতিয়া তেওঁলোকে অবাধে স্কুল-কলেজলৈ অহা-যোৱা কৰিছে, মিটিং ইত্যাদিলৈ যাব লাগিছে, তাত কোনো কোনোৱে বক্তৃতাও দিছে, বেড্মিণ্টন্-টেনিছ্ খেলিছে, অহিয়া-অহি (প্রতিযোগিতা) কৰি লৰিছে, জাপ মাৰিছে, খোজ কাঢ়িছে, ল'ৰাৰ লগত একেলগে কলেজত পঢ়িছে দেখি ভাল লাগিছে। অথচ ইয়াতে ভিকতাই নিজৰ সম্পৰ্কীয় মানুহৰ লৈতেও একেলগে ফুৰাত, টেনিছ্ খেলাত কেবাবছৰৰ আগেয়ে আনে উপহাস কৰা শুনিছিলোঁ। যি হওক, এতিয়া

সেই দিন নাই, বৰ আনন্দ পাইছোঁ। আমাৰ বিবেক বুলি অমূল্য ধন ঈশ্বৰে দিছে। এই দুটি শ্ৰেষ্ঠ জীৱই লগ লাগি যদি আমাৰ দেশৰ আৰু মনুষ্য জাতিৰ উন্নতি সাধনৰ অৰ্থে যতনেৰে মন দিয়ে, তেনেহ'লে মনুষ্য জাতিৰ উন্নতি হ'বই হ'ব। মনুষ্যৰ উন্নতি হ'লে দেশৰ উন্নতি হ'বই হ'ব। ই অনিবাৰ্য্য।

জীয়াই থাকিবলৈ সকলোৰে ইচ্ছা। আমি খাবলৈকে জীয়াই নেথাকিলেও জীয়াই থাকিবলৈ আমাৰ খোৱা আৱশ্যক। ভাল বস্তু সহজে জীৰ্ণ কৰিব পৰা পুষ্টিকৰ আহাৰ আমাৰ আৱশ্যক। কিন্তু আজি-কালি পাওঁ নে? আমি সকতে এনে বস্তু বহুত দেখিছিলোঁ, পাইছিলোঁ, খাইছিলোঁ। আমি অতি দুখেৰে দীন-দৰিদ্ৰ দুখীয়া-গৰিব বুলি যাক কওঁ, তেনে মানুহেও মাছ-ভাত খাবলৈ পাইছিল। পেট ভৰাই ভিডিলৈকে খাই উগাৰ মাৰি ওলাই আহি কোৱা শুনিছিলোঁ—বুজিছেনে, আজি খোৱাই নহ'ল, বজাৰবপৰা সময়ত মাছ আহি নেপালে, কোনোমত প্ৰকাৰে ই-সি খাইহে কেইগৰাহমান পেটত ভৰালোঁ। মাছ নেখালে একোকে খোৱা নহ'ল। তেতিয়ালৈকে আসাম সোণৰ দেশেই আছিল। চৰতিয়াৰ যোৱা মাছেৰে এঘৰ মানুহে বংমনেৰে এসাঁজ খাব পাৰিছিল। শাক-পাচলিৰতো কথাকে নাই। অমৃতা ইত্যাদি সেৰ হিচাপে বেচা নহৈছিল। মাছ ইচ্ছামতে খাব পাৰিছিলোঁ—ৰৌ, চিতল, ইলিহি; সময় বুজি যি ইচ্ছা খাইছিলোঁ। তেতিয়ালৈকে আকাল নাছিল—এই সিদিনাখনলৈকে খাই-বৈ জীয়াই থাকি জীৱনৰ সোৱাদ পোৱা গৈছিল।

যোৱা জহকালি তিনিমাহ আমাৰ ঘৰলৈ মাছ অহা নাছিল। দাম আছিল—আমাৰ দৰে মানুহৰ শক্তিৰ অতীত। বয়সিয়াল মানুহৰ বিহকে হওক বা নহওক, সৰু সৰু ল'ৰা-ছোৱালীবোৰৰ অৱস্থা কি হ'ব? কেনেকৈ ডাঙৰ-দীঘল হ'ব? এতিয়া গাখীৰ ক'ত? ঘিউ ক'ত? বেমাৰৰ সময়ত আগৰ দৰে মানুহে দিব পৰা দামত দৰব ক'ত? আমাৰ সৰু সৰু ল'ৰা-ছোৱালীৰ ভৱিষ্যৎ কি হ'ব? আমাৰ জ্ঞানী, বিজ্ঞ, আগৰণুৱাসকলে আমাৰ শিশু সন্তানবিলাকক এইবোৰ দিয়ালে আমি কৃতজ্ঞ হ'ম, আশীৰ্বাদ দিমহঁক। মুখেৰে নকৈ, আমাৰ ল'ৰা-ছোৱালীবিলাকক এইবোৰ খুৱালে আমি জয়ধ্বনি দিমহঁক। এই ল'ৰা-ছোৱালীবিলাকৰ শ্ৰীবৃদ্ধি হ'লেহে দেশৰ আৰু জাতিৰ শ্ৰীবৃদ্ধি হ'ব। আমি নেশ্যন্ বিল্ডিং, কন্‌ষ্ট্ৰাকটিভ চাজেশ্যন্, ক্ৰিটিচিজিম্—এনেবোৰ ইংৰাজী বচন শুনি থাকোঁ, শুনি আছোঁ। কিন্তু প্ৰকৃত বস্তুখিনি যি আমাক

বিশেষকৈ লাগে, আমাক দিয়া নহয়। আসামৰ বাহিৰে ছবছৰমান এই ভাৰতত আছিলোঁ। কোনো এখন ঠাইত দিল্লীৰ বৰলাটৰ মন্ত্ৰীৰ হাউচিৰ কাষতে লগালগিকৈ থকাৰ দৰে আছিলোঁ। সেই ধনী মানুহজনৰ চাৰি বিঘামান মাটি এনেয়ে উদঙে পৰি আছিল—ফুলৰ বাগিচাখিনি এৰি দিলেও। তাত চহ-খেতিৰ চিন একো দেখা নাছিলোঁ—নেদেখিলোঁও। "গ্ৰ' ম'ৰ ফুড্"ৰ কথা সেইখিনি সময়ত ভাৰত বিয়পি আছিল। পাছত দেখিলোঁ, সেই মাটিৰে অলপখিনিত দুটি পকীঘৰ হ'ল—সেইখিনিতে এটি ৰাজপ্ৰাসাদ থকা সত্বেও। বাকী মাটিখিনিৰ দশাও সেই তাকেই হৈছে নিশ্চয়। আজি দুৰ্মূল্যৰ বাবে যেনে আকাল দেখিছোঁ, মোৰ জীৱনত এনে অৱস্থা আগেয়ে কেতিয়াও দেখা নাই। পৰমেশ্বৰক খাটোঁ, আমাৰ শিশু-সন্তানসকলে, ল'ৰা-ছোৱালীসকলে যেন সুস্থ শৰীৰ আৰু সুস্থ মন পায়। সুস্থ অৱস্থাত পুষ্টিকৰ আহাৰ, পানীয় আৰু কাপোৰ-কানি যেন পায় আৰু অসুস্থ অৱস্থাত যেন আগৰ দৰে দৰৱ-জাতি পায়। সিহঁতকতো আৰু একো নেলাগে—এইবোৰ পালেই শান্তিৰে, নিয়মে নিজৰ নিজৰ কাম কৰি দেশৰ শ্ৰী বৃদ্ধি কৰিবলৈ—আমাৰ আশা-ভৰষাৰ স্থল এই আমাৰ সন্তানবিলাকে সুযোগ পাব। পৰমেশ্বৰক খাটোঁ যেন এই সন্তানবিলাকে এনে সুযোগ পাই থাকিব। বিশেষ, পানী নিমিহলোৱা গাখীৰ, তাৰ লগত খাবলৈ যেন অলপ চেনি পায়। ভাল গাখীৰ খাবলৈ নিদি আৰু চেনি নুখুৱাই আমি কি পাপ কৰিছোঁ ভগৱানেহে জানে আৰু ভৱিষ্যতত এই ল'ৰা-ছোৱালীবিলাক ভগৱানৰ ইচ্ছাত ডাঙৰ হ'লে আমাক যে কিমান দুষিব তাকো ভগৱানেহে জানে। এজনী গুৱালনীক সুধিছিলোঁ, "কিমান পানী দিয়া?" অলপ পৰ ভাবি ক'লে, "এসেৰত এপোৱামান দিওঁ।" মই ক'লোঁ, "কলৰ পানী নে?" ক'লে, "কলৰ পানী।" যি হওক, এই গাখীৰকে আধেৰমান চেনিৰে সৈতে যদি ল'ৰা-ছোৱালীক দিব পৰা যায়, সিও ভাল। আমি গাখীৰ খাইছিলোঁ সকলোৱে। পানী মিহলোৱা নহয়। গাখীৰখিনি পি খোৱা হ'লে বাটিত অলপ পানী বাকি খাইছিলোঁ। তেনে গাখীৰ এতিয়া ক'ত পাম? প্ৰতিধ্বনিয়ে কৈছে—ক'ত পাম? পানী মিহলোৱা গাখীৰ এতিয়া টকাত এসেৰ, টকাত ডেৰসেৰ। উস্! আমাৰ দিন আৰু এতিয়াৰ দিন। শিক্ষকসকলৰ তেতিয়া সুখৰ দিন আছিল। তেতিয়া ছাত্ৰসকলৰ ধৰ্মঘট, ষ্ট্ৰাইক্, হৰতাল নাছিল। এইবোৰ নতুন আমদানি। ছাত্ৰই এনে নামবোৰ নেজানিছিলেই। বোধকৰোঁ বহুত মাষ্টৰেও নেজানিছিল। মাষ্টৰে পঢ়াইছিল—ছাত্ৰই পঢ়িছিল। মাষ্টৰক কাকি দিয়া

ল'বা পোৱা গৈছিল—তেনে ফাকি বিশেষ মন দিয়া বিধৰ নহয়। "পঢ়ি নাযিছিলি কিয় ?" "খুব কামবিছিল", "ৰাতি জ্বৰ হৈছিল", "ঘৰত কাম আছিল"—এনেবিধৰ ফাকি আৰু সেই ফাকিৰ দৰবো আছিল। "ষ্ট্ৰাইক্", "হৰতাল"—এনেবোৰ নাম শুনাকে নাছিলোঁহঁক।

আমি দৈ-গাখীৰ খাইছিলোঁ—খমা দৈ। এই দৈ খাইছিলোঁ—"মেচ্নিকফ্" (Mechnikoff)-এ দৈৰ গুণ পোৱাৰ আগেয়ে। আমাৰ ভাৰতত দৈ সকলো ঠাইতে মানুহে খায়—কিন্তু মোৰ বয়সৰ মানুহে ক'ব যে আগৰ দৰে আৰু দৈ পোৱা নেযায় আজি-কালি। বহুতে ৰাতি দৈ খাবলৈ হাক দিছিল—কিন্তু ৰাতিও দৈ খোৱা যায় নির্ভয়ে, যদি দৈৰ লগত অলপ লোণ মিহলাই খোৱা যায়। সেউতাই আমাক এনেকৈ দৈ খাবলৈ দিছিল। সেই যে কৈছোঁ, এখাঁ গাখীৰ খোৱা হৈ গ'লে, আয়ে আমাক বাটিত পানী বাকি খাবলৈ দি কৈছিল, "খা খা, এনেকৈ খালেহে গাত বল হ'ব।" তাৰ অর্থ আন একো নহয়, আৰু অৰ্থ হৈছে যে গাখীৰ এনে উপকাৰী যে তাৰ অকণকে পেলাব নেলাগে। গাখীৰৰ উপকাৰিতা সকলোৱে জানোহঁক। যদিও বক্তৃতাৰ সময়ত আমি কওঁ যে গাখীৰ আৰু ফল খাবাঁ, কিন্তু কান্দোন উঠা কথা নহয় নে যে আমি আমাৰ শিশু-সন্তানবিলাকক দিব নোৱাৰোঁ ? পশ্চিমত ছবছৰমান থাকোঁতে যেতিয়া শুনিলোঁ যে আসামত—বিশেষ শিলঙত—সুমথিৰা টেঙা জুখি বেচিবলৈ ধৰিছে, অমৃতা ইত্যাদি আৰু শাক-পাচলিও আসামত জুখি বেচিবলৈ ধৰিছে, সেইদিনা সঁচাসঁচিকৈয়ে চকুৰ পানী ওলাল—কি আছিলোঁ, কি হ'লোঁ আৰু ভবিষ্যতে বা কি হয় ? "লোণৰ অসম দেশ, মানে কৰিলে শেষ"—ইত্যাদিতো জানো,—তাৰ পাছত মাওৰ শক্তি হ'ল নহয়।

* * *

আর্ল ল কলেজৰপৰা পুৰীলৈ কেইবাৰাবো গৈছিলোঁ। ১৯১৭ চনত পুৰীৰপৰা ভুবনেশ্বৰলৈ যাওঁ। তাত এৰাতি আছিলোঁ। ময়ে সেই যাত্ৰাৰ নেতা আছিলোঁ। (অর্থাৎ মানুহৰ ভিতৰত মোৰে বয়স আছিল।) ভুবনেশ্বৰ-মন্দিৰৰ কাৰুকার্য্য সুন্দৰ। শুনিছোঁ বোলে, মদুৰাৰ (দক্ষিণ ভাৰতৰ) মন্দিৰো এনে ধৰণৰ। মদুৰাবাটি বোলে আৰু সুন্দৰ। কেদাৰ-গৌৰী বুলি এটি কুণ্ড আছে—তাৰ পানী দেখিবলৈ মৰলা। পানীত যেন অলপ গাখীৰ মিহলোৱা হৈছে। কুণ্ডৰ খিখিনিৰপৰা পানী লোৱা হয়, সেইখিনি এটি ডাঙৰ চৌবাচ্চাৰ দৰে। মানুহে ক'লে—এই পানী শৰীৰৰ পক্ষে বৰ উপকাৰী, আৰু (সেইখিনি

সময়ত) আছিচ্ দিগম্বৰ চাটাৰ্জী পুৰীলৈ আহিলে তাৰপৰা একলহ পানী দিলোঁ লৈ খোৱায়। এনে কথা শুনাত এগিলাচ পানী লৈ চালোঁ যে পানী ফট্‌ফটীয়া, বগা। খালোঁ। বেয়া নেলাগিল। শিৱসাগৰৰ ডাকবঙলাত ১৯২৭ চনত কেদিনমান থাকোঁতে খানছামাক পানী খোজাত খানছামাই এটা গিলাচ লৈ "সাগৰ"ত জুবুৰিয়াই পানী আনি দিলে। মই ক'লোঁ, "এঃ কি কৰিলা, খানছামা! মই পুখুৰীৰ পানী নেখাওঁ।" খানছামাই ক'লে, "নহয় চাহাব, এই পানী আন পুখুৰীৰ দৰে নহয়। সকলোৱে খায়।" তেতিয়াহে খালোঁ। ভালেই লাগিল। সেইবুলি বি-সি পুখুৰীৰ, নেজানি-নুশুনি, য'তে-ত'তে খোৱা বেয়া। কেদাৰ-গৌৰীত কোনেও গা নোধোৱে। ওচৰৰ হৰিদ্ৰা কুণ্ডত গা ধোৱে। য়ুৰোপ, আমেৰিকা হোৱা হ'লে এই কেদাৰ-গৌৰীৰ পানী বোতলত* ভৰাই Hunyadi Yanos, Franz Josef Water-ৰ দৰেঁ ভাৰ মানুহে বেচিলেহেঁতেন। আৰু এটি কুণ্ড আছে, কেইখোজমান গৈয়েই পায়। এই কুণ্ডটিত আমাৰ ভিতৰৰে এজন ভালকৈ সাঁতুৰিব জনা মানুহে গা ধুইছিল। এই কুণ্ডটি বৰ দ। এতিয়া লেখাত, নামটো মনত পৰা নাই। (সৌভাগ্য কুণ্ড নহয়। সৌভাগ্য কুণ্ড আমাৰ নিজৰ কামাখ্যাত— আমাৰ এই কুণ্ডটিৰ সংস্কাৰ অৱশ্যে কৰ্ত্তব্য।)

আমি ১৬।১৭ জন মানুহ গৈছিলোঁ। ভুবনেশ্বৰ ষ্টেশ্যনৰপৰা মন্দিৰ অলপ দূৰ। বোধকৰোঁ দুই-তিনি মাইলমান হ'ব। তিনিখনমান গৰুগাড়ী লৈ মন্দিৰমুৱা হ'লোঁ। পাওঁতেই বহুত পাণ্ডা লগ লাগিল। আমি কোন, ক'ৰ মানুহ, একো নকওঁ। লগত মনোৰ মাক, মনোও আছিল; আৰু ৯।১০ জনীমান ছোৱালী, তিকতা (মহিলা), এওঁলোক খাচ বঙালী। নেপালৰপৰা আৰম্ভ কৰি, বহুত ঠাইৰ পাণ্ডাবিলাকে আমাক ধৰিলে, আসামৰ পাণ্ডায়ো ধৰিলে। আমি আটায়ে নিমাত। তেতিয়া মোৰ মনত উগুল-থুগুল লাগিবলৈ ধৰিলে। কেবাজনো চিনাকি মানুহৰ নাম ক'লে। নগাঁৱৰ মানুহৰো নাম দেখুৱালে। এজন পাণ্ডাই নিমাত হৈ কিছুপৰ চাই থাকি তেওঁৰ বহী-কাকতবোৰ দেখুৱালে। হে করুণাময় ভগবান! কাকতত মোৰ আইৰ নাম

---

* ইংৰাজী 'Bottle' শব্দ অসমীয়া জে'টনিৰে "বোটল নেলেখি বোতল লেখিলেহে অসমীয়া যেন মোৰ লাগে" বুলি লেখকে নিজে 'বাহ্মধেনু'ত (বঙালী বিহু সংখ্যা: ১৮৭২ শক) গুৱৰণি দিছিল।

—সম্পাদক, জ্ঞা. ৰ. ৰ.

দেখিলোঁ, কালী বাইদেৱৰ নাম দেখিলোঁ, দুটি-এটি জগত যোৱা মানুহৰ নাম পালোঁ ; এনেকি এজনী 'আপী'ৰো নাম দেখিলোঁ। তেতিয়া আৰু মোক কোনে পায় ? তেৱেঁই আমাৰ পাণ্ডা হ'ল। পাণ্ডাবিলাকৰ এটি ষড়যন্ত্ৰ আছে—সকলো ঠাইতে, আমাৰ কামাখ্যাতো, আন আন ঠাইতো—এজন পাণ্ডাক বাছি ল'লে আন পাণ্ডা সন্ত্ৰমেৰে আঁতৰি যায়। দুজন-এজনেহে কোনো ঠাইত গোলমাল কৰিব পাৰে। আমাৰ কামাখ্যাতে এজন মানুহক দুটি পাণ্ডা কৰি বিয়া হ'ল। আমাৰ ঘৰলৈ এজন মানুহ বৈণীয়েকৰে সৈতে আলহী হৈ আহিছিল। নলবাৰী নে কোন এটি ষ্টেশ্যনত এজন পাণ্ডাই তেওঁলোকক ধৰিলে। তেওঁলোকে ক'লে, "বাৰু দেখা যাব।" আমাৰ ঘৰলৈ সেই পাণ্ডাজন আহিল। আমাৰ নিজা পাণ্ডাজনো আহিল। তেতিয়া দুয়োৰো বাক্‌যুদ্ধ। দেখি, শুনি ভাল লাগিল। গালি-শপনি নাছিল। অলপ পৰ পাছত মই ক'লোঁ, "বাৰু, পৰ্ব্বতলৈ যাওঁচোন।" দুয়ো পাছত বন্ধুভাৱে ওলাই গ'ল। উকীলবিলাকৰ দৰে আৰু।

(৫)

## উদয়গিৰিলৈ

ৰাতি আমি সকলোৱে এটি ঘৰৰ বাৰাণ্ডাত শুই থাকিলোঁ। দোক্‌মোকালিতে (ৰাতিয়েই গৰুৰ গাড়ী হাজিৰ আছিল) উঠি 'উদয়গিৰি' 'খণ্ডগিৰি'লৈ গ'লোঁ। পৰ্ব্বতৰ শিলৰ মাজত এই দুটি জৈন মন্দিৰ। বাটৰ একাষে উদয়গিৰি, আনকাষে খণ্ডগিৰি। ৰাতিপুৱা গৈ দেখিলোঁ—এজন পুৰোহিতে বগা পাগুৰি পিন্ধি দীঘল বগা চোলাৰে (চাপ্‌কনৰ দৰে) থিয় হৈ মন্ত্ৰ পঢ়ি আছে। যেতিয়া শুনিলোঁ, এই ঠাই কটকৰপৰা চৈধ্য মাইলহে মাথোন ; মোৰ পিছে এনে দুখ হ'ল ! মোৰ বাইদেৱ স্বৰ্ণলতাৰে সৈতে দেখা কৰিবলৈ কটকলৈ ১৯০৩ৰপৰা ১৯১৭লৈকে কম হ'লেও কুৰিবাৰমান গৈছিলোঁ ; আৰু গৈ কেমাহমান থাকোঁও। সেই বাটেদি পুৰী গোপালপুৰলৈকে গৈছোঁ ; অথচ এই ভুবনেশ্বৰ, উদয়গিৰি, খণ্ড-গিৰিলৈ অহা নাই। শ্ৰীক্ষেত্ৰ পুৰীলৈ যোৱা মানুহক কওঁ যেন তেওঁলোকে আহোঁতে কি যাওঁতে, ভুবনেশ্বৰ, উদয়গিৰি, খণ্ডগিৰি আৰু সাক্ষীগোপাল চাই আহে। এটি কথা মনত পৰিলে হাঁহোঁ—উদয়গিৰি, খণ্ডগিৰিৰপৰা আহোঁতে আমাৰ ৩।৪ খন গৰু-গাড়ীৰ "ৰেচ্" দিয়াইছিলোঁ। আমাৰ গাড়ীখনেই কেৰাৰাৰো জিকে। নিজৰ নিজৰ গাড়ীৰ গাৰোৱানক উৎসাহ দি চিঞৰা

মনত পৰে। আমাৰ গাৰোৱানৰ নাম বোধকৰোঁ দৈত্যাৰি আছিল। সেই কালৰ মানুহবিলাকৰ নাম এনে। তেনেকৈ 'বেচ্' সুবিধা হ'লে এতিয়াও দিয়াওঁ। সিইতক অৱশ্যে বৰ্চিছ্ দি উৎসাহ দিব লাগে। মনত আনন্দ লাগে— বিমল, নির্ম্মল আনন্দ।

## নবীন দাদা

দেউতাই ১৮৯০ খ্রীঃৰ ৩১ মার্চৰপৰা পেন্‌চ্চন লয়। নবীন দাদাৰপৰা শুনিছোঁ যে আসাম গেজেটত এই বিষয়ে পাঁচ লাইনমান উল্লেখ কৰি গবৰ্ণমেণ্টে দেউতাৰ কামৰ প্ৰশংসা কৰিছিল। নবীন দাদাই আৰু কৈছিল যে এনে কথা গেজেটত পেন্‌চ্চন পোৱা মানুহৰ বিষয়ে আগেয়ে লেখা তেওঁ দেখাও নাই, শুনাও নাই। লেখিলেও অতি কম মানুহৰ বিষয়েহে লেখা হৈছিল। নবীন দাদা ৺বলৰাম ফুকনৰ মাজিউ পুতেক; দেশভক্ত ৺তৰুণৰাম ফুকনৰ ককায়েক। এওঁ বৰ চিকাৰী আছিল। অসমলৈ কোনোবা য়ুৰোপীয় কি এমেৰিকান ডাঙৰ মানুহ আহিলে গবৰ্ণমেণ্টে এওঁৰ হাতত্তেই চিকাৰৰ ভাৰ দিছিল। ৺নবীন ফুকন ভাৰতৰ ভিতৰতো এজন প্ৰধান চিকাৰী বুলি চিনাকি হ'লহেঁতেন। ছাৰ আৰ্চডেইল আৰ্লে এদিন কচাৰিলৈ গৈ মিঃ বেণ্টিঙ্কৰ হতুৱাই ফুকনক মতাই অনাই এডাল গঁড়ৰ ছালৰ লাঠী দিলে—তেওঁক চিকাৰত সহায় কৰাৰ উপহাৰ। ফুকন যদিও কচাৰিৰ বিষয়া মাথোন আছিল, সকলো ব্ৰিটিছ বিষয়াই ভাল ব্যৱহাৰ কৰিছিল; ফুকনেও সমকক্ষভাৱে ব্যৱহাৰ কৰিছিল। লৰ্ড লন্‌ছ্‌ডেল্, ইটালীৰ যুৱৰাজ বা ইংলণ্ড—এমেৰিকাৰ কোটিপতি অসমলৈ আহিলেই তেওঁলোকৰ চিকাৰ কৰোৱাৰ ভাৰ ফুকনৰ ওপৰত। এইসকল মানুহে নিজৰ দেশলৈ গৈ কি ইয়াতে ভাল ভাল মাৰক উপহাৰ দিছিল। মহাৰাজ নৃপেন্দ্ৰ-নাৰায়ণ ইয়ালৈ আহিলে ফুকন নহ'লে নহয়; কোচবিহাৰলৈ কেবাবাৰো লৈ গৈছিল। তৰুণ ফুকনেও এনে নিমন্ত্ৰণ পাইছিল। ইটালীৰ যুৱৰাজেও নবীন ফুকনৰ সহায় পাইছিল।

## বিজয়েশ্বৰ বজ্ৰপাত

দেউতাই পেন্‌চ্চন্ লোৱাৰ পাছদিনা গধূলি বহুতো মানুহ দেখা কৰিবলৈ আহিছিল। সাধাৰণভাৱে যেনেকৈ মানুহেবে লৈতে কথা কয় তেনেকৈ কথা কৈ, কিছু পৰৰ পাছত বিদায় লৈ দেউতা ভিতৰলৈ আহিল। অলপ পৰ পাছত ওলাই

সৈ মেথে যে সেই মানুহসকল আমাৰ ঘৰৰ সন্মুখৰ আলিত গোট খাই কথা পাতি আছে। দেউতাই সোধে, "বাটত থিয় হৈ কিয় আছে? ভিতৰলৈ আহি বহকহি।" তেওঁলোকে একো স্পষ্টভাৱে উত্তৰ নিদি নিজৰ ভিতৰতে ইজনে সিজনৰ কালে চায় আৰু ফুচ্ফুচায়। দেউতাই কয়, "কি হৈছে? আপোনা-সকল ভিতৰলৈ নাহে কিয়?" অলপ পৰ পাছত তেওঁলোক লাহে লাহে ভিতৰলৈ আহিল। দেউতাই তেতিয়া বিহ্বল হৈ সুধিলে, মাত ব্যাকুল, "কি হৈছে?" মতিলাল বসু উকীলে হাতত এখন টেলিগ্ৰাম লৈ লাহে লাহে দুখৰ ঘৰেৰে ক'লে, "স্বৰ্ণ বিধবা হয়েছে।" বিনা মেঘত বজ্ৰপাত! দেউতাই আঁঠু কাঢ়ি ঈশ্বৰক মাতি কান্দিবলৈ ধৰিলে। দেউতাৰ এনে কান্দোন আমি কোনোৱে দেখা নাই। ভিতৰৰপৰা আই ওলাই আহিল, আৰু হিয়া ভাগি যোৱা আৰ্তনাদ।

যাওক, লেখোঁতে সেই হৃদয়বিদাৰক কান্দোনৰ কথা আৰু সেই দৃশ্য এতিয়া আগত দেখি মোৰো কান্দোন উঠে। সেই সময়তো দেউতাই ভাবিলে, ই বোধকৰোঁ ধেমালি, ক'লে, "নন্দ (জোঁৱায়েক) বিলাত-ফিৰত। আজি পহিলা এপ্ৰিল। সি বোধকৰোঁ April Fool's Day-ৰ টেলিগ্ৰাম কৰিছে।" টেলি-গ্ৰাফ্ মাষ্টৰ মহেশ্বৰ তামুলীক মতাই অনাই টেলিগ্ৰাম কৰোৱা হ'ল। এই বিষয় আৰু লেখিবৰ মন নেযায়। বামচন্দ্ৰ্ভ উকীলৰ একাউন্টেন্ট্ জেনেৰেল ৰজনীনাথ বায়ে সেই টেলিগ্ৰাম কৰিছিল। এওঁ তিনীহিঁতৰ ককায়েক।

তাৰ পাছদিনা কি দুদিনমান পাছে ডাঙৰ ককাইদেৰ ককণাক লৈ দেউতা কলিকতালৈ গ'ল। নগাঁৱৰপৰা (বৰ দুখৰ বিষয়—কোনো কোনো বঙালীয়ে কেবাপুৰুষ ইয়াত থাকিও "নওগাঁ" কি "নুওগাঁ" কয়) শিলঘাট ৩২ মাইল। এই বত্ৰিশ মাইল তেতিয়া গৰুৰ গাড়ীৰে যাব লাগিছিল। চাপৰমুখ-শিলঘাট ৰেল হোৱাৰ আগেয়ে নগাঁৱৰপৰা গৰুৰ গাড়ীৰেহে যাব লাগিছিল। মোৰ বিমান দূৰ মনত আছে, মিছাত বাটৰ দুয়োকাষে হাতী লুকাব পৰা জঙ্গল। এনে অহা-যোৱাৰ বন্দবস্ত আসাম বেলৰে খোলালৈকে আছিল; এতিয়াতো চাপৰমুখ-শিলঘাট বেলেদিয়েই অহা-যোৱা কৰা হয়।

## নগাঁও এৰি কলিকতালৈ আহাৰেবে

কেইদিনমান পাছত ডাঙৰ ককাইদেৰ উভতি আহি আমাক সকলোকে কলি-কতালৈ লৈ গ'ল। সেয়ে হ'ল আমাৰ নগাঁও এৰি যোৱা। আমি এইসকলী গৈছিলোঁ—আই, ডাঙৰ ককাইদেউ ককণাজিতাৰ, ভাগিন প্ৰিয়নাথ (কান্

ৰাইদেৱৰ পুতেক), মাজিউ ককাইদেৱ কমলাভিৰাম, মই, গঙ্গা দাদাৰ (আমাৰ মাহীৰ পুতেক) শাহুৰেক (পুৰণিগুদামৰ শুকদেৱ শৰ্মাৰ পৰিয়াল) আৰু তেওঁৰ পুতেক পদ্মনাথ (মোৰে প্ৰায় সমনীয়া), আপী ভণ্ডাৰটা আৰু দুজন-এজন গৈছিলোঁ। আমি জাহাজত প্ৰথম শ্ৰেণীত গৈছিলোঁ। আমি ল'ৰাবোৰে জাহাজতে খাইছিলোঁ। কি মজা লাগিছিল! ইংৰাজী "খানা" খাই গৈছিলোঁ। কাঁটা-চিমচাৰে খাইছিলোঁ, ভালকৈ ধৰিব নেজানিলেও। আমি আমাৰ ঘৰত "চামুচ" নকৈছিলোঁ, "চিমচা" কৈছিলোঁ।

এটা কথা এইখিনিতে কওঁ। বহুত মানুহে কাঁটা-চিমচাৰে খাবলৈ ইচ্ছা থাকিলেও লাজতে কি ভয়তে খাব নোখোজে। অৱশ্যে প্ৰথমে অলপ টান লাগে। কিন্তু কৰিব লাগে কি, আন মানুহে কেনেকৈ খায় তাক চাব লাগে। আধা মিনিটমানৰ কাম; তাৰ পাছত খাব লাগে। খাওঁতে মুখ মেলি দাঁত নিকটাই চোবাব নেলাগে। লাহে লাহে, চোবোৱা কি চোহাৰ শব্দ নকৰি খাব লাগে। প্ৰথমে টান, পাছত উজু হয়।

জাহাজত তেতিয়া এটি নিয়ম আছিল—প্ৰথম শ্ৰেণীত গ'লেই তাত নেখালেও যাত্ৰীয়েপতি দিনে চাৰি টকাকৈ দিব লাগিছিল। পাছত এই নিয়ম উঠি যায়। আয়ে জাহাজত নেখাইছিল। তেতিয়া ৰাতি জাহাজ নচলিছিল। "চাৰেঙ"ক ক'লে ৰাখিব পৰা উপযোগী ঠাইত লঙ্গৰ পেলাই জাহাজ বান্ধিছিল। তেতিয়া আমাৰ চাকৰে চৌ, ৰত্‌লহি, কাঁহীবাটি, আঁৰকাপোৰ লৈ গৈছিল আৰু ৰান্ধনিয়ে ৰন্ধা-বঢ়া কৰিছিলগৈ। খোৱা-বোৱা হোৱাৰ পাছত আকৌ জাহাজলৈ উভতি আহিছিলোঁহঁক। বালিত ৰান্ধিলে বস্তুৰ কেনে গোন্ধ ওলায়! এতিয়াও বেপাৰী-মুদৈবিলাকে নাও ৰখাই যেতিয়া ব্ৰহ্মপুত্ৰৰ বালিত ৰান্ধেহি, ফুৰোঁতে ৰন্ধা ঠাইৰ ওচৰলৈ গৈ সেই ম'ৰা-কালিৰ সুবাস পাবলৈ চেষ্টা কৰোঁ।

## ময়ো ডেকা আছিলোঁ

বিলাতত তেতিয়া মোৰ বয়স পোন্ধৰ-ষোল। এতিয়াৰ ল'ৰা-ছোৱালীবিলাকে বিশ্বাসেই কৰিব নোৱাৰে বোধকৰোঁ যে মোৰো কেতিয়াবা ১৫।১৬ বছৰ আছিল। মানুহে এতিয়া মোৰ যিমান বয়স, তাতকৈও দহ-পোন্ধৰ বছৰ বঢ়াই কয়। মই মনে মনে থাকোঁ, কৈ একো লাভ নাই, ক'লে নপতিয়াব। যি মোক লক দেখিছিল, তেওঁলোকে জানে। সিদিনা অলপতে শ্ৰীযুত প্ৰবোধ বৰদলৈয়ে তাকে কৈছিল।

মোৰ বয়সৰ কথা সোধে, "আপোনাৰ চাকিৰুৰি কি চাবিৰুৰি পাচপান হৈছে চাগে।" মই কওঁ, "এতিয়ালৈকে হোৱা নাই।" কোনোৱে শুনি যায়, একো নকয়। আৰু কোনোৱে কয়, "এ হৈছে। আপুনি নেজানে।" "পৰশুৰাম" (ৰাজশেখৰ বসু)ৰ এজন কবিৰাজৰ বিষয়ে কোৱা মন্তব্য পৰিছে। কবিৰাজে সুধিলে—আপোনাৰ ই হয়নে, সি হয়নে। পাছত সুধিলে, "আপুনি বতিয়ায়নে?" ৰোগাৰীয়ে ক'লে, "নবতিয়াওঁ।" কবিৰাজে ক'লে, "আপুনি বতিয়ায়। আপুনি জানতি পাৰিন্ না।"

আটাইতকৈ মজা হৈছে—এদিন আবেলি ফুৰি থাকোঁতে দুজন মানুহে মোৰ পাছ ফালৰপৰা ল'ৰি অহাৰ শব্দ পালোঁ। আহি মোক সুধিলে, "আপোনাৰ এশ হ'লনে?" জানো যে স্কুলত ভৰ্ত্তি হওঁতে বা আদালতত বা ৰোগাৰ হ'লে ডাক্তৰে, নাইবা বিয়া দিব খুজিলে ছোৱালীৰ ঘৰে কোনো বিশেষ কাৰণত বয়সৰ কথা সোধে। এওঁলোক বয়সিয়াল। মই আচৰিত। বিয়া দিব খোজে নেকি? এনেকৈ বয়সৰ কথা সোধা মই ক'তো দেখাও নাই, শুনাও নাই। বয়স আৰু দৰমহাৰ কথা মানুহে খুচৰি খুচৰি বিচাৰে। কিয়? এই দুনিয়া! কি মজা! ইয়াৰ মজা বুজিয়েই ভাবিব লাগে, তেহে হাঁহিম।

## অসমীয়াৰ গৌৰৱ

সেই সময়তে এবাৰ ছাউথ কেন্‌জিংটন মিউজিয়ামলৈ গৈছিলোঁ। লগত আছিল এজন ইংৰাজ মাষ্টৰ আৰু সুৰেন হালদাৰ। মই এঠাইত দেখিলোঁ—এটি আলমাৰীত সুন্দৰকৈ সজোৱা অসমীয়া কাঁহী, বাটি, শাল, কলহ, পাণ খোৱা, বটা। মই লৰ মাৰি গৈ তেওঁলোকক ক'লোঁ, "Mr Richards, come and see our Assamese utensils, how beautiful they are!" তাতো মোৰ চকুত অৰণ্যে, মোৰ আসাম জিলিকি আছিল। সঁচাকৈয়ে আমাৰ এই বস্তবোৰ মানুহৰ আগত গৌৰৱেৰে ধৰিব পাৰি।

আৰু অসমীয়া ছাদৰ, চেলেং, কাপোৰ-কানি! মইযে কেইবাৰ ভাৰতৰ কোনোঠাইতো অসমীয়া মানুহৰ দুজ দিয়া চেলেং দেখি লৰ মাৰি গৈ কথা কৈছোঁ। এবাৰ কলিকতাত মোৰ মাজু ককাইদেৱ কমলা আৰু মই শিয়ালদহ ষ্টেচনৰ বোমৰ ওচৰত আবেলি ফুৰি থাকোঁতে তেনে চেলেং, খনিয়া কাপোৰ গাত উৰি যোৱা মানুহ দুজন দেখি ল'ৰি গৈ লগ লৈ কথা কোৱা মনত পৰে। সেই মানুহ দুজন স্বৰ্গীয় ৰমাকান্ত বৰকাকতীৰ ঘৰত আছিল। ওচৰতে।

৮ নম্বৰ কলেজ স্কোৱেৰলৈ গেউতাৰ ওচৰলৈ দৈ গ'লোঁ। আমাৰ আটাইৰে কি আনন্দ ! নগাঁৱৰ চামগুৰিত ঘৰ। আউনীআটীয়া ভকত।

## "গেল্ যে গেলেই"

১৯১৯।২০ খ্ৰীষ্টাব্দত তাৰে এজন ল কলেজলৈ আহি এদিন সুধিলেহি, মই তেতিয়া ঘৰৰ ভিতৰত, "ইহাঁ কমলাভিৰাম, জ্ঞানদাভিৰাম বোলকে কৈ আদমী হেঁয় ?" মই ভিতৰৰপৰা ওলাই আহি দেখোঁ যে তাৰে এজন ( মানুহ দুজন আহিছিল ) সেই কলেজ স্কোৱেৰলৈ ১৮৯৩ চনত দেউতাৰ ওচৰলৈ লৈ যোৱা দুজন মানুহৰে এজন। মোৰ উলহ-মালহ লাগি গ'ল। মই ক'লোঁ, "ইয়াতে আজি খাই যাবই লাগিব।" এই মানুহজনৰ ভাষা অসমীয়া-হিন্দুস্থানী। মই্ৰো তেনেকৈয়ে তেওঁৰে সৈতে কথা কৈছিলোঁ। ( কেবাবছৰ পাছত শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্মাৰ সৈতে তেওঁৰ দেখা হওঁতে শৰ্মা ডাঙৰীয়ায়ো সেই তেনে হিন্দুস্থানী-অসমীয়া কৈছিল। ) মই নেবানেপেৰাকৈ লগাত ক'লে, "বাক, আমি গা ধুই আহি থামহি।" তেওঁলোকৰ আগতে চক আক আন আন বস্তু-বেহানি আনিবলৈ মানুহ পঠালোঁ। বন্ধা-বঢ়াৰ বেলেগ বন্দবস্ত কৰিবলৈ ক'লোঁ। ঘৰত সকলোৰে উলহ-মালহ। ঠাই সাৰি-মচি চাফ-চিকণ ক'ৰা হ'ল। পাছত, মানুহৰ দেখাই নাই ! নাহিল। আমাৰ আৰ্দলি ল কলেজৰ থানুৰাম চকীদাৰে কোৱাৰ দৰে "গেল্ যে গেলেই।"

পাছত পাঁচ-ছবছৰমান পাছত এদিন ওলালহি আহি। "আপুনি কাহে নেই আয়ে থে সেইদিনা ?" অলপ লেমেনা-লেমেনি কৰাৰ দৰে ক'লে যে আন মানুহজনৰ কিবা কাম আছিল ইত্যাদি। মই বুজিলোঁ যে আমাৰ ঘৰৰ ৰীতি বেলেগ, সেইদেখি অহা নাছিল। মানুহেও চাগৈ মানা কৰিছিল, মানা কৰা মানুহ বহুত আছিল।

## একেজনা ঈশ্বৰৰে সৃষ্টি

তেতিয়া মহাত্মা গান্ধীৰ যুগ আৰম্ভ হোৱা নাই। আজি-কালি ছোৱালী-বিলাকে যেনেকৈ জোতা পিন্ধি, ভাল ভাল কাপোৰ পিন্ধি, বাটে-পথে স্বাধীনতাৰে ফুৰে, তেতিয়া তেনে নাছিল। পোৱৰ-ফুৰি বহুৰ মানলোকে নাছিল। নিমন্ত্ৰণাদিতো বেলেগ বেলেগ জাতৰ মানুহ বেলেগ বেলেগ ঠাইত বহিছিল।

অসমলৈ কাম লৈ অহাৰ পাছত ( ১৯১৩ চন ) এদিন এটি খিলাফ সভা কি এনে এটি সভালৈ মোক মতাত মই গৈছিলোঁ। সকলো মানুহকে মাতি ভিতৰলৈ লৈ গ'ল—খুৱাবলৈ। মোক কোনেও নেমাতে। ময়ে মাথোন তাত অকলে বহি আছিলোঁ। সেই ঠায়েদি সভাৰ গৰাকী দুজন-এজন অহা-যোৱা কৰি থাকে, মোৰফালে কোনোৱে নেচায়। কিছুপৰ বহি থকাৰ পাছত মোৰ বেয়া লাগি লাহে লাহে ঘৰলৈ যাম বুলি উঠিলোঁ। যাওঁতে মুছলমান-সকলে খোৱা খোঁটালীৰ আগেদি যাব লগাত পৰিলোঁ। দুজনমান মমসিয়াজ মুছলমান ভদ্রলোকে মোক দেখি মাতিলে, "আহক আহক, আপুনি নেখাই ক'লৈ যায় ?" এইবুলি ধৰি লৈ গ'ল। তাৰে এজন ছাৰ খাজুমা তাওবীয়াৰ পিতৃয়েৰেক আছিল বুলি ভাবোঁ। তেওঁলোকৰ ভদ্রতা মই কেতিয়াও নেপাহৰোঁ। তাতে অলপ খাই ঘৰলৈ গ'লোঁ। সেই সভাৰ গৰাকীসকলে মোক ক'ত খুৱাব, হিন্দুৰ লগত নে মুছলমান-খ্রীষ্টানৰ লগতে খুৱাব, ভাবি অন্ত কৰিব পৰা নাছিল। মই বহি থকা ঠাইতে খুউৱাহেঁতেন, মোৰ বেয়া নেলাগি মোক সন্মান কৰা বুলিহে ভাবিলোঁহেঁতেন। কিন্তু অতি সুখৰ বিষয়, গুৱাহাটীত বোধকৰোঁ, দুজন-এজনৰ বাহিৰে এতিয়া কাৰো তেনে ভাব নাই। এই ভাবটি সেই-দিনালৈকে আমাৰ সমাজৰ কাঁইট হৈ আছিল। এতিয়া খিডিউলড্ ননখিডি-উলড্ একেলগে খাওঁহক। ইয়াত কাৰ কি লোকচান হৈছে ? এনেও দেখিছোঁ—একেলগে বহি খালেও, আগেয়ে কোনো কোনো মানুহ অলপ আঁতৰি, সাৱধানে, সন্তর্পণে (gingerly) খাইছিল—গিলাচটি, হাতখন, আঁঠুডুখৰি কি ভৰিৰ কেঞা আঙুলিৰ নখডুখৰিয়ে যদি তেওঁৰ জাতক লৈ পলাই পত্রং মাৰে! আৰু সেই নিমিত্তেই তেৰোঁ নৰক-গামী হয়। সকলো মানুহেইযে একে-জনাৰে সৃষ্টি, সেই ভাবটি এতিয়া আমাৰ মানুহৰ মনত নাওমানকৈ ফুটি ওলোৱা যেন অলপ দেখা গৈছে। ই বৰ সন্তোষৰ কথা। এই ভাবটি যেন আৰু সজাগ হৈ সম্পূর্ণভাৱে বিকশিত হয়। ভগৱানক খাটোঁ।

( ৬ )

## পাছত কিন্তু চাৰিখন ভুটিল

কলিকতালৈ অসময়পৰা ছুটী লৈ গ'লে কি ভাত পেনৃজন্ লৈ থাকোঁতে, সেউতা অসমীয়া ল'ৰাৰ মেছলৈ ( হিন্দু কি মুছলমানৰ ) নিয়মিতভাৱে গৈছিলো।

ছিলঠীয়াৰ মেছলৈকো গৈছিল বুলি কেবাজনো ছিলঠীয়া ভদ্ৰলোকৰপৰা শুনিছোঁ। অসমৰ বঙালী ল'ৰাৰে সৈতেও দেখা কৰিছিলগৈ। ৺মনোমোহন লাহিড়ী, শ্ৰীযুত মহেন্দ্ৰমোহন লাহিড়ীৰপৰা এনে কথা শুনিছোঁ। পেন্‌চন্ লৈ থাকোঁতে তেওঁৰ ল'ৰাহঁতকো এনেকৈ লৈ গৈছিল। মই কেবাবাৰো এনেকৈ যোৱা মনত আছে। পৰীক্ষাত ভালকৈ কৃতকাৰ্য্য হোৱা ছিলঠীয়া ল'ৰা এটিক দেউতাই হাৰ চাৰ্লছ্ ইলিয়টক ধৰি কাম দিওৱাৰ কথা শুনিছোঁ। তেৰেঁা য'তে-ত'তে যাকে-তাকে কৈছিল, "গুণাভিৰাম বৰুৱা নোহোৱা হ'লে ডেপুটী কলেক্টৰৰ কাম নেপালোঁহেঁতেন।"

সেইখিনি সময়ত দেউতাই বছৰি এবাৰ সকলো ল'ৰাকে নিমন্ত্ৰণ কৰি খুৱাইছিল। এবাৰ এনেকৈ খুৱাওঁতে দেউতা বৰ সমস্যাত পৰিছিল। কথাটো মোৰ এতিয়ালৈকে মনত আছে। ডেকা অৱস্থাত কোনো কোনো মানুহ উদ্ধত প্ৰকৃতিৰ হয়। তেনে দুটি-এটি ল'ৰাই এনে নিমন্ত্ৰণৰ দিনা খাবলৈ বহিবৰ হওঁ হওঁ অৱস্থাত দেউতাক ক'লেহি, "ল'ৰাটিক (নাম কৈ) আমাৰ লগত খাবলৈ দিয়া হ'লে, আমিতো উঠি যামেই, আনসকলকো লৈ যাম।" দেউতা মস্কিলত পৰিল। দেউতাৰ অৱস্থা মোৰ এতিয়াও মনত পৰে। সেই ল'ৰা-সকলৰ ভিতৰবে দুজন-এজন গম্ভীৰ ভাবৰ ল'ৰাক পৰামৰ্শ সোধাতো সমস্যাৰ ওৰ নপৰিল। পাছে কৰিলে কি, আমাৰ এটা বৰ ডাঙৰ খোঁটালী আছিল— দুটা ডাঙৰ ক্লাছ্ বহিব পৰা। তাতে আনসকল ল'ৰাই খাব, আৰু তাৰে লগা এটি খোঁটালীত দুৱাৰ মুকলি কৰি দুৱাৰমুখতে সেই ল'ৰাটিয়ে খাব। দেউতাই তেওঁক হাত জোৰ কৰি, মৰম কৰি তাতে বহিবলৈ কোৱাত তেওঁ বহিল। কিন্তু মোৰ এই কথা মনত আছে—সেই ল'ৰাটিয়ে নিজে নিজে কেবাবাৰো কৈছিল, "মোক নমতাহেঁতেনেই ভাল আছিল।" দেউতা আৰু আমাৰ ঘৰৰ সকলোৰে মনৰ ভাব কেনে হৈছিল, নক'লেও হ'ব। দেউতাই এনে হ'ব বুলি সপোনতো ভৰা নাছিল। গুৱাহাটীতো প্ৰায় ২০।২৫ বছৰৰ আগলৈকে ল'ৰাবিলাকৰ এনে ভাব আছিল। সুখৰ বিষয়, এতিয়া বোধকৰোঁ নাই। মই যিটো ঘটনাৰ কথা ক'লোঁ সেইটো কেজনমান ল'ৰাৰ নিমিত্তেহে হ'বলৈ পালে। সকলো কামতে, সকলো সময়তে এজন কি দুজনেহে লগাই দিয়ে। তাৰ পাছত গণ্ডগোল, হুলস্থুল! এয়ে দুনিয়াৰ দস্তুৰ!

তাহানি আৰ্ল ল কলেজৰ হষ্টেলত দুজনমান ছিলঠীয়া সাহাৰ ল'ৰা আছিল। আন আন ছিলঠীয়া বামুণ-কায়স্থ ল'ৰাই সেইবিলাক ল'ৰাৰ লগত নেখায়।

কেইদিনমান সাহাব ল'ৰা ছুটিৰ ভাত মোৰ ঘৰতে ঠাকুৰে আনি দিছিল; তাতে তেওঁলোকে খাইছিল। পাছত মই ক'লোঁ, "হষ্টেলৰ খোৱা মৌচাকীত এখন চাৰিৰ বেৰ দি তেওঁলোকে তাতে খাওক, আনবিলাক ল'ৰাই ইফালে খাওক।" এনেকৈ দুদিনমান খোৱাৰ পাছত আমাৰ অসমীয়া ল'ৰাবিলাকে ক'লে, "সাহাব ল'ৰা ছুটিয়ে আমাৰ লগত খাওক।" এই সিদ্ধান্তৰ নিমিত্তে সিদিনাও অসমীয়া ল'ৰাবিলাকক অন্তৰৰ ধন্যবাদ দিছিলোঁ; আজিও দিওঁ। পাছত কিন্তু চাৰিখন গুচিল।

আৰু এটি ঘটনা কওঁ। এটি অসমীয়া নাথৰ ল'ৰা হষ্টেললৈ আহিল। এজন উজনিৰ বামুণৰ ল'ৰাই তেওঁৰ লগত নেখায়। আন ল'ৰাবিলাকৰ আপত্তি নাছিল। আমাৰ "গভৰ্ণিং বডি"য়েও ক'লে যে নাথ অস্পৃশ্য নহয়। কিন্তু সেই বামুণৰ ল'ৰাটি অচল-অটল। কোনো দুজন-এজন গোসাঁইৰ-পৰা শাস্ত্ৰৰ বিধানো আনি দেখুৱালে। মই ল'ৰাটিক ক'লোঁ, "আন সকলোৰে আপত্তি কৰা নাই, এজনেহে আপত্তি কৰিছে যেতিয়া সেইজনেই তেনেহ'লে আন ঠাইত খাওকগৈ।" পাছত তাকেই কৰা হ'ল। মহাত্মা গান্ধীৰ কৃপাত এনে বাধা-বিঘিনি-আসোঁৱাহ লাহে লাহে গুচি যাবলৈ ধৰিছে। আশা কৰোঁ, অতি সোনকালে একেবাৰে আঁতৰিব।

## বিলাতত অসমীয়া দোকানী,—মানুহে নক'লে

১৮৯৮ চনৰ জুন মাহ। তেতিয়া মই তিনি বছৰ বিলাতত।* মোৰ বন্ধু কেজনমানে কয়হি, "লণ্ডনৰ বণ্ড ষ্ট্ৰীটত মেডাম্ লাগ্ৰানা বুলি এজনী পাৰ্ছী তিকতাই (মিচ্ কৰ্ণেলিয়া ছোৰাবজীৰ বায়েক কি ভনীয়েক) ভাৰতীয় বস্তু খোৱা-বোৱাৰ এখন হটেল 'টি এণ্ড টিফিন বাঙ্গেল' (Tea and Tiffin Bungalow) নাম দি খুলিছে। তাত কাম কৰা মানুহ এজনে বহুত ভাৰতীয় ভাষা জানে।" মই দুই-এজনক সুধিলোঁ, "অসমীয়াও জানেনে?" শুনিলোঁ যে অসমীয়াও জানে। মানুহজনক চাবৰ মোৰ বৰ মন গ'ল। এজন বন্ধুৱে এদিন লাঞ্চ্ খুৱাব বুলি কোৱাত (বন্ধুজনৰ নাম আছিল আৰ. কে. নাগ; ৰবীন্দ্ৰ নাগ। মেদিনীপুৰৰ জমিদাৰ, আৰু তাতে আহি পাছত ব্যাৰিষ্টাৰি কৰিছিল।) মই ক'লোঁ, "যদি খুৱাবাই, তেনেহ'লে ব'লা Tea and Tiffin Bangalow-লৈ যাওঁ।"

---

*এই বাক্য দুটা লেখকৰ পাণ্ডুলিপিত আমি পাইছোঁ এনে ধৰণহে — "১৮৯৮। জুন মাহ। লণ্ডন। তেতিয়া তিনি বছৰ বিলাতত।" —সম্পাদক, আ. ৰ. ৰ.

আমি সচৰাচৰ ট্ৰেম, বাছ, ৰেলত অহা-যোৱা কৰিছিলোঁ, নহ'লে খোজ কাঢ়িছিলোঁ। খোজ কঢ়াটোৱেই নিয়ম আছিল, দূৰ হ'লেহে আন যান-বাহনত গৈছিলোঁ। পিছে তেওঁ (ৰবীন্দ্ৰ নাগ) ধনী মানুহ। বগৃকৈ এখন Handsom Cab মাতিলে। তাতে উঠি আমি গ'লোঁ। বণ্ড্ ষ্ট্ৰীটত খোজ কাঢ়িলেই মনতে ভাবোঁ যে এজন হ'লোঁ আৰু কেঞ্চনেৰল্ মানুহ! Handsom-ত উঠি যাওঁতে ভাবোঁ যে মই এজন লক্ষপতি কি ক্ৰোড়পতিহে। গাড়ীখন ৰাখোঁতেই দেখিলোঁ যে দুৱাৰমুখত আমাৰ দেশী মানুহ এজন, বগা দীঘল চাপকন-ট্ৰাউজাৰ্চ পিন্ধি, পাগুৰি মাৰি, জোতা-মোজা পিন্ধি এটি ডাঙৰ ছাতি লৈ থিয় দি আছে। দুৱাৰ-ৰখীয়া জানিবা। আমি নামোঁতেই আমাৰ কাষে চাই হাঁহি "গুদ্-আফ্‌টাৰ্-নুন" বুলি আমাক অভ্যৰ্থনা কৰিলেহি। প্ৰথমেই সুধিলোঁ, "অসমীয়া ক'ব পাৰানে?" "পাৰোঁ।" এই শব্দটি শুনি মোৰযে কি আনন্দ হ'ল! আনন্দত কি কৰিম, তাতে থিয় দি এটাৰ পাছত এটাকৈ কথা সুধিবলৈ ধৰিলোঁ। তেওঁ আমাক ভিতৰত গৈ বহিবলৈ ক'লে। আমি বহা ঠাইতে কথা হ'বগে। অলপ পৰৰ পাছত আমাৰ ওচৰলৈ আহি কথা ক'লেহি। মোৰ দেউতাৰ নাম ক'লে; বলৰাম ফুকন, পূৰ্ণানন্দ বৰুৱা আদি আসামৰ নামজলা মানুহৰ নাম ক'লে। আৰু ক'লে যে তেওঁ অসমীয়া। দহ-পোন্ধৰ মিনিটমান কথা কোৱাৰ পাছত এবাৰ মেডাম্ লাগ্ৰানা সেইফালেদি যোৱাত, কামৰ সময়ত সেই মানুহটিৰ লগত কথা কোৱাৰ নিমিত্তে ক্ষমা খুজি ক'লোঁ, "এই মানুহটি মোৰ আসামৰ। কথা কৈ থকাৰ বাবে ক্ষমা কৰিব।" মানুহটিয়ে তেতিয়াই "পাছত দেখা হ'ব" বুলি দুৱাৰমুখলৈ গুচি গ'ল। কিমান সুধিলোঁ, ক'লোঁ, "দেখা কৰিমগৈ, ক'ত থাকা কোৱা।" "হুঁ, হুঁ, আকৌ আহিলে ক'ম।" নাই, নক'লে। কিন্তু বিধিনি ইংৰাজী কৈছিল, ইংৰাজৰ দৰে কৈছিল। আৰু পৃথিৱীৰ প্ৰায় সকলো ঠাই দেখিছিল বুলি কৈছিল। বোধকৰোঁ জাহাজত কিবা কাম কৰি গৈছিল। মই ক'লোঁ, "দেশলৈ উভতি নোযোৱানে?" "ই.এ.চি. বা আন কিবা ডাঙৰ কাম পালে যাম। ইয়াত মই ভালকৈয়ে আছোঁ।"

তাৰ অলপ দিন পাছতে জে. এন. ৰায়ে (জ্ঞানেন্দ্ৰ ৰায়, ব্যাৰিষ্টাৰিত প্ৰতি-পত্তি হৈছিল; কিন্তু কম বয়সতে গ'ল।) মোক এদিন তালৈ লৈ গ'ল। সেইদিনা বসগোল্লা আৰু আন আন দেশী বস্তু খাইছিলোঁ। মেডাম্ লাগ্ৰানাক সুধিলোঁ, "সেই Indian Commissionaire-টি আছেনে?" (হোটেলৰ দুৱাৰ-

বহীয়াবোৰক তাত প্ৰায় Commissionaire কয়; "—aire", Commissioner নহয়। এই মানুহবোৰ প্ৰায়েই পল্টনীয়া পেন্‌চনভোগী। সেই-দেখি সেই নাম দিয়া হয়।) মেডামে ক'লে, "বৰ দুখৰ বিষয়। সি খং কৰি গুচি গ'লগৈ। এজন এংল'-ইণ্ডিয়ানে (আজি-কালিৰ এংল'-ইণ্ডিয়ান নহয়; আগৰ খাচ্‌ ইংৰাজ, ভাৰতত বহুত দিন থকা মানুহ।) তাক কিবা কথা কোৱাত, অপমানিত হৈ গুচি গ'ল।" এংল'-ইণ্ডিয়ানে ভাবিছিল চাগৈ, "ভাৰতত এনে মানুহক গালি পাৰিছিলোঁ, ইয়াতো পাৰোঁ।" পাছুৰামেও বিলে গালি পাৰি। ইংলণ্ডতো আৰু ভাৰত নহয়! গ'ল গুচি। মোৰহে মানুহটিৰ লগত দেখা নোহোৱাত বৰ দুখ পালোঁ। তৰুণ ফুকনবপৰা শুনিছিলোঁ যে তেনে এজন মানুহক তাৰ পাছত গুৱাহাটীত দেখা গৈছিল। খুব মাছ মাৰি ফুৰিছিল হেনো।

## কাশ্মীৰত অসমীয়া সন্ন্যাসী

সিবেলি লেখিছিলোঁ, ১৮৯৩ চনত দুজন অসমীয়াক হেৰিছন্ ৰোডত দেখা পাই মোৰ মাজিউ ককাইদেৰ কমলা আৰু মই, দেউতাৰ ওচৰলৈ আমাৰ ৮ নং কলেজ স্কোৱেৰৰ ঘৰলৈ লৈ গৈছিলোঁ। আৰু বহুত বছৰৰ পাছত এই দুজনৰ এজন মানুহে কমলাভিৰাম আৰু জ্ঞানদাভিৰামক আৰ্ল ল কলেজত বিচাৰিছিলহি। এই মানুহজনে কাশ্মীৰত এটি মন্দিৰত থাপনা কৰি মহাৰজাৰ-পৰা মাহে মাহে দক্ষিণা পাই কাশ্মীৰ-বাসীয়েই হৈছিল। সেইখিনি সময়ত ১০।১২ বছৰমান নিজৰ চামগুৰিলৈ আৰু আউনীআটী সত্ৰলৈ বছৰি অহা-যোৱা কৰিছিল। এনেদৰে অহা-যোৱা কৰোঁতে, গুৱাহাটীত আৰ্ল ল কলেজত মোৰ তাত কেদিনমান থাকিছিল। এবাৰ কাশ্মীৰমুৱা হৈ আহি আৰ্ল ল কলেজত মোক বিচাৰি নেপালে। মই তেতিয়া এলাহাবাদত। পাছে তেওঁ মোৰ ঠিকনা বিচাৰি লৈ এলাহাবাদৰ হেমিল্টন্ ৰ'ডত ওলালগৈ। কণিকা ৰেলীৰ থকা ঠাইত খোঁটালী কম। কোনোমতে তাতে ৰখা হ'ল। পাছে অহা-যোৱাৰ কষ্টত তেওঁৰ তাতে জ্বৰ হ'ল। দুদিনমান তাতে ৰাখি মোৰ চাকৰ মঙ্গলু আৰু মই সকলো ৰকমৰ শুশ্ৰূষা কৰিছিলোঁ। অলপ টান হোৱা দেখি কংগ্ৰেছ হস্পিতাললৈ লৈ গ'লোঁ। তাতো গৈ দিনৌ দেখা কৰিছিলোঁ। হস্পিতালৰ পৰাকীক বিশেষভাৱে কোৱা হৈছিল—তেওঁক সাৱধানে চাই-চিতি থাকিবলৈ। প্ৰধান ডাক্তৰজন শ্ৰীসুনীতকুমাৰ ঠাকুৰৰ চিনাকি। বৰ লোৱা

হৈছিল। পাছত এদিন আনকাল ৰোৱাৰ দৰেই দেখা কৰিবলৈ যাওঁতে হস্পিতালৰ সেৱকসকলে মোক মাতি ক'লে, "আপুনি ক'লৈ যায়? সন্ন্যাসীজন নাই, তেওঁৰ মৃত্যু হৈছে।" মোৰমে কি দুখ লাগিছিল! তোওঁলোকে ক'লে যে সৎকাৰ নিয়ম মতে কৰা হ'ল। তেওঁৰ লগত কেটামান টকা আছিল, প্ৰায় সাত টকামান বোধকৰোঁ, তাৰেই সৎকাৰৰ ক্ৰিয়া-কৰ্ম কৰা হ'ল। আমাক খবৰ নিদিয়াৰ কাৰণে হস্পিতালৰ গৰাকীৰে সৈতে লেখা-লেখি কৰিছিলোঁ। দেখিলোঁ, মানুহটিয়েই গ'ল, সৎকাৰো হ'ল, গতিকে লেখা-লেখি আৰু কি কৰিম! ঈশ্বৰৰ ইচ্ছা!

এইখিনিতে কওঁ, সেই হস্পিতালতে ইংৰাজী কোৱা বেমাৰী এজন আছিল। তেৰোঁ ৰৰক ইত্যাদি দি সন্ন্যাসীৰ বা-বাতৰি লৈছিল, যত্ন কৰাইছিল। এই মানুহজনে আসামত ২৫ বছৰমান পল্টনৰ ডাক্তৰ হৈ আছিল। আসামৰ বহুত প্ৰশংসা কৰিলে। তেওঁ ৰৰফৰ দৰকাৰ দেখি নিজৰ ভাগকে বাবাজীক দিছিল। এইখিনিতে সেই মানুহজনৰ পৰোপকাৰী মিঠা ব্যৱহাৰৰ নিমিত্তে তেওঁক ধন্যবাদ দিওঁ। ভগৱানে তেওঁৰ মঙ্গল কৰক।

পৃথিৱীখন একেবাৰে বেয়া ঠাই নহয় দেই! বেয়া হোৱা হ'লে এনে মানুহ ইয়াত কেনেকৈ থাকিলহেঁতেন? বহুত মানুহৰ ব্যৱহাৰত বেয়া লাগে সঁচা। তেতিয়াই এই দৃশ্য সলাই, পট পৰিবৰ্ত্তন কৰি, এই ডাক্তৰজনৰ দৰে মানুহৰ কথা ভাবিব লাগে। আৰু য'ত যি অলপ-অচৰপ উপকাৰ পাইছোঁ, মিঠা মাত, মিঠা হাঁহি, মিঠা ব্যৱহাৰ পাইছোঁ—তেনে কথা ভাবিব লাগে। মহাত্মা গান্ধীৰ নিচিনা মানুহৰ কথা ভাবিব লাগে। 'ব্যস্', মনৰ এন্ধাৰ আঁতৰিল আৰু নৱজীৱন লাভ হ'ল।

বাবাজীৰ এটি সৰু বাকচ আছিল। এতিয়া এই বাকচটি কি কৰোঁ? ভগৱানৰ ইচ্ছাত তাৰ অলপ পাছতে মোক উত্তৰ লখীমপুৰত বহা সাহিত্য সভালৈ মাতিলে। সুবিধা হ'লে মাজুলীৰ কাৰোবাক সেই বাকচটি দিম বুলি বাকচটি লগতে ল'লোঁ। পাছে শ্ৰীহেৰম্বপ্ৰসাদ বৰুৱাৰ হাতত বাকচটি দি মাজুলীলৈ পঠিয়াই দিবলৈ অনুৰোধ কৰিলোঁ। তেওঁ সেইদৰে পঠিয়াবৰ বাবে লোৱাত, মই বাকচটি তেওঁৰ ঘৰলৈ নি থ'লতহে মনত শান্তি পালোঁ। মাজুলী মানে এইখিনিত আউনীআটী সত্ৰ বুজাইছোঁ।

এই কাশ্মীৰী বাবাজীজনৰ ইচ্ছা আছিল যে তেওঁৰ কোনো নিজৰ মানুহ তেওঁৰ পাছত সেই মন্দিৰটিৰ অধিকাৰী হওক। এনে ভাবি তেওঁৰ এজন

ভক্তিআকৰ্ষক লৈ গৈছিল। মই বিমান দূৰ জানো, কেমাহমান তাত থাকি সেই ল'ৰাটিয়ে বাবাজীক বৰ অসন্তোষ দি একো নকৈ গুচি আহিল। ল'ৰাটিৰ কু-ব্যৱহাৰৰ কথা তেওঁ বহুতবাৰ মোৰ আগত কৈছিল।

এইখিনিতে তিলকদাস বাবাজীৰ কথা অলপ কওঁ। এওঁ আউনীআটীৰ ভকত। মানুহ নাগশঙ্কৰৰ। সন্ন্যাসী হৈ কেবাবাৰো ভাৰতৰ তীৰ্থ-স্থানবিলাক দৰ্শন কৰিছিল। মানুহটি সৰল, ধাৰ্ম্মিক। উত্তৰ গুৱাহাটীৰ সত্ৰত থাকি নাম-কীৰ্ত্তন, ধৰ্ম্ম চৰ্চ্চা কৰি আছিল। শৰীৰ বেয়া হোৱাত তায়েকে লৈ গ'লহি। তেওঁ নামো গাব পাৰে, গানো গাব পাৰে। ভকতৰ যি গুণ থকা ভাল, এওঁৰ সকলোখিনিয়েই আছিল। আমাৰ ঘৰলৈ তেওঁ আহিলে আমাৰ সকলোৰে বৰ ভাল লাগিছিল। আশাকৰোঁ তেওঁৰ শৰীৰ সুস্থ হৈ আকৌ গুৱাহাটীলৈ আহি কি য'তে থাকে ত'তে নিজেও আনন্দ পাই থাকিব, আৰু আনকো আনন্দ দি থাকিব। গুৱাহাটীৰ বহুত মানুহে তেওঁক জানে। সেইদেখি আৰু বেছি চিনাকি দিয়াৰ দৰকাৰ নাই। ১৯৪১ৰপৰা ১৯৪৭লৈকে পশ্চিমত একেলাহিয়ে আছিলোঁ। তেতিয়া সেইকালে জঁটাধাৰী বাবাজী দেখিলেই তিলকদাস বাবা-জীলৈ মনত পৰিছিল। কাশ্মীৰী বাবাজীৰ লৈতে তিলকদাস বাবাজীৰ মত নিমিলিছিল। বেছি তৰ্ক হোৱা দেখিলে এই বাবাজীজন মনে মনে থাকিছিল। তেওঁ নিৰ্ব্বিবাদী। তিলকদাসে কৈছিল, "তৰ্ক কৰি কি লাভ?" মই তেওঁলৈ চিঠি-পত্ৰ দিছিলোঁ মাজে-সময়ে।

(৭)

## কথাবাৰ মিছা মহয়

আমাৰ মানুহে চিঠিৰ উত্তৰ নিদিয়ে বেছিভাগেই। লাগতিয়াল কথাবো উত্তৰ পোৱা নেযায়। যিবোৰ মানুহৰ উত্তৰ দিয়াই কাম, তেওঁলোকেও নিদিয়ে। কোনোৱে আকৌ চিঠিবে উত্তৰ দিব লাগে তাকো নেজানে। কিন্তু এই উত্তৰ নিদিয়া বিধৰ মানুহবে কাবো কিবা লাগিলে, ওঁ, কলম যাবি থাকে আৰু। বিয়াহে দিয়া। কিবা ত্ৰুটী (হওক কি নহওক, যদি ত্ৰুটী বুলি তাবি লয়) হ'ল বুলি ভাবিলে কথাই নাই; তেতিয়া পাহৰিয়েই যায় যে তেওঁলোকেই উত্তৰ নিদিয়া বিধৰ প্ৰথম শ্ৰেণীৰ। লাগেহে লাগে; ই দিয়া, সি দিয়া। যি অলপ

এই বিষয়ে গমি চাই এইখিনি পঢ়িব, তেওঁ বুজিব। বঙলাত এটি কথা আছে, "নিজেৰ বেলায় আঁটি-শুঁটি, পৰেৰ বেলায় দাঁত কপাটি।"

ব্ৰিটিছ মানুহবিলাকে, বিশেষ—দায়িত্ব থকা মানুহবিলাকে, চিঠিৰ উত্তৰ দিবই দিব। এতিয়া ব্ৰিটিছৰ দোষেই মানুহে দেখে; কিন্তু গুণবিলাক নেদেখে। চাৰিওফালে চকু-কাণ মেলি থাকিলে সহজে দেখা পাব। অলপ গমি চালেই দেখিব। চিঠিৰ উত্তৰ কোনে দিয়ে, কোনে নিদিয়ে—তেওঁলোকেই ভাবি চাওক-চোন থাক। অতি আচৰিত, বৰ দৰকাৰী চিঠিৰো উত্তৰ পোৱা নেযায়। কেতিয়াবা কেতিয়াবা উত্তৰৰ বাবে ডাকৰ টিকট দিলেও উত্তৰ পোৱা নেযায়।

## "মোৰ বৰ জাত"

দেউতা নগাঁৱৰপৰা পেন্‌ছন্ লৈ কলিকতাত থাকিবলৈ মন কৰাৰ এটা কাৰণ হৈছে—আমাৰ শিক্ষা। আৰু এটা কাৰণ হৈছে এই—দেউতাই মাজে মাজে কোৱা শুনিছিলোঁ, "পেন্‌ছন্ লোৱাৰ পাছত মই মৰিলে মোক ইয়াত কোনে লৈ যাব?" তেতিয়াৰ নগাঁৱৰ অৱস্থা ভাবিলে দেউতাইযে ঠিক কথাকে কৈছিল মই ভাঠি কওঁ। "মই এতিয়া গৱৰ্ণমেণ্টৰ বিষয়া; মোক মানুহে এতিয়া মান কৰে। পেন্‌ছন্ ল'লে কি হ'ব?" ঠিক কথা! তেতিয়া নগাঁৱৰ অৱস্থা, আসামৰ অৱস্থা যেনে আছিল, ঠিক কথা! শুনিছোঁ, অন্নদা ফুকনৰ (আনন্দৰাম ঢেকিয়াল ফুকনৰ সৰু পুতেক) মৃত্যু হোৱাত গুৱাহাটীত শ্মশান-ঘাটলৈ বোৱা বামুণ পোৱা টান হৈছিল—১৮৮৩।৮৪ চনত। দহ টকা কি তাতকৈও বেছি টকা দিহে বামুণ পোৱা গৈছিল। আজি-কালি সেইবোৰ নাই। বামুণৰো দৰকাৰ নাই। অন্নদা ফুকনে লুকাই নকৰি মানুহক দেখুৱাই বিলাতী বস্তু ব্যৱহাৰ কৰিছিল। সেইটোৱেই তেওঁৰ দোষ। এনে কথা বহুত দেখিছিলোঁ, শুনিছিলোঁ; বহুত দেখিছোঁ, শুনিছোঁ। এনেদৰে "মোৰ বৰ জাত" ভাব দেখুৱাই অহংকাৰ কৰা মানুহো দেখিছোঁ। উস্! এইবোৰ মানুহে লুকাই কিন্তু......। যি হওক, দেউতা যেতিয়া কলিকতাত স্বৰ্গী হয়, তেতিয়া অসমীয়া ছাত্ৰসকলেই লৈ যায়—১৮৯৪ খ্ৰীষ্টাব্দত। অসমীয়া মানুহেই শুশ্ৰূষাও কৰিছিল। প্ৰধান আছিল—লক্ষ্মীনাথ বেজবৰুৱা আৰু হেম গোসাঁই। হেম গোসাঁইৰে সৈতে আমাৰ নগাঁৱৰপৰাই খুব চিনাকি। দেউতাই বৰ মৰম কৰিছিল। এবাৰ দেউতাই মোক কৈছিল, "মোৰ ওচৰত যেন অসমীয়া মানুহ থাকে, কিয়নো মই এতিয়া at random কথা ক'ব পাৰোঁ। আনে নুবুজিব।"

দেউতাই প্ৰকাশ্যে ব্ৰাহ্ম-ধৰ্ম লৈছিল। নগাৱৰ ব্ৰাহ্ম-সমাজ-মন্দিৰৰ ঘৰ কৰোঁৱাৰ কিছু টকা দেউতাই দিছিল; কিছু টকা ক'বৰো দৰকাৰ নাই, বোধকৰোঁ বেছিভাগেই দিছিল। দুখেৰে কওঁ, মানুহে "ব্ৰহ্ম-জ্ঞানী" কথাটোৰ অৰ্থ নুবুজি বহুত ঠাট্টা-তাচ্ছিল্য কৰিছিল। কলিকতাতো। তাত ব্ৰহ্ম-জ্ঞানী নকৈ 'বেহ্ম-জ্ঞানী' কৈছিল—উপহাস কৰি। ইয়াত এজনে মোক কৈছিল, "আপোনাক 'হেন্দু' বুলি ভাবিছিল; পাছত শুনিলে আপুনি ব্ৰহ্ম-জ্ঞানী!" কিবা খোৱা-বোৱাৰ কথা লৈ। অৰ্থাৎ ব্ৰহ্ম-জ্ঞানী দেখি মোৰ লগত নেখালে কি নেখাব। হায় হায়, পূজনীয় 'ব্ৰহ্ম-জ্ঞানী' কথাটিৰ কি সম্মান, কি সু-অৰ্থ! ধিক্!! স্বৰ্গীয় শিৱনাথ শাস্ত্ৰী বামুণ আছিল; সংস্কৃতত, ইংৰাজীত শ্ৰেষ্ঠ পণ্ডিত আছিল। তেওঁ নিৰামিষ-ভোজী আছিল। তেওঁ এবাৰ কৈছিল, "মানুহে মোক 'ব্ৰহ্ম-জ্ঞানী' বুলি কয়। হায় হায়, যদি মই সঁচাকৈয়ে ব্ৰহ্ম-জ্ঞানী হ'ব পাৰিলোঁহেঁতেন!" এয়ে ব্ৰহ্ম-জ্ঞানী শব্দটিৰ অৰ্থ। আগৰ ঋষিসকল ব্ৰহ্ম-জ্ঞানী আছিল।

## বিধৱা-বিবাহ সম্পৰ্কে

'ৰাম-নৱমী' নাটকৰ পাতনিত দেউতাই বিধৱা-বিবাহ সমৰ্থন কৰিছিল; সেই নাটকখনিও এই বিষয়ে। তেওঁ ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰত ভক্তি কৰিছিল। যিদিনা বিদ্যাসাগৰ মহাশয় স্বৰ্গী হয় ১৮৯১ চনত, সিদিনা আমাৰ স্কুল (চিটি স্কুল) বহিয়েই বন্ধ দিলে। সোনকালে স্কুলৰপৰা অহাত, দেউতাই সোধাত ক'লোঁ; তেতিয়া দেউতা কিছু পৰ মৌন হৈ থকা মনত আছে। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ মতে প্ৰথমতে যিখন বিধৱা-বিয়া সুকীয়া ষ্ট্ৰীটত হয়, তাত দেউতা উপস্থিত আছিল। তেতিয়াৰপৰাই দেউতা বিধৱা-বিবাহৰ পক্ষপাতী। তেওঁৰ প্ৰথম গৃহিণী আছিল ব্ৰজসুন্দৰী দেৱী, ঢেকিয়াল ফুকনৰ খুলশালীয়েক। তেওঁৰ মৃত্যু হোৱাত পৰশুৰাম বৰুৱাৰ বিধৱা পত্নী বিষ্ণুপ্ৰিয়া দেৱীক দেউতাই বিয়া কৰায়। আমি, মানে বাইদেউ স্বৰ্ণলতা আৰু ককাইদেউহঁত তেওঁৰে সন্তান। এই কাৰণত আৰু ব্ৰাহ্ম হোৱাৰ কাৰণে আসামৰ মানুহে আমাক তেওঁলোকতকৈ অলপ যেন আমি বেলেগ, এনে ভাবিছিল। এইদেখিয়েই পেন্‌ছন্ লৈ দেউতাই নগাৱত থাকিবলৈ ভাল নেপাইছিল। কবি-গুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ লগত বাইদেউৰ বিয়া সব ঠিক-ঠাক। যেতিয়া মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰে এই বিধৱা-বিয়াৰ কথা শুনিলে, তেতিয়া বিয়া হ'বলৈ নিদিলে। কবিয়ে মোক এই বিষয়ে যেবাজি কৰি

বহুতবাৰ কৈছিল। বাইদেৱৰ লগত আনন্দৰাম বৰুৱাৰো বিয়া হ'বৰ কথা আছিল হ'বলা।[৪] পিছে দেউতাৰ মনৰ ভাব আছিল—বামুণ ভাল বৰা পালে আন মানুহেৰে সৈতে বিয়া নিদিয়ে। সেইদেখিয়েই বোধকৰোঁ বাইদেৱৰ লগত তেওঁৰ বিয়া নহ'ল।

## মোৰ বিয়া

আমাৰ বিয়াৰ বিষয়ে আই আৰু দেউতাই কোৱা-কুই কৰোঁতে শুনিছিলোঁ, বামুণৰ ছোৱালীহে আমালৈ বিচাৰিব; নেপালেহে আন কথা ভাবিব। ভগৱানৰ কি ইচ্ছা! কবি-গুৰু ৰবীন্দ্ৰনাথৰ লগত বাইদেৱৰ বিয়া নহ'ল; কিন্তু সেই বাইদেৱে সক ভায়েক মোৰ লগত, ৰবি ঠাকুৰৰ বৰ ককায়েক বিজ্ঞ দাৰ্শনিক পণ্ডিত দ্বিজেন্দ্ৰনাথ ঠাকুৰৰ মাজিউ পুতেক অৰুণেন্দ্ৰনাথ ঠাকুৰৰ জ্যেষ্ঠা কন্যা লতিকা দেৱীৰ বিয়া ১৯০৬ চনৰ পহিলা জুলাইত হ'ল। মানুহৰ মতৰ কি পৰিবৰ্ত্তন হয়! এই বিয়া বাইদেৱ স্বৰ্ণলতা দেৱীয়েই দিয়াইছিল। তাৰ পাছত সেই ঠাকুৰ-বাড়ীতে তেনে বিধৱা-বিবাহ হৈছে।*

## এইদৰেই সৰকায়

কোনো কোনো মানুহৰ কিতাপ দেখিলেই কিতাপ খোজাৰ অভ্যাস আছে। কিতাপ লৈ যায়, কেইপাতমান পঢ়ে, যেজত থৈ দিয়ে নপঢ়ে। তেওঁৰ এজন চিনাকি মানুহ আছে, সোধে, "এইখন বৰ বঢ়িয়া কিতাপ, লৈ যাওঁ দেই।" দি দিলে কিতাপখন। পৰৰ ধনত পোদ্দাৰী কৰা মানুহ বহুত। এনেকৈ মোৰ কিতাপখন আৰু মই নেপাওঁ। বহুতে ওখ আশা (?) লৈ এনেকৈ অনাৰ কিতাপ সৰকায়। লাইব্ৰেৰী কৰেগৈ। চমুকৈ ক'বলৈ গ'লে, টকা যেনেকৈ যাকে-তাকে ধাৰে খুলি দিব নেপায়, কিতাপো দিব নেপায়। খুজি লৈ বোৱাবিধেই বেছি; আৰু নকৈ লৈ বোৱা বিধবো আছে। এবাৰ এজনে কৈ লোৱা বিধৰ মানুহক ক'লে, "নিদিওঁ বোপাঁ, কিতাপ যদি লাগে, বোপাঁ, কিনি দিম।" কিতাপ দিয়ে

৪ 'মোৰ কথা'ৰ পৰিশিষ্ট চাওক। —সম্পাদক, জ্ঞা. ৰ. ৰ.

* চতুৰ্থ বছৰৰ তৃতীয় সংখ্যা 'বাহনেন্দু'ত প্ৰকাশ হওঁতে এই লেখটোৰ পাছত 'বাব-মহৰীখন ঘূৰাই পাবনে?' শীৰ্ষক লেখ এটা ছপা হৈছিল। কিন্তু একেখিনি কথা বাহনেন্দুৰ তৃতীয় বছৰৰ ষষ্ঠ সংখ্যাতো প্ৰকাশ হৈছিল। বৰ্ত্তমান সংকলনত আমি শেষোক্ত সংখ্যাত প্ৰকাশিত সংশ্লিষ্ট অংশটোহে সন্নিবেশ কৰিছোঁ। —সম্পাদক, জ্ঞা. ৰ. ৰ.

ভতভাই পাবৰ আশা এৰি দিয়া আৰু। মোৰ দেউতাই কৈছিল, "তইঁতে কিতাপ লেখেচিৰি, যতন কৰি থৈ দিবি।" এই কথা কেৱল কিতাপৰ বিষয়েহে কৈছিল, কিতাপৰ দোকান দি বেচাৰ কথা কোৱা নাছিল। আৰু এবাৰ কৈছিল, "টকা ধাৰে নিদিবি। যদি দিয়, একেবাৰেই দিবি।"

## মোৰ স্কুল যাত্ৰা

দেউতাই পেন্‌চন্ লোৱাৰ আগেয়ে আইৰ লগত তিনিবাৰমান কলিকতালৈ গৈছিলোঁ। তাৰে শেহবাৰ ৬৫ নং মাণিকতলা ষ্ট্ৰীটত আছিলোঁ। তাৰপৰাই মই স্কুলত প্ৰথম ভৰ্ত্তি হওঁ। হেদুৱাৰ এপাৰে এই ৬৫ নম্বৰ আৰু এপাৰে "জেনেৰেল এছেম্বলিজ ইন্‌ষ্টিটিউশ্যন্" (আজি-কালি স্কটিছ চাৰ্চ কলেজ)। বহুত অসমীয়া ল'ৰাই জেনেৰেল এছেম্বলিত পঢ়িছিল—ৰত্নধৰ বৰুৱা, গুণানন্দ বৰুৱা ইত্যাদি। আয়ে কোৱাত এদিন দহমান বজাত এওঁলোকে মোক জেনেৰেল এছেম্‌লিত ভৰ্ত্তি কৰাই দিলে। আয়ে মোৰ মূৰ আঁচুৰি দি ভাল কাপোৰ-কানি পিন্ধাই দিলে তেওঁলোকৰ লগত পঠিয়াই। স্কুলৰ ওচৰলৈ গ'লে, বজাৰলৈ গ'লেও, য'তে বহুত মানুহ গোট খায় ত'তে কোনো শবদ নকৰিলেও এটি গম্‌গমীয়া শব্দ শুনা যায়। স্কুলৰ ওচৰ চাপি তেনে শব্দ পালোঁ। গোটেই ঘৰটিৰে ভাব গম্ভীৰ, গধুৰ। ফী ইত্যাদি দিয়া কাম তেওঁলোকে কৰিলে। ক্লাছলৈ গ'লোঁ; ঘৰ ডাঙৰ খোটালী। বহা ঠাই নতুন লাগিল। এতিয়া তেনে বহা ঠাইক গেলেৰী কয়। বোধকৰোঁ দুকালে দুটা আছিল। সেইকালে ইংৰাজ মুনিহ-তিকতা অহা-যোৱা কৰে। পাছত জানিলোঁ, সেয়া প্ৰিন্সিপেল, প্ৰফেছাৰ আৰু তেওঁলোকৰ পৰিবাৰসকল। তেতিয়া মোৰ মনৰ ভাব কেনে হৈছিল ক'ব নোৱাৰোঁ; সকলো নতুন। মোৰ বয়স ৫।৬ বছৰ; বঙলা নেজানো বুলিলেই হয়। অসমীয়া ল'ৰা সোমালোঁহি, ল'ৰাবোৰে আৰু মাষ্টৰে নানান কথা সোধে। আমাৰ নাম বোধকৰোঁ তেওঁলোকে জনাকে নাই। মাষ্টৰ দুজনৰ নাম মনত পৰিছে—শৰৎকুমাৰ বাবু আৰু নন্দ বাবু। তেওঁলোকেও আমাৰ বিষয়ে জানিবলৈ ইচ্ছুক, উৎসুক। আমাৰ ঘৰত কি কৰোঁহক, তিকতাবিলাকে কি কৰে ইত্যাদি সুধিছিল। মইয়ো কি পাৰোঁ কৈছিলোঁ—অসমীয়া, ঢাকাই, বঙলা, হিন্দুস্থানী মিহলি ভাষাৰে।

কৈছোঁ নহয়, আমাৰ ক্লাছৰ মাজেদি ইংৰাজ মাষ্টৰ আৰু তেওঁলোকৰ পৰিয়াল অহা-যোৱা কৰিছিল। এদিন কি হ'ল, তাৰে এগৰাকী

ৰহিলাই[*] আমাৰ ক্লাছ লোৱাই মোকে আটাইতকৈ সৰু দেখি কোলাত লৈ এ-বি-চি-ডি লেখিবলৈ শিকাইছিল। লেখাওঁতে মই তেওঁৰ মুখৰ ফালে চাই থাকোঁ। মোক হাতত ধৰি লেখোৱাইছিল। ঘৰত আইক গৈ ক'লোঁ, "আই, আজি মেম্ এজনীয়ে মোক কোলাত লৈ লেখিবলৈ শিকাইছিল। তাইৰ গা মেম্ মেম্ গোন্ধায়।"[*] তাই বুলিছিলোঁ; তেতিয়া তাই, সি, তেওঁ আদিৰ বিভাগে মনত ঠাই নেপাইছিল। এতিয়াও সৰু সৰু ল'ৰা-ছোৱালীয়ে যদি মোক 'তই' বুলি, বা 'তুমি' বুলি সম্বোধন কৰে, আৰু ডাঙৰে যদি তথৰাই দিয়ে, মই তৎক্ষণাৎ মানা কৰোঁ। কওঁ যে সৰু সৰু ল'ৰা-ছোৱালীয়ে যদি মোক তই-তুমি কয়, তাতকৈ আৰু মিঠা শব্দ বিচাৰি নেপাওঁ মই।[৫]

"এত জলা"

কলিকতাত আমাৰ সৈতে দুই বসু পৰিয়ালৰ বৰ বন্ধুতা আছিল। অহা-যোৱা, খকা-খোৱা সকলোতে। তেওঁলোক হৈছে আনন্দমোহন বসু। এওঁ ব্যাৰিষ্টাৰ আৰু ভাৰতৰ প্ৰথম Wrangler (কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ গণিতশাস্ত্ৰৰ পৰীক্ষাত যিসকলে প্ৰথম বিভাগত যি কোনো ঠাই পায়, তেওঁলোকক Wrangler বোলে। প্ৰথম ভাৰতীয় Senior Wrangler আছিল মিঃ পাৰাঞ্জপি—১৮৯৬ চনত)। বসুৱে তেওঁৰ সময়ত ত্ৰয়োদশ ঠাই অধিকাৰ কৰিছিল। তেওঁৰ ভায়েক ডাক্তৰ মোহিনীমোহন বসু। এওঁ আমেৰিকাৰ এম্. ডি. হোমিওপ্যাথ; এওঁ হোমিওপ্যাথ স্কুল এখনৰ গৰাকী আছিল। আৰু তেতিয়া নহ'লেও পাছত জগৎ-বিখ্যাত ছাৰ জগদীশচন্দ্ৰ বসু।

মোৰ তেতিয়া পাঁচ কি ছবছৰ। দুপৰীয়া এটি বৰ দীঘল কোঠালীত এওঁলোকৰ লগতে আমি সকলোৱে খাই-লৈ বহিছোঁ। মই আইৰ ওচৰতে; মাজে মাজে আয়েও খুৱাই দিছিল, মই নিজেও খাইছিলোঁ। পাছত কিবা অলপ জলা পাই দিলোঁ কান্দি, চিঞৰি খলক লগাই। হাত-ভৰি জোকাৰি বহি বহি কান্দি সুবিধা নেপাই যেনৰ ফালে মুখ কৰি থিয় হৈ হাত-ভৰি জোকাৰি কান্দি কান্দি ক'বলৈ ধৰিলোঁ, "আই ঐ, বঙালে ইমান জলা খায় ঐ।" সকলো নিজান-নিৰৱ হৈ ৰ'ল। আয়ে বৰ লাজ পালে। সকলোৱে মিচিকনি দিয়াৰ পাছত থিৰ হ'লোঁ। মাহঁতে এই কথা কৈ মোক দেখিলেই হঁহা-মেলা কৰিছিল। জ্ঞান

* "Mrs. Smith"—সম্পাদক, জ্ঞা. ব. ৰ.

৫ 'মোৰ কথা'ৰ পৰিশিষ্ট চাওক। —সম্পাদক, জ্ঞা. ব. ৰ.



১৮৯৮ খ্ৰীষ্টাব্দৰ পহিলা ফেব্ৰুৱাৰীত ( লণ্ডনত ) জ্ঞানদাভিৰাম

জগদীশ বসুৱে মোক দেখিলেই ঘ'তে-ত'তে, বিলাতত, ভাৰতত, ঘৰত, বাহিৰত, সভা-সমিতিত নাহে-বাহে আনে ধৰকৈ শুনাইকৈ, "বঙাল, এক কথা, বঙালী যে বঙাল।" মুখি কৈ সিদিনালৈকে ধেমালি কৰিছিল। বঙাল বোলাত বেয়াতো নেপাইছিলেই, ভালহে পাইছিল। বেয়া পোৱা হ'লে ৩০।৪০ বছৰলৈকে তেনেকৈ নক'লেহেঁতেন।

## সহকাৰী বৈজ্ঞানিক—মই?

এবাৰ এওঁলোকৰ লগত দাৰ্জিলিঙলৈও গৈছিলোঁ। ১৮৯০ চনৰ এপ্ৰিল কি মেইত। জগদীশ বসুৰ ভনীয়েক হেমপ্ৰভা দেৱীয়ে বটানিত এম্.এ পঢ়িছিল। বসুৱে ভনীয়েকৰ নিমিত্তে আৰু নিজৰ নিমিত্তেও গছৰ পাত, ফুল, ফাৰ্ন (Fern) আদি, ফুৰিবলৈ যাওঁতে গোটাই লৈ ঘৰলৈ আনিছিল। মইতো নেজানিছিলোঁ যে তেওঁ তেতিয়া আবিষ্কাৰমুখী। ময়ো এইদৰে গছৰ পাত ইত্যাদি তেওঁক গোটাই দিছিলোঁ। অলপ ওখ ঠাইৰপৰা কিবা ফাৰ্ন আনিবলৈ হ'লে মোক কৈছিল, "জ্ঞান, সৌটো আনি দিয়াচোন।" সেই কাৰণে মই মাজে মাজে কওঁ—অৱশ্যে ধেমালিকৈহে, "ময়ো ছাৰ জে. চি. বসুৰ এছিষ্টেণ্ট আছিলোঁ।"

১৮৯৫-ৰ চেপ্টেম্বৰত মই বিলাতলৈ যাওঁ। ১৮৯৬ খ্ৰীষ্টাব্দত Pearson's Magazine-অত প্ৰফেছাৰ বসুৰ আবিষ্কাৰৰ বিষয়ে পঢ়ি, আৰু লগতে কলিকতাৰ চিনাকি ঠাইবোৰ আৰু বসু পৰিয়ালৰ ছবিবোৰ দেখি আচৰিতো হ'লোঁ আৰু ভালো লাগিল। তাৰ স্কুলৰ ল'ৰাবিলাকক দেখুৱাইছিলোঁও, "চা, আমাৰ ইণ্ডিয়ানে কি কৰিছে।" শুনিছোঁ—তেওঁৰ আবিষ্কাৰৰ কথাতকৈ অলপ আগেয়ে মাৰ্কনিৰ আবিষ্কাৰৰ কথা জগতে শুনিছে। নহ'লে বসুৰ নাম আৰু জিলিকিলহেঁতেন। বহু বছৰৰ পাছত তেওঁ এফ্.আৰ্.এছ্., হোৱাৰ সময়তো কেইজনমান য়ুৰোপীয় বৈজ্ঞানিকে বিৰিনি লগাইছিল, কিন্তু শেষত আমাৰ প্ৰফেছাৰ বসুৱে জয় হ'ল। এই মাৰ্কনি আৰু বসুৰ কথা লেখি থাকোঁতে মনত পৰিল কেইটাই এটা কথা কোৱা। তেতিয়া নিয়ম আছিল—আই.চি.এছ্.বিলাকে যৰে পায়েই পহুঁছাৰ বাতৰি ভাৰত গৱৰ্ণমেণ্টক জনাব লাগে। দুজন ইংৰাজ একেলগে পহুঁছি, এজনে পহুঁছিয়েই তাঁৰ-বাৰ্তা পঠালে, আনজনে অলপ পাছত। যিজনৰ তাঁৰ আগেয়ে পালেগৈ, তেওঁ আনজনতকৈ কামত চিনিয়ৰ হ'ল আৰু প্ৰমোচনৰ সময়ত এওঁৰে নাম আগেয়ে গৈছিল। সেইদেখি কৰিৎকৰ্মা, কাৰ

ভতালিকে কৰিব লাগে। Do it now, এতিয়াই কৰা—বাণীটি মনত ৰাখিব লাগে। অৰহে কামটি সজ হ'ব লাগে। শুভস্য শীঘ্ৰম্, অশুভস্য কালহৰণম্।

## জি.বি এছ.ৰ হৰে

এদিন গধূলি হোৱাৰ অলপ আগেয়ে আগচোতালত বহি থাকোঁতে দেখিলোঁ যে বিকৃষত উঠি জৰ্জ বাৰ্ণাৰ্ড শৰ হৰে এজন মানুহ 'অভিৰাম'ৰ কালে আহিব লাগিছে। আজি-কালি এই বাটেদি কিমান মানুহ যায়, কিমান লৰী, মটৰ, বাছ, বিকৃষ, ঘোঁৰাৰ গাড়ী, গৰুৰ গাড়ী, হাতা গাড়ী, ঠেলা গাড়ী অহা-যোৱা কৰে! নানা দেশৰ নানা বেশৰ মানুহে বাট ধূলি যায়; মই ভাবোঁ—এইখন আসামেইনে, বিহাৰেইনে, বঙলাদেশেইনে, নেপালেইনে, উৰিষ্যা, অন্ধ্ৰ, তামিলেইনে—কি? যি হওক, বিকৃষখনি মোৰ দুৱাৰমুখতে ৰোৱাত মই আগবাঢ়ি গ'লোঁ। নামিল জি-বি.এছ.ৰ হৰে মানুহ এজন। দেখোঁ যে আমাৰ শ্ৰীযুত উপেন্দ্ৰনাথ বৰুৱা ডাঙৰীয়া। এই উপেন্দ্ৰনাথ বৰুৱাক আৰু স্বৰ্গীয় ৰমাকান্ত বৰুৱাকতী ডাঙৰীয়াক, আশাকৰোঁ, আমাৰ মানুহে নেপাহৰে। শ্ৰীযুত বৰুৱাৰ উদ্যম, উৎসাহ, মনৰ শক্তি দেখি ভাল লাগিল। মই সেইদিনাই সন্ধিয়া বেলিকা তেওঁৰ থকা ঠাইলৈ গৈ দেখা কৰিলোঁ। তেওঁ মোক তেওঁৰ A Glimpse of Assam-অৰ দ্বিতীয় ভাঙৰণ এখন দান কৰি মোক কৃতাৰ্থ কৰিলে।

(৮)

## "নগাঁৱৰ মতন সহানুভূতি"

নগাঁৱৰ কথা কওঁতে স্বৰ্গীয় গুৰুনাথ দত্তৰ কথা কব লাগিছিল। এওঁ বঙলা স্কুলৰ হেডমাষ্টৰ আছিল। তেতিয়া "বঙলা স্কুল" কিয় কোৱা হৈছিল আৰু কিমানদিন কোৱা হৈছিল সকলোৱে জানে। আৰোৱাপাৰিৰ কায়স্থ বঙালী পৰিয়ালৰ ভিতৰত ৮দত্তদেৱৰ পৰিয়ালৰ লগত আমাৰ ঘনিষ্ঠ চিনাকি আছিল। ব্ৰাহ্ম ধৰ্মাৱৰ উপাসনা গুৰুনাথ বাবুৱেই বেছিভাগ চলাইছিল। সেইকৰ 'টো কৰ্তা নগাঁও এৰি যাব খোজোঁতে কৈছিল," "দেশৰ—জীৱন, যৌবন, ধন, মান, নৱৰ—এইসকল বিষয়ে নগাঁৱৰ মতন সহানুভূতিকোনোও পাইবেন না।" এই কথা কেইটাই সহবাৰ কোৱা মনত আছে।*

* গৰ্মৰ কথা'ৰ পৰিশিষ্ট চাওক। —সম্পাদক, জ্ঞা. উ. ৰ.

## ব্যঙ্গ অথবা বিদ্ৰূপ

সেইভাব এটি অভ্যাস আছিল—কোনো কথা পাহৰি আৰু এটি কথা ক'লে সেইভাই কৈছিল "শ্ৰীবিষ্ণু"; যেনে—কলিকতালৈ শ্ৰীবিষ্ণু নহয় কাশীলৈ ইত্যাদি; অৰ্থাৎ যি ঠাইত আমি কেতিয়াবা কেতিয়াবা "I beg your pardon" বুলি কওঁ। যদি কাৰোবাৰ ভৰিত আমাৰ ভৰিৰ ধূলা লাগিছিল সেইভাই কৈছিল "বিষ্ণুবে নমঃ।" ঠিক আমি যেনেকৈ "I beg your pardon" ক'বলৈ এতিয়া শিকিছোঁ। সেইভাব আৰু এটি অভ্যাস আছিল—কোনো চিঠিপত্ৰ আহিলে খোলাৰ আগেয়ে সেইভাই S.D. দুটি আখৰ লেখিছিল। সোধাত ক'লে—সেই দুটি আখৰে "সিদ্ধিদাতা" বুলি লেখে। সকলো [illegible] বুদ্ধিহীন ম'বা-মূঢ়ানকলে 'চকু মুদি ঈশ্বৰক দেখা' মানুহ আৰু এনে অৰ্থহীন, কোনো সময়ত অশ্লীল কথা কৈও হাঁহি তামাচা কৰা মনত আছে। ব্ৰহ্মজ্ঞানী মানুহ বুলি সেন গালিছে পাৰিছিল। সেইভাই পূজা-পদ্ধতি উপাসনা কৰোঁতে সেই সংস্কৃত মন্ত্ৰহে মুখস্থ পৰা ওলোৱা শুনিছিলোঁ, গায়ত্ৰী মন্ত্ৰ আৰু আন তেনে মন্ত্ৰহে উচ্চাৰণ কৰা শুনিছিলোঁ।

## ৰণজয় ফুকনক বতাহে উৰাই নিছিল

নগাঁৱত থাকোঁতে ৺দুৰ্গানাথ ফুকন আমাৰ ঘৰলৈ আহিছিল আৰু আমিও তেওঁলোকৰ ঘৰলৈ গৈছিলোঁ। এই ফুকনজনা ক্ষীণ আছিল, অৰ্থাৎ তেওঁক "মোটা" বা "শকত" বুলি কেতিয়াও ক'ব পৰা নগৈছিল। এওঁৰ বিষয়ে এটি কথা আমাৰ ঘৰত প্ৰায়ে কোৱা হৈছিল—এওঁ বোলে এদিন আমাৰ ঘৰলৈ আহোঁতে বাটত এনে ধুমুহাই পালে যে আমাৰ ঘৰৰ বাটতে বতাহে তেওঁক উৰাই লৈ গৈছিল। এই "উৰাই লৈ যোৱা" মানে মাটিৰপৰা ভৰি দুখন দাঙি লৈ এঠাইৰপৰা আন ঠাইলৈ গৈছিল নে, যেনেকৈ পাত কি আন এনে বস্তু বতাহে উৰাই লৈ যায়, নাই বতাহে ঠেলি লৈহে গৈছিল—এতিয়ালৈকে ক'ব নোৱাৰোঁ। বতাহে ঠেলি লৈ যোৱা জানো—বতাহে গতিৰোধ কৰাও জানো—উৰাই লৈ যোৱা মই নিজে দেখা নাই, কিন্তু ই আচৰিত নহয়। এওঁৰ ঘৰ ৰণজয় ফুকনৰ ঘৰ বোলা হৈছিল।[৭]

---

মোৰ কথা'ৰ পৰিশিষ্ট দ্ৰষ্টব্য। —সম্পাদক, স্বা. প্ৰ. ব.

## কচাৰি ঘৰত সাখী দিলোঁ

নগাঁৱত থকাৰ নে এবাৰ কচাৰিত সাখী হোৱা মনত পৰে। এদিন আবেলি ঘৰৰ আগৰ বাটত ভটাগুটি খেলি আছিলোঁ। বাটতে এজনী ছোৱালীয়ে মানুহটিক কিবা ক'বলৈ ধৰিলে। লাহে লাহে মাত ডাঙৰ হ'ল। ছোৱালীৰ বাপেক ওলাই আহিল আৰু দুয়ো মানুহটোক গালি পাৰিবলৈ আৰু ঢেলা, গঁতা, চৰ, চাপৰ মাৰিবলৈ ধৰিলে। মানুহটোৱে দেউতাক গোচৰ দিলেহি। ময়ো খেল এৰি ওচৰলৈ গ'লোঁ। ক'লোঁগৈ—হয় দেউতা, ইয়াক অমুকে মাৰিছে, মই দেখিছোঁ। কেদিনমান যোৱাৰ পাছত স্কুলৰপৰা মোক কনিষ্টবল এটা পঠাই কচাৰি ঘৰলৈ মতাই আনিলে। ভয়ত কান্দি কান্দি কচাৰি ঘৰ ওলালোঁহি। ইটো-সিটো বস্তু দি মোক আটায়ে মৰম কৰি শান্ত কৰিবলৈ যত্ন কৰিলে। পাছত ৺হৃদিৰাম বৰুৱা হাকিমৰ ওচৰ পাই ভয় অলপ গুচিল। মই যিফালে সাখী দিম তাৰ আনফালে ৺ঘনশ্যাম উকীল আৰু ইফালে ৺পীতৰাম কি ৺ব্ৰাহিৰাম উকীল আছিল। এটা প্ৰশ্ন আছিল, "তুমি কেইছা গঁতা, ঢেলা মৰা দেখিছা; সেই ঠাইৰ-পৰা কেইহাত দূৰৈত আছিলা?" মই ক'লোঁ, "গুলফি ফুলৰ কাষতে বাটত ভটা-গুটি খেলি আছিলোঁ, তেতিয়া সিহঁতৰ দুৱাৰমুখৰ ওচৰত হাই-কাজিয়া শুনি চোৱাত দেখিলোঁ যে ই তাক গঁতা, ঢেলা, ঘোচা মাৰিছে।" কোনো কোনো উকীলে হয়তো ধমক দি ক'লেহেঁতেন, "কেইহাত দূৰৈত?" তেনে প্ৰশ্নৰ একো উত্তৰ দিব নোৱাৰিলোঁহেঁতেন, কান্দিলোঁহেঁতেন মাথোন। সকলোৱে ঠাইখিনি জানে। নিজেই আপোচে মীমাংসা কৰি কেইহাত চাগৈ লেখি ল'লে—হাকিমেও কিবা কোৱা মনত আছে। মানুহটিৰ পোন্ধৰ টকা জৰিমনা হ'ল। ছোৱালীজনী দেখিবলৈ বগা আছিল; কিন্তু মানুহক গালি-শপনি পাৰি থকা দেখিছিলোঁ, মুখ চোকা আছিল। সৰু ল'ৰাৰ আগতো, সৰু ল'ৰাই কি শুনিব, কি বুজিব—এই ভাব লৈ সৰু ল'ৰাই শুনিব নোৱাৰা কথাও বহুত সময়ত বয়সিয়াল মানুহে কয়। বয়সত সৰু হ'লেও এনে কথাবোৰৰ "আভাস" বুজিছিলোঁ—এই ছোৱালীজনীৰ ডেকাবোৰৰ মাজত, বয়সিয়ালবোৰৰ মাজত অলপ 'খ্যাতি' (?) আছিল। এদিন কাৰোবাৰ ওপৰত খং কৰি আমাৰ বাটেদি বদকি যোৱা শুনিছিলোঁ—"সৰাই সাখী দি মোপাইক শাস্তি দিয়ায়।"

## সময়ে কি পৰিবৰ্ত্তন নকৰে!

তাৰ ৩০।৩৫ বছৰৰ পিছত মোৰ জীয়ৰী শ্ৰীমতী ইৰাৰ কাৰণে সাময়িকভাৱে

এজনী আয়া লগা হ'ল। এজনী মানুহ আমাৰ ঘৰৰ চাকৰিতে বিচাৰি আনিলে। বয়স বহুত হৈছে—আন মানুহে বুঢ়ী বুলি ক'লেহেঁতেন। মই নিজে "বুঢ়া"-"বুঢ়ী" এই শব্দ দুটা সাৱধানে ব্যৱহাৰ কৰোঁ; কিয়নো এই শব্দ দুটা হয় তাচ্ছিল্যভাৱে নহয় বুঢ়া হোৱা যেন এটা বেয়াৰ কি অতি হীন এটা অৱস্থা—এনে ভাব লৈ ডেকাবিলাকে ব্যৱহাৰ কৰা দেখোঁ। প্ৰকৃতিৰহে ই এটি অতি সাধাৰণ নিয়ম তেওঁলোকে পাহৰি যায়। মানুহজনীৰ গাৰ ছাল লোতোৰা-লোতোৰ হৈছে, চকু প্ৰায় মুদ খাই গৈছে, কিন্তু চাফ-চিকুণ কাপোৰ থকাত, হাত-মুখ চাফ থকাত তাইক ৰাখিলোঁহক। এদিন মোৰ খুলশালী কণিকা দেৱীৰপৰা শুনিলোঁ যে এই মানুহজনীয়ে আমাৰ ঘৰৰ সকলোৰে নাম জানে আৰু সকলোকে চিনি পায়। মানুহজনীৰ মুখৰ ফালে ভালকৈ চাই ক'লোঁ (তাইৰ আগত নহয়)—"এই নিশ্চয় লাখি।" তাৰ পিছত তাইক সোধাত তাই হয় বুলি ক'লে। মোৰ তেতিয়া বৰ ভয় লাগিল—বাপেকৰ বিপক্ষে সাক্ষী দিছিলোঁ—যদি ইয়াৰ কিবা অনিষ্ট কৰে! ভাবিলোঁ—তাইক নেৰাখোঁ। তাইৰ ব্যৱহাৰ কিন্তু ভাল আছিল, সন্ত্ৰমেৰে কথা কোৱা, নিজৰ কামখিনি কৰা, সকলোখিনিয়েই ভাল আছিল। মাতো মিঠা আছিল। সংসাৰত চাগৈ বহুত ঠোকোনা খালে বেচাৰীয়ে। মই ভাবিলোঁ—আগেয়ে তাই দেখিবলৈ কেনে আছিল, মাটিতে ভৰি দিছিল নে আকাশতে দিছিল তাই ক'ব নোৱাৰিছিল। তাই কাকো 'পৰোৱা' নকৰিছিল। কিন্তু সময়ে কি পৰিবৰ্তন নকৰে! কেদিন-মানৰ পাছত বেমাৰেই হৈছিল নেকি, অহা বন্ধ কৰিলে—নিজেই। নগাঁৱত তাই হিন্দু আছিল। আমাৰ তাত আয়া থাকোঁতে মুছলমান—বহুত আগতেই চাগৈ মুছলমান হৈছিল। হিন্দু সমাজে চাগৈ কিবা কষ্ট দিছিল, হিন্দু ধৰ্মৰ ধৰমুৰীয়াসকল সাৱধান নহ'লে হিন্দু সমাজৰ ক্ষতি হ'ব। হৈছেও।

## গ'ল সোনাই কেঞ্চাৰ কাষত

আমাৰ নগাঁৱৰ ঘৰত হলিখেল নিয়ম মতে হৈছিল। মই আমাৰ ঘৰৰ ভিতৰত আৰু চুবুৰীটোৰ ভিতৰতে লক ল'বা আছিলোঁ। কিন্তু হলিৰ সময়ত লক-ৰব নাই। আমাৰ ঘৰতে এজোপা হালধীয়া গুটি লগা ডাঙৰ গছ আছিল। সেই গুটিবিলাক সিজলাই পানী হালধীয়া কৰিছিলোঁ। ঢাকাৰাজা পট্টিৰপৰা মেজেন্টৰ কিনি এটা বৰ "ড্ৰাম" চৰিয়াত সেই হালধীয়া পানীবিলাকৰ লগতে মিহলাইছিলোঁ আৰু বাঁহৰ ফিচ্‌কাৰী সাজি হলি খেলিবৰ কাৰণে সকলো

তৃপ্তৈভোৰ কৰি খৈছিলোঁহঁক। ওচৰ-চুবুৰীয়াসকলে বং-ধেমালিত যোগ দিছিলহি। কেঞাপটীৰ কেঞ্চালকৰ অহা দিনটো আমাৰ বিশেষ দিন; কিয়নো সেইদিনা দেউতাই বগা চাপকন আৰু পায়জামা পিন্ধি তেওঁলোকৰ লগত বহিছিল। মাটিৰ আসনত বহি ঢাক আদি বজাই তেওঁলোকে গান গাই আনন্দ কৰিছিল। এই বৈঠক গম্ভীৰ ভাবৰ আছিল। ওচৰ-চুবুৰীয়া ল'ৰা-ছোৱালীবিলাকো আহিছিল। মোৰ মনত আছে—এবাৰ এটা ফিচ্‌কাৰীৰে মানুহবিলাক বহি থকা ফালে বং মাৰি দিলোঁ, গ'ল সোমাই কেঞাৰ কাণত। পাছত মোৰ ভয় লাগিল—এতিয়া কি বা হয়! কেঞাজনে মোৰ ফালে চাই হাঁহিলে মাথোন।

## তিনি হেজাৰ টকা আৰু দিদিলে

এইখিনিতে উল্লেখ কৰিব পাৰি যে দেউতাৰ মৃত্যুৰ সময়ত (১৮৯৪ খ্ৰীঃৰ ২৫ মাৰ্চত কলিকতাত তেওঁৰ মৃত্যু হয়) কাৰো ওচৰত ধাৰ নাছিল। নগাঁৱৰ বৰুগোসাঁইহে দেউতাক তিনি হেজাৰমান টকা দিবলৈ আছিল। পিছত বহিব পাই কলিকতাৰ বৰবজাৰত বিচাৰ কৰাত ক'লে, "মলুক বিকানীৰ চলা গিয়া।" সেই টকা আৰু নেপালোঁ। মোৰ ১৩/১৪ বছৰমান বয়সতে এনে কাম কৰিব লগাত পৰিছিলোঁ। দেউতাৰ ল'ৰাৰ ভিতৰত ময়ে শেষ। সেইদেখি এনে কাম বহুত কৰিব লাগিছিল। গতিকে সাংসাৰিক কামত মই পকা আৰু চোকা হ'বই লাগিছিল দেখোন। দেউতা স্বৰ্গী হোৱাৰ পাছত নানা কাকতৰ মাজত এখন হেণ্ডনোট পালোঁ। ৺হৰনাৰায়ণ বৰাই পোন্ধৰ শ টকা ধাৰে নিয়া হেণ্ডনোট। পিছত তেওঁক কোৱাত তেওঁ ক'লে, "মোৰ অৱস্থা এতিয়া ভাল নহয়—পিচত দিম।" বৰ আনন্দেৰে কওঁ যে তেওঁ বহু বছৰৰ পিছত আমাৰ সাউদ কোঁৱৰ ৺ভোলা বৰুৱাৰ লগত কাম কৰোঁতে সোঁৰবাই দিয়াত মাহে পোন্ধৰ টকাকৈ দি সেই টকা সোধালে।[৮]

৮ 'মোৰ কথা'ৰ পৰিশিষ্ট চাওক। —সম্পাদক, অ., ব., ব.

# 'মোৰ কথা'ৰ পৰিশিষ্ট*

(১) ভয় ক'ত কৰ লাগে ; যেনে—সাঁতুৰিব নেজানি নৈত দ'লৈকে যোৱা, ঘোঁৰাত উঠিব নেজানি ঘোঁৰাত ঘপ কৰি উঠা, মোটৰ চলাব নেজানি মোটৰ চলোৱা, নেজানি নাও বোৱা—ইত্যাদি। "ভয়" শব্দটো ব্যৱহাৰ নকৰিলে আৰু ভাল। সৰু ল'ৰা-ছোৱালীৰ আগত "ভয়" শব্দ ব্যৱহাৰ কৰিবকে নেলাগে, "বিপদ" ক'ব পাৰি—"এনে কাম কৰাটো বিপদৰ কথা"—ভয় একো নাই, কিন্তু বিপদ বহুত। স্বৰ্গীয় ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ বিষয়ে এটি গপ্ শুনিছোঁ। এটি ল'ৰাই জুইৰ ওচৰত বহি খেমালি কৰে, অঙঠা ছোৱে, জুইতো হাত দিয়ে—ইয়াতেই সি বং পায়। তাক বহুতবাৰ মানা কৰা হৈছে, নুশুনে। এদিন সি এনেকৈ জুই লাৰি-চাৰি আছে, ওচৰৰ মানুহে মানা কৰিবলৈ যায়। বিদ্যাসাগৰ মহাশয়ে সিহঁতক ক'লে, "মনে মনে থাক, সি নিজেই শিকিব, লেকা পাব এতিয়া।" সেয়ে হ'ল। সেই ল'ৰাই আৰু জুইৰ ওচৰত নোমলে, জুইতো তেনেকৈ নোছোৱেই।

আমাৰ বাৰীত বেলগছ এজোপা আছিল। (পাঁচ বছৰমান হ'ল, এতিয়া ১৯৪৯, ধুমুহাই পেলালে) মানুহে তেতিয়া কোৱা শুনিছিলোঁ, বিশেষ—'আপা'-'আপী'বোৰে, "এই বেলগছ জোপাত বগা গোসাঁই (দেৱতা?) আছে; তেওঁ মাজনিশা বগা কাপোৰ পিন্ধি বগা ঘোঁৰাত উঠি নামি আহি এই বাৰীখনত ঘূৰি ফুৰে।" এই কথা শুনি সন্ধিয়া হ'লেই গছজোপাৰ কালে নেচাওঁ। আৰু সেই-কালে ভৰি মেলি নোশোওঁ। এনে এজন মানুহ বগা চুলি, বগা মুখ, দাড়িবোৰো মুখবাই থৈ, বগা ভুক, বগা কাপোৰ, গাল লোতোৰা-সোতোৰ—মাজে মাজে দেউতাৰ ওচৰলৈ আহিছিল। বোধকৰোঁ এই মানুহজনক দেখিলেই ভাবিছিলোঁ

---

*তৃতীয় আৰু চতুৰ্থ বছৰৰ 'ৰামধেনু'ত প্ৰকাশ পোৱা 'মোৰ কথা'ত সন্নিবিষ্ট নোহোৱা আৰু মূল পাণ্ডুলিপিৰপৰা উদ্ধাৰ কৰা 'মোৰ কথা'ৰ অৱশিষ্ট এই শীৰ্ষত সংকলিত হৈছে।

—সম্পাদক, জ্যো. ৰ. ৰ.

—সেই বগা গোসাঁই নামি আহিছে। দেখিয়েই পলাই যাওঁ। তেওঁ আকৌ মাতে, "বাপা, আঁহা আঁহা।" সেইকালে ক'ত চায়, ভিতৰ পাওঁগৈ।

এটি খোটালীত মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ পুথি আছিল। আপা-আপীৰ কথাত আৰু আন মানুহৰ কথাতো, ঘৰৰ যি খোটালীতে থাকোঁ, দুবৈৰ হ'লেও, সেইকালে আৰু ভৰি দি নোশোওঁ। তেতিয়াতো আৰু গুৰু নানকৰ কথাকেৰি নেজানিছিলোঁ! মক্কা কি এনে কোনো ঠাইলৈ গুৰু নানক গৈছিল। ভাগৰ লাগি টোপনি আহোঁতে সেই ঠাইৰ প্ৰধান মন্দিৰৰ (মসজিদৰ) ফালে ভৰি দি শুলে। পাছত তাৰ মানুহবিলাকে তেওঁক জগাই ক'লে, "তুমি নেজানানে এইফালে আমাৰ প্ৰধান মসজিদ আৰু তাত আমি পৰমেশ্বৰক পূজা কৰোঁ?" তেওঁ নেজানিছিল। ক'লে, "তোমালোকে কোৱাচোন বাৰু ঈশ্বৰ কোনফালে নাই? তেওঁ সৰ্ব্বব্যাপী নহয়নে?" ইত্যাদি। এনেকৈ বুজোৱাত মানুহসকলে বুজি তেওঁক আৰু একো নক'লে।

আৰু এটি কথা। আমাৰ ঘৰলৈ কোনোবা মানুহ আহিলে বিদায় ল'বৰ সময়ত মই কান্দিমেই কান্দিম। চাকৰ-নাকৰ গ'লেও। সেইদেখি কোনো মানুহ ঘৰৰপৰা গ'লে বিদায় ল'বৰ সময়ত পলাই পলাই যাওঁ। মানুহে নেৰে। আহিব লাগে। কয়, "আহিলোঁদেই, আকৌ বা কেতিয়া দেখিম!" এনেকৈ কথা কোৱা শুনিলে কন্দনামুৱা হৈ পলাই যাওঁ, বা তাতেই 'ভেঁ' কৰোঁ। ডাক্তৰ স্নেমুৱেল জনসনে কয়, "বন্ধুৰ আগতো নিজৰ দোষবোৰ প্ৰকাশ কৰি নিজক অলৈ কেতিয়াও নেপেলাবা, কিয়নো তোমাৰ দোষবোৰ তোমাৰ বন্ধুবোৰেই কেতিয়াবা প্ৰকাশ কৰি তোমাক লঘুত পেলাব। সেইদেখি কথা সাৱধানে ক'বা।" মই কিন্তু নিজৰ এনেবোৰ কথা প্ৰকাশ কৰি নিজৰ দুৰ্ব্বলতাবে অলপ চিনাকি দিলোঁ, জগবেই লাগক কি লঘুৱেই হওঁ। শুনোতা-পঢ়োঁতাই বিভাৱে লয়, ল'ব। এইখিনি লেখিবৰ প্ৰধান কাৰণ হৈছে—সৰু সৰু ল'ৰা-ছোৱালীৰ অন্তৰত 'ভয়'ৰ ভাবটো সুমুৱাই দিব নেলাগে। ক'ত বিপদ, তাকেহে শিকাব লাগে; আৰু বিপদকো ভয় কৰিব নেলাগে। বিপদৰ লৈতে যুঁজিবহে লাগে। শ্ৰীৰবীন্দ্ৰনাথে কৈছে নহয়, "বিপদে মোৰে ৰক্ষা কৰো এ নহে মোৰ প্ৰাৰ্থনা, বিপদে আমি না যেন কৰি ভয়।" যদি 'ভয়'ৰ কিবা কথা কোৱা হয়, সেই 'ভয়'ৰপৰা কেনেকৈ উদ্ধাৰ পাব পাৰি তাকো কৈ দিব লাগে। ভয়েই আমাক মাৰে। এই বিষয়ে বহুবাৰ কৈছোঁ। ইয়াতো কওঁ।...

আকৌ কেঁকাকিমান পাছুৱাই যাওঁ। এদিন এজনা মহিলাই সমুদ্ৰেৰে যাওঁতে বৰ ধুমুহা এচোৱাই* পালে। জাহাজখন ইকাতি-সিকাতি হ'বলৈ ধৰিলে। টলং-ভটং কৰি এবাৰ জাহাজখন ইমূৰৰপৰা সিমূৰলৈকে ভল-ভলক কৰে, মানুহে থিয় দি থাকিব নোৱাৰে, বহিলেও মাচিয়াখন চোচৰাই-বগৰাই পেলাব খোজে। এটা এটা ডাঙৰ ঢৌৱে ঢোলোকা-ঢোলোকে জাহাজৰ একাষৰপৰা আনকাষলৈ ধুৱাই পেলায়। যাত্ৰীবিলাকে ভাবে, কি হ'ব, কি নহ'ব এতিয়া। এই ভিকতাজনা ঢৌটোকে খৌটো কৰা বিধৰ। অলপতে ধৰফৰাই উঠে। ইংৰাজীত যাক কয় 'fussy', তেওঁ সেয়ে আছিল। বেগাবেগিকৈ গৈ ক'লে "ক্যাপ্টেন, ক্যাপ্টেন, কিবা ভয় আছেনে ?" ভয় অকণোকে নাই, ডাঙৰীয়ানী ; কিন্তু বৰ বিপদ।" এয়ে ঠিক উত্তৰ। 'ভয়' শব্দ আমাৰ ভাষাৰপৰা উঠাই দিব লাগে।০০০

(২) সৰুতে সাধুকথা শুনিবলৈ ভাল পাইছিলোঁ। গধূলি (বৰষুণ দিলে কিম্বা জাৰকালি নহয়) চোতালত কঠ পাৰি যাকে পাওঁ তাকে ধৰি সাধুকথা শুনো। সাধুকথানো কোন সৰু সৰু ল'ৰা-ছোৱালীৰ ভাল নেলাগে ? মাজিউ ককাই-দেৱ কমলাও লগৰীয়া আছিল। চিত্ৰসেন দাৰোগা বুলি এজন মানুহ আমাৰ ঘৰলৈ প্ৰায়ে আহিছিল। তেওঁ আহিলেই সুগুনি নেৰোঁ। কিন্তু সৰ্ত্ত আছিল মাজে মাজে "হোঁ" কৰিব লাগিব। কিছুপৰৰ পাছত টোপনি। যদিও মানুহে "হোঁ" কৰায় ল'ৰাই সাৰে থাকিবৰ নিমিত্তে, কিন্তু এই "হোঁ-হোঁ"ৰে নিয়মেই গানৰ তাল দিয়াৰ দৰে কাম কৰি টোপনি মাতি আনে। কালী বাইদেৱেও সাধুকথা কৈছিল ; আই, দেউতা, (স্বৰ্ণ) বাইদেৱ, (মাইহেলা) বুঢ়ী মায়ো বাহ নপৰিছিল। "আগলি কলাপাত লৰে কি চৰে, চিলনী আই মোৰ আগতে পৰে"— এনেবোৰ সাধুকথাও শুনিছিলোঁ, আৰু ৰামায়ণ-মহাভাৰতৰ কথাবোৰো শুনি-ছিলোঁ। বেথাৰাম আতৈ বুলি এজন মানুহ আমাৰ ঘৰলৈ প্ৰায়ে আহিছিল। এই আতৈ আহিলে আমাৰ অলপ-চলপ গা বেয়া কৰিলে আতৈক আয়ে মন্ত্ৰ পঢ়ি পানী কি আদা খুৱাবলৈ দিছিল। জাৰিছিল। নাম-কীৰ্ত্তনৰ মাহ-প্ৰসাদ শৰাইত লৈ আহি "কৃষ্ণ" নাম উচ্চাৰণ কৰি দেউতাক সেৱা কৰিছিলহি। কিন্ত

*পাণ্ডুলিপিত লেখকৰ এটি টোকা পোৱা হৈছে "I have heard এচোৱা বতাহ দিলে, বৰষুণ দিলে, but I don't find it in Hemkosha" বুলি। —সম্পাদক, আ. ৰ. ৰ.

এনে কৰে লোধাত দেউতাই ক'লে, "তেওঁ সেই মাহ-প্ৰসাদ আমাক দিয়ে হয়, কিন্তু সেয়া মোক নকয়ে, বুজকহে কৰে।" তেতিয়া এনে কথা বুজ নেপালেও এতিয়া বুজোঁ। আচৈ ৺দুৰ্গানাথ ফুকনৰ ঘৰত কি হাউলিত আছিল। মহাপুৰুষীয়া। সেইজনা শ্ৰীশঙ্কৰদেৱৰ পৰম ভক্ত আছিল। পেন্সন লোৱাৰ পাছত আইৰ নামে বৰবোৱা থানত এটি ঘৰ দিছিল।* সেই ঘৰটি মই দেখা নাই। এতিয়া আছে নে নাই ক'ব নোৱাৰোঁ। কলিকতাৰপৰা এটি ডাঙৰ 'ঝাড়' ( বহুত মোমবাতি থকা, কাঁচৰ তৈয়াৰী, ওপৰৰপৰা ওলমাই থোৱা বস্তু ) বৰদোৱালৈ পঠাইছিল। চিৎপুৰ ৰোডৰ এটি দোকানৰপৰা কিনা হৈছিল। মইয়ো লগত গৈছিলোঁ। কিন্তু সেই ঝাড়ৰ দাম দেউতাই দিছিল নে বৰদোৱাই দিছিল ক'ব নোৱাৰোঁ। এনে মনত হয় যে দেউতাই যেতিয়া ঘৰটি দিছিল ঝাড়ো দেউতাই দিছিল। যি হওক, এতিয়া সেই ঘৰ, সেই বস্তুবোৰ আছে নে নাই তাকেহে জানিবলৈ মন যায়।

আমাৰ ঘৰলৈ বহুতো সাধু-সন্ন্যাসী আহিছিল। সেইসকলক খুৱাই আই-দেউতাই ভাল পাইছিল। মাজে মাজে দেউতাই এওঁলোকৰ লগত সংস্কৃতৰে কথা কোৱা শুনিছিলোঁ। "বুধ্যতে" কি এনে এটি কথা মনত পৰি থাকে।

আমাৰ ঘৰৰ নিয়ম আছিল মাহেকত এবাৰ কাষ্টৰ অয়ল্ আমাক খুওৱা হৈছিল। ডাক্তৰ শ্যামসুন্দৰ আলি আহি পুৱাতে খুৱায়হি। সেইখিনি সময়ত আমাৰ ঘৰত হুলস্থুল—কোনোৱে আমাৰ নাক টিপি ধৰে, কোনোৱে ইলাচি, আদা আনে—"খোৱাঁ খোৱাঁ নাক টিপি ধৰোঁ", কোনোৱে আহি ধেমালি চায়হি। ই দিম, সি দিম—এনে কথা বহুতবাৰ শুনি শুনি কিবা এটা বস্তুৱে পাম জানি সেইহে তেওঁলোকৰে জয় হয়। মুখ বেকেটা-বেকেটি কৰি কান্দি-চিঞৰি, "ওক-ওক" মাজে মাজে কৰি খাওঁইক। এই দৃশ্য দহ মিনিটমান লাগিছিল সমাপ্ত হওঁতে। ইয়াৰ পাছত তিনি বজালৈকে মুঠে গৰম পানীৰহে ব্যৱস্থা।...

(৩) এই গুৱাহাটীতো তিকতাই চাকুৰী ঘুৰাই পকাই যোৱা ২০।২৫ বছৰ আগেয়ে দেখা মনত পৰে ; কিন্তু আজি-কালি দেখা নাই। আগতকৈ ছোৱালী-বিলাকক, তিকতাবিলাকক জোতা পিন্ধি ভাল ভাল বিহা-মেখেলা পিন্ধি, শাড়ী-ব্লাউজ (ইং-ৰ দৰে উচ্চাৰণ) পিন্ধি লগে-ল্যাগে, অকলৈ বাটেদি অহা-যোৱা কৰা দেখোঁ।

*"কমলিনী কুৱৰী" চুলি "পুৰোহিত মহন্তৰ 'বৰদোৱা খাতী' (বাঁহী : পঞ্চম বছৰ, অষ্টম সংখ্যা) বাসৰ এটি প্ৰবন্ধপৰা জনা গৈছে। —সম্পাদক, জ্ঞা. ব. ৰ.

ছোৱালীবিলাকে স্কুল-কলেজবপৰাও খোজ কাঢ়ি অহা-যোৱা কৰে। সভাত সভাহে ওলায়, বক্তৃতা দিয়ে। আগেয়ে, এই ১৫।২০ বছৰমান আগেয়েও তিকতাবিলাক গাড়ীত উঠি গ'লেও বেনেকৈ ঢুৱাৰ, খিড়িকি বন্ধ কৰি অহা-যোৱা কৰিছিল, তেওঁলোক যেন বেইলৰ ভাকৰ পাৰ্চেলহে। দেশৰ, সমাজৰ অৱস্থা, নিয়ম—নৈৰ পানীৰ দৰে, একে ঠাইতে বৈ নেথাকে। ভগবানে যি কৰে তাকে ভাল বুলি মানি ল'ব লাগে। কিন্তু ভগৱানকো সহায় কৰিব লাগে। আমি আটায়ে যদি ভগৱানে কৰিব বুলি নিজে একোকে নকৰি বহি থাকোঁহঁক, ভগৱান, পৰমপিতা পৰমেশ্বৰেও আমাক সহায় নকৰি চেই পাতি বহি থাকিব। "তহঁত মোৰ অতি মৰমৰ সৃষ্টি। তহঁতক মানুহ কৰি পৃথিবীলৈ পঠিয়ালোঁ। তহঁতক বল দিলোঁ, বুদ্ধি দিলোঁ, বিবেক দিলোঁ, তহঁতক চিন্তা-শক্তি দিলোঁ, মোৰ ভঁৰালৰ ভাল ভাল বস্তুৰ বহুতখিনি দিলোঁ। তহঁতে ইমানতো যদি নিজে একো নকৰি মোৰ সহায় বিচাৰি ফুৰ, তহঁত মোৰ সহায়ৰ যোগ্য পাত্ৰ নহৱ। নিজে চেষ্টা কৰ, ভাবি-চিন্তি কাম কৰ, তাৰ পাছতহে মোৰ দোষ ধৰিবি। তহঁতক সহায় নকৰি মোৰ এই বিশাল বিপুল সৃষ্টিত আন যোগ্য পাত্ৰ আছে, সিহঁতক সহায় কৰিম।" এনে শক্তি দিছে আমাক, ভগৱানে চাব নোখোজেনে তেওঁৰ ল'ৰা-ছোৱালীবিলাকে সেই শক্তিবোৰেৰে কি কৰে? বাপেক-মাকে চাব নোখোজেনে ল'ৰা-ছোৱালীয়ে কেনেকৈ ওলমে, কেনে ব্যৱহাৰ কৰে? ভগৱানক দোষ নিদি কিহৰ নিমিত্তে আমি কৃতকাৰ্য্য নহওঁ— ভাবি চাওঁচোন বাক! নিজে একো নকৰি কোনোবে "কপা বিধাতা"ক গালি পাৰে। এইখিনিতে এটি কথা মনত পৰিছে। ক'লে জগৎ জাগিব হ'বলা। কিন্তু নকৈ নোৱাৰোঁ। এতিয়া কোনো কোনো মানুহে নিজে একো নকৰি, অথবা নিজে কৰিব লগা কামটি নকৰি আন কাম কৰি সেই কামটি বেয়াকৈ কৰি কি নকৰিয়েই শেহত,দেশৰ মানুহৰ আগত শ্ৰীমহাত্মা গান্ধীদেৱৰ সত্য ধৰ্ম আৰু অহিংসা ধৰ্মৰ জয় বুলি কৈ আৰু মহাত্মাৰ জয় বুলি কৈ 'কপি বুক'ৰ কিছুমান কথাকে মানুহক বুজায়। "সত্যৰ, অহিংসাৰ, মহাত্মাজীৰ নাম ল'লোঁ, দিলোঁ লৈ থাকোঁ, কাম নহ'লে কি কৰিম?"—এনেকৈ বুজায়। কোনোবে বুজে বুলি কয়, কোনোৱে নুবুজে। কিন্তু আই কথা হৈছে—মহাত্মা গান্ধীয়ে কি ক'লেহেঁতেন এইবোৰ কথা শুনি?

এইখিনিতে মুকুন্দলালৰ (১৯২০-২১ শ্ৰীযুত আহমদাবাদলৈ আহিছিল) এটি যাত্ৰাৰ লৈ কথা মনত পৰিছে—এটা সমস্তাৰ বিচাৰ "এই নগৰত শ্ৰীকৃষ্ণ, বুদ্ধদেৱ,

খ্ৰীষ্ট, মহম্মদে ( আৰু কেইজনমান মহাপুৰুষৰ নাম উল্লেখ কৰি ) কি কৰিলে-হেঁতেন ?” মুকুন্দদাসৰ এটি বিশেষত্ব আছিল গান আৰু অভিনয়ৰ মাজতে তেওঁৰ নিজৰ অভিজ্ঞতাৰ ভঁৰালৰপৰাও বহুত হৃদয়গ্ৰাহী উপদেশেৰে ভৰা কথা শুনাইছিল। তেনে ভাওনা বোধকৰোঁ আগেয়ে এইকালে অহা নাছিল আৰু এতিয়াও অহা নাই।

আগেয়ে আমাৰ বি.এল. উকীলৰ সংখ্যা বৰ কম আছিল। নগাঁৱৰ প্ৰথম অসমীয়া বি.এল. উকীল আছিল বসন্তধৰ বৰুৱা ( ৺হংসধৰ বৰুৱাৰ পিতৃদেৱ )। মই নগাঁৱত প্ৰথম বি.এল. উকীল দেখোঁ মতিলাল বসুক। এওঁ বৰ চোকা উকীল আছিল। মোৰ ডাঙৰ ককাইদেৱ ৰুকণাভিৰামক প্ৰথমে আহি মাজে মাজে অঙ্ক শিকাইছিল। আৰু এজন বঙালী উকীল আছিল ৰামদুৰ্লভ মজুমদাৰ। কেবাবছৰ ওকালতি কৰাৰ পাছত এদিন দেউতাক আহি ক’লে, “মোৰ বি.এল. পৰীক্ষাৰ ফল ওলাইছে, বি.এল. পাছ হৈছোঁ।” দেউতাই আনন্দ প্ৰকাশ কৰি ক’লে, “এতিয়া আৰু পকা উকীল হ’ল।” মই সুবুজি লোধাত দেউতাই ক’লে, “এওঁক বি.এ. পাছ কৰাৰ পাছতে ওকালতি কৰিবৰ হুকুম দিয়া হৈছিল।” তেতিয়া আৰু তাৰ পাছত কেবাবছৰলৈকে এনে নিয়ম আদালত আছিল। মুক্তিয়াৰ এতিয়াও আছে, তেতিয়াও আছিল। কিন্তু ইংৰাজী নজনা ( ভালকৈ নজনা ) কেইজনমান উকীল আছিল, মই যিমান দূৰ জানো। এজন হৈছে ঘন-শ্যাম উকীল। এওঁ বেজবৰুৱা বংশৰ। এজন হৈছে পীতৰাম উকীল। বৰপেটাৰ। বৰপেটীয়া মানুহৰ দৰে খুব চোকা আছিল—কথা-বতৰা, সকলো ব্যৱহাৰতে। মাজে মাজে কথা কওঁতে “হাউও” বুলি চিঞৰিছিল। আৰু এজন আহিৰাম উকীল আছিল।\ এওঁৰ পীতৰাম উকীলতকৈ বয়স অলপ বেছি আছিল। এওঁ অলপ ধীৰ আছিল। “হাউও” ক’লেও নিচিঞৰিছিল। এওঁ-লোক দুজনৰ লৈতে ( আমি ল’ৰাৰ লৈতেও ) আমাৰ বৰ মিল আছিল। আৰু এজন, জানকীনাথ সেন। বঙালী হ’লেও অসমীয়া কথা কৈছিল, আৰু ঘৰতো অসমীয়া ব্যৱহাৰ। ঘৈণীয়েক দুজনা অসমীয়া। এওঁৰ ঘৰত দুৰ্গাপূজা হৈছিল। আমাৰে লৈতে তিমান অহা-যোৱা নাছিল। আৰু এজন বৰপেটীয়া মানুহ আছিল মাধৱৰাম কানুনগো। এওঁৰ এখন সৰু ছাপাখানা আছিল। এওঁও আহিছিল আমাৰ ঘৰলৈ। মহিবুদ্দিন আহমদ লেইথিনি সময়ৰে প্ৰায়। জানকী উকীলৰ দুৰ্গাপূজা আমোলাপট্টি, কেপ্ৰাপট্টিৰ ওচৰত, আৰু আমাৰ কোঁৱৰাণী পট্টিত আমাৰ ঘৰৰ ওচৰে “মোটা ঠাকুৰৰ” ঘৰত। এওঁৰ আন নাম কম মানুহে

জানিছিল। আমাৰ শোৱা ঘৰৰ আগতে এজোপা শেৱালি ফুল আছিল। গোন্ধেৰে মলমলাই থাকে। মোটা ঠাকুৰে ৰাতিপুৱাতে, পূজাৰ আগৰেপৰা সৰা শেৱালি ফুলবোৰ লৈ যায়হি। তেতিয়াৰেপৰা মোৰ শেৱালি ফুল ভাল লাগে। এতিয়াও শেৱালি ফুল দেখিলে কি ফুলৰ গোন্ধ পালে 'সেন্‌মেলিজ্‌ম্‌' শিকাৰ হবে এনে কথা মনলৈ আহে—পূজাৰ সময়, শোৱা ঘৰ, ঘৰৰ আগ, শেৱালি ফুল, মোটা ঠাকুৰ। আকৌ মোটা ঠাকুৰ বুলিলেই পূজা, পূজা বুলিলেই পাঠা বলি। যদিও ডাঙৰ হ'বাৰ লগত (ওচৰ-চুবুৰীয়া) বলি কটা চাবলৈ গৈছিলোঁ, মোৰ সেই দৃশ্য কেতিয়াও ভাল নেলাগিছিল। কঁপা ছাগলীৰ গা ধুৱাই নে ডিঙিকে ধুৱাই, কোঁট দি সজাই লৈ যায় বলি দিবলৈ। সি নেবায়, "ব্যা ব্যা" কৰি থাকে। পাছত কাঠশালত ডিঙি সুমুৱাই দিয়ে এক কোৰ (বোধকৰোঁ কোনো মানুহে আকৌ তৰি ছুখনত ধৰে হ'বলা)। মূৰ একালে, গাটোখৰ একালে হয়। অলপ লৰি থকা দেখোঁ। বলি দিয়া চাবলৈ কোনোৱে আজি-কালি এমোনা টকা দিলেও নেযাওঁ। উগ্ৰতাৰা মন্দিৰৰ ওচৰত ২৩।২৪ বছৰ আছিলোঁ। পূজাৰ সময় হ'লেই, যদি গুৱাহাটীত থাকোঁ সেই সময়ত, কওঁ—এইবাৰ নৱমীৰ দিনা উগ্ৰতাৰাত ম'হ বলি দিয়া চামগৈ। নৱমী আহে, সময় জানি লওঁ, ল' কলেজৰ পাছফালেদি তাৰ পাৰ হওঁ, দবা-ঘণ্টা কোবোৱা শুনো, মন্দিৰৰ দুৱাৰমুখ পাওঁ, দবা-ঘণ্টা বৰকৈ কোবায়, মানুহ সোমাই যায়, হেঁচো-নেছো কৰোঁ, নোসোমাওঁ। অলপ থিয় হৈ থাকি উভতি আহোঁ। এনে কেবা-বাৰো হৈছে। মোৰ মনেৰে বলিকটা প্ৰথাটো নিষ্ঠুৰ—যদিও এনেকৈ পূজা কৰা মানুহে প্ৰথাটোৰ আন অৰ্থ বুজাব। বহুতে কিন্তু লাও-কোমোৰা বলি দিয়ে। জন্তু বলি দিয়াতকৈ এনে বলি দিয়া বহু ভাল বোলোঁ। মনৰ কুটিলতা, মলিনতা, মনৰ 'পশু-ভাব'বোৰ বলি দিবলৈ ভাল লাগে। এনে ভাববোৰক 'পশু-ভাব' বুলি কৈ পশুকো বোধকৰোঁ অপমানহে কৰা হয়। পশুৰ বিবেক আছে বুলি নেজানো, মানুহৰ বিবেক আছে, বিচাৰ-শক্তি আছে। এনেবোৰ গুণ থকা সত্বেও যদি আমি বেয়া ব্যৱহাৰ কৰোঁ, বেয়া ভাব পোষণ কৰোঁ, তেনেহ'লে পশু যদি অধম হয়, আমি পশুতকৈও অধম। কোনো কোনো পশু বহুত মানুহতকৈও উত্তম।

আমাৰ মাহে এবাৰকৈ **Castor Oil** খোৱাৰ কথা লেখিছোঁ। তিনীছিদেউ ডাঃ নন্দকুমাৰ দাসে আমাক এবাৰ ক'লে—চাহ কি গাখীৰৰ লগত খালে খোৱাৰ সময়ত গোন্ধ নেথাকিব। তেনেকৈ খাইছিলোঁ, তাতো অলপ গোন্ধ থাকে।

আগৰ দৰে তেলৰ উগাৰো আছে। বিলাতত এবাৰ ক্যাষ্টৰ অয়ল্ কিনিবলৈ যাওঁতে কেমিষ্টে মোক কম বয়সীয়া দেখি উপদেশ দিলে অলপ ষ্টাউটৰ (Stout এবিধ অলপ তিতা, মৃদুজাতীয় মদ) লগত খাবা, খালে বেয়া নেলাগিব। অৰ্থ Stout তিতা, তিতা বস্তুৰে তেলৰ বেয়া সোৱাদ ঢাকি পেলাব। মই আগৰ দৰেই খাইছিলোঁ। বয়স অলপ বেছি হোৱাত (লাগিলে এতিয়ালৈকে খাওঁ) Castor Oil, Cod Liver Oil বিনাকষ্টে খাব পাৰোঁ। এনেকি কুইনিনো চেপেকি খাব পাৰোঁ। কেৰেলা, নিমপাত, হেলেচি শাক তিতা বুলি কোনো কোনোৱে নেখায়; ভেদাইলতা গোন্ধ বুলি নেখায়। কিন্তু এনে বস্তুৱে শৰীৰৰ পক্ষে উপকাৰী, নেভাবে। শৰীৰৰ নিমিত্তে, এনে বস্তু ধৈৰ্য্য ধৰি খালেযে আমাৰ কি উপকাৰ হয়, নেভাবে। কিন্তু এনেবোৰ মানুহৰ কোনো কোনোৱে বিয়েৰ (Beer) অলপ তিতা হ'লেও খায়। কেৰেলা, নিমপাত, হেলেচি কিন্তু নেখায়।

দেউতা মাজে মাজে কলিকতালৈ গৈছিল। গ'লে লগৰীয়াই লগ ধৰিছিল। দুবাৰ নে এবাৰ জখলাবন্ধা সত্ৰৰ অধিকাৰী ৺ৰঘুদেৱ গোস্বামীও গৈছিল। এই মানুহজন ৰসিক, ৰং-ধেমালিপ্ৰিয় আছিল। আমাক সিংহ-বাঘ ইত্যাদি পটুকৰে তুলাপাতত আঁকি দেখুৱাইছিল আৰু দিছিল। সাধুকথাতো জানিছিলেই। এওঁ ফটো তোলোৱাৰ বিৰোধী আছিল। কৈছিল যে ফটো তোলালেই হেনো মানুহ মৰে। কলিকতাত তেতিয়া (এতিয়াও আছে) কাঁচৰ ওপৰত, সাধাৰণভাৱে বন্ধাই, ৭।৮ মিনিটতে আধলি এটা লৈ ছবি এখন তুলি গৰাকীক ছবিৱালাই গতাই দিছিল। দেউতাই কোৱা-মেলা কৰি এবাৰ গোসাঁইদেৱৰ এনে ছবি এখন তোলাইছিল—চিচাৰ নহয়, চিচা ভাগি চিচাত ফটা এটা দাগ পৰিল। গোসাঁইৰ মৃত্যুৰ পাছত ছবিখন ডাঙৰ (এন্‌লাৰ্জ) কৰাৰ খোজাত ডাঙৰ কৰোঁতাই সেই দাগটি উঠাব নোৱাৰে। বহু চেষ্টা কৰি দাগখিনি এৰি দি (ভাগ্যক্ৰমে বুকুৰ ওপৰতহে দাগ পৰিছিল) মূৰ, মুখ, ডিঙিৰ কিছুখিনি লৈ এন্‌লাৰ্জ কৰা হৈছিল। সেই 'কুসংস্কাৰৰ' নিমিত্তে দ'ৰাইতে পাছত কিমান দুখ পাইছিল! দ'ৰাইতৰ আপুচোঁচ—দেউতাৰ ভাল এখন ছবি নহ'ল।

মই দ্বিতীয়বাৰ বিলাতৰপৰা উভতি অহাত, এনেয়ে বহি থকাতকৈ কিবা এটা কাম কৰা ভাল বুলি ভাবি এটা ভাল কোম্পানীৰ ইন্সিয়ৰেন্স্ এজেন্ট হ'লোঁ (১৯০৪ খ্ৰীষ্টাব্দত)। মোৰ পৰম শুভাকাংক্ষী আমাৰ লক্ষ্মীনাথ বেজবৰুৱাই সহানুভূতি দেখুৱাই, উপদেশাদি দি (যেনে আন সকলো বিষয়তে) এই বিষয়ে

মোক বহুত উৎসাহ দিছিল। সেইখিনি সময়ত ডাক্তৰ গোলাপ বেজবৰুৱাৰ লগত ৩৫ নং গোলাবাড়ী ৰোডত হাওড়া সাল্‌কিয়াত তিনিমাহমান আছিলোঁ। ডাঃ বেজবৰুৱাই বিয়া কৰোৱাত, ওচৰৰে ৯ নং বেণ্টিঙ্ক লেইন বেৰেয়া কৰি গ'লোঁ। এই ঘৰ আমাৰ বেজবৰুৱাৰ ২১।২২ ৰোজমেৰি লেইনৰ আৰু ৺ভোলানাথ বৰুৱাৰ (বি. বৰুৱা) কামৰূপ ভিলা ডব্‌চন্‌ (Dobson's) ৰোডৰ ওচৰত। পাছত বাইদেৱ (স্বৰ্ণলতা দেৱী) কলিকতালৈ কেইমাহমান ল'ৰা-ছোৱালীৰে অহাত ওচৰৰে ২৫০ নং গ্ৰেণ্ড্‌ ট্ৰাঙ্ক্‌ ৰোডৰ ওপৰ-তলা ল'লোঁ। কেইমাহমান তাত থকাৰ পাছত ১৯০৫-ৰ মাৰ্চ-এপ্ৰিলত সেই ঘৰ বাধ্য হৈ এৰিব লাগিল। তাৰ তলৰ এটি পানৱালাৰ প্লেগ হৈছিল। তেতিয়া এলাহাতমান দূৰৈত থকা বেজবৰুৱাৰ ঘৰলৈ গ'লোঁহঁক। বাইদেৱ ল'ৰা-ছোৱালীৰে সৈতে তেওঁলোকৰ থকা ঠাই কটকলৈ গুচি গ'ল। মই তাতে ৩।৪ মাহমান থাকিলোঁ।

মিঃ বি. বৰুৱাই ৺ফটিকচন্দ্ৰ বৰুৱাৰ মাজিউ পুতেক ভুবনক (সকলোৱে কেপ্টেন বুলি মতা) বিশ্বনাথ নাম দি বিধিমতে পোষ্যপুত্ৰ কৰি ল'লে। তেতিয়া বি. বৰুৱাৰ কাৰবাৰৰ অৱস্থা বৰ বঢ়িয়া আছিল। ইন্সিয়ৰেন্সৰ নিমিত্তে ভুবনক ধৰিলোঁ। ভুবনৰ অনিচ্ছা নাছিল। পকা কৰিবলৈ বি. বৰুৱাৰ ওচৰলৈ গ'লোঁ। মাজে মাজে কৈ থাকোঁ, তেওঁ হাঁহি হাঁহি মোৰ কথা শুনে। মোক ভাল পাইছিল, দেউতাক শ্ৰদ্ধা, সন্মান কৰিছিল। পাছত ক'লে, চমুকৈ কওঁ (বি. বৰুৱাই পাতনি, ভূমিকা দি দীঘলাই কথা ক'বলৈ ভাল পাইছিল), "হেৰা জ্ঞান, জানানে, বিশ্বনাথে যদি আজি লাইফ ইন্সিয়ৰ কৰায়, আজিৰেপৰা তাক আটায়ে শাও দিবলৈ আৰম্ভ কৰিব"—ইত্যাদি। এই কথাৰ অৰ্থ—কেপ্টেনক ইন্সিয়ৰ কৰাব নিদিয়ে। যি কাৰণৰ নিমিত্তে আমাৰ অথলাবদ্ধাৰ অধিকাৰজনৰ ফটো তোলোৱাৰ আপত্তি আছিল, সেই একে কাৰণেই আছিল বি. বৰুৱাৰ ইন্সিয়ৰেন্সৰ বিপক্ষে।

দেউতাৰ শেহলৈকে দাঁত সৰাও নাছিল, খিৰোৱাও নাছিল। যিত চকুও লোৱা দেখা মনত নপৰে। আইবো একে। আইৰ চুলিও পকা নাছিল। কৃত্ৰিম দাঁত লোৱা মানুহৰ ভিতৰত প্ৰথম আছিল ৺ঘনশ্যাম বৰুৱা উকীল। বেজবৰুৱাৰ ঘৰৰ হ'লেও বেজবৰুৱা নেলেখিছিল। মোৰ মনেৰে এই মানুহ-জনায়েই ট্ৰাইছিক্ল (Tricycle) নগাঁৱলৈ প্ৰথমে আনে। তেওঁক উঠি ফুৰাও দেখিছিলোঁ। Bicycle-ৰ তেতিয়া উদ্ভাৱেই নাছিল। নগাঁৱত দেখা মনত

নপৰে। কলিকতাত দেখিছিলোঁ। আগৰ চকাটো বৰ ডাঙৰ, পাছৰটো একেবাৰে সৰু। আগৰ চকাটো বৰ ওখল, মানুহতকৈও ওখ থকা যেন মনত পৰে। কলিকতাতো অতি কম মানুহেহে ভেনে গাড়ীত উঠিছিল। এতিয়া, এতিয়া বাইছিকল উঠিব নজনাটোৰেই এটি নিন্দাৰ কথা। মোটৰ গাড়ী ৰাখিব নোৱৰা, চলাব নজনা—হাঁহি উঠা কথা। Aeroplane ব'লে "হঁা, ঠিক হৈছে।" Submarine (পানীৰ তলত চলোৱা যান) ৰাখিলেহে গণ্য হ'ব মানুহ বুলি, অলপ দিনৰ পাছত। আজি-কালি গাঁৱতো 'ব্ৰিজ'হে খেলা হয়; তাক বিন্তি, প্ৰায় ইত্যাদি গ'ল।

নগাঁৱত মাংসৰ দোকান নাছিল। কাৰো লাগিলে ঘৰতে কটোৱা হৈছিল। আমাৰ এখন বৰ ডাঙৰ বলি-কটা দা আছিল। (সেইখন এতিয়া ক'ত?) সেই দাখনেৰে কাটিব জনা মানুহে কাটিছিল। ওচৰৰ মানুহসকলক দিয়া হৈছিল, আৰু ওচৰ-চুবুৰীয়া আন আন মানুহ কচুপাত, কলপাত লৈ লৈ গৈছিল। সকলোকে দিয়া হ'লে বাকীখিনি ঘৰলৈ অনা হৈছিল। সেইদিনা অৱশ্যে আমাৰ ঘৰত মানুহৰ নিমন্ত্ৰণ আছিল।

(৪) কিয়নো, আয়ে যেতিয়া এবাৰ মোক লৈ বেথুন স্কুলৰ ওচৰত (বাইদেৱৰ স্কুল) এটি ঘৰ লৈ কেমাহমান আছিল (হেদুৱাৰ ওচৰৰ কৰ্ণৱালিছ ষ্ট্ৰীটৰ কোণত ৬৫ মাণিকতলা ষ্ট্ৰীটত, সেই ঘৰটি এতিয়াও সেই আগৰ দৰেই আছে), তেতিয়া আনন্দৰাম বৰুৱাক লগত লৈ আমাৰ প্ৰথম I.M.S., অৰ্থাৎ অসমীয়া প্ৰথম I.M.S.-এ অসমীয়া প্ৰথম I.C.S.-ক—শিৱৰাম বৰাই আমাৰ ঘৰলৈ আনন্দৰাম বৰুৱাক—অনা মনত আছে।... মনত আছে, বাইদেৱৰ বিয়া যেতিয়া ১৮৮৭-ৰ মে' মাহত হয়, তেতিয়া আমাৰ গৌৰৱ আনন্দৰাম বৰুৱাই বাইদেৱক এযোৰ কাণ ঢাকি ৰাখিব পৰা (প্ৰায়) সোণৰ গহনা উপহাৰ দিছিল।

(৫) দেউতাই পেন্‌ছন্ লৈ কলিকতালৈ যোৱাত ককাইদেৱ কমলাক আৰু মোক City School-ত (১৩, মিৰ্জ্জাপুৰ ষ্ট্ৰীট) আৰু ককাইদেৱ ককণাক Hare School-ত ভৰ্ত্তি কৰাই দিয়াইছিল। তেতিয়া Smith's Memorial মেডেল কি প্ৰাইজৰ কথা শুনা মনত পৰে। ১৮৯০ খ্ৰীষ্টাব্দত। তেতিয়া জানিলোঁ Mr. Smith আৰু নাই। তেতিয়া 'জেনেৰেল এছেম্ব্লি'ৰ সকলো কথা মনত পৰিছিল। Mr. Smith-ৰ প্ৰশংসা শুনিছিলোঁ। City School-ত

পৰ্হোঁতে প্ৰিন্সিপেল বাবু উমেশচন্দ্ৰ দত্তই কোনো ডাঙৰ মানুহক ক্লাছ দেখুৱাবলৈ আহোঁতে মোক দেখুৱাই কৈছিল—"This is an Assamese boy."

(৬) ১৯০৬ খ্ৰীষ্টাব্দত যেতিয়া মোৰ বিয়া হয়, গুৰুনাথ বাবু কোনো কাৰণে কলিকতালৈ গৈছিল। সেইখিনি সময়ত অৰক্ষে বাইদেৱো (স্বৰ্ণলতা) মোৰ লগতে আছিল— বিয়াৰ নিমিত্তে কটকৰপৰা কলিকতালৈ আহি। গুৰুনাথ বাবুৱে আমাৰ ঘৰলৈ এদিন আহি (বোধকৰোঁ ছুৰিনো) উপাসনা কৰাত মোৰযে কি আনন্দ হৈছিল কি ক'ম! নগাঁৱৰ গুৰুনাথ বাবু, বাইদেৱ, মই একেলগ হোৱাত, আৰু মোৰ জীৱনৰ ডাঙৰ এটি ঘটনাৰ সময়ত, বিশেষকৈ—নগাঁৱৰ আমাৰ ঘৰৰ কথা, আই, দেউতা, ককাইদেৱহঁতৰ কথা, পুৰণা কথাবোৰ মনত পৰি চকুৰ পানী ওলাইছিল। ১৯১৮ খ্ৰীঃত এবাৰ আমি সপৰিয়ালে (মোৰ শহুৰ ৺অকণেন্দ্ৰ-নাথ ঠাকুৰ, মোৰ গৃহিণী, মোৰ খুলশালী ৺কণিকা দেৱী, মই, মনো, নয়ন) জাহাজেৰে তেজপুৰলৈ গৈ ডাক-বঙলাত আছিলোঁহঁকগৈ। গুৰুনাথ বাবুৰ মৃত্যু হৈছে তেতিয়া। গুৰুনাথ বাবুৰ বৈণীয়েকে আৰু জীয়েকে (৺ব্ৰহ্মানন্দ বৰ-কাকতীৰ বৈণীয়েক) আমাক এদিন তাত নিমন্ত্ৰণ কৰি খুউৱাৰ কথা মনত পৰে। ৺ব্ৰহ্মানন্দ বৰকাকতীৰ পিতৃদেৱতা (স্বৰ্গীয়) লক্ষ্মীকান্ত বৰকাকতী তেতিয়া জীয়াই আছিল। আমি সকলোৱে বহি একেলগে তৃপ্তিৰে খোৱাৰ কথা কেতিয়াও নেপাহৰোঁ। বিক্ৰমপুৰৰ ফালৰ তিকতাবিলাকে কি সুন্দৰকৈ ৰান্ধিব পাৰে! আগেয়ে কৈছোঁ জলা খোৱাৰ কথা—দমদমাত, বসু পৰিয়ালৰ ঘৰত। ডাঙৰ হৈ জলা খাব পৰা হ'লোঁ, হৈছোঁ, ভগৱানৰ ইচ্ছাত এতিয়াও খাওঁ। তেজপুৰতযে কি মধুৰ জলা খালোঁ! ৺লক্ষ্মীকান্ত বৰকাকতীৰ পুৰণা গল্প শুনি আনন্দেৰে ভোজন কৰা মনত থাকিব। সকলো ঠাইৰে খাদ্য আৰু ৰন্ধা-প্ৰণালীৰ বিশেষ এটি সোৱাদ আছে। সিদিনা অলপতে পেট বেয়া হোৱাত শ্ৰীমান অচলা ভূঞাৰ ঘৰৰপৰা তেওঁৰ বুঢ়ী শাহু আয়েকে আৰু বৈণীয়েকে ৰান্ধি পঠোৱা অসমীয়া সোৱাদ লগা আঞ্জা কেইদিনমান খাই আনন্দ পাই আৰু আমাৰ নগাঁৱৰ ঘৰত সকতে মোৰ আয়ে ৰন্ধা আঞ্জাৰ সোৱাদ পাই চকুৰ পানী ওলোৱাৰ কথা মনত সকলো সময়লৈকে থাকিব। আয়ে আৰু নিজৰ ঘৰৰ মানুহে ৰন্ধা বস্তুতকৈ পৃথিৱীত তেনে মিঠা বস্তু আৰু ক'তো নাই। মোৰ মনেৰে যদি কোনোবাই ৰান্ধি খুৱায় মোক, আৰু ভাবোঁ যে সকতে আমাৰ ঘৰত এনে খাইছিলোঁ, তাতকৈ আৰু আন কোনো ডাঙৰ প্ৰশংসা মোৰ ভঁৰালৰপৰা দিবৰ নাই।

(৭) ৰণ্‌জয় ফুকন নাম দিয়া হৈছিল, কিয়নো দেউতাৰ যুৱজীত লেখা আছে—তেওঁৰ বাপেক হৰিপদ ডেকাফুকনে সেনাপতি হৈ কচাৰি ৰণ জিকি অহাৰ পাছতে এই পুত্ৰটি ওপজে। মোৰ ৰণ্‌জয় ফুকনক দেখা মনত পৰে। এই ঘৰৰ অলপ আগতে কন্দৰ্পেশ্বৰ ফুকনহঁতৰ ঘৰ। এই ফুকনক প্ৰথমে দেখা সময়ত তেওঁ স্কুলৰ প্ৰথম শ্ৰেণী মানত পঢ়ে। এওঁলোকো সম্ৰান্ত আহোম বংশৰ মানুহ, বোধকৰোঁ নাওবৈচা ফুকনৰ ঘৰৰ।

(৮) আন মানুহে মোৰ মনেৰে নিদিলেহেঁতেন। আৰু এই টকা এনেকৈ মাহে মাহে পাই মোৰ উপকাৰো হৈছিল। একে থোকতে দিয়াহেঁতেন খৰচ কৰি পেলালোঁহেঁতেন। মাহে মাহে পোৱাত কামত টকাখিনি খৰচ হৈছিল। এই টকা ১৯১০ খ্ৰীঃলৈ দিয়া হৈছিল। এইখিনিতে স্বৰ্গীয় মিঃ বৰুৱাক ধন্যবাদ দিওঁ—স্বৰ্গীয় বৰাক কাম দিয়াৰ বাবে, আৰু মিঃ বৰাকো ধন্যবাদ দিওঁ—মোক এনেকৈ ইমান বছৰৰ পাছত টকা ওভতাই দিয়াৰ বাবে। বহুতে কিন্তু উপকাৰ পাহৰি যায়। প্ৰাতঃস্মৰণীয় ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰে বহুতক উপকাৰ কৰিছিল, টকা দি আৰু আন আন সহায় কৰিছিল। সেইদেখি এওঁৰ নাম "দয়াৰ সাগৰো" মানুহে দিছিল। এনে কোনো কোনো মানুহে তেওঁক নিন্দাও কৰিবলৈ নেৰিছিল। বিদ্যাসাগৰ 'দয়াৰ সাগৰ' হ'লেও এনে মানুহৰ এনে ব্যৱহাৰ দেখি দুখ পাইছিল। এদিন এজন মানুহৰ বিষয়ে আন এজনে বিদ্যাসাগৰ মহাশয়ক ক'লেহি, "অমুকে আপোনাৰ বৰ নিন্দা কৰিছে।" "মইতো তাৰ কোনো উপকাৰ কৰা নাই, সি মোৰ কিয় নিন্দা কৰে?"— এই কথাফেৰি বিদ্যাসাগৰ মহাশয়ে কি দুখ পাইহে এনেকৈ কৈছিল, অলপ ভাবি চালেই বুজা যায়। সেই মানুহটিয়েইনো কিয় এনে এজন মানুহৰ নামে বিদ্যাসাগৰ মহাশয়ক লগালেহি? সেইটো অন্যায় হ'লেও, তেনে কথা নোকোৱা হ'লে ৺বিদ্যাসাগৰ মহাশয়ৰ মুখৰপৰা এনে দুখ লগা সঁচা কথা-ফেৰি নোলালহেঁতেন।

দেউতাই একেশ্বৰবাদী ধৰ্ম্ম গ্ৰহণ কৰিলেও আমাৰ অসমীয়া ৰীতি-নীতি, নিয়ম-প্ৰথা মানিছিল। কৈছোঁ নহয়, উপাসনাৰ (পূজাৰ) সময়ত দেউতাই সংস্কৃত শ্লোকহে কৈছিল। "গ্ৰহণ কৰিলেও" কৈছোঁ কিয়—মানুহে আমাক অলপ ভিন বুলি ভাবিছিল নহয় 'ব্ৰাহ্ম ধৰ্ম্ম' বস্তুটোনো কি নেভাবি, নুবুজি, ব্ৰাহ্ম ধৰ্ম্মৰে আমাৰ পুৰণা ধৰ্ম্মৰ এক অংশ তাকে নুবুজি। আমাৰ ঘৰত অৱশ্যে মূৰ্ত্তি পূজা নহৈছিল। কিন্তু আন অসমীয়াৰ ঘৰত যি ৰীতি-নীতি, নিয়ম-প্ৰথা

আছিল, আমাৰ ঘৰতো সেই নিয়মেই আছিল। মোৰ আই, বুঢ়ী মাই (আইৰ মাক), কালী বাইদেৱে সকলো নিয়ম মানিছিল। তিথি-নক্ষত্র চোৱা, আন আন ব্রত মনা— এইবোৰ আছিল। পঞ্জিকা চোৱা প্রায়ে হৈছিল। 'জাতি গণক' নামেৰে এজন মানুহ মাজে-সময়ে আহিছিল। এই বাপুজন আহিলে মোৰ! অলপ ভয় লাগিছিল; কিয়নো, শুনিছিলোঁ—"জাতি গণকৰ বৰ খং।" সেইদেখি আমি ল'ৰাবিলাক ওচৰ চাপি নগৈছিলোঁ।

* * *

সেইখিনি সময়ত পুৰীলৈ স্বাস্থ্যৰ নিমিত্তে যোৱা মানুহ অতি কম আছিল। তেতিয়া পুৰীলৈ তীর্থ বুলিহে মানুহ গৈছিল। স্বাস্থ্যৰ নিমিত্তে পুৰীয়ে ভাল কোনেও নেজানিছিল, নেভাবিছিল। পুৰীৰ ফালে 'কলেৰা' ইত্যাদি হয়, তাকেহে আমি শুনিছিলোঁহঁক। আমাৰ বাইদেৱ স্বর্ণলতা দেৱীৰ গিৰীয়েক ডাঃ নন্দকুমাৰ ৰায়ৰ মৃত্যুৰ কেবাবছৰ পাছত সাহিত্যিক ক্ষীৰোদচন্দ্র ৰায়চৌধুৰীৰ লগত তেওঁৰ বিয়া হৈছিল। তেওঁলোকে কটকত ঘৰ কৰি আছিল; কিয়নো তেওঁ কটক স্কুলৰ বহুত দিন হেডমাষ্টৰ আছিল। তাত কলেজৰ Officiating Principal হৈ চিটাগং (চট্টগ্রাম) স্কুলৰ প্রিন্সিপেল হৈ পেন্‌শ্যন্ লৈ কটকতে স্থায়ীভাৱে থাকিল। মই কটকলৈ বছৰি ফুৰাবমান গৈছিলোঁ। কেতিয়াবা কেতিয়াবা দুই, তিনি, ছমাহো আছিলোঁগৈ। মোৰ এবাৰ গা বেয়া হোৱাত ১৯০৩ খ্রীঃত পুৰীৰ ডাকবঙলাত গৈ আছিলোঁ। তেতিয়া সমুদ্র-তীৰত তিনটি কি চাৰিটি ঘৰহে আছিল মাথোন। তেতিয়া মানুহে জানিবলৈ ধৰি আহিছে যে পুৰী কেৱল তীর্থস্থানেই নহয়, স্বাস্থ্যকৰ ঠাইও। তাত লাহে লাহে ঘৰ-বাৰী হৈ সমুদ্র-তীৰ ভৰি পৰিছে। তেতিয়া কেৱল স্থায়ী মানুহৰহে ঘৰ আছিল। এতিয়া দেশ-বিদেশৰ মানুহে তাত ঘৰ কৰিছে। ১৮৯২।৯৩ খ্রীষ্টাব্দত আমি যদি জানিলোঁ-হেঁতেন যে পুৰী স্বাস্থ্যকৰ ঠাইও, তেনেহ'লে ককাইদেৱ ককণাক তালৈকে দেউতাই পঠালেহেঁতেন; বোধকৰোঁ উপকাৰ হ'লহেঁতেনো। ঈশ্বৰৰ ইচ্ছা। আকৌ ডাঃ দেবেন্দ্র ৰায়, ডাঃ মেকনেল আহিল। পাছত খিৰ হ'ল যে পুৰুলিয়া ভাল শুকান ঠাই; তালৈকে ককাইদেৱক লৈ যোৱা বাওক। দেউতাই চাকৰি ছুটিৰে সৈতে তালৈ লৈ গ'ল ককাইদেৱক। দেউতাৰ দৰে দুৰৱস্থাত পৰা আৰু এজন বিপদগ্রস্ত ভাল মানুহৰ সৈতে তাত দেখা হ'ল। আগেয়ে অলপ চিনাকিও আছিল। তেওঁ মেজৰ ধর্মদাস বসু I.M.S., তেওঁৰো এটি ল'ৰাৰ সেই একে

বেমাৰ। পাছত দুয়ো পৰামৰ্শ কৰি এজন ভাল কবিৰাজক দুই বেমাৰীক চিকিৎসা কৰিবলৈ অনালে। দৰমহা আধা দেউতাই দিব, আধা মেজৰ বমুৱে দিব। কিছুদিন এই চিকিৎসা চলিল; কিন্তু দুজনৰ এজনৰো উপকাৰ নহ'ল। দেউতাই তেতিয়া মধুপুৰলৈ লৈ গ'ল। দেউতাই কিমানযে শুশ্রূষা কৰিছিল!

সেইখিনি সময়ত আমাৰ গৰমৰ বন্ধ। (স্বৰ্ণ) বাইদেৱ, ককাইদেৱ কমলা, মই মধুপুৰলৈ গ'লোঁ। সেইখিনি সময়ত নবীনদাদা (নবীনৰাম ফুকন) কলিকতাত আছিল। তেওঁও গ'ল। দেউতাই টকা পঠিয়াই দিছিল। যিমান দূৰ মনত পৰিছে, তেওঁ প্ৰথম শ্রেণীৰ টিকট কিনিলে—আমাৰ নিমিত্তে নহ'লেও বাইদেৱৰ নিমিত্তে। আমাৰ বেয়া লাগিল। আমাৰ লগত দ্বিতীয় শ্রেণীতে যাব পাৰিলে-হেঁতেন। দেউতা নিজেই ষ্টেশ্যনলৈ আহিল। আমি আকৌ সকলোটি একেলগ হ'লোঁ। ককাইদেৱ ক্ষীণাই গৈছিল। কেনে হৃষ্ট-পুষ্ট আছিল! ঈশ্বৰৰ ইচ্ছা। দেউতা মৰমিয়াল আছিল। ককাইদেৱে ইটো বিচাৰে, সিটো বিচাৰে—দেউতাই ততালিকে অনাই দিছিল। মধুপুৰত নেপালে কলিকতা, বম্বেৰপৰা। নবীনদাদাই মাজে মাজে কোনো কাৰণে তাত নেথাইছিল, মন আমন-জিমন কৰি বাহিৰে বাহিৰে ফুৰিছিল। তেতিয়াই Whiteaway-লৈ চিঠি গ'ল—ভাল ভাল কামিজ ইত্যাদি আহিল।

আমাৰ স্কুল খুলিবৰ সময় হোৱাত আমাৰ কলিকতালৈ যাবৰ সময় হ'ল। ককাই আমাক সকলোকে একেলগে দেখি ভাল পাইছিল। বেমাৰ সত্ত্বেও কমলা আৰু মোক উপদেশ দি চিঠি লেখিছিল। ১৯ বছৰমানত পৃথিৱী এৰে। এই বয়সতে এই দেশতে থাকি নিৰ্ভুল ইংৰাজী কৈছিল। মধুপুৰত Stove দুটা জ্বলাই আমাক মুৰগী খুৱাইছিল, তেওঁও খাইছিল। কৈছোঁ নহয়, আমাৰ বামুণ ৰান্ধনি আছিল।

কলিকতালৈ আহিলোঁ। মাইছেনা আমাৰ লগতে উভতিল নে নাই মনত নাই। নবীনদাদা মধুপুৰতে থাকিল। কমলা আৰু মোক সেইখিনি সময়ত মিঃ ভোলা বৰুৱা (B. Borooah) আৰু আমাৰ শুভানুধ্যায়ী লক্ষ্মীনাথ বেজবৰুৱাৰ (B. Borooah-ও শুভানুধ্যায়ী আছিল) লগত তেওঁলোকৰ কলুটোলাৰ গোভাৰাম বসাক লেইনৰ ঘৰত দেউতাই থ'লে। সেই ঘৰত আৰু দুজন মানুহ আছিল—Triple M.A. হৰেন [?] সেন (পাছত শিৱসাগৰ, ডিব্ৰুগড়ৰ উকীল আৰু ব্যাৰিষ্টাৰ) আৰু শ্ৰীৰামকৃষ্ণ পৰমহংসৰ শিষ্য××× মাষ্টাৰ, যিজনে শ্ৰীপৰমহংসদেৱৰ জীৱনী লেখিছে—"ম" কথিত। এওঁ আমাৰ লগত নেথাইছিল।

বাতিপুৱা ওলাই যায়, বাতি আহে। বহুত পাছতহে বেজবৰুৱাই ক'লে—সেই মানুহজন পৰমহংসৰ "ম"। ১৯২৩-২৪ খ্ৰীঃত যেতিয়া তেওঁ Bird & Co.-ৰ লগত কাম কৰে, হাবিয়ে-জঙ্গলে থাকে, তেতিয়া মাজে মাজে আহি মোৰ লগত আৰ্ল ল' কলেজত থাকিছিলহি। সেইখিনি সময়ত মই দ্বিতীয় কি তৃতীয়বাৰ পৰমহংসদেৱৰ জীৱনী পঢ়িছিলোঁ, আৰু বেজবৰুৱাই শুনিছিল।

দুমাহমানৰ পাছত বাতৰি আহিল যে ককাইদেৱ আৰু নাই (১২ জুলাই, ১৮৯৩)। তাৰ পাছদিনা কি তাৰ পিছদিনা দেউতা কলিকতা পালেহি। বি. বৰুৱা, বেজবৰুৱা, হেম গোসাঁই ইত্যাদি আত্মীয়া (তেতিয়াৰ) ছাত্ৰসকলে হাওড়ালৈ আগবঢ়াই আনিবলৈ গৈছিল। দেউতাই সাধাৰণভাৱেৰে কথা ক'ব ধৰিলে, কিন্তু বুকুত জুই। এওঁলোকে কি ক'ব কি নক'ব—একো ঠিককে কৰিব নোৱাৰিলে। পাছত শোভাৰাম বসাক লেইনলৈ আহি থাই বৈ একে খোঁটালীতে দেউতা, কমলা আৰু মই যেতিয়া শুলোঁ, তেতিয়াযে কিমান কান্দিলে কি ক'ম! কি কৈ কান্দিছিল, সেইবোৰ কথা মনত পৰি মোৰ এতিয়াও চকুৰ পানী ওলাইছে।

দেউতাৰ মৰমৰ আৰু এটি কথা কওঁ। আশুতোষ ঘটক বুলি বঙালী মানুহ এজন জীৱনদাদাৰ (জীৱনৰাম ফুকন) অনুগত বন্ধু আছিল। তেওঁক ক'লে, "তুমি কমলা আৰু জ্ঞানক হোটেললৈ লৈ গৈ খুউৱাঁ, সিহঁতৰ মন বেয়া, পাৰিলে এটি ভাল থিয়েটৰলৈ লৈ যাবাঁ।" এইবুলি তেওঁক টকা দিলে। আশুবাবুৱে আমাক ক'লে, "কৰ্ত্তাই টকা দিছে আজি তোমালোকক হোটেলত খুৱাবলৈ। গধূলি লৈ যাম। তৈয়াৰ হৈ থাকিবা।" পাছত আমাক গধূলি লৈ গ'ল। কিন্তু 'হোটেল'— বীডন (Beadon) ষ্ট্ৰীটৰ থিয়েটৰবিলাকৰ ওচৰৰ হোটেল। খোৱা বেয়া নাছিল। থিয়েটৰলৈ গৈছিলোঁ নে নাই মনত নাই। আই আৰু দেউতাই নিজৰ পৰিয়ালৰ সুখ-সুবিধাৰ নিমিত্তেহেযে ভাবিছিল, এনে নহয়—যিবিলাক মানুহৰ সংশ্ৰৱলৈ আহিছিল, তেওঁবিলাকৰ সুখ আৰু সুবিধাৰ কথাও সকলো সময়ত ভাবিছিল। ৺গুণগোবিন্দ বৰুৱাই ডবকাত কিবা কাৰবাৰ কৰিছিল (১৮৮৪-৮৮)। জিলাত থাকোঁতে আমাৰ ঘৰতে থাকিছিল। তেওঁ নথকা কেদিনত আমাৰ ঘৰত যদি কিবা ভাল বস্তু বন্ধা হয় (কেদিনমান ৰাখিব পৰা বিধৰ বস্তু), আয়ে অতি যতনেৰে গুণগোবিন্দ বৰুৱাৰ নিমিত্তে থৈ দিছিল। গুণগোবিন্দ বৰুৱাই এই কথা মোক ১৯২৭ খ্ৰীঃত ডিব্ৰুগড়ত কৈছিল—যেতিয়া মই তালৈ Election Petition-ৰ কমিশ্বনৰ হৈ যাওঁ। ক'বলৈ পাহৰিছোঁ যে ককাইদেৱ

ৰুকণাই ১৮৮৯ কি এনেখিনি সময়ত 'ল'ৰা-বন্ধু' বুলি এখন কাকত উলিয়ায়। সক ল'ৰাৰ উদ্যোগ। চুৰাৰ ওলায়েই আৰু নোলাল। লোকচান হ'ল। Steel-এ এখনি কাকত উলিয়ায়, সেইখনিৰ আয়ুৰ বলত এবাৰ ওলায়েই বন্ধ হ'ল। কিন্তু কিতাপত সেই কাকতখনিৰ উল্লেখ পাওঁ। সেই নজিৰ ধৰি ল'ৰা-বন্ধুৰ উল্লেখ কৰিলোঁ।

ৰুকণাৰ বেমাৰ হোৱা ঘৰলৈ (3 Old Boythakkhana 2nd Lane) দেউতা আৰু উভতি বাব নুখুজিলে। ঘৰ বিচাৰি ৮ নং কলেজ স্কোৱেৰ কেৰেয়া কৰা হ'ল। এই ঘৰ কেৰেয়া কৰোঁতে সাধু উমেশচন্দ্ৰ দত্তই কৈছিল যে এই ঘৰটোৰ এটা "Bad association" আছে, এই ঘৰটো নল'লেই ভাল। তাৰ অৰ্থ হৈছে—গোবৰডাঙাৰ এজন ব্ৰাহ্ম জমিদাৰৰ অলপ আগেয়ে সেই ঘৰতেই মৃত্যু হয়। আমাৰেই আগৰ কেৰেয়া কৰা মানুহ। ঘৰটি বৰ ভাল। স্কুল-কলেজৰ ওচৰ, চাক-চিকণ। দেউতাই ভাবিলে—মানুহনো কোন ঘৰত নমৰে। ঘৰটো লোৱা হ'ল। সাত মাহমান শান্তিত আছিলোঁ। দেউতাৰ মনত সুখ-শান্তি অৱশ্যে নাই। এইখিনি সময়তে Chicago Exhibition হয়। ডাঃ কাদম্বিনী গাঙ্গুলী (আগেয়ে বসু, মেডিকেল কলেজৰ প্ৰথম তিৰুতা গ্ৰেজুৱেট) Chicago-লৈ যোৱাৰ আগেয়ে দেউতাৰ সৈতে দেখা কৰিবলৈ আহিছিল। অলপ কথা হোৱাৰ পাছত, দেউতাই অনুমতি লৈ ওপৰলৈ গ'ল। দুই মিনিটমান পাছত, হাতত দুটি বাণ্ডিল লৈ ক'লেহি—যিমান দুৰ মনত আছে, এইখিনি কথা অসমীয়াত ক'লে—আন সময়ত বঙলাৰেই কৈছিল (দেউতাই বঙলাও ভালকৈ কৈছিল, ইংৰাজীও ভালকৈ কৈছিল। দেউতাৰ 'ৰায়' নগাঁৱৰ Record office-ত দেখিছোঁ, তাত কটাকুটি একো দেখা নাই; আৰু শুনিছোঁ—দেউতাৰ ৰায়ৰ বিপক্ষে আপীল কোৰ্টে কেতিয়াও হুকুম দিয়া নাছিল)— "এই আমাৰ অসমীয়া তিৰুতাৰ কাপোৰ এসাজ দিলোঁ আই, তাত পিন্ধি আমাৰ অসমীয়া তিৰুতাই কেনে কাপোৰ পিন্ধে দেখুৱাবা দেই।" কাদম্বিনী দেবীয়ে পিন্ধি দেখুৱাইছিল নে নাই ক'ব নোৱাৰোঁ, কিন্তু "An Assamese lady's dress" বুলি দেখুৱাইছিল নিশ্চয়ে, পাটৰ ৰিহা-মেখেলা আছিল।

এই চিকাগোতে (১৮৯৩) আমাৰ স্বামী বিবেকানন্দদেৱে তেওঁৰ নিজৰ খ্যাতিৰ ভেটি থাপনা কৰিলে আৰু আমাৰ ভাৰতৰ মুখো উজ্জ্বল কৰিলে। (তেতিয়া ভাৰত আৰু ভাৰতীয় সকলোৱেই একেলগে আছিলোঁহঁক) ভাৰতযে দুখণ্ড হ'ব— কোনো হিন্দুৱে, কোনো মুছলমানে তেতিয়া সপোনতো ভাবিবকে পৰা নাছিল।

যি কথা সপোনতো ভাবিবকে পৰা নাছিল তেতিয়া, আজি তিনি বছৰ হ'ল আমাৰ গৱৰ্ণমেণ্টে আনক গতাই দিলে আৰু গৱৰ্ণমেণ্টৰ অনুগ্ৰহত সেই কথা Honest John Morley-ৰ বঙ্গ-বিচ্ছেদৰ সময়ত কোৱা কথাৰ দৰে "Settled fact" হ'ল। কিন্তু সেই "Settled fact"-ক সম্ৰাট পঞ্চম জর্জে "Unsettle" কৰিলে; এতিয়া এই "Settled fact"-ক কোনে Unsettle কৰে? আই ভাৰতে কান্দিছে। কান্দোন কোনোবাই শুনিবনে?

এমেৰিকানবিলাকে এতিয়া কি কয় নেজানো, কিন্তু ৮।১০ বছৰ আগলৈকে ভাৰতৰ সকলো মানুহকে, কি হিন্দু কি মুছলমান যি কোনো ধৰ্মৰেই হওক, সকলোকেই হিন্দু বুলিয়েই কৈছিল। এতিয়া হিন্দু আৰু মুছলমান একেখন জগতৰ মানুহ নহয়, বেলেগ বেলেগ জগতৰহে মানুহ। ('Nation' কথাটিৰ এনে বহল অৰ্থ নিদিলে আমাৰ মুছলমান ভাইসকলে যি অৰ্থৰে এই কথাটি ব্যৱহাৰ কৰিছে, তাৰ আঁতি-গুৰি পোৱা নেযাব।) এই কথাকেৰি কোনোৱে নেভাবিছিল আৰু ভাবিব পৰাও নাছিল। মই হিন্দু, মোৰ ভাই মুছলমান হ'ল, আমি দুখন জগতৰ—জগত নকৈ "nation'-য়েই কওঁ—মানুহ হৈ গ'লোঁ নেকি? আমি এইবোৰ কথা নিচিন্তো, "আদাৰ বেপাৰীৰ জাহাজৰ বাতৰি কিয়?"

২৬ নং ষ্টক্‌স লেইনৰ গৱৰ্ণমেণ্টৰ এখন সাদিনীয়া ইংৰাজী কাকত আছিল, নাম গোবিন্দচাঁদ ধৰ, দেউতাৰপৰা কেতিয়াবা কেতিয়াবা প্ৰবন্ধ খুজি লৈ গৈছিল, বিশেষ মণিপুৰ যুঁজৰ সময়ত—মণিপুৰৰ বিষয়ে।

৮ নং কলেজ স্কোৱেৰ আমাৰ স্কুলৰপৰা এশ খোজমান হ'ব। তাত সাত মাহমান আসোঁৱাহবিহীন হৈ থাকি মাৰ্চ মাহত দেউতাৰ জৰ হ'ল। দুদিন জৰ হৈ দুদিন কি এদিন নাছিল। একতলালৈকো নামি আহিছিল। তাৰ পাছত আকৌ জৰ হ'ল। ২১।২২ দিন এনে জৰৰ পাছত সকলো শেষ হ'ল। চিকিৎসাৰ ত্ৰুটী হোৱা নাই। ডাঃ মেকনেলে Blanc mange (ব্লঁ মঁাজ) খাবলৈ কৈছিল। এই কথাটো তেতিয়া আমাৰ নতুন লাগিছিল। কিন্তু আয়ে আমাৰ ঘৰতে ঠিক তেনেকুৱা এটি বস্তু খুৱাইছিল। স্বৰ্ণ বাইদেৱেও জানিছিল নিশ্চয়; কিন্তু বেমাৰীক খুউৱা বস্তু সঠিক নেজানিলে দিয়া ভাল নহয়। আমাৰ বামুণ দাবোৱান ৰাম ভৰোস্ মিশ্ৰই Great Eastern Hotel-ৰপৰা আনিছিলগৈ। ইয়াতো একো বামুণৰ অখাদ্য নাছিলেই, কিন্তু ৰপুৰাই মুৰগীৰ চৰুৱা (আমি যাক চুকৰা কওঁ, Chicken Broth) এটি Soda water bottle-ত তাৰপৰা ভৰাই আনিছিল। এই বস্তুকেৰি আমাৰ ঘৰত কৰা টান আছিল,

কিয়নো বান্ধনি বাবুণ, আৰু Broth ( ব্ৰথ ), Soup ( স্যুপ্ ) ইত্যাদি কৰাৰ নিয়ম অলপমান বেলেগো। সেইদেখি G.E.H.-ৰপৰা অনা হৈছিল। আমাৰ দাবোৱানক দৰৱ বুলি কোৱা হৈছিল। ওচৰতে বাথগেট কোং ; তাৰো-পৰা দৰব অনা হৈছিল। সেইদেখি বেচাৰাই বিনা-আপত্তিৰে আনিছিল। আৰু এই মানুহটিয়ে দেউতাক ভক্তিও কৰিছিল।

১৮৯৪। ২৫ মাৰ্চ, দেৱবাৰ, আবেলি চাৰিমান বজাত সেইদিনাথনেই আমাৰ ঘৰৰ, একেলগে থকা ঘৰৰ, সৰ্ব্বনাশ হ'ল। বাইদেৱে ( স্বৰ্ণলতা দেৱী ) আৰু মাজিউ ককাইদেৱ কমলাই কি ভাবিছিল ক'ব নোৱাৰোঁ। দেউতাৰযে একে-বাৰেই আসন্ন মৃত্যু। তেতিয়াইযে যাব মই ভাবিবকে পৰা নাছিলোঁ। সেইখিনি সময়ত কেবাজনো মানুহ আছিল। কাদম্বিনী গাঙ্গুলীয়ে দেউতাৰ নাড়ী টিপি চাই আছে, ৺গুৰুচৰণ মহলানবিশে দেউতাক ভগৱানৰ নাম ল'বলৈ কৈছে, মিঃ-মিচেচ্ জে. সি. বোস্ আৰু কেবাজনো মানুহ বিচনাৰ ওচৰা-উচৰি ঠাইত চাৰিউফালে থিয় দি আছিল। মই একো নুবুজি বাৰাণ্ডালৈ গ'লোঁ। তাতে হেম গোসাঁই আছিল কি তালৈ গ'ল। কান্দি কান্দি ক'লে "দেউতাৰাক আৰু ধৰি ৰাখিব পাৰিবানে ?" তেতিয়াহে জানিলোঁ—আমাৰ কি দশা হ'ল। ঘৰৰ গৰাকীজনা গ'লে ঘৰৰ অৱস্থা শ্মশান হয়। কমলা ককাইদেৱ আৰু মোক লগত যাবলৈ নিদিলে। উপাসনা হ'ল—অসমীয়া ল'ৰাবিলাকে লৈ গ'ল। দেউতাই পেন্‌ছন্ লোৱাৰ পাছত নগাও এৰাৰ এটি কাৰণ ( আন কাৰণো আছিল, তাৰে এটি আমাৰ শিক্ষা ) হৈছে যে দেউতাৰ মৃত্যুৰ পাছত অসমীয়াই সুচুৰ ; কিন্তু সেইটো নহ'ল ভগৱানৰ ইচ্ছাত। দেউতাৰ আত্মাই নিশ্চয় ভাল পাইছিল। উত্তৰ লক্ষীমপুৰলৈ ১৯৩৩ খ্ৰীষ্টাব্দত যাওঁতে ৰায়বাহাদুৰ পদ্মনাথ গোহাঁইবৰুৱাৰ ককায়েকে ধেমালি কৰি মোক কৈছিল, "মইহে মুখাগ্নি কৰিছিলোঁ, মই সম্পত্তিৰ অংশ পাব লাগে।" অসমীয়াই শুশ্ৰূষা কৰিছিল, অসমীয়া শেষ যাত্ৰাৰ সময়ত লগতো আছিল।

কলিকতাত ৰাতিপুৱা-আবেলি বৰ দীঘল চুঙাৰে মাটিৰ তলৰপৰা পানী লৈ বাটত সিঁচায়, নহ'লে 'ভিস্তিয়ে' বাটত পানী ছটিয়াই যায়। শেহ বেমাৰৰ সময়ত এবাৰ ছুৱাৰথন মেলাত এনে পানী দিয়া দেখাত ক'লে, "দুৱাৰথন নজপাবি, মোৰ এনে পানী দেখিলে গাটো জুৰায়। কিমান দিনৰে গা ধোৱা নাই !" এই কথা কৈ থাকোঁতে ক'লে, "বলৰাম ফুকনৰ বেমাৰ হ'লে মানুহক মাতি আনি তেওঁৰ আগত গা ধুৱাইছিল। নিজে গা ধুব নোৱাৰে, আগতে আনক গা ধুৱাই আৰাম পাইছিল।"

সেইদিনা দেওবাৰ আছিল। সাধাৰণ ব্ৰাহ্ম সমাজত উপাসনা হয়—সেইখিনি সময়ত। উপাসকসকলে দেউতাৰ খাটখন সমাজ-মন্দিৰৰ আগত থোৱাই শ্ৰদ্ধা-ভক্তি দেখুৱালে। তাৰ পাছত আকৌ মহাযাত্ৰা হ'ল। দুখন্টামান পাছত সকলো শেহ হ'ল। সিদিনা ৰাতি (Sir পাছত) Professor J.C. Bose-ৰ ভনীয়েক তিনিজনা আমাৰ ঘৰত শুইছিল—লাৱণ্যপ্ৰভা দেৱী, হেমপ্ৰভা দেৱী, চাৰুপ্ৰভা দেৱী। এওঁলোকে মাইছেনাক বৰ মৰম কৰিছিল। তাৰ লগত আমাকো।

তাৰ পাছদিনা পণ্ডিত শিৱনাথ শাস্ত্ৰী আৰু দুজন-এজন মানুহ আহি আমাৰ গধুৰ বস্তবোৰ আৰু আন আন বস্তৰ ফৰ্দ্দ কৰি গধুৰ বস্তবোৰ, যিমান দূৰ মনত আছে—১৩ নং কৰ্ণৱালিশ ষ্ট্ৰীটলৈ পঠিয়াই দিলে। এই ১৩ নম্বৰত ব্ৰাহ্ম বালিকা বিদ্যালয় আৰু তিনি-চাৰি ঘৰমান ব্ৰাহ্ম পৰিয়াল আছিল তেতিয়া। আৰু, আমাৰ নিজা কাপোৰ-কানি থকা বাকচ-পেৰাবোৰ আমাৰ লগত থ'লে। আবেলি Accountant General (এনে ডাঙৰ কাম পোৱা দেশী মানুহ তেৰেঁই প্ৰথম কি দ্বিতীয়) ৰজনীনাথ ৰায় আহি আমাক তেওঁলোকৰ ঘৰলৈ The Retreat—××× Lane (এতিয়া Mr. Ray-ৰ নামেৰে Ray Street)-লৈ গ'ল। সকলোকে, যাক যি দিব লাগে, দিয়া হ'ল। তেতিয়া বান্ধনি কোন আছিল ক'ব নোৱাৰোঁ। ৰামভৰোস্ দাৰোৱানকো বিদায় দিয়া হ'ল। বৰ বেয়া লাগিল। ৰায়-পৰিয়ালে আমাক মৰম কৰি তেওঁলোকৰ তাত ৰাখিলে।

ক'বলৈ পাহৰিছোঁ যে দেউতাৰ মৃত্যুৰ চাৰি-পাঁচ মাহমান আগতে জীৱনদাদা (বিজনীৰ দেৱান যিজন আছিল, জীৱনৰাম ফুকন, আমাৰ তাত আছিলহি। সেইখিনি সময়ত তেওঁ দেৱান নাছিল, তেওঁ বৰ ৰাণীৰ দেৱান আছিল। বৰ ৰাণী সিদ্ধেশ্বৰীৰ মৃত্যু হোৱাত "ছোট" ৰাণী অভয়েশ্বৰী ৰাণী হ'ল। তেওঁৰ দেৱান বৰদানাথ হালদাৰ। তেতিয়াও তেওঁলোকৰ মকৰ্দ্দমা চলি আছিল। জীৱনদাদাই সূৰ্য্যনাৰায়ণ বুলি ৰাজপৰিয়ালৰে এজন মানুহক বৰ ৰাণীয়ে মনোনয়ন কৰি গৈছে বুলি সেই মানুহজনৰ নামে ৰাজ্যৰ দাবী কৰোৱালে। সেইখিনি সময়ত এই মকৰ্দ্দমা আৰু তাৰ শাখা-প্ৰশাখা আন আন মকৰ্দ্দমা চলি আছিল।) চকুৰ বেমাৰ লৈ আমাৰ তাত আছিলহি। দেউতাই Dr. Sandars-ৰ (সেইখিনি সময়ৰ চকুৰ নামজলা ডাক্তৰ) হতুৱাই অস্ত্ৰ চিকিৎসা কৰোৱালে। এই ডাক্তৰ দুই-তিনি বাৰ আহিছিল। অপাৰেশ্যন ভালকৈ হৈ যোৱাৰ পাছত ক'লে যে বেমাৰী সাত দিন এন্ধাৰ ঘৰত থাকিব লাগিব। দেউতাই ফুকন

পৰিয়ালৰ সকলো মানুহকে মৰম কৰিছিল, বিশেষকৈ আনন্দৰাম ঢেকিয়াল ফুকনৰ সন্তানবিলাকক নিজৰ সন্তানৰ দৰে মৰম কৰিছিল। "জীৱন এৰাৰ থৰত, তাক ঈশ্বৰৰ নাম জপ কৰিবলৈ ৰুদ্ৰাক্ষ কি তুলসীৰ মালা এধাৰ আনি দিব লাগে।" এইবুলি এধাৰ মালা আনি দিলে। ইয়াৰ পাছত আৰু এজন দেশী ডাক্তৰ, চকুৰ ডাঙৰ ডাক্তৰ লালমাধৱ মুখাৰ্জী আহি কেদিনমান চাইছিল। এওঁৰ ফী দহ টকা, দেউতাই আৰু যোল টকাকৈ Sandars-ক দিব খুখুজিলে। এই মুখাৰ্জী ডাক্তৰজনাই সকলোৰে সৈতে মিঠা কথা কৈছিল, আমাৰো সৈতে। বেমাৰী চাই আহি দেউতাৰ লগত বহুত পৰ কথা কৈছিল, আমাকো মাতি আনি কথা কৈছিল, এটি কবিতা কি গানৰ পূৰাৰ্থিনি কথা তেওঁ দিনৌ কৈছিল; তাৰে দুফাঁকি মোৰ মনত আছে—"এ ভবে কত এলো, কত গেলো, কেবা সংখ্যা কৰে তাৰ। আবাৰ কত আসবে, কত যাবে, এ এক খেলা চমৎকাৰ।"

দেউতাৰ সৈতে কোনো মানুহে দেখা কৰিবলৈ আহিলে শক্তি অনুসাৰে, যিমান দূৰ পাৰে, দেউতাই গৈ সেই মানুহটিৰ লগত দেখা কৰেগৈ। গৌৰীপুৰৰ ৰজা (সৰু ল'ৰা, মোতকৈ তিনি বছৰমানৰ ডাঙৰ, Hare School-তে পঢ়িছিল) তেওঁলোকৰ জুডি লেণ্ডো (Landau) গাড়ী লৈ অভিভাৱক গৌৰী চক্ৰৱৰ্তীৰ লগত দেউতাৰ লগত দেখা কৰিছিলহি। এওঁ আছিল ব্ৰিজিতলাত। সুৰণি ঠাই। দেউতাই এদিন 'গৌৰীপুৰ'ৰ সৈতে দেখা কৰিবলৈ গ'ল। ককাইদেৱ কমলা আৰু ময়ো লগত গৈছিলোঁ। তাত লালমাধৱ মুখাৰ্জীক দেখিলোঁ। তাতো সেই একে কথা—"এ ভবে কত এলো কত গেলো।" বগৰিবাৰীৰ জমিদাৰো আহিছিল। এওঁও সৰু ল'ৰা। এওঁ Harison Road-ত আছিল। প্ৰায়ে দেখা হৈছিল। অভিভাৱক—নৰেন্দ্ৰনাথ সেন (নগাঁৱতে ডাঙৰ-দীঘল হোৱা)। এওঁলোকে বঙলা কৈছিল। আমাকো নগাঁৱত শেহৰ শ্ৰেণীৰ (8th Class) পৰাই বঙলা পঢ়োৱা হৈছিল। দেউতাই পঢ়োৱা নাই—গভৰ্ণমেণ্টৰে নিয়ম আছিল। অসমীয়াৰ "নাম-গোন্ধেই" নাছিল। ইয়াকে কওঁ—৺গোবিন্দ ৰায়ৰ "কত কাল পৰে, বল ভাৰতেৰে" গানত লেখাৰ দৰে "নিজ বাসভূমে পৰবাসী হলে" হৈছিলোঁ। কি অপূৰ্ব্ব উচ্চাৰণেৰে আমাক বঙলা শিকোৱা হৈছিল, আৰু কি উচ্চাৰণেৰে আমি শিকিছিলোঁইক, আৰু তাৰে আমাৰ মনৰ ভাব-কথা প্ৰকাশ কৰিছিলোঁইক! কলিকতাৰ কালৰ বঙালীয়ে আমাৰ ভাষা বুবুজিছিল। দেউতাৰ মৃত্যুৰ সময়তো জীৱনদাদা আমাৰ ঘৰত আছিল।

Mr. Ray-এ পাছদিনা দহমান বজাত তেওঁৰ অফিচলৈ যাবৰ সময়ত

আমাক কৈ গ'ল, "তোমালোকৰ যি কিতাপ পঢ়িবলৈ মন যায়, মোৰ আলমাৰিৰ পৰা লৈ পঢ়িবা।" এইবুলি Little Lord Fauntleroy বুলি এখন কিতাপ আমাক দিলে। তেওঁলোকৰ তাত সাদিনমান আছিলোঁ। এইখিনি সময়তে শুনিলোঁ যে কোনো এজনে দেউতাৰ সম্পত্তিৰ নিমিত্তে হাইকোর্টত দৰ্খাস্ত কৰিব। আমাৰ অভিভাবক হ'বলৈ নে সকলো সম্পত্তিৰে নিমিত্তে, থিবাংকৈ ক'ব নোৱাৰোঁ। কিমানযে 'গুজৱ' শুনিছিলোঁ—আমাৰ সম্পত্তি আমাৰ লেখা-কিবই হেনো। যিহেতুকে হাইকোর্টৰ এজন প্ৰধান উকীল দুৰ্গামোহন দাসে ক'লে যে 'মাইছেনায়ে' যাতে আমাৰ অভিভাবিকা হয়—সেই নিমিত্তে তেওঁ দৰ্খাস্ত দিব। মাইছেনা Administratrix হ'ব, আৰু তেওঁ আৰু তেওঁৰ মাজু জোঁৱায়েকৰ সহায়েৰে (৺জগদীশচন্দ্ৰ বসু—J. C. Bose) মাইছেনাই সেই সম্পত্তিৰ তদাৰক কৰিব আৰু আমাৰ 'গাৰ্ডিয়েন' হ'ব। তাৰ পাছত কমলাক আৰু মোক Brahmo Boys' Boarding House-ত ৰখা ঠিক হ'ল, আৰু মাইছেনাক তেওঁৰ ছোৱালী দুটিৰে সৈতে ১৩ নম্বৰৰ ঘৰত ৰখা ঠিক হ'ল—এটি কি দুটি খোঁটালী কেৰেয়া কৰি, স্বাধীনভাৱে। ব্ৰাহ্ম ল'ৰাৰ বোর্ডিং ঘৰত চাহ খোৱাৰ বন্দবস্ত নাছিল—আমাৰ দুজনৰ নিমিত্তে চাহৰ বন্দবস্ত কৰি দিলে আমি অসমীয়া বুলি,—আৰু এজন কলেজত পঢ়া ল'ৰাইও খাইছিল হ'বপায়। তেওঁ-লোকে আমাক যিমান দূৰ পাৰে, আসোঁৱাহবিহীন কৰি তাত ৰাখিছিল। কিন্তু আমাৰ "অদৃষ্টই" আমাক নেৰিলে। এই বোর্ডিং ঘৰলৈ যোৱাৰ দুদিনমানতে ককাইদেৱ কমলাৰ জ্বৰ হ'ল।

আমাৰ বোর্ডিং ঘৰটো সাধাৰণ সমাজৰ মন্দিৰৰ পাছফালে। মন্দিৰৰ হাউলিতে 'সাধনাশ্ৰম' বুলি এটি ঘৰ আছিল। তাত ব্ৰাহ্ম সমাজৰ নিয়ম মন্ত্ৰে পূজাদি হৈছিল, আৰু ঘৰ-বাৰী নথকা দূৰৈৰপৰা অহা মানুহ থাকিছিলহি। এতিয়াও তেনেকৈ চলে। খোৱা নিৰামহীয়া। আশ্ৰম বুলিলে যি বুজায়—সেয়ে আৰু। কোনো কোনো মানুহৰ এতিয়াও বিশ্বাস যে ব্ৰাহ্ম ধৰ্ম্ম বিজাতীয়। বহুতে 'ব্ৰহ্ম' শব্দটিৰো অৰ্থ নেজানে। এবাৰ এই গুৱাহাটী ব্ৰাহ্ম সমাজতে এটি 'মজাৰ কাণ্ড' হৈছিল। ১১ই মাঘ ব্ৰাহ্মধৰ্ম্মৰ এটি বিশেষ পৰ্ব্ব। সেইদিনা ৰাতি-পুৱাৰপৰা ৰাতি দহ বজালৈ কি তাৰো পাছলৈকে উপাসনা, কীৰ্ত্তন, ভজন হৈ থাকে, ধৰ্ম্মগ্ৰন্থাদি পাঠ, সজকথা কথন হৈ থাকে। সিদিনা ভাল ভাল সঙ্গীত সুগায়ক ধৰি আনি গাবলৈ অনুৰোধ কৰা হয়। তেনে সুগায়ক কেইজনমান অনা হৈছিল। তেওঁলোকে সঙ্গীতৰ যি যি ঠাইত 'ব্ৰহ্ম' আছিল, সেই শব্দটি সলাই

'হৰি' লগাই দিছিল। তেওঁলোকৰ অজ্ঞতা দেখি মোৰ বৰ দুখ লাগিছিল। যাক আমি শিক্ষিত বুলি কওঁ, তেওঁলোকৰে এনে মূৰ্খালি। অসমীয়া, বঙালীবো বহুতে 'ব্ৰাহ্ম' শব্দটি উচ্চাৰণো কৰিব নোৱাৰে, 'ব্ৰাইন্ম' কয়। ব্ৰাহ্মবিলাকেতো 'ব্ৰহ্ম' শব্দটি মায়াবলত কি যোগবলত নিজে সৃষ্টি কৰা নাই। যি বুজিব নোখোজে তাক বুজাবলৈ যোৱাত সময়হে নষ্ট হ'ব।

মোৰ হাতৰ ওচৰতে তৈলঙ্গ স্বামীৰ জীৱন-চৰিত এখনি আছে। তেওঁৰ শিষ্য এজনক দীক্ষা দিওঁতে বহুত উপদেশৰ ভিতৰত এই কেআষাৰি কথাও কৈছিল, "কেতিয়াও কাৰো ধৰ্ম্মক বেয়া বুলি নেভাবিবা, নক'বা। যাৰ যি ধৰ্ম্মত বিশ্বাস আছে, সেই ধৰ্ম্ম লৈয়েই তেওঁ মুক্তি পাব। কাকুতি-মিনতি কৰি যিজনে ভগৱানক বিচাৰে, তেৱেঁই তেওঁক পাব। সকলো ধৰ্ম্মাৱলম্বীয়েই বিশ্বাস কৰি ব্যাকুল হৈ তেওঁক বিচাৰিলে তেওঁক পাব।" আৰু কৈছে, "আহাৰাদিত ধৰ্ম্মৰ একো হানি নহয়, মাথোন মুক্তিৰ অলপ পলম হয়।" তৈলঙ্গ স্বামী যিখিনি সময়ত কাশীত আছিল, বিশ্বেশ্বৰৰ মন্দিৰলৈ যেনেকৈ পূজক-সেৱকসকল গৈছিল, এই স্বামীজীৰ ওচৰলৈকো পূজক-সেৱকসকল গৈছিল। এই স্বামীজী ২৮০ বছৰ পৃথিৱীত আছিল। এইখিনি লেখাৰ অৰ্থ এই যে হিন্দু ধৰ্ম্মাৱলম্বী মানুহ-বিলাক এই তৈলঙ্গ স্বামীৰ দৰে যদি উদাৰ হ'লহেঁতেন, তেনেহ'লে হিন্দু ধৰ্ম্ম আৰু জাতি পৃথিৱীত আৰু ওখ ঠাইৰ অধিকাৰী হ'লহেঁতেন।

দেউতাৰ শ্ৰাদ্ধ এঘাৰ দিনত হ'ল। তাৰ আগেয়েই ককাইদেৱে কমলাৰ জ্বৰ আৰম্ভ হ'ল। নিয়ম যে ডাঙৰ ল'ৰা কি ছোৱালী আন নেথাকিলে ঘৈণীয়েকে কি অলপ জনা-বুজা আন মানুহে যাৰ শ্ৰাদ্ধ কৰা হয় তেওঁৰ সংক্ষিপ্ত জীৱনী পাঠ কৰে। কমলাই পঢ়িব নোৱাৰিলে—মোৰে পঢ়িব লাগিল। কেশাৰীমান পঢ়ি-য়েই আৰু পঢ়িব নোৱাৰিলোঁ, হুকহুক কৰি কান্দিবলৈ ধৰিলোঁ। শাস্ত্ৰী মশায় আৰু আন আন মুখিয়ালসকলে মোক সান্ত্বনা দি পঢ়িবলৈ নিদিলে, আন কোনোবা এজনে পঢ়িলে। শ্ৰাদ্ধৰ আন ক্ৰিয়াসকল যেনেকৈ হ'ব লাগে হ'ল। হৈ যোৱাৰ পাছত মই কমলা শুই থকা ঠাইলৈ গ'লোঁ। কমলা মোতকৈ দুবছৰৰ ডাঙৰ আছিল, আৰু বুদ্ধিত চোকা আছিল। বেমাৰত পৰি থাকি শুনিলে যে এণ্ট্ৰেন্স পৰীক্ষাত কৃতকাৰ্য্য হ'ল। ডাক্তৰ নীলৰতন সৰকাৰ, ডাক্তৰ প্ৰাণকৃষ্ণ আচাৰ্য্যই চিকিৎসা কৰিব ধৰিলে। কেসপ্তাহমান চিকিৎসা কৰাৰ পাছতো একো নোহোৱা দেখি ডাক্তৰবিলাকে হাৱা বদলাবৰ দিহা দিলে। এইখিনিতে কওঁ—ব্ৰাহ্ম সমাজৰ মানুহসকলে, সাধনাশ্ৰমত থকা মানুহসকলে বিশেষকৈ, শুশ্ৰূষাত বহুত

সহায় কৰিছিল। ডাক্তৰে দাৰ্জিলিঙলৈ লৈ যাবলৈ ক'লে। মাইছেনা ( ধাইদেৱে ) থাকে বাটৰ একালে—১৩ নং কৰ্ণৱালিশ ষ্ট্ৰীটত, আৰু আমি বাটৰ সিকালে, প্ৰায় সমুখা-সমুখি। তেওঁ দিনৌ বেতিয়াই ইচ্ছা, অহা-যোৱা কৰিছিল। জীৱন-দাদাৰো দাৰ্জিলিঙত কিবা কাম আছিল। তেওঁৰ লগতে আমি যাম, ঠিক হ'ল। তেতিয়া স্কুল বন্ধ আছিল। জীৱনদাদাৰ লগত চন্দ্ৰকান্ত শৰ্মা বুলি এজন মানুহ গৈছিল। তেওঁৰ বিজনীত ভাণ্ডাৰ-নবিশৰ পদ আছিল। জীৱনদাদা বিজনীৰ দেৱান থাকোঁতে তাত তেওঁৰ অধীনত বহুতো অসমীয়া মানুহে কাম পাইছিল। তাৰ পাছত বোধকৰোঁ বঙালী মানুহেইহে কাম পাই আছে।

আমি দৰ্জিলিঙৰ উপযোগী কাপোৰ-কানি কিনিলোঁ। আমাৰ আগৰো উপযুক্ত কাপোৰ-কানি আছিল ; কিন্তু নতুন ঠাইলৈ গ'লে নতুন কাপোৰ লাগে। তেতিয়া আমাৰ টকাৰ অভাৱ নাছিল, আৰু বস্তু-বেহানিও সস্তা আছিল। আজি-কালিহে ভাবিব লগা হৈছে। আটাইতকৈ ভাল জোতা—আমি ভাবিছিলোঁ—Dawson-ৰ ; আৰু সেই জোতা ভালেই আছিল, তাৰ দাম ৫/৫৷৹ টকা। ডাক্তৰক সুধি-পুছি আমি দাৰ্জিলিঙৰ গাড়ীত উঠিলোঁ। সেয়ে আমাৰ প্ৰথম দাৰ্জিলিং যাত্ৰা।

শিয়ালদহৰপৰা পদ্মা নৈৰ পাৰত দামুকদিয়া ঘাটত গাড়ী এৰি জাহাজত উঠিব লাগে। পদ্মা পাৰ হৈ সাৰা ( ছাৰা ) ঘাটলৈ যাব লাগে। সেইখিনি সময়তে 'ডিনাৰ' খোৱা যায়। সাৰাঘাট পাই দাৰ্জিলিঙৰ গাড়ীত উঠিলোঁ। গাড়ীত অহা-যোৱা কৰোঁতে আজি-কালিৰ দৰে অসুবিধা, মানুহৰ গেজাগেজি নাছিল। তেতিয়া আৰু তাৰ পাছতো বহুত বছৰলৈকে, সিদিনাথনলৈকে কি সুখেৰে আমি ৰেইলত অহা-যোৱা কৰিছিলোঁ ! আৰু এতিয়া ? কওঁ। ১৯৪৮ খ্ৰীষ্টাব্দৰ ১৭ ডিচেম্বৰৰ দিনা কলিকতা এৰি শাৰীৰিক আৰু মানসিক দুখ পাই গুৱাহাটী পালোঁহি। কোনো বিশেষ কামত কলিকতালৈ যাবলগীয়া হৈছিল। তাৰপৰা জামচেদপুৰলৈকো গৈছিলোঁ। জামচেদপুৰৰপৰা বজাৰ দৰে গুই কলিকতা পালোঁহি। শিয়ালদহ পাই বিমোৰত পৰিলোঁ—পাকিস্তানখিনি পাৰ হৈ মোৰ আলামখনি কেনেকৈ পাওঁগৈ। মই বা-বাতৰি সোধ-পোছ কৰা শাখাৰ (Inquiry office-ৰ) গৰাকীজনক সুধিলোঁগৈ, "মই গুৱাহাটীলৈ যাব খোজোঁ। পাৰ্ব্বতীপুৰ পাই তাৰপৰা যি গাড়ী যায় তাত দ্বিতীয় শ্ৰেণীত ঠাই পামনে ?" মানুহটিয়ে অলপ পৰ উত্তৰ নিদি ভাবি থকা যেন দেখিলোঁ। মই আকৌ ক'লোঁ, "মই আপোনাৰ ডাঙৰ কৰাই বুলি লোক সঠিক উত্তৰ দিয়ক।" তেতিয়া তেওঁ

ক'লে, "পাৰ্ব্বতীপুৰত কি হয় নহয় আমি ইয়াত একোকে ক'ব নোৱাৰোঁ। আপুনি ইয়াত ইণ্টাৰমীডিয়েটৰ টিকট কিনক। তাত গৈ সুধি-পুছি এটা দিহা কৰিব।" মই তেতিয়া গৈ দুখন ইণ্টাৰৰ টিকটেই কিনিলোঁ—গুৱাহাটী বুলি। আনখন টিকট মোৰ সহচৰ, নগুৱা, বন্ধু দেৱীলালৰ নিমিত্তে। আমি দৰশনালৈকে ভালকৈ গ'লোঁ। আৰু দুই-এটা ষ্টেচনৰ পাছত কেটামান পাকিস্তানী সৈনিক বন্দুক, ৰিভলভাৰ, তৰোৱাল, মানুহক খোচা সৰু তৰোৱাল, বেয়োনেটতো আছেই (প্ৰত্যেক মানুহৰে)—এনে অস্ত্ৰ-শস্ত্ৰ লৈ উঠিলহি। তেঁওঁয়া আমি যিকেজন তাত হিন্দু-মুছলমান যাত্ৰী আছিলোঁ, আগৈয়ে আমি কথা অলপ-অচৰপ কৈ আছিলোঁহঁক, এতিয়া আৰু আমি এটি বা শব্দ নকৰা হ'লোঁ। যি ঠায়েদি ৰংমনেৰে আনন্দেৰে আমি অহা-যোৱা কৰিছিলোঁহঁক, সেই ঠায়েদি মনে মনে যাবলৈ ধৰিলোঁ।

পাৰ্ব্বতীপুৰ পালত শুনিলোঁ যে আমাৰ গাড়ী পাবৰ পলম আছে। মই ইয়াক সোধোঁ, তাক কওঁ (অৱশ্যে ৰেইলৰ বিষয়া) মোক গাড়ীত উঠাই দিবনে? তেওঁলোকে কিবা কৈ গুচি যায়। দেৱীলালক বস্তুৰ ওচৰত বহুৱাই মই ষ্টেশ্যনৰ হিন্দু হোটেলত তাৰ কৈ খালোঁগৈ। আগৈয়ে হোৱাহেঁতেন পাৰ্ব্বতীপুৰ পহুঁছাৰ আগৈয়েই 'ৰেষ্টৰঁ কাৰ'তে খালোঁহেঁতেন। কিমানৰে অযথা নেভাবি-নিচিন্তি টকা খৰচ কৰিছিলোঁ! প্ল্যাটফৰ্মলৈ গৈ দেখোঁ—দেৱীলাল বেচাৰাই মালৰ ওচৰত বহি আছে—গাড়ী অহা নাই; এটা মালভাৰীয়ে (কুলী যাক কোৱা হয়) দেৱী-লালক কিবা ফুচফুচাই কথা কৈ আছে। মোকো সেই কথা ক'লে, "হুজুৰ, হামকো দু ৰূপেয়া দেনেসে হাম্ আচ্ছা জাগে পৰ বৈঠা দেংগে।" ইপিনে টিকট-কলেক্টৰ দুজন-এজনে কৈ আছে আহা-যোৱা কৰি, বিশেষকৈ শকত-আৱত বৰ টিকট-কলেক্টৰে কৈছিল, "ঘবৰায়ে মত, সব ঠিক কৰ্‌কে দেংগে।" সেই মানুহটিয়ে প্ল্যাটফৰ্মৰ ইমুৰৰপৰা সিমুৰলৈকে ইয়াক ধমক্ দি, তাক হুকুম দি এনেকৈ ঘূৰি ফুৰিছিল।

গাড়ী আহিল। গাড়ীৰ চালত মানুহ শুই অহা দেখিলোঁ। গাড়ীত ঠাই নাই, আৰু প্ৰতি গাড়ীৰ আগতে মানুহ জুম খাই আছে, এটা বেজীও সোমাব নোৱাৰে। এখন গাড়ীৰ আগত থকা এটি টিকট-কলেক্টৰক সুধিলোঁ, "এতিয়া কি হ'ব পাছে?" "আপুনি এই গাড়ীখনতে সোমাওক।" মই মালভাৰী আৰু দেৱীলালক ক'লোঁ, "ইয়াতে বস্তু-বেহানি থ।" এইবুলি খাকচটোৰ ওপৰতে বহিলোঁ আৰু দেৱীলালকো বহিবলৈ ক'লোঁ। ভাৰীক তাৰ পাবলগীয়া ধনখিনি

খিৰকৈ উলিয়াইছোঁহে মাথোন, এনেতে আন এজন বিষয়াই ক'লে—অলপ কটুৱা ইংৰাজীত, "নামি আহক, নামি আহক, এইখন তিকতাৰ গাড়ী, দেখা নাইনে ?" তাৰ খঙৰ এচাৰি মোৰ গাত আৰু লাটচাহাবৰ চাপৰাচি এজনৰ গাত পৰিল। নামি আহিলোঁইক। সেইখন গাড়ীত বহুত মন্ত্ৰী-তিকতা বহি আছিল কিন্তু। তেওঁলোকক একো নক'লে। কিবা কাৰণ আছিল হ'বলা। আমি ঠাই পোৱা হ'লে 'কাৰণ'ৰ উপকৰণ দিব পাৰিলোঁহেঁতেন। প্লাটফৰ্মত লৰি-চাপৰি ইয়াক সোধোঁ, তাক সোধোঁ—কাবোপৰা সহায় নেপাওঁ। ইপিনে তাৰীটিয়ে কাণত কৈ আছে, "হাম্‌কো ছ ৰূপেয়া দেনেসে হাম্ আগে দেংগে।" পাছত আধাঘণ্টাতকৈও বেছি সময় লৰি-চাপৰি থকাৰ পাছত এটা টিকট-কলেক্টৰে সেই মোটা বিষয়াজনক সুধিলে—এওঁক উঠামনে ? উত্তৰ—"উঠাও"। এইবুলি আগতে থকা এখন গাড়ীত উঠিলোঁ। ভৰি দি উঠা কাঠচটাত এখন ভৰি দিলোঁ, মাটিৰপৰা ইমান ওখত যে আনখন ভৰি উঠাবলৈ টান পালোঁ। সি ঠেলি দিয়াত ওপৰত গৈ হামখুৰি খাই পৰাৰ দৰে হ'লোঁ। আকৌ মোৰ পাছতে পাঁচ-ছটা মানুহ হুৰ্-মুৰ্ কৰি উঠি মোক তাতে জীয়াই পোত খুউৱাৰ দৰে কৰিলে। মই ক'লোঁ, "উঠিয়ে উঠিয়ে, মৰ যায়েংগে।" গাড়ীৰ মানুহেও সেই মানুহকেটাক মোৰ গাৰপৰা উঠি যাবলৈ ক'লে। পাছত টিকট-কলেক্টৰক ক'লোঁ, "মোৰ মাল-বস্তু আৰু দেৱীলাল ?" "সেইবোৰ যাব নোৱাৰে।" তেতিয়াই গাড়ী এৰি দিলে। গাড়ী চলিবলৈ আৰম্ভ নকৰাহেঁতেন মই নামি গ'লোঁহেঁতেন। তাৰ টিকটখন তাৰ হাতত আছিল, নথকাহেঁতেন আৰু বিপদ হ'লহেঁতেন। দেৱীলালে কান্দি কান্দি ক'বলৈ ধৰিলে, "চাহাব, আপুনি এনেকৈ ইয়াত মোক এৰি গ'ল।" মই তাক চিঞৰি বুজালোঁ, "মই কি কৰিম বোপাই, অৱস্থা দেখিছ নহয়।" সি তাতে থাকিল। তাৰ দুৰৱস্থা পাছতহে শুনিলোঁ। মইয়ো কান্দিলোঁ।

লৰি-চাপৰি দুৰাত আৰু মনৰ চিন্তাতো পিয়াহত মোৰ মুখ শুকাই গৈছিল। আৰকালি, দুৱাৰ-খিলিকি বন্ধ, আৰু মানুহৰ গেজা-গেজি। মই ক'লোঁ, "খিলিকি এখন অলপমান খুলি নিদিলে মোৰ উশাহ বন্ধ হ'ব, মই মৰিম।" সিহঁতে দয়া কৰি খুলিবলৈ ক'লে। বতাহত মুখ আৰু মূৰ উলিয়াই, বতাহ পাই আৰু খাইহে বক্ষা পৰিলোঁ। ভাগ্যবানৰ ইষ্টাত সেইখন লেমনেড ইত্যাদিৰ (Ice vendor, আৰকালি দেখি বৰফ নাছিল কিন্তু) গাড়ী। মই দুবোতল লেমনেড, এটাৰ পাছত এটা খাইহে অলপ তৎ পালোঁ।

পাছত খবৰ কি হ'ব ? বেঁকিৰ এচুকত দুৱাৰৰ ওচৰতে বহিলোঁ। মোৰ

সোঁফালৰ ভপিনাই ঠাই পালে, বাঁও ভপিনা শূন্যত। ভৰিখনে অৱশ্যে কাঠৰ মজিয়াত অলপ ঠাই পাইছিল। ষ্টেশ্যনে ষ্টেশ্যনে প্ৰতিবাৰেই উঠি মোৰ সিহঁতক বাট এৰি দিব লাগে। মানুহ উঠে, উঠাৰ নিয়ম হৈছে এই—কেতবোৰ মানুহ দুৱাৰৰ আগত থিয় হয়হি। বৰফৱালাক সোধে—ঠাই আছে নে নাই। সি উত্তৰ দিয়ে, "নাহী"। পাছত কয়—ছটকা দিলে ঠাই হ'ব পাৰে। দুই-চাৰি আষাৰ কথা হোৱাৰ পাছত তিন টকা মানত বফা হয়। সিহঁতে বগাই খিলিকিয়েদি সোমাই ভিতৰলৈ জঁাপ মাৰে। সি ২৫।৩০ টকামান কি তাতকৈও বেছি ধন আৰ্জ্জিলে এনেকৈ। পুৰা সি মোক সুধিলে, "আপুনি টিকট বাবুহঁতক কিমান টকা দিলে? সিহঁতে আটায়ে গোট খাই টকা লয় নহয়?" মই ক'লোঁ, "একোকে দিয়া নাই।" সি মোক টকা খুজিব বুলি ভাবিছিল হ'বলা। কিন্তু নুখুজিলে। একেথৰে বহি, লৰচৰ নকৰি, গোটেই ৰাতি ভপিনাৰ একাল কাঠচটাত দি আছিলোঁ, টোপনি নাই। খোজাহঁতেন সি কোৰাৰি চেলেকিলে হয়। ভগবানৰ ইচ্ছাত মোৰ গাত ওভাৰকোট আছিল। ওভাৰকোট এৰি অহাহঁতেন সেইটি গ'লহঁতেন, আৰু মোৰ এনে অৱস্থা নাই, তেনে এটা Overcoat ডেৰশমান টকা কি তাতকৈও বেছি টকা দি মই কৰাওঁ।

পাৰ্ব্বতীপুৰত আমি উঠা গাড়ীখনৰপৰা আমাক টিকট-কলেক্টৰে নমাই দিয়াৰ পাছত মই তাক ক'লোঁ, "আমি তাত মুঠিলোঁহঁতেন। আমাক ৰেইলৰে এজন বিষয়াই উঠাই দিছিল।" আৰু ক'লোঁ, "এচুকত ক'ৰবাত আমাক অলপ ঠাই দিয়া। মোৰ গুৱাহাটীত বিশেষ কাম আছে।" তেতিয়া এটি ইংৰাজ তিকতাই মোক ক'লে, "Go away." মই ক'লোঁ, "I will go away as soon as I have finished talking to this officer. I am not in your way, I am sure." পাছত জানিলোঁ যে সেই তিকতাজনা আমাৰে ইংৰাজ ৰবমুৰীয়া এজনৰ ঘৈণী। মই মুঠে ভাবিছোঁ যে যি পাৰ্ব্বতীপুৰেদি এশবাৰতকৈও বেছিবাৰ অহা-যোৱা কৰিছোঁ, আৰু য'ত সন্মান পাইছোঁ, বিষয়াসকলৰ সদ্ব্যবহাৰত সন্তোষ পাই আহিছোঁ, সেই পাৰ্ব্বতীপুৰতে এনে ব্যৱহাৰ! কালৰ কুটিল গতি। এইখিনিতে ক'ব খোজোঁ—গুৱাহাটীৰপৰা শিয়ালদহলৈকে আগেয়ে লকলো বিষয়াই ভদ্ৰ আছিল। এইবাৰৰ দৰে এনে কষ্ট মই কোনো ঠাইতে, কেতিয়াও, ৰেইল, জাহাজ কি আন কোনো যান-বাহনেৰে অহা-যোৱা কৰোঁতে পোৱা নাছিলোঁ। ঈশ্বৰৰ ইচ্ছা।

পাণ্ডু পায়েই এজন ৰেইলৰ বিষয়াৰ হতুৱাই এখন টেলিগ্ৰাম পাৰ্ব্বতীপুৰলৈ

নামজলা ফুটবল খেলুৱে সামাদলৈ পঠিয়ালোঁ। এই মানুহজনে তাতে কাম কৰে। মনোক চিনি পায়। টেলিগ্ৰাম পাইছিল নে নাই ক'ব নোৱাৰোঁ, দেৱীলাল তাৰ পাছদিনা আহি পালেহি। মোৰ Icmic Cooker-টো নেদেখি কি হ'ল সুধিলোঁ। প্ল্যাটফৰ্মৰ ইফালৰপৰা সিফালে যাওঁতে কোনোবাই লৈ গ'ল। ৰেইলত হেৰোৱা এইটো দ্বিতীয় কুকাৰ। প্ৰথমটো এই দুৰ্ঘটনাৰ একছৰমান আগেয়ে হেৰাল বেলৰপৰা পৰি। এইটো নিলে চোৰে। বস্তবোৰৰ দাম স্বৰ্গলৈ উঠাৰ আগেয়ে তেনে কুকাৰৰ দাম সাত-আঠ টকা আছিল। এতিয়া ২২।২৩ টকা। আৰু কিনা নাই। উপকাৰী লগৰীয়া আছিল। দেৱীলালক একো জুলুম নকৰি ৰেইলে দহ টকা মাথোন ল'লে। দেৱীলালৰ কষ্টৰ নিমিত্তে মনত বৰ দুখ পালোঁ। আমাৰ সকলোৰে একে অৱস্থা। নিৰুপায়।'

ইমানকৈ লেখাৰ অৰ্থ হৈছে—মই এনে অৱস্থাত জীৱনত আগেয়ে কেতিয়াও পৰা নাছিলোঁ। এইখিনি লেখি মনৰ দুখ পলুৱাইছোঁ মাথোন। আৰু আমাৰ কালৰ যিখন ৰেইলৰে হ'ল, সেইখনত বোলে কলিকতা পাওঁতে দুদিন কেৰণ্টামান লাগে। গাড়ী-জাহাজো কেবাবাৰ সলাব লাগে। কাম থাকিলে সেই বাটেদিয়েই যাব লাগিব। বস্ত-বেহানিৰ ৭।৮ গুণ দাম দি, আকৌ এইবোপ্ৰেইনত আমাৰ দৰে মানুহৰ আজি-কালি অহা-যোৱা কৰিবৰ ক্ষমতা নাই। অদৃষ্ট। আৰু যে কিমান আছে!

দাৰ্জিলিং পালোঁগৈ কলিকতা এৰাৰ পাছদিনা ৩।৪ মান বজাত। আমি Lowis Jubilee Sanitarium-লৈ গ'লোঁহঁক। ষ্টেচনলৈ সেই স্বাস্থ্যাবাসৰ বিৰয়া আহিছিল। আমি তেওঁৰ লগত গ'লোঁ। পৰ্ব্বতেদি নামি গৈ ষ্টেচনৰ ওচৰতে সেই আবাস। শিলিগুৰি-শিয়ালদা এৰাৰ পিছদিনা পুৱা পাই তাত এখন সৰু গাড়ীত উঠিলোঁ—ট্ৰেমৰ দৰে কেবাখনো গাড়ী। অলপ পৰ গৈ কি যে দৃশ্য দেখিলোঁ! আমাৰ গাড়ীয়ে যেন আমাক স্বৰ্গলৈহে লৈ গৈছে। তাৰ পাছত লাহে লাহে ওপৰলৈ অকাই-পকাই ৰেইলৰ লাইনেৰে ওপৰলৈ উঠিবলৈ লাগিলোঁ। আকৌ গাড়ীখন পাছ হুঁহকি আহি কাষেদি আৰু এটা বাটেদি আৰু ওপৰলৈ উঠে। শিমলালৈ যাওঁতেও এনে ৰেইলৰে। এই ঠাইলৈ পূৰ্ণ বয়স পোৱাতহে গৈছিলোঁ, সেইদেখি মনৰ ভাব সৰু বয়সৰ দৰে নাছিল। দাৰ্জিলিঙলৈ এই প্ৰথমবাৰ যাওঁতে মনৰ যে কি ভাব হৈছিল বৰ্ণাব নোৱাৰোঁ। চাৰিউফালে কুঁৱলী—ওপৰেও, হাজাৰ ফুট তলেও। ওপৰৰপৰা নৈ দেখোঁ, ভাবোঁ যে এখন সৰু সুঁতিহে—এই যেনেকৈ ভুবনেশ্বৰী মন্দিৰৰ পৰ্বতৰপৰা

আমি ব্ৰহ্মপুত্ৰখন দেখা পাওঁহঁক। এই দাৰ্জিলিং যাত্ৰাৰ পাছত কেবাবাৰো দাৰ্জিলিঙলৈ গৈছো; কিন্তু প্ৰথমবাৰ যেনে পাইছিলোঁ, তেনে আৰু পোৱা নাই। মানুহবোৰৰ গালবপৰা তেজ ফাটিহে যেন ওলাইছে। ভৈয়ামৰ মানুহবো, পৰ্বতীয়া মানুহবো। আমি যেন কোনোবা এখন স্বৰ্গপুৰীতহে। এতিয়া বহুত মানুহে এনেবোৰ ঠাই দেখিছে, বিবৰণ আৰু নবহলাওঁ।

ভালিটেৰিয়াম স্বাস্থ্যৰ উন্নতিৰ নিমিত্তে বিবিলাক মানুহ দাৰ্জিলিঙলৈ যায়, সেই মানুহবিলাকৰ নিমিত্তে। যাৰ আকৌ আৰ্থিক অৱস্থা বেয়া তেনে মানুহকো, তৃতীয় শ্ৰেণীত থকা মানুহকো, ডাক্তৰে যদি নিৰ্দেশ দিয়ে, প্ৰথম শ্ৰেণীৰ খাবৰ দিব আৰু চিকিৎসাৰো সুবিধা কৰি দিব। তাত থকা-খোৱাৰ দুটি বিভাগ আছিল—হিন্দু বিভাগ এটি, আনটি 'জেনেৰেল', অৰ্থাৎ ইয়াত ইংৰাজী বিধৰ খোৱা বস্তু দিয়া হয়। আমি জেনেৰেল ডিপাৰ্টমেণ্টৰ তৃতীয় শ্ৰেণীত আছিলোঁ। আমি দুয়ো একে খোঁটালীত আছিলোঁ। গাৱেপতি ১৲ কি ১৷৷৹ টকা দিনে আছিল—খোৱা-থকা লৈ। এতিয়া নিশ্চয় বাঢ়িছে। ডাক্তৰে ক'লে, আমি তেনে খাবৰ অধিকাৰী নহ'লেও বেমাৰীক কণী, স্যুপ, লাগিলে মুৰগীও দিয়া হৈছিল। কোচবিহাৰৰ মহাৰজা, ৰংপুৰ, ডিমনা ৰজা ইত্যাদিৰো দান আছিল। কাকো আকৌ 'ফ্ৰী' দিয়া হৈছিল। তেতিয়া ডাক্তৰ ৰাসবিহাৰী দাস নামেৰে পেন্‌শ্যন্ পোৱা ডাক্তৰ এজন আছিল। এই ডাক্তৰে ককাইদেৱক চিকিৎসা কৰিছিল।

আমাৰ ডাক্তৰ শিৱৰাম বৰাও (I.M.S.) সেইখিনি সময়ত দাৰ্জিলিঙত আছিল। তেওঁ নিজে চিকিৎসা নকৰিলেও উপদেশাদি দিছিল। তাত থকা যাত্ৰীসকলৰপৰাও আমি যথেষ্ট সহানুভূতি পাইছিলোঁ। ককাইদেৱক মাজে মাজে ফুৰাবলৈ লৈ যোৱা হৈছিল। তাত এবিধ পাকী-দোলা বিধৰ বাহন আছে, তাক 'ডাণ্ডি' কয়। দোলা-পাকী কান্ধৰপৰা ভলমাই লৈ যায়। ডাণ্ডি দুজন কি চাৰিজন ভুটীয়া কি সেই দেশৰ আন পৰ্বতীয়া মানুহে কান্ধৰ ওপৰত লৈ যায়। মানুহে উঠিব পাৰিলে ঘোঁৰাও কেৰেয়াত পাইছিল। তাত আৰু তেতিয়া আন যান-বাহন দেখা নাছিলোঁ। লেডি এলিয়টৰ (বঙ্গ-বিহাৰ-উৰিষ্যাৰ ছুৱলীয়া লাটৰ ঘৈণী; Sir Charles Elliot আমাৰ ইয়াতো চিফ্ কমিশ্যনৰ আছিল) এখন ডাণ্ডৰ বিক্‌শ আছিল। 'উৰ্দি' পিন্ধা মানুহে টানিছিল, আৰু দুজন সাজ-সজনিৰ যাবে লগে লগে গৈছিল। এতিয়া বিক্‌শ, মোটৰ (কোনো কোনো বাট এৰি) তাত চলে। এনেকি শিলিগুৰিৰপৰা

দাৰ্জিলিঙলৈকে মোটৰেদি যোৱা যায়। ১৯২৯ খ্রীঃত এখন মোটৰ কেৰেয়া কৰি গৈছিলোঁ। ১৮৯৪-ত আৰু তাৰ কেবাবছৰ পাছলৈকে এনেযোৰ যান-বাহন যে সেই ঠাইত চলিব, মানুহে ভাবিবকে পৰা নাছিল।

দাৰ্জিলিঙত বহুত মানুহৰ সৈতে চিনাকি হৈছিল। সকলোৱে মৰম-সহানুভূতি কৰিছিল। তেতিয়া মণিপুৰৰ যুঁজ হৈ গৈছে। মণিপুৰৰ যুঁজ হৈ যোৱাৰ পাছতে আসাম কি মণিপুৰৰ বঙালী বিষয়া এজনে তত্তালিকে মণিপুৰ-অভিযান বুলি কিতাপ এখন উলিয়ালে। সেই কিতাপৰ লেখক জানকীনাথ বিশ্বাসৰ সৈতে এবাৰ দেখা হৈছিল, তেওঁৰ কথা আগ্রহেৰে শুনিছিলোঁ। 'Quinton', 'Grimwood' নাম ঘনে ঘনে শুনিছিলোঁ।

যিমান আগ্রহেৰে দাৰ্জিলিঙলৈ যোৱা হৈছিল, সেই আগ্রহৰ ফল নফলিল। জ্বৰ দুদিন-এদিন নেথাকিলেও, সম্পূর্ণৰূপে নেৰিলে। জীৱনদাদাৰো কাম তাত শেহ হ'ল। ১॥/২ মাহমানৰ পাছত দাৰ্জিলিং এৰিলোঁ।

আমি কলিকতালৈ যাম বুলি শুনাত খাইদেৱে ১৩ নম্বৰপৰা উঠি আমাৰ একেলগে থাকিবৰ সুবিধাৰ অৰ্থে আন এঠাইলৈ গ'ল। পাৰ্ব্বতীচৰণ দাস বুলি এজন পূর্ণিয়াৰ উকীলে নিজে পূর্ণিয়াত থাকি কেতিয়াবা কেতিয়াবা কলিকতালৈ গৈছিল, আৰু ঘৈণীয়েক, ল'ৰা-ছোৱালীক শিক্ষাৰ অৰ্থে বিজনী বজাৰ তিনিটা ডাঙৰ ঘৰৰ এটিত থৈছিল। সেই ডাঙৰ ঘৰবে দুটি খোঁটালী আৰু গা-ধোৱা ঘৰ ইত্যাদি কেৰেয়া কৰি আমাৰ নিমিত্তে বাট চাই আছিল—ব্রিজিতলাত, কলিকতাৰ ময়দানৰ দক্ষিণফালে, St. Paul's Cathedral-ৰ ওচৰতে। মুকলি ঠাই। তেনে ঠাইত থাকিলে স্বাস্থ্য ভালে থাকিব লাগে। ওচৰতে ডাঃ বিপিনবিহাৰী সৰকাৰ আছিল (পণ্ডিত শিৱনাথ শাস্ত্রীৰ ঘৰ জোঁৱায়েক)। তেওঁৱেই চিকিৎসা কৰিছিল। কেতিয়াবা কেতিয়াবা ডাক্তৰ ক্রম্বি (Crombie) আহি চাইছিল। আকৌ বায়ু পৰিবৰ্ত্তনৰ ব্যৱস্থা। ডাক্তৰ Crombie-এ পশ্চিমৰ ইটাৱালৈ যাবলৈ ক'লে। কোন যাব লগত? মোৰ ভুল। মই গ'লেও লগত আন মানুহ লাগিলহেঁতেন। যাম ভবৌস্ দাবোৱানৰ এলাহাবাদৰ ঠিকনা জানিছিলোঁ। তালৈ লেখাত বেচাৰাই চিঠি পায়েই আহিল আমাৰ বিপদৰ কথা শুনি। সাধনাশ্রমৰ এজন কাম নথকা মানুহকো লোৱা হ'ল। (এওঁ তেনে কামৰ লায়েক নাছিল।) আৰু এটি চাকৰো লৈছিল। মন এৰি যোৱাত কৰাইবলৈ কষ্ট হৈছিল, আৰু সেই মানুহজনেও সন্তোষ দি শুশ্রূষা কৰিব নোৱাৰিছিল। যাম ভবৌলে তাৰ কামখিনি যতনেৰেই কৰিছিল।

ইটাৰাতো ভিমান কম পোৱা নহ'ল। তাৰ পাছত ৰঘেলৈ যোৱা ঠিক হ'ল। মিঃ আৰ. এন. বাৱে ৰঘেত কাম কৰিছিল—ডাঃ আত্মাৰাম পাণ্ডুৰং তাৰখাদ বুলি এজন অভিজ্ঞ চিকিৎসকক চিনি পাইছিল। তেওঁ কমলাক মৰম কৰি চিকিৎসা কৰিছিল। বিশেষ কওঁ যে ৺মথুৰামোহন বৰুৱা, ৺জয়কৃষ্ণ দাস—অসমীয়া ছাত্ৰই তেতিয়া ৰঘেত ডাক্তৰী পঢ়িছিল। এই দুজন অসমীয়া, আৰু আলাৰক ভালপোৱা মানুহে ককাইদেৱেক বিশেষ সাহায্য কৰিছিল। গা অলপ ভাল পালে কমলাৰ লগত ফুৰিবলৈও গৈছিল, অৱশ্যে গাড়ীত। তাত মাজে মাজে জ্বৰ এৰিছিল, সমুদ্ৰৰ পাৰত ফুৰিছিল; কিন্তু সম্পূৰ্ণ ভাল নহ'ল।

তাৰ পাছত আকৌ কলিকতা। Dr. Crombie, ডাঃ বিপিন সৰকাৰ আনিলে। কেৰিনমানৰ পাছত জগুবাবুৰ বজাৰৰ সমুখৰ ঘৰ এটা ল'লোঁহক। তাত চিকিৎসা চলিল। ডাঃ বিপিন সৰকাৰ দুবাৰ-এবাৰ দৰকাৰ চাই আহিছিল। বাইদেৱৰ বন্ধু মিচ্ সৰলতা চ্যাটাৰ্জীৰ (ব্যাৰিষ্টাৰ আৰু জজ্ কে. এম. চ্যাটাৰ্জীৰ জীয়েক) পৰামৰ্শমতে এজন অখিল মিস্ত্ৰীৰ লেইনত থকা ডাক্তৰে কেৰিনমান চিকিৎসা কৰিছিল। এই মানুহজনে প্ৰিস্ক্ৰিপ্‌শ্যন নিদিছিল, ঘৰৰপৰা দৰৱ পঠাইছিল। ফী দহটকা আৰু দৰৱৰ দাম। একো উপকাৰ নোহোৱাত তেতিয়াৰ নামজ্বলা দুজন কবিৰাজ দ্বাৰিক সেন আৰু বিজয়ৰত্ন সেনে চিকিৎসা আৰম্ভ কৰিলে (এওঁলোক বয়সিয়াল মানুহ, আমাক 'আপুনি' বোলাত আচৰিত হৈছিলোঁ)। ওচৰৰে এজন কবিৰাজে দিনৌ আহি চাবহি আৰু দৰকাৰ হ'লে এই দুজন ডাঙৰ কবিৰাজ মতা হ'ব, আৰু মনে মনে তেওঁলোকক বেমাৰীৰ অৱস্থা জনোৱা হ'ব। তাকে কৰা হ'ল। বিজয়ৰত্ন সেনে বেমাৰী চাওঁতে আন আন গপো পাতিছিল। আমাৰ আসামত ঘৰ বুলি শুনাত ক'লে যে তেওঁ বগৰিবাৰীৰ জমিদাৰ হৰেন্দ্ৰ চৌধুৰীক অলপতে চিকিৎসা কৰিছিল। আমাৰ লক্ষ্মীনাথ বেজবৰুৱাই প্ৰায়েই আমাৰ খা-খবৰ, বা-বাতৰি লৈছিল। এদিন তেওঁৰ লগত আহিল ব্ৰিটিশ গিয়েনাত (Guiana) বহুত দিন ডাক্তৰী কৰি থকা তেওঁৰ ককায়েক ডাঃ গোলাপ বেজবৰুৱা। তেওঁ দুবাৰ-এবাৰ দিনৌ কণী আৰু গাখীৰৰ লগত ভালকৈ মিহলাই চাহৰ চিম্‌চাৰ (আমি আমাৰ ঘৰত 'চিম্‌চা' কৈছিলোঁ, 'চামুচ' নকৈছিলোঁ, কিয় ক'ব নোৱাৰোঁ) এচিম্‌চা ব্ৰেণ্ডি খাবলৈ কৈছিল। ময়ই Exshow No. 1 আনিবলৈ গ্ৰেট ইষ্টাৰ্ণ হোটেললৈ গৈছিলোঁ। মোৰ তেতিয়া ১৩ বছৰমান—

বজাৰ কৰা, এইবোৰ কাম কৰা মোৰে প্ৰায় আছিল। বিলাতী মানুহটিয়ে ক'লে, সিইতৰ তাত সেই বস্তুটো তেতিয়া নাছিল, সৌ (Larkins Lane দেখুৱাই দি) বিশ্বনাথ লাহাৰ তাত আছে। সেই দোকানলৈ গৈ ৫।।০ টকা দি এবোতল কিনি ঘৰলৈ উভতিলোঁ। (দাম ইয়াত লেখাৰ অৰ্থ হৈছে এই নিমিত্তে যে আজি-কালি ইয়াৰ দাম ৫০৷৬০ টকাও হ'ব পাৰে।) কিছুদুৰ খোজ কাটি গৈ ট্ৰোমত উঠিলোঁ। তেতিয়া ঘোঁৰাৰ ট্ৰোম। এহাতত ডাঙৰ বোতল, এহাত ট্ৰোমত দি উঠাত অসুবিধা হোৱাত ভৰি-দানত এখন ভৰি দি কেখোজমান এই অৱস্থাতে গাড়ীৰ লগতে লৰি গৈছিলোঁ। তেনে দেখি গাড়ীৰ সকলো মানুহে "বাব্বো, বাব্বো, বাব্বুকে" বুলি একেলগে চিঞঁৰিবলৈ ধৰিলে। গাড়ীখন একেবাৰে ৰখাতহে ভালকৈ উঠিব পাৰিলোঁ। নৰখোৱাহেঁতেন বৰ বিপদ হ'লহেঁতেন। গাড়ীৰ কেজনামান মানুহে মোক মিঠাকৈ বুজালে যে গাড়ী একেবাৰে ৰ'লেহে গাড়ীত উঠিব লাগে। মানুহে সুধিলে, "ঘৰত কাৰ বেমাৰ? ক'ত থাকা?" ইত্যাদি। সকলো কথাৰ উত্তৰ দিয়াত তাৰে এজন মানুহৰ সৈতে ভালকৈয়ে চিনাকি হৈছিল। তেওঁক দাৰ্জিলিঙতো দেখিছিলোঁ—দ্বিতীয়বাৰ ১৮৯৫ খ্ৰীঃত যাওঁতে। আৰু কেবা-বছৰলৈকো বাটত দেখিছিলোঁ। তেতিয়া ট্ৰোমৰ যাত্ৰীৰ ভিতৰত সম্ভাব, প্ৰীতি আছিল। আজি-কালিৰ দৰে নহয়। আজি-কালিৰ দৰে প্ৰথম-দ্বিতীয় শ্ৰেণীৰ দুখন গাড়ী নাছিল। ঘোঁৰা সলাবৰ নিমিত্তে ঠায়ে ঠায়ে আস্তাবল আছিল। জহকালি ৰ'দৰ নিমিত্তে ঘোঁৰাক একৰকম ডিঙিলৈকে ঢকা টুপী পিন্ধোৱা হৈছিল। মে'-জুন মাহত ৰ'দৰ তাপত বহুত ঘোঁৰা অকালত মৰিছিল। ১৯০১৷২ত এলেক্‌ট্ৰিক ট্ৰোম হ'ল। এনে গাড়ী হোৱাৰ পাছত জনা-শুনা চাৰি-পাঁচজন মানুহৰ গাড়ীৰ তলত পৰি মৃত্যু কি প্ৰথম হ'ল। আমি তিনিও ককাই-ভাই একেলগে ট্ৰোমত উঠিলে মানুহে আমি ক'ৰ, দেউতাই কি কৰে, আৰু সোধে "বেতন" (কোনোৱে 'বে' ইংৰাজী Aৰ দৰে উচ্চাৰণ কৰিছিল, কোনোৱে 'ব্যা' কৈছিল)। আমাক বহুবাৰ এনে প্ৰশ্ন সুধিছিল। আজি-কালি চাগৈ এনে প্ৰশ্ন সুধিবলৈ মানুহৰ সময় নাই।

লাহে লাহে কমলাৰ অৱস্থা ভালৰ ফালে নগৈ বেয়া হ'বলৈ ধৰিলে। এইখিনি সময়ত ব্ৰাহ্ম দুজন-এজন ডেকাই কেতিয়াবা কেতিয়াবা শুশ্ৰূষা কৰিছিল। বিশেষ এজনা ব্ৰাহ্ম বিধবা মহিলাই (৺চঞ্চলা ঘোষ) কেদিনমান থাকি শুশ্ৰূষা কৰিছিল। তেওঁ ব্ৰাহ্ম ল'ৰাৰ 'বোৰ্ডিঙ'ৰ মেট্ৰন আছিল। তাত বে এমাহ-ডেৰ মাহমান

আছিলোঁ—আমাক মৰম কৰিছিল। আমি ভবানীপুৰত থাকোঁতে মই লণ্ডন মিচনেৰী স্কুলত পঢ়িছিলোঁ। এদিন স্কুললৈ যোৱাৰ আগেয়ে ডাঃ বিপিন সৰকাৰ আহি ককাইদেৰক চাই তেওঁক সুধিলে, "কিবা খাবৰ মন গৈছেনে?" তেওঁ উত্তৰ দিলে, "সন্দেশ।" আনিবলৈ কৈ মোক এখন চিঠি (লেফেফাত বন্ধ নকৰিয়েই দিলে) দি ক'লে, "এই চিঠিখন Mr. R. N. Ray-ক দি আহাঁগৈ।" বাটত যাওঁতে চিঠিখন পঢ়িলোঁ (লেফেফাত দিয়াহেঁতেন নপঢ়িলোঁ হয়)—উঃ বজ্ৰাঘাত, পঢ়িলোঁ "Kamala has only a few hours to live." আৰু তেওঁক মাতি পঠিয়াইছে। মই বাটৰপৰাই কান্দি কান্দি গ'লোঁ। তেওঁ চিঠি পঢ়ি ক'লে (তেওঁ অফিচলৈ যাবলৈ তৈয়াৰ হৈ আছিল), "ব'লা, তোমালোকৰ তালৈ যাওঁ ব'লা।" এইবুলি মোক গাড়ীত উঠালে, আৰু ক'লে, "একো চিন্তা নকৰিবা, ভয় নাই, আমাৰ এনে কথা আছে—'যতক্ষণ শ্বাস ততক্ষণ আশ'।" কিছুপৰ থাকি ডাক্তৰক মতাই আনি কিবা কথা-বতৰা হ'ল। সেইদিনা একো নহ'ল। তাৰ ৬।৭ দিনমান পাছত ৩০ নভেম্বৰ ১৮৯৪-ৰ ৬ মান বজাত গধূলি নকলো অস্ত হ'ল। সেইখিনি সময়ত যাতে মই নেথাকোঁ ডাঃ সৰকাৰে তেওঁৰ নিজা ঘৰত (খিদিৰপুৰৰ) ফুৰাবলৈ লৈ গৈছিল। সাতমান বজাত উভতি আহিলোঁ। ডাক্তৰজনাই মোক আমাৰ ৩৬ নম্বৰ ৰাসা ৰোড (Russa Road)-লৈ নগৈ আমাৰ অতি ওচৰতে তেওঁৰ ঘৰত ৰাখিলে। মই কিন্তু একো নেজানো। এনেতে বিমল নামেৰে এটি ল'ৰাই মোক সুধিলে, "কমল নাকি মাৰা গেছে?"

ঘৰলৈ আহি দেখিলোঁ যে শেষ। ৰাতিৰি গুনি মানুহ-দুনুহ আহিল। ব্ৰাহ্ম সমাজ মতে উপাসনা হ'ল। লৈ যোৱা হ'ল—মানুহৰ কান্ধত নহয়, কেৰেয়া গাড়ীৰ ছাতৰ ওপৰত।

মৃত্যুৰ পাছত কি হয়, যোৱা মানুহটিয়ে একো পৰোৱা নকৰে। থকা মানুহ-খিনাকেহে। কমলা যোৱাৰ আগেয়েই কি পাছতে নগাঁৱৰপৰা কালী বাইদেৱ আৰু ভাগিন প্ৰিয়নাথ আমাৰ তালৈ গ'ল। দুবছৰৰ ভিতৰতে আমাৰ ঘৰৰ চাৰিজন পৃথিৱী এৰি গ'ল। আই—শনিবাৰ, ২৬ মাৰ্চ, ১৮৯২। ডাঙৰ ককাই-দেৱ ককণা—১২ জুলাই, ১৮৯৩। দেউতা—সোমবাৰ, ২৫ মাৰ্চ, ১৮৯৪। কমলা—৩০ নভেম্বৰ, ১৮৯৪, শুকুৰবাৰ। সকলোৱে ভাবিলে যে তেওঁলোকৰ অলক্ষীয়া ফ'জাৱৰহে হৈছিল। দেউতাৰো ২১ দিনীয়া অসো হেনো "ফ'জাৱৰ"। আৰে ১৮৯০-ৰ মে' মাহমানত নগাঁও এৰে। দেউতা আৰু ককাইদেৱ ১৮৯২

গ্ৰীষ্ম ( মৰো গৈছিলোঁ ) নগাঁৱলৈ গৈ ২॥ মাহ মান আছিল। কমলাই ১৮৯০-ত নগাঁও এৰিলে, আৰু উন্নতি নগ'লেই। আমি যেতিয়া অসমীয়া, আমাৰ এই বেমাৰ হ'বই হ'ব—নিউকাউণ্ডলেণ্ড, উত্তৰ মেৰু, লণ্ডনতো থ'কেই থাকোঁ। অসমীয়াৰ জৰ হ'লেই ক'লাজ্বৰ। তেতিয়া মানুহে এনে ভাবিছিল।

কৈছোঁ। নহয় ( স্বৰ্ণলতা ) বাইৰেৰ—আইন মতে আমাৰ অভিভাৱিকা ( সম্পত্তি চলাবৰ ভাৰ পালে ), ৺দুৰ্গামোহন দাস আৰু ৺জগদীশচন্দ্ৰ বসুৰ আদেশ উপদেশ মতে কাম চলোৱা হ'ব। এতিয়া মোৰ কি হ'ব ? মোৰো কিবা এটা হ'ব নেকি ? হাৱা বদলোৱাৰ কথা হ'ল। পাছত থিৰাং কৰা হ'ল—সমুদ্ৰযাত্ৰা। ক'লৈ যোৱা হ'ব ? লগত কোন যাব ? ভবা গ'ল—মই নহয়, গৰাকীসকলে—Australia ? Hongkong ? অভিভাবকসকলে ঠিক কৰিলে, ঠিক কৰিলে কলিকতাৰপৰা বৰ্মালৈ সমুদ্ৰ যাত্ৰা কৰা হ'ব। মোৰ অৱশ্যে কোনো বেমাৰ নাছিল। শৰীৰ হৃষ্ট-পুষ্ট আছিল। হাৱা সলাবৰ ( বদলাবৰ ) নিমিত্তে আৰু মনৰ চিন্তা, ভাবৰ পৰিবৰ্ত্তনৰ নিমিত্তেও এই সমুদ্ৰ-যাত্ৰাৰ ( ভ্ৰমণৰ ) ব্যৱস্থা। এতিয়া লগত যায় কোন ? ভাগিন প্ৰিয়নাথৰ ইচ্ছা—তেওঁ যায় লগত। মই ( স্বৰ্গীয় ) দুৰ্গামোহন দাস ডাঙৰীয়াক এই বিষয় কৈছিলোঁ, কেৰাবাৰো। তেওঁৰ সেই ইচ্ছা নাছিল। পণ্ডিত শিৱনাথ শাস্ত্ৰীৰ জোঁৱায়েক ডাঃ বিপিন সৰকাৰৰ ( তেওঁ তেতিয়াৰ M.B., আগেয়ে L.M.S. ডিগ্ৰী-ডিপ্লোমা মানুহে লৈয়েই ডাক্তৰ হৈ চিকিৎসা আৰম্ভ কৰিছিল। এইসকল ডাক্তৰো পাৰ্গত আছিল। M.D. দুই-তিনিজনমানহে আছিল ) গা বেয়া আছিল। এই সুযোগতে তেওঁ সমুদ্ৰ-যাত্ৰা কৰি শৰীৰ সুস্থ কৰিব পাৰিব। তেওঁ ডাক্তৰ, বয়সিয়াল—এনে ভাবি তেওঁকেই লগত দিয়া হ'ল। ভাগিন প্ৰিয়নাথে দুদিনমান মোক লগত লৈ বস্ত্ৰ-বেহানি কিনি দিবলৈ চাঁদনি, নিউ মাৰ্কেটলৈ গৈছিল। ই-সি কিনাৰ পাছত মোক উৰ্মালত দিবলৈ সুগন্ধি বস্তু কিনিবলৈ ক'লে, দাম-নাম দেখি, চাই-চিন্তি, যাতে কমতে হয়, জাপানী নামৰ Ylang Ylang ( আমি লেংলেং উচ্চাৰণ কৰিছিলোঁ ) কিনিলোঁ আৰু তেওঁৰে উপদেশ মতে দুখন কিতাপ কিনিলোঁ। ক'লে, জাহাজত পঢ়িবলৈ কিতাপ দুখনমান লাগেই। কিনা হ'ল—Jules Verne-ৰ এখন কিতাপ আৰু Reynolds-ৰ Seamstress. মোক Seamstress-খন পঢ়া দেখি ডাঃ সৰকাৰে সেইখন পঢ়িবলৈ মানা কৰিলে। Jules Verne পঢ়িবলৈ ক'লে। Star Land বুলি কিতাপখন—লেখক যোগ্যকলোঁ Sir Robert Bale, ডাক্তৰ সৰকাৰে মোক পঢ়িবলৈ দিলে।

সেইখিনি সময়ৰ তেওঁ এজন বিখ্যাত বৈজ্ঞানিক। আৰু কেতিয়াবা কেতিয়াবা ৰাতি আমি ডেকত বহোঁতে মোক Milkyway-ৰ তৰাবোৰৰ নাম ইত্যাদিৰ কথা কৈছিল। ডাঃ সৰকাৰ ধীৰ, গম্ভীৰ, ভাল মানুহ আছিল।

আমাৰ দ্বিতীয় শ্ৰেণীৰ টিকট আছিল। কলিকতাৰপৰা বৰ্মে। বেছি যাত্ৰী নথকাত তেওঁ এটা কেবিন ল'লে। এই কেবিন Chief Officer-ৰ (বড়া মালুম চাহাব) কেবিনৰ লগালগি, আৰু সেই কেবিনৰ লগালগি মোৰটো। আমি দুজনহে সেই শ্ৰেণীৰ যাত্ৰী। মাজে মাজে ওচৰা-উচৰি ঠাইৰে দোৱা যাত্ৰীহে জাহাজত উঠিছিল। ডাঃ সৰকাৰে ব্ৰাহ্ম মুহূৰ্ত্তে উপাসনা কৰিছিল। এদিন তেওঁ অতি পুৱাতে মুখেৰে মাতি এনে উপাসনা কৰি আছে, Chief Officer-টিয়ে দুৱাৰত খট্‌খট্ কৰিলেহি, "কি কৰিছে? গোলমাল কৰিছে কিয়?" "মন্ত্ৰ উপাসনা কৰিছোঁ।" "উপাসনা মনে মনে কৰিব নোৱাৰেনে?" মানুহটিয়ে এইবোৰ কথা খঙেৰেই কৈছিল। সি সেই তেতিয়াই ৰাতিৰ কাম কৰি শুবলৈ চাগৈ যো-জা কৰিছিল, সেইদেখিয়েই তাৰ ইমান খং। আৰু এটি কথা—তেনে-বিধ ইংৰাজে আমাৰ মানুহৰ সৈতে কথা কওঁতে অলপ খংমুৱা হৈহে কথা কৈছিল। সকলোৱেই নহয় কিন্তু দেই। এই খংমুৱা ব্যৱহাৰো আমাৰ মানুহে ইংৰাজক ভাল নোপোৱাৰ এটি কাৰণ।

জাহাজৰ সকলো বিষয়াৰেই—কাপ্টানেও—ভাগ বাটি জাহাজ কেনে চলি আছে—প্ৰতি মুহূৰ্ত্তে তত্বাৱধান কৰি থাকিব লাগে। এওঁলোকে জাহাজৰ ওপৰত তেওঁলোকৰ নিৰ্দ্দিষ্ট ঠাইৰপৰা এই কাম কৰিব লাগে। আৰু এঞ্জিন তত্বাৱধান, প্ৰতি মুহূৰ্ত্তে ভাগ বাটি এঞ্জিনীয়েৰবিলাকে কৰি থাকে। এওঁলোকে যেনিবা জাহাজৰ গৰ্ভত থাকি কাম কৰে। জাহাজত Captain-ৰ বাহিৰে জাহাজৰ আকাৰ অনুসাৰে আন আন বিষয়া আছে। সিইঁতক "মালুম চাহাব" বোলা হয়। 'বড়া', 'দুস্ৰা', 'তিস্ৰা'—এনে নাম দেশীমতে কৰণ কৰা হয়। এঞ্জি-নীয়েৰবিলাককো তেনেকৈ মতা হয়। আমাৰ এই জাহাজখন ব্ৰিটিশ ইণ্ডিয়া কোম্পানীৰ (B.I.S.N. Co.) লাৱাডা (Lawada)।

ডাক্তৰ সৰকাৰৰ সৈতে চতুৰ্থ মালুমটোৱে এবাৰ বেয়া ব্যৱহাৰ কৰিছিল। আমি তেতিয়া নেজানিছিলোঁ যে জাহাজৰ যাত্ৰীসকলে একোখন মাচিয়া লৈ গ'লে ভাল। আমাৰ আলামত সেই নিয়ম নাই, আমাক কোনেও কোৱাও নাছিল। আৰু নেজানি এনে মাচিয়াত আমি মাজে মাজে বহিছিলোঁ। এনে এখন 'ডেক' চেয়াৰত ডাঃ বিপিন সৰকাৰ বহাত চতুৰ্থ মালুমে খঙেৰে ক'লে, "তুমি মোৰ

মাচিয়াত কিয় বহিছা ? দিনৌ বহা। তোমাৰ মাচিয়া এখন নাইনে ?" ইত্যাদি ! তেওঁ "I am sorry" কৈ উঠিল। তেতিয়াৰপৰা মন্নো নবহা হ'লোঁ। আগেয়ে মই নিৰ্ব্বিবাদে বহি আছিলোঁ। মোক কোনেও একো নকৈছিল। এই মানুহ-বোৰ ভাল শিক্ষা পোৱা মানুহ নাছিল।

জাহাজৰ ক্লাৰ্কৰ লৈতে ( নাম Dawson ) তাৰ কেবিনত বহি কথা-বতৰা দিনৌ পাতিছিলোঁ, বিলাতৰ কথা শুনিছিলোঁ, বিলাতী কাকত পঢ়িছিলোঁ। সি মাজে মাজে তাৰ লেখাৰ কামো কৰাই লৈছিল। দ্বিতীয় শ্ৰেণীৰ খোৱা কেবিনত (Saloon) এদিন 'বড়া মানুহে' কিবা তাৰ লেখাৰ কাম কৰি আছে। আমি সেইখিনি সময়তে এবাৰ খাওঁ। আমি সোমোৱাত মূৰত পিন্ধি থকা টুপীটো সোলোকাই মেজত থ'লে আৰু হুপি থকা পাইপটোও থ'লে। যদিও ডাঃ সৰকাৰক অপমান কৰিছিল, এই ভদ্ৰতাখিনি নেপাহৰিলে দেই।*

কোকনদাত নামিছিলোঁ। সেইখিনি সময়ত আমাৰ মানুহে সেই ঠাইৰ নাম শুনা নাছিল চাগে। জাহাজ পাৰৰপৰা দূৰৈত ৰয়। বেছিভাগ ঠাইতে এনে। নাৱেৰে পাৰলৈ গ'লোঁ। এই ঠাইলৈ ইয়াৰ আগেয়ে পণ্ডিত শিৱনাথ শাস্ত্ৰী ব্ৰাহ্ম ধৰ্ম্ম প্ৰচাৰৰ নিমিত্তে গৈছিল। তাত ব্ৰাহ্ম ধৰ্ম্মক শ্ৰদ্ধা-ভক্তি কৰা আৰু শাস্ত্ৰী মহাশয়কো সেই সূত্ৰে শ্ৰদ্ধা-ভক্তি কৰা মানুহ আছিল। তাত ডাঃ সৰকাৰ পোন-প্ৰথমে হাস্পাতাল, ডিস্পেনচৰিলৈ গ'ল। তেওঁ য'লৈকে যায়, মন্নো যাওঁ। তেওঁক সেইবোৰ দেখুৱা হ'ল। দুটি-এটি বেমাৰীও চালে। জেনুৱাৰী (January) মাহতো তিমান জাৰ নাছিল। তাত চাবলগীয়া বস্তু তিমান দেখা নাছিলোঁ। পিতাপুৰৰ ৰজাই কলেজ এটি দিছিল। ওচৰেৰে ৰজা। কলেজলৈ যোৱা নাছিলোঁ; কিন্তু প্ৰিন্সিপলৰ ঘৰলৈ আমি গৈছিলোঁ। তেওঁ বঙালী। নাম মৈত্ৰ—আগৰ নামটি পাহৰিছোঁ। তেওঁৰ সুনাম আছিল। আমাক আদৰ-অভ্যৰ্থনা কৰিলে। তেওঁৰ ঘৈণীয়েক অমৰাৱতী দেৱীয়ে মোক দেখিয়েই ক'লে, "আমি একে চিনি, স্বৰ্ণেৰ ছেলে না ?" "ভাই" বুলি কোৱা হ'ল। কথা হৈছে—বাইদেৱে বেথুন স্কুলত পঢ়োঁতে মই তালৈ যেতিয়াই-তেতিয়াই গৈছিলোঁ আৰু সেই-খিনি সময়ৰ ছোৱালীবিলাকে মোক মৰম কৰিছিল আৰু চিনি পাইছিল। মোৰ বয়স তেতিয়া ৬।৭।৮ বছৰ। তেওঁলোকে অৰ্থাৎ মিঃ-মিচিজ্ মৈত্ৰই আমাক পুৰি ( লুচি ) আৰু সময়োপযোগী বস্তু খুৱালে। কলিকতাত ইংৰাজী ভাবাপন্ন

*ইয়াৰ পিছৰ কিছু কথা স্থানান্তৰত প্ৰায় একেদৰেই প্ৰকাশ পোৱা হেতুকে সম্প্ৰতি পৰিহাৰ কৰা হৈছে। —সম্পাদক, অা. ৰ. ৰ.

মানুহবিলাকৰ ঘৰত টেবিলত খোৱা মানুহবিলাকে ইংৰাজী "প্লেট" কাঁটা-চিম্‌চাবে খাইছিল। এওঁলোকৰ ঘৰত দেখিলোঁ—টেবিলত খালেও দেশী কাঁহী-বাটিত (সোণৰ দৰে পৰিষ্কাৰ) তেওঁলোকে খাইছিল। ১৮৯৫-ত প্ৰফেচৰ জগদীশ বসুৰ পৰিয়ালবৰ্গৰ লগত জহকালি দাৰ্জিলিঙলৈ গৈছিলোঁ। তাৰপৰা উভতি আহোঁতে অমৰাৱতী দেৱীক বঙ্গলা কি চুৱাডাঙা ষ্টেশ্যনত দেখিছিলোঁ। মিঃ মৈত্ৰক কলি-কতাত মই ব্যাৰিষ্টাৰি কৰোঁতে দুবাৰ-এবাৰ দেখিছিলোঁ। তেওঁ তেতিয়া মেদিনী-পুৰ কলেজৰ প্ৰিন্সিপল। তেওঁলোকৰপৰা বিদায় লৈ ধন্যবাদ দি জাহাজলৈ উভতিলোঁ।

তাৰ পাছত মাদ্ৰাজত নামিলোঁ। 'লাবাডা' জাহাজখনে মালো লৈছিল, যাত্ৰীও লৈছিল। বিশেষকৈ মালহে কঢ়িয়াইছিল। সেই নিমিত্তে বন্দৰে বন্দৰে বৈছিল। কোকনদাত নামি মাদ্ৰাজত নামিলোঁ।

মাদ্ৰাজৰ ওচৰ চাপিলে প্ৰথমেই হাই কোৰ্ট চকুত পৰে। তাৰ চালত কেৰাটা ও জক্‌জক্ কৰি থকা (সোণৰ দৰেই ৰ'দত জিলিকি থকা) গোল গোল লক স্তুপ (dome) ইংলণ্ডৰ George IV-এ (চতুৰ্থ জৰ্জে) Briton-ত সজোৱা Pavilion-ৰ (প্যাভিলিয়ন) দৰে—মসজিদৰ দৰে—অলপ। মাদ্ৰাজ বন্দৰৰ সমুদ্ৰখিনি উত্ৰাৱল। 'পাইলটে' অলপ আগুৱাই আহি জাহাজ আগবঢ়াই লৈ যায়। মাদ্ৰাজৰ নাৱৰীয়া, গাড়োৱান, চাকৰ-নাকৰ আৰু আন আন সাধাৰণ মানুহেও অলপ-চলপ ইংৰাজী কয়। (বিলাতৰ চিঠিত এই বিষয় আৰু আন আন বিষয় আছে, চাব।) মাদ্ৰাজৰপৰাই 'ক্যাট্যাম্যাৰেন' (Catamaran) নাও দেখা যায়। ইয়াতো ব্ৰাহ্ম সমাজৰ অলপ প্ৰতিপত্তি আছিল। এতিয়াও আছে। প্ৰথমেই আমাৰ 'Ragged School' বোলা এটি স্কুলঘৰলৈ যোৱা মনত আছে। তেতিয়া স্কুল বহা নাছিল। মই যিমান দূৰ জানো এই স্কুলটি ব্ৰাহ্ম সমাজৰ সৈতে সহানুভূতি থকা মানুহেই থাপনা কৰিছিল; কিয়নো বিলাতত 'Ragged' স্কুল সেই সময়ৰ আগৰেপৰা ঠায়ে ঠায়ে থাপনা হৈছিল। এই কথাটিৰ অৰ্থ হৈছে—দুখীয়া ল'ৰা-ছোৱালীক এনে স্কুলত বিনা 'ফী' দি পঢ়োৱা হয়। এনেবোৰ অনুষ্ঠান ব্ৰাহ্ম সমাজে বিলাতৰপৰা অনুকৰণ কৰিছিল। ভালেই কৰিছিল। এনে অনুষ্ঠানৰ ভাব আগৈয়ে আমাৰ আছিল, কোনো কোনোৱে এনে স্কুল কৰিছিলো; কিন্তু Ragged School-ৰ প্ৰথা আছিল—ল'ৰা-ছোৱালীক বিচাৰি-খোচাৰি ধৰব কৰি আনি পঢ়োৱা। বিলাততো বাধ্যতামূলক শিক্ষা আজি চাৰিকুৰি বছৰৰ আগৈয়ে নাছিল। সেইখিনি

সময়ত তাতো কিছু কিছু নিবৰুৱ মানুহ আছিল। এনে স্কুলে যে দেশৰ উপকাৰ কৰে, নক'লেও হ'ব। বিলাতত এজন Earl of Shaftsbury-এ এই বিষয়ে নেৰা-নেপেৰাকৈ লাগিছিল। তেওঁৰ জীৱনৰ বহুত জনহিতকৰ কামৰ ভিতৰত ইও এটি। এই বিষয়ে Dr. Barnado-ৰ নামো বিশেষ উল্লেখযোগ্য। এই মানুহজনে আকৌ এনে ল'ৰা-ছোৱালীক—সহায়হীন, আশ্ৰয়হীন, বাটে বাটে বুটলি খোৱা ল'ৰা-ছোৱালীক (Waifs & Strays) খুৱাই-বুৱাই আশ্ৰয় আৰু শিক্ষা দিছিল।

জাহাজখন মাদ্ৰাজত দুদিন থাকিবৰ কথা। সেইদেখি আমি সেইদিনাই জাহাজলৈ উভতি নগ'লোঁ। সেই স্কুলৰ শবাকীলকল আছিল। বিমান মনত আছে, সেইদিনা বজাৰবেপৰাই কিনা বস্তু খোৱা হ'ল। কলিকতাত বজাৰৰ পুৰি, মিঠৈ ইত্যাদি শালপাতৰ ঠোঙাত দিয়ে। তাত দেখিলোঁ যে শালপাত কি আন কোনো পাতৰ সৰু সৰু টোপোলাত বান্ধি বস্তবোৰ দিলে। আমাৰ যেনে বস্তু খোৱাৰ অভ্যাস আছিল তেনে নেপালোঁ আৰু তাৰ সোৱাদো বেলেগ। মানুহবিলাকে খৰকৈ ইংৰাজী কয়। নকৈ উপায় নাই। আমিতো তেওঁলোকৰ তেলেগু-তামিল নেজানো। দক্ষিণ ভাৰতত প্ৰধানতঃ চাৰিটা ভাষা—এই দুটি আৰু কেনেৰীজ, মালয়ালাম। মহীশূৰতো বোধকৰোঁ বেলেগ ভাষা। গোৱাৰ ফালে কঙ্কেনীজ।

মাদ্ৰাজৰ চাবলগীয়া ঠাইবোৰ চালোঁ। তাৰ হাই কোৰ্টটি চকুত লগা। মাদ্ৰাজৰ কথা সুঁৱৰিলে হাই কোৰ্টৰ কথাই পোনেই মনত পৰে আৰু তাৰ মানুহে ইংৰাজী কোৱা—যেন সংস্কৃতহে কৈছে। মাদ্ৰাজী মানুহেই মাদ্ৰাজৰ কথা ক'লে ইংৰাজীত 'benighted' শব্দ ব্যৱহাৰ কৰিছিল। সকতে এই কথাটি শুনিছিলোঁ 'benighted pronounce of Madras'. তাত যেন সকলো সময়তে এন্ধাৰ। এতিয়া দেখিছোঁ—মাদ্ৰাজী মানুহবোৰ ভাল বিদ্বান হয়। য'ত গণিত লাগে, সেই কামত বৰ পকা। ভাৰত-সেৱক, বিজ্ঞ পণ্ডিত জি. কে. গোখ্‌লেই কৈছিল বোধকৰোঁ, সঠিক ক'ব নোৱাৰোঁ, "What Bengal thinks to-day, the rest of India thinks tomorrow". কোনোৱে আকৌ কৈছিল ধেমালিকৈ, "When Bengal sneezes to-day, the rest of India will have to cold tomorrow." (আজি বেঙ্গলে হাচিঁয়ালে কাইলৈ ভাৰতৰ আন ঠাইত পানী লাগিব।) সেইখিনি সময়ত বেঙ্গলেই সকলো বিষয়তে প্ৰথম আছিল। আজি-কালি মাদ্ৰাজেই সেই ঠাই অধিকাৰ কৰিছে যেন পাওঁ।

স্বৰ্গীয় মথুৰামোহন বৰুৱাই, স্বৰ্গীয় জয়কৃষ্ণ দাসে বৰেত ডাক্তৰী পঢ়িছিল; স্বৰ্গীয় ৰবিনাৰায়ণ বৰাই মাদ্ৰাজত পঢ়িছিল। আমাৰ মনত আছে—মাদ্ৰাজত কেবাবছৰ ডাক্তৰী পঢ়ি ন্যেটেলৈ (Natal, দক্ষিণ এ্যাফ্ৰিকা) শ্ৰমিক (Labourers) লৈ জাহাজত ডাক্তৰ হৈ দুবাৰ-এবাৰ অহা-যোৱা কৰাৰ পাছত ৰবিনাৰায়ণ বৰা আমাৰ ৮ নম্বৰ কলেজ স্কোৱেৰৰ ঘৰলৈ আহিছিল। সেইতাই তেওঁৰ ইংৰাজী শুনি আৰু ব্যৱহাৰ দেখি বৰ ভাল পাইছিল, বিশেষকৈ সমুদ্ৰ-ভ্ৰমণৰ কথা কোৱাত 'squall' শব্দটিৰ উচ্চাৰণ শুনি বৰ প্ৰশংসা কৰিছিল। মই বেতিয়া মাদ্ৰাজলৈ যাওঁ, মই আসামৰ মানুহ বুলি শুনাত ৰবিনাৰায়ণ বৰাৰ কথা দুজন-এজন মানুহে মোক সুধিছিল।

এই অলপতে হেনো আইন হৈছে যে কুলী (Coolie) শব্দটো ব্যৱহাৰ কৰিলে আজি-কালি জগৰ লাগিব। ইংলণ্ডত, দক্ষিণ এ্যাফ্ৰিকাত এই শব্দটি যেনে তাচ্ছিল্য ভাৱেৰে ব্যৱহাৰ কৰা হৈছিল, ইয়াতো আৰু ভাৰতৰ বাহিৰেও কুলী শব্দ যেনেভাৱে ব্যৱহাৰ কৰা হৈছিল, এই আইন হৈ ভাল হৈছে। কিন্তু ইয়াত যেনিবা আইন হ'লেই, ভাৰতৰ বাহিৰে একা? মহাত্মা গান্ধীকো 'কুলী' বোলা হৈছিল নহয় মাজে মাজে—দক্ষিণ এ্যাফ্ৰিকাত? কোনো এজন ভদ্ৰলোকে ভাৰতবৰ্ষৰ চেনিৰ শ্ৰমিকৰ ব্ৰিটিশ গিয়েনালৈ এবাৰ নে দুবাৰ দোভাষী হৈ যোৱাৰ নিমিত্তে তেওঁ ব্যাৰিষ্টাৰ হোৱাৰ পিছতো 'কুলী' কি 'কুলী ব্যাৰিষ্টাৰ' বোলা হৈছিল। ৪।৫ বছৰ আগেয়ে পশ্চিমত থাকোঁতে ষ্টেশনত মাল কঢ়িওৱা মানুহক কুলী নুবুলি 'মজদুৰ' বুলিছিলোঁ; কিন্তু কোনোৱেও উত্তৰ দিয়া নাছিল, ভাবিলে যে মানুহটোৱে কিবা বলকিছে। কোনোৱেও নুবুজিলে যে মই তেখালকলক মাতিছোঁ—যাত্ৰীবিলাকেও নুবুজিলে, যাক মাতিছিলোঁ তেওঁলোকেও নুবুজিলে। এই আইন হোৱাৰ আগেয়েই সেখোন আমি মজদুৰ শব্দ প্ৰয়োগ কৰিছিলোঁ।

মাদ্ৰাজৰ ফালে 'আপাস্বামী' নামটিৰ প্ৰচলন ঢেৰ, যেনেকৈ আমাৰ ইফালে ৰাম, হৰি, কৃষ্ণ নামৰ প্ৰচলন। অৱশ্যে কোনো মাদ্ৰাজীৰে নাম 'আপাস্বামী' নহয়। বহুত ঠাইত জহৰৎ, মণি, মুক্তা, গহনা-অলঙ্কাৰৰ দোকান থকা ধনী (ক্ৰোৰপতিয়েই হ'বলা) হায়দ্ৰাবাদ-সিন্ধুৰ দোকানী এজনৰ নিজা নামৰ পাছত 'আপাস্বামী' নামটি দেখিলোঁ। মই সুধিলোঁ, "আপোনালোকে আপাস্বামী লেখে কিয়? আপোনালোকতো মাদ্ৰাজৰ ফালৰ নহয়।" তেওঁলোকে ক'লে, "আমাৰ দক্ষিণ আফ্ৰিকাত কাৰবাৰ আছে, তাৰ মানুহবিলাকে আমাক আপাস্বামী

বুলি মাতে। এই নাম থাকিলে আমাৰ কাৰবাৰৰ সুবিধা হয়, সেইদেখি।" কথা হৈছে—দক্ষিণ আফ্ৰিকাত ভাৰতীয়ৰ ভিতৰত মাদ্ৰাজী মানুহেই বেছি। সেইদেখি সকলো ভাৰতীয়কে হয় 'আপাস্বামী', নহয় 'কুলী' কৈছিল সিহঁতে। আৰু এইখিনিতে কওঁ—মই নিজৰ নামৰ আগত, বিলাতৰপৰা আহিও ১৮৯৮।৯৯ খ্ৰীঃত, ইংৰাজীতো 'শ্ৰী' (Shree) লেখিছিলোঁ। আজি-কালিহে দেখোন 'শ্ৰী' লেখা চলিছে ইয়াত। আমি ১৮৯৮।৯৯-তে চলাইছিলোঁ, অৱশ্যে নচলিল। সি মোৰ দোষ নহয়। স্তৰ হেন্ৰী কটনৰ দিনত অসমীয়াই 'শ্ৰীযুত' দাবী কৰোঁতে আদালত বহুত অনা-অসমীয়াই অসমীয়াক বহুত দিনলৈকে ইতিকিং, তাচ্ছিল্য ভাৱেৰে বিদ্ৰূপ কৰিছিল। এই কথা স্বৰ্গীয় কমলাকান্ত ভট্টাচাৰ্য্য ডাঙৰীয়াৰপৰা তেওঁৰ অনুপম ভাষা আৰু মাতেৰে কেবাবাৰো শুনিছিলোঁ। আনেও শুনিছে। এই ডাঙৰ মানুহজনৰ বিশেষ উল্লেখ ভৱিষ্যতত কৰিম বুলি আশা ৰাখিলোঁ। আৰ্ল ল' কলেজৰ সকলো ছাত্ৰই এই মানুহজনক চিনি পায়, আৰু তেওঁ অৰুণোদয়তো লেখিছিল। মোৰ দেউতায়ো লেখিছিল।

মাদ্ৰাজৰ নাৰবীয়া কি তেনে জাতৰ সৰু সৰু ল'ৰাবিলাকে দুআনী-সিকি সমুদ্ৰত পেলালে বুৰ মাৰি তলৰপৰা আনিছিল নে নাই মনত নাই; কিন্তু কলম্বো, এডেনত সমুদ্ৰ-তীৰৰ ই এটা মনোৰঞ্জক দৃশ্য আৰু অভিজ্ঞতা আছিল। সৰু-সুৰা মুদ্ৰা সমুদ্ৰত পেলাই দিয়া হয়, ল'ৰাবোৰে বুৰ মাৰি আনেগৈ। এই খেল আমি (মই আৰু পৰিয়ালবৰ্গই) পুৰীতো (জগন্নাথ) খেলাইছিলোঁ। এইবোৰ ঠাইৰ সৰু সৰু ল'ৰা-ছোৱালীবোৰ যেন সমুদ্ৰৰ মাছহে। কোনো কোনো ল'ৰাই এডেন, কলম্বোত জাহাজৰ ওপৰৰপৰা জঁপিয়াই জাহাজৰ তলেদি গৈ, এনেকৈ পেলাই দিয়া মুদ্ৰা, জাহাজৰ আগফালৰপৰা আনিছিল। এনে সাহ আৰু দক্ষতা দেখি সকলো যাত্ৰী আচৰিত হৈছিলোঁহঁক। এনেবোৰ ল'ৰাই ঢৌতে খৰ দিব জানে দেই।

মাদ্ৰাজখন দুদিন চালোঁ—গাড়ীৰে ফুৰি। নতুন ঠাইলৈ গ'লে মানুহৰ মন কেনে হয়—দেশ ফুৰা মানুহে জানে, আৰু তেতিয়া মোৰ বয়স চৈধ্য বছৰ—গোটেই পৃথিৱীখনেই তেতিয়া সুন্দৰ আছিল নহয়।

মাদ্ৰাজৰ পাছত কেবাটিও বন্দৰত জাহাজ বৈছিল। তাৰে পণ্ডিচেৰি এটা। মনা নাছিলোঁ। ল'ৰা দুটা কি এটা বস্ত বেচিবলৈ জাহাজলৈ আহিছিল। সিহঁতক ফ্ৰেঞ্চ ক'বলৈ কোৱাত বহুত চন্দ্ৰবিন্দু দি কিবাকিবি ক'লে। মোক কাকি-য়েই দিলে কি সঁচা-সঁচিকৈয়ে ফ্ৰেঞ্চ ক'লে, সিহঁতেই জানে। তেনে এটি ল'ৰাৰপৰা

মাহুৰ ছালৰ এডাল চাবুক কিনিলোঁ। সেই চাবুকৰ বেত খালে ছাল ছিগি যায়। বহুত পাছত মোৰ শহুৰবপৰা শুনিলোঁ যে তাক শহুৰ মাহুৰ চাবুক কয়। তাৰ পাছত টিউটিকৰিণত জাহাজ বৈছিল। নমা নাছিলোঁ। কেপ্ কমৰিণৰ ওচৰ পাওঁতে জাহাজৰ বচ্ কেৰাণীটিয়ে সোধা মনত আছে—যেমালিকৈ, "তুমি মচলাৰ (Spicy) গোন্ধ পোৱা নাইনে?" লঙ্কাৰ (Ceylon) পূবেদি গৈ Trincomalee (ট্ৰিন্‌কোমালী) কলম্বো, পোঁয়া দ গল (Point de Galle) কলম্বোত নামিছিলোঁ।

# হৰিনাথ দে

যোৱা ৬ চেপ্তেম্বৰ* বুধবাৰ বঙ্গদেশৰ দুৰ্দ্দিন ;—বঙ্গদেশৰ কিয়, গোটেই ভাৰতবৰ্ষৰ দুৰ্দ্দিন ;—কিয়নো, সেইদিনা পুৱা দহ বাজি কুৰি মিনিটৰ পাছত হৰিনাথ দে ইহলোক পৰিত্যাগ কৰি গ'ল। কলেজত পঢ়া অসমীয়া ল'ৰা সকলোৱে মিষ্টৰ দেৰ নাম জানে ; কিন্তু অসমীয়া জনসাধাৰণে বোধকৰোঁ তেওঁৰ নাম বিশেষকৈ শুনা নাই। তেওঁৰ নামত তেওঁলোকে বিশেষকৈ সাধাৰণ এটা বঙালী নামৰ বাহিৰে বোধকৰোঁ আন একো নেপায় ; ব্ৰিটিশ ভাষাত যেনে টম্ স্মিথ কি জন ব্ৰাউন্, সেইদৰে হৰিনাথ দেও এটা অতি সাধাৰণ বঙালী নাম ; কিন্তু এই অতি সাধাৰণ নামধাৰী মানুহজন ভাৰতৰ এজন ভাষাবিদ পণ্ডিত আছিল।

হৰিনাথ দে এই প্ৰবন্ধ লেখকৰ এজন বিশেষ বন্ধু আছিল। ১৮৯৭ চনৰ জহকালি লণ্ডনৰ উত্তৰাংশৰ ষ্ট্ৰাউড্ গ্ৰীনৰ নেল্চন ৰোড নামে ঠাইত এওঁৰে সৈতে প্ৰথমে আমাৰ চিনাকি হৈছিল। তাৰ ছয়-সাত মাহৰ পূৰ্ব্বে তেওঁ বিলাত পাইছিলগৈ। তেওঁ তেতিয়া কলিকতা বিশ্ববিদ্যালয়ৰপৰা গ্ৰীক ভাষাত এম. এ. পৰীক্ষা দিবৰ প্ৰাৰ্থী আছিল। সময়ত তেওঁ দেশলৈ উভতি আহি সেই পৰীক্ষাত কৃতকাৰ্য্য হৈ বিলাতলৈ আকৌ গ'ল। কেম্ব্ৰিজৰ ক্ৰাইষ্টচ্চৰ্চ কলেজত ( মহাকবি মিল্টনৰ কলেজ, যি কলেজত এতিয়াও মিল্টনে যোৱা এজোপা, বয়সৰ ভৰ সহিব নোৱৰা হৈ থকা মলবেৰী গছ লো আক কাঠেৰে বান্ধি থৈ দিব লগাত পৰিছে ) তেওঁ পঢ়িছিল। সেই কলেজৰপৰা ডিগ্ৰী পাবলৈ তেওঁৰ একো কষ্ট নহৈছিল ;—বিনাকষ্টে তেওঁ পৰীক্ষাৰ পাছত পৰীক্ষা পাচ কৰিছিল। তেওঁৰ শিক্ষকৰ তেওঁ আদৰৰ লাড়ু আছিল।

আমি তেওঁৰপৰা লাটিন্ গ্ৰীক ভাষাৰ পুৰণা, বহুতে নজনা সাধুকথা বহুতো শুনিছিলোঁ। এনে সাধুকথা তেওঁ বহুতো জানিছিল।

---

* ১৯১১ খ্ৰীষ্টাব্দ। —সম্পাদক, অ. ব. ৰ.

১৮৯৬ চনত কলিকতাৰ প্ৰেচিডেঞ্চি কলেজৰপৰা তেওঁ বি. এ. পৰীক্ষাত পাচ হয়। তেওঁ এই পৰীক্ষাত ৪০ টকাকৈ জলপানী পায়;—ডবল অনৰ্চ্ পাইছিল, অৰ্থাৎ তেওঁ দুটা বিষয়ত বিশেষকৈ পাচ হৈছিল,—ইংৰাজী আৰু লাটিন। আৰু সেই বছৰতে তেওঁ লাটিন ভাষাত এম. এ. পাচ কৰি এটি সুবৰ্ণ পদক পায়। তাৰ অলপ পাছত তেওঁ বিলাতৰপৰা উভতি আহি গ্ৰীকত এম. এ. পাচ কৰি আকৌ পদক পায়। ১৯০০|১৯০১ চনত কেম্ব্ৰিজৰ ক্লেচিকেল ট্ৰাইপ'চ্ (Classical Tripos) পৰীক্ষাত প্ৰথম বিভাগত পাচ হয়। ভাৰতবৰ্ষীয় ল'ৰাৰ পক্ষে প্ৰথম শ্ৰেণীত এই পৰীক্ষা পাচ হোৱা কম গৌৰৱৰ বিষয় নহয়। তেওঁ পেৰিচৰ চৰ্‌বন্ (Sorbonne) বিশ্ববিদ্যালয় আৰু জৰ্ম্মণি দেশৰ এটি বিশ্ব-বিদ্যালয়ৰো সভ্য আছিল। কলিকতা বিশ্ববিদ্যালয়ৰপৰা পালী আৰু সংস্কৃত ভাষাতো তেওঁ এম. এ. পৰীক্ষা পাচ কৰিছিল। ভাৰতত বোধকৰোঁ তেওঁৰ দৰে ইমান নানান ভাষা জনা মানুহ আৰু নাই। পৃথিৱীৰ তেওঁ ঊনত্ৰিশ-ত্ৰিশটি ভাষা জানিছিল। খেহ্ দেশৰ (চীন্) ভাষা, জাপানী ভাষা, তুৰ্কী ভাষা, ৰুচিয়ান্ ভাষা, চায়ামী ভাষাও তেওঁ জানিছিল। সৰ্ব্বসাধাৰণে জনা ভাষাৰতো কথাকে নাই; আৰবী, পাৰ্চী, স্পেনিচ্, ইটালীয় ভাষাও তেওঁ জানিছিল।

তেওঁৰ পুৰণি পুথি গোটোৱাৰ বৰ হেঁপাহ আছিল। আমাক তেওঁ প্ৰায় অসমীয়া পুৰণি পুথি খুজিছিল। তেওঁ তীব্বতীয় ভাষাৰপৰা বৌদ্ধ ধৰ্ম্মৰ ইতিহাসৰ বিষয়ে কেখনমান পুথি অনুবাদ কৰিছিল; কিন্তু দুখৰ বিষয়—এখন পুথিও সম্পূৰ্ণ কৰি থৈ যাব নোৱাৰিলে। সম্পূৰ্ণ নহ'লে বুজিও এইবোৰ অনুবাদৰ মূল্য নকমে।

তেওঁৰ স্মৰণশক্তি বৰ চোকা আছিল। আমাৰ মনত আছে—এদিন শনিবাৰে আবেলি লণ্ডনৰ দক্ষিণ-পশ্চিমফালৰ ব্ৰিক্স্‌টন উপনগৰৰ জচেফিন্ এভেনিউ নামে বাটৰ এটি ঘৰত বহুতো ডেকাই পঢ়াৰ আজৰিৰ সময়ত তাচ্ খেলিছিল, গপ পাতিছিল, কোনোৱে আকৌ ঘৰকৈ চিয়ঁৰ-বাখৰকে কৰিছিল। হৰিনাথ দেই এই গোলমালৰ মাজতে চিভিল চাৰ্ভিচ পৰীক্ষাৰ নিমিত্তে সংস্কৃত কিতাপ এখন পঢ়ি আছিল। উপন্যাস কি সাধুকথাৰ কিতাপ পঢ়া নহয়, এটা বৰ টান পৰীক্ষাৰ নিমিত্তে টান কিতাপ পঢ়া, আৰু যেনে-তেনে পঢ়া নহয়—আটাইবোৰ মনত ৰাখি পঢ়া। আমি তেওঁক সুধিলোঁ, "হে, তোমাৰ এই গোলমালত পঢ়া হৈছেনে? তেওঁ আমাক সেই কিতাপৰ কেখনমান পাত (কেইখন পাত ক'ব নোৱাৰোঁ, বহুতো) মেখুৱাই ক'লে, "এই ইমানখিনি

পঢ়িলোঁ।" তেওঁ চিভিল 'চাৰ্ভিচৰ পৰীক্ষাত অকৃতকাৰ্য্য হৈছিল; কিন্তু সেই অকৃতকাৰ্য্য হোৱা শাপত বৰহে হ'ল। তেওঁ যি কামত সোমাইছিল সেই ঠায়েই তেওঁৰ ঠিক ঠাই আছিল। তেওঁ ইম্পীৰিয়েল এডুকেচনেল চাৰ্ভিচত কাম পাইছিল—গৱৰ্ণমেণ্টে তেওঁক এই উচ্চ শিক্ষা বিভাগত কাম নিদি তাৰ তলতীয়া থাপত কাম দিয়া হ'লে গৱৰ্ণমেণ্টে নিশ্চয় অপমান কৰিলেহেঁতেন। তেওঁৰ দৰে বিদ্বান মানুহজনে শিক্ষা বিভাগত নেথাকি যদি চিভিল চাৰ্ভিচত কাম পালেহেঁতেন, তেনেহ'লে শিক্ষা বিভাগে এজন পণ্ডিত মানুহক হেৰুৱালেহেঁতেন।

হৰিনাথ সৰুৰেপৰা চোকা ল'ৰা আছিল। তেওঁ মাইনৰ পৰীক্ষা পাচ কৰি পাঁচ টকা বৃত্তি পাইছিল। সেই তেতিয়াৰেপৰা আৰম্ভ কৰি শিক্ষা বিভাগত উচ্চ পদ পাইও তেওঁৰ পৰীক্ষা পাচ কৰাৰ ওৰ নপৰিল। সংস্কৃত আৰু আৰবী ভাষাত উচ্চ থাপৰ ডিপাৰ্টমেণ্টেল পৰীক্ষা পাচ কৰি তেওঁ দুহেজাৰ টকা পুৰস্কাৰ পাইছিল।

হৰিনাথৰ জীৱনত যে লেশমাত্ৰও দোষ নাছিল সি নহয়; কিন্তু যি অলপ আছিল সেই দোষে এনেহেন বিদ্বান মানুহৰ জ্যোতি কম কৰিব পৰা নাছিল। তেওঁৰ ছাত্ৰসকলে তেওঁক ভক্তি কৰিছিল। ইয়াৰ চানেকী—যদিও তেওঁৰ শেষকেটা দিন কলিকতাৰ কয়লাঘাটৰ ওচৰৰ মেটকাফ হল অথবা ইম্পীৰিয়েল লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ান হৈ থকাৰ নিমিত্তে ছাত্ৰসকলৰ সৈতে তেওঁৰ বিশেষ সংশ্ৰৱ নাছিল, ইয়াতে গম পোৱা যায় যে তেওঁৰ মৃত্যুৰ বাতৰি বিজুলী গতিৰে কলিকতাৰ চাৰিউফালে যোৱা মাত্ৰকতে কলেজৰ ছাত্ৰবোৰে তেওঁৰ ঘৰ ভৰি প'ল।

মৃত্যুৰ সময়ত তেওঁৰ বয়স কেৱল মাথোন ৩৪ বছৰ হৈছিল। ইমান কম বয়সত মৃত্যু হৈও যে তেওঁ ইমান নাম ৰাখি গৈছে, ই বৰ প্ৰশংসনীয়। তেওঁ মধ্যপ্ৰদেশৰ উকীল স্বৰ্গীয় ৰায় ভূতনাথ দে বাহাদুৰৰ পুত্ৰ। ধন্য পিতা, ধন্য মাতা আৰু ধন্য জন্মভূমি, যে এনে এজন সু-পুত্ৰ তেওঁলোকৰ আপোনতকৈও আপোন আছিল।

## শ্ৰীদামোদৰদেৱ *

আজি আসামৰ এটি অতি মহৎ দিন। আমি যে অসমীয়া সেইগুণে আজি আমাৰ আটাইৰে হৃদয়ত আনন্দ হোৱা উচিত। যি মহাপুৰুষজনৰ বিষয়ে আজি আপোনাসকলৰ আগত ৰচনা পঢ়িবলৈ থিয় হৈছোঁ, যি মহাপুৰুষজনৰ পবিত্ৰ নাম আজি উচ্চাৰণ কৰি আপোনাসকলৰ আগত দুআষাৰমান কথা ক'ব খুজিছোঁ, তেওঁ অসমীয়া আছিল। সেইগুণে আজি আমাৰ বৰ গৌৰৱৰ দিন।

আপোনাসকলৰ ওচৰত মহাপুৰুষ শ্ৰীদামোদৰৰ নাম সুপৰিচিত। আপোনাসকলৰ আগত মোৰ দৰে এজন অনভিজ্ঞ মানুহে তেখেতৰ জীৱনী পঢ়া ধৃষ্টতা মাত্ৰ। আৰু এই কথা ভাবিলে Carrying Coals To Newcastle—এই ইংৰাজী বচন মনত পৰে। কিন্তু যি হওক, বন্ধুবৰ্গৰ অনুৰোধ পেলাব নোৱাৰি আপোনাসকলক সেই মহাপুৰুষৰ বিষয়ে কেআষাৰমান ক'বলৈ সাজু হৈছোঁ। নিমন্ত্ৰণ-পত্ৰত মোক বক্তাৰ শাৰীত নেপেলাই পাঠকৰ শাৰীত পেলোৱা হ'লেই পত্ৰখন নিৰ্ভুল হ'লহেঁতেন।

শঙ্কৰদেৱকে প্ৰমুখ্য কৰি যিকেজন মহাপুৰুষে পঞ্চদশ আৰু ষোড়শ শতাব্দীত আসামক উজ্জ্বল কৰি অনাচাৰ, অধৰ্ম আদি পাপ-অন্ধকাৰ দূৰ কৰিছিল, সেইসকলৰ ভিতৰত শ্ৰীদামোদৰদেৱ এজন। ভগৱানৰ ইচ্ছাৰ গুণে ধৰ্মৰাজ্যৰ বিঘ্ন গুচাবৰ নিমিত্তে সেইখিনি সময়ত শ্ৰীশঙ্কৰদেৱ, শ্ৰীদামোদৰদেৱ ইত্যাদি মহাপুৰুষৰ আবিৰ্ভাব হৈছিল।

দামোদৰদেৱৰ পিতাৰ নাম দ্বিজ সদানন্দ, জননীৰ নাম সুশীলা দেৱী। আদিতে গৰুড়াচলৰ উত্তৰকালে ৰত্নেশ্বৰ নামে গ্ৰামত দামোদৰৰ পিতৃ সদানন্দৰ ঘৰ আছিল। সেই ঠাইতে সদানন্দৰ সৰ্ব্বেশ্বৰ আৰু ৰত্নাকৰ নামে দুটি পুত্ৰ হৈছিল। কিছুদিনৰ পাছত ৰত্নেশ্বৰ গাঁও এৰি সদানন্দই নলচা গ্ৰামত বসতি

*১.৩৫ শকৰ বহাগৰ ২৪ তাৰিখে গুৱাহাটীৰ কাৰ্জন হলত অনুষ্ঠিত সভাত পঠিত।
—সম্পাদক, আ. ৰ. ৰ.

কৰিলে। ৰৰদোৱাৰ দক্ষিণকালে নলচা গ্ৰাম। সদানন্দ সপৰিবাৰে তাত থাকোঁতেই তেওঁৰে সৈতে ৰৰদোৱা নিবাসী মহাপুৰুষ শঙ্কৰদেৱৰ আলাপ-পৰিচয় হয়। সেই পৰিচয় ক্ৰমে গাঢ়তৰ হৈ শেহত বন্ধুতাত পৰিণত হয়। এই নলচা গ্ৰামতে ১৪২০ শকত সুশীলাৰ গৰ্ভত সদানন্দৰ আৰু এটি পুত্ৰ জন্মে। তেওঁৰ নামেই দামোদৰ। সদানন্দই পুত্ৰ জন্ম হোৱাৰ সু-খবৰ শঙ্কৰদেৱৰ আগত ক'লত শঙ্কৰদেৱে হঠাৎ দামোদৰ নাম উচ্চাৰণ কৰিলে। সেই নামকে শঙ্কৰদেৱে সদানন্দৰ নৱজাত পুত্ৰৰ দিলে। সদানন্দই সন্তোষ মনেৰে সেই নামকে ৰাখিলে।

দামোদৰ নলচাতে ডাঙৰ-দীঘল হৈ সদায় পিতৃৰে সৈতে আৰু পিছত অকলেও শঙ্কৰদেৱৰ পাশলৈ অহা-যোৱা কৰিবলৈ ধৰিলে আৰু কৃষ্ণ-কথাত লাহে লাহে তেওঁৰ মন অভিষিক্ত হৈ পৰম ৰতি উপজিল। শঙ্কৰদেৱৰ জন্মশক ১৩৭১ আৰু দামোদৰদেৱৰ ১৪২০ ; এতেকে শঙ্কৰদেৱতকৈ দামোদৰদেৱ প্ৰায় পঞ্চাশ বছৰৰ সৰু আছিল।

অসমত ভূঞা ধৰা বিভ্ৰাট লাগিলত শঙ্কৰদেৱে ইষ্ট-মিত্ৰ, কুটম্ব-বান্ধৱ আৰু শিষ্যসকলেৰে ধুঞাহাটা পৰিত্যাগ কৰি কলং নৈয়েদি আহি কলাকটা আৰু ৰৰদোৱাত সোমাই বৰপেটালৈ যায়। নলচাৰ দামোদৰদেৱো তেওঁৰ লগতে যাওঁ বোলে ; কিন্তু দুৰ্ভাগ্যবশতঃ সেই সময়ত দামোদৰদেৱৰ মাতৃৰ পৰকাল হোৱাত শ্ৰাদ্ধাদি প্ৰেতকাৰ্য্য কৰিবলগীয়া বাবে দামোদৰদেৱ শঙ্কৰদেৱৰ লগত যাব নোৱাৰিলে। শঙ্কৰে দামোদৰৰ নিমিত্তে অপেক্ষা কৰিব নোৱাৰি তেওঁক লাহে লাহে পিছত আহিবলৈ কৈ গুচি গ'ল।

দামোদৰদেৱে মাতৃ-শ্ৰাদ্ধাদি সমাপন কৰি আঁটাই শঙ্কৰদেৱৰ সঙ্গলৈ যাবৰ অভিপ্ৰায় কৰি সপৰিবাৰে কামৰূপ পাই তেওঁলোকৰ পুৰণি ঠাই ৰত্নেশ্বৰ গ্ৰামতে থাকেগৈ। তাৰ পিছে তেওঁ নন্দগ্ৰামলৈ গৈ ৰামৰায়ৰ ঘাট পাই ৰামৰায়েৰে সৈতে আলাপ কৰি তেওঁৰ মুখে শঙ্কৰদেৱৰ বাতৰি পাই গৰজানেদি গৈ বিয়াসপুৰ পাই তাতে নিজৰ থকা ঠাই ল'লে। সেই সময়ত শঙ্কৰদেৱ ৰবলচুকত আছিল। ইয়াতে শঙ্কৰদেৱৰে সৈতে দামোদৰদেৱৰ পুনৰ্মিলন ঘটে।

'গুৰুলীলা'ত আছে, "দামোদৰ বৈলা জানা বিয়াসপুৰত। পাটবাউসী নাম জানা ভৈলেক পাছত॥" সেই সময়ত শঙ্কৰদেৱ সুন্দৰীদিয়াত আছিল আৰু বৰপেটাত এখনি সত্ৰ স্থাপিত হৈছিল। ইয়াৰ অলপ পাছতেই দামোদৰদেৱৰ পত্নীবিয়োগ হয়। তেওঁ ভাৰ্য্যাৰ প্ৰেতকাৰ্য্য কৰি মনত বিষাদ আৰু বৈৰাগ্য

লৈ শঙ্কৰৰ ওচৰলৈ গ'লত শঙ্কৰদেৱে তেওঁক বুজাই মনত শান্তি দান কৰি কৃষ্ণ-কথা কৈ ধৰ্মপ্ৰচাৰ কৰিবলৈ ক'লত দামোদৰে তাকে কৰিবলৈ ধৰিলে।

"হেন বাক্য শুনি শঙ্কৰে বুলিলা
মনত হৰিষ কৰি।
জানা যেবে হৰি কৰিলন্ত তেবে
থাকা মন বঙ্গ কৰি॥
আপুনি সৰ্ব্বজ্ঞ কি কৰোঁ তোমাক
মন স্থিৰ কৰিয়োক।
সুধৰ্ম্মক চাই লোকৰ কৃপায়
ভক্তি ধৰ্ম্ম ৰাখিয়োক॥
হেন বাক্য শুনি বোলন্ত আপুনি
উচিত তোমাৰ বাক্য।
আমাৰ মনত আছয় সৰ্ব্বথা
কৃষ্ণ-কথা কহিবাক॥"—গুৰুলীলা।

দামোদৰদেৱে পাটবাউসীত সত্ৰ পাতি থাকি ধৰ্ম্মপ্ৰচাৰ কৰি থাকোঁতে তেওঁৰ গুণশীল চৰিত্ৰই হেজাৰ হেজাৰ মানুহক আকৰ্ষণ কৰি তেওঁৰ শৰণাপন্ন কৰায়। ভেৰাগাঁৱৰ বৈকুণ্ঠ নামে এজন সংস্কৃত শাস্ত্ৰত অগাধ পণ্ডিত সৎ ব্ৰাহ্মণ আছিল। তেওঁ আহি দামোদৰদেৱৰ শিষ্যত্ব স্বীকাৰ কৰে। দামোদৰদেৱে এওঁকেই বৰ-নগৰৰ সত্ৰত ভাগতী পাতি আৰু পিছত পাটবাউসীত ভাগতী পাতি, শেহত তেওঁৰ পিছত অধিকাৰৰ পদ সমৰ্পণ কৰি যায়। এওঁৰে নাম ভট্টদেৱ। এওঁ বৰ-নগৰত থাকোঁতেই 'কথা-ভাগৱত' অৰ্থাৎ সংস্কৃত ভাগৱত অসমীয়া গদ্যলৈ ভাঙনি কৰে।

এই সময়ত বৰপেটা অঞ্চল কোচ ৰজা পৰীক্ষিতৰ অধীন আছিল। পৰীক্ষিতৰ ৰাজধানীৰ নাম বিজয়নগৰ আছিল। বিজয়নগৰ বিজনী বুলিয়েই মনত হয়।

কামেশ্বৰ নামে সন্ন্যাসী এজন আৰু শিৱৰৰ নামে দৈৱজ্ঞ এজন পৰীক্ষিত ৰজাৰ প্ৰিয়পাত্ৰ আছিল। তেওঁলোক দুয়ো বৈষ্ণৱদ্ৰোহী আছিল। তেওঁ-লোকে ৰজাক খল লগালে যে দামোদৰ নামে ব্ৰাহ্মণ বৈষ্ণৱ এজনে কামৰূপ-বৰপেটাত দুৰ্গা পূজা, ছাগ বলি আদি উঠালে আৰু সকলো লোকৰ মাজত এক-শৰণ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰি সকলোকে গয়া আদি তীৰ্থ নযোৱা, আদ্ধ

দেৱ-দেৱী নুপূজা, পিতৃ-মাতৃৰ শ্ৰাদ্ধ নকৰা অনাচাৰী কৰিলে। ইয়াৰপৰা নিশ্চয় ৰজাৰ ৰাজ্যত অমঙ্গল ঘটিব। ৰজাই সূচক চুজনৰ কথা শুনি দামোদৰ-দেৱৰ ওচৰলৈ দূত পঠিয়াই কোৱাই পঠিয়ালে যে তেওঁ যদি তেওঁৰ সত্ৰত বলি কাটি দুৰ্গা পূজা কৰিবলৈ সন্মত হয় তেন্তে ভালেই, যদি নহয় তেন্তে তেওঁক ধৰি আনিব। দূতৰ এই কথা শুনি একনিষ্ঠ কৃষ্ণভক্ত বৈষ্ণৱ দামোদৰ-দেৱে তেজী উত্তৰ দিলে—

"শুনিয়োক ৰাজদূত আমাৰ বচন।
শুনিয়ো লোকৰ যিটো লক্ষ্মীনাৰায়ণ॥
তাত পৰ আন কোন পাৰোঁ পূজিবাক।
বলিৰ লগত যদি কাটয় আমাক॥
মোৰ গল উপৰ বলিৰ গল তল।
কটা যদি আছয় তোহাৰ গাৱে বল॥
ৰজাৰ পাশক যাইবোঁ, নকৰিবোঁ পূজা।
হৰি বিনে আছয় আমাৰ কোন পূজা॥"—গুৰুলীলা।

এইবুলি দামোদৰদেৱ বিজয়নগৰলৈ যাবলৈ সাজু হ'ল। তেওঁৰ ভক্তবৃন্দ শিষ্যসকলে তেওঁক ক'লে, "বৰ বৰ লোক আছোঁ তোমাৰ কিঙ্কৰ॥ আমি বলি কাটিয়া তোমাৰ নাম কৰোঁ। তথাপি নাযাবা নাথ চৰণত ধৰোঁ॥" ভক্তশ্ৰেষ্ঠ ঈশ্বৰ-বিশ্বাসেৰে বলী মহাত্মা দামোদৰে আকৌ শিষ্যসকলক কেনে উত্তৰ দিলে চাওক—

"বিষ্ণু বিষ্ণু বুলি প্ৰভু দিলা সম্বিধান।
কিসক ই বোল বোলা চৰাল বচন॥
আমাৰ বদল তুমি বলিক কাটিবা।
আমি কেনে এৰাইবোঁ ই কথা নকৰা॥
ৰাজাৰ পাশক যাইবোঁ যেহি লাগে হোক।"

দামোদৰদেৱ বিজয়নগৰ পালত দূতে ৰজাক সেই বাতৰি দিলে। ৰজাই তেওঁক এঠাইত বহা কৰি থাকিবলৈ আজ্ঞা কৰিলতে তেওঁৰ শত্ৰু কামেশ্বৰ সন্ন্যাসীয়ে তেওঁৰ প্ৰতি কপট মিত্ৰতা দেখুৱাই নিজৰ দেৱালয়ৰ ওচৰৰ ঘৰত তেওঁক ৰাখিবলৈ বুলি ৰজাৰপৰা অনুমতি ল'লে। কামেশ্বৰে দামোদৰক কপট বস্ত্ৰ-সমাদৰ কৰি, তেওঁৰ ছিদ্ৰ চাই মিছা দোষ উলিয়াই ৰজাক আকৌ খল লগালে, যাতে ৰজাই দামোদৰদেৱৰ অনিষ্ট কৰে; কিন্তু ৰজাৰ আৰু

আন সজ বিষয়াসকলে সেইটো মিছা বুলি কৈ দামোদৰদেৱক চৈতন্য পন্থীয়া বেহুৱা ব্ৰাহ্মণ এজনৰ ঘৰত থোৱালে।

বেহুৱা ব্ৰাহ্মণৰ ঘৰত ভকতসকলেৰে সৈতে নাম-প্ৰসঙ্গ কৰি থাকোঁতে বহুত লোক দামোদৰদেৱৰ ধৰ্ম্মভাবত আকৃষ্ট হৈ তেওঁৰ শিষ্য হ'ল। আন কি ৰজাৰ অন্তঃপুৰৰ ৰাণীসকলো দামোদৰদেৱৰ ওচৰলৈ গৈ শৰণ ল'বৰ নিমিত্তে ব্যস্ত হৈ পৰিল।

ইয়াৰ ভিতৰতে কামেশ্বৰগিৰি আৰু শিৱবৰৰ সুচনামতে ৰাজসভাত দামোদৰদেৱৰ বিচাৰ হ'ল। ৰজাৰ আজ্ঞামতে ৰাণীশে দামোদৰদেৱক প্ৰশ্ন কৰিলে—

"শুনা মহাসন্ত ৰজায়ে পুছন্ত কেনে দেহা প্ৰশ্নোত্তৰ।
দেৱীক পূজন তীৰ্থক সেৱন প্ৰসিদ্ধ ইটো লোকৰ॥
বেদৰ বিহিত ধৰ্ম্ম-কৰ্ম্ম যত দ্বাদশ যেন নিয়ম।
পিতৃ-মাতৃ শ্ৰাদ্ধ গায়ত্ৰী-সন্ধ্যাক আন যত নিত্য কাম॥
দ্বিজৰ আচাৰ কৰি পৰিহাৰ বৌদ্ধমত প্ৰৱেশিলা।
তযু উপদেশে প্ৰজাক নিঃশেষে কৰ্ম্মত বিমুখ ভৈলা॥
শ্ৰেষ্ঠ বিবা কৰে কনিষ্ঠে আচৰে ইসব ভৈলা অন্যায়।
ইহাক পুছিবে লাগি নৰনাথে আনিলা ঐক মতাই॥"

ইয়াৰ উত্তৰত দামোদৰদেৱে যি ক'লে তলত দিলোঁ—

"তীৰ্থক সেৱন দেৱী উপাসন ধৰ্ম্ম-কৰ্ম্ম যাগ-যোগ।
ৰামকৃষ্ণ নামে সকলে সিজয় নলাগে একো উদ্যোগ॥
তহিতে ৰহন্ত গঙ্গা যমুনাও গোদাবৰী সৰস্বতী।
আন তীৰ্থ যত আছে পৃথিৱীত স্নানি পাৱে সদগতি॥
অচ্যুতৰ যৈত উদাৰ চৰিত্ৰ প্ৰসঙ্গ কৰে সতত।
তীৰ্থৰ সমান হোৱে সেহি থান গীতা ভাগৱত মত॥
এতেকেসে ৰামকৃষ্ণ নাম বিনে নজানোহো আমি আন।
কৃষ্ণৰ নামত ধৰ্ম্ম-কৰ্ম্ম যত সবাৰ আশ্ৰয় স্থান॥
সত্য যুগে ধ্যান ত্ৰেতা যুগে যজ্ঞ দ্বাপৰে পূজা সম্প্ৰতি।
কলিত কৃষ্ণৰ নাম ব্যতিৰেকে নাই নাই আন গতি॥
সন্ত সজ লৈয়া যবে হৰি পদে আশ্ৰয় নকৰে নৰ।
তবে ব্ৰহ্মাণ্ডত আয়াযাত্ৰ কৰি ফুৰিবেক নিৰন্তৰ॥

পঞ্চ ভূত দেহা যাৱত থাকয় তাৱত নাম নেৰিবোঁ।
ইদেহ পৰিলে যেহি যোনি পাওঁ জন্মে জন্মে নাম লৈবোঁ ॥”

ইয়াৰ পিছত সভাসদসকলৰপৰা দুয়াৰ-এবাৰ কথাৰ অন্তত ৰজাই সভা ভঙ্গ কৰি ভিতৰলৈ গ'ল। দামোদৰদেৱে সেইদৰেই বিজয়নগৰত বেছুৱা ব্ৰাহ্মণৰ ঘৰত ভক্ত উপাসক শিষ্যমণ্ডলীৰে পৰিবৃত হৈ এবছৰ কাল কটালে। এনেতে এদিন এটা ঘটনা ঘটিল। আগেয়েই কৈ আহিছোঁ যে বিজয়নগৰৰ মানুহ দামোদৰদেৱৰ ফালে একেবাৰে ভাগি পৰিছিল; তেওঁৰ তাত হোৱা নাম-প্ৰসঙ্গ, ভাগৱত পাঠ আদি শুনিবলৈ আৰু তেওঁৰ প্ৰশান্ত মূৰ্ত্তি দেখি কৃতাৰ্থ হ'বলৈ চহৰৰ ডাঙৰ-সৰু সকলো মানুহ দিনৌ আহি তেওঁৰ ওচৰত উপচি থাকে। ৰজা-ৰাণীসকলৰো একান্ত ইচ্ছা যে তেওঁলোকে দামোদৰদেৱক দৰ্শন আৰু সেৱা কৰি কৃতকৃত্য হয়। কিন্তু ৰজাৰ বিনা-অনুমতিত সেই কাৰ্য্য কৰিব নোৱাৰি তেওঁলোক বৰ দুখিত হৈ আছিল। তেওঁলোকৰ দাসীবোৰৰ হতুৱাই নানা উপহাৰ দ্ৰব্য তেওঁলোকে সদায় দামোদৰদেৱৰ নিমিত্তে পঠিয়াই আছিল আৰু দামোদৰদেৱৰ-পৰা সিহঁতৰ হাতে নিৰ্ম্মালি-প্ৰসাদ লভি আছিল।

এদিন ৰজা পৰীক্ষিতে মহা আড়ম্বৰ কৰি চিকাৰ কৰিবলৈ গ'লত ৰজাৰ অন্তঃ-পুৰৰ মহিলাসকলে সুযোগ পাই স্বহস্তে নানা উপহাৰ-দ্ৰব্যাদি আনি দামোদৰ-দেৱৰ পাশ পালেহি। সেই সময়ত তাত হৰি-কীৰ্ত্তন আদি নানাপ্ৰকাৰ উৎসৱ হোৱাত অনেক নৰনাৰীৰ সমাগম হৈছিল আৰু ৰাজ-মহিষীসকলে সেই মহোৎসৱত আপোন-পাহৰি বহি থাকোঁতে ৰাতি তিনিপৰীয়া হ'ল। এনেতে ৰজা চিকাৰৰপৰা উভতি সেই বাটেদি আহোঁতেই ইমান লোকৰ সমাগম দেখি, কি বাবে এই জনতা হৈছে বুলি সোধাত, লগতে থকা ক্ৰূৰ কামেশ্বৰ আৰু শিৱৰৰে সুবিধা পাই ৰজাক ক'লে, “মহাৰাজ, ৰাজ্যৰ নৰনাৰী সকলোকে দামোদৰে বলিয়া কৰিলে, সকলো ব্যভিচাৰী হ'ল। এইদৰে নিতৌ ইয়াত লোকৰ সমাগম হয়; আৰু আন কি, মহাৰাজে ভালকৈ চাই দেখক আপোনাৰ অন্তঃপুৰৰ মহিলা-সকলো ইয়াতে। মহাৰাজৰ ৰাজ্যৰ তিনিভাগ মানুহক দামোদৰে অধীন কৰিলে, মহাৰাজ মাথোন এভাগৰহে মালিক।” এই কথা শুনি ৰজাই অপমান পাই ঘৰলৈ আহি ৰাতিটোৰ বাকীডোখৰ কটাই পিছদিনা দামোদৰদেৱক বিজয়-পুৰ এৰি গুচি যাবলৈ হুকুম দিলে। আৰু তেওঁ মানুহ পঠিয়াই দি তেওঁৰ ৰাজ্যৰ সীমা লোপকোহ নদী পাৰ কৰাই থোৱালে। ধৰ্ম্মসংস্কাৰকৰ নিৰ্য্যাতন পৃথিৱীৰ সকলো ঠাইতে সকলো সময়তে এনে হৈ থাকে।

যেহাবৰ লক্ষ্মীনাৰায়ণ ৰজাই এই বাতৰি পাই হাততে স্বৰ্গ চুকি পালে। মহাপুৰুষদেৱক নিজৰ নগৰলৈ আৰৰি আনিবলৈ তেওঁ মানুহ পঠিয়ালে। সোণ-কোষ পাৰ হৈ লক্ষ্মীনাৰায়ণৰ ৰাজ্যলৈ যাওঁতে বাটতে গধূলি এঘৰত আলহী থাকিবৰ মনেৰে দামোদৰদেৱ ৰ'ল। সেই মানুহঘৰে হাঁহ, কুকুৰা, গাহৰি পুহিছিল দেখি দামোদৰদেৱে গৃহস্থৰ ঘৰত থাব খুখুজি গৃহস্থক ক'লে, "যদি তুমি হৰিত শৰণ লৈ ভকত নোহোৱা তেন্তে ৰাতিটো তোমাৰ ঘৰত কোনোমতে পৰি থাকি পুৱাই উঠি গুচি যাম, ভোজন কৰিব নোৱাৰোঁ।" গৃহস্থই সেই কথা শুনি দামোদৰদেৱৰ ওচৰত শৰণ লৈ গাহৰি, কুকুৰা আদি ঘৰৰপৰা দূৰ কৰি চক-হাৰী পেলাই ভকত হ'ল। সেই গৃহস্থৰ ঘৰতে দামোদৰদেৱ দিনচেৰেক থাকি তাৰ পিছতহে লক্ষ্মীনাৰায়ণ ৰজাৰ নগৰলৈ গ'ল। ৰাজাই দামোদৰদেৱক সন্মান কৰি নিজৰ ৰাজ্যত ৰাখি তকৰাঢাপত সত্ৰ কৰাই দিয়ালে। সেই সত্ৰৰ নাম হ'ল বৈকুণ্ঠপুৰ।

যেহাৰত দামোদৰদেৱৰ সাত বছৰ আছিল। তেওঁ তাত থাকোঁতেই মুছলমান নবাবেৰে সৈতে পৰীক্ষিতৰ যুদ্ধ হয়; সেই যুদ্ধত পৰীক্ষিত পৰাস্ত হয়, আৰু ৰাজ্যত ভূমিকম্প আদিও হয়। মহাপুৰুষৰ নিৰ্য্যাতনৰ এয়ে ফল। লক্ষ্মী-নাৰায়ণৰ যেহাৰ ৰাজ্যতে তকৰাঢাপৰ বৈকুণ্ঠপুৰ সত্ৰত মহাপুৰুষ শ্ৰীদামোদৰদেৱে ৰহাগ মাহৰ আঁউহীৰ শেহত প্ৰতিপদ তিথিত মানৱলীলা সম্বৰণ কৰি বৈকুণ্ঠ প্ৰয়াণ কৰে।

দামোদৰদেৱৰ নিজ ধৰ্ম্মত অচল-অটল বিশ্বাস, কৰ্ত্তব্যনিষ্ঠা অতি প্ৰগাঢ় আছিল। আমি ওপৰত কৈ অহা ৰাজদূতৰ আগত কোৱা তেওঁৰ উক্তি আৰু পৰীক্ষিত ৰজাৰ সভাত তেওঁৰ বিচাৰৰ সময়ত কোৱা কথাই তাৰ জলন্ত দৃষ্টান্ত।

তেওঁ পঁচানব্বই বছৰ এই পৃথিৱীত আছিল। তেওঁ অতি বলিষ্ঠ আছিল; তেওঁৰ পাদুকাই সেই বিষয়ৰ চিন।

আজি কালি আমাৰ আসামত যিসকল সত্ৰ আছে, তাৰ বেছিভাগেই শ্ৰীদামোদৰৰপৰা হোৱা—আউনীআটীকে আদি কৰি। তেওঁৰ পাঁচ শুক্তক পাঁচপিনে পঠিয়াই সত্ৰ স্থাপনা কৰালে।

তেওঁৰ ধৰ্ম্ম কৃষ্ণত এক-শৰণ, গীতা ভাগৱতোক্ত বৈষ্ণৱ ধৰ্ম্ম, যাৰপৰা তেওঁ নিজে চুলি এডালবো সমান লৰচৰ নকৰিছিল।

তেওঁৰ ধৰ্ম্ম প্ৰচাৰৰ প্ৰণালী হৰিৰ নাম-প্ৰসঙ্গ, কৃষ্ণৰ নাম আৰু লীলা শ্ৰৱণ-কীৰ্ত্তন, নিত্য ভাগৱত পাঠ। ভকতৰ প্ৰতি প্ৰীতি, স্ত্ৰী-শূদ্ৰ-অন্ত্যজ পৰ্য্যন্ত সকলোকে

কৃষ্ণনাম প্ৰদান কৰি কৃষ্ণত শৰণ লোৱাই, সদাচাৰ শিকাই ভকতীয়া কৰা। এয়ে মহাপুৰুষ শঙ্কৰদেৱৰো ধৰ্ম্ম আৰু ধৰ্ম্ম-প্ৰচাৰৰ প্ৰণালী ; এয়ে হৰিদেৱৰো ধৰ্ম্ম আৰু ধৰ্ম্ম-প্ৰচাৰৰ প্ৰণালী ; এয়ে মহাপুৰুষ মাধৱদেৱৰো মহাপুৰুষীয়া ধৰ্ম্ম আৰু ধৰ্ম্ম-প্ৰচাৰৰ প্ৰণালী।

মই আসামলৈ উভতি অহা সৰহ দিন হোৱা নাই ; কিন্তু শুনিবলৈ পাইছোঁ যে বৰ্ত্তমান দামোদৰীয়া সম্প্ৰদায়ৰে লৈতে আন বৈষ্ণৱসকলৰ মনোমালিন্য আছে। ই বৰ দুখৰ কথা। জীৱিতাৱস্থাত শ্ৰীশঙ্কৰদেৱৰ আৰু শ্ৰীদামোদৰ-দেৱৰ ভিতৰত সদ্ভাব আছিল। তেনেহ'লে তেওঁলোকৰ বৰ্ত্তমান শিষ্যাদিৰ ভিতৰত কিয় এনে বিসম্বাদ ? তেওঁলোকৰ স্বৰ্গীয় গুৰু দুজনে এনে অসদ্ভাৱৰ নিমিত্তে নিশ্চয় সন্তোষ আৰু শান্তি পোৱা নাই।

আৰু এটা কথা এইখিনিতে ক'ব খোজোঁ। সভা, সমিতি, বক্তৃতা ইত্যাদি কৰিয়েই মহাত্মাসকলক আমাৰ স্মৃতি-পটত ৰাখি থ'লেই নহয়। যাতে সেই মহাপুৰুষসকলৰ অনুকৰণ আৰু অনুসৰণ আমাৰ দেশৰ শিক্ষিত-অশিক্ষিত, ধনী-নিৰ্ধনী, স্ত্ৰী-পুৰুষ, বালক-বালিকা আটায়ে সুচলে কৰিব পাৰে, বৰ্ত্তমান শিষ্যাদিক সেই বিষয়ে চকু ৰাখিবলৈ মই বিনীত মিনতি কৰোঁ। প্ৰতি বছৰ বহাগৰ শুক্লা প্ৰতিপদৰ দিনা আমাৰ আটাইৰে একেলগ হোৱা যদিও বাঞ্ছনীয়, কিন্তু ইয়াতে এবছৰৰ কাম শেষ হ'ল বুলি ভাবি থকাটো বাঞ্ছনীয় নহয়। এই আমাৰ কথাত, প্ৰাৰ্থনা কৰোঁ আপোনাসকলে দোষ নধৰিব।

আসামৰ কি সৌভাগ্য যে এই মহাপুৰুষসকলে আসামত এনে পবিত্ৰ নিৰ্ম্মল বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰি কোটি কোটি জীৱৰ জীৱন পৰিশুদ্ধ পৱিত্ৰ কৰি তেওঁলোকক পৰমেশ্বৰৰ সিংহাসনৰ নিকটবৰ্ত্তী কৰিলে, আসামৰ সমাজত বিশুদ্ধ ধৰ্ম্মভাৱ আৰু সদাচাৰৰ সোঁত বোৱাই সমাজ-শৰীৰৰ ৰোগ গুচালে। যতদিন পৃথিৱীত সভ্যতা থাকিব, জ্ঞান-ভক্তিৰ আদৰ থাকিব, ততদিন প্ৰকৃতিৰ ৰম্য-কানন আসামত পৱিত্ৰ স্মৃতি-পটৰপৰা এই মহাপুৰুষসকলৰ নাম মচ নেখায়।

আসাম দুখীয়া হওক, আসাম কঙাল হওক, কিন্তু এই কথা নিশ্চয় যে এই-সকল মহাপুৰুষ-প্ৰসূতী আসাম ধৰ্ম্ম-ধনৰ কেতিয়াও কঙাল নহয়।

# ৺ৰামানুজম্ এফ-আৰ-এছ

এই মানুহজনা ভাৰতৰ গৌৰৱ। তিৰিশ বছৰ বয়সতে সিদিনা এখেতে দেহ-ত্যাগ কৰিলে। এওঁৰ দৰে অঙ্কশাস্ত্ৰত পণ্ডিত মানুহ পৃথিৱীত বিৰল। এওঁ বিশ্ববিদ্যালয়ৰ গ্ৰেজুয়েট নহয়—আজি-কালি গ্ৰেজুয়েট-মাহাত্ম্যৰ দিন। এনে দিনত যে এজন মানুহে অঙ্কশাস্ত্ৰত পৃথিৱীৰ ভিতৰত উচ্চ আসন পাইছিল, ই আচৰিত। যি দেশত তেওঁ এই আসন পাইছিল, তাত গ্ৰেজুয়েট হ'লেই যে সম্মানিত ব্যক্তি হ'ব পাৰে, আৰু নহ'লেই যে নহয়, ই সেই দেশ নহয়। সেই ঠাই ইংলণ্ড—তাত গুণী হ'লেই সন্মান পোৱা যায়; ভাৰতবৰ্ষৰ দৰে "Are you a graduate" কথাটো তাত তিমানকৈ মানুহে নোসোধে, আৰু ডেকা ল'ৰাইও তিমানকৈ এই প্ৰশ্নৰ উত্তৰ দিব নেলাগে।

এই মানুহজনা মাদ্ৰাজৰ। এফ্.এ. (ইণ্টাৰমিডিয়েট্) পৰীক্ষাত ফেল্ হৈ সেই ঠাইৰ পোৰ্ট কমিশ্যনাৰৰ অফিচত কেৰাণী হৈ আছিল। ২৫।৩০ টকামান দৰমহা পাইছিল। তেওঁ ঘৰতে বহি অঙ্ক কৰিবলৈ ভাল পাইছিল। এনেকৈ অঙ্ক কৰি বিলাতৰপৰা অহা কোনো প্ৰশ্ন কাকতত দেখিলে উত্তৰ দিছিল। কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ অঙ্কশাস্ত্ৰৰ পণ্ডিত এজনে তেওঁৰ উত্তৰবোৰ দেখি আচৰিত হৈছিল। ৰামানুজমে নিজৰ নিয়মেৰে অঙ্ক কৰি তাৰ কেনেকৈ উত্তৰ দিলে? তেনেকৈ আগেয়েতো কোনেও কৰা নাই। এওঁ কোন? এনেকি, পৃথিৱীৰ ভিতৰত অঙ্কবিদ্যাত সৰ্ব্বশ্ৰেষ্ঠ বিশ্ববিদ্যালয়ৰ পণ্ডিতেও এনেকৈ সেইবোৰ প্ৰশ্নৰ মীমাংসা কৰিব নোৱাৰিছিল। তেওঁ পোৰ্ট কমিশ্যনাৰৰ বৰচাহাবক সুধি পঠালে, "ৰামানুজম্ কোন? তেওঁ বিলাতলৈ আহিবনে? আহিলে তেওঁক বিশ্ব-বিদ্যালয়ে সাদৰি ল'ব।" তাৰ পাছত এই ল'ৰাটি বিলাতলৈ গ'ল। বিলাতত এওঁৰ আশ্চৰ্য্য শক্তি দেখি সকলো মোহিত হ'ল। পাছত ৰয়েল ছোচাইটিয়ে (Royal Society) তেওঁক আগ্ৰহেৰে 'ফেলো' কৰিলে। এই সন্মান

আজিলৈকে কোনো ভাৰতবাসীয়েই পোৱা নাই, ৰামানুজমেই প্ৰথম। মাদ্ৰাজ বিশ্ববিদ্যালয়ে কি ভাবিছে ক'ব নোৱাৰোঁ। আৰু ভাৰতৰ আন আন বিশ্ববিদ্যালয়েইবা কি ভাবিছে! ভাৰতীয় বিশ্ববিদ্যালয়ৰ এফ্.এ. ফেইল হোৱা হ'ল Fellow of the Royal Society! ধন্য ৰয়েল ছোচাইটি! ধন্য ভাৰতীয় বিশ্ববিদ্যালয়!!

এই বিদ্বান পুৰুষৰ জীৱনী এতিয়া লেখিবৰ সময় নহয়। তাৰ সময় আছে। আমি এইখিনি লেখিছোঁ এইবুলি যে আমিও ভাৰতবৰ্ষীয়, ৰামানুজমো ভাৰতবৰ্ষীয়; তেওঁৰ গৌৰৱেই আমাৰ গৌৰৱ। এটি কথা এইখিনিতে কওঁ যে ৰয়েল ছোচাইটিয়ে যাকে-তাকে 'ফেলো' নকৰে। পৃথিৱীৰ কিমান বিদ্বান মানুহ এই সমাজৰ সভ্য হ'ব খোজে; কিন্তু কেইজনে পাৰে? যি মানুহে বিশেষ গুণৰ পৰিচয় দিয়ে, তেৱেঁইহে এই সভাৰ সভ্য হ'বৰ যোগ্য। আমাৰ কি আন বিশ্ববিদ্যালয়ৰ প্ৰথম স্থান অধিকাৰ কৰিও যেই-সেই মানুহ এই সভাৰ সভ্য হ'ব নোৱাৰে। এতিয়া ভাবি চাওক, ৰামানুজমে কি সন্মান পাইছিল, আৰু তাৰ লগতে আমি কি সন্মান পাইছোঁ। Sir J. C. Bose-ৰ এই সভাৰ সভ্য হ'বৰ কথা হৈছে। আজিলৈকে কিন্তু হোৱা নাই।

ৰামানুজম্ বামুণ। মাদ্ৰাজী বামুণ যেতিয়া নিৰামিষ খাইছিল, আৰু শুনিছোঁ—নিজে তেওঁ ভাত ৰান্ধি খাইছিল। তেওঁ মস্তিষ্ক চালনা কৰা মানুহ, তেওঁৰ এনে অনিয়ম নচলে। বিলাতত নিৰামিষ খালেই যে মানুহৰ শৰীৰ বেয়া হয়, সি নহয়। বিলাতত নিৰামিষাশী আছে, আৰু ভাৰতবৰ্ষৰো বহুত মানুহে বিলাতত নিৰামিষ খাই থাকে; কিন্তু ৰামানুজমৰ দৰে মস্তিষ্ক চালনা কেইজনে কৰে? আৰু আজি-কালি যুদ্ধৰ নিমিত্তে বহুতো মানুহৰ খোৱা-বোৱা কমাব লাগিছিল। একে নিৰামিষীয়া, তাতে আকৌ তাকৰকৈ খোৱা—এইবোৰ অনিয়মেই চাগৈ ৰামানুজমৰ মৃত্যুৰ কাৰণ হৈছিল। তেওঁৰ প্ৰধান খাদ্য চাগৈ গাখীৰ আৰু মাখন আছিল; কিন্তু মাখনৰ নৱনীত্ব যুদ্ধৰ সময়ত মাৰ্গেৰিনে দূৰ কৰিছিল, তেওঁ তাৰে বল কেনেকৈ পাব? এইটো আমাৰ ধাৰণাহে মাথোন। যি হওক, ৰামানুজমৰ অবৰ্ত্তমানত আজি পৃথিৱী দীন। ইংলণ্ডতে ৰামানুজমৰ শৰীৰ ঘাটি আহিছিল। পাছত নিজৰ মাতৃভূমিলৈ ঘূৰি আহি কেদিনমান থাকি স্বৰ্গধামলৈ গ'ল। এওঁ ক্ষণজন্মা পুৰুষ। নিজৰ কৰ্ম্ম সাধন কৰি, নিজৰ পৰিয়ালক, নিজৰ মাতৃভূমিক চিৰগৌৰৱান্বিত কৰি অনন্তধামলৈ গুচি গ'ল। এই পৃথিৱী তেওঁৰ দৰে মানুহৰ

নিমিত্তে নহয়। আজি পৃথিবীৰ সকলো মানুহেই তেওঁৰ মৃত্যুত শোক কৰিছে। তেওঁ গ'ল ; কিন্তু তেওঁৰ স্মৃতি পৃথিবীত চিৰদিনলৈকে থাকিব।

আমাৰ ল'ৰা-ছোৱালীয়ে শিকিব, "ভাৰতবৰ্ষীয়ৰ ভিতৰত কোন প্ৰথমেই বয়েল সভাৰ সভ্য হয়?" "ৰামানুজম্।" তেওঁৰ নাম যেনে সুন্দৰ আৰু মহৎ, সেইৰূপে তেওঁ সুন্দৰ আৰু মহৎ কাম কৰি নিজৰ আৰু ভাৰতৰ মাহাত্ম্য দেখুৱাই নিত্যধামলৈ গুচি গ'ল।

ভগৱন্তে তেওঁৰ শোকসন্তপ্ত পৰিয়ালক শান্তি দিয়ক আৰু তেওঁৰ আত্মাৰ মঙ্গল কৰোক।

# আজিমুদ্দিন আহ্মদ

মানুহৰ জীৱন যে অনিশ্চিত, এই মানুহজনৰ মৃত্যুৰপৰাই বেছ বুজিব পাৰি। দীঘল-ডাঙৰ মানুহজন সিদিনা গুৱাহাটীত ফুৰি ফুৰিছিল ; কিন্তু আজি তেওঁ নাই। পৃথিৱীৰ অনিবাৰ্য্য নিয়ম। এই নিয়মৰ ব্যতিক্ৰম নহয় ; কিন্তু হঠাৎ এনে এটি দুৰ্ঘটনা ঘটিলে মানুহৰ ধৈৰ্য্যশক্তি হ্ৰাস হয়।

এওঁ মুছলমান। হিন্দু আৰু মুছলমান—দুইকো এওঁ সমান চকুৰে দেখিছিল, আৰু দুয়ো তেওঁক শ্ৰদ্ধাৰ চকুৰে দেখিছিল। তেওঁৰ কোনো শত্ৰু নাছিল। আৰু এটা বিশেষত্ব, তেওঁক কেতিয়াও আমি খং কৰা দেখা নাই। নিৰ্ব্বিবাদে নিজৰ কাম কৰিছিল। তেওঁ আমাৰ আসামৰ এজন সুপুত্ৰ আছিল। বিধবা পত্নী আৰু দুটি ল'ৰাক অনাথ কৰি আৰু মাতৃভূমিক দুখীয়া কৰি তেওঁ পৰলোকলৈ গ'ল।

ডেৰ বছৰমান আগেয়ে গোলাঘাটত তেওঁৰ ইনফ্লুৱেঞ্জা ৰোগ হৈছিল। এই বেমাৰৰপৰাই তেওঁৰ শৰীৰ একেবাৰে ভাগি পৰিল। গুৱাহাটীত স্বাস্থ্য লাভৰ নিমিত্তে ছুটী লৈ কিছুদিন আছিল। গোৱালপাৰালৈ কাৰ্য্যবশতঃ যোৱাত তাতে তেওঁৰ মৃত্যু হ'ল। মৃত্যুৰ কাল-অকাল নাই ; কিন্তু পৃথিৱীৰ মতে তেওঁ অতি অকালত পৃথিৱী এৰি গ'ল। ঈশ্বৰে তেওঁৰ বিধবা পত্নীক আৰু ল'ৰা দুটিক শান্তিত ৰাখোক। ল'ৰা দুটিয়ে যেন পিতৃ-দেৱতাকৰ উজ্জ্বল আৰ্হি আগত থৈ সংসাৰৰ কৰ্ম্মপথত কৰ্ম্মবীৰ হৈ আগুৱাব পাৰে।

তেওঁ বি.এ. পাছ কৰি ছাব-ডেপুটি কলেক্টৰৰ কামত সোমাল। সেই কাম সুকলমে কৰাৰ বাবে তেওঁক চৰকাৰে একষ্ট্ৰা এছিষ্ট্যাণ্ট কমিশ্যনাৰৰ পদলৈ আনিলে। গুৱাহাটীত সেই কামত কিছুদিন আছিল। উকিল-মুক্তিয়াৰ, গুচৰীয়া-পদৰীয়া, আমোলা-মহৰী আটায়ে তেওঁক শ্ৰদ্ধা কৰিছিল। হাকিম বুলি মৌখিক শ্ৰদ্ধা কৰা নহয়, একেবাৰেই অন্তৰৰপৰা শ্ৰদ্ধা কৰিছিল। তেওঁৰ ব্যৱহাৰ মিঠা

আছিল। নিৰহঙ্কাৰী, গম্ভীৰ মূৰ্ত্তিৰ পুৰুষ আছিল। তেওঁৰ মৃত্যুৰ সময়ত চল্লিশ বছৰমান বয়স হৈছিল।

আজিমুদ্দিন আজাদ হিন্দু আৰু মুছলমানৰ এজন আদৰ্শ পুৰুষ। তেওঁৰ মৃত্যুত তেওঁৰ চিনাকি সকলো মানুহেই দুঃখিত। সকলো মানুহেই কৈছে, "এনে ভাল মানুহ বিৰল।" এই মানুহজনৰ নামো লোপ হ'বলৈ দিয়া ভাল নহয়। মানুহৰ স্মৃতি ক্ষণস্থায়ী; কিন্তু এনে এজনৰ স্মৃতি আন একোৰে নোৱাৰিলেও এখনি সৰু জীৱনীৰে ৰক্ষা কৰা উচিত। আশাকৰোঁ, এই কাম কোনো এজন তেওঁৰ সুপৰিচিত লোকে হাতত ল'ব।

# বুকাৰ ৱাশ্বিংটন

বুকাৰ ৱাশ্বিংটনৰ বিষয়ে প্ৰেছিডেণ্ট ৰুজভেল্টে তেওঁৰ জীৱনীৰ পাতনি লেখোঁতে প্ৰথম কেষাৰত এইবুলি লেখিছে, "বুকাৰ ৱাশ্বিংটন যে আমেৰিকাৰ এজন ডাঙৰ মানুহ আছিল এই কথা ক'লে অত্যুক্তি নহয়।" যুক্তৰাজ্যৰ সকলো জাতিৰ ডাঙৰ মানুহৰ মাজত তেওঁ এজন মহৎ মানুহ আছিল। প্ৰেছিডেণ্ট ৰুজভেল্টে (Roosevelt) তেওঁক বৰ সন্মান কৰিছিল। এই সন্মানৰ নিমিত্তে আমেৰিকাৰ মানুহবিলাকৰ তেওঁ বহুতো অপমান সহ্য কৰিবলগীয়াত পৰিছিল। বুকাৰ ৱাশ্বিংটন ক'লা নিগ্ৰো। আমেৰিকাত নিগ্ৰো জাতিৰ নিৰ্য্যাতন। মাৰ্কিন দেশীয় মানুহবোৰ স্বাধীনতাপ্ৰিয় উদাৰ জাতি বুলি বিখ্যাত; কিন্তু এই মানুহবোৰৰ বিশেষতঃ যুক্তৰাজ্যৰ দক্ষিণভাগৰ মানুহবোৰৰ নিগ্ৰোসকলৰ ওপৰত ব্যৱহাৰ দেখিলে মনত নহয় যে এওঁলোক উদাৰ জাতি। কেতিয়াবা কেতিয়াবা এনে অসহনীয় ঘটনাও দেখা গৈছে যে এজন নিগ্ৰোৰ দোষৰ নিমিত্তে আন এজন নিগ্ৰোই শাস্তি পাইছে। এই শাস্তিৰ আইন নাই—ইয়াক (Lynch Law) লিঞ্চ আইন কোৱা হয়। কিন্তু বহুতে ইয়াক Lynch Lawlessness বোলে।

হয়তো এজন নিগ্ৰোই কোনো বিশেষ অন্যায় কৰিছে, অন্যায়ৰ (Victim) ভুক্তভোগী এজন বগা আমেৰিকান। বিচাৰ নাই, একো নাই, সেই নিগ্ৰোটোক ধৰি গছত লটকাই জীয়াই জীয়াই পোৰে কি গুলী কৰি মাৰে, আৰু সেই কি আন এনে কোনোপ্ৰকাৰে তাৰ জীৱন নাশ কৰে। এজন নিগ্ৰোই এনে কোনো অন্যায় কৰাৰ পাছত এবাৰ সেই নগৰলৈ বুকাৰ ৱাশ্বিংটনৰ সেই সময়তে যাবলগীয়া হৈছিল। তেওঁক বহুতে মানা কৰিছিল; কিন্তু শুনিলে। বগা আমেৰিকানবোৰে উন্মত্ত হৈ নগৰৰ বাটে বাটে ঘূৰি ফুৰিছে। ক'লা মানুহৰ মোটৰ গাড়ী এখন বোৱাত সেই মানুহবোৰে হাওৱা গাড়ীখন ৰখাই ক'লে, "আমাক বুকাৰ ৱাশ্বিংটনক উলিয়াই দে।" কিন্তু সুখৰ বিষয় সেই গাড়ীত এই মহৎ মানুহজন নাছিল, আৰু এজন সেই নগৰৰে বিশেষ ক্ষমতাশালী ক'লা ডাঙৰ মানুহ আছিল,

আৰু এই মানুহজনে বুজাই কোৱাত উন্মত্ত মানুহবোৰ নগৰৰ আনফালে গ'ল আৰু বুকাৰ ৱাশ্বিংটনে নিৰাপদে বক্তৃতাৰ ঠাই পালেগৈ।

এওঁ এজন সুবক্তা আছিল। এওঁৰ জীৱনৰ প্ৰধান লক্ষ্য ক'লা জাতিৰ উন্নতি। কি কৰিলে ক'লা জাতি পতিতাৱস্থাৰপৰা উন্নত অৱস্থালৈ আহি সভ্য জাতিৰ লগত সমভাৱে থাকিব-চলিব পাৰে, তেওঁৰ জীৱনৰ এয়ে প্ৰধান লক্ষ্য আছিল। এই মহৎ কামত যে তেওঁ কৃতকাৰ্য্য হৈছিল ই নিঃসন্দেহ। টাস্কেজী স্কুলেই ইয়াৰ প্ৰধান নিদৰ্শন।

টাস্কেজী নগৰত তেওঁ কেনেকৈ বিশ্ববিদ্যালয়খন পাতিলে, কেনেকৈ চলালে, কেনেকৈ সকৰেপৰা ডাঙৰ-দীঘল কৰি যুক্তৰাজ্যৰ নানান বিশ্ববিদ্যালয়ৰ ভিতৰত এখন প্ৰধান বিশ্ববিদ্যালয় কৰিলে, এই সকলো বিষয় আমাৰ সকলোৰে জনা উচিত। এই বুকাৰ ৱাশ্বিংটন এজন গোলাম আছিল। এই গোলামী অৱস্থাৰ-পৰা কেনেকৈ পৃথিৱীৰ ডাঙৰ মানুহৰ লগত সমভাৱে চলিব'পৰা হ'ল, প্ৰেছিডেন্ট কুজভেল্টৰ বন্ধু হ'ল, য়ুৰোপৰ ৰজাবিলাকৰ সৈতে দেখা কৰিবৰ যোগ্য মানুহ হ'ল, কেনেকৈ এখন বিখ্যাত বিশ্ববিদ্যালয়ৰপৰা 'ডাক্তৰ' উপাধি পালে আৰু আটাইতকৈ নিগ্ৰো জাতিক কেনেকৈ শিক্ষা দি পৃথিৱীৰ সভ্য জাতিৰ লগত একে শাৰীতে ঠাই পাব পৰা কৰিলে—এইবোৰ কথা আমাৰ সকলোৰে জনা উচিত।

Up From Slavery বুলি কিতাপখন তেওঁৰ আত্মজীৱনী। মৃত্যুৰ কেবছৰমান পূৰ্ব্বে লেখা। তেওঁৰ মৃত্যু ১৯১৫ চনত হয়। এই কিতাপখনি লেখা হয় ১৯০০ চনত। Up From Slavery ভালকৈ বুজিবলৈ হ'লে Uncle Tom's Cabin পঢ়িব লাগে। বুকাৰ ৱাশ্বিংটনে এই কিতাপখনি Outlook বুলি এখন বাতৰিকাকতত লেখি উলিয়াইছিল। পাছতহে কিতাপৰ আকাৰেৰে উলিওৱা হ'ল। ইয়াৰ ভাষা সৰল আৰু শুদ্ধ—বগা আমেৰিকানবিলাকে দেখি আচৰিত হৈছিল।

অলপতে স্কট আৰু ষ্টো (Scott & Stowe) বুলি দুজন মানুহে লেখা এই মহাত্মাৰ জীৱনী পঢ়িছোঁ। পঢ়ি ভাল লাগিছে। সেইদেখি এই কথা বাহীৰ পাঠক-পাঠিকাসকলক কৈ নিজৰ আনন্দ বঢ়াওঁ। এই ডাঙৰ মানুহজনৰ বিষয়ে ভৱিষ্যতে আৰু লেখিম বুলি আশা ৰাখিলোঁ।

## ৺বিদ্যানন্দ দুৱৰা

আমাৰ আসামত পশ্চিম জগতৰপৰা শিক্ষা পাই অহা মানুহ ৰৰ তাকৰ। আঙুলিত লেখিব পাৰি। এনে দুখীয়া অৱস্থাত তাৰে এজন মানুহ গ'লে আমি দুখীয়া হৈ পৰোঁ। সিদিনা শুনি আৰু বাতৰিকাকতত পঢ়ি বৰ দুখ পালোঁ যে শ্ৰীযুত বিদ্যানন্দ দুৱৰা আৰু ইহজগতত নাই। এওঁ বৰ উৎসাহী, উদ্যমশীল, চিৰপ্ৰফুল্ল ডেকা আছিল। তেওঁৰ বয়স পঁয়ত্ৰিশ বছৰো হোৱা নাছিল। এই কম বয়সতে তেওঁ পৰলোকলৈ গ'ল, সকলো সেই সৰ্ব্বশক্তিমানৰ ইচ্ছা।

তেওঁ ইংলণ্ডলৈ ১৯১২ কি ১৯১৩ খ্ৰীষ্টাব্দত যায়। আসামত যদিও বেলেগে বিলাতলৈ যাব খোজা ল'ৰাক উপদেশ দি সাহায্য কৰা সভা তেতিয়া পতা হৈছিল (Advisory Committee for Indian Students), তেওঁ এই সভাৰ সাহায্যেৰে বিলাতলৈ যোৱা নাছিল। মই ১৯১৩ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহত এই সভাৰ চেক্ৰেটৰী হওঁ। যদিহে তেওঁ গৈছিল, মই ক'ব নোৱাৰোঁ।

তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীলৈকে পঢ়ি ঢাকা এঞ্জিনীয়েৰিং স্কুলৰপৰা ওভাৰচিয়েৰি (Overseer) পৰীক্ষাসমূহৰ তলৰ পৰীক্ষা পাচ কৰে। পাচ কৰি অঁতাই গৱৰ্ণমেণ্টৰপৰা শিল্প বৈজ্ঞানিক বৃত্তি লৈ বিলাতলৈ যায়।

তেওঁৰ লৈতে মোৰ সাক্ষাৎ চিনাকি হয় গুৱাহাটীত সিদিনা। তেওঁ বিলাতৰপৰা উভতি আহি গুৱাহাটীত কেদিনমান আছিলহি। সেইকেদিন তেওঁৰে লৈতে মোৰ কেবাবাৰো দেখা হৈছিল। তাৰ আগেয়ে বিলাতৰপৰা মোলৈ দুই-তিনিখন চিঠি লেখিছিল আৰু দুই-তিনিবাৰমান বিলাতী কাকত পঠাইছিল। প্ৰথমবাৰ মোলৈ এখন দীঘল চিঠি লেখি তাত ১৯১৮।১৯ খ্ৰীষ্টাব্দত যি শিক্ষা সম্বন্ধীয় আইন "পাচ" কৰা হৈছিল (Education Act), সেই আইনৰ "বিল"-খন পঠাইছিল। চিঠিত এই আইন সম্বন্ধীয় কথা আৰু সেই সময়ৰ ইংলণ্ডৰ অৱস্থা

জনাই মোলৈ বহুতো কথা লেখিছিল। তেওঁৰ চিঠিবিলাকৰ দ্বাৰাই মই এইটো জানিলোঁ যে তেওঁ ইংলণ্ডীয় ৰাজনীতি (Politics) সম্বন্ধে বহুতো তত্ত্ব জানিছিল; তেওঁ বাতৰিকাকত নিয়মিত পঢ়িছিল। বাতৰিকাকত পঢ়িলে শিক্ষাৰ উন্নতি হয়, বিশেষকৈ ইংলণ্ডত। তেওঁ বাতৰিকাকত পঢ়ি যে সেই পঢ়া বিষয় চৰ্চ্চা কৰিছিল, তেওঁৰ চিঠি-পত্ৰৰ দ্বাৰাই বেছ সুন্দৰৰূপে জানিব পাৰি। তেওঁৰ চিঠি-পত্ৰ পঢ়ি তেওঁক চাবৰ নিমিত্তে বৰ ইচ্ছা হৈছিল। ১৯২০ খ্ৰীষ্টাব্দত যেতিয়া তেওঁ উভতি আহিল, তেতিয়া তেওঁৰে সৈতে দেখা হৈ মোৰ বৰ ভাল লাগিল।

তেওঁ বিলাতত ৭।৮ বছৰ আছিল। এই কেইবছৰৰ সৰহভাগ তেওঁ নিজৰ উপাৰ্জ্জনৰ ওপৰত নিৰ্ভৰ কৰি সেই দেশত বাস কৰিছিল। ই কম কথা নহয়। আমি বিলাতত গৈ নিজৰ টকা খৰচ কৰোঁহঁক, তেওঁ সেই দেশত টকা উপাৰ্জ্জন কৰি তাত আছিল। ই উপাৰ্জ্জন কষ্টৰ উপাৰ্জ্জন। হাঁতুৰী কোবাই আৰু এনে টান কাম কৰি টকা উপাৰ্জ্জন। তেওঁৰ বিশেষ শিক্ষাৰ গুণেহে এই টকা উপাৰ্জ্জন কৰিব পাৰিছিল। ইচ্ছা কৰিলে তেওঁ সেই দেশতে থাকি কাম কৰি সুন্দৰৰূপে খাই-বৈ সুখে থাকিব পাৰিলেহেঁতেন। মোৰ মনেৰে তেওঁ তাকে কৰা হ'লে বহুত দিন জীলে হয়। কিন্তু মানুহক দেশে টানি আনে। নিজৰ দেশ ৭।৮ বছৰ নেদেখি, নিজৰ মানুহৰ মাত নুশুনি তেওঁৰ চাগৈ মন বিহ্বল হৈছিল, সেইদেখি তেওঁ স্বদেশলৈ ঘূৰি আহিল। তেওঁ সেই দেশৰপৰা বহুত মানুহৰ প্ৰশংসা-পত্ৰ আনিছিল। তেওঁৰ শিক্ষকসকলে তেওঁক বৰ ভাল পাইছিল। তেওঁ সকলো কাম নিয়মত আৰু ঠিকমতে কৰিছিল আৰু শিক্ষকসকলৰপৰা প্ৰশংসা পাইছিল।

তেওঁৰ হাতৰ গঢ় শকত—ইংলণ্ডীয় মানুহৰ দৰে। শকত কাম কৰাৰ নিমিত্তেই এনে হাত। তেওঁৰ বৰণ আছিল বৰ বগা। বিলাতত থকাৰ গুণে চাগৈ আৰু বগা হৈছিল। আমি যেতিয়া তেওঁক দেখোঁ, তেওঁৰ শৰীৰ বেছ সুস্থ আছিল। তেওঁ সঙ্গীত শুনিবলৈ বৰ ভাল পাইছিল। "ধন ধান্য পুষ্পে ভৰা" গানটি তেওঁৰ বৰ ভাল লাগিছিল। তেওঁ বহুতবাৰ এই গানটি নিজে গাইছিল আৰু আনক গোৱাইছিল। "কোৰাচ"ডোখৰ অন্তৰৰপৰা গাইছিল।

জামশ্বেদপুৰত (Jamshedpur) তেওঁ কিছুদিন কাম কৰিছিল। এই জামশ্বেদপুৰ ভাৰতীয় সাওদ-ৰজা টাটাৰ সম্পত্তি। আমাৰ সাওদ-ৰজা মি. বৰুৱাই এই কাম তেওঁক দিয়াবলৈ যত্ন কৰিছিল। তেওঁৰ জলবৈজ্ঞানিক (Hydraulic) এঞ্জিনীয়েৰিং বিদ্যা শিকিবৰ মন আছিল। সেইদেখি মই

তেওঁৰ হৈ বোম্বাইলৈ এখন চিঠি দিছিলোঁ। সেই চিঠিৰ একো উত্তৰ নেপালোঁ। তাৰ পাছতেই তেওঁ ডিগবইলৈ যায়। এই ডিগবইতে তেওঁৰ মৃত্যু।

বিদেশত শিক্ষা পাই দেশলৈ উভতি আহি তেওঁ দুবছৰো নেথাকিল। এনে প্ৰফুল্ল, উদ্যমী, উৎসাহী মানুহ পৃথিৱীৰপৰা ইমান কম বয়সত গ'ল। তেওঁ জীয়াই থকা হ'লে আমাৰ দেশৰ বহুতো উপকাৰ হ'ল হয়। তেওঁ স্ত্ৰী-শিক্ষাৰ পক্ষপাতী আছিল। স্ত্ৰী-জাতিৰ মঙ্গল কৰিবৰ তেওঁৰ বৰ ইচ্ছা আছিল।

তেওঁক দেখি, তেওঁৰ চিঠি-পত্ৰ পঢ়ি, তেওঁৰ উচ্চ আশা, প্ৰফুল্লতা দেখি ভাল লাগিছিল; সেইদেখি আৰু এনে এজন মানুহ যে আছিল আৰু তেওঁ যে পৰলোকলৈ গ'ল (মানুহৰ স্মৰণশক্তি দীৰ্ঘকাল স্থায়ী নহয়), সেই কথা মানুহক জনাবৰ নিমিত্তে এই কেআষাৰ কথা লেখি বাঁহীৰ আতিথ্য গ্ৰহণ কৰিলোঁ। ই তেওঁৰ জীৱনী নহয়, জীৱনী পাছত কোনোৱে লেখিব আশা কৰোঁ। ৺বিষ্ণানন্দ দুবৰা যে আসাম দেশৰ এজন কৃতী পুৰুষ আছিল, তাক বোধকৰোঁ সকলোৱে স্বীকাৰ কৰিব আৰু তেওঁ যোৱাত যে আসাম কিছু দুখীয়া হৈছে, তাকো সকলোৱে স্বীকাৰ কৰিব। সকলো সেই ভগৱানৰ ইচ্ছা। তেওঁ ৺বিষ্ণানন্দ দুবৰাৰ আত্মাৰ মঙ্গল কৰোক।

# আসাম আইৰ সু-সন্তান ৺হেমচন্দ্ৰ

অতি সৰুতে, যেতিয়া মোৰ বয়স পাঁচ কি ছয়, অৰ্থাৎ প্ৰায় মনত পৰিবৰেপৰা মোৰ আসাম আইৰ সু-সন্তান স্বৰ্গীয় হেমচন্দ্ৰ গোসাঁইক দেখা মনত পৰে। নগাঁৱত তেওঁ মোৰ ডাঙৰ ককাইদেৱ স্বৰ্গীয় কৰুণাভিৰামৰ সমপাঠী আছিল, নহ'লে দুই কি এক ওখ শ্ৰেণীত পঢ়িছিল। আমাৰ ঘৰলৈ প্ৰায়ে আহিছিল। পিতৃদেৱে আৰু আই মাতৃদেৱে তেওঁক নিজৰ ল'ৰাৰ দৰে স্নেহ কৰিছিল। দেউতাই তেওঁক সকলো সময়তে, নগাঁৱতো, কলিকতাতো উৎসাহ উপদেশাদি দিছিল। দেউতাৰ শেষ বেমাৰৰ সময়ত অসমীয়া ছাত্ৰসকলে সেৱা-শুশ্ৰূষা কৰিছিল। তাৰে ভিতৰত আমাৰ হেম গোসাঁই এজন প্ৰধান আছিল। তেওঁ দিনে-ৰাতিয়ে শুশ্ৰূষা কৰিছিল। গোসাঁইৰ মৃত্যুৰ এমাহমান আগেয়ে ৰায়বাহাদুৰ শ্ৰীযুত কনকলাল বৰুৱা, স্বৰ্গীয় গোসাঁই আৰু মই দীঘলীপুখুৰীৰ চাৰিউফালে একেলগে ফুৰোঁতে এইবোৰ কথা হৈছিল। এই সিদিনা, আৰু এতিয়া? আসাম সাহিত্যক্ষেত্ৰ, বুৰঞ্জীক্ষেত্ৰ, প্ৰত্নতত্ত্বক্ষেত্ৰত নামজলা আসামৰ সুযোগ্য সন্তান হেমচন্দ্ৰ গোসাঁই আৰু ইহলোকত নাই। আসাম আৰু অসমীয়াৰ সঁচাকৈয়ে বৰ দুৰ্দ্দিন। ফেব্ৰুৱাৰী, মাৰ্চ আৰু এপ্ৰিল মাহৰ প্ৰথমডোখৰ শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা, ৺হেমচন্দ্ৰ গোসাঁই, শ্ৰীযুত কনকলাল বৰুৱা আৰু মই প্ৰায়ে আবেলি একেলগে ফুৰিছিলোঁ। তেতিয়া সকলো সময়তে গোসাঁইৰ সকলো ভাল কথাতে উৎসাহ, উদ্যম প্ৰকাশ পাইছিল। তেওঁ আসাম দেশৰ পুৰণি কথাৰ, সাহিত্যৰ ভঁৰাল আছিল। কি দুখৰ বিষয়—এনে এজন মানুহৰ আত্মজীৱন-চৰিত এখনি নাই।

তেওঁ মোৰ মাজিউ ককাইদেৱ স্বৰ্গীয় কমলাভিৰাম আৰু মোৰ ঘৰৰ শিক্ষক ১৮৯২।৯৩ খ্ৰীষ্টাব্দত দুমাহ কি তিনিমাহমান আছিল। তেওঁ শিক্ষা-প্ৰণালী জানিছিল আৰু মোৰ বিমানদূৰ মনত আছে (ই ইমান দিনৰ কথা মনত

তিমান নাই, মোৰ বিমানদূৰ মনত আছে) তেওঁ "কথা ছলেন বালানাং নীতিস্তদি কথ্যতে" প্ৰণালী অনুসৰণ কৰিছিল। ই যে ভাল নীতি সকলোৱে ক'ব। মোৰ মনেৰে, হেম গোসাঁই যদি আইন ব্যৱসায়ী হ'লহেঁতেন, তেওঁ এজন বৰ ডাঙৰ উকীল কি ব্যাৰিষ্টাৰ হ'লহেঁতেন। তেওঁ কথা ক'ব জানিছিল, তেওঁৰ প্ৰত্যুৎপন্নমতি আছিল, তেওঁৰ বহুজ্ঞান আছিল, স্মৃতিশক্তি আছিল, সাহ আছিল। এজনে কিবা এটা গল্প ক'লে ঠিক তেনে আৰু এটা গল্প তেওঁ তেতিয়াই ক'ব পাৰিছিল। আজি-কালি দেখা যায় –আমাৰ ডেকাসকলৰ বহুতে আমাৰ চুবুৰীয়া বঙলা ইচ্ছা কৰিয়েই নপঢ়ে, নিশিকে। আমাৰ স্বৰ্গীয় গোসাঁই-দেৱ তেনে নাছিল। গ'ল অশোকাষ্টমীৰ দিনা কি সেইথিনি সময়তে কোনো এদিন তেওঁৰে সৈতে দেখা কৰিবলৈ যাওঁতে তেওঁ হেমচন্দ্ৰ বন্দোপাধ্যায় ইত্যাদিৰ গ্ৰন্থৰপৰা কবিতা আবৃত্তি কৰিছিল। তেওঁ গল্প এনে সুন্দৰকৈ কৰিব পাৰিছিল যে তেওঁৰ লগত ফুৰিলে দীঘলীয়া বাটো চুটি হৈ গৈছিল।

'মিলন'ৰ সম্পাদকদেৱে মোক এটি সৰু প্যাৰা লেখিবলৈ অনুৰোধ কৰিছে। কিন্তু সেই মাত্ৰা অতিক্ৰম কৰিলোঁ হ'বলা। কিন্তু হেম গোসাঁইৰ দৰে দেশপ্ৰেমিক কৰ্মী পুৰুষৰ বিষয়ে লেখিবলৈ গ'লে মাত্ৰাজ্ঞান ৰখা টান। শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়া আৰু গোসাঁই ডাঙৰীয়াৰ লগত সিদিনাই গুৱাহাটীতে তেওঁৰ ঘৰতে দেখা হৈছিল। মইও তাত আছিলোঁ। গোসাঁয়ে অঙ্কীয়া নাটবোৰ ছপা কৰাৰ কথা কি আগ্ৰহেৰে কৈছিল! কিন্তু ভগৱন্তৰ কি ইচ্ছা—হেম গোসাঁইৰ ইচ্ছা পূৰণ নহ'ল। আশাকৰোঁ, এই কামফেৰি আন এজন উদ্যোগী পুৰুষে হাতত ল'ব। যদি কোনোৱে মোক কয়—এটা কথাৰে হেম গোসাঁইৰ বিষয়ে কোৱা, মই কওঁ—কৰ্ম্ম।

# ৰাধিকাৰাম ঢেকিয়ালফুকন

মই তেতিয়া মুঙ্গেৰত, নহ'লে বোম্বাইত, নহ'লে সমুদ্ৰৰ ওপৰত। বাইদেৱ শ্ৰীযুতা স্বৰ্ণলতা দেৱীৰপৰা চিঠি পাই জানিলোঁ যে ৰাধিকা দাদা বিলাতৰপৰা আহিছে। ৰাধিকা দাদা! মনত পৰিবৰেপৰা দেউতা আৰু আইৰ মুখৰপৰা আৰু আন নিজা মানুহৰপৰা 'ৰাধিকা'ৰ কথা, 'ৰাধিকা দাদা'ৰ কথা শুনিছিলোঁ। তেওঁ বিলাতত আছে, 'মেম' বিয়া কৰাইছে, দেশলৈ উভতি নাহে। তেওঁৰ মৈণীয়েকৰ নাম মেইডা ফুকননী ইত্যাদি এনেবোৰ কথা সৰুৰেপৰা শুনি আহিছোঁ। সেই ৰাধিকা দাদা কলিকতাত আৰু তেওঁক মই দেখা নেপাওঁ। মনত বৰ উগুল-থুগুল লাগিল—কেতিয়া তেওঁক দেখা পাওঁ।

দুই বছৰ সময়ৰ ভিতৰতে আই, ককাইদেৱ করুণাভিৰাম, দেউতা, ককাইদেৱ কমলাভিৰামে ইহলোক এৰে।' মোৰ বন্ধু-বান্ধৱ, নিজা মানুহসকলে ভাবিলে যে মোৰো কিবা এটা টান বেমাৰ হ'ব পাৰে। সেইদেখি এটি সমুদ্ৰ-যাত্ৰাৰ ব্যৱস্থা কৰা হ'ল। লগত কোন যায়? সেইখিনি সময়ত আমাৰ নগাঁৱৰ-পৰা কালীপ্ৰিয়া বাইদেৱ আৰু ভাগিন প্ৰিয়নাথো আমাৰ লগত আহি আছিলহি। ভাগিন প্ৰিয়নাথ লগত যায় যে এবাৰ কথা হৈছিল। কিন্তু অভিভাৱকসকলে ক'লে—তেওঁৰ বয়স কম, বাইশ কি তেইশ, আৰু মোৰো বয়স কম, চৈধ্য। লগত এজন বয়সিয়াল মানুহ লাগে। সেইদেখি ঠিক হ'ল যে ভবানীপুৰৰ ডাক্তৰ বিপিন-বিহাৰী সৰকাৰ যাব। কলিকতাৰ ঘৰৰ বাইদেৱ কালীপ্ৰিয়া দেৱী, বাইদেৱ স্বৰ্ণলতা দেৱী, তেওঁৰ দুটি কন্যা আৰু ভাগিন প্ৰিয়নাথ থাকিল। মই ডাক্তৰজনৰ লগত ১৮৯৪ খ্ৰীষ্টাব্দৰ ইংৰাজী বৰদিনৰ দিনা লাৱাডা জাহাজত বোম্বাইলৈ যাবলৈ ওলালোঁ। এয়ে মোৰ প্ৰথম সমুদ্ৰ-যাত্ৰা। এইবাৰ সমুদ্ৰ-বক্ষত এমাহ আছিলোঁ। এই এনে সময়ৰ অলপ পাছতে ৰাধিকা দাদা বিলাতৰপৰা দেশলৈ আহে।

এতিয়া, ৰাধিকা দাদা কোন? ৰাধিকাৰাম ঢেকিয়ালফুকন আনন্দৰাম ঢেকিয়ালফুকনৰ প্ৰথম পুত্ৰ। তেওঁৰ মায়েক পদ্মাৱতী দেৱী ফুকননী। ফুকননী আয়ে সাহিত্য-ক্ষেত্ৰত নমৰা নাম থৈ ১৯২৭ খ্ৰীষ্টাব্দত স্বৰ্গী হয়। অন্নদাৰাম ঢেকিয়ালফুকন আনন্দৰামৰ তৃতীয় সন্তান। আনন্দৰাম ফুকনৰ বিষয় নজনা আশাকৰোঁ কোনো শিক্ষিত অসমীয়া নাই। কিন্তু ৰাধিকাৰামৰ নাম বোধকৰোঁ সকলোৱে নেজানে।

আনন্দৰামে ল'ৰা-ছোৱালীক ভাল শিক্ষা দিছিল। আনন্দৰাম ঢেকিয়াল-ফুকন স্বৰ্গী হোৱাত তেওঁৰ ল'ৰা-ছোৱালীৰ শিক্ষাৰ ভাৰ গুণাভিৰাম বৰুৱাৰ গাত পৰিল। গুণাভিৰাম বৰুৱাই ঢেকিয়ালফুকনৰ ল'ৰা-ছোৱালীক নিজৰ ল'ৰা-ছোৱালীৰ দৰে অথবা তাতকৈও অধিক স্নেহ কৰিছিল। এওঁলোকক সুন্দৰৰূপে শিক্ষা দিয়াইছিল, আৰু বহুত বছৰলৈকে তেওঁৰ দৰমহাৰ আধাখিনি আনন্দৰাম ফুকনৰ পত্নীলৈ পঠাইছিল।

গুণাভিৰাম বৰুৱাই লেখা ঢেকিয়ালফুকনৰ জীৱন-চৰিত্ৰৰ ১৯১৫ খ্ৰীষ্টাব্দৰ সংস্কৰণৰ ১৭৭ পৃষ্ঠাত এইবুলি লেখা আছে—

"১৮৫৪ চনৰ ৯ ডিচেম্বৰ (১৭৬৬ শকৰ ২৫ অগ্ৰহায়ণ) শনিবাৰৰ দিনা ফুকনৰ পত্নীৰ এটি পুত্ৰ সন্তান জন্মে। প্ৰসৱ-বেদনাত ফুকননীয়ে বৰ কষ্ট পাইছিল। ফুকনে লৰালৰিকৈ ডাক্তৰ মৰে চাহাবক লৈ আহিল। কিন্তু ঈশ্বৰৰ অনুগ্ৰহত ৰাতি ৭ বজাত সেই পুত্ৰ সন্তান জন্ম হ'ল। ফুকনে ঈশ্বৰক ধন্যবাদ কৰিলে। উৰুলি-জোকাৰ পৰিল, সকলোৰে আনন্দৰ সীমা নোহোৱা হ'ল। ইয়াৰ পাছত ফুকননীৰ সেই কষ্টৰ কাৰণে বৰ নৰিয়া হৈছিল। প্ৰায় সম্পূৰ্ণ ডিচেম্বৰ মাহ ফুকননী পীড়িতা আছিল। শেষলৈহে ভাল হ'বলৈ ধৰিলে। এইটি ফুকনৰ প্ৰথম পুত্ৰ। তেওঁৰ প্ৰকাশ্য নাম ৰাধিকাৰাম—আৰু গুপ্ত নাম ভিম্বকণ্ঠী। পৰমেশ্বৰে এই বালকক দীৰ্ঘজীৱী আৰু সৌভাগ্যৱন্ত কৰোক।"

ৰাধিকাৰামে এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাত দুবছৰ পঢ়ি ১৮৭৩ খ্ৰীষ্টাব্দত বিলাতলৈ গ'ল। তেতিয়া বিলাতলৈ যোৱা অসমীয়া কেইজন? নগাঁৱৰ ধনীৰাম, শিৱৰাম। তাৰ পাছতে বোধকৰোঁ গুৱাহাটী স্কুলৰ শিক্ষক মিঃ নিধিৰাম, এই বিষয়ে মই নিজে থিৰাংকৈ ক'ব নোৱাৰোঁ। আনন্দৰাম বৰুৱা ১৮৬৯ খ্ৰীষ্টাব্দত বি.এ. পৰীক্ষাত উত্তীৰ্ণ হয়। তেওঁ তাৰ অলপ পাছতে বিলাতলৈ যায়। তেনেহ'লে ৰাধিকাৰাম আনন্দৰাম বৰুৱাৰ কেবছৰমান পাছত বিলাতলৈ যায়; কিন্তু তেওঁ সেইখিনি সময়ৰ বিলাতলৈ যোৱা আসাম-ৰতনৰ এজন আছিল॥

ৰাইদেৱ স্বৰ্ণলতাই মোক দেখি জনাইছিল যে ৰাধিকাৰাম উভতি অহাত এবাৰ তেওঁক আমাৰ ঘৰলৈ খাবলৈ মাতিছিল। বাইশ বছৰ পাছত ধুতী পিন্ধি আমাৰ দেশী ধৰণেৰে আমাৰ ঘৰত ভাত খালে। ইমান দিনৰ পাছত ধুতী পিন্ধি তেওঁ কেবাবাৰো হাঁচিয়ালে। মই এইবেলি বিদেশত থকা কেদিন প্ৰতি চিঠিতে তেওঁ কেনে আছে, কি কৰিছে সুধি পঠাইছিলোঁ। যেতিয়া কলিকতা পালোঁহি, মোৰ তেওঁক এবাৰ দেখা পাবৰ নিমিত্তে মনটো হেন্দোলদোপ কৰিবলৈ ধৰিলে। ৰাতিপুৱা কলিকতা পাই আবেলি তেওঁৰ ওচৰলৈ এখন কেৰেয়াৰ গাড়ীৰে গ'লোঁ। তেওঁ "বিলাত ফেৰত" নোহোৱা হ'লে তেতিয়াই বোধকৰোঁ গ'লোঁ হয়। জানোচা কিবা "এটিকেট্"-বিৰুদ্ধ কাম হয়। তেওঁ আছিল ১৪ নং বালিগঞ্জ ছাৰ্কুলাৰ ৰোডত—তেওঁৰ বন্ধু "লজিকৰ" গ্ৰন্থকৰ্ত্তা লৰ্ড হল্ডেনৰ সতীৰ্থ, কলিকতাৰ বিখ্যাত প্ৰফেছৰ ডাক্তৰ পি. কে. ৰায় মহোদয়ৰ লগত। এই ডাক্তৰ পি. কে. ৰায়েই আমাৰ বিশ্ববিদ্য'লয়ৰ প্ৰথম কলেজসমূহৰ প্ৰদৰ্শক। এওঁক আসামে দেখিছে। সৌভাগ্যবশতঃ ভগৱানৰ ইচ্ছাত তেওঁ এতিয়াও জীৱিত। লগত বোধকৰোঁ ৺বলৰাম ফুকন ডাঙৰীয়াৰ জ্যেষ্ঠ পুত্ৰ বিজনীৰ দেৱান ৺জীৱনৰাম ফুকনো আছিল। ১৪ নম্বৰত গাড়ীখন গৈ পোৱাত নামি দ্বাৰোৱানক আমাৰ দৰ্শন-পত্ৰিকা দিয়াত আমাক ওপৰলৈ লৈ গ'ল। সেই ঘৰ এতিয়াও বৰ্ত্তমান। মলেন ষ্ট্ৰীট (Mallen Street) য'ত শেহ হয় বালিগঞ্জ পথাৰৰ সমুখত, সেই ঘৰ এতিয়াও বৰ্ত্তমান। ওপৰলৈ গ'লোঁ। বাঁওফালে এটি সুন্দৰৰূপে সজোৱা দেৱালৰ (বেৰৰ) চাৰিউফালে কিতাপৰ আলমাৰিৰে এখন চেক্ৰেটেৰিয়েট (Secretariat) মেজৰ ওচৰত কিতাপ পঢ়ি থকা, মাজত সেঁওতা ফলা, কপালৰ কাষে কাষে অলপ কেকোৰা চুলি থকা, বগা মুখৰ, ইংৰাজী কাপোৰ পিন্ধা, ওখও নহয় চাপৰো নহয়—এনে এজন মানুহে মাচিয়াৰপৰা উঠি মিঠা হাঁহিৰে মোক হাত মেলি দি মোৰ কৰমৰ্দ্দন কৰিলে। মই লাহে লাহে তেওঁৰে সৈতে হাত জোকা-বিলোঁ। যদিও সমনীয়া ল'ৰাৰ লগত "চট্‌পটীয়া" ইংৰাজী কওঁ, যদিও অচিনাকি মানুহৰ আগত (সেইখিনি সময়ত) ইংৰাজী কওঁ, এওঁক দেখি ইংৰাজী মুখৰপৰা তেনে সৰসৰাই নোলাল; কিন্তু তেওঁ যেনে ভাল ব্যৱহাৰ কৰিলে, মোৰ ইংৰাজী লাহে লাহে ওলাল দেই। এতিয়া জানো, তেতিয়া নেজানিছিলোঁ যে বিলাতত বহুত দিন থকা মানুহে এইকেৰি কথা জানে যে ইংৰাজী এটি ভাষা মাত্ৰ— ইংৰাজী ক'ব নোৱাৰিলেই সেই মানুহটি মূৰ্খ নহয়। মোৰে সৈতে ৰাধিকা দাদাই তেতিয়াই 'ফ্ৰেণ্ড্' হৈ গ'ল। ইংৰাজী কোৱাত মোৰ বাধা অকণো নেথাকিল।

জীৱন দাদাৰ লৈতে সমভাৱে ব্যৱহাৰ কৰিলে। তেতিয়াই ডাক্তৰ পি কে. ৰায় সোমাই আহিল। ই এটা মোৰ সেই বয়সত নতুন অভিজ্ঞতা। ডাঃ পি কে. ৰায়ে দেউতাক চিনি পাইছিল, মোকো চিনি পায়। তেওঁক দেখি আৰু ভাল লাগিল। ডাক্তৰ ৰায়ৰ ঘৰলৈ দুই-তিনিবাৰ এনেকৈ গৈছিলোঁ।

ৰাধিকা দাদাক সেইদিনা দেখি মনত যে কি ভাব হৈছিল, লেখি ক'ব নোৱাৰোঁ। তেওঁৰ সকলো অঙ্গি-ভঙ্গি, তেওঁ কি কয়, কেনেকৈ কয়, কেনেকৈ হাঁহে, কেনে ব্যৱহাৰ কৰে—সকলো শেনৰ চকুৰে চাইছিলোঁ— মিছেছ হেন্‌ৰিউডৰ (Mrs. Henrywood), মিছ ব্ৰেডন-ৰ (Miss Braddan) আৰু দুখন-এখন ইংৰাজী নভেল পঢ়িছোঁ তেতিয়া। সেইদেখি বিলাত-ফেৰত এনে এজন মানুহ আগত পাই সকলো ইংৰাজী উপন্যাসৰ নায়কভাৱে ৰাধিকা দাদাক চাই তেওঁৰ সকলো ভাব লক্ষ্য কৰিছিলোঁ।

তেওঁ দুমাহমান কলিকতাত আছিল। তাৰ পাছত তেওঁৰ বন্ধু এলাহাবাদৰ ৰাজা ৰামপাল সিংহৰ ওচৰলৈ গ'ল। কিন্তু ইয়াৰ ভিতৰতে এটি কথা হ'ল— ডাক্তৰ পি কে. ৰায় আৰু আন আন বন্ধুৰ অনুৰোধত তেওঁ বঙ্গদেশৰ ডি. পি. আই. ছাৰ এলেক্‌জেণ্ডাৰ ক্ৰফ্‌টৰ (Sir Alexander Croft) লগত দেখা কৰিলে। ক্ৰফ্‌টে তেওঁক ২৫০্ টকাৰ এটা কাম দিব খুজিলে। পাছত তেওঁ ক'লে (আমাৰ ঘৰত আহি ক'লেহি), "এই টকাৰে মোৰ নিজৰে নাটিব। মোৰ ইংৰাজ বৈণী ভাৰতলৈ আহিলে কি হ'ব ?"

সেইখিনি সময়ত মোৰ বিলাতলৈ যাবৰ কথা হৈছিল—আৰু তাৰ দুমাহ-মান পাছতে বিলাতলৈ গ'লোঁৱেই। ৰাধিকা দাদাই স্বৰ্ণলতা বাইদেৱক কৈছিল, "এতিয়া জ্ঞানক নপঠিয়াবা ; মোৰ বৈণীয়ে লণ্ডনৰ ওচৰত এটি ঘৰ ল'ব, কয়ো যাম, তেতিয়া পঠাবা।" সেয়া অৱশ্যে এনেয়ে ভদ্ৰজনোচিত কথাৰ দৰে কোৱা হৈছিল বুলি মই ভাবোঁ।

সি বাৰু যি হওক, তেওঁ দেউতাক শ্ৰদ্ধা, কি ভক্তি, কি মৰম, কি কিবা এনে চকুৰে চাইছিল। তেওঁ কথা কওঁতে কওঁতে চকুৰপৰা পানী ওলাই কথা কোৱাৰ দৰে মাতেৰে স্বৰ্ণলতা বাইদেৱ আৰু মোকো কৈছিল, "মই যেতিয়া ৰোমলৈ (Rome) যাওঁ, তেতিয়া পোপক (Pope) চাওঁগৈ। তেওঁৰ আকৃতি আৰু দদাই-দেৱৰ (গুণাভিৰাম বৰুৱাৰ) আকৃতি একে। মই হেঁপাহ পলাই চাই থাকোঁ।"

তেওঁ বাইশ বছৰ ভাৰতবৰপৰা দূৰৈত। জীৱন দাদাৰ লৈতে কথা কওঁতে গুৱাহাটীৰ সকলোৰে বিষয়ে কথা সুধিছিল। ই ক'ত আছে, সি ক'ত আছে,

তেওঁ ক'ত আছে—ইত্যাদি তেওঁলোকৰ খাট-পাম সম্পত্তি আদিৰ কথাও সুধিছিল। আৰু এটা কথা শুনি মই আচৰিত হৈছিলোঁ তেতিয়া। ৰাধিকা দাদাই জীৱন দাদাক সুধিলে, "সেই অমুক ঠাইত (মই তেতিয়া গুৱাহাটীৰ বিষয়ে একো নেজানো) সেই খালটো আছেনে? সেই খালৰ কাষে কোন আছে?" ইত্যাদি। মই এই কথা শুনি আচৰিত হ'লোঁ। বিলাতত ইমান দিন আছে, অথচ সেই খালৰ কথা মনত আছে আৰু সুধিছে।

তেওঁ গান গোৱাৰ কথা, সঙ্গীতত অভিজ্ঞতা থকাৰ কথা শুনিছিলোঁ। সেইদেখি মই তেওঁৰ গান শুনিবৰ নিমিত্তে বিয়াকুল হৈছিলোঁ। এই কথা জনাত তেওঁ গান গালে। গান গাবৰ সময়ত য'ত বহি থাকে তাৰপৰা অলপ দূৰলৈ যায়, গৈ গান গায়। পাছত এনেকৈ গান গাওঁতে মই এবাৰ হাঁহিলোঁ। হাঁহিলোঁ কিয়—মোৰ সেইবোৰ মাত ডাঙৰকৈ কোৱা শব্দ বুলিহে মনত ধাৰণা হৈছিল। তেওঁৰ ভঙ্গি, মাত এইবোৰ দেখিয়েই মই হাঁহিলোঁ। তেওঁ মোক ডাবি দি সুধিলে, "Why are you laughing?" মই "আম্‌তা আম্‌তা" কৰি ক'লোঁ—এনে গান আগেযে শুনা নাই দেখি কেনেবা লাগিল। অলপ খং কৰি ক'লে, "But you should understand music."

ৰাধিকাৰাম ইংলণ্ডলৈ ব্যৱস্থা-শাস্ত্র শিকিবলৈ যায। কিন্তু দেশলৈ উভতি আহোঁতে তেওঁ ব্যাৰিষ্টাৰ হৈ অহা নাছিল, আহিছিল হাইডেলবার্গৰ (Heidelberg) ডি এছ.ছি. হৈ (D. Sc.)। জাৰ্মানি বিজ্ঞানচৰ্চ্চাৰ ঠাই। সেই ঠাইৰ বিজ্ঞানৰ উপাধি মানুহৰ এটি বিশেষ সম্পত্তি। কিন্তু তেওঁ এই বিজ্ঞানৰ জ্ঞান ব্যৱহাৰ কৰি অৰ্থ উপাৰ্জ্জন কৰিছিল কি কৰিব পাৰিছিল, ক'ব নোৱাৰোঁ। ডাক্তৰ পি. কে. ৰায় ডাঙৰীয়া আৰু সেই সময়ৰ আন আন বিলাত-ফেৰত মানুহে ক'ব পাৰিব চাগে। মই তেওঁক চিনি পোৱা কেজনমান মানুহক দেখিছোঁ—দুখৰ বিষয় তেওঁলোকক এই বিষয়ে একো সোধা নাছিলোঁ। Dr. R.L. Dutta-ই তেওঁৰ বেমাৰৰ কথা কৈছিল। এবাৰ Gray's Inn-ত "খানা" খাওঁতে ওৱেল্‌ছত (Wales) ডাক্তৰী কাম কৰা এজন বঙালীৰ (Dr. K. L. Dutta) সৈতে দেখা হৈছিল—এই মানুহজনে ডাক্তৰ হৈও ব্যাৰিষ্টাৰি পঢ়িছিল। তেওঁ ৰাধিকাৰামক চিনি পাইছিল। কলিকতাৰ ব্যাৰিষ্টাৰ মিঃ ইউ. পি. ৰায়ে চিনি পাইছিল। ভাৰতৰ অঘোৰনাথ চট্টোপাধ্যায়ে চিনি পাইছিল; কিন্তু কাকো, দুখৰ বিষয়, এই বিষয়ে সোধা নাছিলোঁ। কিন্তু

সকলোৰেই তেওঁক যে ভাল পাইছিল, সকলোৰে তেওঁ যে প্ৰিয় আছিল এই কথা বিশেষকৈ জানিছিলোঁ। দেউতাৰপৰা শুনিছিলোঁ যে ৰাধিকা লাজকুৰীয়া আছিল। কলিকতাৰ কলেজত পঢ়োঁতে হেনো কৈছিল—পঢ়াৰ শ্ৰেণীলৈ যোৱাত বেলি হ'লে আটায়ে তেওঁৰ ফালে চায়। সেইদেখি তেওঁৰ বৰ লাজ লাগে। কথায় কথায় দেউতাই কৈছিল—ৰাধিকা মিঠা বৰণীয়া, অন্নদা বগা। কিন্তু ৰাধিকাক মই যেতিয়া দেখোঁ, তেতিয়া তেওঁক বগাই দেখিছিলোঁ।

তেওঁ ইউৰোপীয় গান গোৱাৰ কথা কৈছোঁ। তেওঁ অসমীয়া নামো গাব পাৰিছিল, গাইছিলো। বঙলা গানো। তেওঁক দেখাৰ পাঁচ-ছমাহমান পাছত মই যেতিয়া বিলাতলৈ যাওঁ, বাটত নেপেলছত (Naples) ইটালীয় মানুহে ম্যাণ্ডোলীন (Mandoline) বজাই গান গোৱা শুনোতে ৰাধিকা দাদাৰ কথা মনত পৰিছিল।

তেওঁ ইংৰাজী তিকতা কিয় বিয়া কৰালে এই কথা সোধাত তেওঁ ক'লে যে তেওঁৰ এবাৰ বেমাৰ হৈছিল, টান বেমাৰেই। সেই বেমাৰত সেই মহিলাজনাই শুশ্ৰূষা কৰিছিল, যত্ন কৰিছিল। তেওঁ ৰাধিকাৰামতকৈ বয়সে ডাঙৰ আছিল। এই মহিলাজনাৰ টকা-কড়ি আছিল। ১৯০২ খ্ৰীষ্টাব্দত বিলাতত দুবাৰমান এওঁৰে সৈতে দেখা হৈছিল। ব্যাৰিষ্টাৰ মিঃ তৰুণৰাম ফুকনো সেইখিনি সময়ত আছিল। এবাৰ ব্যাৰিষ্টাৰ মিঃ ফুকন বিলাতৰপৰা বন্ধত ঘৰলৈ আহোঁতে অন্নদা ফুকনৰ পুতেকলৈ কিবা-কিবি বস্তু ফুকন ডাঙৰীয়াৰ হাতত দি পঠাইছিল। অন্নদা ফুকনৰ পুতেকেই যে তেওঁৰ গিৰীয়েকৰ বংশধৰ, এই জানি এই ল'ৰাটিৰ নিমিত্তে তেওঁ বৰ বিয়াকুল হৈছিল। কমিশ্যনৰ মিঃ মেলিট্‌সলৈ চিঠি লেখি সেই ল'ৰাটি ক'ত আছে, কেনে আছে বা-বাতৰি লোৱাই দুবছৰমান খৰচাদি ইয়াত কমিশ্যনৰ ডাঙৰীয়াৰ জৰিয়তে পঠাইছিল। বিলাতলৈকো নৈ যাম বুলি কৈছিল। এই ল'ৰাটিক উত্তৰাধিকাৰী কৰিবৰো ইচ্ছা থকা যেন মনত হৈছিল।

ৰাধিকাৰাম এলাহাবাদলৈ গ'ল। ৰাজা ৰামপাল সিংহই এখন বাতৰিকাকত উলিয়াব খুজিছিল। সেই কাকতখনি ফুকনৰ হতুৱাই চলোৱাৰ কথা আছিল। সেই কাকত ওলাইছিল নে নাই ক'ব নোৱাৰোঁ। ৰাধিকাৰামে আমালৈ দুখন-এখন এলাহাবাদৰপৰা চিঠি লেখিছিল।

মই বিলাতলৈ গ'লোঁ ১৮৯৫-ৰ চেপ্তেম্বৰ মাহত। ১৮৯৭ খ্ৰীষ্টাব্দৰ জহকালি কি বসন্তকালি শুনিলোঁ যে ৰাধিকা দাদা আৰু ইহজগতত নাই। তেওঁ বাইশ বছৰ য়ুৰোপত থাকি ভাৰতৰ প্ৰয়াগত আহি প্ৰাণ হেৰুৱালেহি। ভগৱানৰ ইচ্ছা।

ৰাধিকাৰামৰ এবাৰ আসামলৈ আহিবৰ ইচ্ছা আছিল। তেওঁৰ ইয়াৰ সম্পত্তিৰ ভিতৰত কি আছে কি নাই সকলো বিচাৰ কৰিছিল। সম্পত্তিও তদাৰক কৰিবৰ মন আছিল।

ডাক্তৰ গোলাপচন্দ্ৰ বেজবৰুৱা আৰু তেওঁক দুই-তিনিবাৰ আমাৰ ঘৰত একেলগে দেখিছিলোঁ। ডাক্তৰ বেজবৰুৱা ডাক্তৰ ফুকনতকৈ সৰু আছিল; কিন্তু ফুকনক তেওঁতকৈ কম বয়সৰ যেন দেখা গৈছিল।

ডাক্তৰ ফুকনে এবাৰ আমাৰ ঘৰলৈ আহোঁতে এটা সৰু পাচিত (হাতত ল'ব পৰা। কলিকতাত এসেৰমান মিঠাই কিনিলে যিবোৰ পাচিত মিঠাইৰ দোকানীয়ে দিয়ে) নিজৰ হাতেৰে মিঠাই অনা দেখি আচৰিত হৈছিলোঁ। আমাৰ দেশী "চাহাব" কি "বাবু" কি "ডাঙৰীয়া"সকলে তেনে এটা বস্তু ইংৰাজী পৰিচ্ছদ পিন্ধি কেতিয়াও হাতত লৈ নানিলে হয়।

তেওঁৰে সৈতে কেবাবাৰো কলিকতাত ফুৰিছিলোঁ। জৈন মন্দিৰলৈ গৈ তেওঁ বাগিচাত বহি থাকিল। আমি ভিতৰলৈ গ'লোঁ। তেওঁ জোতা খুলিবলৈ বেয়া পালে।

তেওঁ দেশৰ কথা, আত্মীয়-স্বজনৰ কথা সুধিছিল। তেওঁ বিদেশী কাপোৰ পিন্ধি বিদেশত থাকিলেও তেওঁৰ মন দেশী আছিল।

সোণাৰাম ৰাজমেধি ডাঙৰীয়াই তেওঁৰ আৰু অন্নদাৰ একেলগে কি একে স্কুলত পঢ়িছিল। ডাক্তৰ ফুকনৰ বিষয়ে তেওঁ কিবা ক'ব পাৰিলেহেঁতেন। ৰাজমেধিতকৈ ফুকন কিন্তু বয়সে বহুত সৰু আছিল। ফুকন জীয়াই থকা হ'লে তেওঁৰ বয়স এতিয়া ৭৫ হ'ল হয়।

ফুকনৰ চোলাৰ এটা বুতাম এদিন হেৰাইছিল। সেই বিষয়ে তেওঁ বৰ বিয়াকুল হৈছিল। এটা বুতামৰ নিমিত্তে ইমান বিচৰা-বিচৰি কিয়? এতিয়া জানো যে তেনে চোলাৰ লগত থাপ খোৱা বুতাম ইয়াত পোৱা টান। এইটি তেওঁৰ মিতব্যয়িতাৰ চানেকি দেখি ইয়াত লেখিলোঁ।

তেওঁ 'ঢেকিয়ালফুকন' বুলি নিজৰ নাম কৈছিল। দৰ্শন-পত্ৰিকাত তেওঁৰ নাম R. Dhekial Phookan দিছিল, সংক্ষেপে ক'বলৈ গ'লে R. D. Phookan বুলিছিল।

তেওঁ জৰ্মন, ফ্ৰেঞ্চ, ইটালিয়ান ভাষাত গান গাব পাৰিছিল। তেওঁৰ দাঁত পৰিষ্কাৰ আছিল; কিন্তু আনন্দৰাম বৰুৱাক এবাৰ দেখাত তেওঁৰ দাঁতবোৰ এনে চাফা দেখা নাছিলোঁ।

দেউতা স্বৰ্গী হয় ১৮৯৪ চনৰ ২৫ মাৰ্চত। ৰাধিকাৰাম সেই বছৰৰ শেহ কি ১৮৯৫-ৰ জানুৱাৰীত আহি পায়। দেউতাই যদি এবাৰ তেওঁক দেখা পালে হয়! যেমাৰৰ সময়ত মনত আছে—আমাৰ কৰ্ণেল শিৱৰাম বৰা ডাক্তৰ ডাঙৰীয়া, নহ'লে আমাৰ বলিনাৰায়ণ বৰা এঞ্জিনীয়েৰ ডাঙৰীয়া বিলাতৰপৰা উভতি আহিছিল। এওঁলোকে ৰাধিকাৰামৰ কথা কৈছিল। তেওঁ যেমাৰৰ চৌপনিত "ৰাধিকা" নাম শুনোতে চাৰিউফালে চাই "ৰাধিকা" বুলি মাতি চালে।

ৰাধিকাৰাম ফুকনে দেউতাৰপৰা বিলাতত আঠ বছৰ খৰচ লৈছিল। পাছত লেখি পঠিয়ালে, "দদাইদেউ, আৰু খৰচ নপঠিয়াব। মই ইয়াতে সুখে আছোঁ।" ইত্যাদি ইত্যাদি। দেউতা আচৰিত হ'ল। বহুত চিঠি লেখিলে। একো উত্তৰ নাই। কিছুদিন পাছত এখন টেলিগ্ৰাম আহিল। এই টেলিগ্ৰাম আহোঁতে মই উপজিলেও মোৰ বয়স পাঁচ-ছমাহমান হ'ব; কিন্তু মই এই টেলিগ্ৰাম পাছত নিজে দেখিছোঁ। ঠিকনা আছিল "Borooah, Assam." যি ঠাইৰপৰা টেলিগ্ৰাম কৰা হৈছিল সেই ঠাইৰ নাম Hitchin (মই ১৯০৮ খ্ৰীষ্টাব্দত এই হিচিনলৈ গৈছিলোঁ। তেতিয়া ৰাধিকা দাদাৰ কথা মনত হৈছিল)। টেলিগ্ৰামত কথা আছিল মুঠে এটি—Greetings। সেইখনেই দেউতাৰ সৈতে ৰাধিকা দাদাৰ শেষ চিঠি-পত্ৰৰ সম্বন্ধ। দেউতাই এই কথা প্ৰায়ে কৈছিল—ৰাধিকাই এনেয়ে "Greetings" লেখিলে কিয়? ৰাধিকাৰামৰ সৈতে দেখা হোৱাত এই বিষয়ে সোধা নাছিলোঁ, সুধিবলৈ কেনেবা লাগিলোহেঁতেন।

দেউতাই ৰাধিকাৰামক ইমান ভাল পাইছিল যে ১৮৯৩ খ্ৰীষ্টাব্দত এখন আটাইবে খবৰ দি তেওঁলৈ Miss Manning-ৰ "কেয়াৰে" চিঠি লেখিছিল। ৰাধিকা দাদাই সেই চিঠিখন পাইছিল বুলি কৈছিল; আমি কিন্তু উত্তৰ পোৱা নাছিলোঁ। দেউতাই এই চিঠিৰ উত্তৰে Miss Manning-ৰপৰা এখন চিঠি পালে যে ৰাধিকাৰাম ফুকনৰ তেতিয়াৰ ঠিকনা তেওঁ নেজানে; কিন্তু সেই চিঠি তেওঁ জনা আগৰ ঠিকনালৈ পঠোৱা হৈছে।

ইমানখিনি কথা লেখাৰ এটি কাৰণ হৈছে—আৰ্ল ল' কলেজৰ বন্ধু শ্ৰীযুত দেবেন্দ্ৰনাথ শৰ্মাৰ মৰমৰ "তাগাদা", আৰু দ্বিতীয় কাৰণ হৈছে—মোৰ আশাময় ছাত্ৰসকলক ৰাধিকাৰামৰ বিষয়ে, অলপ কথা জনোৱা। কাৰো কাৰো এই বিষয়ে জানিবৰ ইচ্ছা প্ৰবল দেখিছোঁ। দুখৰ বিষয় ছবি এখন লগত দিব নোৱাৰিলোঁ। আশাকৰোঁ, মিলনৰ পাঠকবৰ্গই 'ইয়াৰপৰাই কিবা অলপ ৰ-খাজনি পাব।

## ৺বেজবৰুৱা

১৯৩৮ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহটো আসাম আৰু অসমীয়াৰ পক্ষে বৰ ভয়ঙ্কৰ সময়। এই মাহতে আসাম মাতৃৰ দুজন কৃতী সন্তান এই পৃথিৱী এৰি যাবলগীয়া হ'ল। শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা আগ হ'ল। চবিবশ দিন পাছত তেওঁৰ পিছ ল'লে শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাই। "দুদিন আগে দুদিন পাছে।" ২ মাৰ্চৰ দিনা ৰাতিপুৱা গুৱাহাটীত গ'ল আগৰৱালা। ২৬ মাৰ্চৰ ব্ৰাহ্মমুহূৰ্ত্তত গ'ল ডিব্ৰুগড়ত বেজবৰুৱা। দুয়ো বন্ধু আছিল। সেই বন্ধুতাৰ কথা আছে বেজবৰুৱাৰ সোঁৱৰণীত। হায়, হায়, সোঁৱৰণীখন অসম্পূৰ্ণ থাকিল। সম্পূৰ্ণকৈ থকা হ'লে আন আন ডাঙৰ মানুহৰ আত্মজীৱনীৰ দৰে এই আত্মজীৱনীখনো ভাৰতীয় ভাষাৰ সম্পদ হ'ল হয়। মই "ভাষাৰ" আগত "অসমীয়া" নেল্লেখিলোঁ এই নিমিত্তে যে ডাঙৰ মানুহসকল কোনো এখন জিলা নাইবা প্ৰদেশৰে নহয়, গোটেই দেশৰে। বেজবৰুৱা অকল অসমীয়াৰে যে সম্পত্তি এনে নহয়, গোটেই ভাৰতৰে সম্পত্তি।

সি যাক যি হওক। মিষ্টাৰ আগৰৱালাৰ সৈতে ১৯১০-১২ খ্ৰীষ্টাব্দৰপৰা ভালকৈ চিনাকি। সকতে সেখাত মই স্কুলীয়া ল'ৰা, তেওঁলোক কলেজীয়া ডেকা। ব্যৱধান বৰ দূৰ আছিল। আগৰৱালাৰ সৈতে চিনাকি আৰু ঘনিষ্ঠ হ'ল ১৯২৭ খ্ৰীষ্টাব্দৰপৰা, যেতিয়া তেওঁ গুৱাহাটীত থিতাপি হ'লহি। প্ৰায় দিনৌ অহা-যোৱা। এই ১৯১০-১২ খ্ৰীষ্টাব্দৰপৰা ১৯৩৭-লৈকে আগৰৱালাৰ সৈতে আগৰ দৰেই সম্ভাৱ। ১৯২৭-ৰ জানুৱাৰীত ডিব্ৰুগড়লৈ "ইলেকচন" সংক্ৰান্ত কামত যাওঁতে মই তেওঁৰ ঘৰতে অতিথি আছিলোঁ। আগৰৱালা নামত "আগৰ" কথাকেৰি থাকিলেও আগবাঢ়ি নিজে নগৈ আনকহে আগবঢ়াই দিছিল। তেওঁ খাচ অসমীয়া। খাচ অসমীয়া কৈছোঁ যদিও কওঁ যে তেওঁৰ কোনো প্ৰাদেশিক সঙ্কীৰ্ণতা নাছিল। তেওঁ ভাবা আৰু ভাব বিষয়ে উদাৰ আছিল।

মাৰ্চৰ দুই তাৰিখে অনুভৱ কৰিছিলোঁ যে মোৰ এজন বৰ ওচৰৰ অন্তৰৰ বন্ধু গ'ল। কিন্তু ২৬ মাৰ্চৰ ৰাতিপুৱা কি হ'ল? ই যে আৰু বিষম বজ্ৰাঘাত! ২৬ মাৰ্চৰ দিনা ১১ বজাত গুৱাহাটী ষ্টেচনত বেজবৰুৱা পৰিয়ালৰ লগতে মোৰ দেখা কৰিবৰ কথা আছিল। ডিব্ৰুগড়ৰপৰা সম্বলপুৰলৈ যাবৰ ঠিক-ঠাক আছিল, সেইদিনাই গুৱাহাটী হৈ কলিকতালৈ যাব। কিন্তু সেইদিনা কি বাতৰি পালোঁ? শ্ৰীমান ৰোহিণী বোপাৰপৰা বিজুলী-বাতৰি প্ৰথম পালোঁ ৯॥০ মান বজাত। সেই বিজুলী-বাতৰিয়ে বিজুলী সকাৰে বাতৰি আনিলে যে মোৰ বেজবৰুৱা, অসমীয়াৰ আৰু অসমৰ বেজবৰুৱা, ভাৰতৰ বেজবৰুৱা আৰু ইহলোকত নাই। মই তবধ, নীৰৱ হৈ সেই বিজুলী-বাতৰি শ্ৰীমান মাধৱলৈ পঠাই দিলোঁ। গুৱাহাটীয়ে জানিলে যে বেজবৰুৱা আৰু ইহজগতত নাই। এইদিনা অসম আৰু অসমীয়াৰ কি দুৰ্দ্দিন!

বেজবৰুৱাৰ লগতে আমাৰ বৰ ঘনিষ্ঠ সম্বন্ধ। আয়ে তেওঁক "মোমাইদেউ" বোলা শুনিছিলোঁ। অৱশ্যে আই বেজবৰুৱাতকৈ বয়সত বহুত ডাঙৰ আছিল। বেজবৰুৱা এইফাললৈ আহিলে বা এইফালেদি গ'লে মোৰ ঘৰতে আছিল। মই অসংখ্যবাৰ তেওঁলোকৰ আলহী হৈছিলোঁ। "আলহী" কৈছোঁহে, বেজ-বৰুৱাৰ ঘৰ মোৰ নিজৰ ঘৰৰ দৰে আছিল। বহলাই নকৈ কওঁ যে এইবাৰ যেতিয়া শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়া ডিব্ৰুগড়লৈ যায়, মোক শ্ৰীমতী ৰত্নাবলী আইদেৱে সম্বলপুৰৰপৰা লেখিলে যে তেওঁলোক গুৱাহাটীৰে ডিব্ৰুগড়লৈ যাব। দুবাৰ-তিনিবাৰ অহাৰ প্ৰতিবন্ধক হ'ল, বেজবৰুৱাৰ স্বাস্থ্যৰ নিমিত্তে। কিন্তু যিদিনা সঠিক অহাৰ সম্বাদ শুনিলোঁ, সিদিনা মই আৰু শ্ৰীযুত আগৰৱালা ডাঙৰীয়াই ডাক্তৰ শ্ৰীমান ভুবনেশ্বৰ বৰুৱা বোপাক (এই ডাক্তৰজন সকলো সময়তে পৰোপকাৰী) যেতিয়া জনালোঁ যে বেজবৰুৱা ডাঙৰীয়া আহিব, তেতিয়াই তেওঁ প্ৰতিশ্ৰুতি দিলে, "মই পাণ্ডুলৈ আনন্দেৰে যাম।" লগত মৈ পাণ্ডুলৈ গ'লোঁ। পাণ্ডুত দেখিলোঁ বেজবৰুৱা হাজা মাচিয়াত—প্ৰফুল্ল, সৌম্য, আগৰ দৰে। বেমাৰ যেন হোৱাহে নাই। আমাৰ লগতে আগৰ দৰে হাঁহি কথা ক'লে। বেজবৰুৱা আৰু তেওঁৰ ডুকুৰি পাত বছৰৰ লগৰীয়া সহকৰ্ম্মিণী, সহধৰ্ম্মিণী শ্ৰীযুতা প্ৰজ্ঞাসুন্দৰী দেৱী, ৰত্না আইদেও, আৰু তেওঁৰ সন্তানসকলক পাণ্ডুত ৰেলত উঠাই দি আমি মোটৰেৰে গুৱাহাটী ষ্টেচনলৈ আহিলোঁ। শ্ৰীমান মাধৱ (বেজবৰুৱাৰ বিনন্দি ককাইদেৱেকৰ পুতেক) আগেয়েই তাত তেওঁৰ বন্ধু-বান্ধৱসকলৰ লগত হাজিৰ। আমি গৈ পোৱাত বেজবৰুৱাই আকৌ

হাঁহি, আগৰ দৰে 'কৃপাবৰ বৰবৰুৱা'ৰ কথাৰে আমাৰ লৈতে, আটাইৰে লৈতে কথা কৈ আমাক সন্তোষ দিলে। ৰেইলগাড়ী ষ্টেশনৰপৰা মুকলি হৈ যোৱাৰ পাছত আমি আহিলোঁ। ডাক্তৰ ভুৱনেশ্বৰে ক'লে যে অৱস্থা বেয়া নহয়—ভাল হ'ব ; যদি কোনো অভাৱনীয় সমস্যা উপস্থিত নহয়হি। ভুবনেশ্বৰ ডাক্তৰৰ ডাক্তৰী ভৱিষ্যৎবাণী সঁচাই হ'লহেঁতেন ; কিন্তু সেই পৰম পিতা, পৰম পুৰুষ, যিজনৰ ইচ্ছাত ব্ৰহ্মাণ্ডৰ সকলো কামেই সমাধা হয়, যিজন সৃষ্টি-স্থিতি-প্ৰলয়কৰ্ত্তা, সেই পুৰুষে ইচ্ছা কৰিলে যে আমাৰ বন্ধু আগৰৱালা ইয়াৰপৰা যাব লাগে। আগৰৱালা গ'ল। যেতিয়া এই শেল-বাতৰি বেজবৰুৱাই পালে, শুনি, সহিব নোৱাৰি বেজবৰুৱাইও বন্ধুৰ বাট ল'লে। যি বাট আমাৰ পিতৃ-মাতৃ, পিতামহ, মাতামহ আৰু কিমান অনন্ত যাত্ৰীৰ বাট, আগেয়েও হৈছে আৰু অনন্ত কাললৈকেও হ'ব, সেই বাট দুয়োজনে একে মাহতে ল'লে।

আমাৰ দুখ লাগে। কিন্তু এই দুইজন মানুহৰ মৃত্যুভয় নাছিল। দুয়ো সংস্কৃতজ্ঞ। দুয়ো গীতাৰ ভক্ত। এই দুজন একেলগ হ'লে যেনে হাঁহি-ধেমালিৰ নিজৰা বৈছিল, ঘৰুৱা কথা হৈছিল, দেশৰ কথা হৈছিল, তেনেকৈ ধৰ্ম্মৰ কথাও হৈছিল। আৰু সেই ধৰ্ম্ম-কথাৰ কিছু আভাস পাই ময়ো কৃতাৰ্থ হৈছিলোঁ।

পাহৰি যোৱাৰ আগেয়ে এইখিনিতে কৈ থওঁ যে বেজবৰুৱাক সোঁৱৰণী লেখিবলৈ ( চিঠিয়ে চিঠিয়ে প্ৰতি চিঠিতে লেখিছিলোঁ—এবাৰো বাদ নিদিছিলোঁ, সোঁৱৰণী লেখাৰ ছয়, সাত, আঠ বছৰৰ আগৰপৰা ) কোৱা মানুহৰ ভিতৰত বোধকৰোঁময়ে প্ৰধান বা প্ৰথম। এই বিষয়ে ডাঠকৈ ক'ব পাৰোঁ দেখি কৈছোঁ। কিন্তু সোঁৱৰণী যে পূৰা নহ'ল, এয়েহে দুখৰ কথা।

বেজবৰুৱাৰ দৰে আগৰৱালাৰো মৃত্যুভয় নাছিল। মৃত্যু যে নিশ্চিত, সেই বিষয়ে জানি বোধকৰোঁ মৃত্যুক ভয় নকৰিছিল। তেওঁলোকৰ কথা-বতৰাৰপৰা এনে আভাস প্ৰায়ে পাইছিলোঁ।

কি আচৰিত কথা! বেজবৰুৱা আজি ৫১।৫২ বছৰ অসমৰ বাহিৰে বাহিৰে। ভগৱানৰ কি ইচ্ছা! ইমান দিন দূৰৈত থাকিও ক'ত আহি দেহ ৰক্ষা কৰিলে? আসামৰপৰা আঁতৰি থাকি, কিন্তু আসামক গায়ত্ৰীৰ দৰে দিনৌ পূজা কৰি ক'ত দেহাৱসান হ'ল? আসামত। অসমীয়া জাতীয়-সঙ্গীত লেখক, যি জাতীয়-সঙ্গীত শুনিলে দেশী-বিদেশী সকলোৱে সসম্ভ্ৰমে উঠি মাতৃক সন্মান কৰে, সেই অসমীয়া জাতীয়-সঙ্গীত লেখকজনে নিজৰ মাতৃৰ কোলাতে এই মানুহ-জীৱনৰ শেষ শান্তি আৰু আশ্ৰয় পালে। কি সুন্দৰ কথা! ল'বাই দুখ পালে,

তাগৰ লাগিলে মাকৰ ওচৰলৈ লৰি আহেনে? দেশ ভাল পোৱা, ধ'ত্তে-ক'তে দেশৰ গুণ গোৱা, যিজনৰ জীৱনৰ মূলমন্ত্ৰ "দেশ", সেই কৰ্ম্মী, অসমীয়া সাহিত্য-সেৱীৰ নায়ক বেজবৰুৱাই আসাম মাতৃৰ কোলাতে চিৰবিশ্ৰাম ল'লে। ধন্য বেজবৰুৱা! ধন্যা অসমী আই!

দেউতা যেতিয়া পেন্সন লৈ ১৮৯০ খ্ৰীঃত কলিকতালৈ যায়, সেই সময়ৰপৰা বেজবৰুৱাৰ লগতে মোৰ চিনাকি। চিনাকি হ'লে কি হ'ব? তেওঁক দূৰৈৰ-পৰাহে দেখিছিলোঁ। বৰ গম্ভীৰ মানুহ বুলি ভাবিছিলোঁ। তেতিয়া মোৰ বয়স ইংৰাজীমতে ন, দেশীমতে দহ। ভাবি চাওক কি ব্যৱধান! সেই সময়ত কি তাৰ বহুদিন আগতো আৰু পাছতো মহেন্দ্ৰ বুলি মানুহ এটিয়ে অসমীয়া ছাত্ৰ-বিলাকক চাঁদনী বজাৰৰপৰা কাপোৰ-কানি কিনি আনি দিছিল। তেতিয়া এন্টে্ৰন্স পৰীক্ষাত উত্তীৰ্ণ হৈ আমাৰ অসমীয়া ল'ৰাবিলাক কলিকতালৈ গ'লে কাপোৰ-কানি বিষয়ে মহেন্দ্ৰৰ আশ্ৰয় লৈছিল। আজি-কালিৰ কলেজৰ ল'ৰাৰ যিমান "ফেশ্বন", তিমান "ফেশ্বন" তেওঁলোকৰ নাছিল। তেওঁলোকৰ যি প্ৰয়ো-জনীয়, তাকেহে অৱস্থানুসাৰে লৈছিল। আজি-কালিৰ ল'ৰাৰ দৰে 'পাউডাৰ' মুখত নলগাইছিল। 'ক্ৰিম' আদি সভ্যতাৰ লেজ-লেংটি তেওঁলোকে নলৈছিল। কিন্তু মহেন্দ্ৰই দিয়া ক'লা কোট (আলপাকা কি গৰম কাপোৰ) সদায় পিন্ধিছিল। সি যি হওক, এই আগৰণুৱাসকলে সৃষ্টি কৰি পিন্ধিছিল এটি অসমীয়া পাগুৰি। মই ককাইদেৱসকলৰ লগত দেউতাৰে লগতে সেই সময়ৰ দক্ষিণপটীয়া গোসাঁইৰ বাহৰলৈ যোৱা অলপ মনত পৰে। ('অসম তৰা'ৰ প্ৰতিষ্ঠা যিজন মহাপুৰুষে কৰিছিল, সেইজন মহাপুৰুষক, আউনীআটীয়া সত্ৰাধিকাৰীক দেখা সুস্পষ্ট মনত আছে।) এই দক্ষিণপটীয়া প্ৰভুক দেখা তিমান স্পষ্ট মনত নাই। সেই গোসাঁইৰ পাগুৰিৰ আৰ্হিৰে চাঁদনী বজাৰত এজন টুপীৱালাৰ দোকানত পাগুৰি বন্ধাই হেটৰ দৰে লক্ষ্মীনাথ বেজবৰুৱা, হেম গোসাঁই, প্ৰসন্ন ফুকন ইত্যাদিয়ে পিন্ধিছিল। আগৰৱালাই পিন্ধিছিল নে নাই মনত নপৰে। অসমীয়াৰ সকলো সময়তে "জাতীয়" ভাব প্ৰবল, অৰ্থাৎ—আসাম ডাঙৰ। "আসাম ডাঙৰ"—এইকেৰি কথা ভাল। আসাম ডাঙৰ—এই ভাবটি ভাল (কিন্তু আন দেশ বেয়া—এই ভাবটিহে বৰ বেয়া। আশাকৰোঁ, আমাৰ অসমীয়াৰ এনে ভাব মনত কেতিয়াও নাই আৰু কেতিয়াও নাহিবও)। এই পাগুৰিৰ বৰণ বগলা ভাবাৰ "খয়েৰি"তকৈ অলপ পাতল আছিল। মিষ্টাৰ বেজবৰুৱা—এই পাগুৰি পিন্ধি খুব পোন হৈ, মুখ দাড়ি ইংৰাজী কাপোৰ পিন্ধি থকা আজিও স্পষ্টভাবে চকুৰ আগত ভাহে। মিঃ তোলা

বৰুৱাক লগ পোৱাৰ আগলৈকে এই পাগুৰি পিন্ধিছিল। তাৰ পাছত "হেট" পিন্ধা হ'ল। সেইখিনি সময়ত তেওঁক বৰ গম্ভীৰ দেখিছিলোঁ। "লিতিকাই"ৰ লেখক ইমান গম্ভীৰ আছিল!

আজি-কালি "কংগ্ৰেছ" অসমীয়াৰ মুখে মুখে। কথা ক'ব পৰা ল'ৰা-ছোৱালী মাত্ৰই.( ভাৰতীয় ল'ৰা-ছোৱালীৰ কথা কৈছোঁ। আন দেশৰ ল'ৰা-ছোৱালীয়ে আমাৰ কংগ্ৰেছৰ কথা নুশুনিলেও মহাত্মা গান্ধী দেৱতাৰ নাম নিশ্চয় শুনিছে। ) কংগ্ৰেছ আৰু মহাত্মা গান্ধীৰ কথা জানে। কিন্তু ১৮৯১।৯২।৯৩ কি তাৰ কেবা-বছৰৰ পাছলৈকো কংগ্ৰেছৰ নাম কেইজন অসমীয়াই শুনিছিল? তেতিয়া মহাত্মা গান্ধীয়েইবা আছিল ক'ত? সি যাক যি হওক, এলাহাবাদ কংগ্ৰেছলৈ ডেলিগেট ( এই কথাটি মই সেই তেতিয়াই শিকা ) পঠাবৰ নিমিত্তে কলিকতাত থকা অসম-বাসীৰ এখন সভা বহে; অৰ্থাৎ চাহ বৈঠক হয়—মোৰ দেউতাৰ ঘৰত। আমি তেতিয়া তিনি নম্বৰ ওল্ড বৈঠকখানা দ্বিতীয় গলিত। সভাৰ প্ৰস্তাৱৰ প্ৰথম-ভাগৰ মোৰ মনত আছে—"Resolved at a meeting of the Assamese residents of Calcutta that Mr. Lakshminath Bezbarua be sent as a delegate......" বহুত দিনৰ কথা হ'লেও মোৰ মনত আছে। সেই সময়ত ৰাধানাথ চাংকাকতীও আমাৰ ঘৰতে আছিল ( বোধকৰোঁ Times of Assam-ৰ ছাপা যন্ত্ৰ কিনা ইত্যাদি কামৰ নিমিত্তে )। বেজবৰুৱা 'ডেলিগেট' হ'ল। আৰু চাংকাকতীও ডেলিগেট হৈ যোৱা মনত আছে। মিঃ ভোলা বৰুৱাও ডেলিগেট হৈছিল। ইমান বহলাই কৈছোঁ এই নিমিত্তে যে বেজবৰুৱাই এলাহাবাদৰ প্ৰথম কংগ্ৰেছত প্ৰথম অসমীয়া হৈ ইমান ডাঙৰ সভাত প্ৰথম বক্তৃতা দিলে। আশাকৰোঁ আজি-কালিৰ কংগ্ৰেছী মানুহ-সকলে বেজবৰুৱাৰ জীৱনীৰ বিষয় ভাবোঁতে, কওঁতে, কিম্বা লেখোঁতে এইফেৰি কথা যেন মনত ৰাখে যে লক্ষ্মীনাথ বেজবৰুৱায়েই Congress-ৰ বক্তৃতা দিয়া প্ৰথম অসমীয়া। বেজবৰুৱাৰ জীৱনীৰ কথা ভাবোঁতেই যে এই কথা ভাবিব লাগে ই নহয়, আসামত কংগ্ৰেছৰ আবিৰ্ভাৱৰ বিষয়ে ইতিহাস লেখিলেও আশা-কৰোঁ তেওঁলোকে বেজবৰুৱাক প্ৰথম ঠাই দিবলৈ হেঁহো-নেহো নকৰিব। আৰু এটি সুখৰ কথা, কংগ্ৰেছত বক্তৃতা দিয়া দ্বিতীয় অসমীয়া আছিল সেই একে বেজবৰুৱা পৰিয়ালৰে, ডাক্তৰ গোলাপচন্দ্ৰ বেজবৰুৱা। এই ডাক্তৰ বেজবৰুৱাই কলিকতাৰ ১৯০১।২ খ্ৰীষ্টাব্দৰ অধিবেশনত বক্তৃতা দিছিল। এই সময়ত ৺ৰমাকান্ত বৰকাকতী কলিকতীয়া অসমীয়া বাইজৰ এগৰাকী বিশিষ্ট লোক আছিল।

বেজবৰুৱাক ৰসৰাজ উপাধি আসামে দিছে। ভাল কথা। বঙ্গদেশৰ "ৰসৰাজ" অমৃতলাল বসু। এবাৰ অসমীয়াক ভাল পোৱা, আসামক ভাল পোৱা কৰ্ণেল গৰ্ডনে (Col. Gurdon) মোক বেজবৰুৱাৰ বিষয়ে কৈছিল (কৰ্ণেল গৰ্ডনে অসমীয়া ভালকৈ জানে যদিও বেজবৰুৱাৰ সকলো সাহিত্য পঢ়া নাছিল), "He is a comic and flippant writer, is he not?" মই ক'লোঁ, কেতিয়াও নহয়। বেজবৰুৱাই বৈষ্ণৱ সাহিত্য, ধৰ্ম্ম বিষয়ক সাহিত্য, আসাম, বঙ্গদেশ আৰু আন আন দেশৰ বিষয়েও লেখিছে আৰু জানে।

মই বেজবৰুৱাৰ দৈনন্দিন জীৱনৰ কথা বহুখিনি জানো। আচৰিত কথা, বেজবৰুৱাই শঙ্কৰদেৱৰ মহাপুৰুষ, দামোদৰদেৱৰ মহাপুৰুষ, মাধৱদেৱৰ মহাপুৰুষৰ দৈনন্দিন জীৱন যেনেকৈ জানিছিল, তেনেকৈ চৈতন্যদেৱৰো দৈনন্দিন জীৱন জানিছিল। মই এবাৰ সুধিছিলোঁ—মিষ্টাৰ বেজবৰুৱা, আপুনি আপোনাৰ আৰু মোৰ আসামৰ গুৰুসকলৰ বিষয়ে জানে; কিন্তু চৈতন্যদেৱৰ কথা এনেদৰে কেনেকৈ জানিলে? তেওঁ হাঁহিলে, ক'লে, "চাহ খোৱাঁ।"

'কামত কৃতিত্ব লভিবৰ সঙ্কেত' বুলি তেওঁৰ এখন কিতাপ আছে। সেই কিতাপ মোৰ হাতত এতিয়া নাই; কিন্তু মই বেজবৰুৱাৰ গুণৰ কথা কেআষাৰমান কওঁ। সকলো কথা এই কেইপাততে লেখা মোৰ পক্ষে দুঃসাধ্য। প্ৰাতকথান বা ৰাতিপুৱাই উঠাৰ অভ্যাস তেওঁৰ আছিল। যি কাম হাতত লৈছিল, সেই কাম নকৰি আন কাম হাতত নলৈছিল। ধেমালিৰ কথা কওঁতে কওঁতে বেজবৰুৱাৰ কামৰ সময় হ'লে ততালিকে এৰি নিজৰ কামলৈ গৈছিল। তেওঁ মিতাহাৰী আছিল। এটি 'মজাৰ' কথা কওঁ। মোৰ বয়সীয়া মানুহে, কি মোতকৈ বহুত তলতীয়া বয়সৰ মানুহে ক'ব পাৰে যে কলিকতাত এবাৰ এটি কথা ৰাষ্ট্ৰ হৈছিল যে তামোল খালে মানুহ মৰে (দুই-তিনি মাহৰ বহস্য, বোধকৰোঁ ১৯১০ খ্ৰীষ্টাব্দত)—বাতৰিকাকতত লেখা হ'ল, ইজনে সিজনক ক'লে—তামোল খোৱা এৰাঁ। মই এমাহমান তামোল এৰিলোঁ (বিলাতত থকাত তামোল নেখালেও এবাৰ এজন বন্ধু 'Love of Kusuma'-ৰ লেখক বালকৃষ্ণ দাস, যিজনে Victoria Cross-ৰ প্ৰশংসা পাইছে আৰু যিজন ব্ৰিটিশ সাহিত্য-ক্ষেত্ৰত "বালকৃষ্ণ" বুলি পৰিচিত আছিল, সেইজনে এবাৰ মোক খাবলৈ মাতি, খোৱাৰ পাছত তামোল-পাণৰ গুড়া দিছিল। আৰু সেই তামোল-পাণ সেই অৱস্থাত Russell Square-ত খাইছিলোঁ)। তামোল-পাণ মোৰ ইমান ভাল লাগে! মই এৰিলোঁ এমাহমানৰ নিমিত্তে।

কিন্তু বেজবৰুৱাই নেৰিলে। তেওঁ যেনেকৈ তামোল-পাণ খাইছিল, খাই আছিল। মোক ক'লে, "হেৰা জ্ঞান, মোৰ দেউতাই মোক কৈছিল তামোল-পাণ খালে তই তিনিবাৰ পিক্ পেলাবি, তেতিয়া তামোলৰ দোষ যাব। সেইদেখি মই তামোলৰ পিক্ তিনিবাৰ পেলাওঁ। মোৰ আৰু কি ভয়?" এই কথা শুনি ময়ো এৰি দিয়া তামোল-পাণ আকৌ খাবলৈ ধৰিলোঁ। বেজবৰুৱাৰ মৃত্যুভয় নাছিল আৰু এই ব্যৱহাৰ তেওঁৰ পিতৃ-ভক্তিৰ পৰিচায়ক। বেজবৰুৱাৰ বিষয়ে আৰু বেছি নেলেখি ইয়াকে মাথো কৈ শেষ কৰিব খোজোঁ যে বেজবৰুৱা সাহিত্য-সম্রাট আছিল। সাহিত্য-সম্রাট উপাধিটি ৰসৰাজ উপাধিতকৈ মোৰ ভাল লাগে, কিয়নো বহুতে 'ৰসৰাজ' উপাধি দিয়াৰ বাবে মোৰে সৈতে কথা হোৱাৰ আগেয়ে কৰ্নেল গৰ্ডনে যেনে ভাবিছিল, তেনে ভ্ৰমিব পাৰে। বেজবৰুৱাৰ সহকৰ্ম্মিণী, সহধৰ্ম্মিণী আৰু তেওঁৰ কন্যা অৰুণা, ৰত্নাৱলী আৰু দীপিকাই বেজবৰুৱাৰ কৰ্ম্মক্ষেত্ৰত যি সহায় কৰিছিল, তাকে সুঁৱৰি এই প্ৰবন্ধ শেষ কৰিলোঁ। ব্ৰহ্মকৃপাহিকেবলম্।

# ৺বুদ্ধীন্দ্রনাথ ভট্টাচাৰ্য্য

অলপতে অসমীয়া মাহিলি কাকত এখনিত স্বৰ্গীয় বুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্য্য ডাঙৰীয়াৰ স্বৰ্গীয় জগন্নাথ বৰুৱা ৰায়বাহাদুৰ ডাঙৰীয়াৰ (জে. বৰুৱা অথবা উজনিৰ বি.এ. জগন্নাথৰ) লগত বিলাতলৈ যোৱাৰ আৰু বিলাত দেখাৰ বৃত্তান্ত পঢ়ি ভাল পালোঁ। ময়ো সেইখিনি সময়ত বিলাতত। সেইদেখি মোৰো অলপ কিবা লেখিবলৈ মন গ'ল।

মোৰ অতি সৰু বয়সৰেপৰা স্বৰ্গীয় বুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্য্যৰ সৈতে চিনাকি। তেওঁৰ পিতৃদেৱতা ধৰ্ম্মদত্ত ভট্টাচাৰ্য্যক (এওঁক দেখা নাই) মোৰ দেউতাই সখি বুলি মাতিছিল বুলি শুনিছোঁ। তেওঁৰ মাতৃদেৱীক আমি আমৈ বুলি মাতিছিলোঁ। স্বৰ্গীয় বুদ্ধীন্দ্ৰনাথক যেন উপজিবৰেপৰা দেখি আহিছোঁ, মোৰ এনে ভাব হয়। মোৰ কেঁচুৱা সময়ত তেওঁলোক আমাৰ নগাঁৱৰ ঘৰৰ চাউলিতে ঘৰ সাজি থকা মনত পৰে। তেওঁলোকক আমাৰ অতি নিজৰ মানুহ বুলি ভাবিছিলোঁ। আনন্দৰাম ঢেকিয়ালফুকনৰ জীৱন-চৰিতত ধৰ্ম্মদত্ত ভট্টাচাৰ্য্যৰ উল্লেখ পোৱা যায়। এই কিতাপখন মানুহক দি দি সাং কৰিলোঁ, আৰু মানুহে লৈ লৈ সাং কৰিলে। বেচাৰ সংখ্যা বৰ কম।

আৰু এটি কথা এইখিনিতে কওঁ। বুদ্ধীন্দ্ৰ ভট্টাচাৰ্য্যাই এল্. এ. (L.A.) পৰীক্ষা পাচ কৰিছিল, Licentiate in Arts. তেতিয়া বিশ্ববিদ্যালয়ে এই দ্বিতীয় পৰীক্ষাক L.A. পৰীক্ষা কৈছিল। এই এল্. এ. পাছত এফ. এ. (F.A.) হ'ল, তাৰ পাছত এতিয়া I.A. হৈছে। মোৰ কথা বিশ্বাস নহ'লে অমৃতলাল বসুৱে ৬০।৭০ বছৰৰ আগেয়ে লেখা 'বিবাহ-বিভ্ৰাট' প্ৰহসনখনি পঢ়ক, সেই কিতাপখনি বঙলাত। কিন্তু পঢ়ি হাঁহিব, ভাল পাব, আৰু L.A. পৰীক্ষা যে এটা আছিল, জানিব। এজন মানুহ হাওড়া ষ্টেচনলৈ গৈছিল (সেই কিতাপৰ এটি দৃশ্যহে, দেখুৱাবলৈ চেষ্টা কৰিছোঁ)। চুৰিয়া চোলা পিন্ধি,

বঙালী গৃহস্থৰ কাপোৰ পিন্ধি বিলাতৰপৰা অহা পুতেকক আনিবলৈ গৈছিল। বিলাতী খাবজেণ্টে যাবলৈ বাট এৰি নিদিয়ে। তেতিয়া এনে ঠাইত 'নেটিভ'ৰ কাপোৰ পিন্ধা 'নেটিভ'ক যেনে এনে মানুহে অপমান কৰিছিল, তেনে অপমান কৰি বাট এৰি নিদিয়ে। মানুহটিয়ে কয় (মোৰ কিতাপখনি আগত নাই, ভাবৰ্থিনিহে কৈছোঁ), "আমাৰ ছেলে এল্ এ. বিলেত থেকে এসেছে, আমি ওৰ কাছে যাব, তুমি কেন আমাকে যেতে দেবে না।" মোৰ বয়সৰ মানুহে (লেখা-পঢ়া জনা), ক'ব পাৰিব যে এল্ এ পৰীক্ষা এটা আছিল। বহুতে বোধকৰোঁ নেজানে যে L.L. পৰীক্ষা বুলিও এটা পৰীক্ষা আছিল। এই উপাধি পাই ওকালতি কৰিবৰ ক্ষমতাও পাইছিল। স্বৰ্গীয় হাকিম মাধৱচন্দ্ৰ বৰদলৈ ৰায়বাহাদুৰ ডাঙৰীয়া L.L. আছিল বুলি জানো। প্লীডাৰশ্বিপ, যাক P.L. (মোৰ মনেৰে ভুলকৈ) কোৱা হয়, সি বেলেগ। কলিকতা বিশ্ব-বিদ্যালয়কো সুধি চাব পাৰে। L.A. আৰু L.L-ৰ কথা বহুতে নেজানে দেখি এই সুযোগতে লেখিলোঁ।

আমাৰ সকলোৰে শ্ৰদ্ধাৰ আৰু মৰমৰ মহাৰাণী ভিক্টোৰিয়া ১৯০১ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহত স্বৰ্গী হয়। "ৰজা স্বৰ্গী হ'ল, ৰজা দীৰ্ঘজীৱী হওক"—"The king is dead, long live the k ng". ইয়াৰ অৰ্থ হৈছে—সিংহাসন এক মুহূৰ্ত্তও শূন্য হৈ থাকিবলৈ দিয়া নেযায়। মহাৰাণীৰ মৃত্যু হোৱাৰ মুহূৰ্ত্ততে তেওঁৰ ৰৰপুতেক ৰজা হ'ল। এবছৰৰ পাছত ৰাজ্য আৰু শাস্ত্ৰৰ বিধিমতে নতুন ৰজাক অভিষেক কৰা হয়। ১৯০২ খ্ৰীষ্টাব্দত সপ্তম এড্‌ৱাৰ্ডক বিধিমতে সিংহাসনত বহুউৱা হ'ব। ব্ৰিটিশ সাম্ৰাজ্যৰ প্ৰতিনিধিসকলক নিমন্ত্ৰণ কৰা হ'ল। নামজলা মানুহসকলক—পৃথিৱীৰ নানান দেশৰ ৰজা-সম্ৰাটসকলক নিমন্ত্ৰণ কৰা হ'ল। পৃথিৱীৰ কোনো এটি চুককে এৰা নগ'ল। য়ুৰোপ, এমেৰিকা, অষ্ট্ৰেলিয়া, ভাৰত ইত্যাদি সকলো ঠাইৰে প্ৰতিনিধিসকলক নিমন্ত্ৰণ কৰা হ'ল। সেইখিনি সময়ত ৰাছা (Russia), জাৰ্মেনী ইংলণ্ডৰ ৰজা-ঘৰৰ আপোন মানুহ আছিল। ভাৰত ভাগ হোৱা নাছিল। আসামৰ গভৰ্নমেণ্টে ৰায়বাহাদুৰ জগন্নাথ বৰুৱাক পঠিয়ালে আসামৰ প্ৰতিনিধি কৰি। তেওঁৰ লগত যুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্য্যক তেওঁ চেক্ৰেটেৰী স্বৰূপে ল'লে।

জগন্নাথ বৰুৱাই তেওঁৰ ইংলণ্ডলৈ যোৱাৰ কথা আসামৰপৰাই মোক বিলাতত জনাইছিল। কলিকতাৰপৰাও দুখনমান চিঠি লেখিছিল। তৰুণ ফুকন ১৯০১ চনৰ নভেম্বৰ মাহত বিলাত পহুঁছে। অভিষেক জুন মাহত হ'ব। কিন্তু

অভিষেকৰ থিৰ হোৱা দিনৰ কেদিনমান আগেয়ে এড্‌ৱাৰ্ডৰ এটি টান বেমাৰ হ'ল। ৰাজ্যত হুলস্থুল লাগিল। ৰজাৰ বেমাৰ, আৰু এনে সময়ত। ডাঙৰ ডাঙৰ চিকিৎসকে ক'লে, বেমাৰ Appendicitis (এপেণ্ডিচাইটিস্, সেইখিনি সময়ত এই বেমাৰটি বেছি হোৱা দেখা নগৈছিল। আজি-কালি হ'লে যেতিয়াই-তেতিয়াই য'তে-ত'তে দেখা যায়)। Sir Frederick Treves, তেতিয়াৰ প্ৰধান অস্ত্ৰ-চিকিৎসক—তেৱেঁই অস্ত্ৰ-চিকিৎসা কৰি ৰজাক ভাল কৰিলে। এই ডাক্তৰজনে হেনো কৈছিল—ৰজাৰ এই বেমাৰটি হোৱাত শাপতে বৰ হ'ল। ৰজা হোৱা উজু কাম নহয়। মহাৰাণী স্বৰ্গী হোৱাৰ এবছৰ নৌ-হওঁতেই ৰজাই অকণো নিজিৰাই, অলপো বিশ্ৰাম নকৰি সকলো কাম কৰাৰ বাবে বেমাৰে চেলু পাই আক্ৰমণ কৰিলে। প্ৰায় ডুমাহমান শুই থাকি বিজ্ঞ চিকিৎসকসকলৰ চিকিৎসা আৰু যতনত, সেবিকাসকলৰ যতনৰ শুশ্ৰূষাত নিজা আত্মীয়-স্বজনৰ মৰম আৰু শুশ্ৰূষাৰ নিমিত্তে; চমুকৈ ক'বলৈ গ'লে পৰমেশ্বৰৰ ইচ্ছাত ৰজা সুস্থ হ'ল আৰু আগষ্ট মাহত অভিষেক হ'ল। ইয়াত অভিষেকৰ বিবৰণ দিবৰ ইচ্ছা নকৰোঁ।*

*লেখকৰ মূল পাণ্ডুলিপিত এইখিনিলৈকেহে পোৱা হৈছে। —সম্পাদক, অা. ৰ. ৰ.

# সাহিত্য-কথা

(১)

৺বলৰাম খাৰঘৰীয়া ফুকন ডাঙৰীয়াই যে সাহিত্য-সেৱা কৰিছিল, বোধকৰোঁ বহুতে নেজানে। তেওঁ এখন 'হৰিষে বিষাদ' বুলি কিতাপ লেখিছিল। সেই কিতাপখনি সিদিনা শ্ৰীযুত হেমচন্দ্ৰ গোসাঁই ডাঙৰীয়াৰপৰা জানিলোঁ যে ফুকন ডাঙৰীয়াই ৺গুণাভিৰাম বৰুৱাক উৎসৰ্গ কৰিছিল। তেওঁলোক দুইৰো বয়স প্ৰায় সমান আছিল। ৺গুণাভিৰাম বৰুৱা ডাঙৰীয়া অলপ সৰু আছিল। ফুকন ডাঙৰীয়াই আৰু দুখন কিতাপ লেখিছিল। সেই কিতাপবোৰ তেওঁৰ এতিয়া বৰ্ত্তমান থকা পুত্ৰদ্বয় শ্ৰীযুত নবীনৰাম ফুকন ডাঙৰীয়া আৰু ব্যাৰিষ্টৰ শ্ৰীযুত তৰুণৰাম ফুকন ডাঙৰীয়াই উদ্ধাৰ কৰি আজি-কালিৰ পাঠক-পাঠিকাসকলক দান কৰা উচিত।

'আসাম' বাতৰি-কাকতৰ সম্পাদক ৺কালীৰাম বৰুৱা ডাঙৰীয়াইও কেবাখনি কিতাপ লেখে। তেওঁৰ সুযোগ্য পুত্ৰ শ্ৰীযুত কামাখ্যাৰাম বৰুৱা ডাঙৰীয়াইও এইসকল পুথি আধুনিক পাঠক-পাঠিকাসকলক দান কৰা উচিত।

পুৰণা পুথি আমাৰ ভাষাৰ ৰত্ন। এনেবোৰ পুথি যিমান ছাপা হয়, সিমান আমাৰ ভাষা আৰু জাতিৰ মঙ্গল। 'আসাম' বাতৰিকাকত আৰু আন আন পুৰণা বাতৰিকাকতবোৰৰ 'ফাইল' কাৰ্জ্জন হ'ল কিম্বা এনে কোনো জনসাধাৰণৰ পুথিৰ ভঁৰালত থকা ভাল। যদি কাৰোবাৰ আছে, সেইবোৰ কাকত তেওঁলোকে যদি কোনো ভঁৰালক দান কৰে, তেনেহ'লে সেইবিলাক এটা জাতীয় সম্পত্তি হয়। 'লাইব্ৰেৰী' ৰখীয়াসকলে এনে বাতৰিকাকত কিনিও ল'ব পাৰে।

৺গুণাভিৰাম বৰুৱাৰ কাব্য-কুসুমখনে তিনিজন অসমীয়া সাহিত্য-লেখীক একেলগ কৰায়। এই কিতাপখনি বোধকৰোঁ বহুতে দেখা নাই। ৺গুণাভিৰাম বৰুৱাই—৺হৰিবিলাস আগৰৱালা ডাঙৰীয়াক এই কিতাপখনি উৎসৰ্গ কৰে, আৰু

৺ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়াৰ তত্ত্বাৱধানত কলিকতাত এই পুথিখনি ছাপা হয়। এই পুথিখনি সকলো লাইব্ৰেৰীতে থকা উচিত। কিন্তু ই এতিয়া ক'ত আছে, কাৰ হাতত আছে? যিবা এখন শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱাৰ ঘৰত আছিল, সিও হেৰাল।

৺বিষ্ণুপ্ৰিয়া দেৱীয়ে সঙ্কলন কৰা 'নীতি কথা' পুথিৰ দ্বিতীয় সংস্কৰণ অলপতে ওলাব। তেওঁৰ বোৱাৰীয়েক শ্ৰীমতী লতিকা দেৱীয়ে গুৱাহাটীৰপৰা এই কিতাপখনি অলপতে প্ৰকাশ কৰিব। বেচ আঠ অনা।

৺হৰিবিলাস আগ্ৰৱালা ডাঙৰীয়াই আত্মজীৱনী লেখি থৈ গৈছে। এতিয়া সেই কিতাপখনিকে অলপ বহল কৰি তেওঁৰ সুযোগ্য পুত্ৰ শ্ৰীযুত চন্দ্ৰকুমাৰ আগ্ৰৱালা ডাঙৰীয়াই আসামবাসীসকলক দান কৰিব পাৰে। এই মহাত্মাৰ জীৱনীৰপৰা যে আমি বহুতো কথা শিকিম, ই নিশ্চিত।

আমাৰ গ্ৰেণ্ড লৰ্ড মেন শ্ৰীযুত গঙ্গাগোবিন্দ ফুকন ডাঙৰীয়াৰ জীৱনৰপৰা আমাৰ বহুতো শিকিবলগীয়া কথা নিশ্চয় আছে। তেখেতে অলপ সময় যদি এইকালে দিয়ে, তেনেহ'লে অসমীয়া ভাষাই আৰু এখন বহুমূলীয়া কিতাপ পাব পাৰে। শ্ৰীযুত জি. জি. ফুকনৰপৰা এটা বিশেষ কথা আজি-কালিৰ ল'ৰা-ডেকাসকলে শিকিব পাৰে, সেইটি হৈছে এই যে তেওঁ কেতিয়াও ধপাত কিম্বা চেলেউ-চুৰট হোপা নাই আৰু এতিয়াও নোহোপে। আজি-কালিৰ শ্ৰীযুতসকলে দেখোন হোপেহে হোপে।

আৰু এজন ধপাত নোহোপা মানুহ ৰায়বাহাদুৰ শ্ৰীযুত ফণিধৰ চলিহা ডাঙৰীয়া। এখেতৰ জীৱনীও উপদেশপূৰ্ণ হ'ব। চলিহা ডাঙৰীয়াই আমাক তেখেতৰ এখন সৰু-সুৰা আত্মজীৱনী দিব পাৰে।

ঘুনুক-ঘানাক শুনিছোঁ হেনো শ্ৰীযুত কমলাকান্ত ভট্টাচাৰ্য্য ডাঙৰীয়াই অলপতে 'স্মৃতি' বুলি এখন কিতাপ উলিয়াব। এই 'স্মৃতি' দেখিবৰ নিমিত্তে আমি চকু মেলি আছোঁ। আশাকৰোঁ, আমি অলপতে সেই কিতাপখনি দেখি চকু-কৰ্ণৰ বিবাদ যদি কিবা আছে সেই বিবাদ মিটাম। আমাক যেন তেখেতে নিৰাশ নকৰে।

আসামৰ সুযোগ্য মুখ উজ্জ্বলকাৰী পুত্ৰ মিঃ ৰজিনাৰায়ণ বৰাৰ কাপৰপৰা তেওঁৰ স্মৃতি ওলালে সেই লেখাত যে বহুতো চিন্তাপূৰ্ণ, বহুতো শিকিবলগীয়া কথা থাকিব, ই নিঃসন্দেহ। যদিও তেওঁ আসামৰপৰা দূৰৈত, অসমীয়াই তেওঁক পাহৰা নাই। আশা কৰা যায়—তেখেতে আসামক এনে এখন পুথি দান কৰিব।

(২)

শ্ৰীযুত ডাক্তৰ বিপিনবিহাৰী বৰা ডাঙৰীয়াই বহুত পুথি হাতে-লেখা অৱস্থাতে থৈ দিছে। তেওঁ শৰীৰ-তত্ত্ববিদ পণ্ডিত। এইবোৰ কিতাপত কি লেখা আছে পঢ়িলে আমাৰ অসমীয়া ৰাইজসকলে বহুত উপকাৰ লভিব। স্বাস্থ্যৰক্ষা সম্বন্ধে আমাৰ পুথি নাই। ডাক্তৰ বৰাই এই অভাৱ পূৰণ কৰিব পাৰে।

* * * *

শ্ৰীযুত হৰিকৃষ্ণ দাস ডাঙৰীয়াই 'আসাম বান্ধৱ'ত বহুতো উপকাৰী প্ৰবন্ধ লেখিছে। মাহেকীয়া কাকতত এনেকুৱা প্ৰবন্ধ উলিয়া ভাল, সেইবোৰ প্ৰবন্ধকে আকৌ কিতাপৰ আকাৰেৰে উলিয়াব পাৰিলে আৰু ভাল। এই দুজন ডাক্তৰৰ-পৰা আমি স্বাস্থ্য সম্বন্ধীয় বহুতো কিতাপ পাবলৈ আশা কৰোঁ।

* * * *

ভাৰতবৰ্ষৰ সকলো ঠাইতে খোৱা পানীৰ অভাৱৰ নিমিত্তে বহুতো ৰোগ হয়। আসামতো সেই। খোৱা পানী কেনেকৈ ভাল কৰিব লাগে সেইবোৰ উপায় আমাৰ জনা উচিত। আৰু যাতে ঠায়ে ঠায়ে ভাল পানী খাবলৈ পোৱা যায়—সেই বিষয়ে সকলোৱে দৃষ্টি ৰখা উচিত। কোনো কোনো গাঁৱৰ মানুহে যেনে পানী খায়, দেখিলে চকুৰ পানী ওলায়।

* * * *

সুখৰ কথা, 'বাণিজ্য-বীৰ' শ্ৰীযুত বি. বৰুৱাই আসামত তেওঁৰ উপযোগী ঘৰ এটি কিনিছে। সেই ঘৰটি খিলঙত—নাম 'ম্যাক্স্‌ৱেণ্টন'। এতিয়া সেই ঘৰৰ নাম সলাই 'নগাঁও ভিলা' কি 'পুৰণিগুদাম' নাম দিব পাৰে। ঘৰৰ নাম 'পুৰণিগুদাম' দিলে প্ৰথমে শ্ৰুতিমধুৰ নহ'ব পাৰে; কিন্তু পাছত সেয়ে আদৰ্শ হ'ব। মিঃ বি. বৰুৱাই শালকাঠ বেচি টকা কৰিছে, এই ঘৰৰ নাম শালভিল (Salville) অথবা শালভিলা (Sal Villa) দিব পাৰে। ভাৰতৰ আন আন ঠাইত তেওঁৰ ঘৰ আছে। ছিম্লাৰ ঘৰৰ নাম 'আসাম হাউছ', হাওড়াৰ ঘৰৰ নাম 'কামৰূপ ভিলা', কলিকতাৰ ঘৰৰ নাম আছিল 'আসাম হাউছ' ইত্যাদি। তেওঁ য'লৈকে গৈছে, আসামৰ নাম জলাই গৈ আছে।

এনে এজন মানুহৰ জীৱনী থকা ভাল। তেওঁ এজন 'কাকতী' ৰাখি নিজৰ আত্মজীৱনী লেখোৱাব পাৰে। তেওঁৰ স্বাস্থ্য এতিয়া অলপ ভাল নহয় দেখি নিজে সেই কাম হাতত লোৱা ভাল নহয়; নহ'লে এজন কি দুজন ডেকা ল'ৰাই এই কাম হাতত লৈ আমাক ঋণী কৰিব পাৰে। তেওঁৰ জীৱনী বহু ঘটনাৰে

পূৰ্ণ। ৩০ বছৰ আগেয়ে আসাম এৰি থৈ ১৫।২০ বছৰৰ পাছতে কেনেকৈ লক্ষপতি হ'ল আৰু সেই সময়ৰেপৰা কেনেকৈ তেওঁৰ উন্নতি হৈছে, সেইবোৰ কথা আমি জানিলে বহুতো উপকৃত হ'ম। আমাক কোনে জনাব ?

* * * *

অসমীয়া সাহিত্য শুদা মুখৰ কথাৰে চহকী নহয়। 'কাম' 'কাম' 'কাম' লাগে। কিতাপ লেখিব লাগে, ছপাব লাগে। নিজে ছপাব নোৱাৰিলে সভা-সমিতিসকলে সেই কাম হাতত ল'ব লাগে।

* * * *

আজি-কালি আনন্দৰাম ঢেকিয়াল ফুকনৰ নাম শুনা যায়। ডেকাসকলে শ্ৰদ্ধাৰে সেই নাম উচ্চাৰণ কৰে। কিন্তু গুণাভিৰাম বৰুৱাই তেওঁৰ জীৱনী নেলেখা হ'লে ঢেকিয়ালফুকনৰ নাম ইমান দিন এনেকৈ জিলিকি থাকিলহেঁতেন নে নাই সি ভাবিবৰ কথা। বছৱেলে জন্সনৰ জীৱনী নেলেখা হ'লে জন্সনৰ নাম ইমান দিন এনেভাৱে জগতত থাকিলহেঁতেননে ? ঢেকিয়ালফুকনৰ জীৱনী আগেয়ে, ৩০ বছৰ আগেয়ে অসমীয়াই সিমান নপঢ়িছিল, এতিয়াও সিমান নপঢ়ে ; কিন্তু এই জীৱনীখনৰ ফালে এতিয়া অসমীয়াই অলপ চকু দিছে। ই সুখৰ কথা। সেইদৰে মিষ্টৰ বি. বৰুৱাৰো ('বাণিজ্য-বীৰ' বৰুৱাৰ) জীৱনী থাকিলে আমাৰ ভৱিষ্যত সময়ৰ সন্তান-সন্ততিসকলৰ এই কিতাপখনিও শিক্ষাপ্ৰদ হ'ব। কোনে এই কাম হাতত ল'ব ?

* * * *

প্ৰফেছৰ শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞাই ইমান দিনৰ পাছত স্বৰ্গীয় আনন্দৰাম বৰুৱাৰ জীৱনী উলিয়াইছে। ই অতি সুখৰ কথা। এনে এজন মহাত্মাৰ জীৱনী যে আমি আটায়ে আগ্ৰহেৰে পঢ়িম—নক'লেও হ'ব। মিষ্টৰ ভূঞা আমাৰ ধন্যবাদৰ পাত্ৰ। মিষ্টৰ ভূঞা আমাৰ সাহিত্য-সেৱী। তেওঁ যেন বছৰে বছৰে এনে একোখনি কিতাপ লেখি আমাক দান কৰে।

* * * *

শ্ৰীযুত বেণুধৰ ৰাজখোৱা বি. এ. ডাঙৰীয়া আমাৰ সকলোৰে সুপৰিচিত। তেওঁ যে বৰ্জাঘৰীয়া বিষয়া বুলি পৰিচিত, ই নহয়। তেওঁ আমাৰ ভাষা চহকী কৰিছে। বহুত কিতাপ লেখিছে। তেওঁৰ নাম অসমীয়া সাহিত্যৰ লৈতে চিৰদিন জড়িত হৈ থাকিব। অলপতে তেওঁ আমাৰ ধৰ্ম্মবীৰ শ্ৰীমাধৱদেৱৰ নামঘোষা ইংৰাজীলৈ ভাঙি বৰ এটি ডাঙৰ কাম কৰিছে। 'নামঘোষা'খনি

বাইবেলৰ স্বাম্‌ (Psalms) দৰে। আৰু আমাৰ আসামত যে চাৰি শ বছৰ আগেয়ে এনে এজন মহাপুৰুষ উপজিছিল, আৰু তেওঁ যে এনে এখনি অমৰ গ্ৰন্থ লেখি থৈ গৈছে—এই কথা আজি-কালিৰ ইংৰাজী জনা মানুহসকলে জানিলে আসামৰ প্ৰতি তেওঁলোকৰ ভক্তি বাঢ়িব। আমেৰিকাত এই কিতাপখনি বহুতে পঢ়িব।

শ্ৰীযুত ৰাজখোৱা ডাঙৰীয়াই মহাপুৰুষ মাধৱদেৱৰ সংক্ষিপ্ত জীৱনী পাতনিত দিয়া হ'লে ভাল হ'লহেঁতেন। ভগবানে তেওঁক স্বাস্থ্য দিয়ক। তেওঁ যেন আৰু এনে বহুমূলীয়া পুথি লেখে কিম্বা প্ৰকাশ কৰে।

তেওঁৰ অসমীয়া খণ্ডবাক্যকোষো এখন অমূল্য গ্ৰন্থ।

(৩)

আমাৰ অসমীয়া ল'ৰা চাৰিজন এতিয়া বিলাতত। তেওঁলোক মিঃ উপেন্দ্ৰনাথ বেজবৰুৱা, মিঃ কৃষ্ণকান্ত সন্দিকৈ, মিঃ ৰোহিণী কুমাৰ বৰুৱা, মিঃ নৰেন্দ্ৰ কাকতী। প্ৰথমজনা স্বনামধন্য শিক্ষা প্ৰচাৰক মিঃ গোবিন্দ বেজবৰুৱাৰ পুত্ৰ; এওঁ এতিয়া লণ্ডনৰ মিড্‌ল টেম্পলত (Middle Temple) আইন শিক্ষা কৰিছে। তেওঁ অলপতে অক্সফোৰ্ডলৈ গৈ তাতো আইন পঢ়িবগৈ। দ্বিতীয়জনা অৱসৰপ্ৰাপ্ত হাকিম মিঃ ৰাধাকান্ত সন্দিকৈ ৰায়বাহাদুৰৰ জ্যেষ্ঠ পুত্ৰ। মিঃ সন্দিকৈ আমাৰ দেশৰপৰা নাম-যশ লৈ বিলাতলৈ গৈছে। তেওঁ সংস্কৃতত পণ্ডিত। তেওঁৰ সংস্কৃত বিদ্যাৰ পাণ্ডিত্যৰ কথা ভাবিলে আমাৰ দেশৰ গৌৰৱ স্বৰ্গীয় আনন্দৰাম বৰুৱাৰ কথা মনলৈ আহে। আমি আশাকৰোঁ মিঃ আনন্দৰাম বৰুৱাৰ দৰে বিদ্বান হৈ আৰু তেওঁ নিজে দীৰ্ঘজীৱী হৈ আমাৰ দেশৰ নাম মিঃ সন্দিকৈয়ে যেন পৃথিৱীত আৰু সুপৰিচিত কৰায়। এওঁ এতিয়া পৃথিৱীৰ ভিতৰত আটাইতকৈ ডাঙৰ কিতাপৰ ভঁৰাল থকা লণ্ডনৰ ব্ৰিটিছ মিউজীয়মত (British Museum) পুৰণা কিতাপবোৰ পঢ়ি জ্ঞান আৰু বিদ্যাৰ চৰ্চ্চা কৰিছে আৰু মাজে মাজে অক্সফোৰ্ডলৈ গৈ বিখ্যাত কিতাপৰ ভঁৰাল বড্‌লীয়ান লাইব্ৰেৰীত (Bodleian Library) কিতাপ আলোচনা কৰি সেই জ্ঞান আৰু বিদ্যাৰ আৰু উৎকৰ্ষ সাধন কৰিছে। তেওঁ য়ুৰোপীয় ভাষাবোৰৰ চৰ্চ্চাও ইয়াৰ লগে লগে কৰিছে। ল্যাটিন গ্ৰীকো শিকিছে। তৃতীয়জনা চাহ বাগিচাৰ বিখ্যাত গৰাকী মিঃ প্ৰসন্নকুমাৰ বৰুৱাৰ ভাৰেক। এওঁ এতিয়া এডিনবৰা বিশ্ববিদ্যালয়ৰ কৃষি বিভাগত পাঠ কৰিছে। চতুৰ্থজনাই বিট্টল বিশ্ববিদ্যালয়ত এঞ্জিনীয়েৰিং বিদ্যা

শিক্ষা কৰিছে। এওঁ স্বৰ্গীয় স্বনামধন্য মিঃ লক্ষ্মীনাথ কাকতীৰ কনিষ্ঠ পুত্ৰ। শেষৰ দুজন অলপতে বিলাতলৈ গৈছে। এওঁলোক সকলোৰে আমি সৰ্ব্বতোভাৱে উন্নতি কামনা কৰোঁ।

আমাৰ আসামৰ প্ৰথম হাইকোৰ্টৰ জজ মিঃ আব্দুল মজিদ চাহাবৰ জ্যেষ্ঠ পুত্ৰ মিঃ ইনামল মজিদক বিলাতৰপৰা কৃতবিদ্য হৈ দেশলৈ উভতি অহাৰ পাছত গৱৰ্ণমেণ্টে ইণ্ডিয়ান্ ছিভিল ছাৰ্ভিছৰ সভ্য কৰি আকৌ বিলাতলৈ পঠাইছে। এওঁৰ দ্বিতীয়বাৰ বিলাত যাত্ৰাৰ দৰকাৰ নাছিল। কেম্ব্ৰিজৰ বি.এ. আৰু ব্যাৰিষ্টাৰি পাছ কৰি বিলাতত সাত বছৰ বাস কৰাৰ পাছত তেওঁ ইয়াত যি কোনো কামেই তেতিয়াই কৰিব পাৰিলেহেঁতেন। এই দুবছৰ ইয়াত থকা হ'লে তেওঁ ভাৰতবৰ্ষীয় কামৰ লাগবান্ধ আৰু সোনকালে শিকিলেহেঁতেন।

এওঁলোক সকলোৰে আমি উন্নতি কামনা কৰোঁ। এওঁলোকৰ আদৰ্শ লৈ আমাৰ আসামৰপৰা আৰু ল'ৰা য়ুৰোপ আৰু আমেৰিকালৈ গৈ যেন আমাৰ দেশৰ মুখ উজলায়, আমি এই বাঞ্ছা কৰোঁ।

এতিয়া আমাক যেন এওঁলোকে নিজ নিজ শিক্ষাক্ষেত্ৰত কি শিকে, কি দেখে, কি কৰে—এইবোৰ লেখি আমাৰ কৌতূহল নিবাৰণ কৰে আৰু আমাৰ দেশৰ মানুহক নতুন নতুন বা-বাতৰি থকা কিতাপাদি লেখি সভ্য জগতৰ আন আন ঠাইৰ কথা-বতৰা জনাই আমাৰ মানসিক উন্নতি কৰায়। তেওঁলোকেই ভৱিষ্যতত আমাৰ দেশৰ অগ্ৰগণ্য পুৰুষ হ'ব। তেওঁলোকৰপৰা আমাৰ অসমীয়া সাহিত্যই বহুতো সাহায্য পাব বুলি আশা কৰি আছে; এই কথাফেৰি তেওঁলোকে যেন মনত ৰাখে। আৰু কোন য়ুৰোপ, আমেৰিকালৈ যাব ?

ডাক্তৰ শ্ৰীযুত বিপিনবিহাৰী বৰা ডাঙৰীয়াই গৱৰ্ণমেণ্টৰ ডাক্তৰী কামৰপৰা অৱসৰ লৈ ঘৰতে আছে। ঘৰতে আছে বুলি তেওঁ এনেয়ে বহি থকা নাই। ঘৰতে তেওঁ পলু পুহি সূতা কাটি তেওঁৰ সহধৰ্ম্মিণী আৰু তেওঁ—দুয়ো লগ লাগি গামোছা, চেলেং, চোলা ইত্যাদি কৰিছে। আজি-কালি বঙ্গদেশবাসীয়ে ঘৰুৱা শিল্পৰ (Cottage industry) পিনে চকু দিছে। আমাৰ আসামৰ ভাল মানুহৰ ভিতৰত ডাক্তৰ বৰাৰ দৰে দেশী শিল্প চৰ্চ্চা কেইজনে কৰে ? কলিকতাত Bengal Home Industries Association (বঙ্গ ঘৰুৱা শিল্প সভা) আছে। তাত বঙ্গদেশত হোৱা সকলো বস্তুকে আধুনিক সভ্যতাৰ উপযোগী কৰি তৈয়াৰী কৰি ৰখা হয়; মানুহে গৈ কিনিব পাৰে। আমাৰ আসামত তেনে সভা কিয় নাই ? আমাৰ আসামত দেখোন ঘৰে ঘৰে তাঁত। এনেস্থলত এনে

এখন সভা কি শিল্প-গৃহ হোৱা একো টান নেদেখোঁ। কিয় নহয়? আমাৰ আসামৰ পাট, মুগা, এৰী, বাচন-বৰ্ত্তন, আৰু কাপোৰ, গামোছা, মনোহাৰী—সঁচাসঁচিকৈ এই বস্তবোৰ মনোভিৰাম আৰু নয়নাভিৰাম। আমাৰ দেশৰ মানুহৰ এই শিল্পৰ পিনে মন মেলিলে দেশৰ বহুতো উপকাৰ হয়। আসামৰ কোনো জিলাত দেশীয় দ্ৰব্যাগাৰ আছেনে?

ইতিপূৰ্ব্বে আমি শুনিবলৈ পাইছিলোঁ যে শ্ৰীযুত কমলাকান্ত ভট্টাচাৰ্য্য ডাঙৰীয়াই 'স্মৃতি' বুলি এখন কিতাপ হাতত লৈছিল; কিন্তু দুখৰ বিষয় এই 'স্মৃতি' এতিয়াও স্মৃতিতেই আছে। এই 'স্মৃতি' আমি শ্ৰৱণ, দৰ্শন, স্পৰ্শন কৰি হাবিলাষ পূৰাম বুলি বাট চাই আছোঁ।

আৰু শুনিছিলোঁ—ঋষিতুল্য পুৰুষ স্বৰ্গীয় হৰিবিলাস আগৰৱালা ডাঙৰীয়াৰ জীৱনী লেখিবলৈকো তেওঁ গাত লৈছিল; কিন্তু সেই কিতাপখনিও দেখা আমাৰ ভাগ্যত হৈ নুঠিল। আগৰৱালা ডাঙৰীয়াই নিজেই হয়তো আত্মজীৱনী লেখি থৈ গৈছে, তাকে ঠিক্‌ঠাক্ কৰি ছপা কৰাটো একো টান নহয়। তেওঁৰ পুত্ৰসকলে যে কিয় এই কিতাপখনি উলিয়াই কম হ'লেও প্ৰথম তাওৰণ বেচি শেহ কৰা নাই, তাকেহে আমি ভাবিছোঁ। আগৰৱালা ডাঙৰীয়াৰ দীৰ্ঘ জীৱন আছিল, তাতে তেওঁ এজন কৰ্ম্মবীৰ আছিল। তেওঁৰ জীৱনী পঢ়িবলৈ আমাৰ যে মিঠা লাগিব, ইয়াক নক'লেও হ'ব। পুত্ৰসকলে দয়া কৰিবনে?

প্ৰকেছাৰ শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞাদেৱৰ 'আনন্দৰাম বৰুৱা' পঢ়িছোঁ। এই কিতাপখন পঢ়ি সকলো অসমীয়াৰে আনন্দ বৰ্দ্ধন হৈছে, ই নিশ্চিত; কিন্তু আমি ভাবিছিলোঁ যে কিতাপখনৰ কলেৱৰ আৰু বহল হ'ব। এই কিতাপখনি পাই অসমীয়া ৰাইজে শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞাৰ শলাগ লৈছে। তাত দুটা-এটা কথা ভুল থাকিব পাৰে, পাছত সেইবোৰ দেখুউৱা হ'ব। আশা কৰোঁ, সকলো অসমীয়াৰ ঘৰতে এই কিতাপৰ একো-একোখনি লোৱা হৈছে। এতিয়া মিঃ ভূঞাক ধন্যবাদ দি আমাৰ এই কথা সামৰোঁ।

আৰু এটি কথা। আমাৰ সম্পাদক শ্ৰদ্ধাস্পদ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ কাপৰপৰা বহুত দিন কোনো কিতাপ দেখা নাই। তেওঁৰ সুৱলা ভাষাই অসমীয়া সাহিত্যৰ অঙ্গ শোভন কৰিছে। আৰু যেন শোভন কৰে—এই আশা ৰাখিলোঁ।

শ্ৰীযুত ৰমাকান্ত বৰকাকতী ডাঙৰীয়াৰ দুই কন্যাই আমাৰ দেশৰ প্ৰথম 'লেডি গ্ৰেজুৱেট'। এওঁলোকৰ এজনা বিলাতলৈ যাবৰ কথা হৈছিল।

আশাকৰোঁ এওঁলোক প্ৰয়োজনাই বিলাতলৈ যাব। তালৈ গৈ নতুন বস্তু শিকি আহি আমাৰ দেশৰ ছোৱালীবিলাকক এটি নতুন বাট দেখুৱাই দিব, এই আশা কৰিলোঁ। আমাৰ এতিয়া চাৰিজনা ছোৱালী গ্ৰেজুৱেট; আমাক আৰু ছোৱালী গ্ৰেজুৱেট লাগে। ছোৱালী ডাক্তৰ লাগে। বৰ সুখৰ কথা, শ্ৰীমতী লক্ষ্মীপ্ৰভা বৰা, লেডি ডাক্তৰ বিলাতলৈ গৈছে। তেৱেঁই বিলাতলৈ যোৱা অসমীয়া প্ৰথমা তিৰুতা। আমি তেওঁৰ উন্নতি কামনা কৰোঁ। তেওঁ কটকৰ মেডিকেল স্কুলত তিনি-চাৰি বছৰ থাকি পঢ়ি আহিছিল। এতিয়া বিলাতলৈ গৈছে। আসামৰপৰা আগেয়ে এবাৰ যোৱাত এইবাৰ বিদেশলৈ যোৱাত তেওঁৰ তিমান বেয়া লাগিব নেপায়। আমাৰ আসামত লেডি ডাক্তৰ, নাৰ্চ (আজি-কালি আধুনিক শিক্ষিতা ধাই) ইত্যাদি লাগে। বিংশতি শতাব্দীত থাকিবলৈ হ'লে বহুতো বস্তু লাগে; তাৰে ভিতৰৰ প্ৰধান হৈছে—'ছেনিটেশ্যন' (Sanitation) আৰু 'ছেনিটেৰি মেজাৰ্ছ' (Sanitary measures)। এই লেডি ডাক্তৰ, নাৰ্ছসকলে এইবোৰ শিকি আমাৰ দেশত এইবোৰৰ উপায় প্ৰচলন কৰি দিয়া উচিত।

অসমীয়া ভাষাত স্বাস্থ্য আৰু বিজ্ঞান সম্বন্ধীয় কিতাপ নাই। আমাৰ বছৰে বছৰে ইমান অসমীয়া ল'ৰাই বিজ্ঞান বিভাগৰ ছাপ লৈ বিশ্ববিদ্যালয়ৰপৰা ওলাই যায়। তেওঁলোকে ইংৰাজী বিজ্ঞানৰ কিতাপ কিছু কিছু পঢ়ে আৰু বহুতো এনে কিতাপ আছে যি তেওঁলোকে হয়তো পঢ়াই নাই; কিন্তু লেখা-পঢ়াৰ চৰ্চ্চা ৰাখি যদি তেওঁলোকে আমাৰ ভাষাক একো-একোখন কিতাপ দিয়ে, তেনেহ'লে আমাৰ অসমীয়া ভাষাৰ অঙ্গৰ যে পুষ্টিসাধন হ'ব সি নহয়—আমাৰ দেশৰো বহুতো কল্যাণ হ'ব। সঁচা কথা, টেক্সট্‌বুক কমিটিৰ মঞ্জুৰত নপৰিলে কিতাপ বেচি টকা কৰিব নোৱাৰি; কিন্তু সেইবুলিয়েই এই বিষয়ে উদাসীন হৈ বহি থকাও ভাল নহয়। নবকুমাৰৰ খৰি বিচাৰিবলৈ গৈ বনবাস হ'ল, সেইবুলি তেনে অৱস্থাত পৰিলে নবকুমাৰে কিম্বা নবকুমাৰৰ দৰে আন ল'ৰাই আকৌ কাঠ আহৰণ কৰিবলৈ নেযাবনে? ইংৰাজী বহুত কিতাপ আছে যিবোৰ কিতাপৰপৰা আমাৰ ভাষালৈ অনুবাদ কৰি আমি ভাল ভাল কিতাপ পাব পাৰোঁ। আমাৰ বিজ্ঞান-পাৰদৰ্শী ল'ৰাসকলে এবাৰ এই বিষয়ে ভাবি চাবনে?

ডাক্তৰ জনসনে কৈছিল হয়—"None but a blockhead ever wrote except for money"। কিন্তু অষ্টাদশ শতাব্দীত ইংৰাজী ভাষাৰ যেনে

অঙ্গ-সৌষ্ঠৱ আছিল, দুখৰ বিষয়—আমাৰ ভাষাৰ আধুনিক অৱস্থা তেনে নহয়। সেইদেখি ডাক্তৰ জন্সনৰ মত আমাৰ ইয়াত নেথাটে। আৰু আমাৰ শাস্ত্ৰয়েই কৈছে নহয় যে আমি কাম কৰি যাম, তাৰ ফল কি হয় সি পাছৰ কথা। টেক্স্ট-বুক কমিটিয়ে কিতাপ নামঞ্জুৰ যদি কৰে, সেইটো টেক্স্টবুক কমিটিৰ এক্তিয়াৰ। আমাৰ এক্তিয়াৰত যি আছে, অৰ্থাৎ কিতাপ লেখা, বিদেশী ভাল ভাল কিতাপবোৰ তৰ্জ্জমা কৰা (বিশেষকৈ বিজ্ঞান আৰু স্বাস্থ্য সম্বন্ধীয় কিতাপবোৰ)—আমি সেই কাম কৰিবলৈ হেলা কৰোঁ কিয়? সৰল ভাষাত স্বাস্থ্য সম্বন্ধীয় কিতাপ এখন দেখিছিলোঁ। সেইখন শ্ৰীযুত ৰমাকান্ত বৰকাকতীয়ে অনুবাদ কৰা। এডিনবৰাৰ কৃতবিদ্য ডাক্তৰ স্বৰ্গীয় নন্দকুমাৰ ৰায়ৰ বক্তৃতাবোৰ। সেই কিতাপ-খনি অসমীয়াত তৰ্জ্জনা কৰা হয়। সেই কিতাপখনি এতিয়া কোনোবাই দেখিছেনে? এতিয়া সেই কিতাপ কিনিবলৈ পোৱা যায়নে? বোধকৰোঁ বৰকাকতী ডাঙৰীয়াই এই বিষয়ে আমাক অলপ পোহৰাব পাৰিব। ডাক্তৰ নন্দ-কুমাৰ ৰায় স্বৰ্গীয় গুণাভিৰাম বৰুৱাৰ জোঁৱায়েক।

(৪)

শ্ৰীযুত বেণুধৰ ৰাজখোৱা ডাঙৰীয়াই একষ্ট্ৰা এচিষ্টাণ্ট কমিশ্যনাৰৰ কাম কৰে যে সকলোৱে জানে, আৰু এই কাম যিজন মানুহে কৰে তেওঁহে জানে দিনৰ ভিতৰত কিমান কাম এজন মানুহৰ গাৰ ওপৰত—লুইতেহে জানে ব'ঠাৰ কিমান কোব। এই কাম কৰিও যে তেওঁ আমাৰ মাতৃভাষা চৰ্চ্চা কৰিবলৈ সময় পায় আৰু মাতৃভূমিৰ বিষয় ভাবিবলৈ আজৰি পায়—ই বৰ সুখৰ কথা। তেওঁ অসমীয়া-ইংৰাজী বহুতো কিতাপ লেখিছে। তেওঁৰ শেহ দুখন কিতাপ ইংৰাজী ভাষাত। 'নামঘোষা'ৰ কথা আগেয়ে কোৱা হৈছে। আমাৰ আসামত চাৰিশ-পাঁচশ বছৰ পূৰ্ব্বে যে শ্ৰীমাধৱদেৱৰ দৰে মহাপুৰুষে এনে এখন অপূৰ্ব্ব পুথি ৰচি থৈ গৈছে, ই আমাৰ এটি বৰ গৌৰৱৰ কথা। এই পুথিখনিক মিষ্টাৰ ৰাজখোৱাই ইংৰাজীলৈ ভাঙি আমাৰ দেশৰ বৰ উপকাৰ কৰিছে। পশ্চিম জগতত আসাম চাহৰ নিমিত্তেহে বিখ্যাত। সেই ঠাইৰ মানুহে আসামৰ নাম শুনিলে চাহৰ কথাহে ভাবে চাগৈ—ব্ৰজিলৰ কথা সোধাত কোনোবা এজনে ৰহস্য কৰি কৈছিল, "Oh, where the nuts come from?" তেনেকৈ আসামৰ কথা সোধোঁতে চাগৈ কয়, "Oh, where the tea comes from?" কিন্তু 'Holy Namghosha' পঢ়িলে বাইবেলৰ ছাম্‌ছ (Psalms) পঢ়াৰ দৰে

লাগে। সকলো কিতাপ পঢ়িবলৈ গ'লে গ্ৰন্থকাৰজনে গ্ৰন্থখানি ৰচনা কৰাৰ সময়ত কি ভাব লৈ লেখে সেই বিষয় জানিলে গ্ৰন্থ পাঠৰ মোল বাঢ়ে আৰু সেই ভাব জানিবৰ নিমিত্তেহে টীকাৰ সৃষ্টি। অৱশ্যে সেই ভাব লৈ যি সেই কিতাপখন নপঢ়ে, তেনে মানুহৰ পক্ষে সকলো কিতাপেই সমান। আশা কৰা যায় যে ৰাজখোৱা ডাঙৰীয়াৰ কিতাপে ভাৰতৰ আৰু আন আন ঠাইৰ ইংৰাজী জনা মানুহক আমাৰ আসামৰ ধৰ্ম্মগ্ৰন্থসকলৰ ফালে মন ঢাল খুৱাব। আসাম যেনে নদী-গিৰি-সুশোভিত সুন্দৰ ঠাই, তাত যে ধৰ্ম্মবীৰসকলৰ জন্ম নহ'ব কি নাই হোৱা—এই কথা কোনে অগ্ৰাহ্য কৰিব? ইংৰাজী নামখোৰা যেন পৃথিৱীৰ চাৰিউফালে সকলোৱে পঢ়ে, এই আমাৰ বাঞ্ছা।

শ্ৰীযুত ৰাজখোৱাই অলপতে আৰু এখন আসাম সম্বন্ধীয় কিতাপ ইংৰাজীত লেখিছে। এই কিতাপখনিৰ নাম—'**Assamese Popular Superstitions**' অৰ্থাৎ 'অসমীয়া সাৰ্ব্বজনিক কুসংস্কাৰ'। কিন্তু আমাৰ মনেৰে **superstition**-অৰ (কুসংস্কাৰ) ঠাইত **sayings** (বচন) থকা হ'লে ভাল আছিল; কিয়নো তাৰ ভিতৰত বহুতো কথা আছে যিবোৰ কথা একেবাৰেই কুসংস্কাৰ নহয়। বৰঞ্চ সেইবোৰ সুসংস্কাৰহে, যেনে—ভাত-পানী খাই উঠি দাঁতত খৰিকা লগোৱা ভাল। এই কথাফেৰি এনে 'সু' যে আজি-কালি এই কথাক সমগ্ৰ সভ্য জগতে সমৰ্থন কৰিছে। আজি-কালি ডাক্তৰসকলে দাঁতৰপৰাই বহুতো বেমাৰৰ উৎপত্তি বুলি প্ৰকাশ কৰিছে, এনেকি দাঁতৰ একৰকম অৱস্থা **(Pyorrhoae)** হ'লে ডাক্তৰসকলে শৰীৰ পৰীক্ষা কৰোঁতে কোনো কোনো ঠাইত কোনো কোনো সময়ত ফেইলকে কৰি দিয়ে। খাদ্য সম্বন্ধীয় কি স্বাস্থ্য সম্বন্ধীয় কোনো এখন কিতাপ পঢ়িলেই এই বিষয়ে সমিধান পোৱা যাব। সেই-দেখি এই আদেশ, উপদেশ বা বচনফেৰিক কুসংস্কাৰ কেতিয়াও বোলা নেযায়। ৰাজখোৱা ডাঙৰীয়াৰো এই মত। কুসংস্কাৰৰ ভেটি অজ্ঞতা। এনেবোৰ বচনৰ তলত যে বিজ্ঞতা আছে আৰু অজ্ঞতা যে একেবাৰেই নাই, ই সকলোৱে ক'ব। টলিয়াই চালে সকলো কথাৰেই (যাক আমি কুসংস্কাৰ বোলোঁ) এটা সুন্দৰ কাৰণ আছে—আমি বহুতো কথা ভাবি টলিয়াব নোৱাৰোঁ। সেইটো আমাৰ চিন্তাশক্তি তাকৰ দেখিছে। এই কিতাপখনি বৰ ভাল হৈছে; এনে এখন কিতাপ সকলো কিতাপৰ ভঁৰালতে থকা উচিত। আসামত মানুহে নিকিনিলেও ভাৰতৰ আন আন ঠাইৰ বহুতো মানুহে যে এই কিতাপ দুখনি সাদৰে স-সন্মানে পঢ়িব, আমি অতি ডাঠি ক'ব পাৰোঁ। দুয়োখন কিতাপৰ বেচ অতি সামান্য।

আৰু এখন সুন্দৰ কিতাপ—'দ্ৰব্যনাম-শিক্ষা'। এই কিতপখনি শ্ৰীযুত গঙ্গাৰাম চৌধুৰীয়ে লেখিছে। এই কিতাপখনিত অসমীয়া, বঙলা, সংস্কৃত ভাষাত শাক-পাচলি, বস্ত্ৰ-বেহানিৰ নাম আছে। বহুতো নাম আমি অসমীয়া ভাষাত জানো; কিন্তু বঙলাত নেজানো। অথবা কোনো বঙালীয়ে বঙলাটো জানে, অসমীয়াটো নেজানে। এই কিতাপখনিয়ে এটা বৰ ডাঙৰ অভাৱ দূৰ কৰিছে। স্কুল, কলেজ, কিতাপ-ভঁৰাল (আসাম আৰু বঙ্গদেশৰ সকলো ঠাইতে, কিয়নো সংস্কৃত প্ৰতিশব্দ আছে), আমাৰো ঘৰুৱা সকলো ঠাইতে এই কিতাপখনি থকা উচিত। বেচ অতি তাকৰ।

'চেতনা'ত কিছুদিন আগেয়ে আমাৰ অসমীয়া কিতাপৰ তালিকা এখন দেখিছিলোঁ। এনে এখন তালিকা থকা ভাল। বিদেশী ভাষাৰপৰা কি কি কিতাপ ভঙা হৈছে অথবা কি কি কিতাপ সেইবোৰ কিতাপৰ আৰ্হিৰে লেখা হৈছে, তাৰো এখন ফৰ্দ্দ ৰখা ভাল। ই-ৰাজী ভাষাৰ অমূল্য খনিৰপৰা আমি সকলোৱে সহায় লৈ আমাৰ ভাষাৰ পুষ্টি সাধন যাতে কৰিব পাৰোঁ, সেই বিষয় ভাবি তাৰে বিশেষ বিশেষ কিতাপৰ এখন ফৰ্দ্দ সকলোৱে দেখাকৈ থৈ দিয়া উচিত। 'প্ৰবাসী'য়ে এনে এখন ফৰ্দ্দ আগেয়ে ছপোৱা দেখিছোঁ। এই ফৰ্দ্দ স্মাৰকলিপি হৈ হ'ব-খোজা গ্ৰন্থকাৰসকলৰ বাট পোনাই দিব।

ডাক্তৰ শ্ৰীযুত মহানন্দ বৰুৱাৰ স্বাস্থ্য বিষয়ৰ প্ৰবন্ধবোৰ বৰ লাগতিয়াল। আশাকৰোঁ, আমি এইবোৰ প্ৰবন্ধক কিতাপৰ আকাৰে অলপতে দেখি আমাৰ চকু আৰু মনক তৃপ্তি দিব পাৰিম। এইবিলাক কথা মনোযোগেৰে পঢ়িলে আমাৰ আৰু আমাৰ দেশৰ বহুতো উপকাৰ হ'ব।

(৫)

শ্ৰীযুত সোণাপতি দেৱ শৰ্ম্মা বি. এ. আৰ্য ব্যৱস্থা বিদ্যালয়ৰ ছাত্ৰ। তেওঁ এই ছাত্ৰাৱস্থাতে গ্ৰন্থকৰ্ত্তা বুলি পৰিচিত। তেওঁ অলপতে বেউলা বুলি এখন কিতাপ লেখিছে। কিতাপখনিৰ বেচ অতি তাকৰ আৰু দেখিবলৈকো সুন্দৰ হৈছে। বেউলাৰ বিষয়ে আমাৰ দেশৰ ল'ৰা-ছোৱালীৰ প্ৰত্যেকে জনা উচিত। বঙ্গদেশতো বেউলাৰ কথা প্ৰচলিত আছে। বঙ্গদেশেও নিজা বুলি বেউলাক দাবী কৰে। আমিও কৰোঁ।

শ্ৰীযুত বেণুধৰ ৰাজখোৱাই ৰাজীকৰৰ দৰে কিতাপৰ উপৰি কিতাপ উলিয়াব লাগিছে। তেওঁৰ শেহ কিতাপ আকৌ ইংৰাজীলৈ আমাৰ অসমীয়াৰপৰা ভঙা

হৈছে। এইবাৰ কিতাপখনি বিলাতী আকাৰেৰে ওলাইছে। ছপা, বিষয়—সকলো ভাল। ইংৰাজী কলেজৰ পাঠ্যপুস্তকৰ দৰে হৈছে আৰু শেহখিনিত 'নোট'—টীকা আছে। এইখন কলেজ-স্কুলৰ পঢ়া কিতাপৰ শ্ৰেণীৰ কিতাপ। বিষয়—'কাণখোৱা'। কোন অসমীয়াই কাণখোৱাৰ বিষয় নেজানে? এই কিতাপখনিয়েও আমাৰ দেশৰ নাম ইংৰাজী জনা মানুহৰ আগত চিনাকি কৰি দিব। ইংলণ্ড, আমেৰিকাতো এই কিতাপৰ প্ৰচাৰ হোৱা সম্ভৱ।

'মনোমতী' এখন সিদিনা কিনিলোঁ। দাম ডেৰ টকা। বুৰঞ্জীৰ গোন্ধ থকা কিতাপ। আমাৰ দেশৰ ই এখন প্ৰথম শাৰীৰ উপন্যাস। কলেজৰ পাঠ্যপুস্তক যেতিয়া হৈছে, তেতিয়া অলপ বেচা যাবই; কিন্তু আমাৰ আন মানুহেও একোখন কিনি পঢ়িলে বেয়া নহয়। আমাৰ উপন্যাস বুলিলেই বঙলা উপন্যাসহে; অসমীয়া উপন্যাস যিমান ওলায় সিমান ভাল। অসমীয়া ভাষাত যে উপন্যাসৰ উপাদান আছে, মনোমতীয়েই চিন। শ্ৰীযুত বৰদলৈ ডাঙৰীয়াই আকৌ উপন্যাস-মুৱা হৈ হাতত কাপ ল'লে আমি যে আৰু এখন মনোমতীতকৈও মনোমোহা উপন্যাস পঢ়িবলৈ পাম তাক নক'লেও হ'ব। তেখেতে 'মিৰিজীয়ৰী'ৰ বিষয় লৈ অলপ খেদ কৰা দেখিলোঁ। আমি শুনিছোঁ—'মিৰিজীয়ৰী' বিলাত পাইছিলগৈ আৰু তাতো সন্তোষ দি আহিছেগৈ।* খেদৰ একো সকাম নাই। মিৰিজীয়ৰীয়ে অলপ আধুনিক কাপোৰ-কানি পিন্ধি ওলালে যে আকৌ সকলোকে তেনে-ৰূপে সন্তোষ দিব পাৰিব, ই নিঃসন্দেহ।

আমাৰ দেশৰ উপন্যাস নাই বুলিলেই হয়। লাহৰী আৰু পদুমকুঁৱৰী দেখিছোঁ। দুয়োখনৰ লেখক কৃতী পুৰুষ। লাহৰীৰ গ্ৰন্থকৰ্ত্তা শ্ৰীযুত ৰায়চাহাব পদ্মনাথ গোহাঁইবৰুৱা ডাঙৰীয়া আৰু শ্ৰীযুত দুৰ্গানাথ ফুকন। এই কিতাপখনি ওলাবৰ আজি ২৮।২৯ বছৰমান হৈছে। এতিয়াৰ পঢ়োঁতাসকলৰ কেইজনে এই কিতাপখনি দেখিছে? এতিয়া এই কিতাপখনি কিনিবলৈ পোৱা যায়নে?

পদুমকুঁৱৰীৰ কথা নক'লেও হ'ব। আমাৰ সম্পাদক ডাঙৰীয়া শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাই লেখা কিতাপ। সুখৰ বিষয়—এই কিতাপখনি এতিয়াও কিতাপৰ দোকানত কিনিবলৈ পোৱা যায়। কিন্তু আমাৰ আসামত কিতাপ কিনা মানুহ কেইজন আছে? আমাৰ টকা-কড়ি থকা মানুহে নিজৰ অৱস্থা বুজি মাহেকত

---

*১৮৯৫ কি ১৮৯৬ খ্ৰীষ্টাব্দত জে. বৰুৱাই চেলেমছফোৰ্ডত (Chelemsford) পঢ়ি থকা অৱস্থাত পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে 'মিৰিজীয়ৰী' উপন্যাসখন তেখেতলৈ পঠিয়াই দিয়াৰ কথা প্ৰবন্ধান্তৰত প্ৰকাশ পাইছে। —সম্পাদক, জ্ঞা. ৰ. ৰ.

দুখন-এখনকৈ যদি নিয়মিত কিতাপ কিনি থাকে, আমাৰ সাহিত্যৰ মঙ্গল হয়। মাহেকত এটকা-দুটকামান খৰচ কৰিলেই হয়।

'সংসাৰ-চিত্ৰ' বুলি এখন উপন্যাস অলপতে ওলাব। এই কিতাপখনি বাইজৰ ভাল লাগিব পায়।

বিজ্ঞান আৰু স্বাস্থ্য সম্বন্ধীয় কিতাপৰ কথা আগেয়ে লেখিছোঁ। আন আন দেশৰ বুৰঞ্জীবোৰো আমাৰ ভাষালৈ অনুবাদ কৰা ভাল। ভ্ৰমণকাহিনী, জীৱনী, বুৰঞ্জীবোৰ আন ভাষাৰপৰা আমাৰ ভাষালৈ অনুবাদ কৰা উচিত। আমাৰ দেশৰ বহুতো মানুহে তীৰ্থভ্ৰমণ কৰিবলৈ যায়, কেইজনে সেই তীৰ্থ-স্থানৰ বিষয়ে কিতাপ লেখিছে? আমি তেনে কিতাপ মুঠেই এখনহে দেখিছোঁ— পুৰীৰ বিষয়ে। শ্ৰীযুত শিৱনাথ ভট্টাচাৰ্য্য ডাঙৰীয়াই বহুত তীৰ্থ চাই আহিছে। তেওঁৰ কিতাপৰ সৈতে যিমান সম্পৰ্ক, আন মানুহৰ বোধকৰোঁ সিমান নাই। তেওঁ এপন ভ্ৰমণকাহিনী আমাক দিলে আমি বৰ সুখী হ'ম। তেওঁৰ ভ্ৰমণৰ বিষয় যাকে যাকে কৈছে, সেইলোক সকলোৱে যে তেওঁৰ ভ্ৰমণৰ বৃত্তান্ত শুনি তেওঁৰ বিবৰণতে সেই সেই দেশ দেখাৰ সুখ অনুভৱ কৰিছে, ই নিশ্চয়। আমি হ'লে শুনিছোঁ। শুনি সেই সুখ অনুভৱো কৰিছোঁ। বিশেষ, দিল্লীৰ বিষয়।

বৰ সুখৰ কথা, Up From Slavery বুলি কিতাপখনি ছাত্ৰ সন্মিলনীয়ে অসমীয়ালৈ ভাঙিবৰ নিমিত্তে বটা ঘোষণা কৰিছে। বুকাৰ ৱাশ্বিংটনৰ (Booker Washington) নাম আৰু জীৱনী আমাৰ জনা উচিত। পৃথিৱীত দুজন Washington জন্মিছে। George Washington (জৰ্জ ৱাশ্বিংটন) আৰু Booker Washington. আগৰজন বগা, শেহৰজন ক'লা। এওঁ ক'লা বুলি আমাৰ দেশৰ মানুহে ক'লা বুলিলে যি বুজে তাতকৈও ক'লা—নিগ্ৰো। এওঁৰ বাস আছিল আমেৰিকাৰ যুক্তৰাজ্যৰ দক্ষিণ ৰাজ্য এখনত। তাত নিগ্ৰো জাতিৰ নিগ্ৰহ। সেই ঠাইতে থাকি তেওঁ নিগ্ৰো জাতিৰ কিমান উন্নতি সাধন কৰিলে—পঢ়িলে সেই মানুহজনৰ প্ৰতি ভক্তি হয়। অলপতে তেওঁৰ জীৱনী এখন পঢ়িছোঁ। সেইখনৰ নাম Booker Washington—Builder of a Civilization, by Scott and Stowe. প্ৰেচিডেন্ট ৰুজভেল্টে (Roosevelt) কিতাপৰ পাতনি লেখিছে। ডাক্তৰ বুকাৰ ৱাশ্বিংটনক এই প্ৰেচিডেন্ট-জনাই বৰ শ্ৰদ্ধা কৰিছিল। Up From Slavery-খন আত্মজীৱনী। এওঁ নিজে গোলামিৰ অৱস্থাৰপৰা কেনেকৈ উঠিল, আৰু উঠি কেনেকৈ কাম কৰি নিজৰ অৱস্থা যে উন্নত কৰিলেই, তাৰ লগে লগে নিজ জাতিৰ অৱস্থাৰ কিমান

উন্নতি কৰিছে তাক বুৰঞ্জীয়ে সোণৰ আখৰেৰে লেখি ৰাখিছে আৰু যিমান দিন জগত থাকিব—লেখি ৰাখিব।

এই মহাত্মাৰ বিষয় পাছত আৰু লেখিম। তেওঁ পদে পদে যে কিমান বাধা-বিঘিনি অতিক্ৰম কৰিবলগীয়া হৈছিল! তেওঁ স্বৰ্গী হোৱা পাচ বছৰ হৈ গ'ল—ছবছৰ হ'ব। তেওঁ কেতিয়াও নিৰুৎসাহ নহৈছিল। কোনো ঠাইত যদি কিবা কাম কৰিবলৈ গৈছিল, যেনে—'ছৰছক্ৰিপ্‌শ্যন' (পঁচা) তোলা, কোনোৱে যদি কিবা নিদিছিল কিম্বা কম দিছিল, তেওঁ কেতিয়াও নিৰুৎসাহ নহৈছিল, কিম্বা গালি-শপনি নেপাৰিছিল। আমাৰ দেশৰ ডেকা কিম্বা ল'ৰাসকলে কোনো পঁচা তুলিবলৈ গ'লে যদি কোনো টকা থকা মানুহে বা টকা থকা নাম থকা মানুহে তাকৰকৈ ধন দিয়ে, তেতিয়াই নিৰুৎসাহ হৈ যায় আৰু ঘৰত গৈ কিম্বা বন্ধু-বান্ধৱৰ আগত কয়গৈ, "আজি অমুকৰ তালৈ গৈছিলোঁ, মুঠেই চাৰি অনা পইচাহে দিলে, ইপিনে দেখোন অমুক ঠাইত অমুক খৰচ কৰে, অমুক অমুক কৰে" ইত্যাদি ইত্যাদি আৰু অলপ গালি-শপনিও পাৰে। কিন্তু বুকাৰ ৱাশ্বিংটনে এনে অৱস্থাত কি কৰিছিল? এই মহাত্মাৰ বিষয় আৰু বহুতো ক'বৰ আছে। লাহে লাহে কৈ থাকিম।

'নীতিকথা' ওলাইছে। এই কিতাপখনি পঁয়ত্ৰিশ বছৰমান আগেয়ে বিষ্ণুপ্ৰিয়া দেৱীয়ে নগাঁৱৰপৰা সঙ্কলন কৰি প্ৰকাশ কৰে। এতিয়া তেওঁৰ বোৱাৰীয়েক শ্ৰীমতী লতিকা দেৱীয়ে গুৱাহাটীৰপৰা প্ৰকাশ কৰি উলিয়াইছে। সচিত্ৰ। দাম আঠ অনা।

'আৰ্হি তিকতা' আৰু এখন কিতাপ—একে পৰিয়ালৰ মানুহেই লেখা কিতাপ। ইয়াত নজনা আদৰ্শ মহিলাৰ জীৱনৰ কাহিনী সংক্ষেপে লেখা হৈছে। কিতাপখনি সচিত্ৰ। গ্ৰন্থকৰ্ত্ৰী শ্ৰীমতী স্বৰ্ণলতা দেৱী। বেচ আঠ অনা।

শ্ৰীযুত আনন্দচন্দ্ৰ আগৰৱালা আসামৰ এজন সাহিত্য-সেৱক। তেওঁৰ বহুতো লেখা বাহীত ওলাইছে। তেওঁ ইংৰাজী কিতাপো দুখন লেখিছে। এখন **Police Code** আৰু আনখন ওলপতে ওলোৱা **Ancient Assam.** এই পাছৰ কিতাপখনি আমাৰ স্কুলসমূহত চলোৱা উচিত। অসমীয়া ল'ৰা-ছোৱালীয়ে আগেয়ে আসামৰ বিষয়ে জানিহে আন দেশৰ বিষয় জনা উচিত। আসাম বুৰঞ্জীৰ লগে লগে ভাৰতৰ বুৰঞ্জীও জনা উচিত। ভাৰতবৰ্ষৰ বিষয়ে জানিবলৈ বহুতো কিতাপ আছে; কিন্তু আসামৰ বিষয়ে জনাৰ বহুতো কিতাপ নাই।

*১৯১৫ খ্ৰীষ্টাব্দত তেওঁৰ মৃত্যু হয়। —সম্পাদক, জ্ঞা. ৰ. ৰ.

আমাক লেখক লাগে। শ্ৰীযুত আনন্দ আগৰৱালা ডাঙৰীয়াই আজিৰ সময়ত এনে আৰু কিতাপ আমাক দিলে আমি বৰ সুখী হ'ম।

(৬)

আমাৰ ভাষাৰে সৈতে উড়িয়া ভাষাৰ কোনো কোনো কথাৰ সাদৃশ্য পোৱা গৈছে। এখন তালিকা ৰখা নাই, তালিকা ৰখা হ'লে এতিয়া বিকেটা কথা দিব পাৰিছোঁ তাতকৈ সৰহ কথা দিব পাৰিলোঁহেঁতেন। আশাকৰোঁ, কোনো উদ্যমশীল লেখকে এই বিষয়ে মন দি আৰু কথা উলিয়াব পাৰিব।

| অসমীয়া | উড়িয়া |
|---|---|
| ঔ | ঔ |
| পুখুৰী | পুখুৰী |
| কুকুৰা | কুকুৰা |
| পঘা | পঘা |

(বিশেষ গৰু বন্ধা পঘা।)

আমি কওঁ "অমৃতা"—উড়িয়াই কয় "অমৃত ভাণ্ড"। একে কথা—দুইৰো মনত অমৃতৰ ভাব। ভালকৈ নিয়মমতে অমৃতা খালে বোধকৰোঁ মৃত্যুক দূৰৈত ৰাখিব পৰা যায়। সক ল'ৰা-ছোৱালীক নিয়মমতে অমৃতা খুউৱা ভাল।

আমাৰে সৈতে উড়িয়া মানুহৰ সাদৃশ্য আৰু পোৱা যায়। অসমীয়া গাঁৱলীয়া মানুহক যদি উড়িষ্যা দেশত গাঁৱলৈ নৈ গৈ এৰি দিয়া যায়, সেই মানুহটো যে উড়িয়া নহয়, কথা নোকোৱালৈকে কোনো উড়িয়াইও তত্ ধৰিব নোৱাৰিব। আৰু যদি উড়িয়া এজনক অসমীয়া গাঁও এখনত এৰি দিয়া যায়, তেনেহ'লে কোনো অসমীয়াই সেই মানুহটো যে অসমীয়া নহয়—কথা নোকোৱা-লৈকে ভু নেপাব। আমিও তামোল খাবলৈ ভাল পাওঁ, উড়িয়াইও তামোল খাবলৈ ভাল পায়। আমিও তামোলক গুৱা কওঁ, উড়িয়াইও গুৱা কয়।

মহাৰাষ্ট্ৰীয় ভাষাতো আমাৰ কেবাটিও কথা দেখিছোঁ। এতিয়া গুৱাহাটীত মিষ্টাৰ পি. আৰ. আৱাটি বুলি এজন বিদ্বান মানুহ আছেহি। তেওঁক ভাৰত গৱৰ্ণমেণ্টে ক'লাজ্বৰ উৎপত্তিৰ বিষয়ে পৰীক্ষা আৰু তদন্ত কৰি চাবৰ নিমিত্তে আসামলৈ পঠাইছে। এওঁ মহাৰাষ্ট্ৰীয়। এওঁ দীঘলীপুখুৰীৰ এপাৰে থাকে, মই এপাৰে থাকোঁ। এওঁ আৰু মই, আৰু এওঁ নিজেও কেটামান কথা পাইছে। সেই কথা এই—আই, গহনা, সন্ত (এওঁলোকে অৱশ্যে আমাৰ দৰে "স"

উচ্চাৰণ নকৰে ), ৰৰগণি, আৱলীয়া, আলি, আছে। এওঁলোকৰ ভাষাত "বাৰে" কয়, আমি কওঁ "বাৰু"। বঙ্গদেশতো "আই" কথা আছে, তাত হ'লে "আই" মানে বুঢ়ীআই, মহাৰাষ্ট্ৰীয়ত আমাৰ মানেই।

এইকেফাঁকি কথা লেখি বাঁহীৰ কলেৱৰ বৃদ্ধি কৰা দেখি বহুতো অসমীয়াই হয়তো লেখকক ইতিকিং কৰিব। ডাঙৰ ৰোম সাম্ৰাজ্য এদিনত হোৱা নাছিল। আমাৰ ভাষাৰ বিষয় চৰ্চ্চাও এদিনত হ'ব নোৱাৰে। উড়িয়া, মহাৰাষ্ট্ৰীয় আৰু অসমীয়া ভাষাৰ সাদৃশ্য অট্টালিকাৰ প্ৰথম ইটা আজি বাঁহীৰ পাতত আঁকা গ'ল। পাছত বিশ্বকৰ্ম্মাসকলে ইয়াক সম্পূৰ্ণ কৰে যেন—এই আশা ৰাখিলোঁ।

মাৰাঠীবিলাকে কঢ়িৰ আঞ্জা খায়। আমিও খাওঁক।

বঙলা, হিন্দীও আমাৰ ভাষাৰ দৰে যে, ইয়াক এতিয়া ক'ব নেলাগে।

প্ৰতি মিনিট লগ লাগি ঘণ্টা হয়, বহুত ঘণ্টা লগ লাগি দিন হয়। এই ভাষাৰ বিষয়েও প্ৰবন্ধত এনে। মই এইকেটা কথা দেখুৱাই দিলোঁ। আনে আনবোৰ কথা উলিয়াওক।*

(৭)

মোক যদি কোনো বন্ধুৱে কিবা দিব খোজে আৰু কয়, "তোমাক এটা বস্তু দিব খোজোঁ। কি দিম ভোৱাচোন ; তোমাৰ কি ভাল লাগে, তোমাক কি দিলে তুমি ৰং পাবা ?" তেতিয়াই উত্তৰ দিওঁ, "কিতাপ।"

এজন বন্ধুৰপৰা আৰু এজন বন্ধু পাম। কিতাপৰ দৰে বন্ধু নাই। মানুহ-বন্ধুক সকলো সময়তে ওচৰত পোৱা নেযায়। মানুহ-বন্ধুৰ খং আছে, হিংসা আছে, মানুহ-বন্ধুৰ সৈতে কাজিয়া লাগিব পাৰে, ঠেহ লাগিব পাৰে, কথা নপতা-নপতি হ'ব পাৰে—মানুহ-বন্ধু মানুহ, সেইদেখি বন্ধুতা চিৰকাললৈ নেথাকিবও পাৰে ; কিন্তু কিতাপে তোমাক কেতিয়াও খং নকৰে, কেতিয়াও হিংসা নকৰে। কিতাপৰ লগত তোমাৰ কেতিয়াও কাজিয়া নেলাগে—যদি লাগে তোমাৰ দোষতহে লাগিব, কিতাপৰ দোষত নেলাগে। কিতাপে কেতিয়াও তোমাক ইতিকিং নকৰে ; কেতিয়াও নকয়, "তোমাৰ ইমানখিনিহে বুদ্ধি ! ইমানখিনি বুদ্ধি লৈহে মোৰে সৈতে তৰ্ক কৰিবলৈ আহিছা। যোৱা যোৱা, আৰু দহ বছৰ পাছত আহিবা। তেতিয়া তোমাৰ সৈতে তৰ্ক কৰিম। এই সামান্য কথাকেবি

* 'বাঁহী'ৰ একাদশ বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত 'অসমীয়া, উড়িয়া আৰু মহাৰাষ্ট্ৰীয়' শীৰ্ষক প্ৰবন্ধ। —সম্পাদক, জ্ঞা. ৰ. ৰ.

বুজি নোপোৱা। আৰু মোৰে সৈতে তৰ্ক কৰিছাচি—বোৱাঁ, বোৱাঁ।" এনেবোৰ কথা কৈ তোমাক আন মানুহৰ আগত লাজত নেপেলায়। এটি খোঁটালীত কি কোনো ঠাইত কেবাজন মানুহে গপ্ পাতিলে দেখা যায় যে এজন মানুহেই সেই গপ্‌ৰ কথক হয়, আনবোৰ শ্ৰোতা মাথোনহে। কিন্তু সেই ঠাইত সকলোটিয়েই যদি কথক হয়, তেনেহ'লে প্ৰায়ে দেখা যায় যে সেই ঠাইত কোঢ়াল, চিঞৰ-বাখৰ ইত্যাদি হৈ সকলোকে কৈ দিয়ে যে "হয়, ইয়াত কথক গোট খাইছে হয়, বাঃ বাঃ কথক।" এনে ঘটনাৰ পাছত কেতিয়াবা কেতিয়াবা কাজিয়াৰ সূত্ৰপাত হোৱা দেখা যায়। যদি কোনো কাৰণে এজন মানুহ সেই ঠাইৰপৰা উঠি যাব লগাত পৰে, তেতিয়াহ'লে শিয়াল-শগুনে মৰা শ আঁজোৰা-আঁজুৰি কৰাৰ দৰে সেই মানুহজনৰ কথা লৈ লাগিল আৰু। Sheridon-ৰ নাট এখনত এজনে কোৱাৰ দৰে "মই যাওঁ এতিয়া দেই। মোক ক্ষমা কৰিবা। But I leave my character behind me." এই বন্ধুকিজনাই খোঁটালী এৰা বন্ধুটিৰ তৰ্ক কৰিব পৰা শক্তি "Character" (Public, Private) ইত্যাদি লৈ শিয়াল-শগুণৰ দৰে আঁজোৰা-আঁজুৰি যে কৰিব ই নিশ্চয়। কিমান ক'ম? কিন্তু কিতাপৰপৰা এনে ব্যৱহাৰ কেতিয়াও পোৱা নেযায়। কিতাপ চিৰকলীয়া লগৰীয়া। কিতাপে নিজে তোমাক কেতিয়াও নেৰে। তুমি এৰিলেহে এৰিব। কিতাপৰ দিনৌ চিৰপ্ৰফুল্ল মুখ—কিতাপৰ কঠুৱা হাঁহি নাই। কিতাপৰ সৈতে দেখা কৰিব খুজিলে কিতাপে কেতিয়াও মুখ বেকেটা-বেকেটি কৰি ভিতৰৰপৰা ওলাই আহি চকু মোহাৰি মোহাৰি হামিয়াই নকয়হি, "কিহে! কেতিয়া আহিলা?" কিতাপে চিৰপ্ৰফুল্ল মুখেৰে তোমাৰ সৈতে কথা ক'ব; হাঁহিব, মাতিব. তোমাৰ যেতিয়ালৈকে আমনি নেলাগে, তেতিয়ালৈকে কথা পাতিব। তোমাক এনে বন্ধু লাগে নে মানুহৰ অনিশ্চিত বন্ধুতা লাগে?

এজন ডাঙৰ মানুহ দেখিলে আমাৰ মনত কেনে ৰং লাগে! আমাৰ কাৰো কাৰো এই ইচ্ছা মনত নহয়নে, "এবাৰ যদি ডাঙৰ মানুহজনাই আমাৰ ফালে চায়, আমাৰে সৈতে কথা কয়!" কোনো ডাঙৰ মানুহৰ সৈতে দেখা কৰিবলৈ হ'লে আমি কোনো কোনোৱে ৰ'দত, বৰষুণত, গছৰ তলত কিমান পৰ বাট চাই থাকোঁ। কিন্তু এইবোৰ ডাঙৰ মানুহতকৈও ডাঙৰ ডাঙৰ মানুহ, যিসকলৰ আগত আমি বাট চাই থকা ডাঙৰ মানুহজন বিদ্যা, বুদ্ধি, জ্ঞানত ওচৰকে চাপিব নোৱাৰে, তেনে ডাঙৰ ডাঙৰ মহাত্মাসকলে যে মোক, তোমাক, আমাক আটাইকে

মাতি আছে। নোচোৱা কিয় ? আমি এবাৰ সেইফালে মন কৰিলেই যে তেওঁলোকৰ সৈতে বন্ধুভাৱে কথা-বতৰা পাতিব পাৰোঁ। তেনে কিয় নকৰোঁ ? যি বস্তু ওচৰতে—হাতৰ কাষতে, সেই বস্তুক আওহেলা কৰি দূৰৈৰ বস্তু বিচাৰি কিয় যাওঁ ?

মোৰ আসামৰ মানুহে এতিয়াও কিতাপ কিনি পঢ়িবলৈ শিকা নাই। যদি কোনোবাই কিনিছে, তেওঁ সেই কিতাপ নপঢ়াকৈয়ে থৈ দিছে; নহ'লে কিতাপ-খন পোকে কি উঁইয়ে খাই নিজৰ 'কিতাপ-পোক" নামৰ সাৰ্থকতা কৰিছে। আমি কেইজনে কিতাপ পঢ়োঁহঁক ? কিতাপ পঢ়ি গ'লেই নহয়, যি পঢ়া যায়—মনত ৰাখিব লাগে। সেই মনত ৰখাৰ সহজ উপায় হৈছে—'নোট' কৰা।

যদি কোনো মানুহে, ল'ৰা, ডেকা, বয়সিয়াল, ছোৱালী, গাভৰু তিৰুতা—যি কোনো মানুহে এবছৰমান এনেকৈ কিতাপ পঢ়ে, তেনেহ'লে তেওঁ এবছৰতে পাচ বছৰৰ পঢ়া সাং কৰিব পাৰে। দুদিন-এদিন ইয়াত 'নমুনা' চালেই বুজা যাব। কোনো কাম সিদ্ধি কৰিব লাগিলে সাধনা লাগে। সেই সাধনা উজু নহয়। সকলো সাধনাই টান—কি ধৰ্ম্মৰ, কি জ্ঞানৰ, কি কৰ্ম্মৰ। জ্ঞানৰ সাধনা এনেকৈয়ে কৰিব লাগে। যি পঢ়া যায়, পঢ়ি চিন্তা কৰিব লাগে। পঢ়া বিদ্যা কামত লগাব নোৱাৰিলে সেই বিদ্যা একো কামৰ নহয়। এজনৰ যদি বেমাৰ হৈছে, সেই বেমাৰৰ দৰৱ যদি মোৰ ওচৰতে আছে, আৰু সেই বেমাৰৰ সময়ত যদি সেই দৰৱ বিচাৰি নেপাওঁ, সেই দৰৱ থকাৰপৰা কি লাভ ?

কিতাপ কিনি পঢ়িব লাগে, পঢ়ি যতনেৰে এঠাইত থৈ দিব লাগে। কিতাপ কিনা অভ্যাস, পঢ়া অভ্যাস আৰু ভালকৈ থৈ দিবলৈ শিকা অভ্যাসৰ সাধনা আমাৰ কৰিব লাগে। বহুত মানুহ আছে (আমাৰ ভাৰতবৰ্ষত বহুতো, ইংলণ্ডতো আছে)—তেওঁলোকে কিতাপ যদি এবাৰ লৈ যায় সেই কিতাপৰ মুখ মালিকে আকৌ দেখা নেপায়; এনে মানুহক কিতাপ কেতিয়াও নিদিবা। সেই কিতাপ কেতিয়াও ওভোতাই নোপোৱা। মানুহ চাই কিতাপ দিবা।

প্ৰাতঃস্মৰণীয় ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ নাম আমি আটায়ে শুনিছোঁহঁক। তেওঁৰ কিতাপৰ ভঁৰাল (লাইব্ৰেৰী) জগদ্বিখ্যাত। তেওঁ য়ুৰোপৰপৰা কিতাপ বন্ধাই অনাইছিল। এদিন এজন মানুহে সেই কিতাপৰ ভঁৰাল চাই তেওঁক এখন কিতাপ খুজিলে, তেওঁ সেই কিতাপখন দিলে; কিন্তু তেতিয়াই তেওঁৰ কিতাপৰ দোকানলৈ আৰু এখন তেনে কিতাপ লাগে বুলি কৈ পঠালে। তেওঁ আগে ভাবিছিল যে সেই মানুহজনে কিতাপখনি আৰু ওভোতাই নিদিয়ে। আৰু

দিলেও চাগৈ এনে অৱস্থাত কিবাই দিব যে সেই কিতাপখনি তেওঁৰ ভঁৰালৰ উপযুক্ত আৰু নহ'ব। তেওঁ মানুহৰ চৰিত্ৰ সুন্দৰৰূপে জানিছিল।

মোৰ দেউতাই কিতাপৰ মৰম বুজিছিল। তেওঁ আমাক, কৈছিল "তইতে কেতিয়াও কিতাপ নেবেচিবি।" তেওঁ কিতাপৰ দোকান কৰি কিতাপ বেচাৰ কথা কোৱা নাছিল, নিজে কিতাপ লেখিও সেই কিতাপ বেচাৰ কথা কোৱা নাছিল। তেওঁ কৈছিল—কিতাপৰ কথা। যি কিতাপ আজি কিনিলোঁ, কালি সেই কিতাপ বেচিলোঁ—তেনে কিতাপ বেচাৰ কথা তেওঁ কৈছিল। কিতাপ কিনি পঢ়ি মৰম কৰি যতন কৰি থোৱাৰ উপদেশ আমাক দিছিল। বহুত লেখিলোঁ, কিন্তু আৰু বহুতো লেখিবৰ আছে। Ruskin-এ এঠাইত কৈছে—"If a book is worth-reading, it is worth-buying. No book is worth anything which is not worth much nor is it serviceable, until it has been read, and re-read and loved, and loved again, and marked so that you can refer to the passages you want in it, or a soldier can seize the weapon he needs in an armoury, or a house-wife brings the spice she needs from her store."

এই কথাকেৰি আমি ভালকৈ বুজিবলৈ যেন শক্তি পাওঁ।*

(৮)

'আসাম' আৰু 'অসমীয়া'—এই দুই কথাৰ উচ্চাৰণৰ মীমাংসা আৰু নহয়। যিসকল মানুহে 'আসাম' সাধাৰণ 'স'ৰ দৰে উচ্চাৰণ নকৰে, সেইসকল মানুহে এই লোক এৰি গ'লে, এই আমাৰ অতি লাগতিয়াল কথাটিয়ে, পুৰণা বেশ এৰি নতুন বেশ সম্পূৰ্ণভাৱে ল'ব। বৰ দুখৰ কথা। ইয়াৰ নিমিত্তে কোন দায়ী? এই বিষয়ে আন এঠাইত আমি বহলাই কৈছোঁ। সাহিত্য পত্ৰিকাৰ সম্পাদকেও এই বিষয়ে উদ্ধকিউৱাৰ কথা মনত পৰে। শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰে সৈতে গ'ল আবকালি দেখা হোৱাত এই বিষয়ে বহুবাৰ কথা কৈছিলোঁ। আমাৰ মতেই তেওঁৰ মত। এনে এটা পুৰণা কথাৰ বেশ পৰিবৰ্ত্তন হোৱা বেয়া লাগে দেখি আকৌ এইখিনিতে কৈ থ'লোঁ। 'ফ্ৰান্স'ৰ নতুন মানুহবিলাকে 'ফ্ৰান্স' নকৈ

*আৱাহনৰ প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত 'কিতাপৰ বিষয়ে কেইআষাৰমান কথা' শীৰ্ষক প্ৰবন্ধ। —সম্পাদক, জা. ব. ব.

এতিয়া 'ফ্ৰান্‌ক' ক'বলৈ আৰম্ভ কৰে যদি, ফ্ৰান্সৰ পুৰণা মানুহবিলাকৰ কেনে লাগিব ?

* * *

আৰু এটি কথা। এতিয়া 'নিমিত্তে' কথাটি অসমীয়া ভাষাৰপৰা উঠি যোৱা যেন হৈছে। আজি-কালি 'নিমিত্তে'ৰ ঠাই 'কাৰণে' অধিকাৰ কৰিছে। এনে কি এনে কথাও শুনা যায়—"তোমাৰ কাৰণে এই কিতাপখনি অনা হৈছে।" আগেয়ে হ'লে আমি শুনিছিলোঁ—"তোমাৰ নিমিত্তে এই"—ইত্যাদি। কাৰণে-অকাৰণে 'কাৰণে' লেখাটো কিমানদূৰ যুক্তি সঙ্গত হৈছে, ক'ব নোৱাৰোঁ। আমাৰ মানুহে অলপ মন দি আনে কথা কোৱা শুনিলেই মোৰ কথাৰ প্ৰমাণ পাব। এবাৰ স্বৰ্গীয় সত্যনাথ বৰা ডাঙৰীয়াৰ লগত এই বিষয়ে কথা হৈছিলোঁ। আমাৰ মতেই তেওঁৰ মত। সাহিত্য-পত্ৰিকাই এই বিষয়ে এবাৰ আলোচনা কৰি বিচাৰ কৰিলে বেয়া নহয় বুলি ভাবি এইকেইআষাৰ ইয়াতে লেখিলোঁ।

* * *

'কৰিছিলে', 'খাইছিলে', 'গৈছিলে', 'আনিছিলে' আজি-কালি শুনা যায়। আগেয়ে শুনিছিলোঁ—'কৰিছিল', 'খাইছিল'—ইত্যাদি। 'ছিল'ৰ ঠাইত 'ছিলে' হ'ল কিয় ? আগেয়ে এই কথাফেৰি কোনো ঠাইৰ মানুহক কেতিয়াবা কেতিয়াবা কোৱা শুনা গৈছিল। এতিয়া সমগ্ৰ আসামত বিয়পি গৈছে। ইয়াৰ অৰ্থ কি ? যদিহে এই দুই ভাবৰ কিবা বিভিন্নতা আছে, তেনেহ'লে আমাক নজনা-নুশুনা-নুবুজাবোৰক, জনা-শুনা-বুজাসকলে ভালকৈ শিকাই দিয়া ভাল যেন দেখি এই-কেইআষাৰ লেখিবৰ অৰ্থে সুন্দৰ সাহিত্য-পত্ৰিকাৰ আতিথেয়তা গ্ৰহণ কৰিলোঁ। এতিয়া আৰু এটুকেন-মেটুকেনৰ সময় নহয়। গা এঙামুৰি দিবৰ সময় বহুত দিন হ'ল, হৈ গৈছে। এতিয়াও এঙামুৰি দি সাৰ পাওঁইকচোন।

* * *

'আসাম' আৰু 'অসমীয়া' কথা লৈ এদিন অতি উজনিৰ গাৱৰ ল'ৰা এটিয়ে আমাক একেৰি কথা কোৱা মনত পৰে। "স্যাৰ (তেওঁ মোক স্যাৰ বোলে, কিয় যে বোলে ক'ব নোৱাৰোঁ) বঙালীবিলাকে এনেকৈ উচ্চাৰণ কৰে, সেইদেখি আমি এনেকৈ কৰোঁ।" হয়নে ? মই কওঁ, "নহয় হ'বলা।" আপোনাসকলৰ ভিতৰতো কোনো কোনোৱে "নহয় হ'বলা" বুলি মোৰে দৰে ভাওৰকৈ ক'ব বুলি—আশা কৰোঁ। ইতি।*

*"অসম সাহিত্য সভা পত্ৰিকা'ৰ তৃতীয় বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত 'দুআষাৰমান কথা।' —সম্পাদক, জ্ঞা. ৰ. ৰ.

(৯)

**বাংপতা ঃ** চাবিঙৰ শ্ৰীযুত বেণুধৰ শৰ্ম্মাদেৱৰ লৈতে ইয়াৰ বিশেষ সম্পৰ্ক। চাবিং বুলিলে মোৰ বেণুধৰ শৰ্ম্মাক মনত পৰে, আৰু বেণুধৰ শৰ্ম্মা বুলিলে চাবিঙক মনত পৰে। দুয়ো স্বনামধন্য।

'বাংপতা' এখনি যে কিতাপ, নক'লেও হ'ব। লেখক শ্ৰীযুত বেণুধৰ শৰ্ম্মাদেৱ। বাহিৰৰ আকৃতি যেনে নয়ন তৃপ্তিকৰ, ভিতৰৰ কথাখিনিও তেনে মনোমোহা—চিত্তাকৰ্ষক। পঢ়িবলৈ হাতত ল'লে, কিতাপখনি পঢ়া শেষ নোহোৱালৈকে এৰিবৰ মন নেযায়। কিতাপখনি এদিন আবেলি পায়েই (লেখকৰ পুত্ৰ কাশী বিদ্যালয়ৰ শ্ৰীমান অজিতকুমাৰ শৰ্ম্মাৰ জৰিয়তে) কৃপণে ধন সাঁচি থৈ দিয়াৰ দৰে গাৰুৰ তলত থৈ দিলোঁ। বিচনাত পৰি গাৰুত মূৰ দিয়াৰ লগে লগে বাহিৰৰ একো কথা নেভাবি ঈশ্বৰক চিন্তি, জ্ঞানীসকলে চকু মুদি টোপনি দেৱীক একাগ্ৰ মনেৰে পূজিবলৈ কয়। ইমান বয়স হৈও জ্ঞানীসকলৰ কথা মাজে মাজে আওহেলা কৰোঁ। গাৰুত মূৰ দিয়েই নিদ্ৰাদেৱীক অলপ-অচৰপ পূজা কৰাৰ পাছতহে ঈশ্বৰক চিন্তি নিদ্ৰাদেৱীৰ কোলাত মূৰ দিওঁ। মূৰ-শিতানত চাকি থৈ, চাকিৰ পোহৰ কিতাপত পেলাই কিতাপখনি পঢ়িবলৈ ধৰিলোঁ। শেহ নোহোৱালৈকে পঢ়িলোঁ। পঢ়োঁতে পঢ়োঁতে মই আৰু কাশীত নেথাকিলোঁ। মোৰ মন আসামলৈ উৰি গ'ল। পোন প্ৰথমেই মাথৰ বিহুৰ উৰুকাৰ ৰাতি জুহালৰ কাষত বহি ই-সি খালোঁ, সাধুকথা শুনিলোঁ—'ওকোৰাজেঙে' শুনালে। আমি অসমীয়াই যে 'সাধুকথা' বোলোঁ, ই শুদাই নহয়। এনে কথা 'সাধু' কথাৰে ভৰপূৰ। মোৰ ল'ৰা-কালিৰ কথা—মোৰ নগাঁৱৰ আমাৰ ঘৰৰ কথা মনত পৰি, হৰিষ আৰু বিষাদেৰে 'আলহী কেইবিধ' পঢ়ি পৰম তৃপ্তি পালোঁ। বিষাদৰ যেখাহে মাত্ৰ, হৰিষৰ মাত্ৰাহে সৰহ। পুৰণি স্মৃতিত যিখিনি বিষাদ পোৱা যায়, সেইখিনি হৰিষ বুলিয়েই ধৰি ল'ব লাগে। আকৌ ল'ৰা হৈ আগৰ দিনলৈ যাবৰ মন যোৱা আৰু সেই দিন, সেই ভাব, সেই মানুহসকল মূৰ খুন্দিয়াই মৰিলেও যে নেপাওঁ! সেইহে বিষাদৰ কাৰণ। যিজনাই এনে সুন্দৰভাৱে অতীতৰ কথা সোঁৱৰণিৰ পটত অঙ্কিত কৰি দেখুৱালে, তেওঁক ধন্যবাদ নিদিও নোৱাৰিলোঁ। 'আলহী কেইবিধ' পঢ়ি, নিভাঁজ নিখুঁত অসমীয়া পঢ়ি নতুন কথা শিকি আৰু বিশেষকৈ সৰু সৰু ল'ৰা-ছোৱালীৰ মন আকৃষ্ট কৰিবৰ শ্ৰীযুত বেণুধৰ শৰ্ম্মাৰ শক্তি দেখি মন উল্লাসেৰে ভৰি পৰিল।

দ্বিতীয় কথা—লাচিত বৰফুকন। বুৰঞ্জী পঢ়া সৰু সৰু ল'ৰা-ছোৱালীবোৰৰ

আৰম্ভ কৰি বয়োবৃদ্ধসকললৈকে সকলোৰে জনা আসামৰ গৌৰৱ ( যিজন পুৰুষৰ স্মৃতি অসমীয়াৰ মনৰপৰা কেতিয়াও আঁতৰি নেযায় ) সেই বীৰ লাচিতৰ কথা শ্ৰীযুত বেণুধৰৰ কাপৰ লোৱাদেৰে সৰু মিঠা কথাখিনি পঢ়ি-শুনি আনন্দ পালোঁ। সকলোৱে কথা কয়। বহুতে লেখে। তাৰে কাৰো কাৰো কথা শুনি ভাল লাগে, কাৰো কাৰো লেখা পঢ়ি মন মুহি যায়—কিয় ? কোৱাৰ, লেখাৰ ভাবৰ নিমিত্তে। ক'বৰ লিপি, লেখিবপৰা শক্তিৰ নিমিত্তে। বেণুধৰ শৰ্মাৰ এই ভাব আৰু শক্তি আছে। সৰু সৰু ল'ৰা-ছোৱালীক, আমাৰ ডেকাসকলক, গাভৰুসকলক লাচিত বৰফুকনৰ কথাখিনি বিশেষভাৱে মই পঢ়িবলৈ কওঁ।

মোমায়েকক কাটিবলৈ নকওঁ—শ্ৰীবিষ্ণু ! মৰা-কটা আজি-কালি পৃথিৱীত চাৰিউফালে। আমি যেন তেনে পাপত লিপ্ত নহওঁ। পৰমেশ্বৰে আমাক ৰক্ষা কৰক। কৰ্ত্তব্যৰ আদৰ্শ কি, এই বীৰপুৰুষৰ জীৱনৰপৰা জানিব পাৰোঁহঁক। আৰু সেই আদৰ্শ শৰ্মাদেৱে ভালকৈ গঢ়ি দেখুৱাইছে। লাচিত বৰফুকনে যি কৰিছিল, এই বিংশতি শতাব্দীৰ সেনাপতি এজনেও তেনে কৰিলেহেঁতেন, আৰু এই সেনাপতিৰো গৌৰৱ বাঢ়িলহেঁতেন। এয়া ৰণৰহে দস্তুৰ—এইখিনি যেন মনত ৰাখোঁ।

তৃতীয়, চতুৰ্থ—ফুলমতী কুঁৱৰী। মানুহে কয়—স্ত্ৰীবুদ্ধি প্ৰলয়ঙ্কৰী। কেতিয়াবা ই সঁচাও। কিন্তু তিৰুতাৰ দৰে চোকা বুদ্ধি, প্ৰত্যুৎপন্নমতি কম মতা মানুহৰহে আছে। লেখকে ফুলমতী কুঁৱৰীৰ বিষয়ে কোৱাৰ লগে লগে অসমীয়া দৃশ্য, বিশেষকৈ শিৱসাগৰীয়া দৃশ্য, কি জল্‌জল্ পট্‌পট্ ভাৱেৰে দেখুৱাইছে ! নোমলৰ লগে লগে আমিও সেই ঠাইলৈ যাওঁ। গৌৰীসাগৰৰ পাৰত আমিও "কোমল চাউল কল-গাখীৰ সানি" খাওঁ, আকৌ গোজ লওঁ। আকৌ গৈ গৈ নগৰ পাওঁগৈ। ঘাটত নোমলৰ বাপেকে দেখুৱা দৃশ্যখিনি অতীত আৰু বৰ্ত্তমানৰ কথা ভাবি চাই থাকোঁ। পৰীক্ষাৰ মহলা দিওঁ। ফুলমতীৰ কথা শুনো ( কিতাপৰ ২০-২১ পাত )। কথা শুনি ভাবোঁ—কি বুদ্ধিমতী ছোৱালীৰ কেনে প্ৰত্যুৎপন্নমতি ! মাকৰ ঘৰলৈ গৈ চকত লাগি থকা "কৰ্কৰা ভাত আৰু আথাৰ চকৰপৰা ফিছা" ছুকণমান খাই আহি নগৰীয়া আৰু লিগিৰীবিলাকক কোৱাৰ কথা, আৰু সেই কথা ৰজাই বেৰৰ আঁৰৰপৰা শুনি থাকোঁতে কেনে সুন্দৰভাৱে সেই কথাকেই সমাজিক বুলি নতুন গঢ় আৰু ৰং দিয়াৰ কথা ভাবি আচৰিত হওঁ। আৰব্য উপন্যাসৰ কথা মনলৈ আহে, সেইবোৰ উপন্যাসহে ; কিন্তু ফুলমতীৰ এই কথাখিনি ইতিহাস-প্ৰসিদ্ধ। তিৰুতাৰ প্ৰত্যুৎপন্নমতিৰ সুন্দৰ চানেকি।

সঁচাকৈয়ে হাত চপৰিয়াই ধন্য ধন্য কৰিবলৈ মন যায়। হাঁহি হাঁহি "খাবাছ্ ফুলমতী" কওঁ। আৰু আন কথাকেৰি? মেকুৰীৰ কথা? এই মেকুৰীৰ বিষয়ে আগেয়ে শুনা মনত নপৰে। তিকতাৰ পাৰদৰ্শিতাৰ বিষয়ে মোৰ মনৰ ভাব আৰু দৃঢ় হ'ল। মই কৈ আহিছোঁ এই কথা সকলো সময়তে যে তিকতাক যদি মুনিহ মানুহৰ লগে লগে সমানে সমানে সচাঁকৈয়ে সহকৰ্ম্মিণী, সহধৰ্ম্মিণী হ'বলৈ উপায় দিয়া যায়, তিকতাসকলে সহকৰ্ম্মিণী, সহধৰ্ম্মিণী হৈ কোনো কোনোৱে মুনিহ মানুহক ছেৰ পেলাই যাব। এনেহ'লে মুনিহৰ একো লাজৰ কথা নহ'ব। গৌৰৱৰ কথাহে হ'ব। কি বিচাৰ-শক্তি, ল'ৰাই-বুঢ়াই পঢ়ি আচৰিত হ'ব। লেখকে এই দুটি কথা ক'বলৈ যাওঁতে আসাম আৰু অসমীয়াৰ মৰম লগা, শ্ৰদ্ধা লগা কথাবোৰ কেনে সুন্দৰ সৰল প্ৰাঞ্জল অসমীয়াৰে কৈ গৈছে! ইও "খাবাছ্" আৰু ধন্যবাদ পাবৰ যোগ্য।

পঞ্চম—'সিও এক ইও এক'। এটি সাধু কথা। কৈছোঁ নহয় আমাৰ সাধু-কথা সচাঁকৈয়ে সাধু-কথা। ইও তেনে সাধু। সজ কথা।

ষষ্ঠ—জয়মতী-কুঁৱৰী। আমি সকলোৱে এই কুঁৱৰীজনাৰ নাম জানো। কিন্তু লেখকৰ লেখাৰ মাধুৰ্য্যৰ নিমিত্তে এইখিনি পঢ়ি আনন্দ পালোঁ। লেখকৰ লেখিবৰ, ক'বৰ গঢ় ঘৰুৱা। "বাধুৰী বাইক কাইলৈ এঁৱা গাখীৰ এটোপা সৰহকৈ" আনিবলৈ কোৱাৰ কথা "কটা তামোল নেপালোঁ দেও, হোঁৱা, গোটা তামোল-পানকে দিলোঁ, বাটতে কাটি খাই যাবাগৈ"—এনেবোৰ কথা পাতে পাতে লেখি অসমীয়া 'এটিকেট্' নজনাবিলাকক 'এটিকেট্' শিকাই, আৰু অসমীয়াক, বিশেষ দূৰণি ঠাইত থকা অসমীয়া বিলাকক আসামৰ প্ৰতি দৃশ্য, প্ৰতি কথা সোঁৱৰাই কিতাপখনি মন, নয়ন, চিত্ত তৃপ্তিকৰ কৰিছে। সেইগুণে লেখকক এই দূৰণি ঠাইত থকা এই অসমীয়াটিয়ে অন্তৰৰ কৃতজ্ঞতাৰে ধন্যবাদ জনাইছে।

সপ্তম—মণিৰাম দেৱান। মনিৰাম দেৱান যুৱজীত থাকিব। দেৱানৰ সক কালৰ কথা আছে। আসামৰ সেইকলীয়া চিত্ৰ ইয়াত পোৱা যায়। "মই বুঢ়াগোহাঁই হওঁ বাৰু" বোলা ধেমালিৰ কথাখিনিয়েই যে ইমান গহীন, গম্ভীৰ, ভয় লগা কথা কৈছিল, ইও সেই কালৰ এটি চিত্ৰ।

অষ্টম—'ৰাঁহী মাতৰ গছ', নৱম 'ভেকো ককা মোকো নিয়া', দশম—'মনিছালৰ বেহা'—সাধুকথা। সাধু, সাধু, সাধু।

'খাৎপতা' অৰ্পণ কৰা হৈছে স্বৰ্গীয় লক্ষ্মীকান্ত বৰুৱা দেৱক। এই ডেকাজনা ৰৰ দুখৰ বিষয়, ৰৰ কম বয়সতে পৰলোকলৈ গ'ল। ঈশ্বৰৰ ইচ্ছা!

তেওঁ আর্ল ল কলেজত আইন পঢ়ি, তাৰে পৰাই বি. এল. পৰীক্ষা দিছিল। তেওঁ এজন উদ্যোগী পুৰুষ আছিল। তেওঁৰ আত্মাৰ সদ্গতি কামনা কৰোঁ।

ইমানখিনি লেখি মই "বজ্রলেপেই" (৯।১০ পাত) হ'লোঁ হ'বলা। ক্ষমা মাগিছোঁ। মোৰ কিতাপখনি পঢ়ি এনে ভাল লাগিছে যে আনকো এই কিতাপৰ বিষয়ে ন'কৈ নোৱাৰিলোঁ। মোৰ ইচ্ছা তেওঁলোকেও যেন এই কিতাপৰ সোৱাদ পায়। এনে এখনি কিতাপ মোৰ অসমীয়া ভাষাত পঢ়া মনত নপৰে। ইয়াৰ ভাষা সৰল, নিভাঁজ, নিখুঁত। 'খাছ' 'অগ্নি' অসমীয়া। আমি যেনেকৈ দিনৌ কথা কওঁ—সেই ভাষা। ইয়াৰ বিশেষত্ব এই যে ইয়াত কোনো অনা-অসমীয়া কথা নাই। আমাৰ ধকৰা মাতেৰেই ইয়াত কথাবোৰ কোৱা হৈছে—যেন বেজবৰুৱাৰ শর্মাই চোতালত কি জুহালৰ ওচৰত বহিহে ল'ৰা ছোৱালীৰ সৈতে কথা পাতিছে। ধেমালিৰ ছলেৰে নীতি কথা।

নীতি-কথা, ঐতিহাসিক কথা, জানিবলগীয়া কথা হৈছে। এনেকৈহে কোমলমতি ল'ৰা-ছোৱালীক শিক্ষা দিয়া বাঞ্ছনীয়। "কথা-চ্ছলেন বালানাং নীতি-স্তদিহ কথ্যতে।" এনে এখন কিতাপ স্কুলীয়া কিতাপ হোৱা অতি যুগুত বুলিও ভাবোঁ। ধেমালি-ছলেৰে নীতিশিক্ষা, বুৰঞ্জী-শিক্ষা, সাধাৰণ জ্ঞান-শিক্ষা এই কিতাপখনিত দিয়া হৈছে। এনে এখন কিতাপ আমাৰ ল'ৰা-ছোৱালী বিলাকক পঢ়িবলৈ নিদিলে বৰ দুখৰ কথা হ'ব। ল'ৰা-ছোৱালীবিলাকে ৰং মনেৰে এই কিতাপ পঢ়িব। শিক্ষাৰ কিতাপ এনেকুৱাই হ'ব লাগে। পঢ়াৰ ফালে মন নথকা ল'ৰাবিলাকে 'বাংপতা' পঢ়ি সুখ পাব, আনন্দ পাব, মই অতি ডাঠকৈ কওঁ। আৰু ল'ৰা-ছোৱালীবিলাকৰ, এই কথা পঢ়িলে যে উন্নতি হ'ব, নকলেও হ'ব। আশা কৰোঁ 'বাংপতা' স্কুলীয়া কিতাপ হ'ব। শর্মাদেৱে এই কিতাপখনি উলিয়াই অসমীয়া সাহিত্যৰ সঁচাসঁচিকৈ উপকাৰ সাধিছে, ভাষাক চহকী কৰিছে। এনে কিতাপ ওলাই থাকিলে অসমীয়া ভাষা ভাৰতৰ আন আন ভাষাৰ লগত—একে শাৰীতে বহি ভাৰত-আইৰ মুখ উজ্জলাব। 'বাংপতা'ই অসমীয়া ভাষাক নতুন গঢ় দিছে। ন-লেখকসকলক আগেয়ে কোনেও থোজ নিদিয়া বাট দেখুৱাই দি শর্মাদেৱে ভাষাৰ এটি নতুন যুগ সৃষ্টি কৰাৰ বাবে ধন্যবাদ দিওঁ।

'বাংপতা' নামফেৰি শুনিবলৈ ভাল লাগিলেও 'বাংপতা' কথাটিয়ে যেন (মোৰ মনেৰে) ওপৰৰখিনিহে বিতোপন কৰে আৰু এই সুদৃঢ় বস্তুটি অলপ পৰহে স্থায়ী হ'ব। এই নাম দেখাবেপৰা মোৰ 'সোনখটোৱা' কথাটি মনত পৰি আছে।

এই 'সোনখটোৰা' কথাটি প্ৰয়োগ কৰি আন এটি নাম দিয়া হলে ভাল হ'লহেঁতেন বুলি ভাবোঁ। এইকেবি মোৰ ব্যক্তিগত মতহে।

আজি-কালি তুলাপাত পোৱা নেযায়। এনে সঙ্কটৰ সময়তো এই কিতাপখনি ওলোৱাৰ বাবে বিলকলে শৰ্ম্মাদেৱক সহায় কৰিছে, তেওঁলোকক এই সুযোগতে ধন্যবাদ দিওঁ। আৰু শৰ্ম্মাদেৱক কওঁ এনে কিতাপ আৰু আমাক লাগে। এইখন প্ৰথম ভাগহে।

পৰমপিতা পৰমেশ্বৰে শৰ্ম্মাদেৱৰ আৰু তেওঁৰ পৰিয়ালবৰ্গৰ মঙ্গল কৰক। পৃথিৱীৰ মঙ্গল হওক, ভাৰতৰ মঙ্গল হওক। ব্ৰহ্মকৃপাহিকেৱলম্।*

(১০)

আমাৰ সাহিত্য-সভা পত্ৰিকাৰ পুনৰজন্ম হ'ব, পত্ৰিকাখনিৰে সৈতে পুনৰ-দৰ্শন হ'ব শুনি আনন্দ পালোঁ। পত্ৰিকাখনিৰ কিয় মৃত্যু হৈছিল, কাৰণ একো নেজানো। যেনেকৈ বহুতো মানুহ মৰে, নিজৰ কোনো ত্ৰুটী নেথাকিলেও, প্ৰায় অকাৰণে মৰাৰদৰে মৰে, তেনে দশা এই কাকতখনিৰো হৈছিল চাগৈ। যি হওক, আকৌ দেখা হ'ব। মানুহ এবাৰ গ'লে আকৌ উভতি নাহে। অসম সাহিত্যসভা পত্ৰিকা আকৌ আহিব পাৰে; কিন্তু মানুহ, জীৱ-জন্তু এবাৰ গ'লে আৰু নাহে। সেই দেখিয়েই এটি ব্ৰহ্ম-সঙ্গীতৰ এফাঁকিমানত এনে কথা পোৱা যায় "যত্নে তৃণ কাষ্ঠ খান ৰহে যুগ পৰিমাণ, কিন্তু যত্নে দেহ নাশ নহয় বাৰণ।" মানুহৰ লগত আগৰ শৰীৰত দেখা নহয়। আকৌ শুনি বৰ দুখ পাইছোঁ যে সাহিত্য-সভাৰ দুজন বিশিষ্ট কৰ্ম্মী শ্ৰীযুত দেবেশ্বৰ চলিহা আৰু শ্ৰীযুত ৰামেশ্বৰ বৰুৱা ইহলোকৰপৰা আঁতৰি গৈছে। পৰমপিতাই তেওঁলোকৰ আত্মাৰ মঙ্গল কৰক। মই যিখিনি সময়ত ৺দেবেশ্বৰ চলিহাক দেখোঁ সেইখিনি সময়ত তেওঁ প্লীডাৰশ্বিপ (Pleadership) পৰীক্ষাৰ্থী আছিল—(১৯১১-১২)। তেওঁ পৰীক্ষাত কৃতকাৰ্য্যও হৈছিল। সেই সময়তে তেওঁ **Assamese and Bengali Compared** (অসমীয়া আৰু বঙলা ভাষাক বিজাই, তুলনা কৰি দুই ভাষাৰ সকলো তথ্য জল্‌জলীয়া ফট্‌ফটীয়াকৈ দেখুৱা এখন পুথি) বুলি পুথি এখন ছপাই উলিয়ায়। তেওঁ সেইখিনি সময়ত বৰ বেগেৰে খোঁজ কাঢ়িছিল। তেতিয়া চৌৰঙ্গিৰ ফালে ইংৰাজ, ফিৰিঙ্গি আৰু ঠেঙা-টুপী পিন্ধা মানুহহে প্ৰায় দেখা গৈছিল; কিন্তু আমাৰ চলিহাদেৱে নিৰ্ব্বিবাদে নিৰ্ব্বিকাৰভাৱে বগা-পাগুৰি,

*'বাংগতা' গ্ৰন্থৰ দ্বিতীয় সংস্কৰণত (১৮৭১ শক) সন্নিবিষ্ট —সম্পাদক অ্যা. ৰ. ৰ.

ক'লা কোট, চুৰিয়াৰে তেনে মানুহৰ মাজত ফুৰিছিল। আৰু মই দূৰৈৰপৰা তেওঁক দেখিলে তেওঁৰ ঘৰেই বেগাই খোজ দি তেওঁক আঁকোৱালি ধৰোঁগৈ। মোৰ পৰিধান অৱশ্যে ঠেঙা-টুপী। তেওঁও মাজে মাজে ঠেঙাও পিন্ধিছিল, কিন্তু পাগুৰিটি নেৰিছিল। শ্ৰীযুত ৰামেশ্বৰ বৰুৱাক ছাত্ৰাৱস্থাত কলিকতাত দেখা মোৰ মনত নপৰে। নগাঁৱত বোধকৰোঁ তেওঁ দুবাৰ হেড্‌মাষ্টৰ হৈছিল।* তেতিয়া তেওঁক প্ৰথমে দেখা মনত পৰে। ১৯২৫ খ্ৰীঃত সাহিত্য-সভাৰ সময়ত আমাৰ ঘৰত আলহী হৈছিলহি। তেওঁৰ মৃদু মিঠা ব্যৱহাৰ, মাত, মোৰ ভাল লাগিছিল। এদিন নগাঁৱৰ ডাকবঙলাৰ বাৰাণ্ডাত থিয় দি আছোঁ, দুপৰীয়াৰ অলপ আগত কি পিছত, সেইদিনা শুকুৰবাৰ আছিল। ক'লা চাপকন, চোলা, ক'লা পাগুৰি ( বন্ধোৱা, যাক কলিকতাৰ দোকানীবিলাকে পিৰিলি পাগুৰি কয় ) পিন্ধি ৺ৰামেশ্বৰ বৰুৱাক বাটেদি যোৱা দেখিলোঁ। সুধিলোঁ "কলৈ যায়, এই ব'দত ?" ক'লে, আজি শুকুৰবাৰ ; ল'ৰাবিলাকে নমাজৰ নিমিত্তে ছুটী পাইছে। এবাৰ চাই আহোঁ সঁচাসঁচিকৈ মজিদলৈ গৈছে নে নাই, নে বাটে বাটে ফুৰি আছে।" এয়ে প্ৰকৃত হেড্‌মাষ্টৰ। ছাত্ৰ যিখিনি পৰ স্কুলত থাকে ( নেথাকিলেও ) সেইখিনি সময়ত ছাত্ৰৰ স্বভাৱ-চৰিত্ৰ স্কুলৰ মাষ্টৰৰ অধীনত। মাষ্টৰী বৰ দায়িত্ব-পূৰ্ণ কাম। তেওঁ বৰকৈ তামোল খাইছিল। মৃত্যুৰ অলপ আগেয়ে ৰামেশ্বৰ বৰুৱাই 'নাম ও ধৰ্ম্ম' বুলি এখন কাকত উলিয়াইছিল। সেইখিনি সময়ত দুবাৰ-এবাৰ চিঠি লেখিছিলোঁ, তেওঁও লেখিছিল। সুধিছিলোঁ "আপুনি আজি-কালি তামোল খায় নে ?" "খাওঁ, কিন্তু খুন্দি।" তেওঁৰ ফালে বিশেষভাৱে আকৃষ্ট হ'বৰ বহুত কাৰণৰ ভিতৰত এটি কাৰণ যে তেওঁ মোৰ দেৱতাই ভাল পোৱা, আমাৰ পৰিয়ালৰ বন্ধু, মোৰ শুভানুধ্যায়ী কলিকতা হাইকোৰ্টৰ হেড্ ট্ৰেন্সলেটৰ সাহিত্য-সেৱী স্বৰ্গীয় ৰমাকান্ত বৰকাকতী ডাঙৰীয়াৰ জোঁৱায়েক। এই চলিহা-দেৱৰ আৰু এই বৰুৱাদেৱৰ দৰে মানুহৰ জীৱনীয়ে আমাৰ ভৱিষ্যত বংশৰ উপকাৰ দিব। আশাকৰোঁ এই সাহিত্য-সভা পত্ৰিকাতে এনে কৃতী মানুহৰ জীৱনী ওলাই থাকিব।

এতিয়া সাহিত্য-সভা পত্ৰিকা কেনেকৈ খিতাপি হয়, পত্ৰিকাখনিৰ কেনেকৈ উন্নতি হয়, কেনেকৈ আমাৰ সাহিত্যৰ উৎকৰ্ষ সাধন কৰে—আৰু বিশেষকৈ এই

---

* প্ৰথমবাৰ ১৯১২ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহৰপৰা ১৯১৮ খ্ৰীষ্টাব্দৰ জুলাই মাহলৈ, আৰু দ্বিতীয়বাৰ ১৯২৪ খ্ৰীষ্টাব্দৰ মে' মাহৰপৰা ১৯৩৩ খ্ৰীষ্টাব্দৰ অক্টোবৰ মাহলৈ।

—সম্পাদক, জ্ঞা. ৰ. ৰ.

পত্ৰিকাখনি কেনেকৈ আমাৰ সাহিত্যৰ বছৰেকীয়া বুৰঞ্জী (ইতিহাস) হয়, তাকেহে আমি ভাবি কাম কৰিব লাগে। যি কোনো কাকত বা পত্ৰিকা ওলায়, সৰুৱেই হওক বা ডাঙৰেই হওক, সাহিত্য-সভা পত্ৰিকাত তাৰ নাম থাকিব লাগিব। ক'ৰপৰা ওলাইছে, কোন সম্পাদক, কোন প্ৰকাশক ইত্যাদি সবিস্তাৰে থাকিব লাগিব—চমুকৈ ক'বলৈ গ'লে সাহিত্য-সভা পত্ৰিকাখনি আমাৰ সাহিত্যৰ "ডায়েৰী" (Diary) হ'ব লাগে। (এইখিনিতে এটি কথা কওঁ। অলপ অবান্তৰ যেন বুলিও কোনোৱে ক'ব পাৰে। তথাপি কিন্তু ন'কৈ নোৱাৰিলোঁ—আজি-কালি গুৱাহাটীত এবিধ গাখীৰ, দৈ গাখীৰ, ক্ষীৰ ইত্যাদি গাখীৰৰ তৈয়াৰী বস্তু ভাল দোকানত বেচা হয়। দোকানতো খাব পাৰি, খবলৈ আনিও খাব পাৰি আৰু এনে দোকানবোৰে আন আন গুৱালৰ দৰে ঘৰে ঘৰেও বিলায়। চমুকৈ ক'বলৈ গ'লে ই বিলাতী ধৰণৰ গাখীৰৰ দোকান। ইয়াক Dairy—ডেইৰী বোলে। কিন্তু আমাৰ মানুহ বৰ সক, শিক্ষিত-অশিক্ষিত আটায়ে ইয়াক Diary ডায়েৰী বুলি কয়। গুৱাহাটীলৈ গ'লে কয়, আমি ইয়াক ডায়েৰীহে কওঁ। আনটো আমি নকওঁ। এনেকি দুই চকীয়া গাড়ীত Dairy-ক (ডেইৰীক) Diary (ডায়েৰী) বুলিহে কোৱা হয়। এনেকৈ এটি ভুল নতুন শব্দৰ সৃষ্টি কৰিছে। শব্দটি ইংৰাজী হ'লেও এতিয়া ই লাহে লাহে অসমীয়া হৈ যাব ধৰিছে। যিবিলাকে এনেকৈ শব্দটি ব্যৱহাৰ কৰে, তেওঁলোকে অৱশ্যে এটি নতুন শব্দ গ্ৰহণ কৰিছে। ডেইৰীৰ এক অৰ্থ, ডায়েৰীৰ আন অৰ্থ—এই উক্ত কথাটি তেওঁলোকে নুবুজে। এনেকৈ আমাৰ নিজা ভাষাবো অৱনতি হ'ব ধৰিছে। মোৰ হ'লে গা চেঙ্‌চেঙাই যায়।) সাহিত্য-সভা পত্ৰিকাখনি আমাৰ সাহিত্যৰ দৈনিক লিপি (ডায়েৰি) হ'ব লাগে। দৈনিক হোৱা টান হ'লে—দৈনিকৰ সমষ্টি বছৰেকীয়া লিপি হ'ব লাগে। এনে এটি লিপি আমাৰ স্মাৰক লিপি হ'ব। আমি কি কৰিলোঁ কি নকৰিলোঁ, আমাৰ কি কৰা ভাল, কি বেয়া এনে কাকত এখনি এবাৰ চকু ফুৰাই চালেই আমি তত্তালিকে যেন গম পাওঁ। সেইদেখি সাহিত্য-সভা পত্ৰিকাখনি আমাৰ সম্পত্তি হ'ব লাগে। গাইগোটা ভাবেৰে এনে কাম কৰা যুক্তি-সঙ্গত নহয়—পত্ৰিকাখনি গোটেই অসমীয়া ৰাইজৰ সম্পত্তি। ইয়াৰ কাম গাইগোটা কি এদনীয়া ভাবেৰে চলাব নেলাগে। গোটেই ৰাইজৰ প্ৰতিনিধি একোজন থাকিব লাগিব আৰু এই প্ৰতিনিধিসকলে তেওঁলোকৰ সভাপতি বাছি ল'ব। অৱশ্যে কাকত চলাওঁতা এই সভাখনি 'তত্ত্বাৱধায়ক'

ডাঙৰ হ'ব নেলাগে—লক হ'লেও সকলো ৰাইজৰ প্ৰতিনিধি থাকিব লাগিব। সভ্য লওঁতে জাতি-ধৰ্ম্ম চাই লোৱাটো ভাল নহ'ব। জিলাই জিলাই সভ্য বাছিলে কোনো আসোঁৱাহ নেথাকিব। আৰু প্ৰত্যেক জিলাতে একোজন ৰাইজৰ প্ৰতিনিধি ওলাব। কৰ্ম্মকৰ্ত্তাসকলে যেন এইবাৰ পত্ৰিকাখনিক নিৰবচ্ছিন্নে কৰ্ম্ম কৰি নিগাজী কৰে। তেওঁলোকক এই অনুৰোধ কৰোঁ। পত্ৰিকাবিহীন অসম সাহিত্য সভা হ্যামলেট (Hamlet) বিহীন হ্যাম্‌লেট নাটৰ দৰে হৈ আছে। কিন্তু এতিয়া মোৰ মনত এটি প্ৰশ্নৰ উদয় হৈছে—অসম সাহিত্য সভাখনেই আছে নে নাই? এই নতুন যুগত সভা আৰু পত্ৰিকাখনি দুয়ো যুগ্মভাৱে অসমৰ জ্যোতি বঢ়াই থাকিলে দেশৰ মঙ্গল হ'ব। সাহিত্য সভা পত্ৰিকা ওলাব, ই অতি আনন্দৰ বাৰ্ত্তা। সেই দেখিয়েই এই লেখাখিনিৰ শিতানৰূপে 'আনন্দ' নাম দিছোঁ। সম্পদতো বিপদতো আমি মঙ্গলময় আনন্দময়ৰ সন্তান। তেওঁ কেতিয়াও আমাক নেৰে। এই কথা ফেৰি আমাৰ সকলো সময়তে মনত ৰাখিবলগীয়া। সেই দেখিয়েই 'আনন্দ' লেখিলোঁ। পৰম পিতা পৰমেশ্বৰে আমাৰ মঙ্গল কৰক। ব্ৰহ্মাকৃপাহিকেৱলম্।*

(১১)

**জয়ন্তী :** অলপতে শ্ৰীযুত গুৰেশ্বৰ বৰাই মোৰে সৈতে দেখা কৰি কলেহি যে দ্বিতীয় মহাৰণৰ সময়ত 'জয়ন্তী' কাকতখনিক তুলাপাতৰ দুৰৱস্থাৰ নিমিত্তে বাধ্য হৈ বন্ধ কৰিবলগীয়া হৈছিল। এতিয়া [1] আকৌ উলিয়াবৰ যো-জা হৈছে, শুনাত সুখী হলোঁ। মোৰ আসামত মাহিলি কাকত, সাদিনীয়া কাকত ইত্যাদি জীয়াই নথকাৰ আন আন কাৰণৰ ভিতৰৰ এটি কাৰণ হৈছে জাননীৰ অভাৱ। কলিকতাৰ ফালৰ কাকতবিলাকক জাননীয়েই জীয়াই ৰাখে গ্ৰাহকৰ বৰঙণিক 'উপৰি' বুলি ভাবিলেও জগৰ নেলাগে, যদিও এই বৰঙণিয়ে কাকতখনক বিশেষ-ভাৱে শক্তিশালী সমৃদ্ধিশালী কৰে। সি যাক যি হওক, এইবাৰ 'জয়ন্তী'য়ে এইকালে আহিলে আশাকৰোঁ কিছুদিন থাকোঁ বুলি ওলায়হি। শুভ ইচ্ছা।

'জয়ন্তী' শব্দটি আগেয়ে শুনিছিলোঁ,—জনম দিনৰ লগত যে এই শব্দটিৰ কিবা সম্পৰ্ক আছে নেজানিছিলোঁ,—ফুল বুলি জানিছিলোঁ, দুৰ্গাৰ এটি নাম বুলি

---

* 'অসম সাহিত্য সভা পত্ৰিকা'ৰ নতুন পৰ্য্যায়ৰ (১৯৫২ খ্ৰীষ্টাব্দ) প্ৰথম সংখ্যাত প্ৰকাশিত 'আনন্দ' শীৰ্ষক লেখা। —সম্পাদক, জ্ঞা. ৰ. ৰ.

১ ১৯৫২ চন। —সম্পাদক—জ্ঞা. ৰ. ৰ.

জানিছিলোঁ; জয়ন্ত (ইন্দ্ৰৰ পুত্ৰেক) আমাৰ দেশৰ পৰ্বত এখনৰ নাম বুলি জানিছিলোঁ, জয় লগাই দি 'জয় জয়ন্তী' কৰিলে গানৰ এটি সুৰ বুলি জানিছিলোঁ। মোৰ অজ্ঞতা নিজেই স্বীকাৰ কৰিছোঁ—এই শব্দটিৰ লগত জনম দিনৰ যে কিবা সম্পৰ্ক আছে নেজানিছিলোঁ। জানিলোঁ কেতিয়া? যেতিয়া ১৯৩১।৩২ খ্ৰীষ্টাব্দত ভাৰতৰ এইফালে 'প্ৰফুল্ল জয়ন্তী' (স্যৰ[2] প্ৰফুল্ল চন্দ্ৰ ৰায় বিখ্যাত বৈজ্ঞানিকৰ এটি বিশেষ জন্মোৎসৱ) আৰু 'ৰবীন্দ্ৰ জয়ন্তী' (জগৎ কবি স্যৰ ৰবীন্দ্ৰনাথ ঠাকুৰৰ এটি বিশেষ জন্মোৎসৱ) উৎসৱ হ'বলৈ ধৰিলে। তেতিয়াহে জানিলোঁ জন্মতিথি আৰু জয়ন্তীৰ সম্পৰ্ক।

কিন্তু এই শব্দটি এই অৰ্থত বহুত পুৰণা, আমাৰ শ্ৰীকৃষ্ণৰ লগতে সম্পৰ্ক। শ্ৰীকৃষ্ণই পৃথিৱীক পোহৰ দিবলৈ, পৃথিৱীক শিক্ষা দি গৌৰৱান্বিত কৰিবলৈ ভাদ মাহৰ কৃষ্ণা অষ্টমী তিথিত পৃথিৱীত দেখা দিলেহি। সেইখিনি সময়ত জয়ন্তী যোগ আছিল। সেইদেখি জন্মাষ্টমীক 'শ্ৰীকৃষ্ণ জয়ন্তী' কোৱা হৈছিল! সেইদেখি যাৰে-তাৰে জন্মদিন কি তিথিক 'জয়ন্তী' বুলি আখ্যা দিয়া ভাল নহয়। সেই পবিত্ৰ কৃষ্ণাষ্টমীৰ দিনা শ্ৰীকৃষ্ণ ভূমিষ্ঠ হওঁতে জয়ন্তী যোগ আছিল। আন মানুহৰো ওপজাৰ সময়ত জয়ন্তী যোগ থাকিলে সেই জন্ম তিথিক কি দিনক 'জয়ন্তী' বুলি ক'ব পাৰি। এই কাকতখনিৰ নাম 'জয়ন্তী'। এনে এটি পবিত্ৰ নাম থকা কাকতখনিক গৰাকীসকলে যেন লেৰেলি যাবলৈ নিদিয়ে। আকৌ কওঁ—জাননীহে কাকতৰ 'জান'।

পাছৰ সংখ্যাবিলাকত গৰাকীসকলে সুযোগ দিলে আৰু আন আন কথা লেখিবৰ ইচ্ছা ৰাখিলোঁ। পৰম পিতা পৰমেশ্বৰে 'জয়ন্তী'ক জয়যুক্ত কৰক। ব্ৰহ্মকৃপাহিকেৱলম্।[3]

(১২)

**শিয়ালী পালেগৈ ৰত্নপুৰ:** এই কিতাপখনি (লেখক: শ্ৰীনৱকান্ত বৰুৱা) দেখোঁতে যেনে বিভোপন, ভিতৰত থকা কথাবিলাকো তেনে বিভোপন।

---

২ লেখকে পাদটীকা দিছিল এইবুলি "স্যৰ (Sir) এনেকৈ লেখিব খোজে"। মই এনেকৈয়ে লেখোঁ। মোৰ মনেৰে এনে আখৰ-জোঁটনিয়েই শব্দটিৰ উপযুক্ত হ'ব।"

—সম্পাদক, জা. ৰ. ৰ.

৩ 'জয়ন্তী'ৰ দশম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত 'জয়ন্তী' শীৰ্ষক লেখা।

—সম্পাদক, জা. ৰ. ৰ.

পাচি লক লক ল'ৰা-ছোৱালীবিলাকে লোৱাব পাব। বয়সিয়াল সকলেও। অকণ-অকণিহঁতক মিচুকাৰৰ 'ই এখন অতি সুন্দৰ কিতাপ। গল্পুলি লেখিকা বেতিয়া লক লক ল'ৰা-ছোৱালীবিলাকে সাধুকথা শুনিবলৈ ডাঙৰসকলক দিগ্ দিয়ে, তেতিয়া এই কিতাপখনি উলিয়াই দেখুৱালেই সিহঁত মনে মনে থাকিব, আৰু পঢ়িলে কাণপাৰ কৰি শুনি থাকিব ( বুজি ) নিশ্চয় ক'ব পাৰোঁ। পঢ়োতাই কিন্তু মাতি লাহে লাহে পঢ়িব লাগিব। অৰ্থাৎ এখন নাটৰে যেন ভাও দিছে, তেনেকৈ। এনেবিলাক কিতাপ দেখিবলৈ, পঢ়িবলৈ সুযোগ পাইছে দেখি এই কালৰ শিশুবিলাকৰ ভাগ্য ভাল বুলি কওঁ। নকলেও হ'ব যে এই কিতাপখনি সৰ্ব্বাঙ্গ-সুন্দৰ হৈ শিশুবিলাকক প্ৰাইজ দিবৰ উপযোগী হৈছে, আৰু তেওঁলোকৰ শিশু জীৱনৰ কোনো শুভ-কৰ্ম্মত উপহাৰ দিবৰ উপযোগী হৈছে। শ্ৰীমান নৱকান্ত বৰুৱাই এই কিতাপখনি আমাৰ সাহিত্যক দান কৰাৰ বাবে তেওঁক ধন্যবাদ দি আশীৰ্ব্বাদ জনাওঁ। তেওঁ যেন আমাক এনে কিতাপ আৰু দি, আৰু ইয়াতকৈও ওখ থাপৰ কিতাপ দান কৰি আমাৰ সাহিত্যক চহকী কৰে। এই কিতাপখনি প্ৰকাশ কৰাৰ বাবে শ্ৰীভূমি পাব্লিশিং কোম্পানীক ধন্যবাদ দিওঁ। তেওঁলোকৰ আৰু নৱ বৰুৱাৰ দীৰ্ঘ জীৱন কামনা কৰোঁ। পৰম পিতাই আমাৰ মঙ্গল কৰক। ব্ৰহ্মকৃপাহিকেৱলম্।*

(১৩)

**কুশল :** "ত্যাগবীৰ কুশলৰ স্মৃতিছায়া শিৰত লৈ বাৰপুজীয়া তৰুণ পুথি-ভঁৰালৰপৰা তিনিমহীয়া আলোচনী 'কুশল' অলপতে প্ৰকাশ হ'ব।" এই কথাখিনিৰে চিঠিখনি পাই সুখী হলোঁ। গৰাকীসকলে এই কাকত সম্বন্ধে অলপ কিবা লেখিবলৈ মোক অনুৰোধ কৰিছে ( তেওঁলোকৰ ভাষাত "বাণী" কোৱা হৈছে )। মই বাণী দান কৰিবৰ যোগ্য মানুহ বুলি নিজক নেভাবোঁ। সেইদেখি এই কথা আবাৰৰ লগত মই শুভ ইচ্ছাহে পঠাইছোঁ।

ইংলণ্ডীয় শাসনকৰ্ত্তাসকলে শ্ৰীমান কুশলকোঁৱৰক দোষী বুলি প্ৰাণদণ্ড দিলেও ৰাইজে কয় কুশল বৰুৱা নিৰ্দ্দোষী। ৰাইজৰ বিচাৰেই পৰমেশ্বৰৰ বিচাৰ। ৰাইজে যি কয়, ঈশ্বৰেও তাকে কয়, হয়। vox populi vox Dei. যিখিনি সময়ত কুশল কোঁৱৰৰ প্ৰাণদণ্ডৰ আদেশ হয়, সেইখিনি সময়ত দেশত হুলস্থূল, মানুহৰ মন অস্থিৰ, মানুহৰ খিয়লা-খিয়লি। তেনে সময়ত যে বিচাৰৰ ব্যতিক্ৰম

*লেখকৰ মূল পাণ্ডুলিপিৰপৰা উদ্ধৃত। —সম্পাদক, জ্ঞা. ৰ. ৰ.

হ'ব, সি একো আচৰিত নহয়। আইনত এনে বহুত দৃষ্টান্ত আছে ( শাস্তিৰ সময়তো )। তাৰে দুটি-এটিৰ উল্লেখ কৰোঁ :—

**Beck ( বেক্ ) Case**

**Slater ( স্লেটাৰ ) Case**

**Edalji Case** ( এই মোকৰ্দ্দমাত ভাৰতীয় এজনক শাস্তি দিয়া হয়। ) বিখ্যাত লেখক ( ইংৰাজ ) Conon Doyle-এ দেখুৱালে যে ভাৰতীয়জন নিৰ্দ্দোষী। এনে বিচাৰ-বিভ্ৰাট সকলো ঠাইতে, সকলো সময়তে হয়। কুশল কোঁৱৰৰ বিচাৰতো তেনে কিবা এটা হৈছিল। যিবোৰ বিচাৰৰ উল্লেখ কৰিছোঁ সেইবোৰত প্ৰাণদণ্ডৰ আদেশ হোৱা নাছিল। কুশল কোঁৱৰৰ প্ৰাণনাশ হ'ল দেখিহে ইমান শোক হৈছে আমাৰ সকলোৰে।

সি বাৰু যি হওক, এই কুশল কাকতখনিয়ে আমাৰ দেশৰ কুশল কৰিব, এই আশা কৰোঁ। গৰাকীসকলৰ ওপৰত এতিয়া সকলো নিৰ্ভৰ। কিন্তু 'কুশল' য'তে আছে ত'ৰেপৰা এই কাকতখনিৰ গৰাকীসকলক আশীৰ্ব্বাদ দি আছে আৰু থাকিব। আশাকৰোঁ তেওঁলোকে কুশলৰ মনোবাঞ্ছা পূৰ্ণ কৰিব। কুশলৰ আত্মা কুশলে থাকক। আমাৰ দেশৰ, আমাৰ ভাষাৰ কুশল হওক, আমাৰ সকলোৰে কুশল হওক। পৰম পিতা পৰমেশ্বৰে আমাৰ সকলোৰে কুশল, সকলোৰে মঙ্গল কৰক। ব্ৰহ্মকৃপাহিকেৱলম্।*

**(১৪)**

**জুনজুনি :** 'ট্ৰিবিউন'ৰ গুৱাহাটীৰ সাহিত্য-প্ৰকাশ ভৱনে মোলৈ তেওঁলোকৰ 'জুনজুনি' কিতাপখনি পঠিয়াই দিয়াৰ বাবে সুখী হলোঁ। তেওঁলোকক আন্তৰিক ধন্যবাদ জনাওঁ। কিতাপখনি সৰু সৰু ল'ৰা-ছোৱালীৰ নিমিত্তে লেখা হৈছে। কিতাপখনি মনোৰম হৈছে। আমাৰ ল'ৰা-ছোৱালীবিলাকে, এই মনোহৰ কিতাপখনি হাতত লৈ লাৰি-চাৰি চাই—পঢ়িব নেজানিলে ইয়াতনো কি আছে জানিবলৈ বেগাবেগিকৈ পঢ়িবৰ নিমিত্তে উৎসুক হ'ব, আৰু তেওঁলোকৰ স্কুলীয়া পাঠবোৰ সোনকালে শিকি এই মনমোহা কিতাপখনি পঢ়িবলৈ সাজু হ'ব। ভাল হৈছে। আমাক এনে কিতাপ লাগে। লেখক শ্ৰীশ্ৰী মিত্ৰদেৱ মহন্ত দেৱক আৰু প্ৰকাশকসকলক ধন্যবাদ জনাওঁ। এই কিতাপৰ ভৱিষ্যত তাঙৰণবিলাক

---

*লেখকৰ মূল পাণ্ডুলিপিৰপৰা উদ্ধৃত। —সম্পাদক, অা. ৰ. ৰ.

আমাৰ ল'ৰা-ছোৱালীৰ নিমিত্তে ইয়াতকৈ আৰু যেন উপযোগী হয়। পৰম পিতা পৰমেশ্বৰে আমাৰ সকলোৰে মঙ্গল কৰক। আমাৰ ল'ৰা-ছোৱালীবিলাকে যেন পৰমপিতাৰ জ্ঞান আৰু শক্তি ধ্যান কৰিবলৈ উপযুক্ত হ'য়।

ব্ৰহ্মকৃপাহিকেৱলম্ ।*

*লেখকৰ মূল পাণ্ডুলিপিৰপৰা উদ্ধৃত —সম্পাদক, জ্ঞা. ৰ. ৰ.

# ঘটনাচক্ৰ

(১)

শৰৎচন্দ্ৰ বন্দ্যোপাধ্যায় কলিকতাৰ ল'ৰা। কলিকতাৰ ল'ৰাৰ কাপোৰ-কানিৰ একৰকম গঢ় আছে, যি গঢ় আন ঠাইৰ ল'ৰাৰ নাই। শৰৎচন্দ্ৰৰ মূৰত সুগন্ধি তেল; চুলি বেছ ঘন, সেঁওতা মাজত কঢ়া, চুলি সিমান দীঘলো নহয় চুটিও নহয়; কিন্তু সেঁওতা একেবাৰেই মাজ মূৰতে কাটি মূৰৰ পাছফাল-লৈকে গৈছে; কপালত কেইডালমান কেঁকোৰা চুলি পৰিছেহি। তেওঁৰ গাত ফিৰ্ফিৰীয়া কাপোৰৰ পঞ্জাৱী চোলা, তাৰ তলত ৰঙা বেনিয়ান। শৰৎচন্দ্ৰৰ এটা বেছ বাবুৱানি স্বভাৱ আছিল। তেওঁ যি বৰণীয়া বেনিয়ান পিন্ধিছিল, গাৰ কাপোৰৰ বৰণো ঠিক তেনে, আৰু যিমান দূৰ পাৰিছিল উৰ্মাল আৰু মোজাও সেই বৰণৰে পিন্ধিছিল। তেওঁৰ ভৰিত পম্পজোতা। পম্পজোতাৰ ওপৰত কেতিয়াবা কেতিয়াবা তেওঁ ৰূপৰ বকলচও পিন্ধিছিল। চুৰিয়া দেশী; তাৰ বেচ কমপক্ষেও পোন্ধৰ-কুৰি টকা যোৰাত। হাতত অৱশ্যে লাঠী আৰু মুখত তামোল। কলেজ ষ্ট্ৰীটৰ এটা 'পানবালাৰ' লগত তেওঁৰ বন্দবস্ত আছিল,—এখন তামোল এক পইচাকৈ। সেই দোকানতে তেওঁৰ দিনে তিনি-চাৰি অনাৰ কাৰ-বাৰ। দিনটোত তেওঁ যে কত তামোল খাইছিল তাৰ ঠিক নাই। কলিকতাত তামোল নোখোৱা ল'ৰা বোধকৰোঁ আঙুলিৰ মূৰত লেখিব পাৰি। শৰৎচন্দ্ৰৰ আঙুলিত এটা আচল হীৰাৰ আঙঠি; উৰ্মালত 'চেন্ট'। আমি যিখিনি সময়ৰ কথা লেখিছোঁ সেইখিনি সময়ত কলিকতাত স্বদেশী আন্দোলন প্ৰবল নাছিল; কিন্তু শৰৎচন্দ্ৰৰ উৰ্মালত বিলাতী 'চেন্টেই' বেছিভাগ পৰিছিল। তেওঁ কেতিয়াবা চিৎপুৰ ৰোডেদি বাওঁতে উৰ্মালৰ ভাগ্যত দেশী আতৰো যে নপৰিছিল এনে নহয়। দেশী আতৰবালাৰ লগত তেওঁ বন্দবস্ত কৰি ৰাখিছিল। (সেই বন্দবস্ত পইচা দিয়া নহয়) সেইফালেদি গ'লেই অলপ আতৰ শৰৎচন্দ্ৰক 'আতৰবালাই'

দিছিল। শৰৎচন্দ্ৰই ভাল কাপোৰ-কানি পিন্ধা দেখি আতৰ বেচা মানুহটোৱে শৰতৰ বন্ধুসকলক 'খৰিদ্দাৰ' কৰিবলৈকে এনে কৰিছিল।

শৰৎচন্দ্ৰৰ ঘৰ কলিকতাত; বাপেক লৰ্ড ইট্‌অল (LORDITALL) কোম্পানীৰ অফিচৰ কেচিয়ৰ। তেওঁ এক লাখ টকা জমা দি সেই কামত সোমাইছিল। সুশীতলচন্দ্ৰ বাবুজীয়ে এই লাখ টকাৰে স্বাধীন কাৰবাৰ কৰি ক্ৰোৰপতি হ'ব পাৰিলেহেঁতেন; কিন্তু আমাৰ দেশৰ মানুহে স্বাধীন কাৰবাৰ তিমান সুবুজে; ইংৰাজী অফিচৰ পোন্ধৰ টকাৰ কেৰাণী হ'বৰ নিমিত্তেও কুৰিখন দৰখাস্ত লেখিব, অথচ নিজৰ পাঁচ শ হওক হেজাৰ হওক টকাৰে এটা স্বাধীন ব্যৱসায় আৰম্ভ নকৰে। সুশীতল বাবু পুৰণিকলীয়া বঙালী। তেওঁ হেট্ পিন্ধা মানুহ দেখিলেই 'স্যৰ' বোলে; লাখ টকাৰে মাহে মাহে দুশ টকা খাঢ়ি ঘৰলৈ আনি সুখে-আনন্দে দিন কটায়। তেওঁ সন্ধ্যা বেলিকা ঘৰলৈ আহি ভিতৰত বৈণীয়েকৰ আগতে হওক কি বাহিৰত বৈঠকখানাতে হওক, এবাৰ নে এবাৰ অফিচৰ কথা ক'বই ক'ব। নহ'লে সেইৰাতি বোধকৰোঁ তেওঁৰ টোপনি নাহিছিল। তেওঁ এনেকৈ প্ৰায়ে কথা কয়, "বুঝলেগো। ( কি বুঝলেন মুখুয্যে মশায়। ) সাহেব বল্লে বাবু হ্যাটিভৰা অত পান খায় কেন? ওদেৰ কি অন্য খাবাৰ জোটে না?" ইত্যাদি ইত্যাদি। আৰু এদিন হয়তো "শুনছ হৰেন বাবু, সাহেবকে দুটো চেতল মাছ দিতে হবে, কি কৰে দি বল দেখিন?" অথবা "আজ সাহেবেৰ বড় ৰাগ; ৰতন সৰকাৰেৰ পো ৰসময় ৰোজ আপিসে দেৰী কৰে আসে, আজ সাহেব ৰেগে লাল।" এনে কত কথা শুনিব;—তেওঁৰ বৈঠকখানাত বহিলেই হয়।

সুশীতল বাবু মানুহ ভাল। সৰল মানুহ। লৰ্ড ইট্‌অল যেতিয়া চতুৰ্থবাৰ বিলাতলৈ যায়, তাৰপৰা লগত তেওঁৰ ডাঙৰটো ল'ৰা আৰ্থৰ চাৰ্লচ্ লৰ্ডইট্‌অলক লৈ আহে। বুঢ়া লৰ্ডইট্‌অলৰ ইচ্ছা—পুতেকক দুবছৰ মান কাম-কাজ শিকাই নিজে কামৰপৰা অৱসৰ লৈ ইংলণ্ডৰ চেল্টেন্‌হাম কি বাথলৈ গৈ জীৱনৰ শেষ-কেটা দিন তাত কটায়। মিষ্টৰ আৰ্থৰ চাৰ্লচ্ লৰ্ডইট্‌অলৰ বয়স একৈশ পাৰ হৈ বাইশত সোমাইছেহি। আমাৰ বন্ধু শৰৎচন্দ্ৰ বাপেকৰ লগত লৰ্ডইট্‌অল কোম্পানীৰ অফিচলৈ আহিছিল। সেইখিনি সময়ত আৰ্থৰ চাৰ্লচো অফিচতে আছিল। সুশীতল বাবুৱে পুতেকক আৰ্থৰ চাৰ্লচক দেখুৱাই ক'লে "শৰতা, বড় সাহেবেৰ ছেলে, সেলাম কৰ"; আৰু আৰ্থৰ চাৰ্লচক ক'লে "মাই চান-স্যৰ, আন্‌লি চান, টুৱেন্টিওৱান্ ইয়েৰ্চ এইজ।" শৰৎচন্দ্ৰই বাপেকৰ কথা শুনি টাৱনি

বজাৰত যোজা কিনিবলৈ গ'লে যেনেকুৱা হাত কৰিবলৈ কৈ যোকানদাৰে যোজাৰ জোখ লয় তেনেকুৱা হাত কৰি অলপ মুখ ভঙ্গ কৰি ছেলাম কৰিলে। আৰ্থৰ চাৰ্লচ নতুন বিলাতৰপৰা অহা ল'ৰা, গতিকে তেওঁ নিজৰ সৌহাত্তখন বঢ়াই দিলে; শৰৎচন্দ্ৰইও হাত বঢ়াই দি 'হ্যাণ্ডছেক্' কৰিলে। সুশীতলচন্দ্ৰৰ মহা আনন্দ। সেইদিনা তেওঁ ঘৰলৈ আহি "শুনছেন যোগজা মশায়, আজ আমাদেৰ বড় সাহেবেৰ ছেলে শৰতাৰ সঙ্গে হ্যাণ্ডছেক্ কৰ্লে—তাৰ পৰ—ইত্যাদি ইত্যাদি।" আৰ্থৰ চাৰ্লচে শৰতক নিজৰ খোঁটালীলৈ মাতি নি বহুৱালে। তেওঁৰ বেছি কাম নাই;—অফিচলৈ আহি বিলাতী কাগজ পঢ়া, হামি তোলা, চেলেউ হোঁপা, টিফিন খোৱা, আকৌ দুই বজাৰপৰা পাঁচ বজালৈকে সেই ঠিক তাকে কৰি চাহ-বিস্কুত খাই ইডেন গাৰ্ডেনৰ ওচৰত টমটম্ ৰাখি বেণ্ড শুনি ঘৰলৈ যোৱা। এয়ে তেওঁৰ দৈনিক কামৰ 'প্ৰোগ্ৰেম্'। আজি "real native young man"-ক পাই তেওঁৰ মহা আনন্দ। আৰ্থৰ চাৰ্লচে শৰৎচন্দ্ৰক ভালকৈ মাতি আনি আদৰ কৰি বহুৱাইছিল। ইয়াৰ মানে আমি দুটা বুলি ভাবিছোঁ—প্ৰথম, আৰ্থৰ চাৰ্লচ নিজে ভদ্ৰ বংশৰ ইংৰাজ, সেইদেখি ভদ্ৰলোক দেখিলেই তেওঁ "এজন ভদ্ৰলোক আন এজন ভদ্ৰলোকৰ সমান" অৰ্থাৎ ইংৰাজীত ক'বলৈ গ'লে "A gentleman is a gentleman, whoever or wherever he is" এই বচন মতে চলিছিল। লণ্ডনত থকাৰেপৰা চাৰ্লচৰ real native life অৰ্থাৎ আচল দেশী মানুহৰ গঢ়-গতি ইত্যাদি চাবৰ বৰ ইচ্ছা। তেওঁ শৰৎচন্দ্ৰক দেখি ভাবিলে যে একে বয়সীয়া ল'ৰা, হয়তো তেওঁৰ অনেক কালৰপৰা সাঁচতীয়া সেই ইচ্ছা পূৰণ হ'ব পাৰে।

আৰ্থৰে শৰৎচন্দ্ৰক চেলেউ দি ভালকৈ বহুৱাই নানা কথা-বাৰ্ত্তা পাতিলে। দুইৰো বেছ মিল হ'ল। দুয়ো পৰস্পৰ আলাপ কৰি সুখী হ'ল।

আৰ্থৰ চাৰ্লচ লৰ্ডইট্‌অলৰ জন্ম কলিকতাত। আৰ্থৰৰ মাকে ল'ৰাক এজনী মাদ্ৰাজী আয়াই বিলাতলৈ লৈ গৈ থৈ আহে। বুঢ়া লৰ্ডইট্‌অলো অৰঙ্গে লগত আছিল। কিন্তু জাহাজত ল'ৰাৰ লৈতে বাপেকৰ দেখা-সাক্ষাতেই নাছিল। আয়াৰ ওপৰত ল'ৰাৰ ভাৰ দি লৰ্ডইট্‌অল বুঢ়াই আন বুঢ়া-ডেকা-পাভক ইংৰাজে লৈতে গপ্ পাতি কটিকা খাই চেলেউ হুঁপি পাঁচবাৰ পাঁচ-বাৰকৈ দিনে খাই-মেলি নাচি-গাই বিলাত পালেগৈ। বিলাতত তেওঁৰ দূৰ সম্পৰ্কীয় এজনী ভনীয়েকৰ লগত তেওঁ আৰ্থৰক থৈ আকৌ ভাৰতবৰ্ষলৈ উভতি আহিল। মাদ্ৰাজী আয়াই বিলাতৰপৰা আকৌ তেনেকুৱা আন-এক

ল’বা নৈ ভাৰতলৈ আহিল। এনে মাদ্ৰাজী আৰু বহুতো আছে যাৰ কাম কেৱল এয়েই—যি ভাৰতবৰ্ষৰপৰা ইংলণ্ডলৈ আৰু ভাৰতবৰ্ষৰপৰা আমেৰিকা ইত্যাদি দেশলৈ সৰু সৰু ল’ৰা-ছোৱালীৰ তত্বাৱধান কৰা কামত অহা-যোৱা কৰে। বিলাতলৈ ২০।২৫ বাৰ অহা-যোৱা কৰা আৰুৱো আমি দুজনী-এজনী দেখিছোঁ।

আৰ্থৰ চাৰ্লচৰ পেহীয়েক মিচ্ মেৰায়া লৰ্ড ইট্‌অলে আৰ্থৰক দুবছৰত পায়। তেওঁ পাঁচ বছৰমান আৰ্থৰক নিজৰ লগত ৰাখি সাত বছৰ বয়সত লণ্ডনৰ ওচৰতে এটা সৰু স্কুলত দিয়ে। আৰ্থৰে তাত দহ বছৰমান পঢ়ি তাৰপৰা কেম্ব্ৰিজলৈ যায়। কিন্তু তেওঁৰ উনৈশ বছৰৰ পাছতে অৰ্থাৎ তেওঁ ভাৰতবৰ্ষলৈ অহাৰ দুবছৰমান আগতে কোনো কাৰণত কেম্ব্ৰিজৰ ওপৰৱালাসকলে আৰ্থৰ চাৰ্লচ লৰ্ডইট্‌অলৰ ওপৰত অসন্তুষ্ট হৈ তেওঁক কেম্ব্ৰিজ এৰি যাবলৈ ক’লে। আৰ্থৰৰ আৰু ডিগ্ৰী লোৱা নহ’ল। অক্স্‌ফৰ্ড বিশ্ববিদ্যালয়ৰ বহুতো ৰীতি-নীতি-নিয়ম আছে। সেইবোৰ ভঙা দোষৰ কথা। সেইবোৰৰ অনেক থাপ আছে। কোনো থাপত জৰিমনা দিয়েই সৰা যায়; কেতিয়াবা জগৰীয়া ছাত্ৰজনক দুমাহ-তিনিমাহ বিশ্ববিদ্যালয়লৈ আহিব নিদিয়াকৈ ৰখা হয়। কোনো দুৰ্ভগীয়া ছাত্ৰ দুই-তিনিবাৰ তেনে জগৰত পৰিলেই বিশ্ববিদ্যালয়ৰপৰা তেওঁ পূৰ্ণ বিদায় পায়। তেনেকুৱা দোষ দুই-তিনিবাৰ কৰি আৰ্থৰ চাৰ্লচে কেম্ব্ৰিজৰপৰা পূৰ্ণ বিদায় পালে। তেওঁ যি দোষত বিদায় পালে সেই দোষৰে ভাগী, একে কলেজৰে ডেকা এজনৰো তেনে অৱস্থা হ’ল। সেইদেখি দুয়ো লণ্ডনলৈ গৈ বেকাৰ ষ্ট্ৰীটৰ ওচৰত কেইটামান খোঁটালী কেৰেয়া কৰি মহা সুখেৰে দিন কটাবলৈ ধৰিলে। লৰ্ডইট্‌অল বুঢ়াই অৱশ্যে ইয়াৰ একোকে কিছুমান দিনলৈকে ভু পোৱা নাছিল। বুঢ়াৰ বেঙ্কত অজস্ৰ টকা। বুঢ়াৰ হুকুম—পাঁচ শ পাউণ্ডতকৈ সৰহ যেন ল’ৰাক বছৰেকত দিয়া নহয়। এই হুকুমৰ ওপৰত নিৰ্ভৰ কৰি লণ্ডনৰ বেঙ্কে টকা দি আছিল। আৰ্থৰ চাৰ্লচ আৰু তেওঁৰ বন্ধুৱে মনৰ সুখত বেকাৰ ষ্ট্ৰীটৰ ওচৰৰ ঘৰত থাকি দিন কটাবলৈ ধৰিলে।

পৃথিৱীৰ ভিতৰত চাবলৈ গ’লে লণ্ডনেই প্ৰধান চহৰ। পাৰিচ, ভিয়েনা, বাৰ্লিন, নিউইয়ৰ্ক—এইবোৰ ডাঙৰ চহৰ সঁচা; কিন্তু অনেক কাৰণত লণ্ডনক প্ৰধান ঠাই দিয়া হয়। লণ্ডনত ভাল মানুহ, বেয়া মানুহ, বিদ্বান, জ্ঞানী, মূৰ্খ, সৎ, অসৎ, ধনী, নিৰ্ধনী—সকলো বৰুমৰ মানুহ প্ৰচুৰ। লণ্ডনত ভাল হ’বৰ বাট যেনে প্ৰশস্ত, বেয়া হ’বৰ বাটো তেনে প্ৰশস্ত। আৰ্থৰ চাৰ্লচ

আৰু তেওঁৰ বন্ধু কেম্ব্ৰিজত থাকোঁতে তেওঁলোকে পৃথিৱীৰ লোৱাৰ বস্তবোৰ লুকাই চাকিছিল, কিন্তু লণ্ডনত সেই সুকুধুৰ যৰকাৰ নাছিল। এস্পাৰাৰ, এল্ হাম্ব্ৰা, কি প্যাভিলিয়নত প্ৰত্যেক বাতি তেওঁলোকে লোৱাবই লাগিব; তাৰ পাছত জিমিত, কেতিয়াবা কেতিয়াবা চেস্তাত। আৰু প্ৰায়ে লেটাৰ স্কোৱায়াৰৰ ওচৰৰ হোটেলবোৰত তেওঁলোকে বাতিৰ শেষ খোৱা নেথালেই নহয়। মিচ্ লৰ্ডহাইটুঅল ধনী, সংসাৰত তেওঁৰ কোনো নাই; য়ুৰোপৰ প্ৰধান ঠাইত ঘূৰি ফুৰাই তেওঁৰ কাম। ভতিজাক কেম্বি জত থাকি পঢ়িছে, তেওঁ এই ভাবি নিশ্চিন্ত হৈ আজি মাৰ্বিয়নবাদ কালি মিলান এনেকৈ ঘূৰি ফুৰিছিল। হঠাৎ বুঢ়া লৰ্ডহাইটুঅলৰ ইংলণ্ডলৈ যাবৰ ৰবকাৰ হোৱাত লৰ্ডহাইটুঅলে লণ্ডন পাই কেম্ব্ৰিজলৈ পুতেকলৈ সংবাদ দি চিঠি লেখিলে। কিন্তু কেম্ব্ৰিজৰ কলেজৰ দুৱৰীয়ে চিঠিখনৰ ওপৰত "Cone away, address not known" বুলি ডাকোৱালক চিঠিখন ওভোতাই দিলে। তিনি-চাৰি দিনৰ পাছত ডাকঘৰৰপৰা চিঠিখন উভতি অহা পাই বুঢ়া চিন্তিত হৈ তৎক্ষণাৎ কিংচক্ৰচ্ ষ্টেচনৰপৰা কেম্ব্ৰিজলৈ গ'ল। তাত সকলো কথা বুঢ়াই শুনি বুঢ়াৰ কষ্টৰ সীমা নেথাকিল। লণ্ডনলৈ গৈ মনৰ চিন্তা দূৰ কৰিবৰ নিমিত্তে তেওঁ হে-মাৰ্কেট থিয়েটৰত বীয়েৰ বোম ট্ৰীৰ ভাও চাবলৈ গ'ল। তেতিয়াও ট্ৰীৰ নতুন থিয়েটৰ "হিজ ম্যাজেষ্টিজ" হোৱা নাই; ট্ৰী হে-মাৰ্কেটত আছিল। থিয়েটৰলৈ গৈ বুঢ়াই "ষ্টলত" বহি আছে, তেতিয়াও ভাৱনা আৰম্ভ হোৱা নাছিল। তেওঁ চাৰিওফালে চাই ফুৰোঁতে বাঁওফালৰ এটা বক্সত তেওঁৰ চকু পৰিল। বক্সত দুজন ডেকা ইংৰাজ ল'ৰা আৰু দুজনী গাভৰু ছোৱালী। বিলাতী সভ্যতা অনুসাৰে সন্ধ্যা বেলিকা ভাৱনা-ঘৰত যেনে কাপোৰ পিন্ধা উচিত, চাৰিওটিৰে তেনে কাপোৰ। পাঠকে এজনক চিনি পায়—তেওঁ আৰ্থৰ চাৰ্লচ্, বুঢ়াৰ হেবোৰা পুতেক; আৰু সিজন তেওঁৰ বন্ধু টমাচ্ এডল্ফাচ্ চুইটিংহাম্। লগৰ গাভৰু দুজনী লণ্ডনৰ কোনো বিখ্যাত দোকানত বস্ত বেচা ছোৱালী। বুঢ়াই ল'ৰাক দেখিয়েই সকলো কথা বুজ পাই মনে মনে ভাৱনা চাবলৈ চেষ্টা কৰিলে। চেষ্টাহে কৰিলে কিন্তু চেঙ্গেলাজিয়াই বা কি কৰিলে, লিচিল বিজি, ট্ৰী নবীয়েই বা কোন, বুঢ়াৰ মনত নাই। ভাৱনা শেষ হোৱাৰ আগেয়েই বুঢ়াই দুৱাৰমুখত থিয় দিলেগৈ, তাৰ পাছত আটাইবে দেখা-দেখি হ'ল। বুঢ়াৰ লগত গাভৰু ছোৱালী দুজনীক মিচ্ জলী চুইটিংহাম্, মিচ্ লেলী চুইটিংহাম্ বুলি চিনাকি কৰি দিয়া হ'ল। বুঢ়াও এসময়ত ডেকা আছিল। সেইদেখি

তেওঁ একো নেযাতি আটাইকে ওচৰৰ এটা হোটেলত খুৱাই পুতেকক নিজৰ হোটেললৈ লৈ গ'ল।

বাপেকে পুতেকে কি কথা হ'ল, সেইবোৰ জানি আমাৰ একো লাভ নাই। আৰ্থৰ চাৰ্লচে বেকাৰ ষ্ট্ৰীটৰ ঘৰ এৰি দিলে আৰু টমাচ এড্‌ল্‌ফাচ্‌ চুইটিংহামৰ লৈতেও সিমান দেখা-শুনা নকৰা হ'ল। বাপেক ছমাহমান ইংলণ্ডত থাকি নিজৰ কাম-কাজ সম্পূৰ্ণ কৰি বিলাত এৰি পুতেকৰে সৈতে ভাৰতবৰ্ষলৈ আহিল।

আৰ্থৰ চাৰ্লচ কলিকতালৈ আহি "real native life" চাবৰ তেওঁৰ বৰ ইচ্ছা হৈ আছিল ; সেইদেখি শৰৎচন্দ্ৰক পাই তেওঁৰ আনন্দৰ সীমা নোহোৱা হ'ল।

(২)

ইংলণ্ডীয় আৰ্থৰ আৰু বঙালী শৰৎচন্দ্ৰৰ কেনেকৈ চিনাকি হ'ল আৰু সেই চিনাকি কেনেকৈ বন্ধুত্বত পৰিণত হ'ল, সেই কথা ক'বৰ নিমিত্তেই পাঠকক দহ হেজাৰ মাইল দূৰৰ বাট লণ্ডন চহৰলৈ আমি গৈছিলোঁ। শৰৎচন্দ্ৰৰ কাম-কাজ একো নাছিল। বঙালী ডাঙৰ মানুহৰ ল'ৰাৰ যি কাম ( অৰ্থাৎ খোৱা-লোৱা, ভাল কাপোৰ পিন্ধি চুলি আঁচোৰা, গান গোৱা ইত্যাদি ), তাকে তেওঁ কৰিছিল। আৰ্থৰ চাৰ্লচৰো তদনুৰূপ। সেইদেখি দুইও মিলি গ'ল। "Birds of a feather flock together" অৰ্থাৎ একেবিধ পাখিৰ চৰাইবোৰে একে জাকতে ফুৰে।

আৰ্থৰ আৰু শৰতৰ খুব মিল হ'ল। শৰতে কেতিয়াবা ইংৰাজী কাপোৰ পিন্ধি আৰ্থৰৰ লগত চৌৰঙ্গী, এচ্‌প্লেনেডত ফুৰিছিল। প্ৰথমে দুদিন-এদিন এনে হৈ পাছত প্ৰত্যেক দিন সন্ধ্যা বেলিকা শৰৎ আৰু আৰ্থৰৰ দেখা হোৱা হ'ল। প্ৰায়ে তেওঁলোকে কলিকতাৰ নন্দন কানন ইডেন গাৰ্ডেনত ফুৰিবলৈ গৈছিল। আৰ্থৰ চাৰ্লচৰপৰা শৰতে বিলিয়াৰ্ড খেলিবলৈ শিকিলে। বিলিয়াৰ্ডত প্ৰথমে শৰতে বহুতো টকা হাৰিছিল। তাৰ পাছত এনে এদিন আহিল যেতিয়া আৰ্থৰ চাৰ্লচে শৰতক আৰু একো 'পইণ্ট' দিব নোৱাৰিছিল। চমুকৈ ক'বলৈ গ'লে, আৰ্থৰৰ লগ পাই শৰৎ একেবাৰে ইংৰাজী ধৰণৰ বশ হ'ল। মাজে মাজে আৰ্থৰেও শৰতৰ ঘৰলৈ আহি ধুতী-চাদৰ পিন্ধি মাটিত বহি দেশী ধৰণেৰে খোৱা হ'ল। শৰতৰ এজনা দূৰ সম্পৰ্কীয় ভনীয়েক সকতে বাৰী হৈ সুনীতল বাৰ্থৰ

ঘৰত আছিল। তেওঁ কেতিয়াবা কেতিয়াবা তেওঁলোকৰ আহাৰৰ পৰিবেশন কৰিবলৈ আহিছিল। লাহে লাহে আৰ্থৰৰ বঙলা ভাষা শিকা হ'ল। আৰ্থৰৰ এইবোৰ নতুন লাগিল। তেওঁৰ চুলি সচৰাচৰ ইংলণ্ডীয়ৰ যেনে ৰঙা তেনে নাছিল, অলপ ক'লা আছিল। ইংৰাজীত তেওঁক 'ডাৰ্ক' বুলি তেওঁৰ দেশী ভায়াসকলে কৈছিল। শৰতে ইংলণ্ডীয় কাপোৰ-কানি পিন্ধি ইংলণ্ডীয় কথা-বাৰ্ত্তা কৈ যিমান আনন্দ পাইছিল, আৰ্থৰে বঙালী কাপোৰ-কানি পিন্ধি, বঙালীৰ ঘৰ-দুৱাৰ, ধৰণ-ধাৰণ দেখি তাতকৈ দ্বিগুণ আনন্দ পাইছিল। সুশীতল বাবুৱে কৃষ্ণবিলাসিনীক ৰৰ মৰম কৰিছিল। তেওঁৰ নিজৰ ছোৱালী নাছিল দেখি কৃষ্ণবিলাসিনীকে তেওঁ নিজৰ যেন দেখিছিল। সেইদেখি কৃষ্ণবিলাসিনী যদিও বিধবা, তথাপি সুশীতল বাবুৱে তেওঁক মৰম কৰি সধৱাৰ কাপোৰ পিন্ধাইছিল। কৃষ্ণবিলাসিনীয়ে মুৰত ওৰণি লৈ পৰিবেশন কৰোঁতে আৰ্থৰে কেৱল তেওঁৰ আলতা পিন্ধা ভৰি দুখন দেখিবলৈ পাইছিল; আৰু দেখি আশ্চৰ্য্য হৈছিল। দুদিনমানৰ পাছত এদিন কৃষ্ণবিলাসিনীয়ে তেওঁলোকক তামোল দিবলৈ আহোঁতে —আৰ্থৰে তামোল খাবলৈ শিকিছিল—শৰতে ধেমালি কৰি কৃষ্ণবিলাসিনীৰ ওৰণিখন টানি পেলালে। সুন্দৰ মুখ। আৰ্থৰে বিলাতত বহুতো সুন্দৰী দেখিছিল; কিন্তু কৃষ্ণবিলাসিনীক দেখি তেওঁৰ যেনে মনৰ ভাব হ'ল তেনেকুৱা আগেয়ে হোৱা নাছিল। সেইদিনাৰপৰা শৰতৰ ইংৰাজী কাপোৰ পিন্ধা বাঢ়িল আৰু আৰ্থৰৰ বঙালী কাপোৰ পিন্ধা বাঢ়িল। চাৰেপাঁচ বাজিলেই সুশীতল বাবুৰ ঘৰৰ আগত আৰ্থৰৰ গাড়ী। আগেয়ে শৰৎ সুশীতল বাবুক পাঁচ বজাৰ সময়ত আনিবলৈ যোৱা গাড়ীত ইংৰাজী কাপোৰ-কানি পিন্ধি আৰ্থৰৰ ওচৰলৈ গৈছিল। পাছত এদিন আৰ্থৰে ক'লে, "আজি-কালি বৰ ঘাম শৰৎ, তোমালোকৰ ঘৰৰ চালত পঞ্জাবী চোলা আৰু ধুতী পিন্ধি তোমাৰে সৈতে কথা কোৱা ভাল নে এইখিনি সময়ত টম্‌টমত ঘূৰি ফুৰা ভাল?" শৰতে অৱশ্যে ভদ্ৰতা জানিছিল। কোন ভাৰতবৰ্ষীয়ই ভদ্ৰতা নেজানে? শৰৎ অৱশ্যে আগৰ প্ৰস্তাৱত সম্মত হ'ল। ৰামকালি কলিকতাৰ ওখ ঘৰৰ চালত পাটী পাৰি নিজৰ বন্ধু-বান্ধৱৰ লগত কথা-বাৰ্ত্তা কৈ বৰফ পানী (কিম্বা যি নিয়মিতৰূপে ক'লা কিম্বা বগা চিচাৰ ৰঙা-বগা পানী খায় তাৰে এটুপি এটুপি) ওচৰত লৈ যুযুৰীৰ নলিচাডাল মুখত দি ডাঙৰ গাৰু এটাত মুৰ দি তামোলৰ বঁটা কাষত লৈ, আৰু ইয়াৰ ওপৰঞ্চি যদি লগুৱা এটাই ভৰিত হাত বুলাই ভৰিৰ তাগৰ খেদাই দিয়ে আৰু যদি তোমাৰ মৰমৰ মৰু ভায়েই হওক ভনীয়েই হওক, ভাগিনেই হওক বা ভতিজাই হওক,

নাইবা তুমি যদি বিবাহিত তোমাৰ গৃহিণীয়েই হওক, মুৰত হাত বুলাই দিয়ে আৰু পকা চুলি যদি আছে তুলি দিয়ে, আৰু সেই ৰাতি যদি জোনাক হয়, আকাশত তৰাবিলাকে যদি জিলিক-মিলিক কৰি ভুমুকি মাৰে, আৰু বতাহে যদি ফিৰ্ফিৰকৈ তোমাৰ গাৰ কাপোৰ নচুৱায়, ইয়াতকৈ আৰু তোমাক কি সুখ লাগে? সি যি হওক, সুশীতল বাবুৰ ঘৰ বৰ ডাঙৰ। তাৰ চাললৈ চাবলৈ হ'লে ঘৰৰ ভিতৰেদি যাব লাগে। বাহিৰেদি জখলা তেতিয়া সুশীতল বাবুৰ ঘৰত নাছিল। প্ৰথম দিন যেতিয়া শৰতে আৰ্থৰক চালৰ ওপৰলৈ লৈ যায় সেই-দিনা সুশীতল বাবুৰ অন্দৰ-মহলত ধুমধাম বুলিলেই হয়। "মা গো সাহেবকে বুঝি বাড়ীৰ ভেতৰ আনে—ছ্যাঃ।" কোনোৱে কৈছিল, "দেখি বড় সাহেবেৰ ছেলেৰ মুখ।" কোনোৱে "কি ফ্যাকাসে ৰং গো! তাৰ চাইতে আমাদেৰ কালোই ভাল।" আৰ্থৰ আৰু শৰত ওপৰলৈ যাওঁতে দুৱাৰৰ খিলিকিৰ জলংবাইদি কেৱল ফুচ্-ফাচ শুনিছিল, হাতৰ বালাৰ টুংটাং শব্দ শুনিছিল। আৰ্থৰে যি নিমিত্তে চালত বহা প্ৰস্তাৱ কৰিছিল, সেইদিনা তাৰ একো ফল নফলিল। কেৱল শৰতৰ মাকে দুই হাতত দুখন সন্দেশৰ থাল আৰু আন মিষ্টান্নও তাত ভৰাই আনি ক'লে, "খাও বাছাৰা।" তেওঁৰ পাছত এজনী বান্দীয়ে দুটা ডাঙৰ ডাঙৰ ৰূপৰ গিলাচত সুমথিৰা টেঙাৰ চৰ্বত আনি দিলে। চৰ্বত খাই আৰ্থৰে ভাবিলে 'জিমিৰ' এমেৰিকান নেমুৰ চৰ্বততকৈ এই চৰ্বত কতগুণে ভাল আৰু তৃপ্তিকৰ। শৰতৰ মাকে শৰতক ক'লে, "সাহেবকে জিজ্ঞেস কৰ বাবা, সৰবত যদি ভাল না লাগে খান্সামাকে বলে চা আনিয়ে দি।" আৰ্থৰে সেই কথাৰ অলপ বুজ পাই আধা বঙলা আধা ইংৰাজীৰে ক'লে যে তেওঁ বিলাতত যি চৰ্বত খাইছিল তাতকৈ এই চৰ্বত শতগুণে ভাল। কথাটো শুনি শৰতৰ মাকৰ বৰ আনন্দ হ'ল, চালৰ জখলা আৰু ঘৰৰ খিলিকিৰ ফুটাইদি চোৱা ভিকতাবোৰৰ ভিতৰৰ এজনাৰ আনন্দৰ সীমা নোহোৱা হ'ল। আমাৰ দেশী হোৱালীৰ বিলাতী 'কম্প্লিমেণ্ট' পোৱাৰ সিমান অভিজ্ঞতা নাই। আৰ্থৰৰ চৰ্বত ভাল লগা শুনি কৃষ্ণবিলাসিনীৰ আনন্দৰ সীমা নাইকিয়া হ'ল। আৰ্থৰেও কি এই নিমিত্তেই তেওঁৰ মাতটো ডাঙৰ কৰি চৰ্বত ভাল পোৱাৰ কথা কৈছিল?

সুশীতল বাবুৰ মহা আনন্দ। অফিচৰ বৰ চাহাবৰ ল'ৰা; বুঢ়া মৰিলে কি বিলাতলৈ গ'লে তেওঁৰেই বৰ চাহাব হ'ব; এনেহেন মানুহ তেওঁৰ ওচৰলৈ দিনৌ আহে। আহা, কি আনন্দৰ কথা! বৈঠকখানাত মানুহ বহিব নোৱৰা হ'ল। একেই আগেয়েই মানুহ বহা টান আছিল, এতিয়া কোনো মানুহ আহিবলৈকে

এৰি দিলে। পুৰাবপৰা গধূলিলৈকে সেই একে কথা—আমি চাহাব, আৰ্থৰ চাৰ্লচ্ চাহাব ; ইত্যাদি।

শৰতৰ এনেয়ে 'বাবুয়ানি কৰা' স্বভাৱ ; আৰ্থৰ চাৰ্লচৰ লগত পৰি সেই স্বভাৱ তেওঁৰ আৰু বাঢ়িল। তেওঁ কামিজ, কাপোৰ-কানি, জোতা, মোজা— এটাইবোৰ ইংৰাজী দোকানবপৰা অনা হ'ল ; তাৰ লগতে দুটা-এটা হোটেলত 'ক্রেডিট্ একাউণ্টত' উঠনাকৈ বস্তু অনা হ'ল। আৰ্থৰ চাৰ্লচৰ টম্-টম্ আছে, শৰতকো টম্-টম্ লগাত পৰিল। বাপেকৰ আনন্দৰ সীমা নাই। "সাহেবৰ সঙ্গে সমান চালে চল্‌তে হবে ত, আমি না পাৰি, আমাৰ শৰতা কেন পাৰবে না?" এইবুলি তেওঁ শৰতক টকা দিয়াত হেলা নকৰিছিল। কলিকতাৰ ইংৰাজী দোকানত শৰতৰ খুব প্ৰতিপত্তি হ'ল। তেওঁ দোকানলৈ সোমালেই ২০।৩০ টকাৰ বস্তু অন্ততঃ কিনিবই লাগিব। হোটেলবোৰত দেশী মানুহক সোমাব নিদিয়ে ; কিন্তু শৰতে ধুতী-চাদৰ পিন্ধি গৈও সেইবোৰত সোমাব পাৰিছিল। এনেকুৱা চতুৰ্ৱৰ্গীয়া দেশী মানুহ কলিকতাত মাজে মাজে ওলায় যি দুই-তিনি বছৰ খুব ধুমধাম কৰে, তাৰ পাছত তেওঁৰ অৱনতি ঘটে। ভৌ-ভৌ কৰে জ্বলা জুই যেনে বেছি পৰ নেথাকে, বৰষুণ বেগাই ঘনাই পৰিলে যেনেকৈ সৰহ সময় নেথাকে, তেনেকৈ তেনেকুৱা মানুহ সৰহ দিন সুকলমে টিকিব নোৱাৰে। ঈশ্বৰৰ ইচ্ছাত শৰতৰ স্বাস্থ্য ভাল আছিল ; সেইদেখি কলিকতাৰ ইংৰাজী হোটেলৰ স্কচ্ হুইস্কীয়ে অথবা ফ্রেঞ্চ ব্ৰ্যাণ্ডিয়ে কিবা য়ুৰোপীয় খাওপানীয়ে তেওঁৰ শৰীৰক সিমান আক্ৰমণ কৰিব পৰা নাছিল ; কিন্তু সুশীতল বাবুৰ পৈতৃক সম্পত্তিক সেইবোৰে সুন্দৰৰূপে আক্ৰমণ কৰি কৃতকাৰ্য্য হৈছিল। হোটেলত ধাৰৰ, কোম্পানীত ধাৰৰ, অমুক আৰু তমুকৰপৰা ধাৰৰ বিল আহিবলৈ ধৰিলে ; মচিও মুলাঁকজে দিনৌ পটলডাঙ্গাৰ ঘৰলৈ আহি বিৰক্ত কৰিবলৈ আৰম্ভ কৰিলে। সুশীতল বাবু তেতিয়াও বৰ্ত্তমান। পূৰ্ব্ব বঙ্গলাত তেওঁৰ জমিদাৰী আছে ; গতিকে এটাইবোৰ শুজা হ'ল।

বাঘে যদি এবাৰ মানুহৰ তেজৰ সোৱাদ পায়, তাৰ পিছত যি মানুহ বাঘৰ আগত পৰে, তাৰ আৰু নিস্তাৰ নাই। যি মানুহে পইচা এবাৰ খৰচ কৰিবলৈ আৰম্ভ কৰে, তেওঁৰ পইচাৰ আৰু নিস্তাৰ নাই ; যিমান দিনলৈকে তেওঁৰ হাতত এটা পইচা থাকিব, সিমান দিনলৈকে তেওঁ খৰচ কৰিবলৈ নেৰে। দোকানবোৰত আকৌ শৰতৰ খাতিৰ বাঢ়িল। শৰতক দেখিলে মচিও মুলাঁকজৰ জীয়েক মাৰীৰ আকৌ আনন্দৰ সীমা নোহোৱা হ'ল। আৰ্থৰ চাৰ্লচ্ আৰু শৰত যেতিয়া মচিও

মুলাঁকজৰ তালৈ একেলগে গৈছিল, তাত শৰতৰ খাতিৰ বেছি। আৰ্থৰ চাৰ্লচ্ পটলডাঙালৈ যেতিয়া ঘনাই যাবলৈ ধৰিলে, তেতিয়া আৰু সন্ধ্যা বেলিকা মচিও মুলাঁকজৰ হোটেললৈ শৰত আৰু আৰ্থৰৰ যোৱা নহৈছিল। কিন্তু ৰাতি দহ বজাত আৰ্থৰ যেতিয়া ঘৰলৈ উভতি আহিছিল, তেতিয়া ছয়ো অন্ততঃ এক ঘন্টামান মুলাঁকজৰ হোটেলত জিৰাইছিলেই জিৰাইছিল।

আৰ্থৰ চাৰ্লচৰ পইচা অগাধ; তেওঁৰ লগত শৰতে কেনেকৈ জোৰ মাৰিব? কিন্তু শৰতো ভদ্ৰলোক, আৰ্থৰ চাৰ্লচো ভদ্ৰলোক। অৰ্থাৎ শৰতে যদি প্ৰথমে স্পাৰ্ক্লি, মোজেল এবতল (দাম দহটকা) অৰ্ডৰ দিয়ে, আৰ্থৰে তাৰ পাছত এবতল দিবই দিব। তাৰ পাছত আৰ্থৰৰ বতল শেহ হৈ গ'লে ভদ্ৰতাৰ খাতিৰত শৰতে আৰু এবতলৰ হুকুম দিবই। তাৰ পাছত আৰ্থৰে আৰু এবতল। এইবোৰ মদ কেৱল আৰ্থৰ আৰু শৰতে খাইছিল এনে নহয়, মাৰীও তেওঁলোকৰ লগত বহিছিল। কেতিয়াবা মাজে মাজে মচিও আৰু মেডাম মুলাঁকজো আহি তেওঁলোকৰ লগত যোগ দিছিল। যি দেশতে হওক, হোটেল, ৰেষ্টৰাঁ, বাৰ আৰু শুঁৰীখানাত পৰৰ ওপৰত খোৱা মানুহৰ সংখ্যা কম নহয়। এইবোৰ মানুহ আহি হয়তো এগিলাচ কম দামৰ মদ নিজৰ পইচাতে কিনি, সেই গিলাচ অতি লাহে লাহে পলম কৰি কৰি খাই এচুকত বহি থাকে; তাৰ পাছত সিহঁতে চিনাকি মানুহ দেখিলেই এধাখোৱা গিলাচ এফালে থৈ চিনাকি মানুহজনৰে সৈতে নানান কথা পাতিবলৈ ধৰে। এইবোৰ মানুহ প্ৰায়ে গপ্পী হয়; আৰু তাৰ লগতে যদি সিহঁত বিলিয়াৰ্ড খেলিব জনা হয় তেনেহ'লে কথাই নাই। এইবোৰ মানুহৰ হাতত পইচা অলপ-অচৰপ থাকে আৰু সিহঁতে চিনাকি মানুহজনক মাতি আনি এগিলাচ খুৱায়; তাৰ পাছত চিনাকি মানুহজনে আকৌ সিহঁতক খুৱায়। তেতিয়া সিহঁতে তেওঁৰে সৈতে বিলিয়াৰ্ড খেলিবলৈ যায়। বিলিয়াৰ্ডত প্ৰায়ে চিনাকি মানুহজন হাৰে। ইত্যাদি ইত্যাদি। লণ্ডনত এনে মানুহৰ অন্ত নাই; কলিকতাতো তাৰ লেখ কম নহয়। দুখৰ বিষয়, এনে মানুহ এটাৰ হাতত আমাৰ দুই বন্ধু আৰ্থৰ আৰু শৰৎ পৰিছিল। এই মানুহটো এধাৰ বজামান ৰাতি দিনৌ মুলাঁকজৰ হোটেললৈ আহিছিল। সেইখিনি সময়ত প্ৰায়ে আৰ্থৰ ঘৰলৈ গৈছিল। শৰতক এই মানুহটোৱে অকলৈ পাই (এই মানুহটোৰ নাম চিনিয়ৰ মুস্তাটো পুস্তাক্তি। সি পৃথিৱীৰ সকলো দেশৰ কথা অলপ অলপ জানে, সকলো দেশৰ মাত অলপ অলপ জানে), য়ুৰোপ, আমেৰিকাৰ, মিছৰ হওক, সঁচায় হওক, বহুতো কথা ক'বলৈ ধৰিলে। চিনিয়ৰ মুস্তাটো পুস্তাক্তি শৰতৰ বন্ধু হ'ল।

'বন্ধু'—এই কথাটোৰ সকলো ভাষাতে অপব্যৱহাৰ হয়। আচল সঁচা হৃদয়ৰ বন্ধু কেইজন? এই মানুহটোৰ লৈতে আৰু মাৰ্বীৰ লৈতে কথা কৈ শৰতে ফৰাচী ভাষা ভালকৈ শিকিবলৈ ধৰিলে। ইমানবোৰ টকা মূল্যৰ হোটেলত শৰতে খৰচ কৰি এই যি এটা তেওঁৰ লাভ হ'ল। শৰতে ফৰাচী ভাষা অতি সুন্দৰৰূপে ক'ব পৰা হ'ল। আৰ্থৰ এবাৰ বজাত প্ৰায়ে ধৰলৈ গৈছিল। কেতিয়াবা এবাৰৰ বেছি হ'লে তেওঁ শৰতৰ লগত পটলডাঙালৈ গৈ শৰতৰ লগতে শুই থাকিছিল।

আৰু এটা কথা কৈ থওঁ। মাৰ্বীৰ বয়স কুৰি। আমাৰ দেশত কুৰি হ'লেই বুঢ়ী হয় বুলি লোকে কয়। কিন্তু য়ুৰোপীয় সমাজত কুৰি বছৰ পূৰ্ণযৌৱনেই নহয়, পূৰ্ণযৌৱনত সোমোৱা যেনহে কোনো কোনো সময়ত মনত হয়। মাৰ্বী ফৰাচী। ফৰাচী দেখিবলৈ সুন্দৰ নহ'লেও সুন্দৰ হ'ব পাৰে। মাৰ্বী সুন্দৰী আৰু গাভৰু। শৰৎ বঙালী আৰু ডেকা। শৰৎ এবাৰ নোৱৰাকৈ মাৰ্বীৰ প্ৰেম-চক্ৰত পৰিল। বগা মুখৰ হাঁহি, বগা মুখৰ মাত, বগা মুখৰ চুমা শৰতৰ প্ৰিয় বস্তু হৈ উঠিল। এনে কি, দেশী বহুমূলীয়া গহনাও শৰতৰ যহত মাৰ্বীৰ গাত উঠিলগৈ। মাৰ্বীয়ে শৰতক ভাল পাইছিলনে?—মাৰ্বীয়ে ভাল পাইছিল; অৰ্থাৎ 'নেটিভক' য়ুৰোপীয়ই যিমান ভাল পোৱা উচিত সিমান ভাল পাইছিল।

আমি কৃষ্ণবিলাসিনীৰ কথা অলপ কওঁ। তেওঁৰ বয়স অতি কম। সকতে তেওঁৰ বিয়া হৈছিল। স্বামী কি কৃষ্ণবিলাসিনীয়ে জনা নাছিল। কিন্তু সমান বয়সীয়া আন ছোৱালীৰ বিয়া হ'লে কৃষ্ণবিলাসিনীৰ বৰ আনন্দ। য'তে বিয়া ত'তে কৃষ্ণবিলাসিনী। কৃষ্ণবিলাসিনীৰ মাক নাই, বাপেকো নাই। কিন্তু কৃষ্ণবিলাসিনীৰ স্বভাৱ এনে নম্ৰ এনে মিঠা, যি তেওঁক দেখে সিয়েই তেওঁক ভাল পায়, পুতৌ কৰে। তেওঁ হিন্দু বিধবাৰ দৰে মাছ-মঙহ নেখাইছিল; কিন্তু দুবেলা ভাত খাইছিল। কৃষ্ণবিলাসিনী সুন্দৰী। বঙালীৰ ভিতৰত এনে সুন্দৰী অতি বিৰল। কিন্তু কি হ'ব? এই সুন্দৰীৰ সৌন্দৰ্য্যৰ অধিপতি কোনো নাছিল। তামোল সজাত, বন্ধাত, বান্ধি মানুহক খুউৱাত কোনেও কৃষ্ণবিলাসিনীৰ দোষ ধৰিব নোৱাৰিছিল।

আৰ্থৰ চাৰ্লচে বেহেলা বেছ বজাব পাৰিছিল। লাহে লাহে সুশীতল বাঁহুৰ স্বৰৰ তিক্ততাসকল তেওঁৰ আগত ওলোৱা হ'ল। ওলোৱাৰ প্ৰথম কাৰণ—শৰত আৰু আৰ্থৰৰ একে বয়স, তাতে আকৌ দুয়ো এনে বন্ধু; দ্বিতীয় কাৰণ—আৰ্থৰৰ বেহেলা; তৃতীয় কাৰণ—আৰ্থৰ ইংলণ্ডীয় আৰু ইংলণ্ডীয়সকলৰ তিক্ততা মুনিহৰ আগত ওলায়। এই শেহ কাৰণটো আৰ্থৰ চাৰ্লচেই দেখুৱাই

দিছিল। কেম্ব্ৰিজৰ ল'ৰাবিলাকে কেৱল যে লেখা-পঢ়া কৰিয়েই সময় কটায় এনে নহয়। তেওঁলোক এটা নে এটা বাহিৰা আমোদ-প্ৰমোদত লাগি আছেই। কোনোৱে হয়তো নাও বোৱা লৈয়েই আছে, কোনোৱে হয়তো ক্ৰীকেট, কোনোৱে ফুটবল, কোনোৱে বিলিয়াৰ্ড, কোনোৱে কুস্তি আৰু ব্যায়াম লৈ আছে, কোনোৱে হয়তো মদ খাই তাচ খেলি সময় কটায়, কোনোৱে হয়তো শিক্ষক ওচৰত নেদেখিলে চুৰটৰ দোকান কিম্বা মদৰ দোকানৰ অধিষ্ঠাত্ৰী গাভৰু ছোৱালীবে লৈতে আলাপ কৰিয়েই আছে, কোনোৱে হয়তো গান-বাজনা লৈয়েই আছে। এইবোৰ কৰিও বেছিভাগ ল'ৰাই ভাল ভাল ডিগ্ৰী লৈ কেম্ব্ৰিজ এৰে। ব্যায়াম, ধেমালি কুস্তি, লৰা-ঢপৰা—এইবোৰ কেম্ব্ৰিজ-অক্সফ'ৰ্ডত বৰ আদৰৰ বস্তু। যি ল'ৰাই ভালকৈ নাও বাব পাৰে, সেই ল'ৰাৰ তাত বৰ খাতিৰ। এইবোৰ নানান কাৰণৰ নিমিত্তেই ইংৰাজ আজি-কালি পৃথিবীৰ ভিতৰত ডাঙৰ জাতি হৈছে। আৰ্থৰ কেম্ব্ৰিজত থাকোঁতে কোনো অণ্ডৰ গ্ৰেজুৱেটৰ ঘৰত যেতিয়া সন্ধ্যা সম্মিলন হৈছিল তেতিয়া আৰ্থৰে বেহেলা বজোৱাৰ নিমিত্তে মহা খাতিৰ পাইছিল। আৰ্থৰে ভালকৈয়ে যদি পৰিশ্ৰম কৰি বেহেলা বজোৱা অভ্যাস কৰিলেহেঁতেন তেওঁ এজন বিখ্যাত বেহেলা বজাব পৰা মানুহ হ'লহেঁতেন। সেইদেখি এইটো আশ্চৰ্য্য নহয় যে আৰ্থৰৰ বেহেলা শুনি সুশীতল বাবুৰ ঘৰৰ মানুহ মোহিত হৈছিল। আৰ্থৰে অলপ চেষ্টা কৰি বঙলা গানো বজাব পৰা হ'ল। ষ্টাৰ থিয়েটৰলৈ দুবাৰ-এবাৰ আৰ্থৰ গৈছিল, আৰু তেওঁ তাৰপৰা ঘৰলৈ আহিয়েই সেই থিয়েটৰত শুনা গানবোৰ ভালকৈ বজাব পাৰিছিল।

কৃষ্ণবিলাসিনী বেহেলাৰ মাত শুনি দিনে দিনে আৰ্থৰৰ ওচৰ চাপি অহা হ'ল। কৃষ্ণবিলাসিনী, সুন্দৰ মৰমিয়াল আৰু মৰমলগা কৃষ্ণবিলাসিনী শেহত আৰ্থৰৰ বশ হ'ল।

* * *

যেতিয়া এই শোকপূৰ্ণ বাতৰি সুশীতল বাবুৱে শুনিলে, তেওঁ তেতিয়াই মূৰ্চ্ছা গ'ল। মৰমিয়াল মানুহ, সৰল মানুহ সুশীতল বাবুৰ এনে এটা কথা যে ঘটিব কেতিয়াও তেওঁৰ মনত হোৱা নাছিল। সমাজে কি ক'ব—এই ভাবি তেওঁ আৰু তেওঁৰ গৃহিণীয়ে পৰামৰ্শ কৰি তেওঁৰ আপোন খুৰীয়েকৰ ওচৰলৈ কৃষ্ণবিলাসিনীক কাশীলৈ পঠিয়াই দিলে। বেচাৰী কৃষ্ণবিলাসিনীয়ে নিজৰ ল্যাজৰ ভাৰ বাদ্ধি লৈ কাশীলৈ গুচি গ'ল।

সুশীতল বাবুৱে বুঢ়া লর্ডইট্‌অলক এই আটাইবোৰ কথা আদ্যোপান্ত ক'লে। আৰ্থৰ চাৰ্লচে বাপেকক এখন চিঠি আৰু সুশীতল বাবুক আৰু শৰতক এখন চিঠি লেখি বেলেৰে বোম্বাইলৈ গৈ য়ুৰোপলৈ যাত্ৰা কৰিলে। সেই চিঠি তিনিখনত কি আছিল আমাৰ জানিবৰ দৰকাৰ নাই। সুশীতল বাবুৰ চিঠিত এই আছিল যে কৃষ্ণবিলাসিনীক আৰ্থৰ চাৰ্লচে বিয়া কৰিবলৈ প্ৰস্তুত আছে, যদি সেই বিষয়ত সুশীতল বাবুৰ একো আপত্তি নেথাকে। কিন্তু আপত্তি থাকিব যেন ভাবিয়েই তেওঁ নিজৰ দোষত লজ্জিত হৈ ভাৰতবৰ্ষ এৰি য়ুৰোপলৈ যাবলৈ ওলাইছে। কৃষ্ণবিলাসিনী নিৰ্দ্দোষী—ইত্যাদি ইত্যাদি।

এমাহমানৰ পাছত কলিকতাৰ বাতৰিকাকতত এই বাতৰি আমি আটায়ে পঢ়িবলৈ পালোঁ যে "পি এণ্ড.ও. জাহাজৰ ৰেইলিঙত বহি থাকোঁতে মিষ্টৰ এ.চি. লৰ্ডইট্‌অল নামে এজন যাত্ৰী হঠাৎ জাহাজ দোলোঁতে পানীত পৰি ডুবি মৰিল; জাহাজ ৰাখি নাৱেদি যদিও তেওঁক বিচৰা গ'ল কিন্তু আৰু দেখা পোৱা নগ'ল। ৰাতি এন্ধাৰ থকাৰ গুণেই তেওঁক পোৱা নগ'ল; তাতে আকৌ অপাৰ সমুদ্ৰ।" তাৰ পাছত বাতৰিকাকতে লেখিছিল যে "তেওঁলোকৰ মনেৰে এই মিষ্টৰ এ. চি. লৰ্ডইট্‌অল কলিকতাৰ বিখ্যাত সাউদ মিষ্টৰ অৰ্থাৎ হেন্‌ৰী লৰ্ডইট্‌অলৰ পুতেক; সেইদেখি তেওঁলোকে শোকাতুৰ বৃদ্ধ লৰ্ডইট্‌অলক আন্তৰিক সহানুভূতি জনায়।" ইত্যাদি।

বুঢ়া লৰ্ডইট্‌অলে শোকৰ ওপৰত শোক পাই আৰু সৰহদিন ভাৰতবৰ্ষত নেথাকিল। ইয়াৰ পাছত তেওঁৰ কাৰবাৰটো এটা কোম্পানীৰ হাতত থৈ এংলো-ইণ্ডিয়ানৰ মৰমৰ ঠাই বোৰ্ণমাথলৈ গুচি গ'ল।

সুশীতল বাবুৱে আৰ্থৰ চাৰ্লচৰ বিশ্বাসঘাতকতাৰ বাতৰি যি দিনাই পালে সেই দিনাই কাম ইস্তফা দি বুঢ়া লৰ্ডইট্‌অললৈ চিঠি লেখিলে। বুঢ়াই অতি দুখ প্ৰকাশ কৰি সুশীতল বাবুৰ ইস্তফা গ্ৰহণ কৰিলে; যি লাখ টকা জমা দি আগিতে তেওঁ কামত সোমাইছিল, সেই টকাৰে তেওঁ নিজে স্বাধীন ব্যৱসায় কৰি মনৰ দুখেৰে দিন কটাবলৈ ধৰিলে।

তাৰ পাছত শৰতৰ কি হ'ল? শৰতে এইবোৰ কাণ্ড দেখি নিজেই আটাইবোৰ দোষৰ কাৰণ হেন ভাবি পিতৃগৃহ এৰি ভবানীপুৰত এটা ঘৰ ভেৰেয়া কৰি আছিল। তাৰ পাছত সেইখিনি সময়তে যদিও মুলাকজ ভাৰতবৰ্ষ এৰি ফ্ৰান্সলৈ যাবলৈ ওলাল। তাৰ পাছত জাহাজতে শৰতো ফ্ৰান্সমুৱা হ'ল। চুম্বকে টানিলে লো কেনেকৈ থাকে?

*　　*　　*

আমি মাৰ্চেলত জাহাজৰপৰা নামোঁতে এজন মানুহ আহি আমাক চহৰ দেখুৱাবলৈ বুলি সোধাত মানুহজনৰ মুখ দেখি ভাল মানুহ যেন ভাবি তেওঁকেই আমাৰ 'গাইড' কৰি ল'লোঁ। চহৰ চাই ভাগৰ খেদাবৰ নিমিত্তে এটি 'কাফেত' বহি জলপান খাওঁতেই আমি তেওঁৰপৰা ওপৰত লেখা বিবৰণটো শুনিছিলোঁ। তেওঁ আমাক তেওঁৰ কাৰ্ড দিছিল। কাৰ্ডখনত এইদৰে নাম লেখা আছিল :

M. S. C. Bonairge

456, Ruede Monton Marseilles.

Monsieur Bonairge-ক দেখি আমি বৰ সন্তোষ পালোঁ। ইমান দূৰ দেশত ভাৰতবাসী দেখিলে, আৰু দেশী ভাষাৰে কথা ক'বলৈ পালে কাৰনো আনন্দ নহয়? আমি তেওঁক যিমান পাৰিলোঁ ৰূপ-বান দি আমাৰ নিজৰ ঠাইলৈ উভতি গ'লোঁ।

পাঠকক বোধকৰোঁ ক'ব নেলাগে যে এই মচিও বনেৰ্জী আৰু আমাৰ শৰৎ একেজনাই। আৰু এটি কথা—মাৰীয়ে তেওঁক পতিৰূপে গ্ৰহণ নকৰিলে।

# সুখীয়া হ'বৰ উপায়

সংসাৰত তুমি যদি হ'ব খোজা সুখী।
কেতিয়াও নহ'বা পৰৰ মুখাপেক্ষী॥
নিজৰ মনত আৰু বাহুৰ বলত।
তুমি যদি ভৰ দি এই ভূতলত॥
ঈশ্বৰৰ নাম লৈ পুৱা আৰু ৰাতি।
সকলো কামকে কৰা, যাব দুখ কাটি॥
আৰু এটি কথা শুনা অতি মনোযোগে।
নোছোৱে তোমাক কোনো শাৰীৰিক ৰোগে॥
সোনকালে শুবা আৰু উঠিবা প্ৰভাতে।
সকলো কামকে কৰি যাবা নিয়মমতে॥
পৰিমিতাহাৰ কৰি সৰহ নেখাই।
মহাসুখে থাকা তুমি হৰিনাম গাই॥
কিন্তু যদি ভ্ৰমা তুমি কৰি সুখ সুখ।
নিশ্চয় জানিবা তুমি হ'বা পৰামুখ॥

# মোৰ নিজৰ আসাম

আসাম আসাম মোৰ নিজৰ আসাম
এই মন্ত্ৰ লৈ আহাঁ কৰোঁ কাম
হ'ব দূৰ দুখ আহিব সুখ
হ'ব অসমীয়াৰ উজ্জ্বল মুখ
নেলাগে একো দীনতাৰ সকাম
কোৱা মুঠে মোৰ নিজৰ আসাম।
মোৰ নিজৰ আসাম মোৰ নিজৰ আসাম
এই মন্ত্ৰ লৈ আহাঁ কৰোঁ কাম।

বিৰাজে যি দেশত সুন্দৰী প্ৰকৃতি
সুন্দৰ সুশোভন যাৰ দৃশ্য অতি
ব্ৰহ্মপুত্ৰ নদ যাৰ হৃদে স্থিতি
সেই দেশৰ কিয় হ'ব দুৰ্‌গতি
সি দেশত নাই সুখৰ বিৰাম
কোৱা মুঠে মোৰ নিজৰ আসাম।
মোৰ নিজৰ আসাম ইত্যাদি

অতীতত আসাম আছিল বীৰ-ভূমি
ধৰ্ম্ম-কৰ্ম্ম বীৰ বহু জানানেহে তুমি
অতীতৰ গৌৰৱী বৰ্ত্তমান ভাই
ৰাখিবা এই কথা মনত সদাই

নোহোৱা তুমি এজাহৰ গোলাম
কোৱা মুঠে মোৰ নিজৰ আসাম।
মোৰ নিজৰ আসাম ইত্যাদি

সন্ধ্যা পুৱা তুমি মোৰ আসাম কোৱা
সভ্য পৃথিৱীৰ চাৰিউকালে চোৱা
ব্যৱসা বাণিজ্যৰ শ্ৰীবৃদ্ধি কৰা
শিল্পোন্নতি কৰি দেশখন ভৰা
নেথাকে অভাৱ নক'বা কি খাম
কোৱা মুঠে মোৰ নিজৰ আসাম।
মোৰ নিজৰ আসাম ইত্যাদি

মাৰ্কিনী য়ুৰোপী জাতি আন আন
জগতত কিয় পায় সন্মান
পঠোৱা সন্তানক আহৰগৈ চাই
তেতিয়া দেখিবা দুখ আঁতৰাই
কৰিব তেওঁলোকে আসাম অভিৰাম
আৰু ক'ব মোৰ নিজৰ আসাম।
মোৰ নিজৰ আসাম ইত্যাদি

দেখিবা তেতিয়া আসামৰ কি গতি
ফিৰি পাবা সবে আকৌ সুখটি
পাই জ্ঞান পাবা পূজা ও সন্মান
হ'ব আসামৰ পুনঃ ধন ধান
সোণৰ আসাম হ'ব স্বৰ্গধাম
কোৱা মুঠে মোৰ নিজৰ আসাম।
মোৰ নিজৰ আসাম ইত্যাদি

গছ লতা পাত বি দেশত অত
শাল বট বৃক্ষ আদি শত শত

প্ৰকৃতি দেৱীৰ যি মনোৰম ধাম
যি দেশত মাটিৰ সোণ বুলি নাম
সেই আসামক কিয় পাহৰি গেলাম
কওঁ মুঠে মোৰ নিজৰ আসাম।
মোৰ নিজৰ আসাম ইত্যাদি

আন মানুহৰ আছে যি সম্বল
আমাৰো আছে সেই সঁজুলিসকল
আনৰ কিয় হয় আমাৰ নহয়
কৰাঁ কাম, হ'ব তোমাৰো জয়
কথা নহয়, কাম, কৰাঁ মুঠে কাম
আৰু কোৱা তুমি মোৰ নিজৰ আসাম।
মোৰ নিজৰ আসাম ইত্যাদি

ধন্য বৃটিশ ধন্য অসমীয়া
কিয় কোৱা তোমাৰ একো নাইকিয়া
পাইছা তুমি বৃটিশ আদৰ্শ
ধন্য ধন্য ধন্য ভাৰতবৰ্ষ
কৰা পৰিশ্ৰম তিয়াগা আৰাম
কোৱাঁ তুমি মোৰ নিজৰ আসাম।
মোৰ নিজৰ আসাম ইত্যাদি

কিন্তু যদি হাত ভৰি সামৰি
অতীত ভাৰা আপোন পাহৰি
পাছ পৰি থাকা জগত খেলত
নোপোৱা ঠাই সভ্যতাৰ মেলত
হই একমন কৰাঁ নিজ কাম
আৰু কোৱাঁ তুমি মোৰ নিজৰ আসাম।
মোৰ নিজৰ আসাম ইত্যাদি

তুমি বহি থাকিলেও নবহে সময়
নিমেষ নিমেষ কৰি দিন এটা হয়
দিন গই মাহ হয় মাহ এবছৰ
এনেকৈ হয় কাল তোমাৰ অন্তৰ
নক'বা আমি সকলো গোলাম
যদি কোৱা তুমি মোৰ নিজৰ আসাম।
মোৰ নিজৰ আসাম ইত্যাদি

ধন্য অসমীয়া ধন্য তুমি আসাম হেন ৰত্ন পাইছা
আসাম ৰতনক ৰাখিবা যতনত ই অতি সুন্দৰ বাগিচা
যদিও মানচিত্ৰত আসাম এচুকত
মন চিত্তত এই দেশ মোৰ বুকত।
এনে জন্মভূমি আক ক'ত পাম
ইযে মোৰ অতি নিজৰ আসাম।
মোৰ নিজৰ আসাম ইত্যাদি

## আলেয়া ঝাঁপতাল

দিয়া প্ৰভু আৰু দিয়া এই বৰ গুনো
চাৰিউফালে
মানুহ জাতি নহয় সুখী সবে জানে
কোনো কালে
যিমান দিবা কেৱল ক'ব আৰু লাগে
আৰু লাগে
দিয়া আমাক ই সি বস্তু দিয়া আমাক
ভাগে ভাগে।

## বেহাগ

প্ৰভু তোমাৰ লগত নিতৌ থাকিম
এই ভৰসা দিয়া
এই ভৰসা পালে প্ৰভু সাহত যে ভৰে হিয়া
পুৱা দুপৰ আবেলি গধূলি তুমি যেন থাকা
লগত মোৰ
তোমাৰ ভাৱত হই যেন মত্ত সদায় থাকোঁ
মই যেন ভোৰ
সংসাৰ যুঁজত তোমাৰ দয়া পাওঁ যেন
প্ৰভু চিৰকাল
তোমাক পালে হয় যে আমাৰ
মানুহ জনম নিজপাল
পিয়াহ ভোকত দুখত সুখত হোৱাহে
মোৰ লগৰীয়া
এই যেন জানো তোমাক এৰি আৰু মোৰ
বান্ধৱ নাইকিয়া।

# স্পিবিট বাজ্য

(১)

"There are more things in heaven and earth than are dreamt of in your philosophy." শ্বেক্সপীয়েৰে 'হেমলেট' বোলা কিতাপখনিত এই কথা আবাবি হেমলেটব মুখেবে কোৱাইছিল। ইয়াব মূলত সঁচা যে কিমান লুকাই আছে, অলপ ভাবিলেই বুজা যায়। করুণাময় পৰমেশ্বৰব বিশাল বাজ্যত কি আছে, সকলোখিনি আজিলৈকে সভ্যতাব পোহৰে যে উলিয়াব পাবিছে, তাক কোনে ডাঠ কবি ক'ব পাবে? সৃষ্টিকৰ্ত্তা যেনে অনন্ত, তেওঁব কাৰ্য্যও অনন্ত। আমি মানুহে সেই সৰ্ব্বশক্তিমানব বাজ্যব সকলো কথা কেনেকৈ বুজিম? আমি দেখোঁ মানুহ ওপজে আৰু দেখোঁ মানুহ মৰে। মানুহব জন্ম হ'লেই যে মৃত্যু আছে, আমি এইটো জানো। কিন্তু মৃত্যুব পাছত যে কি হয়, তাক কোনেও ক'ব নোৱাবোঁ। কিমান মানুহে যে ইয়াব তথ্য অনুসন্ধান কবিবলৈ চেষ্টা কবিছে; কিন্তু কোনো মানুহে এতিয়ালৈকে সঠিক একো ক'ব পৰা নাই। পৃথিবীত বৈজ্ঞানিকে গছব জীৱনী শক্তি উলিয়াইছে, তাপহীন বিজুলী বাতবি উলিয়াইছে, আৰু কিমান অদ্ভুত অদ্ভুত বস্তু আবিষ্কাৰ কবিছে; কিন্তু এই জন্ম-মৃত্যু বহস্য উদঘাটন এতিয়াও কবিব পৰা নাই। আৰু বিজ্ঞানে যে কেতিয়াবা পাবিব, এনে আশা কৰা নেযায়। ইংলণ্ডত বিখ্যাত বৈজ্ঞানিক স্যব অলিভাব লজ্, লেখক কনান ডয়ল আদিয়ে এই বিষয়ে বহুত চেষ্টা কবিছে, উইলিয়ম ষ্টেডেও কবিছিল; কিন্তু এতিয়ালৈকে কোনো চেষ্টা সফল হোৱা নাই। এই মানুহকেজন আৰু এওঁলোকব লগব আন আন মানুহসকলে কিমান উপহাস, কিমান ইতিকিং সহ্য কবিছে! এনে কোনো এটা কাম হাতত ল'লে এনেকৈ হাঁহিবলৈ বহুতো মানুহ পোৱা যায়। পৃথিবীত এনে মানুহব লেখ কম নহয়। পৃথিবীত কিন্তু হাঁহি-ইতিকিং সহ্য কবি কাম কৰা মানুহব লেখো কম নহয়।

মৃত্যুৰ পাছত কি হয়—এই কথা জানিবলৈ কাৰনো মন নেযায়? বহুতে বহুত ৰকম উপায়েৰে জানিবলৈ চেষ্টা কৰিছে। আমাৰো এই বিষয়ে অলপ অভিজ্ঞতা হৈছে। সেইদেখি আমাৰ আসামৰ মানুহসকলক এই বিষয়ে অলপ কওঁ। যি দেখিছোঁ তাকেহে কওঁ, এইবোৰ কথা কিয়, কেনেকৈ হয় সেই বিষয়ে ইয়াত আলোচনা নকৰোঁ।

আমি যেতিয়া ৩নং বৈঠকখানা লেনত ১৮৯২-৯৩চনত আছিলোঁ, তেতিয়া এই বিষয়ে প্ৰথমে দেখোঁ আৰু শিকোঁ। শুনিছিলোঁ যে এখন গোল তিনিঠেঙীয়া মেজৰ চাৰিউফালে তিনিজন, পাঁচজন কি সাতজন মানুহে মেজৰ ওপৰত দুয়োখন হাত ইজনে-সিজনৰ হাতত লগালগি কৰি থৈ কোনো মৃতাত্মাৰ কথা ভাবে, তেনেহ'লে সেই মৃতাত্মা আহে, আৰু যি সোধা যায় তাৰ উত্তৰ দিব পাৰিলে উত্তৰ দিয়ে। অৱশ্যে মৃতাত্মাক দেখা নেযায়। উত্তৰো কথা কৈ নিদিয়ে। সেইখিনি সময়ত প্ৰথমে ১০৭ নং আমহাৰ্ষ্ট ষ্ট্ৰীটৰ ল'ৰাবিলাকে এই পৰীক্ষা (experiment) কৰে। তাৰ পাছত শ্ৰীযুত হেমচন্দ্ৰ গোসাঁই আৰু ৺প্ৰসন্নকুমাৰ ফুকন আহি দেউতাৰে সৈতে আলোচনা কৰে। দেউতাই এই বিষয়ে আগেয়ে কিতাপ আদিও পঢ়িছিল। সেইবোৰ শুনি আমি তাকে কৰিবলৈ চেষ্টা কৰিলোঁ। মোৰ বয়স তেতিয়া ১১।১২ বছৰ। মই নিজে প্ৰথমে কৰা নাছিলোঁ। ৺ককাইদেৱে কৰুণাভিৰাম, ৺ককাইদেৱে কমলাভিৰাম, ৺ভাগিন প্ৰিয়নাথ বৰুৱা, ৺প্ৰসন্ন ফুকন ইত্যাদিয়ে কৰিছিল। তাৰ পাছত এওঁলোকক দেখি বাইদেৱে শ্ৰীযুতা স্বৰ্ণলতা দেৱী আৰু ময়ো যোগ দিছিলোঁ।

মানুহবোৰ টেবিলৰ চাৰিউফালে বহি একমনে কোনো মৃতাত্মাক কি ভগৱানক পাঁচ মিনিট, দহ মিনিটমান চিন্তা কৰে। বহাৰ আগেয়ে বেছেমৰ (পাটৰ) উৰ্দ্ধাল এখনত আটায়ে হাত মোহাৰি ল'লে ভাল। (এতিয়া দেখিছোঁ যে এনে উৰ্দ্ধালত হাত নোমোহাৰিলেও হয়।) সেইখিনি সময়ত মন স্থিৰ ৰাখিবৰ নিমিত্তে আন এজন মানুহে কোনো পবিত্ৰ প্ৰসঙ্গ কৰিলেও বেয়া নহয়। অলপ পৰৰ পাছত সেই তিনিজনৰ এজনে (কি আটায়ে) তলৰফালে কোনোবাই যেন হাত ঠেলি দিছে এনে অনুভৱ কৰে। তেতিয়া তেৱেঁই কি আন কোনো এজনে কয়, "যদি কাৰো আত্মা আহিছে, এই মেজৰ অমুক ভৰিখন উঠক (কি অমুকৰ ফালে থকা ভৰিখন উঠক)।" এনেখুলি কেবাৰমান কোৱাৰ পাছত লাহে লাহে ভৰিখন উঠে। দুটিলে আকৌ কিছুপৰ মন স্থিৰ কৰি আকৌ বহিব লাগে। তেনেকৈ আকৌ ক'ব লাগে। ভৰিখন উঠিলে ক'ব লাগে, "মই এই প্ৰশ্ন সুধিম,

যদি 'হয়' হয়, এবাৰ ভৰিখন নমাবা, নহ'লে দুবাৰ।" এনেকৈ প্ৰশ্ন সোধা যায়। এবাৰ মনত আছে—এনেকৈ এখন ভৰি উঠোৱাতে আমি আমাৰ হয়বোধক ভৰি-খন নমাবলৈ কৈছিলোঁ। সি কিমাননো জোৰ দিলে, তেওঁ নমাব নোৱাৰিলে। তাৰ পাছত এনেকৈ টনাটনি কৰি থাকোঁতে মেজৰ ভৰিখনেই ভাগি পৰিল। ভৰিখন কিন্তু কোনোমতেই নমাব নোৱাৰিলে। ইয়াক Table rapping ( টেবিল ৰেপিং ) অথবা Table turning ( টেবিল টাৰ্নিং ) বোলা হয়। এইমতে সবহ কথা হোৱা নেযায়; কিয়নো ভৰিখনেৰে মাটিত ঠক্ ঠক্ কৰি মাৰোঁতে বহুতো সময় লাগে। হয়তো সুধিব, "তোমাৰ নামৰ প্ৰথম আখৰ কি কোৱাঁ।" ঠকঠক্ কৰি তিনিবাৰ মাৰিব, ইংৰাজী হ'লে জানিব লাগিব 'C' বুলি, নহ'লে জানিব লাগিব 'গ', আকৌ 'ই'ও হ'ব পাৰে। তেতিয়া সুধিব লাগে, "ব্যঞ্জনবৰ্ণ নে স্বৰবৰ্ণ? ব্যঞ্জনবৰ্ণ হ'লে এবাৰ ঠক্ কৰিবা, স্বৰবৰ্ণ হ'লে দুবাৰ।" এনেকৈ বহুতো সময় নষ্ট যায়। আগেয়েই কৈ ঠিক কৰি ল'ব লাগে—কি ভাষাত কথা-বতৰা হোৱা যাব। এনেকৈ মাজে মাজে মৃতাত্মাৰ সৈতে কথা পাতিছিলোঁ। এই বিষয়ে মতামত মোৰ একো নাই। মই যি দেখিছোঁ, তাকেহে লেখিছোঁ।

তাৰ পাছত বহুত বছৰ এই বিষয়ে মাজে-সময়ে কথা-বতৰা হোৱাৰ বাজে কোনো কাম কৰা নাছিলোঁ। ১৯১৫ চনত পুৰীত আকৌ এই বিষয়ে আলোচনা হৈছিল। কলেজ বন্ধ হোৱাত আমি সপৰিয়ালে পুৰীলৈ গৈছিলোঁ। সেইখিনি সময়ত কটকৰপৰা বাইদেৱ শ্ৰীমতী স্বৰ্ণলতা দেৱীও পুৰীলৈ সপৰিয়ালে গৈছিল। তেওঁলোকৰ তাত এই 'স্পিৰিট' অনা মাজে মাজে হৈছিল। তেওঁলোকে টেবিলৰ ভৰিৰে "ঠক্ ঠক্" নকৰি কাগজ-পেন্সিলেৰে 'স্পিৰিট'ৰ হতুৱাই লেখোৱাইছিল। তিনিজন মানুহ টেবিলৰ চাৰিউফালে আগেয়ে কিবাবকমে বহে। সেই টেবিলৰ ( কি তেনেকুৱা আন কোনো বস্তু, কটা বেলা বেলেনাৰেও কৰিব পাৰি, তিনিটা ঠেং থকা যি কোনো বস্তুৰেই এই কাম হয় ) ওপৰত কাগজ আৰু পেন্সিল থৈ দিয়া হয়। কিছুপৰ বহি থকাৰ পাছত তাৰে এজন কি দুজন মানুহে কোনোবাই যেন হাতখন তলৰপৰা ঠেলি দিছে—এনে এটা ভাব অনুভৱ কৰে, তেতিয়া যি মানুহজনে সেই তেনে অনুভৱ কৰে, তেওঁ পেন্সিলডাল এখন হাতেৰে ( যি হাতত সেই ভাব আছে সেই হাতত, বাঁও হাতেৰেও হ'ব পাৰে ) লয়, সৌ কাগজৰ ওপৰত সেই পেন্সিলডাল থৈ কয়, "যদি কোনো 'স্পিৰিট' ( আত্মা ) আহিছে, তেওঁ যেন অনুগ্ৰহ কৰি তেওঁৰ নাম লেখে। ( অলপ সন্মান দেখুৱাই ক'লে ভাল,

হুকুমৰ দৰে ক'বও পাৰি ; কিন্তু আমি যেতিয়া জীয়াই থকা মানুহৰ প্ৰতি সন্মান দেখুৱাওঁহক, মৃতাত্মাৰ প্ৰতি সন্মান দেখুৱা কৰ্ত্তব্য নহয়নে ? ) পাছত নাম লেখে। যেয়া 'স্পিৰিট' আহিলে অলপ গোলমালো কৰিব পাৰে, অৰ্থাৎ নাম নেলেখি যিহকে পায় তাকে লেখিব পাৰে। তেনেকুৱা হ'লে 'হুকুম' দি কথা ক'ব লাগে। তাৰ পাছতো যদি উত্তৰ নিদিয়ে, তেতিয়া সেই স্পিৰিটক যাবলৈ ক'ব লাগে। তেতিয়াও যদি নেযায়, এনে কোনো কথা ক'ব লাগে, "ঈশ্বৰৰ নামে তোমাক কৈছোঁ—তুমি যোৱাঁ" ইত্যাদি ইত্যাদি। তেতিয়াও যদি নেযায়, হাত এৰি দি অলপ পৰৰ পাছত মন থিৰ কৰি আকৌ বহিব লাগে। এনে কিন্তু সচৰাচৰ নহয়, কচিৎহে হয়। নাম লেখাৰ পাছত তেওঁক আন কথা সোধা যাব পাৰে। কেতিয়াবা দুষ্ট স্পিৰিট আহি আন মানুহৰ নাম লেখিব পাৰে। কেবাৰমান আমাৰ তেনে হৈছে। এবাৰ এনেকৈ অনাত দেখিলোঁ যে স্পিৰিটজনে এজন বিখ্যাত মানুহৰ নাম লেখিছে। মই ক'লোঁ, "উঃ ! কি আচৰিত, আপোনাৰ স্বৰ্গাৰোহণৰ কথা আমি কোনোৱে শুনা নাই। সঁচা নে কোনোবা দুষ্ট স্পিৰিটৰ এই কাম ?" "উঃ—সঁচা, আজি ৰাতিপুৱা ৬ বজাত দাৰ্জিলিঙত সময় ৰোগত মোৰ মৃত্যু হৈছে।" ( আমি তাৰ আগেয়ে শুনিছিলোঁ যে এইজনা মানুহৰ ইনফ্লুয়েঞ্জা বেমাৰ দাৰ্জিলিঙত হৈছিল। ) আমি চৰগ-পৰা মানুহৰ দৰে হ'লোঁ। পাছত বহুতো কথা হ'ল। সঁচাসঁচিকৈয়ে ভাবিছিলোঁ যে এই মানুহজনা আৰু পৃথিৱীত নাই। আমাৰ এনে ইচ্ছা হৈছিল যে তেওঁৰ আপোন মানুহলৈ এবাৰ টেলিগ্ৰাফ কৰি সোধোঁ—এই মহৎ মানুহজন ক'ত আছে, কেনে আছে। ভাবিছিলোঁ যে তাৰ পাছদিনা কি পাছদিনাৰ পাছদিনা বাতৰিকাকতত নিশ্চয় এই বিষয়ে পঢ়িবলৈ পাম। সুখৰ কথা, অতি সুখৰ কথা যে বাতৰিকাকতত তেওঁৰ মৃত্যুৰ বিষয়ে একো নোলাল, আৰু এতিয়াও তেওঁ জীয়াই থাকি পৃথিৱীৰ উপকাৰ কৰি ভাৰতৰ নাম জিলিকাই আছে।

সেইদিনাই মোৰ বিলাতৰ পৰিচিতা এজনা বৃদ্ধা মহিলা আহিল, ক'লোঁ, "কি আচৰিত, আপোনাৰ চিঠি মই সিদিনা পাইছোঁ। আপুনি তেতিয়া ভালে আছিল। আপোনাৰ কি বেমাৰ হৈছিল ?" "উঃ—Old age ( বুঢ়া হৈছিলোঁ ) ।" কিন্তু সুখৰ বিষয়, এওঁ জীয়াই আছে। এওঁ ধাৰ্ম্মিক, তেওঁৰ নিজৰ ধৰ্ম্মমতে বহুতো উপকাৰ কৰি এতিয়াও জীয়াই আছে।

সেইদিনা ডাক্তৰ শ্ৰীযুত হেম বৰুৱাৰ ( এখোঁ বহিছিল ) নিজা এজন মানুহৰ আত্মা আহি তেওঁৰ সৈতে কথা-বাৰ্ত্তা পাতি গ'ল। ডাক্তৰ বৰুৱাই কিছু

তেওঁৰ বিষয় একো ভবাকে নাছিল। সেই মানুহজন ঢুকাবৰ বহুত বছৰ হৈছে।

(২)

স্পিৰিট অনাত বহুতো নিচিনা-নজনা মানুহ আহে; কিন্তু প্ৰায় চিনা-জনা মানুহেই আহে। এটা কথা আচৰিত, কিন্তু কোনো মুছলমান অহা নাই। দুবাৰ-এবাৰ গ্লেড্‌ষ্টোন্ আহিছিল। গ্লেড্‌ষ্টোনৰ হাতৰ চহী তেওঁৰ আগৰ চহীৰ দৰেই বুলি মোৰ মনত হ'ল। তেওঁৰ সৈতে বহুতো কথা হৈছিল। ১৯১৫ চনত তেওঁ প্ৰথমে আহে। তেওঁ কৈছিল, "The war will be over at the approach of the winter." (যুদ্ধ অহা জাৰকালিতেই শেষ হ'ব।) কিন্তু নহ'ল। ভবিষ্যদ্বাণী প্ৰায়ে ঠিক নহয়, আমাৰ যেনে ভবিষ্যৎ দৃষ্টি আন্ধাৰ, তেওঁলোকৰো তেনে, তেওঁলোকেও চাগৈ অনুমানৰ ওপৰত নিৰ্ভৰ কৰিহে ভৱিষ্যতৰ বিষয় কয়। আমাৰ ভাৰতবৰ্ষৰ বিষয় সোধাত ক'লে, "Now you are coming to a favourite subject of mine." (এতিয়া তুমি মোৰ অতি প্ৰিয় বিষয় এটিৰ কথা কৈছা।) তেওঁৰে সৈতে বহুতো কথা হ'ল। যাবৰ সময়ত "God be with you, God be with you" বুলি বহুতবাৰ লেখি গ'ল। আৰু এবাৰ আহোঁতে সুধিছিলোঁ, "আপোনাৰ কোন বক্তৃতাটো সকলোতকৈ ভাল লাগে?" "My Northampton speech." তাৰ পাছত 'Morley's Life of Gladstone' হাতত লৈ ক'লোঁ, "কওকচোন বাৰু মিষ্টাৰ গ্লেড্‌ষ্টোন্, আপোনাৰ সেই স্পীচ্‌টোৰ বিষয় এই কিতাপৰ কোন পাতত আছে?" দুটা সংখ্যা ক'লে, মিলাই চাই দেখিলোঁ যে তাত সেই বক্তৃতাৰ বিষয়ে একো উল্লেখ নাই। সকলো কথাই যে ঠিক হ'ব তাৰ একো মানে নাই। অসীম দৃষ্টি সেই এজনৰহে মাথোন।

আৰু এবাৰ এজন স্পিৰিট আহে। তেওঁৰ মৃত্যুৰ বাতৰি সেইদিনা আবেলি আমি পাওঁ। মই পৰীক্ষাৰ কাগজ এটা কোঠালিত চাই আছোঁ, তাৰে ওচৰৰ একোঠালিত এনেকৈ স্পিৰিট অনা হয়। অলপপৰ পাছত সেই মানুহজন আহিল, আৰু মোৰে সৈতে কথা ক'বৰ ইচ্ছা প্ৰকাশ কৰিলে। এইখিনিতে কৈ থওঁ যে বেছিভাগ স্পিৰিটেই মোৰে সৈতে কথা ক'ব খোজে। মই গ'লোঁ। গৈ চালোঁ যে সঁচাসঁচিকৈয়ে তেওঁ আহিছে। এজনৰ মৃত্যুৰ নিমিত্তে তেওঁৰেই আগত শোক প্ৰকাশ কৰা এয়ে প্ৰথম। মই ক'লোঁ, "আপোনাৰ মৃত্যুত আমি আটায়ে

বৰ দুখ পাইছোঁ।" "ভগৱানৰ ইচ্ছা।"—তেওঁ লেখিলে। তেওঁৰ বৈণীয়েকৰ নাম লেখি ক'লে, "বেচাৰিৰ নিমিত্তেহে মোৰ বৰ শোক লাগিছে।" এই কথা দুই-তিনিবাৰ লেখে। মই সুধিলোঁ, "আপোনাৰ আনজনা বৈণীক ( তেওঁৰ দুবাৰ বিয়া ) তাত দেখিছে নহয়, তেওঁক দেখি আপোনাৰ মন অলপ ভাল লগা নাইনে?" তেওঁ লেখিলে, "অকণো নাই।" আৰু বিশেষ এটা কথা ক'লে, আমি এই বিষয়ে একোকে নেজানিছিলোঁ, তেওঁৰ জীৱিতাৱস্থাতো এই ইচ্ছাই আছিল, আমি ননুলি নেজানিছিলোঁ। তেওঁৰ বৈণীয়েক, ল'ৰা-ছোৱালীৰ বিষয়ে ক'লে, "সিহঁতক কলিকতালৈ যাবলৈ মানা কৰিবা। মোৰ অকণোৱেই ইচ্ছা নহয় যে সিহঁত কলিকতালৈ গৈ অমুকৰ লগত থাকে। এতিয়া য'ত আছে তাতে থাওক, মোৰ এই ইচ্ছা।" পাছত এই কথা মই তেওঁৰ জ্যেষ্ঠ পুত্ৰলৈ লেখিছিলোঁ। স্পিৰিটৰ কথা অৱশ্যে একো কোৱা নাছিলোঁ। এতিয়া সেই পুত্ৰও নাই। ঈশ্বৰৰ কোলাত আশ্ৰয় পাইছে। ভগৱানৰ কি ইচ্ছা! তেওঁলোক সেই ঠাইত কেবছৰমান থকাৰ পাছত ল'ৰাটিৰ শিক্ষাৰ নিমিত্তে কলিকতালৈ বাধ্য হৈ যাব লগাত পৰিল। ল'ৰাটিৰ বিলাতলৈ যাবলৈ সকলো ঠিক-ঠাক, কেবিন কেবেয়া কৰা হৈছিল, জাহাজ এৰিবৰ পোন্ধৰ দিনমান আগেয়েই ল'ৰাটিৰ টান বেমাৰ হৈ স্বৰ্গধামলৈ গ'ল। সকলো ভগৱানৰ ইচ্ছা। এবছৰমানৰ পাছত এই মানুহজনৰ আত্মা ( ল'ৰা ঢুকুৰাৰ আগেয়ে তেওঁৰ পৰিয়াল তেতিয়াও সেই ঠাইতে ) আৰু এবাৰ আহিছিল। এইবাৰ তেওঁক সিমান অস্থিৰ নেদেখিলোঁ, আৰু সোধাত "সুখত আছোঁ" বুলি ক'লে।

(৩)

আৰু এজন আত্মা মাজে মাজে আহিছিল। তেওঁ ক'লে, "নিজৰ মানুহ একেলগ হ'লে ময়ো সেইখিনি সময়ত কেতিয়াবা কেতিয়াবা তালৈ আহোঁ।" তেওঁ কৈছিল, "তিনি বছৰ পাছত অমুকৰ গৰ্ভত আকৌ পুনৰ্জন্ম হ'ম।" তিনি বছৰমানৰ পাছত সেই ছোৱালীটিৰ সঁচাকৈয়ে সন্তান হ'বৰ আশা হৈছিল, পাছত অসময়ত জন্মৰ আগেয়েই সন্তানটি নষ্ট হ'ল।

দেখিলোঁ যে আত্মাসকলে পুনৰ্জন্ম বিশ্বাস কৰে। এজনাৰ কথা কওঁ। মই তেওঁক জীৱিতাৱস্থাত দেখা নাছিলোঁ। তেওঁ কিন্তু মোৰে সৈতে বহুত কথা হৈছে। তেওঁ মোৰ শহুৰ-বংশৰ এজনা বন্ধু। তেওঁ মাজে মাজে আহিছিল। তেওঁৰ হাতৰ লেখা স্পষ্ট। প্ৰায়ে হলদ্ত দিছিল। মই ক'লোঁ, "এই ছোৱালীজনীয়ে

ইমান হঁহন্ত দিয়ে কিয় ?” তেওঁ ক’লে, “মই তোমাৰ লগত ঠাট্টা কৰিছোঁ। তোমাৰ লগতে মই ঠাট্টা কৰিব পাৰোঁ নহয়।” এওঁ বহুকাল আছিলিল। এবেঁই পুনৰ্জন্মৰ আচৰিত কথা ক’লে। এওঁ ক’লে যে তেওঁৰ এই ছোৱালী জন্মৰ পূৰ্ব্বে তেওঁৰ বাপেকৰ বাপেক আছিল। ছোৱালী হৈ ওঠৰ বছৰমান এই পৃথিৱীত আছিল। তাৰ পাছত এতিয়াও তেওঁৰ ভায়েক হৈ এই পৃথিৱীত আছে। জনা গ’ল যে এই ভায়েকটি তেওঁৰ মৃত্যুৰ পাছত উপজিছে। তেওঁ প্ৰথমবাৰ আহিয়েই লেখিলে, “পৃথিৱীলৈ আহিবলৈ মোৰ ভাল লাগে দেখি মই আহিছোঁ।” পাছত পৰকালৰ বিষয় প্ৰশ্ন কৰাত ক’লে, “সি বহুত কথা, কিমান ক’ম !” প্ৰায় স্পিৰিটেই পৰকালৰ কথা সুধিলে এই উত্তৰ দিয়ে। তেওঁ যদি তেওঁৰ এতিয়া জীয়াই থকা ভায়েক হয়, পৃথিৱীত তেওঁতো আছেই। তেনেহ’লে তেওঁ কিয় ক’লে “পৃথিৱীলৈ আহিবলৈ ভাল লাগে, সেইদেখি আহিছোঁ ?” এইবোৰ কথা আমি কেনেকৈ বুজিম ? সেই তেওঁ লীলাময়েহে ইয়াৰ উত্তৰ দিব পাৰে, মই যি দেখিছোঁ তাকেহে লেখিছোঁ।

স্পিৰিট অনাৰ এটা কিন্তু হানি আছে। সেইটি হৈছে—মিছামিছিকৈ ভয়ক আহ্বান কৰা। পুৰীৰ যি ঘৰত আমি স্পিৰিট অনাইছিলোঁ, সেই ঘৰটি প্ৰাসাদ-তুল্য। তাত বহুতো খোটালী। ৰাতি এখোটালীৰপৰা আন এখোটালীলৈ যাওঁতে আমাৰ তেতিয়া মাজে মাজে কেনেবা কেনেবা লাগিছিল। এদিন সমুদ্ৰৰ দাঁতিৰপৰা ফুৰি সন্ধ্যাবেলিকা উভতি আহোঁতে আমি দেখিলোঁ যে যি বস্তুটোত আমি স্পিৰিট আনিছিলোঁ, তাৰ ভিতৰত কিবা এটা বস্তু ঘুৰি ফুৰিছে,—ঘুকৰ্ ঘুকৰ্ শব্দ কৰিছে, মাজে মাজে শব্দটো কমে, মাজে মাজে বাঢ়ে। আমি আচৰিত হ’লোঁ, আমাৰ নানানৰকম ভাবনা উপস্থিত হ’ল—এয়া বোধকৰোঁ এটা ভৌতিক কাণ্ড, তাকো ভাবিলোঁ। তাৰ পাছত চাকৰ-নাকৰবোৰ অহাত ‘আয়া’-জনীৰপৰা জানিলোঁ যে তাই তাত এটা কেঁকোৰা সমুদ্ৰৰ দাঁতিৰপৰা আনি তাতে থৈ দিছে। আমি ‘স্পিৰিট ডিজেল’ বুলি এটা বস্তু ( টেবিলৰ সলনি ) আনিছিলোঁ। সেইটো গোল জালৰ বাকচৰ দৰে, আৰু তাৰ তলত তিনিটা ঠেং আছে। সেই বাকচ ‘কে’ক’ তৈয়াৰ কৰিবৰ নিমিত্তে দৰ্কাৰ হয়। সেই আয়াজনী সেইখিনি সময়ত নথকা হ’লে আমি সঁচাকৈয়ে ভৌতিক কাণ্ড বুলি ভাবিলোঁ হয়।

এটা কথা এইখিনিতে কওঁ। বহুতে ভাবিব পাৰে যে কিনকলে যদি স্পিৰিট অনায়, তেওঁলোকৰ ইয়াত কিবা ষড়যন্ত্ৰ আছে। মই ডাঠ কৰি ক’ব

পাৰোঁ যে তেনে একো কথা হ'ব নোৱাৰে; কিয়নো বিলকলে আমিছে, তেওঁলোক মোৰ নিজৰ মানুহ। তেওঁলোকে যে এনে এটা কাম নকৰে, সেই কথা মই শপত খাই ক'ব পাৰোঁ।

এবাৰ আৰু এজন মানুহ আহিছিল। তেওঁ ভাৰতত বিখ্যাত দেশহিতৈষী আৰু ধাৰ্ম্মিক। তেওঁ বাতি এখাৰমান বজাৰ সময়ত আহিছিল। তেওঁক সুধিলোঁ, "আপুনি আগৈয়ে অহা নাই কিয়?" তেওঁ ক'লে, "পৃথিৱীৰ-পৰা আঁতৰি থাকিব খোজোঁ। আজি নোৱৰাতহে আহিলোঁ।" কিছু কথা হোৱাৰ পাছত সুধিলোঁ, "আপোনাৰ কোনটো ধৰ্ম্ম আটাইতকৈ ভাল বুলি মনত হয়?" তেওঁ ক'লে, "মুছলমান ধৰ্ম্ম।" মই সুধিলোঁ, "মহম্মদীয় নৰক সম্বন্ধে আমি বি পঢ়িছোঁ সেইবোৰ সঁচানে?" তেওঁ ক'লে, "সেইবোৰ মানুহৰ কল্পনা মাত্ৰ।" পাছত আৰু বহুতো কথা সুধিবলৈ যোৱাত ক'লে, "এতিয়া তোমালোক শুবলৈ যোৱাঁ। বাতি হৈছে, পাছত ভয় খাবা। শুবলৈ যোৱাঁ।" তাৰ পাছত তেওঁ আৰু অহা নাই।

এজন মানুহ আমি বহিলেই আহে; এওঁ এজন বিখ্যাত গায়ক। আমি বহিলেই এওঁ এবাৰ আহিব। আহি ৰং-ধেমালি, ঠাট্টা কৰি যায়। এওঁৰ এদিনৰ কথা কওঁ। এদিন আবেলি আমি চোতালত বহি স্পিৰিট অনাইছিলোঁ। পাছত এওঁ আহিল। আহি বহুতো ৰং-ধেমালিৰ কথা লেখিলে। পাছত ক'লোঁ, "আমি এটা গান গালে আপুনি তাল দিবনে?" "দিম।" মই ক'লোঁ, "আপুনিতো মোৰ গান শুনি সিদিনা হাঁহিছিল। আজিও যদি হাঁহে?" "নাহাঁহোঁ, গাওক।" এওঁক কেতিয়াবা আপুনি, কেতিয়াবা তুমি বুলি সম্বোধন কৰোঁ। পাছত গালোঁ, তাল দিলে। এবাৰ ক'লোঁ, "ৰবা, এটা গ্ৰামোফোন আনি তোমাৰ গানকে দিওঁ, তুমি তাকে শুনি তাল দিয়াঁ।" আমাৰ Gramophone নাছিল। 'Assam Valley'-ৰপৰা এটা অনাই (মোৰ ৰেকৰ্ড আছিল, সেই ৰেকৰ্ড আৰু দোকানৰ ৰেকৰ্ডো) বজালোঁ। খুব তাল দিলে; অৰ্থাৎ টেবিলৰ ভৰি এখনেৰে ঠক্ ঠক্ কৰিলে। আচৰিত কথা সেইদিনা হৈছিল এই—আমি চোতালত Spirit অনাইছিলোঁ। তাৰ পাছত সেই টেবিলখন চোতালৰপৰা ঘূৰি ঘূৰি এটা ঠেং ছুটা ঠেংকৈ, এনেকৈ ঘূৰি ঘূৰি, তিনিটা-চাৰিটা খট্‌খটী পাৰ হৈ বাৰাণ্ডা পাৰ হৈ এটা খোঁটালী পাৰ হৈ আগৈয়ে যিটো খোঁটালীত আছিল তালৈ আহিল (অৰ্থাৎ আমাৰ বহা-মেজ্জা কৰা ঘৰলৈ)। সেইখিনি সময়ত অৱশ্যে এজন মানুহে টেবিলখন চুই আছিল।

তেওঁ নিজে কোনোপিনে একো বল দিয়া নাছিল। সেই মানুহজন গুৱাহাটীৰ স্বনামধন্য উকিল শ্ৰীযুত কামাখ্যাৰাম বৰুৱা, বি.এল.। চোতালৰপৰা আহি থট্‌থটী উঠাটোহে আমাৰ আচৰিত লাগিল।

আৰু দুজন আত্মাই এবাৰ কৈছিল যে তেওঁলোক এতিয়া এই জন্মত অমুক অমুক হৈছে। অৱশ্যে ওকালতি কৰা মানুহে, তাৰ্কিক মানুহে, বি মানুহে কোনো কথা সহজে বিশ্বাস কৰিব নোখোজে তেনে মানুহে (পৃথিৱীত এনে মানুহ বহুত, এওঁলোকৰ কোনো কথা বিশ্বাস নকৰাই ধৰ্ম, সকলো কথা ইতিকিং কৰি উৰাই দিয়াই তেওঁলোকৰ ধৰ্ম) ক'ব, "প্ৰমাণ কি ?" প্ৰমাণ একো নাই। যি দেখিছোঁ, সেয়ে প্ৰমাণ। আৰু দুজন-এজনে ইয়াকো কৈছে যে যি কেজনে স্পিৰিট অনাইছিল, তেওঁলোকেই হয়তো নিজেই লেখি দিয়ে। আন ঠাইত কি হয় ক'ব নোৱাৰোঁ, কিন্তু আমি কৰোঁতে যে তেনে হোৱা নাই, এইটো সাহ কৰি ক'ব পাৰোঁ।

মোৰ নিজৰ পৰিয়ালৰ স্বৰ্গী হোৱা মানুহ আহি কিমান সজ উপদেশ দি গৈছে! আচৰিত, এজন আত্মা এনেকৈ আহিছিল। আহি আটাইকে ঘৰৰপৰা ওলাই যাবলৈ কৈ মোৰ সহধৰ্ম্মিণী আৰু মোক মাথোন থাকিবলৈ কৈ বহুতো সজ উপদেশ দি গ'ল। সেইবোৰ কথা ইয়াত লেখিবৰ একো সকাম নাই। কিন্তু আচৰিত !

এটা কথা মই কওঁ কিন্তু, কোনো নতুন মানুহে যেন অকলৈ কেতিয়াও স্পিৰিট নানে। লগত এজন জনা-শুনা মানুহ থকা ভাল। নহ'লে গোলমাল হ'বৰ সম্ভৱ। আৰু একৰকমে স্পিৰিট আহে এনেকৈ—যি তিনিজন মানুহে একেলগে বহি 'স্পিৰিট' আনে, তেওঁলোকৰে এজনৰ ভিতৰত আত্মা সোমাই নানান কথা-বতৰা কয়। সেইখিনি সময়ৰ নিমিত্তে সেই মানুহজনৰ একো অস্তিত্ব নেথাকে। সেই আত্মাই সেই স্থান অধিকাৰ কৰে। সেইদেখি জনা-শুনা মানুহ নেথাকিলে স্পিৰিট অনা ভাল নহয়। আৰু এটা কথা, এইবোৰ আনিও একো লাভ নাই ; কিয়নো একো নতুন কথা জানিব নোৱাৰি। 'আত্মা'-বিলাকেও ক'ব নোখোজে কি ক'ব নোৱাৰে। কাৰো কাৰো ভয়ো খাবৰ কথা। আমি পুৰীত যিটো ঘৰত আছিলোঁ, সেইটো বৰ ডাঙৰ ঘৰ, তাত বহুতো খোটালী। ৰাতি সেই ঘৰৰ এখোটালীৰপৰা আন খোটালীলৈ মানুহজনীয়া হ'লে আন্ধাৰত অলপ বেয়া লাগিছিল। 'স্পিৰিট' অনা এটা বাৰী খোৱা বস্তুৰ দৰে হয়। অনাখিনি সময়ত নামিলে মন উতল-থুতল

কৰে, আনিবৰ মন যায়। আমি ১৯১৫ চনত প্ৰায় প্ৰতিদিনে 'স্পিৰিট' অনাই-ছিলোঁ। পাছত সকলো সময়তে সেই চিন্তাই হৈছিল, বিশেষ—যদি কোনোবা নিজৰ মানুহে কিবা কৈ যায়। সেইদেখি এই বিষয় বেছি চৰ্চা নকৰাই ভাল।

আৰু এদিনৰ ঘটনা। এবাৰ আমি তিনিজন চাকৰক বহুৱাইছিলোঁ। তাৰে এজনে মুঠেই লেখা-পঢ়া নেজানিছিল, এজনে অলপ লেখিব-পঢ়িব পাৰিছিল। 'স্পিৰিট' আহিল হয়—কিন্তু লাইন টানি আঁকি-বাঁকি গ'ল। বোধকৰোঁ লেখিব নজনা উড়িয়া পানীৱালাৰ হাতত স্পিৰিট আহিছিল; তেওঁ একো নেলেখিলে, কিন্তু বহুতবাৰ টেবিলত ভৰিৰে ঠক্ ঠক্ কৰিলে। মই টেবিলৰ চাৰিউফালে ঘূৰা নাছিলোঁ; কিন্তু মোৰ হাত এখন শকত (stiff) হৈ উঠিল। পাছত মই ভিতৰলৈ আহি হাতখন টিপাতহে হাতখন আকৌ আগৰদৰে হ'ল। ইয়াৰ তথ্য এইটো হ'ব পাৰে—স্পিৰিটজনে মোৰ ভিতৰলৈ আহিব খুজিছিল বোধকৰোঁ। আৰু দুবাৰ এনে হৈছে।

এজন 'স্পিৰিট'ক পৃথিৱীত কেনে আৰু কোন মানুহ আটাইতকৈ সুখী (তেওঁ বঙালী আছিল)—সোধাত তিনটা নাম ক'লে, **Lord Morley, Sir K. G. Gupta** আৰু **P. Choudhury.** কোন পি. চৌধুৰী বুলি মই সুধিলোঁ। সবুজ পত্ৰৰ সম্পাদক? তেওঁ ক'লে, "এৰা।" আৰু আন আন কথা আন আন স্পিৰিটে বা এৰেঁই কি কৈছে, সেইবোৰ কৈ আমনি নলগাওঁ। আৰু সকলো সময়তে যে সকলো কথা সকলো স্পিৰিটে সঁচাকৈ কয় সিও নহয়।

আগেয়ে কৈছোঁ, এতিয়াও কওঁ, কোনো কোনো 'স্পিৰিট' আহি বেবেৰিবাং কথা, বিহকে পায় তাকে লেখে। স্পিৰিট অনাওঁতে মন শান্ত, ধীৰ হৈ থকাৰ লাগে। আমাৰ এই পৃথিৱীত যেনে বেয়া আৰু ভাল আছে, স্পিৰিট ৰাজ্যতো তেনে বেয়া-ভাল আছে। মানুহ মৰিলেই যে একেবাৰে ভাল হৈ যায়, তাৰ কোনো অৰ্থ নাই।

এইবোৰ কথাৰ মূলত কি আছে, স্পিৰিট সঁচাকৈয়ে আহে নে আমাৰ মনৰ ভাবটোহে মাধোন তাত প্ৰকাশ হয় (এটা কথা—বহুতো সময়ত নজনা স্পিৰিট আহিছে, হয়তো সেই আত্মাক কোনো সময়তে বহুত দিন দেখা নাই, তেনে আত্মাও আহিছে; চিনি নোপোৱা আত্মাও আহে), মনৰ অন্তৰ্মনে যদি সেই-বোৰ বিষয় বহুত দিনৰ আগেয়ে ভাবিছিল, সেই ভাব আকৌ যদি আজি প্ৰকাশ হৈছে—এইবোৰ কথা তাৰ্কিক মানুহৰ নিমিত্তে থৈ দি আমি এই কেঁআৰাৰ কথা অন্ত কৰোঁ।

# পায়োৰীয়া

পায়োৰীয়াৰ (Pyorrhea) নাম চাগে বহুতে শুনা নাই। ই ৰোগ নতুন। আজি-কালি ডাক্তৰবিলাকে পায়োৰীয়াই বহুতো বেমাৰৰ কাৰণ বুলি ধৰি লয়। সিদিনা মোৰ ওচৰলৈ দুজন মহম্মদীয় ডেকা আহিছিল; তাৰে ভিতৰত এজনে এই কলেজত পঢ়িছিল। এবেঁই আৰু এজন ডেকাক মোৰে লৈতে কোনো এটা কামৰ নিমিত্তে চিনাকি কৰি দিবলৈ কিছুদিন আগেয়ে আনিছিল। মই তেওঁক সেইজন ডেকাই অমুক কামটো পালে নে নাই সোধাত ক'লে যে ডাক্তৰে তেওঁক পায়োৰীয়া হোৱাৰ নিমিত্তে পাছ নকৰিলে। এওঁ মোৰ ওচৰলৈ পুলিচ বিভাগত কাম কৰিবৰ নিমিত্তে শলাগনি চিঠিৰ নিমিত্তে আহিছিল। এতিয়া কথাটো দেখোন ঘৰৰ ওচৰলৈ আহিল। দাঁতৰ পায়োৰীয়া হ'লে দেখোন গৱৰ্ণমেণ্টৰ কাম পোৱা নেযায়! তেনেহ'লে চাউলকঠিৰ কি হ'ব? যুদ্ধৰ সময়ত বহুতো ল'ৰাই পায়োৰীয়াৰ নিমিত্তে চিপাহীৰ দলভুক্ত হ'ব নোৱাৰিছিল। এই বেমাৰৰ নিমিত্তে জীৱন-বীমা কোম্পানীবোৰে জীৱন-বীমা নকৰে। সাৱধান! পায়োৰীয়া কি—জানি লোৱাঁ, সময় থাকোঁতেই জানি লোৱাঁ। গৱৰ্ণমেণ্টৰ কাম কি জীৱন-বীমাৰ নিমিত্তে, নহয় নিজৰ শৰীৰৰ নিমিত্তে, স্বাস্থ্যৰ নিমিত্তে, তোমাৰ ল'ৰা-ছোৱালী, আত্মীয়বৰ্গৰ মঙ্গলৰ নিমিত্তে জানি লোৱাঁ। যেতিয়া দাঁত মাজিবা, দাঁতৰ আলুও মাজিবা। দাঁতৰ আলু আঙুলিৰে ঘঁহিবা। পায়োৰীয়া বেমাৰ হ'লে আলুৰপৰা তেজ-পূজ ওলায়, দাঁতৰ আলু পাছ হুঁহকি যায়, দাঁত লৰে, দাঁত-মুখৰপৰা গোন্ধ ওলায় ইত্যাদি। আজি-কালিৰ এজন জনা-শুনা ডাক্তৰক সুধি ল'ব লাগে—এই পায়োৰীয়া কি? পায়োৰীয়া হ'লে সকলো বেমাৰেই সোনকালে হ'ব পাৰে। সেইদেখি সাৱধান। ৰাতিপুৱা আৰু ৰাতি দাঁত আৰু দাঁতৰ আলু সুন্দৰৰূপে ঘঁহিব লাগে—ভাল দন্ত-মাৰ্জন দি। বিশেষ—শোৱাৰ আগে-য়েই ৰাতি ভালকৈ ঘঁহিব লাগে। Pyorrhea কি জানিব লাগে আৰু কি কৰিলেই নহয়, তাকো জানিব লাগে। আজি-কালি ডাক্তৰে কয়—আমাৰ দেশৰ মানুহৰ বহুতৰে Pyorrhea আছে। মই জানো—এজন মানুহৰ বহুমূত্ৰ বেমাৰ এই দাঁতৰ নিমিত্তে হৈছিল। এইবাৰ যি লেখা নহ'ল, অহাবাৰে লেখা যাব; এই আশা ৰাখিলোঁ।*

*চতুৰ্থ বছৰৰ দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ সংখ্যাতো সেই সম্পৰ্কীয় লেখা নাই।

—সম্পাদক, আ. ব. ম.

## কেঅাষাৰমান কথা

(১)

মোৰ মাতৃভাষাত কেবাখনো কাকত ওলাইছে। ই বৰ সুখৰ কথা। আশা-কৰোঁ, এই কাকতকেখনি দীৰ্ঘজীৱী হৈ মোৰ আসাম আৰু মোৰ ভাষাৰ উন্নতি সাধন কৰি, এনে কাকতৰ কাম ভালকৈ সমাধা কৰি, নিজৰ জনম সাৰ্থক কৰিব। সকলোখিনিকে এই সুযোগতে মোৰ শুভ ইচ্ছা জনাওঁ।

মিলনৰ কাম সকলো অসমীয়া ছাত্ৰ-সম্প্ৰদায়ৰ একেলগ কৰা। মিলনৰ কাম মহৎ। আজি যিজন ছাত্ৰ, কালি তেওঁ দেশ-নায়ক—এই কথা সকলোৱে স্বীকাৰ কৰিব। এই ছাত্ৰ-জীৱনতে মহৎ কামৰ বীজ ৰ'ব লাগে। ছাত্ৰ-সম্প্ৰদায়ৰ কাম দায়িত্বপূৰ্ণ। যেনেকৈ বঢ়া লফাৰ দুপাততে চিন, তেনেকৈ বহুতো ছাত্ৰই ছাত্ৰ-সময়ৰপৰাই ভাল ভাল কামৰ চিনাকি দিয়ে। মিলন চলাওঁতাসকলক মোৰ আন্তৰিক ইচ্ছা জনাওঁ। মিলন চলাওঁতাসকলে ভৱিষ্যতত মহৎ কামৰ চানেকি দিছে। ভগৱানে তেওঁলোকক মঙ্গল কৰোক।

মিলনৰ গাত এটি শকত কামৰ ভাৰ দিবলৈ আগবাঢ়িছোঁ। আমাৰ ভাৰতবৰ্ষত এই কামটো কৰা টান। আমাৰ দেশত দেখা যায় যে যি ল'ৰা লেখা-পঢ়াত ভাল, সেই ল'ৰাৰ গা বেয়া, নাইবা শকত নহয়। মিলনে যদি অসমীয়া ছাত্ৰৰ মন আৰু শৰীৰ একেলগে সুস্থ আৰু সবলে ৰাখিবলৈ যতন কৰি কৃতকাৰ্য্য হয়, তেনেহ'লে মিলনে অসমীয়াৰ পৰম হিতাকাঙ্ক্ষী হৈ ভাৰত আৰু পৃথিৱীৰ হিত সাধিব। আমাক mens sana in corpore sano লাগে—healthy mind in a healthy body লাগে—সুস্থ শৰীৰত সুস্থ মন লাগে। মিলনে এই কামটি হাতত লৈ জগতৰ হিত সাধিবনে?

* * *

শৰীৰ ভালে নেথাকিলে কোনো কামেই ভালকৈ কৰা নেযায়। কোনো কামত মন নবহে। কাম কৰিবৰ সময় হ'লে মূৰ কামুৰিলে, কি পেট ওফন্দিলে, কি পেটে ভুট্ ভাট্ কৰি থাকিলে, কি মূৰ ঘূৰালে কেনেকৈ ভালকৈ কাম কৰা

যায় ? অথচ শৰীৰ ভালে থাকিলে এইবোৰ বেমাৰ কেতিয়াও নহয়। সকলে-পৰা শাৰীৰিক নিয়ম পালিলে এনেবোৰ বেমাৰ কেতিয়াও হ'ব নোৱাৰে। আমাৰ অভিভাৱক আৰু শিক্ষকসকলে ছাত্ৰৰ শৰীৰৰ কালে চায়নে ? তেওঁ-লোকৰ মতানুযায়ী মানসিক শিক্ষা দিয়ে; কিন্তু কেইজনে শৰীৰিক শিক্ষাৰ পিনে কাণ দিয়ে ? অৱশ্যে মানসিক শিক্ষাৰ বিষয়েও বহুতো ক'বলগীয়া কথা আছে। শাৰীৰিক শিক্ষা সম্বন্ধে আমাৰ অভিভাৱকসকলে আৰু মন দিয়া উচিত। সকলো পঢ়াশালিৰে মন্ত্ৰ **Mens sana in corpore sano** হ'লে যোৰ আসামৰ, আমাৰ ভাৰতবৰ্ষৰ মঙ্গল। মিলনে মন আৰু শৰীৰৰ লগে লগে উন্নতি আমাক কেতিয়া দেখুৱাব ? আমি জীয়াই থাকোঁতেই যেন এই মিলন হয়।

ইংলণ্ডত এই মিলন দেখা যায়। এই মিলনৰ কথা ভাবিলেই গ্লেড্‌ষ্টোনৰ (**Glodstone**) কথা মনত হয়। তেওঁ প্ৰায় নবৈ বছৰ জীয়াই আছিল—১৮০৯ খ্ৰীষ্টাব্দৰপৰা ১৮৯৮-লৈকে। কি কৰ্ম্মময় জীৱন! মনৰ কি শক্তি! মনৰ লগে লগে শৰীৰৰ কি শক্তি! তেওঁৰ ঘৰ **Hawarden**-ত গছ কাটি খৰি ফলাৰ বিষয় জগতে জানে। তেওঁ ২৫।৩০ মাইল খোজ কঢ়াৰ কথাও সকলোৱে জানে। শৰীৰ আৰু মনৰ, তেওঁৰ জীৱনত মিলন আছিল দেখিহে তেওঁ এনে একেষাৰ কথা ক'ব পাৰিছিল—"**Change of work is the best refreshment of my life.**" সকলো অসমীয়া ল'ৰাৰ (আৰু ছোৱালীবো) গ্লেড্‌ষ্টোনৰ জীৱন-চৰিত পঢ়ি সেই মহাত্মাৰপৰা শিক্ষা লভা ভাল।

* * *

তেওঁ সকলো কাম কৰিবলৈ সময় পাইছিল। কোনো এটা কাম "সময় নাই" বুলি পেলাই থৈ নিদিছিল। তেওঁ খোৱা বস্তু বত্ৰিশবাৰ চোবাই গিলাৰ কথা আমি যদি নেজানো, আমাৰ জনা উচিত। খোৱা বস্তু আমাৰ বহুতৰ দৰে নোচোবাই কি আধা চোবাই গিলাৰ অভ্যাস তেওঁৰ নাছিল। তেওঁ দাঁতৰ সদ্ব্যৱহাৰ কৰিছিল। সেইদেখি তেওঁৰ খোৱা বস্তু সোনকালে জীৰ্ণ গৈছিল। তেওঁৰ মানসিক শক্তি আৰু শাৰীৰিক শক্তিৰ উন্নতি একেলগে কৰিব পাৰিছিল দেখিহে ইংলণ্ড যেন ঠাইত তেওঁ ইমান ওখ ঠাই অধিকাৰ কৰিছিল। অসমীয়া! এনে মিলন তোমাৰ কেতিয়া হ'ব ?

(২)

যেতিয়া নগাঁৱৰ স্কুলৰ সপ্তম শ্ৰেণীত পঢ়িছিলোঁ, তেতিয়া প্যাৰীচৰণ সৰকাৰৰ Second Book of Reading (ইংৰাজী দ্বিতীয় পাঠ, তেনে আমাৰ ইংৰাজ, আমাৰ দেশী মানুহে এতিয়া নেলেখে; লেখিব পাৰিলেও নেলেখে; begin নেলেখি commence লেখে) পঢ়োঁ। তাত পঢ়িছিলোঁ (তুলসী মাষ্টৰে পঢ়াইছিল; সঙ্গী মাষ্টৰে আন বিষয় পঢ়াইছিল; এতিয়াও তেওঁ জীয়াই আছে। ৺যোগেশ্বৰ মহন্ত আৰু ৺বিজয়ৰাম বড়াই বোধকৰোঁ ষষ্ঠ আৰু পঞ্চম শ্ৰেণীত পঢ়াইছিল), "Work while you work, play while you play; That's the way to be cheerful and gay"—অৰ্থাৎ কামৰ সময়ত কাম কৰাঁ, উমলিবৰ সময়ত ওমলাঁ, তেনে কৰিলেই তুমি আনন্দ আৰু ৰং পাবা। ই বৰ সাকৰা কথা। এই সাকৰা কথাৰ তাৎপৰ্য্য তেতিয়া পোৱা নাছিলোঁ। তেতিয়া কবিতাডুখৰি মুখস্থ কৰিছিলোঁ, সেই কবিতাৰ মানে মাষ্টৰক কৈছিলোঁ, কথাবোৰৰ পাৰ্চিং কৈছিলোঁ আৰু তুলসী মাষ্টৰৰ বাঃবাঃ পাইছিলোঁ। আৰু হয় ৺সহজানন্দ গোস্বামী কি মই শ্ৰেণীৰ প্ৰথম হৈছিলোঁ। কিন্তু ডাঙৰ হৈ সেই কথা-কেষাৰিৰ মোল বুজিছোঁ। Work while you work, play while you play অৰ্থাৎ work-ৰ (কামৰ) সময় আছে, আৰু play-ৰো (খেলা-ধূলা) সময় আছে। দিনৰ চব্বিশ ঘণ্টাৰ ভিতৰত কামৰো সময় আছে, ওমলাৰো সময় আছে। আঠ ঘণ্টা শোৱা (নিদ্ৰা), আঠ ঘণ্টা কাম আৰু আঠ ঘণ্টা খেলা-ধূলা। আঠ ঘণ্টা নিদ্ৰাময়ো বুজিলোঁ। আৰু পঢ়োঁতাইও বুজিলে; কিন্তু আঠ ঘণ্টা কাম আৰু আঠ ঘণ্টা খেলা-ধূলা বুজা টান। কোনটো কাম আৰু কোনটো খেলা-ধূলা? যি মানুহে কাম কৰিবলৈ ভাল পায়, তেওঁ সেই কামকে খেলা বুলি ভাবে। কামক খেল বুলি ভাবি ৰং মনেৰে কাম কৰিলে কাম সোনকালে সুকলমে হয়। এজন মুখ ওফন্দাই কাম কৰা মানুহতকৈ হৃষ্টচিত্তে কাম কৰা মানুহে ভাল কাম কৰিব পাৰে, কৰেও। জীৱনত দেখিছোঁ যে ৰং মনেৰে কাম কৰা মানুহে কাম ভাল কৰে। তেনে মানুহৰ সংসৰ্গলৈ আহোঁতে সুখ। কাৰ্লাইলৰপৰা আৰম্ভ কৰি সকলো ডাঙৰ ডাঙৰ জ্ঞানী, বিজ্ঞ মানুহে প্ৰফুল্ল চিত্তেৰে কাম কৰা মানুহৰ প্ৰশংসা কৰিছে। গ্লেড্‌ষ্টোনে (Gladstone) কৈছে—এটা কামৰপৰা আজৰি লৈ আৰু এটা কাম কৰায়েই তেওঁৰ বিশ্ৰাম আছিল। কিন্তু গ্লেড্‌ষ্টোনৰ দৰে আমি আজিতে কৰোঁ বুলিলে তেনে পৰিশ্ৰম কৰিব নোৱাৰোঁ, ল্যাহে ল্যাহেহে কৰিব পাৰিম। কিন্তু

তেওঁলোকৰ হবে আমি যিখিনি কামকে কৰোঁ, সেইখিনিকে হৃষ্টচিত্তে একান্তমনে কৰিবলৈ শিকোঁহঁক। একো টান কথা নহয়।

সকলো কামৰে সময় আছে। এই সময়মতে যি সময়ৰ যি কাম তাকে কৰি কোনো কামকে অলপ "পাছে কৰিম" বুলি পেলাই নথৈ তেতিয়াই সকলো কাম সমাধা কৰিলে আমাৰ যে উন্নতি হ'বই, আৰু আমাক দেখি আনে তেনে কাম কৰাত সমাজৰো উন্নতি হ'ব।

**Mens sana in corpore sano** হ'ব লাগিলে খেলা-ধূলা লাগে। আৰু এটি অতি সাকৰা লাগতিয়াল ইংৰাজী বচন আছে—"**All work and no play makes Jack a dull boy.**" আমাক **dull boy**—বিষন্ন ল'ৰা নেলাগে, আমাক **bright boy**—প্ৰফুল্ল ল'ৰা-ছোৱালী লাগে। তেনে ল'ৰা-ছোৱালী হ'ব লাগিলে শৰীৰৰ কালে (লেখা-পঢ়াৰ লগে লগে, কামৰ লগে লগে) চকু ৰাখিব লাগে। কম হ'লেও চাৰি মাইলমান মুকলি ঠাইত ফুৰিব লাগে। ক্ৰীকেট, ফুটবল ভাল, কিন্তু তাৰো সময় আছে। ক্ৰীকেট, ফুটবল গোটেই দিন দিনৌ খেলিলে শৰীৰৰ পক্ষে বেয়া। **William Hazlitt**-এ কৈছে যে তেওঁ কোনো নতুন ঠাইলৈ গ'লে আগেয়ে ভালকৈ চাই লৈছিল—সেই ঠাইত কম হ'লেও পাঁচ মিনিটমান সুন্দৰকৈ দৌৰিব পৰা ঠাই আছে নে নাই। তেওঁ খোজ কাঢ়িবলৈ ভাল পাইছিল, খোজ কাঢ়িবলৈ সময় নেপালে পাঁচ মিনিটমান দৌৰি লৈছিল। শ্ৰীযুত সুৰেন্দ্ৰনাথ ব্যানাৰ্জিয়ে এই বয়সতো পোন্ধৰ মিনিট (কম হ'লেও) খোজ কাঢ়ে। **Gladstone**-এ পাৰ্লেমেন্ট মহাসভাৰ কাম কৰি ৰাতি পোন্ধৰ-কুৰি মাইলমান খোজ কঢ়াৰ কথা সকলোৱে জানে। যিসকল মানুহেই ডাঙৰ হৈছে, পৃথিৱীত নাম থৈ গৈছে, সেই সকলো মানুহেই কাম আৰু খেল দুয়োটাৰে সামঞ্জস্য ৰাখি চলিছিল। "**Work while you work, play while you play; That's the way to be cheerful and gay**" আৰু আনটি কথা "**All work no play makes Jack a dull boy**"—এই দুটি কথা মনত ৰাখিলে আমাৰ ভৱিষ্যতৰ ল'ৰা-ছোৱালীবিলাক আমাৰ সময়ৰ মানুহসকলতকৈ নিশ্চয়কৈ সুস্থ-সবল হৈ আমাৰ ভাৰতবৰ্ষৰ, মোৰ আসামৰ মুখ উজলাব। আসামৰ ছাত্ৰসকলক মোৰ আন্তৰিক শুভ ইচ্ছা জনাওঁ। ভগৱানে তেওঁলোকৰ মঙ্গল কৰোক।

# স্বাস্থ্যৰ বিষয়ে কে-আষাৰমান

ভাৰতৰ মঙ্গল হওক। ল্যাটিন (Latin) ভাষাত এটি বচন আছে—Mens sana in corpore sano ( মেন্স স্যানা ই কৰপৰিস্যানো )—সুস্থ শৰীৰত সুস্থ মন। আমাৰ যেনে সুস্থ-সবল শৰীৰ লাগে, তাৰ লগে লগে সুস্থ-সবল মনো লাগে। এয়ে শিক্ষা। ইয়াৰে এটি থাকিলে, আনটি নেথাকিলে সম্পূৰ্ণ শিক্ষা নহয়। সুস্থ শৰীৰ আৰু সুস্থ মন থাকিলে নৈতিক শিক্ষাও হয়।

বহুত মানুহ আছে—লেখা-পঢ়াত ভাল, শ্ৰেণীত পৰীক্ষাত প্ৰথম হয়; কিন্তু অলপতে পানী লাগে, মূৰ কামোৰে, অজীৰ্ণ বেমাৰ হয়, গাত বল নোহোৱা হয়, অলপতে ভাগৰ লাগে। এনে ল'ৰা-ছোৱালীৰ শিক্ষাক শিক্ষা বুলিব নোৱাৰি। পিছত কোৱা ল'ৰা-ছোৱালীবিলাকৰ শাৰীৰিক অৱস্থাৰ নিমিত্তে মাক-বাপেক জগৰীয়া। এনেবিলাক ল'ৰা-ছোৱালীৰ লেখা-পঢ়াৰ লগে লগে শৰীৰো শুধৰাব লাগে। এনেবিলাক ল'ৰা-ছোৱালীক এদ'ম কিতাপ পঢ়িবলৈ নিদি লাহে লাহে পঢ়াব লাগে, আৰু শৰীৰ ভাল হ'লেহে ভালকৈ পঢ়ুৱাব লাগে। তেহে এওঁলোকক সম্পূৰ্ণ শিক্ষা দিবৰ উপযোগী কৰিব পৰা যাব। মাক-বাপেক, শিক্ষকসকলে ল'ৰা-ছোৱালীৰ মনৰ ফালে যেনেকৈ চকু ৰাখে, তেনেকৈ শৰীৰৰ ফালে চালে আমাৰ ল'ৰা-ছোৱালীৰ মঙ্গল হ'ব, পৰিয়ালবৰ্গৰ মঙ্গল হ'ব, আৰু আটাইতকৈ এই দুৰ্য্যোগ-দুৰ্দ্দিনৰ সময়ত আমাৰ দেশৰ মঙ্গল হ'ব। আমি যেন নেপাহৰোঁ—আমাক সকলো সময়তে, বিশেষকৈ এইখিনি সময়ত, সবল-সুস্থ মন থকা সবল-সুস্থ শৰীৰৰ ল'ৰা-ছোৱালী লাগে।

বিদ্বান, বিদুষী বুলিলে যি বুজা যায়—আমাক এনে ল'ৰা-ছোৱালী লাগে। তেনেকৈ সুস্থ শৰীৰৰ শক্তিশালী, শক্তিশালিনী ল'ৰা-ছোৱালীও লাগে। তেহে আমাৰ দেশৰ মঙ্গল হ'ব। তেহে "জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী" বচন-কেৰি সাৰ্থক হ'ব। জননীয়ে ক'ব, "এইসকল মোৰ ল'ৰা-ছোৱালী।" যেতিয়া গৌৰবেৰে ক'ব পাৰিব এইকেৰি কথা, তেতিয়া জননীৰ গৌৰৱ, জন্মভূমিৰো গৌৰৱ হ'ব।

আমাক যেনেকৈ বিদ্বান-বিদুষী ল'ৰা-ছোৱালী লাগে, তেনেকৈ আমাক টনকিয়াল ল'ৰা-ছোৱালীও লাগে। ইংৰাজীত এটি বচন আছে, "All work and no play makes Jack a dull boy"—যি জ্যাকে খুঠে কাম-কাজ কৰে, লেখা-পঢ়া কৰে, খেল-ধেমালি নকৰে, সেই জ্যাকটো গাধহে হয়। মই কওঁ, "Makes Jill a dull girl also"—জীলকো এজনী আজলী ছোৱালী কৰে।

খোজকঢ়া, দৌৰা-দৌৰি কৰা, সাঁতোৰা, ফুটবল, ক্ৰীকেট, ভলিবল, হাডুডু খেল, দবিয়া খেল, এডাল জৰী লৈ 'স্কিপ' কৰা ( 'স্কিপ'ৰ অসমীয়া নেদেখি ইংৰাজী কথাটোকে দিলোঁ,—ল'ৰা-ছোৱালীয়ে বুজিব ), আৰু এনেবিধ খেল-ধেমালি ল'ৰা-ছোৱালীৰ দৰকাৰ। সৰু সৰু ল'ৰা-ছোৱালীয়ে এমাইল-দুমাইল খোজ কাঢ়িব পাৰে, আৰু ১৩।১৪ বছৰৰপৰা চাৰি মাইলমান দিনৌ খোজ কাঢ়িলে ভাল, যেনে—উজান বজাৰৰপৰা ভৰলুমুখ কি কামাখ্যা পৰ্ব্বত ( আমি সকতে পৰ্ব্বতহে কৈছিলোঁ। কামাখ্যা পৰ্ব্বতত থাকে দেখি পৰ্ব্বতীয়া গোসাঁই কওঁ। বঙালীয়ে আকৌ 'পাৰ্ব্বতীয়া' গোসাঁই কয়। 'পাৰ্ব্বতীয়' বঙলা হ'ব পাৰে, 'পাৰ্ব্বতীয়া' মোৰ মনেৰে নহয়। আৰু আজি-কালি অসমীয়াই 'পাহাৰ' 'পাহাৰ' ক'বলৈ শিকিছে। 'হেমকোষ'ৰ একহেজাৰমান পাতৰ ভিতৰৰ এটি পাততো 'পাহাৰ' শব্দ নাই ), আৰু কামাখ্যা পৰ্ব্বতৰপৰা উজান বজাৰলৈ উভতি গ'লে চাৰি মাইলমান হ'ব।

আৰু এটি কথা কৈ এই কাকতখিনি সামৰোঁ। ·ৰাতিপুৱা উঠি হাত-মুখ ধুবৰ সময়ত যেন দাঁত ভালকৈ নিকা কৰি মজা হয়, বিশেষ—আলুখিনি। সপ্তাহত তিনি দিনমান সৰিয়হৰ তেল আৰু লোণ দি মাজিলে হানি নহ'ব। কিন্তু সেইখিনি সময়ত চকুত চলুৰে চলুৰে পানী দি ধুব লাগে। আৰু ভাত-পানী খোৱাৰ পাছতো এনেকৈ ধুলে চকুৰো জ্যোতি বাঢ়িব আৰু তোমাৰ মুখৰ-পৰাও সুগন্ধ ওলাব। আলুখিনি কিন্তু ভালকৈ ঘঁহিব লাগিব। এই আলু নমজা মানুহৰ মুখৰপৰা বেয়া গোন্ধ ওলায়, জানিবা। বোপাটি, আইটিহঁত, মুখৰ তালুখনিও অলপ পানী দি চুবা। এই কথাখিনি সৰু ল'ৰা-ছোৱালীৰ পক্ষে যেনে মন কৰিবলগীয়া, বয়সিয়াল মানুহৰ পক্ষেও তেনে। স্বাস্থ্য জনসাধাৰণৰ উদৈহতীয়া সম্পত্তি।

ভগৱানে তোমালোকৰ মঙ্গল কৰক। ভাৰতৰ মঙ্গল হওক। তোমালোকৰ মঙ্গল হ'লেই ভাৰতৰ মঙ্গল হ'ব।

# হাঁহি

হেবা বাটকৰা, অলপ জিৰাই যোৱাচোন। ইমান বেগাবেগিকৈ গম্ভীৰ-ভাবে ক'লৈনো যোৱা? আহাঁ, অলপ বহি যোৱা।

তুমি যদি হাঁহিৰ মোল বুজিলাহেঁতেন, ইমান গম্ভীৰভাৱে নেথাকিলা হয়। হাঁহিলে যকৃৎ আদিৰ ক্ৰিয়া ভাল হয়, তেজৰ ক্ৰিয়া ভাল হয়, হজম শক্তি বাঢ়ে। জানা নহয়—হজমৰ ওপৰতে আমাৰ শৰীৰৰ ভাল-বেয়া নিৰ্ভৰ কৰে। যি খোৱা তাক যদি সুন্দৰৰূপে হজম কৰিব পাৰা, তোমাক কোনো ৰোগে আক্ৰমণ কৰিব নোৱাৰে জানিবা। হাঁহিলে হজম হয়। মন প্ৰফুল্ল থাকিলে হজম হয়। তুমি নিজে প্ৰফুল্ল থাকা, লগৰ আন মানুহকো প্ৰফুল্ল ৰাখিব পাৰিবা। ১৯০৪ খ্ৰীষ্টাব্দত মই আমেৰিকাৰপৰা ওলোৱা কিছু কিছু কিতাপ পঢ়িছিলোঁ। আমেৰিকাৰপৰা ন-ভাবৰ (new thought) কিতাপ বহুতো ওলাইছে। তাৰে এখনত এটি সুন্দৰ গপ্ পঢ়া মনত পৰে। গপ্‌টো এই।

এজন মানুহৰ কিবা এটা বৰ টান বেমাৰ হৈছিল। কাৰো সৈতে কথা নেপাতে, নেহাঁহে, কোনো বিষয়ত লিপ্ত নহয়। সদায় বিমৰ্ষ, আৰু তাৰ লগত আনুষঙ্গিক আন বেমাৰো আছিল। বহুত ডাক্তৰে চালে, বহুত দৰব খালে; ভাল নহ'ল। পাছত এখন হাস্পাতালৰ (আমাৰ দেশৰ মানুহে হাস্পাতালৰ নাম শুনিলেই ভয় খায়, হাস্পাতালৰ দেৱাই নেখায়; হাস্পাতালৰ নাম শুনিলেই পলায়। আমেৰিকা-য়ুৰোপত এনে নহয়। তাৰ মানুহে দৰকাৰ হ'লে হাস্পাতাললৈ নিৰ্ভয়ে যায়। অৱশ্যে তাৰ হাস্পাতালবোৰো বেলেগ। আমাৰ দেশৰ মানুহৰ কাৰো কাৰো ধাৰণা যে হাস্পাতালত ঠিক দৰব নেপায়, ঠিক দৰব নিদিয়ে ইত্যাদি বহুতো ধাৰণাৰ বশবৰ্ত্তী হৈ আমাৰ মানুহে হাস্পাতাললৈ যাব নোখোজে) এজন ডাক্তৰে এই দৰব ধাৰ্য্য কৰি দিলে। সেই বেমাৰীৰ বিচনাৰ ওচৰলৈ গৈ এজন মানুহে ৰাতিপুৱা কিছুপৰ হাঁহিবগৈ। কোনোৱে কথা সুধিলে কোনো উত্তৰ নিদিব, কেৱল হাঁহিব। পাছত এজন মানুহে দিনৌ

পুৰা সেই বেমাৰীৰ ওচৰলৈ গৈ এনেকৈ হাঁহে। বেমাৰীয়ে এনেকৈ এজন মানুহে তেওঁৰ বিচনাৰ ওচৰত দিনৌ ইহাত একেথৰে চাই থাকে। আকৌ চাগৈ ভাবে—মানুহটোৱে কিয় এনেকৈ হাঁহে! কেবাদিনৰ পাছত এই মানুহটিক এনেকৈ হাঁহি থকা দেখি বেমাৰী মানুহটিয়েও হাঁহি দিলে। ভাবিলে চাগৈ—ই মানুহটো কোন, মোৰ ওচৰত আহি কথা নাই বাৰ্ত্তা নাই হাঁহেহি; বলিয়া নে কি? কাৰণ যিয়েই হওক, কিন্তু সেই-দিনাৰেপৰা সেই মানুহৰ বেমাৰ ভাল হ'বলৈ আৰম্ভ কৰিলে। হাঁহিৰ ইমান উপকাৰিতা। হাঁহিবা। চিঞৰি হাঁহিবা। মন খুলি হাঁহিবা। চকুত পানী অহা কৰি হাঁহিবা—যদি মন যায়। কান্দি চকুত পানী অনাতকৈ হাঁহি চকুত পানী অনা ভাল। শতগুণে ভাল; সহস্ৰগুণে, লক্ষগুণে ভাল। হাঁহিবলৈ ভয় নকৰিবা। অৱশ্যে ঠাই বুজি হাঁহিবা। গোসাঁই সেৱা কৰিবলৈ গৈ, পঢ়াশালিত, যিবোৰ ঠাইত সামাজিক নিয়ম আছে যে ইহা ভাল নহয়—সেইবোৰ ঠাইত নেহাঁহিবা। কিন্তু যি ঠাইত ইহা উচিত, কোনো দোষ নাই, সেই ঠাইত মন খুলি, প্ৰাণ খুলি হাঁহিবা। ইয়াৰ দৰে বেমাৰৰ দৰব নাই। হাঁহিবা। যদি মন বেয়া লাগে, অথচ কোনো হাঁহিবৰ সঙ্গী নাই, নিজে নিজেই হাঁহিবা। হাঁহিবলগীয়া কথা ভাবিবা। কোনো কোনো ন-ভাবৰ লেখকসকলে আৰ্চি চাই হাঁহিবলৈকো কয়। কিন্তু আৰ্চি চাই মোৰ মনেৰে সৰহপৰ ইহা ভাল নহয়। এক মিনিট কি দুমিনিটমান হাঁহিলেই যথেষ্ট হ'ব। দুমিনিটতকৈ সৰহ পৰ আৰ্চি চাই ইহা ভাল নহয়। এনেকৈ হাঁহিবলৈ চেষ্টা কৰি থাকিলে ইহা অভ্যাস হৈ যাব। অভ্যাস হৈ মন প্ৰফুল্ল হ'ব; নিজৰো প্ৰফুল্ল হ'ব, নিজৰ প্ৰফুল্লতাৰ লগে লগে লগৰ মানুহ, ওচৰ-চুবুৰীয়া সকলো প্ৰফুল্ল হ'ব। হেৰা বাটকৰা, কেনে লাগিল? ভালকে লাগিল কি বেয়াকে লাগিল, মোৰ -ক'বৰ কথাখিনি ক'লোঁ।

কিন্তু এতিয়াই নেযাবা, আৰু অলপ পৰ বহাঁ। যদি চাহ-পানী এটুপি খোৱা, ৰং পাম। নহ'লে উতলাই চেঁচাকৈ খোৱা-পানী এটুপিকে খোৱাঁ। ধপাত খাব খুজিলে ধপাতো এচিলিমমান খাই যোৱাঁ। মোৰ আৰু এটা কথা ক'বৰ আছে। গুনা, তামোল এথনো খোৱাঁ, নিজেই কাটি খোৱাঁ—আনে কাটিলে যদি বেয়া লাগে।

অলপতে ৰায়বাহাদুৰ শ্ৰীযুত যোগেন্দ্ৰনাথ ঘোষ এম.এ., বি.এল. মোৰ ইয়াত দুদিনমান আলহী আছিল। তেওঁৰ বয়স ৭১ একসত্তৰ। তেওঁ বঙ্গদেশৰ

কোনো কোনো ঠাইত জজৰ কাম কৰিছিল। এতিয়া পেঞ্চন পায়। আৰ্ল হোষ্টেলৰ আইন ছাত্ৰসকলে তেওঁক সন্মান কৰিবৰ নিমিত্তে ঘোৰ বহা খোঁটালীত এটি গানৰ মজলিছ কৰি তেওঁক অভ্যৰ্থনা কৰিছিল। এজন ছাত্ৰই তেওঁক অভ্যৰ্থনা কৰি কে-আৰাৰমান সময়োচিত কথা ক'লে। কোৱাৰ পাছত শ্ৰীযুত ঘোষ ডাঙৰীয়াই তাৰ উত্তৰত উপদেশপূৰ্ণ বহুতো কথা ক'লে। তাৰে এটি গপ্ আছে (এই গপ্ মোক ইয়াৰ আগেয়ে দুবাৰ-এবাৰ কৈছিল)। সেই গপ্‌টি এই :

এজন আমাৰ দেশী উচ্চ কাম কৰা বিষয়াৰ (বিলাত-ওলট) এবাৰ এটা বেমাৰ হৈছিল। সেই বেমাৰৰ এটা লক্ষণ আছিল মাজে মাজে মুখেৰে তেজ ওলোৱা। এনে এটা ঘটনা ঘটিলে পৃথিৱীত খুব কম মানুহেই আছে যাৰ মন ভালে থাকে। তেওঁৰো মন বেয়া হ'ল। ইয়াৰ বহুতো ডাক্তৰক দেখুৱালে; তেওঁলোকে একো কৰিব নোৱাৰিলে। পাছত তেওঁ বিলাতলৈ গৈ চিকিৎসা কৰোৱাকে ঠিক কৰি বিলাতলৈ গ'ল। লণ্ডনৰ এজন ডাঙৰ বিশেষজ্ঞ ডাক্তৰৰ ওচৰলৈ গৈ তেওঁৰ বেমাৰৰ কথা ক'লে। ডাক্তৰে ভালকৈ পৰীক্ষা কৰি চাই তেওঁৰে সৈতে কথা-বাৰ্ত্তা হৈ আৰু এদিন সময় নিৰ্দ্ধাৰিত কৰি আহিবলৈ ক'লে। তাৰ পাছত সেইদিনাও ভালকৈ পৰীক্ষা কৰি চাই বহুতো কথা-বতৰা হ'ল। ডাক্তৰজন বয়সিয়াল আছিল আৰু আমাৰ ৰোগীজনৰো বয়স তেতিয়া সৰহ নাছিল চাগে। অলপ পৰ বেমাৰীৰ ফালে চাই ক'লে, "Young man, do you know the value of laughter ?" হাঁহিৰ মোল বুজানে? আমাৰ ডাঙৰ বিষয়াজনে আচৰিত হৈ তেওঁৰ মুখৰ ফালে চাই থাকিল। "কয় কি? হাঁহিৰ মোল? এই নিমিত্তেই ইমান খৰচ কৰি আহিলোঁনে?" পাছত বিজ্ঞ ডাক্তৰজনে হাঁহি হাঁহি ক'লে, "তোমাৰ মুখ দেখি এই কথা মনত নহয় যে তুমি হাঁহিৰ মূল্য বুজা।" তেওঁৰ কি বেমাৰ হৈছে সেই বিষয়ে কৈ অতি ডাঠি উপদেশ দিলে, "খুব হাঁহিবা, যেতিয়াই সুবিধা পোৱা তেতিয়াই হাঁহিবা। অলপ নেহাঁহি মন খুলি, প্ৰাণ খুলি হাঁহিবা। ভয় নকৰিবা, ভাল হ'বা।" এনে এজন ডাঙৰ ডাক্তৰৰ এনে উপদেশ-বাণী শুনি বেমাৰীৰ মন প্ৰফুল্ল হ'ল। সেই বেমাৰীজনে এতিয়া আৰু ওখ কাম কৰি দেশৰ সেৱা কৰিছে। এই বিষয়াজনে এদিন এটা অতি লঘু কথাতে এনেকৈ চিঞ্‌ৰি হাঁহিবলৈ ধৰিলে যে শ্ৰীযুত ঘোষ ডাঙৰীয়াই আচৰিত হৈ সুধিলে, "এনেকৈ হাঁহিছা কিয়?" তেতিয়া সেই বিষয়াজনে

এই ওপৰত কোৱা কথা ক'লে। মিষ্টাৰ ঘোষৰ দৰে মই এই গপ্ ক'ব পৰা নাই। কোৱা হ'লে, চেতনাৰ পাঠক-পাঠিকাসকলৰ হাঁহিৰ উপকাৰিতাৰ বিষয়ে আৰু চেতনা হ'ল হয়।

মিষ্টাৰ ঘোষৰ বয়স একসত্তৰ কৈছো। কিন্তু তেওঁ এখোঁটালী মানুহ বহি থাকিলে সেই মানুহবিলাকৰ ভিতৰত বয়সত যেনেকৈ ডাঙৰ, প্ৰফুল্লতাৰ বিষয়তো তেনে ডাঙৰ। তেওঁ ডেকাৰ লগত কেনেকৈ মন খুলি কথা-বতৰা কৈছিল, কেনেকৈ ফুৰিছিল—আৰ্ল ল' কলেজৰ বহুতো ছাত্ৰই জানে। এই বিষয় সম্বন্ধে বহলাই নক'লেও হ'ব। তেওঁ মোৰ ইয়াত এই জুলাই মাহৰ শেষত আহিল। সকলোৱে তেওঁক মনত আছে। এনে এজন বয়সীয়াল মানুহৰ লগত অলপ পৰ বহি কথা পতাও উচ্চ শিক্ষা। এই বিষয় আৰু সৰহ পাছত ক'ম বুলি আশা কৰিলোঁ।

ভাই, আৰু নবহুৱাওঁ। দাই-জগৰ নধৰিবা। দাই-জগৰ ধৰিলেও, তোমাক ইমান পৰ ধৰি ৰাখিছোঁ দেখি খং কৰিলেও, মই বং পাম—তুমি যদি কোৱা, আজিৰপৰা হাঁহিম ! হাঁহিম !! হাঁহিম !!!

# আনন্দানন্দৰ অভিজ্ঞতা

(১)

যি মানুহে টকা ধাৰ কৰে সি ভৱিষ্যতৰ নিমিত্তে দুখ আৰ্জ্জে। যিমান আয়, সেই পৰিমাণে ব্যয় হোৱা ভাল। নহ'লে সি পৰৰ আশ্ৰয় ল'বলৈ বাধ্য হয়। পৰমুখাপেক্ষী হোৱাৰ দৰে দুখ আৰু নাই। সেই মানুহ বৰ নীচ হয়। ভগৱানে আমাক মানুহ কৰি স্ৰজিছে। মনুষ্য সৃষ্টিয়েই ভগৱানৰ উৎকৃষ্ট সৃষ্টি। তেওঁ আমাক আত্মনিৰ্ভৰী হ'বলৈহে মনুষ্য কৰি এই পৃথিৱীলৈ পঠাইছে। ধাৰ কৰা মানুহে কেতিয়াও আত্মনিৰ্ভৰী হ'ব নোৱাৰে। তোমাৰ চিনাকি মানুহৰ ভিতৰতে চাবাচোন, তুমি দেখিবা যে যি মানুহে ধাৰ কৰে সি কেতিয়াও মূৰ দাঙি তোমালৈ চকুৰে চকুৰে নেচায়। বিশেষ—যদি তেওঁৰ তোমাক কিবা দিবলগীয়া আছে, বিশেষ কি ক'ম? কেতিয়াও ধাৰ নকৰিবা। যিমান আয় সেই পৰিমাণে খৰচ কৰি শাকে-ভাতে খাই (আনে ঘিঁউ, চেনি, মৌ খোৱাৰ নিমিত্তে হিংসা নকৰি) পৃথিৱীত সজ কাম কৰি, দুখীয়াক সহায় কৰি, বেমাৰীক সেৱা কৰি, ভগৱানৰ নাম-কীৰ্ত্তন কৰি (ভাল কাম কৰাই ভগৱানৰ নাম-কীৰ্ত্তন কৰা। অতি উৎকৃষ্ট কীৰ্ত্তন) তোমাৰ জীৱন কটোৱাঁ।

ইংৰাজী উপমা জানা। তোমাৰ কাঁপোৰৰ জোখেৰেহে চোলা হ'ব। শ্বেক্সপীয়েৰৰ উপদেশ জানা "Neither a borrower nor a lender be, for loan oft loses both itself and friend." কাৰোপৰা ধাৰ নকৰিবা বা কাকো ধাৰে নিদিবা; কিয়নো ধাৰে নিজকো হেৰুৱায় আৰু বন্ধুকো হেৰুৱায়। ইয়াৰ "আস্লি" মানে নিশ্চয় বুজিছা। ভাবি চোৱাঁ।

২১।১২।১৮

দুপৰীয়াৰ অলপ আগেয়ে

(২)

এই শ্বেক্সপীয়েৰৰ কথা কওঁতেই এটা কথা মনত পৰিল। এজন মানুহে বন্ধু-বান্ধৱবপৰা ধাৰ কৰে। পাছত এই 'বন্ধু-বান্ধৱ'ৰ ভিতৰবে এজনৰ টকাৰ দৰ্কাৰ হোৱাত তেওঁ এই মানুহজনৰ ওচৰলৈ অলপ টকাৰ নিমিত্তে গ'ল। তেওঁৰ তেতিয়া আৰ্থিক অৱস্থা অলপ ভাল আৰু আগৰ দৰে দহ-পোন্ধৰ টকা ধাৰ কৰি সুজুৰে। লাগিলে ১০০-২০০ কি এক হাজাৰ ধাৰ কৰিলোও ধাৰ কৰিব পাৰে। কিন্তু বন্ধুজনা গৈছিল পঞ্চাশ টকামানৰ নিমিত্তে। অলপ পৰৰ পাছত যি হাঁহিৰে আগেয়ে আটাইবেপৰা টকা ধাৰ কৰি ফুৰিছিল, ঠিক সেই হাঁহিৰে অলপ আতীয়া শ্ৰেণীৰ এটি বৈদ্যুতিক হাঁহি চকুত ঘূৰাই ক'লে, "Ah my friend, I follow Shakespeare's advice now 'neither a borrower nor a lender be"—দেখা গ'ল যে তেওঁ শ্বেক্সপীয়েৰৰ উপদেশৰ পাছখিনিহে বেছিকৈ অনুসৰণ কৰে। আগখিনি নহয়, দেই।

২১।১২।১৮

দুপৰীয়া হওঁ হওঁ হৈছে

(৩)

ধাৰ কৰা যেনে বেয়া, ধাৰে দিয়াও তেনে। কিয়নো, টকা ধাৰে দিলে সহজে সেই টকা ওভোতাই পোৱা নেযায়। সেই মানুহটিৰ তালৈ যদি তুমি টকা খুজিবলৈ যোৱা, তেওঁ এনে কৰিব যেন তোমাৰহে টকা দিবলগীয়া আছে। মুখৰ ভাবে ক'ব, "কি, ইমান তাৰ কথা! সি টকা খুজিবলৈ আহিছে; সি নেজানে হ'বলা যে মই তাৰ টকা ধাৰে লৈ তাৰ চৈধ্যপুৰুষক স্বৰ্গলৈ নিয়ালোঁ। সি আহে টকা খুজিবলৈ, ইমান সাহ" ইত্যাদি ইত্যাদি। আৰু আন এজনে বা ক'ব, "বাৰু দিম যোৱাঁচোনহে। ইমাননো বেগা-বেগি কিয়? মই পলাই যাম নেকি?" গ-ই খ-ক ক'ব, "মই তুমক জবাব দিছোঁ, এতিয়া কোনো টকা দিব নোৱাৰোঁ। তোমাক কিমান ক'ম?" ঘ-ই ক'ব, "এ, আপুনি আহিছে, বহক বহক; হেৰ' আপা! ধপাত দি যা, আমাৰ ডাঙৰীয়া আহিছে। কিনো ক'ম দুৰ্দশাৰ কথা, আজি সাদিনবপৰা মোৰ জৰ (এইখিনি কেঁকাই কেঁকাই), কিবা বোলেনে মানুহজনীবো আজি পাঁচ দিনমানবপৰা গাৰ বিষত তত্ নাই। হেৰ' নাহিলিনে বেগাই, ধপাত দি যা, ডাঙৰীয়া কিমান পৰ বহি থাকিব; উঃ উঃ আপুনি ক'ত বহিছে? মোৰ চকু দুটাও গ'ল। মইনো কিয় নমৰোঁ,

ডাঙৰীয়াক সুদা চালপীৰাখনত বহিবলৈ দিলোঁ। হেৰ' নাহ কিয় ?" এনে কথা শুনি বিজনে টকা ধাৰে দিয়ে, তেওঁ টকা ধাৰ দিয়া কথা পাহৰি যায়। বাটতহে গৈ মনত পৰে—যদি অলপমান টকা দিয়ে, ধাৰ কৰোঁতাই ভাবে, "আজি তাৰ চৈধ্যপুৰুষক উদ্ধাৰ কৰিলোঁ।"

মুঠতে ক'বলৈ গ'লে কওঁ যে টকা ধাৰে দিয়াৰ যেনে বিপদ, টকা ধাৰে লোৱাতো তেনে বিপদ। সেইদেখি এই দুই শত্ৰুক—স্বিলা আৰু কেবিৰডিস্—যিমান দূৰৈত ৰখা যায় তিমানেই ভাল।

তুমি বহুত পঢ়িছা—এই বিষয়ৰ আৰু তোমাক কি ক'ম ! কোনো কোনো কথা নিজে ঠগি শিকিলে ভাল, আৰু কোনো কোনো কথা আনৰ দেখি শিকা ভাল। ঠগি শিকাতকৈ আনৰ দেখি শিকা সকলোতকৈ ভাল।

যদি কাবোবাক ধাৰে দিব খোজা, ইমানখিনি টকা ধাৰে দিবা—যিখিনি টকা তুমি ওভোতাই নেপালেও তোমাৰ একো ক্ষতি নহয়। অৰ্থাৎ তুমি সেই টকা মনে মনে 'দান' বুলিয়েই ধৰি থ'বা—যদি ওভোতাই পোৱা ভালেই, নেপালে তুমিতো আগেয়েই 'দান' বুলি কৈ থৈছা। সেইদেখি সৰহ টকা কেতিয়াও আনক 'ধাৰ' বুলি নিদিবা। ক্ষমতা থাকিলে 'দান' কৰিবা। ধাৰ দি মনৰ দুখক মাতি নানিবা।

বিলাতত কোনো এটি বিদেশী ল'ৰাই এজনা মহিলাৰপৰা অলপ টকা ধাৰে খুজিছিল। মহিলাটি ধাৰ্ম্মিক। তেওঁ উত্তৰ দিলে, "তোমাৰ টকাৰ দৰকাৰ। তুমি বিদেশত। মই তোমালৈ এই চেকখন (বোল্ল পাউণ্ডৰ) পঠাওঁ। তুমি এই টকা মোৰপৰা ল'লে মই বৰ বং পাম। মোৰ দেউতাৰ মৃত্যুশয্যাত মই তেওঁৰ ইচ্ছামতে প্ৰতিজ্ঞা কৰিছিলোঁ যে মই কাকো কেতিয়াও টকা ধাৰে নিদিওঁ। এই কথা মতে মই তোমাক টকা ধাৰে দিব নোৱাৰোঁ; কিন্তু মই বং মনেৰে তোমাক এইখিনি টকা দিওঁ। আশাকৰোঁ, তুমি ল'বা।" বিদেশীজনাই সেই টকা ল'লে নে নাই ক'ব নোৱাৰোঁ। যদিহে লৈছিল, আশাকৰোঁ সেই বোল্ল পাউণ্ড আনৰকমে পূৰণ কৰিছে, আৰু যদি নাই লোৱা, ভালেই।

২৪।১২।১৮

১০-২৫

দুপৰীয়াৰ আগেয়ে

(৪)

টকাৰ দৰে বন্ধু নাই। মৰিলে যদিও টকা লগত নেযায়, তেও এই টকা নহ'লে জীয়াই থকাকেইটা দিন সুখেৰে (যাক পৃথিবীৰ আধাত সুখী বুলি কোৱা যায়) থাকিব নোৱাৰি। সেইদেখি টকাৰ সদ্ব্যৱহাৰ কৰা ভাল। টকা পুতি থ'লে কাৰো কোনো লাভ নহয়। আনন্দানন্দ ভূতৰবিদ নহয়, সেইদেখি আনন্দানন্দে ক'ব নোৱাৰে যদি ইয়াৰে মাটিৰ কিবা উপকাৰ হয়।

এজন মাকিন দেশৰ মহাৰথী ক্ৰোৰপতিয়ে কৈছে, তেওঁৰ নাকো জানি থোৱাঁ, উইলিয়ম কাৰ্ণেজি তেওঁৰ নাম, যে টকা উপাৰ্জ্জন কৰা উজু; কিন্তু টকা ব্যয় কৰা টান। এই মানুহজনাই ইংলণ্ড, স্কটলণ্ড (তেওঁৰ জন্মভূমি) ইত্যাদি ঠাইত কিতাপৰ বহুতো ভঁড়াল স্থাপন কৰি নিজক অমৰ কৰিছে। টকাৰে ভাল কাম কৰাঁ, সৎ কাম কৰাঁ, দুখীয়াৰ দুখ লাঘৱ কৰাঁ, মৃত্যুকো জয় কৰিবা।

এটি মানুহে কেনেকৈ টকা উপাৰ্জ্জন কৰে, কেনেকৈ টকা সাঁচে আৰু কেনেকৈয়েৰা সেই টকা খৰচ কৰে সেইবোৰ দেখিলে মানুহটি কেনে, জলজলীয়া ফটফটীয়াকৈ জানিব পাৰি।

কিন্তু ভাই, টকাই মূল কথা নহয়। তুমি যদি সংসাৰী হোৱা, টকাৰ সদ্ব্যৱহাৰ কৰিবলৈ তোমাৰ শিকা উচিত। তুমি যেনেকৈ অ, আ, ক, খ পঢ়ি শেষ কৰাৰ পাছত বি.এ., এম.এ., বি.এল. মহলা পঢ়ি শেষ কৰিলা, ঠিক সেই-দৰেই টকাৰ বিষয়েও তেনে মহলা এটা তোমাৰ নিজৰ মনতো দিয়া উচিত। সদায় জমা-খৰচৰ এটি তালিকা ৰাখিবা। তুমি সংসাৰী দেখি তোমাক এইকেৰি কথা কৈছোঁ। যদি তুমি সংসাৰ ধৰ্ম্ম ত্যাগ কৰা, সি বেলেগ কথা। তেতিয়া তুমি টিলিকি মাৰি ফুৰি ক'ব পাৰিবা, "কুছ্ পৰোৱা নেই, Apres moi le deluge." কিন্তু সিতো নহয়। তুমি সংসাৰীও হ'বা' অথচ বৰাগীও হ'বা। দুটা অসঙ্গত নহয়নে?

আৰু এটি কথা। তোমাৰ আয় যদি মাহে এশ টকা হয়, আৰু তুমি ৯৯৸৵০ অনা খৰচ কৰি এক অনাও জমা কৰি থোৱা, তুমি সুখী; কিন্তু তুমি যদি ১০০৴০ খৰচ কৰা, তুমি দুখী আৰু তুমি দোষী। তুমি ক'বা, "এক অনাহে বেছি খৰচ কৰিলোঁ, তাতে আকৌ এমাহৰ ভিতৰত, কিনো খৰচ কৰিলোঁ?" কিন্তু সাৱধান ভাই, সাৱধান। এটা সৰু ভটিবগৰা যেনেকৈ এজোপা ডাঙৰ ভাঙৰ গছ হয়, এই এক অনাৰেগৰা শেহত তোমাৰ ইমান সৰহ ধাৰ হ'ব যে তোমাক এই এক অনায়েই মাজ নৈত ডুবাবগৈ।

দিন ভুগৰীয়া, সমাজৰ আগত, নিজৰ পৰিয়ালৰ আগত, আৰু সকলোতকৈ যি কামৰ কথা তোমাৰ নিজৰ আগত, তোমাৰ বিবেকৰ আগত এই এক অন্যায়ে ত্ৰিভুবন জুৰি তোমাক লাজত পেলাব। সাৱধান, এতিয়াও কৈছোঁ, সাৱধান। জমা-খৰচৰ কথা গ্লেড্‌ষ্টোনে (Gladstone) তেওঁৰ পুতেকক কি কৈছিল পঢ়িবা। আৰু লৰ্ড চেষ্টাৰফিল্ডে (Chesterfield) তেওঁৰ পুতেকক কি কৈছিল তাকো জানি ল'বা। তোমাৰ আই-বোপায়ে কি কয়? সেই একে কথা।

২৯।৩।১৯

# আনন্দানন্দৰ কথা

কৈছিলোঁ গ'লবাৰ—টকাৰ কথা। ধাৰে দিয়াৰ কথা। কোনো কোনো মানুহে কিতাপ, ছাতা, গ্ৰামোফোন, বাইছিকল, অৰ্থাৎ যিহকে পায় তাকে লয় আৰু দিবৰ মন নাই। আনন্দানন্দৰ কিতাপবোৰৰ খোজ কঢ়া বিয়াধি আছে হ'বলা। কিতাপবোৰে খোজ কাঢ়ি ওলায়েই যায়, কাকো একো নকৈ কেতিয়াবা কেতিয়াবা মাত লগায়ো যায়; কিন্তু নাহে উভতি। সেইদেখি বোপা, এইবোৰ বস্তু সাৱধানে ৰাখিবা। কাকো নিদিবা, যদি ওভোতাই পাব খোজা। দান বেলেগ। দান কৰিবা, ধাৰে নিদিবা, আৰু নবহলাওঁ। শক্তি তোমাৰ যিমান, সেই অনুসাৰে নিজলৈ কিছু ৰাখি আনক দান কৰিবা। মানুহে আছে টকা খুজিবলৈ বাকোৰাৰী পূজালৈ কি সকামলৈ। টকা তোমাৰ, তুমি দিবা, কিন্তু তোমাকে আহি কয়হি, "ইমান নেপালে নলওঁ।" কেনে মজা? বুজিলানে? পৃথিবীত যে কিমান ৰকম-বেৰকম মানুহ আছে—চকু-কাণ মেলি ফুৰিলে ভালকৈ জানিবা। চকু-কাণ মেলি চাৰিউফালে মন দি ফুৰিবা দেই; চাবা, দেখিবা, শুনিবা, শিকিবা।

*　　*　　*

তোমাক আমনি লগাওঁ নেকি? নলগাওঁনে? বাৰু, শুনিছোঁ বোলে তোমাৰ বিয়া হ'ব, ভাল কথা। গাৰ্হস্থ্য ধৰ্ম্ম কৰঁা। শুনি বৰ পালোঁ—সঁচাই। কিন্তু বোপাই, ইয়াত 'কিন্তু' আছে, বৰ বৰ একোটি। গমি চাবা, তোমাৰ এতিয়া ডেকা বয়স। গোটেই জীৱনটো তোমাৰ আগত পৰি আছে, তুমি এই সময়ৰ সদ্ব্যৱহাৰ কৰঁা, এই মানৱ জীৱন অমূল্য। সকলো মাৰ্কিন ক্ৰোৰপতিয়ে আৰু ৰজা-মহাৰজা সম্ৰাটসকলে লগ লাগি এটি মানুহৰ জীৱন দিব নোৱাৰে। তুমি এই অমূল্য বস্তু পাইছা। ইয়াক আওহেলা নকৰিবা। বিয়া কৰিবা, ভাল কথা। এইটোৱেই সংসাৰৰ নিয়ম, ভগৱানে তোমাৰ মঙ্গল কৰক। তোমাৰ আই-বোপাৰে চাগৈ তোমাৰ আৰু তোমাৰ ভাবী সহধৰ্ম্মিণীৰ কোষ্ঠী চাই মিলনো ঠিক কৰিছে। মহয়নে? তোমালোকৰ কি গোত্ৰ, কেইটি প্ৰৱৰ, কি নক্ষত্ৰত

তোমালোকৰ জনম ইত্যাদি কথা চাগৈ বামুণ-সজ্জনে ঠিক-ঠাক কৰি চাই থৈছে। কিন্তু আসলি বাত ভাবিছানে? গোত্ৰৰ কথা ভাবি কি দৰকাৰ, গোত্ৰ কথাটো কিমান পুৰণি ভাবি চোৱাঁচোন। কিমান হাজাৰ বছৰ আগেয়ে পৰিয়ালবোৰ একেলগে আছিল আৰু এতিয়া কিমান বছৰ আমি সেই সেই পৰিয়ালৰ মানুহবোৰ বেলেগ বেলেগ দেশলৈ গৈ কিমান ভিন ভিন পৰিয়াল সৃষ্টি কৰিছোঁহঁক। সেই-দেখি আচৰিত নহয় নে একে গোত্ৰৰ মানুহৰ বিয়া হ'ব নেপায়? অথচ পাঁচ পুৰুষ, সাত পুৰুষ আঁতৰ হ'লে বিয়াৰ একো প্ৰতিবন্ধক নেথাকে। এই গোত্ৰৰ দৰে আৰু কিবা 'ফিক্‌চন' (fiction) আছেনে? আমি নেচাওঁ সেই পৰিয়ালৰ কিবা বেমাৰ আছে নে নাই। আমি নেচাওঁ সেই পৰিয়ালৰ মানুহবোৰ সজ নে বেয়া। তেওঁলোকৰ থং আছে নে নাই নেচাওঁ। সেই মানুহবোৰ পৰশ্ৰী-কাতৰ, হিংসুক, লোভী নে আমি নেচাওঁ। সেই মানুহবোৰৰ কিবা দোষ আছে নে নাই আমি নেচাওঁ। চালেও এবাৰ 'নাম কি বাস্তে' চকু ফুৰাইহে চাওঁ—সেই পৰিয়ালৰ গোত্ৰ আৰু আমাৰ গোত্ৰ ভিন নে একে। একে হ'লেও সেই গোত্ৰৰ এনে হোমিওপ্যাথী 'ডাইলিউচান' হৈ গৈছে যে সেই গোত্ৰ নোহোৱাৰ দৰেহে হৈছে।

গোত্ৰ মানে কি? আমাৰ গোত্ৰ আৰু ইংৰাজী garth (গাৰ্থ) বা enclosure একে। বৰুৱা ভাবাৰে ক'বলৈ গ'লে, একেখন চকোৱাৰ ভিতৰত একেলগে থকা মানুহৰ সমষ্টি। সেয়া কিমান হাজাৰ বছৰ আগৰ কথা, ইমান দূৰলৈ 'টেলিস্কোপ' যন্ত্ৰৰ সহায় লৈ চাবৰ কি সকাম? বাপেক, মাক, বুঢ়ীমাক, মোমায়েক (নবাপাং মাতুল ক্ৰমঃ) ইত্যাদি কেনে প্ৰকৃতিৰ মানুহ আছিল? তেওঁলোকৰ হজম শক্তি কেনে আছিল বা আছে, তেওঁলোক ভাতৰ পাতত 'ভোক লৈ' বহিছিলনে? তেওঁলোকে বং মনেৰে সকলো কাম কৰিছিলনে, কি কৰিলে? অলপতে খিতিং কৰি উঠিছিলনে? চাকৰ-নাকৰক গালি-শপনি পাৰি মাৰি-ধৰি ফুৰিছিলনে? ফুৰেনে? ৰাতি টোপনি আহিছিলনে? ৰাতিক দিন কৰিছিল নে দিনক ৰাতি কৰিছিল? তেওঁলোকৰ গৃহস্থালি শান্তিময়, আনন্দপূৰ্ণনে? নে অশান্তিৰে হৃদ হাই-কাজিয়াৰে ভৰা। টকা-কড়ি ধাৰ কৰি ফুৰিছিলনে? কিমান আয়, আৰু সেই অনুসাৰে ব্যয় কৰিছিলনে? ধন-বিত জমা কৰিছিলনে? নে হাড়-বাকল, ভঁড়াল সকলো উদং? ছুৱাৰাক সহায় কৰিছিল নে আপোনপেটীয়া আছিল? এইবোৰহে চাবৰ কথা।

আজি সঁচা-সঁচিকৈয়ে বহুত দিনৰ মূৰত আহিলা। সিদিনা বিয়াৰ কথা কোৱাত চাগৈ মোৰ ওপৰত খং কৰিছা, নহয়নে ? শুনা, আকৌ অলপ কিবা কওঁ। গিৰীয়েক-ঘৈণীয়েকৰ যি ঘৰত মিল নাই, যি ঘৰত গিৰীয়েকে ঘৈণীয়েকক, ঘৈণীয়েকে গিৰীয়েকক ভাল নেপায়, শ্ৰদ্ধা নকৰে, তেওঁলোকৰ মাজত সদায় হৰ-হাই-কাজিয়া হৈ থাকে, সেই ঘৰৰ মঙ্গল নহয়। আৰু এনে ব্যৱহাৰ যদি চাকৰ-নাকৰ, ল'ৰা-ছোৱালীৰ আগত প্ৰকাশ পায়, সেই পৰিয়ালৰ মঙ্গলৰ বাট আগেয়ে অলপ মুকলি থাকিলেও সেই বাট একেবাৰে বন্ধ হ'ব। চাকৰ-নাকৰে গৃহস্থ-গৃহিণীলৈ শ্ৰদ্ধা হেৰুৱায়। ল'ৰা-ছোৱালীয়ে মৰম-ভক্তি হেৰুৱায়। ইয়াৰ উপৰি, ল'ৰা-ছোৱালীয়ে জাজ্বল্যমান কুদৃষ্টান্ত আগত দেখে, সেই নিমিত্তে সিহঁতৰ ভৱিষ্যত বেয়া হয়। সেইদেখি বিয়া কৰিব খোজা ডেকা-গাভৰুসকল, আনন্দানন্দৰ কথা শুনা। হেলা নকৰিবা। যদি কেতিয়াবা তোমালোকৰ ভিতৰত কাজিয়া লাগে কি মনান্তৰ ঘটে সেই বিষয়ে যেন ল'ৰা-ছোৱালী, চাকৰ-নাকৰৰ আগত প্ৰকাশ নকৰা ; ঘৰৰ আন মানুহৰ আগত সদায় যেন দুয়ো হাঁহি মুখেৰে বং মনেৰে আনন্দে থাকা ; এই বিষয়ত কপটাচাৰী হ'লে পাপ নহয় পুণ্যহে হ'ব। আৰু বিশেষ কথা, সহানুভূতি পোৱা বুলি যেন তোমালোকৰ কাজিয়াৰ কথা বাহিৰা মানুহৰ আগত কেতিয়াও নোকোৱা। কোনেও সহানুভূতি নকৰে। হাঁহিবহে, ঠাট্টা-বিদ্রূপহে কৰিব। ইতিকিং কৰিব। আগত সহানুভূতি প্ৰকাশ কৰিব, পিছত হাঁহিব। বিয়াত কাপোৰ-কানি, গহনা-পত্ৰ বেছিকৈ নিদি (অলপ দিব লাগিব) ভাল ভাল কিতাপহে দিয়া ভাল। গৃহস্থ-জীৱনৰ বিষয়ে আৰু আন আন ভাল কিতাপ পঢ়িবা, বিয়াত এনেহে উপহাৰ দিবা আৰু ল'বা ; ভাল কিতাপৰ দৰে শান্তিপূৰ্ণ বস্তু আৰু নাই।

আৰু শুনা, এই তোমাৰ বিয়াত বহুতো আত্মীয়-স্বজন-কুটুম্ব আহি বং-ধেমালি কৰিবহি, বহুতো বন্ধুবেশেৰে শত্ৰু ওলাব, বহুতো বন্ধু ওলাবহি, তেওঁলোকেও দহ-পোন্ধৰ দিন আনন্দ কৰি তোমাৰ ধন নষ্ট কৰিবহি, আৰু ভাৱনা, থিয়েটাৰ, গুৰ, মিঠৈ, মাছ, মঙহ, দৈ, সন্দেশ, ৰচগোল্লা, পোলাও, দেশী-বিলাতী বস্তু খাবহি ; কিন্তু এইবোৰ মানুহৰপৰা সংসাৰ-ক্ষেত্ৰত একো সহায় নোপোৱা। এইবোৰে খাই-বৈ আমোদ-প্ৰমোদ কৰি ভিহা-ভিহি যাব। তোমালোক দুয়ো থাকিবা, দুয়ো সংসাৰ-ক্ষেত্ৰত বিপদত পৰিলে, দুখত পৰিলে এইবোৰ মানুহৰপৰা সহায় নোপোৱা। এনেবোৰ মানুহক ঘৰৰ কথা নক'বা, এইবোৰেই তোমাক ইতিকিং কৰিব।

তুমি নিজৰ ভৰিৰ ওপৰত থিয় হ'বলৈ শিকিছানে? আত্মনির্ভৰী হৈছানে? মনত বল আছেনে? শৰীৰত অর্থ-বল, নৈতিক বল আছেনে? এইবোৰ হ'ব বুলি আশা কৰি একো সমল নলৈ,একো মুলধন নলৈ, (টকাৰ বিষয়ে কোৱা নাই, আন সকলো গুণ, গৃহীৰ যি গুণ থাকিব লাগে, গৃহিণীৰো সেই গুণ থাকিব লাগে—সেইবোৰকে মুলধন কৈছোঁ, এইবোৰ গুণ টকাতকৈও লাগতিয়াল), আনন্দানন্দে তোমাক বিয়া কৰাবলৈ মানা কৰা নাই, জানিবা। বিয়া কৰোৱা। তোমাৰ আয়েৰা-বোপায়েৰাই বিয়া নকৰোৱাহেঁতেন কি হ'লহেঁতেন কোৱাচোন? তুমি ক'ত থাকিলাহেঁতেন? বিয়া কৰোৱাঁ, কিন্তু প্ৰস্তুত হোৱাঁ। বিয়া শুদ্ধ পবিত্ৰ বস্তু, বিয়াক শুদ্ধ পবিত্ৰভাৱে আদৰি-সাদৰি মাতি আনিব লাগে, সেইভাৱে মাতি আনা, তেনেহ'লে বিয়াৰ সুফল হ'ব।

* * * * * * *

ৰহাঁ ৰহাঁ, দুবৈত নবহিবা, ওচৰ চাপি আহাঁচোন, বিয়াৰ কথা ভাবিছা? মনত চাগৈ উগুল-থুগুল লাগিছে নহয়নে? Keep cool, keep your head cool and toot warm. সংসাৰ-ক্ষেত্ৰত সুস্থিৰ বীৰ মানুহ লাগে। মুৰ ঠাণ্ডা ৰাখিব লাগে, এটা কথা কওঁ, নেহাঁহিবা। বিয়া কৰোৱাৰ আগেয়ে ছয়ো ডাক্তৰৰ ওচৰলৈ যোৱাঁ, লগত গাঁৱৰ ওচৰ-চুবুৰীয়া বুঢ়া বিজ্ঞ মানুহক লৈ যাবা; সেই ডাক্তৰজন হ'ব বিচাৰপতি আৰু এই মানুহসকলৰ কোনো হ'ব সাখী। এওঁলোকে ডাক্তৰক তোমালোকৰ ককা, বুঢ়ীমাৰা আদিৰ বিষয়ে যি জানে ক'ব। ডাক্তৰে ভালকৈ চাই-চিতি সকলো কথা শুনি, ছুইকো পৰীক্ষা কৰি যদি কয়—বিয়া হোৱা ভাল, তেনেহ'লে বিয়া হ'ব, নহ'লে নহয়। এই ডাক্তৰজনা কিন্তু হাত মেলা হ'লে মৰিল, ডাক্তৰজনা বিজ্ঞ, বুদ্ধিমান, হিতাহিত জ্ঞান থকা বিধৰ হ'লেহে হ'ব। এই বিবেকী বিজ্ঞ বেজজনাই যদি বিয়া হোৱা ভাল বুলি কয়, তেন্তে বিয়া হ'ব, নহ'লে নহয়। ভাবি চোৱাঁ, ভাৰতত হিতাহিতশূন্য বিয়া হয় দেখিহে ভাৰত ছুখীয়া, সেইদেখি ভাৰতত ৰোগ ইমান প্ৰবল। ভাবি-চিন্তি বিয়া কৰালে ভাৰতে আকৌ পূৰ্ব্বস্থান অধিকাৰ কৰিব। পুৰণি কালত যে গোত্ৰ চাই বিয়া দিয়াৰ প্ৰথা আছিল, তাৰো কাৰণ ভালেই আছিল। আজিকালি গোত্ৰ চাই বিয়া দিয়া প্ৰথা মোৰ মনেৰে অপ্ৰয়োজনীয় হ'লেও আগেয়ে ই ভালেই আছিল। মই কোৱাৰ দৰে এনে 'গোত্ৰ' চোৱাৰ নিয়ম হ'লে আমাৰ ভাৰত কি সুন্দৰ ঠাই হ'ব! সকলো মুনিহ আৰু তিকতা বিবাহৰ উপযোগী নহয়; যি পুৰুষ সিংহ তেওঁহে বিবাহৰ উপযোগী, যি স্ত্ৰী ৰত্ন তেওঁহে বিবাহৰ উপযোগী। বিয়া

এটা 'প্ৰাইজ' কি 'মেডেল' স্বৰূপ। যেনেকৈ পৰীক্ষাত বিবোৰ ল'ৰা-ছোৱালীয়ে ওখ ঠাই পায়, সেইবিলাকেহে প্ৰাইজ-মেডেল পায়,—সেইদৰে পুৰুষ-স্ত্ৰীৰ বিবাহো একে। ভাবি চোৱাঁ, বিয়া মানুহ-জীৱনৰ এটা অতি ডাঙৰ ঘটনা, অতি সাৱধানে ভাবি চোৱাঁ, বিবেক শুদ্ধকৈ ভগৱানৰ নাম স্মৰণ কৰিহে এই কামলৈ আগবঢ়া কৰ্ত্তব্য।

## সাৰ কথা

যি কাম বেয়া বুলি জানা, সেই কাম আনে হাঁহিব বুলি কেতিয়াও নকৰিবা। মানুহে সঙ্গ-দোষত পৰি বহুত বেয়া কাম কৰে। চুৰট, ধপাত, ভাং, কানি, ফটিকা—কোনোৱে নিজে অকলৈ খাবলৈ শিকা নাই। এইবোৰ মানুহে লগৰ দোষত শিকে। যিবোৰে এনেবিধ কাম কৰে, তেওঁলোকৰ সঙ্গ এৰা ভাল। এনেকৈ লগৰ দোষত মানুহে চুৰ কৰিবলৈও শিকে। এনে বেয়া কাম তোমাৰ লগৰীয়াই হাঁহিব, ইতিকিং কৰিব, ভয়াতুৰ বুলিব বুলি কেতিয়াও নকৰিবা। তেনে লগ এৰিবা। "Do not be laughed into doing what you know to be wrong." (Beacousfield)

* * *

কি কাম ভাল, কি কাম বেয়া—জানিবলৈ হ'লে ভাবি-চিন্তি চাবা, সেই কাম তুমি তোমাৰ আই, বোপাই, ভাই, ভনী, ককাই, বাইদেৱ, মাহী, পেহী, শিক্ষক, বৰজনা ইত্যাদিৰ আগত কৰিব পাৰা নে নোৱাৰা; সেই কাম কৰিলে তেওঁলোকে তোমাক ভাল পাব নে বেয়া পাব। "O friends, be men! So act that none may feel ashamed to meet the eyes of other men." (Homer)

আসামত অহা জাহুৱাৰী মাহৰপৰা ওঠৰ বছৰলৈকে ল'ৰাই ধপাত-চুৰট ইত্যাদি খাব নোৱাৰিব। এই উপকাৰী আইনৰ বেভাবেও জে. এম. নিকলছ ৰয়ে কাউন্সিলত সূচনা কৰি আসামৰ বৰ উপকাৰ কৰিছে। এওঁ আমাৰ কটন কলেজৰ প্ৰফেছাৰ বলেও বয় টমাছৰ ককায়েক। যদি এওঁ এবৈশ বছৰ কি পচিশ বছৰৰ ল'ৰাকো চুৰট নোখোৱা কৰিব পাৰিলে হয়, তেনেহ'লে আসামৰ আৰু শতগুণে উপকাৰ হ'ল হয়। কিন্তু বোধকৰোঁ 'ইণ্ডিয়ান মেজৰিটি এক্ট' আইনৰ নিমিত্তে ওঠৰ বছৰৰ ওপৰৰ ল'ৰাক এই আইনে চুৰ নোৱাৰে।

ধপাত, চুৰট, মদ ইত্যাদি আমাৰ দেশৰ মানুহৰ নিমিত্তে নহয়। জন ৰাণ্টাৰ বেলেয়ে আবিষ্কাৰ কৰাৰ আগেয়ে ধপাত এই দেশত আছিল নে নাই ক'ব নোৱাৰোঁ। মহাৰাষ্ট্ৰ দেশৰ, যুক্ত প্ৰদেশৰ, মাদ্ৰাজ ইত্যাদি ঠাইৰ য়ুৰোপীয় সভ্যতা নোপোৱা (আৰু য়ুৰোপীয় সভ্যতা পোৱাৰ ভিতৰবো বহুতক দেখিছোঁ) বামুণে কেতিয়াও ধপাত নেখায়। মদ-ভাঙৰতো কথাই নাই।

আমাৰ দেশ ভাৰতবৰ্ষৰ ল'ৰা-ছোৱালী, তিকতা-যুনিহ সকলোৱে যদি সুস্থ শৰীৰ পাব খোজে, তেনেহ'লে যাতে আমাৰ সক সক ল'ৰা আৰু ডেকাই এনেবোৰ বস্তু নেখায়—সেইফালে যেন আমি দৃষ্টি ৰাখোঁ। এইবোৰ সকলো বস্তু পৰিত্যাজ্য। **"He who does wrong, does wrong against himself. He who acts unjustly, acts unjustly to himself, because he makes himself bad." (Marcus Aurelius).**

মাখি, মহ, উঁৱহৰ বিষয়ে আগেয়ে উল্লেখ কৰিছোঁ। এই তিনি শত্ৰুৰ ভিতৰত মাখিয়েই প্ৰধান। মাখি যাতে আমাৰ ঘৰ-দুৱাৰৰ ভিতৰলৈ নাহে (মহ, উঁৱহো), তাৰ ফালে আমাৰ শিক্ষিত লোকসকলে যেন চায়।

এই পূজাৰ সময়ত কলিকতালৈ গৈছিলোঁ। এজন ডাক্তৰ বন্ধুৰ লগত দেখা হোৱাত শুনিলোঁ যে তেওঁৰ জীয়েকৰ টাইফয়ড্ (Typhoid) হৈছে। মই ক'লোঁ, "কি আচৰিত! আপোনালোক ইমান চাফ-চিকুণত থাকে, আপোনা-সকলৰ ঘৰ-দুৱাৰ ইমান মুকলি, তথাপি কিয় এনে হ'ল জানেনে? বজাৰৰ বস্তু কিবা খাইছিল নেকি?" উত্তৰ, "ভগৱানে জানে, বোধকৰোঁ কিবা মাখি-চাখি খোৱা বস্তুত পৰিছিল। কিন্তু মই খোৱা বস্তুত মাখি পৰিলেই সেইখিনি পেলাই দিওঁ। কেনেকৈ হ'ল ক'ব নোৱাৰোঁ।"

তেতিয়া মই ক'লোঁ, "এনেকৈ বস্তু পেলালে আপোনাৰ মানুহে নেখাহেনে?" উত্তৰ, "মই ডাক্তৰ, মোক হাঁহিব কিয়?" আশাকৰোঁ, আমাৰ মানুহে মাখি পৰা বস্তু কেতিয়াও মুখত নিদিয়ে, বিশেষ—সক ল'ৰা-ছোৱালীক যেন খাবলৈ নিদিয়ে। কোনটো মাখিয়ে যে কিহৰ বীজাণু লৈ ফুৰিছে, কোনে ক'ব? সাৱধান, মাখি আমাৰ পৰম শত্ৰু।

# বন্ধু

বন্ধু মানে মৰমৰ ডোলেৰে যাক বন্ধা যায় আৰু যি বান্ধে, সেয়ে বন্ধু। কিন্তু আজি-কালি আমি বন্ধু যাকে-তাকে কওঁ। প্ৰকৃত বন্ধু সেইজন—যিজন তোমাৰ দুখত দুখী, তোমাৰ সুখত সুখী, আৰু তুমিও যাৰ দুখত দুখী, যাৰ সুখত সুখী।

সৌ তাহানিথনৰ কথা কওঁ শুনা। ডায়োনিচিয়াস্ (Dionysius) য়ুৰোপৰ ভূমধ্য সাগৰৰ এখন ডাঙৰ মাজুলীৰ ৰজা আছিল। তেওঁ বৰ উগ্ৰ প্ৰকৃতিৰ মানুহ আছিল। বৰ খং। আগৰ দিনৰ কোনো কোনো ৰজা এনে আছিল। কেতিয়া তেওঁলোকৰ খং আৰু কেতিয়া তেওঁলোকৰ ৰং কোনেও ক'ব নোৱাৰিছিল। এতিয়াই কষ্ট আৰু এতিয়াই তুষ্ট। এনে মানুহ তোমালোকে নিজে জানানে? কাৰোবাক চিনি পোৱানে?

ডায়োনিচিয়াসৰ যেতিয়া যাৰে ওপৰত খঙৰ কোব পৰিছিল, আৰু কথা নাই—তেওঁৰ জীৱন নাশ আৰু। ডেমন (Damon) বুলি এজন মানুহৰ ওপৰত তেওঁৰ এদিন বৰ খং, কিয়নো ৰজাজন যে নিষ্ঠুৰ প্ৰকৃতিৰ, সেই বিষয়ে তেওঁ কৈছিল। তেতিয়াই হুকুম হ'ল, "কোটোৱাল, ডেমনৰ মূৰ।" আৰু পায় কোনে? এই এনে নিষ্ঠুৰ আদেশ শুনাত ডেমনে ক'লে, "স্বৰ্গদেৱ, এবাৰ মোক ল'ৰা-ছোৱালী, তিৰোতাৰ পৰা বিদায় ল'বলৈ আজ্ঞা কৰক।" ৰজাই ভাবিলে যে এবাৰ যদি ই মোৰ আগৰপৰা পলায়, তেনেহ'লে ইয়াক আৰু নেপাওঁ। হেন জানি ইয়াক যাবলৈ দিয়া যুগুত নহয়। ৰজাই যাবলৈ নিদিলে।

ডেমনে ক'লে, "স্বৰ্গদেৱ, মোৰ এজন বন্ধু আছে, তেওঁৰ নাম পিথিয়াস্ (Pythias)। তেওঁ মোৰ জামিন হ'ব।" পিথিয়াসে আগবাঢ়ি আহি ক'লে, "হয় স্বৰ্গদেৱ, মই জামিন। যদিহে মোৰ বন্ধু উভতি নাহে, মোৰ বন্ধুৰ সলনি স্বৰ্গদেৱে মোৰ প্ৰাণ ল'ব।"

ৰজা নিমাত হ'ল। কিছুপৰ ভাবি-গুণি ক'লে, "বাৰু ডেমন, তই ছয় ঘণ্টাৰ নিমিত্তে যাব পাৰ।" এজন মানুহে আনৰ নিমিত্তে প্ৰাণ দিব পাৰেনে—এই কথা ভাবি ৰজা স্তম্ভিত হ'ল।

ডেমন গ'ল। পিথিয়াস্ থাকিল। ডেমনে ভাবিছিল—ছয় ঘণ্টাৰ বহুত আগেয়ে উভতি আহিব। নাহিল। চাৰি ঘণ্টা, পাঁচ ঘণ্টা, ছয় ঘণ্টা হৈ যায়। ডেমন নাহিল। পিথিয়াসে ভাবিছে, "প্ৰভু, ডেমন যেন উভতি নাহে, মই যেন ডেমনৰ সলনি প্ৰাণ দিব পাৰোঁ।" সেই মাজুৰীত পিথিয়াসতকৈ সুখী মানুহ আৰু সেইদিনা কোনো নাই। পিথিয়াসৰ সেই একে প্ৰাৰ্থনা—ডেমন যেন জীয়াই থাকে, মই যেন মৰোঁ।

পাছত ৰজাই বং মনেৰে আহিল চাবলৈ—পিথিয়াসেনো কি কৰে, কেনেকৈ মৰে। কোটোৱাল হাজিৰ। সকলো হাজিৰ। পিথিয়াসৰ প্ৰাণ যায় যায়। ঠিক সেইখিনি সময়তে ডেমন উপস্থিত হ'লহি। ইমান পলম কিয়? তেওঁৰ ঘোঁৰা বাটত মৰিল, আৰু এটা ঘোঁৰা বহুত বিচাৰি-খোচাৰি আনোতে পলম হ'ল। তেওঁ যে তেওঁৰ বন্ধুৰ প্ৰাণ যোৱাৰ আগেয়ে বধ-ভূমি পালেহি, সেই নিমিত্তে পৰমেশ্বৰক ধন্যবাদ দি মৃত্যুৰ নিমিত্তে সাজু হ'ল। কিন্তু পিথিয়াসে তেওঁক ক'লে, "ডেমন, ই কি কৰিছা? তোমাৰ ল'ৰা আছে, ছোৱালী আছে, গৃহিণী আছে, ই কি কৰা, মই তোমাৰ সলনি যাওঁ।" দুয়োজনৰ তৰ্ক-শুনি ৰজা নিমাত, অবাক, নিশ্চল। তেওঁ আগেয়েতো এনে নিঃস্বাৰ্থ বন্ধুতা দেখা নাছিল, এনে আপোন-পাহৰা মৰম দেখা নাছিল! ই কি! এনে বন্ধুতা, যি বন্ধুতাই মৃত্যুকো বন্ধুৰ নিমিত্তে আঁকোৱালি ল'ব পাৰে! ই কি! তেনেহ'লে এনে মানুহ দুজনক মোৰো বন্ধুহে কৰিব লাগে। এনে কথা বহুত ভাবি আগবাঢ়ি আহি দুইকো আলিঙ্গন কৰিলে আৰু ক'লে, "ডেমন, তুমি মুক্ত। পিথিয়াস্ আৰু ডেমন, বন্ধু, আজিৰপৰা তোমালোকৰ বন্ধুতাৰ ভাগ মোক দিবানে? মোক তোমালোকৰ বন্ধু কৰিবানে?"

মৰমে, প্ৰেমে নিষ্ঠুৰ মানুহকো নিজৰ কৰি ল'ব পাৰে। ভেনিচৰ সাওদতো (শ্বেক্সপিয়েৰ Shakespeare) এনে এটি সাধু আছে। তোমালোকৰ আৰু মোৰ ভাৰততো এনে দৃষ্টান্ত বহুতো পাবা।

অকণ বোপা, অকণি আইটিহঁত, মোৰ আশীৰ্বাদ ল'বা দেই। ভগৱানে তোমালোকৰ মঙ্গল কৰক।

# তোমাৰ সমাজত ব্যৱহাৰ

মোৰ মৰমৰ আইটি-বোপাটিসকল, ঈশ্বৰৰ সৃষ্টি সুন্দৰ। তোমালোকো ঈশ্বৰৰ সুন্দৰ সৃষ্টি। সেইদেখি তোমালোকৰ ব্যৱহাৰো সুন্দৰ হ'ব লাগে—সকলো সময়তে। তোমালোকৰ প্ৰশংসা শুনিলে ভাল পাওঁ। ঈশ্বৰে তোমালোকক সুন্দৰ কৰি সৃজিলেও তোমালোকৰ ব্যৱহাৰ তোমালোকৰ নিজৰ হাতত্তে। ইয়াত তোমালোকৰ আই-বোপাইৰ, গুৰুজনৰ, লগৰীয়াৰ, লগুৱাৰ, ঘৰৰ সকলোৰে হাত আছে। কিন্তু বিশেষকৈ তোমালোকৰে হাতত।

ব্যৱহাৰৰ অৰ্থ বহুত। এইখিনিত অৰ্থ হৈছে—তোমালোকে কি কৰা কেনেকৈ কৰা, কি খোৱা তাক কেনেকৈ খোৱা, কি কথা কোৱা কেনেকৈ কোৱা, কি কথা শুনি হাঁহা কেনেকৈ হাঁহা, কি পঢ়া কেনেকৈ পঢ়া, খেল-ধেমালিৰ সময়ত যদি তোমালোক নিজিকা তেতিয়া কি কৰা কেনেকৈ কৰা, চাকৰ-নাকৰৰ সৈতে কি কথা কোৱা কেনেকৈ কোৱা, আৰু গুৰুজন আৰু আন মানুহৰ সৈতে কি কোৱা কেনেকৈ কোৱা—চমুকৈ ক'বলৈ গ'লে ইয়াকে ব্যৱহাৰ বোলে। 'কি' আৰু 'কেনেকৈ'—এই দুটি কথা মনত ৰাখিবা। যদি কেতিয়াবা খণ্ডত কিবা কোৱা, কেনেকৈ কৈছা মনত পৰিলেই তোমালোক থিৰ, ধীৰ হ'বা, আৰু তেতিয়াই ততালিকে নিজক শুধৰাই ল'ব পাৰিবা।

আৰু এটি কথা—'ক'ত'! এনেবোৰ কাম ক'ত কৰিছা, তাকো ভাবিবা। যি কাম আমি ঘৰত কৰোঁহঁক, বাহিৰত আমি তেনেকৈ সকলো কাম কৰিব নোৱাৰোঁ। এই ধৰোঁ, ঘৰত চুৰিয়াখন সুলকি গ'ল। আমি যেনেকৈ পাৰোঁ পিন্ধি ল'ব পাৰোঁ। কিন্তু বাহিৰত হ'লে মানুহে নেদেখাকৈ পিন্ধিব লাগিব।

মানুহে লগ বিচাৰে। কেতবোৰ মানুহে একেলগে থাকিলে-মেলিলে, ফুৰিলে-চাকিলে, দুখ-সুখৰ ভাগী হ'লে, খালে-ব'লে এনেবোৰ মানুহক একে সমাজত থকা বুলি কোৱা যায়। গুনা, মানুহ জাতিটোৱেই এটা সমাজ; কিন্তু পৃথিৱীৰ সকলো মানুহেই এক সমাজৰ হ'ব নোৱাৰোঁহঁক। পৃথিৱীখন কিমান ডাঙৰ! আমাৰ নিজৰ মৰমৰ ভাৰতখনেই কিমান ডাঙৰ! চোৱাচোন

থাক। ইয়াত আমি ভিন ভিন বিধৰ কিমান মানুহ আছোঁ! এই সকলোৰে বহুত বহুত খেল, মেল।

সমাজত ব্যৱহাৰ মানে আমাৰ ঘৰৰ বাহিৰত কেনে ব্যৱহাৰ কৰোঁ, যেনে—সভা-সমিতিত, বিয়া-বাক হ'লে, নিমন্ত্রণাদিত কেনে ব্যৱহাৰ কৰোঁ। এই ব্যৱহাৰৰ মূল হৈছে আমাৰ ঘৰ। ঘৰত যি কৰোঁ, যি শিকোঁ, তাকেহে আমি বাহিৰত কৰিম। আই-বোপায়ে, গুৰুজনে কি শিকাইছে, ককাই-ভাই, বাই-ভনীৰ সৈতে কি ব্যৱহাৰ কৰোঁ। সেইদেখি ঘৰতে আমাৰ এই শিক্ষাৰ আৰম্ভ।

তোমালোকক চাফ-চিকণ হৈ থাকিবলৈ দিনে কেবাবাৰো কোৱা হয়, নহয়নে? মযো কওঁ। ৰাতিপুৱা উঠিয়েই যেতিয়া মুখ ধোৱা, মুখৰ বাহিৰখিনি ধুলেই নহ'ব। মুখৰ ভিতৰত যেতিয়া পানী দি কুলকুলিৱা, তেতিয়া দুই হাতেৰে চলুৱে চলুৱে পানী লৈ চকুত জোৰেৰে ছটিয়াবা। ইপিনে কুলকুলিয়াই থাকিবা। এনেকৈ কুলকুলিয়াই থাকোঁতে থাকোঁতে চকুত পানী ছটিয়ালে চকুৰ জ্যোতি বাঢ়িব, আৰু এই জ্যোতি বহুত দিনলৈ থাকিব। বিতৃচকু ল'ব নেলাগিব।

এতিয়া এখন সভালৈ যাওঁ ব'লা। আৰু কি কাম বাকী আছে? ওঁ, দাঁত। বগাখিনি চাফ কৰিলেই নহ'ব। বগাখিনি চাফ কৰিবা নিশ্চয়; মাজোঁতে মাজোঁতে দাঁতে মাতিবলৈ ধৰিব "ভাল ভাল" বুলি। তাৰ পাছত যেতিয়া "হ'ল হ'ল" বুলি মাতিবলৈ ধৰিব, তেতিয়া এৰি দিবা। কিন্তু আৰু বাকী থাকিল নহয়—দাঁতৰ ভেটি, আমি বাক আলু কওঁ, দাঁতৰ তলৰ সেই বঙাখিনি। সেইখিনিহে আচল। সেইখিনি ঘঁহি ঘঁহি তলে-ওপৰে, ভিতৰে-বাহিৰে চাফ নকৰিলে দাঁত চাফ কৰাই নহ'ল। এইখিনিতে মুখৰ লেতেৰা গোন্ধৰ বাহ। আৰু বেমাৰবো বাহ। দাঁতৰ আলু গোন্ধ নোহোৱাকৈ চাফ নেৰাখিলে বেমাৰ হ'বই নিশ্চয়। জ্ঞানী মানুহে কয়—অঙ্গৰ ভিতৰত মুখৰ ভিতৰখনেই আটাইতকৈ লেতেৰা। আইটি-বোপাটি, সাৱধান।

মুৰ আঁচোৰা। এতিয়া তেল নঘঁহি মুৰত অলপ পানী দি আঁচুৰি, সেওঁতা কাঢ়ি আহাঁগৈ, বোঁৰা। আইটিহঁত কিন্তু ইয়াত জিকিছে। তোমালোকৰ আগৈয়ে চুলি আঁচুৰি আহিছে।

চাওঁ, তোমালোকৰ আঙুলিবোৰ। ইস্, নখবোৰ ক'লা মলিৰে ভৰা হেখোন! হয় নখবোৰ কটাই আহাঁগৈ, নহ'লে চাবোন দি এভাল খৰিকাৰে

চাফ কৰি আহাঁগে। এই মলি থকা আঙুলিৰে সৈতে ভাত খাবাহি নহয়! এতিয়াই যোৱাঁ, চাফ কৰি আহাঁগৈ।

এঃ তোমালোকৰ জোতাবোৰ কি মৰলা! এতিয়া আৰু সময় নাই, ব'লা যাওঁহঁক। চাফ কৰা মানুহ নেথাকিলে নিজেই দেখোন চাফ কৰিব পাৰা। মনত ৰাখিবা, আজি-কালি মহাত্মা গান্ধীৰ যুগ।

তোমালোকৰ কোনো কোনোৰে শুদা ভৰিৰে যাবা দেখোন। বাৰু ব'লা, গুৱাহাটীৰ বাটবোৰ খলা-বমা, ঠায়ে ঠায়ে অসমান শিলেৰে ভৰা। অসমান চাই খোজ কাঢ়িবা।

মোটৰ, লৰী, গাড়ী, ঘোঁৰাৰ ফালে চকু ৰাখি খোজ কাঢ়িবা। ইয়াত এইবোৰ অহা-যোৱা কৰাৰ নিয়ম নাই। থাকিলেও ঢিলা। গাড়ী, ঘোঁৰা আহিলে থিয় দি অলপ বৈহে যাবা।

এ', সভা বহিলেই। আইটি, তুমি জোতা পিন্ধিছা। গোবোৰাৰ ওপৰত ভৰ দি খোজ নেকাঢ়িবা। গোবোৰা মাটিৰপৰা তুলি আঙুলিৰ ওপৰত ভৰ দি যাবা। এতিয়া আগত ঠাই নাই। কোনো বা, কোনো শব্দ নকৰি, য'তে ঠাই পোৱা বহি যাবা। সভাত বহি, মন দি শুনি থকা মানুহক বিৰক্ত কৰা ভাল নহয়। সভা হৈ গ'লে লাহে লাহে ওলাই আহিবা। "ধুপ্‌ধাপ্" কৰি নাহিবা।

এতিয়া সভা শেহ হ'ল। আইটি, তোমাৰ জোতাযোৰ চাফ কৰাহেঁতেন ভাল আছিল। ছোৱালীবিলাকৰ পিন্ধা বস্তুবোৰ ল'ৰাতকৈও চাফ হ'ব লাগে। ভৰিৰ কেঞা আঙুলিৰপৰা চুলিৰ আগলৈকে পৰিষ্কাৰকৈ ৰাখিলে নিজৰ আত্ম-সম্মান ৰখা হয় আৰু আনকো সম্মান দেখুৱা হয়।

বোপা, তোমাৰ পানী লাগিছে। কুহৰ্ কুহৰ্‌কৈ কাহিয়েই আছিলা, আৰু হাঁচিয়াইছিলাও। তুলসীপাত মোৰে খাবা। নহ'লে আদা পুৰি খাবা। কাহোঁতে, হাঁচিয়াওঁতে মুখৰ আগত হাত, নহ'লে উৰ্ৰ্‌মাল (ৰুমাল) এখন সোপা দিয়াৰ দৰে ধৰিহে কাহিব, হাঁচিয়াব লাগে। তোমাৰ বেমাৰ নাই; কিন্তু যাৰ আছে, বিশেষতঃ T.B.-ৰ আভাসো আছে, তেওঁলোকৰ কাহ আৰু হাঁচিৰ লগত বেমাৰৰ বীজাণুবোৰ ওলাই আন মানুহক বেমাৰ দিব পাৰে। বিশেষ—সভাত, ৰেইলত, মানুহ সৰহকৈ লগ হোৱা ঠাইত অতি সাৱধানে, অলমুৱা হৈ উৰ্ৰ্‌মাল মুখৰ আগত ধৰি কাহিব, হাঁচিয়াব লাগে। সোঁচৰা ব্যাধি এজনৰপৰা আন এজনলৈ যোৱাৰ ই এটি কাৰণ। কাহি, হাঁচিয়াই মানুহক উচপ খুৱাবা।

বাটে-পথে চাহ খাই ফুৰাও ভাল নহয়। চাহৰ দোকানীয়ে পিয়লা, বাটি ভালকৈ নোধোৱে। নিজৰ পিয়লাত, নহ'লে বাটিৰ পিয়লাত দোকানত চাহ খোৱা ভাল। বেমাৰীক কিন্তু নিদিবা, সকলোৰে বেমাৰ হ'ব পাৰে।

হেৰা আইটি, তুমি নখ খুঁটিয়াইছিলা, কামুৰিছিলা, আৰু নাকত আঙুলি সুমুৱাই নাক খজুৱাইছিলা। এই দুইটাই অনিষ্টকাৰী অভ্যাস। এটি ছোৱালীৰ বেমাৰ হৈছিল। ডাক্তৰে একো উপায় নেপাই পেট কাটি চালে, দেখিলে যে পেটৰ এঠাইত নখৰ সৰু সৰু 'ডোখৰেৰে ভৰা। এই অভ্যাসে শৰীৰৰ ক্ষতি কৰে। আৰু নাক যদি খজুৱায়, নাকত আঙুলি সুমুৱাই নাকৰ ওপৰখিনি মোহাৰি দিলেও সেই একে কামেই হ'ব। নহ'লে তলৰ ওঁঠ ওপৰমুৱাকৈ নাকৰ ভিতৰত ফুৰাই দিবা। সেই লেতেৰা হাতেৰেই আনক তামোল-ছালি দিবা নহয়, নিজেও খাবা নহয়! এই দুটা কুৎসিত অভ্যাস আজিয়েই এৰি দিয়া। কোনো কোনোৱে নাক খজুৱালেও অভ্যাসৰ দোষত নাকত আঙুলি সুমুৱায়, আৰু নখ কামোৰে।

আজি সভাত তোমালোক আটায়ে খিকৃখিকৃকৈ মুখ চেপি হাঁহিছিলা। সভালৈ গৈছিলা—মুখিয়াল মানুহে কি কয়, কি কৰে তাক শুনিবলৈ, দেখিবলৈ। খুহুটীয়া কথা ক'বলৈ যোৱা নাছিলা। ঘৰতে দেখোন খুহুটীয়া কথা ক'ব, শুনিব পাৰিলাহেঁতেন। আৰু আন মানুহৰ পিনে চাই হাঁহিছিলা আৰু আঙুলি টোঁৱাইছিলা, চিকুটা-চিকুটি কৰিছিলা। এনে কৰিলে তোমালোকক কোনোৱেই ভাল বুলি নকয়। নকৰিবা। অৱশ্যে সভাত কিবা খুহুটীয়া কথা হ'লে, ধেমেলীয়া নাট হ'লে, বহুৱাৰ ভাও দেখি ভাল লাগিলে হাত চাপৰিয়াই খল্‌খলাই হাঁহিবা। তোমাৰ বন্ধুৰ ডিঙিত ধৰিও হাঁহিবা। তোমালোকৰ এনে হাঁহি দেখিলে আনৰো ভাল লাগিব।

কিন্তু যি হাঁহিব কথা কৈছোঁ, তেনে হাঁহি ধৰ্ম্ম-মন্দিৰত, শোকসভাত, গহীন, গভীৰ, গধুৰ ভাবৰ সভাত উপযুক্ত নহয়। আজি দেখিলানে—তোমালোকৰ ওচৰতে বহি থকা ডেকা ল'ৰাটিয়ে কেনেকৈ থুৰাই আছিল। ই বৰ কুৰুচ অভ্যাস, আৰু এই অভ্যাস ডেকাটিৰ পক্ষেও বেয়া, আনৰ পক্ষেও বেয়া। ইমানকৈ থুই পেলোৱাজনৰ হজম-শক্তি কমি আহে, কিয়নো খোৱা বস্তু পেটলৈ যোৱাৰ আগেয়ে মুখৰ লেপৰা হজমৰ ক্ৰিয়া আৰম্ভ হয়। থুৱে সহায় কৰে। আনৰ পক্ষে বেয়া—সেই বীজাণুৰ ভয়। অভ্যাসটোও কুৰুচ নহয় জানো? এই থুই অকস্মাৎ কাৰো গাতো পৰিব পাৰে। তোমালোকে এনে অভ্যাস কেতিয়াও

নকৰিবা। বাটে-পথে, ঘৰৰ ভিতৰতো য'তে-ত'তে থুৱাই থাকিব নেলাগে। পিকদানিত ছাই থৈ দি থুৱাবলৈ ঠাই ঠিক কৰি দিয়া ভাল। বাজহুৱা ঘৰতো, নিজা ঘৰতো। কিন্তু দিনৰ দিনটো এনেয়ে থুই পেলাই থকা ভাল নহয়। নাকত আঙুলি সুমুৱাব দৰে, নখ কামোৰা, খুঁটিউৱাৰ দৰে অকাৰণে থুই পেলোৱাও এটা কুৰুচ, অনিষ্টকাৰী অভ্যাস। এই অভ্যাস আজিয়েই এৰি পেলাবা দেই।

তুমি নেথাকোঁতে যদি তোমাৰ ঠাই কোনোবাই লয়, তুমি তেওঁক তাৰপৰা খেদাই নিদি থিয় হৈ থাকিবা। ভাল মানুহ হ'লে তেওঁ নিজেই উঠি যাব। যদি নুঠে, তুমি বেৰৰ ওচৰত থিয় হ'বা। আনক আঁৰ দি থিয় নহ'বা। আন মানুহেওতো দেখিব-শুনিব লাগে।

চাহখোৱা মেলত যদি থালত খোৱা বস্তু তোমাৰ নিমিত্তে সজাই আনি দিয়ে, থালখন ল'বা। আজি-কালি আকৌ নিয়ম হৈছে—এখন থালত বহুত বস্তু মানুহৰ আগত আগবঢ়ায়, তেতিয়া আটাইখিনিকে নল'বা। দুটামান বস্তু বাছি ল'বা। লওঁতে হাতেৰে খামোচ মাৰি নল'বা। বুঢ়া আঙুলি আৰু ওচৰৰ আঙুলিটিৰে ল'বা। নহ'লে বুঢ়া আঙুলি আৰু ওচৰৰ দুটা আঙুলিৰে তুলি ল'বা। তুলি লৈ তোমাক যি থালখনি দিয়া হয় তাত থৈ লাহে লাহে খাবা। অৰিয়া-অৰি কৰি চাহ খোৱা মেলটি race কি competition কৰি নেপেলাবা। ইয়াত হাঁহিবা, মাতিবা, ফুৰ্ত্তি কৰি আনন্দেৰে খাবা। কোনে বেছি খাব পাৰে—এনে ভাবেৰে নেখাবা। চাহো লাহে লাহে খাবা। যিখিনি খোৱা চোবাই খাবা। দুপৰীয়া, নিশা, আনৰ ঘৰত খাবলৈ গ'লেও সেই একে কথা। বিলনীয়াক চিনি পালে মাছৰ কোলঠিও খুজি ল'ব পাৰা। যিখিনি পাৰিবা, সেইখিনিহে পাতত ল'বা। নেপেলাবা। হাত ধুই খাবা।

বয়সিয়াল মানুহে কোনো কথা ক'বলৈ গ'লে তুমি সেই কথা জানিলেও পটকৈ নক'বা—"মই জানো।" তেওঁক ক'বলৈ দিয়া। তেওঁ হয়তো কিবা নতুন কথা ক'ব।

কোনো এটা কথা আলোচনা হৈ থাকিলে মাজতে সেই বিষয় শেষ হোৱাৰ আগেয়ে আন কথা তুলিয়াবা। ডাঙৰৰ, মাষ্টৰৰ ঘপৰাই ভুল নধৰিবা। নুবুজিলে ক'বা, "Sir, আপুনি যি কৈছিল, তালকৈ নুবুজিলোঁ। আৰু এবাৰ বুজাই দিবনে?" টান কথাও মিঠাকৈ ক'ব পাৰি, জানিবা। ভৱিষ্যত জীৱনত দেখিবা যে মিঠা কথাৰে বহুতো কাম পোৱা যায়। "মইহে জানো"—এই ভাব লৈ

কেটেৰ-জেঙেৰ মাতেৰে কেটেৰা কথাৰে কাম কেতিয়াও নহয়। ষ'তে-ত'ত্তে মিঠা ব্যৱহাৰে আমাৰ বাট সুচল কৰে।

ভাওৰৰপৰা শিকিবাহে। তেওঁলোকক নিশিকাবা। খেল খেলোতে মহতে বেয়া কথা কয়। সেইফালে কাণ নিদি তোমাৰ কাম কৰি যাবা। লগৰীয়া বাছি ল'বা।

এতিয়া তোমালোকে যেনে ব্যৱহাৰ শিকিবা, ভৱিষ্যতলৈকো সেই ব্যৱহাৰ তোমালোকৰ লগত থাকিব। সেইদেখি ভাল মানুহে, ভাওৰ মানুহে যেনে ব্যৱহাৰ কৰে, তেনে কৰিবা।

আইটি-বোপাটিসকল, তোমালোক যেন নিজে সুখী হোৱা আৰু আনকো সুখী কৰা। ভগৱানে তোমালোকৰ মঙ্গল কৰক।

ব্ৰহ্মকৃপাহি কেৱলম্।

# আইন বে-আইন

১৮০০ খ্রীষ্টাব্দত ইংলণ্ডৰ আইনমতে দুশটা অপৰাধতকৈও বেছি অপৰাধৰ নিমিত্তে মৃত্যুদণ্ড দিয়া হৈছিল। এতিয়া আমাৰ সেইবোৰ আচৰিত লাগিব। এশ বছৰত ইমান পৰিবৰ্ত্তন! এতিয়া ইংলণ্ডত চাৰিটা অপৰাধৰ নিমিত্তেহে মৃত্যুদণ্ড দিয়া হয়।

এই দুশটা অপৰাধৰ সৰহভাগেই অষ্টাদশ শতাব্দীতহে (১৭০০—১৮০০) মৃত্যু-দণ্ডৰদ্বাৰা দণ্ডনীয় হৈছিল।

এইবোৰ দোষৰ লেখ দিবৰ সকাম নাই। কেটামানহে দিওঁ। পাঁচ শ্বিলিং (৩৷৷০) দামৰ বস্তু চুৰ কৰিলে—ফাঁচি। কোনো মানুহৰ গাৰপৰা এক শ্বিলিং মূল্যৰ বস্তু চুৰ কৰিলে—ফাঁচি। কোনো কোনো ঠাইত সৰু গছ এজোপা কাটিলেও ফাঁচি দিয়াৰ হুকুম হৈছিল। জালৰ (Forgery)-তো কথা নাই। তাৰ নিমিত্তে যে ফাঁচি হয়, আমি ভাৰততে জানো। কলিকতাৰ ৰজা নন্দকুমাৰ ৰায়ৰ ফাঁচিৰ কথা আমি সকলোৱে জানোঁহক। পাছত এই বিচাৰৰ কথা কোৱা যাব। কোনো যুঁজাক সৈনিক (Soldier) কিম্বা যুঁজাক নাবিকক (Sailor) যদি ভিক্ষা কৰি বাটে বাটে ফুৰা দেখা যায়—ফাঁচি।

দহ-বাৰ বছৰীয়া ল'ৰাকো ফাঁচি দিয়া হৈছিল।

এনে কঠোৰ শাস্তিৰ নিমিত্তে অপৰাধৰ সংখ্যা যে তাকৰ হৈছিল, এনে নহয়।

* * *

ইংলণ্ডীয় ঔপন্যাসিক চাৰ্লছ্ ডিকেন্সৰ (Charles Dickens) কিতাপবোৰ পঢ়িলে ইংলণ্ডীয় আইনৰ অৱস্থা সেইখিনি সময়ত কেনে আছিল জানিব পৰা যায়। Oliver Twist, Little Dorritt, Pickwick Papers ইত্যাদি কিতাপ পঢ়িলে আইন সম্বন্ধীয় বহুতো কথা জানিব পাৰি। চাৰ্লছ্ ডিকেন্স Middle Temple (মিড্‌ল্ টেম্পেল)-ৰ ছাত্ৰ আছিল। এই নিমিত্তেই যে তেওঁ আইন জানিছিল, সি নহয়। যি মানুহে জানে, সি এনেয়ে জানে। অনুসন্ধানেৎসু মানুহ হ'লে নিজৰ শক্তিৰে, বুদ্ধিৰ বলেৰে, নিজে পঢ়ি-শুনি বিদ্যাশিক্ষা কৰে।

উইলিয়ম্ মেক্‌পীস্ থ্যাকাৰেও (William Makepeace Thackeray) মিড্‌ল্ টেম্পেলৰ ছাত্ৰ আছিল। এওঁলোক দুজনৰ কোনোৱে ব্যাৰিষ্টাৰ হোঁৱা নাছিল। থ্যাকাৰেও এজন বিখ্যাত ঔপন্যাসিক আছিল। স্কট্ (Sir Walter Scott) এজন ডাঙৰ ঔপন্যাসিক। তেওঁ আইনজ্ঞ আছিল। এই তিনিজন লেখকৰ উপন্যাসবোৰ পঢ়িলে ইংলণ্ডীয় স্কটলণ্ডীয় আইন বিশেষৰূপে শিকিব পাৰি।

সাহিত্যৰ সৈতে আইনৰ বিশেষ সম্পর্ক। আজি ইমানতে।

[ আর্ল ল' কলেজ, পূর্ব্বাহ্ন ১১৷৷, ৬৷৯৷১৯২৫ ]

* * *

উইলিয়ম্ মেক্‌পীস্ থ্যাকাৰেৰ কলিকতাত জন্ম। ১৮১১ খ্ৰীষ্টাব্দত। থ্যাকাৰে ১৮৩১ খ্ৰীষ্টাব্দত আৰু ডিকেন্স ১৮৩৯ খ্ৰীষ্টাব্দত মিড্‌ল্ টেম্পেলত ভর্ত্তি হৈছিল। তেওঁলোকে আইনৰ বিষয়ে যি লেখিছিল, জানি-শুনি, দেখি-পঢ়ি লেখিছিল। আশাকৰোঁ, তেওঁলোকৰ কিতাপবোৰ আমাৰ আইন পঢ়া ছাত্ৰসকলে আৰু উকীল-সকলেও পঢ়িব। স্কটৰ কিতাপবোৰো সেই একে শ্ৰেণীৰে। East Lynne-ত পঢ়িছোঁ, Lord Mount Severn ( Isabella-ৰ বাপেক ) মৰাৰ পাছত ধকৰাবিলাকে তেওঁৰ মৃতদেহ বাজেয়াপ্ত কৰিছিল। কি নিষ্ঠুৰ কথা! আৰু এই ৰীতি বহুত দিনলৈকে সুসভ্য ইংলণ্ডত আছিল।

আজি-কালি ইংলণ্ডত মুঠেই চাৰিটা অপৰাধৰ নিমিত্তে মানুহক ফাঁচি দিয়া হয়।

এনেবোৰ কঠোৰ শাস্তি থকা সত্বেও বহুতো মানুহে অপৰাধ কৰিছিল। বিজ্ঞ মানুহ, আইনৰ ওজা এজনে কৈছে যে শাস্তিৰ কঠোৰতাতকৈও শাস্তি যে নিশ্চিত— এই কথাফেৰিয়েই বহুতো মানুহক অপৰাধৰ বাটৰপৰা ৰক্ষা কৰিছে।

শুৰ হাৰি পোলেও বুলি এজন নামজ্বলা ব্যাৰিষ্টাৰে ( ডাক্তৰ ব্লেক অজার্সৰ-পৰা শুনা ) হেনো কৈছিল যে আইনৰ বহুতো অসম্পূর্ণতা ( তেওঁ যিখিনি সময়ত কৈছিল ) আছে। সেইসকল অসম্পূর্ণতাৰ নিমিত্তে মানুহে দোষ কৰিও, শাস্তিৰপৰা ৰক্ষা পাব পাৰিছিল।

তেওঁ এইবোৰ কথা লৈ এখন কিতাপ লেখিব খুজিছিল। কিন্তু বদ্‌মাইচ্, লাঠুৱা, আইন ভঙা, আইন অমান্য কৰা মানুহ তেনে এখন কিতাপ পঢ়িলে বাঢ়িব বুলি তেওঁ তেনে এখন কিতাপ নেলেখিলে। কিন্তু নেলেখিলেও, তেওঁ যেতিয়া পৰকীয়াৰ পক্ষ হৈ আইনৰ বেৰ, নঙলাবোৰ বিনৌ ভাঙি দিছিল, সেই তেতিয়াই

চাগৈ তেনেবিধ মানুহৰ শিক্ষা পাবৰ সুচল হৈছিল। হাবি পোলেও সেইখিনি সময় গৱৰ্ণমেণ্টৰ ফালৰ যাই কৌন্সিল আছিল। তেওঁ এতিয়াও জীয়াই আছে— কামৰপৰা অৱসৰ লৈ।

[ কিছুখিনি আৰ্ল ল' কলেজৰ দক্ষিণ-পশ্চিম ফালৰ শেৱালি ফুলৰ তলত কেবা-দিন আগেয়ে লেখা আৰু কিছুখিনি প্ৰিন্সিপালৰ ঘৰৰ উত্তৰ বাৰাণ্ডাত লেখা। ২২।৯।২৫ ]

*　　*　　*

১৮২৯ খ্ৰীষ্টাব্দত ইংলণ্ডত জাল কৰা অপৰাধৰ নিমিত্তে শেষ প্ৰাণদণ্ড হয়। ১৮৩৭ খ্ৰীষ্টাব্দত এই শাস্তি বন্ধ হ'ল।

বলাৎকাৰ—যাক ইংৰাজীত Rape কয়—সিও ১৮৪১ খ্ৰীষ্টাব্দলৈকে প্ৰাণ দণ্ডনীয় দোষ আছিল।

"১৮৬১ খ্ৰীষ্টাব্দলৈকে মানুহ থকা ঘৰত জুই লগালে ( সেই ঘৰত মানুহ সেই-খিনি সময়ত থাকিলে ) প্ৰাণদণ্ড দিয়া হৈছিল। ১৬২৯ খ্ৰীষ্টাব্দত এটি আঠ বছৰীয়া ল'ৰাক শস্য ৰখা ঘৰত জুই লগোৱাৰ বাবে ফাঁচি দিয়া হয় !!

১৮৬১ খ্ৰীষ্টাব্দত খুন কৰিবলৈ চেষ্টা কৰা অপৰাধৰ নিমিত্তে শেহবাৰ ফাঁচি দিয়া হয়।

[ বাতিপুৱা ২৪।৯।২৫—সপ্তমী ]

# আইনৰ কথা

(১)

আন এখন কাকতত "আইন বে-আইন" শিতান দি এটা প্ৰবন্ধ লেখিছিলোঁ। এতিয়া ইয়াত আইনৰ কথা অলপ কওঁ।

মৃত্যুদণ্ডই প্ৰধান দণ্ড। জীৱনতকৈ মূল্যবান বস্তু নাই। এই দণ্ড ইংলণ্ডত যে কি নিৰ্দ্দয়ভাৱে দিয়া হৈছিল। এই এশমান বছৰৰ আগেয়ে প্ৰায় সকলো দোষৰে মৃত্যুদণ্ড আছিল। পাঁচ শ্বিলিং দামৰ বস্তু চুৰ কৰিলে মৃত্যুদণ্ড দিয়া হৈছিল। সেই কাকতখনত (আসাম হিতৈষীত) এনেবোৰ দোষৰ এখন তালিকা দিছিলোঁ। এতিয়া মাথোন চাৰিটি অপৰাধৰ নিমিত্তেহে মৃত্যুদণ্ড বিধান হয়।

'খুন' কৰা অপৰাধত মৃত্যুদণ্ড দিয়া হয়। জুৰি মহোদয় (আজি-কালি মহোদয়াও, কিয়নো আজি-কালি তিৰুতাবো জুৰিৰ সভ্যা হ'বৰ অধিকাৰ আছে) সকলে আচামীক খুনৰ অপৰাধৰ অপৰাধী সাব্যস্ত কৰিলেই মৃত্যুদণ্ড দিয়া হয়। তাৰ পাছত 'হোম চেক্ৰেটাৰী'য়েহে (Home Secretary) ইচ্ছা কৰিলে ক্ষমা কৰিব পাৰে। ভাৰতত হ'লে যাৱজ্জীৱন কাৰাবাস দিবৰো জজৰ অধিকাৰ আছে।

'ৰাজদ্ৰোহ' (Treason) অপৰাধৰ বাবেও মৃত্যুদণ্ড দিয়া হয়।

এই যুদ্ধৰ সময়ত স্যৰ ৰজাৰ কেস্‌মেণ্ট (Sir Roger Casement) নামে এজনক এই অপৰাধৰ বাবে মৃত্যুদণ্ড দিয়া হয়। ইয়াৰ পাছত আৰু হোৱা নাই। আশা কৰোঁ আৰু নহয়ো। জজ আছিল আমাৰ ভাইচ্‌ৰয় (বৰলাট) লৰ্ড ৰেডিং। এই জজে যি আইনৰ ব্যাখ্যা কৰি জুৰিক বুজাইছিল (summing up), সেই ব্যাখ্যা সকলোৱে পঢ়া ভাল। তেওঁ তাত বহুত কথাৰ মাজত এই কথা কৈছিল যে সকলো বিচাৰাধীন 'আচামী'ৰ ব্যাৰিষ্টাৰৰ পৰা সহায় পাবৰ অধিকাৰ আছে, যি কোনো দোষকে সি কৰক বা নকৰক।

এটি কথা, বহুদিন আগেয়ে কোনো কোনো দোষৰ অপৰাধীয়ে ব্যাৰিষ্টাৰৰ সহায় নেপাইছিল। তাৰ পাছত ব্যাৰিষ্টাৰৰ সহায় পাইছিল ; কিন্তু জজৰ আগত আচামীয়েই শেহ বক্তৃতা দিছিল। অৱশ্যে এই শেহ বক্তৃতা ব্যাৰিষ্টাৰেই লেখি দিছিল। এতিয়া ব্যাৰিষ্টাৰৰ সহায় ল'বৰ সকলো অপৰাধীৰে অধিকাৰ। এই বিষয়ে পাছত ক'ম।

সমুদ্ৰ-ডকাইতি (Piracy) আৰু ৰজাঘৰীয়া বন্দুক, গুলী-বাৰুদ তৈয়াৰ কৰা থাৰ-ঘৰত জুই লগালে ফাঁচি দিয়া হয়।

কিন্তু এই মৃত্যুৰ দণ্ড বন্ধ কৰাৰ বিষয়ে আজি-কালি সকলো ঠাইতে আন্দোলন চলিছে। কোনো কোনো ঠাইত ই বন্ধ হৈছেও।

আপোনাসকলে "অস্কাৰ শ্লেটাৰ" (Oscar Slater) বুলি এটি মানুহৰ বিষয়ে নিশ্চয় পঢ়িছে। এই মানুহটিক ১৯০৮ খ্ৰীষ্টাব্দত ফাঁচি দিবৰ হুকুম হয়। পাছত বহুত মানুহে দৰ্খাস্ত দিয়াত বহুত ভাবি-চিন্তি যাৱজ্জীৱন কাৰাবাসৰ হুকুম ৰজাঘৰপৰা দিয়ে। এই সিদিনা ওঠৰ বছৰৰ পাছে এই মানুহটিক এৰি দিয়া হয়, কিয়নো এতিয়া জনা গৈছে যে এই মানুহটি নিৰ্দ্দোষী। ৰজা-ঘৰৰপৰা প্ৰায় একলাখ টকা পুৰস্কাৰ শ্লেটাৰক দিয়া হয়। কিন্তু লাখ টকাই ওঠৰ বছৰক ওভোতাই আনিব পাৰিবনে? এই মূল্যবান ওঠৰ বছৰক? যি হওক, ফাঁচিৰ হুকুম বন্ধ হোৱাৰ বাবেহে ই ৰক্ষা পৰিল। নহ'লে? ফাঁচি দিয়াহেঁতেন? ভাবি চাওক।

শ্লেটাৰৰ নিমিত্তে কোনো কোনো গণ্য-মান্য মানুহে বৰকৈ খাটিহে তাক উদ্ধাৰ কৰিলে। তাৰে ভিতৰৰ প্ৰধান হৈছে—শ্বাৰলক হোম্‌ছৰ (Sherlock Homes) সৃষ্টিকৰ্ত্তা ছাৰ কনান ডইল (Sir Conan Doyle)। ইদালজী বুলি এজন ভাৰতবৰ্ষীয় মানুহকো দণ্ডৰ পাছত তেওঁ বহুত যত্ন কৰি নিৰ্দ্দোষী সাব্যস্ত কৰাইছিল। ইদালজীৰ অপৰাধ আন আছিল। এনে ডাঙৰ মানুহ-সকল ব্ৰিটেনত আছে বুলিহে নিৰ্দ্দোষী মানুহবোৰে পৰিত্ৰাণ পায়। অৱশ্যে এই কথা মই কেতিয়াও নকওঁ যে শাস্তি পোৱা সকলো মানুহেই নিৰ্দ্দোষী। এই দোষী মানুহৰ ভিতৰত কেতিয়াবা দুটা-এটা নিৰ্দ্দোষী মানুহেও শাস্তি পায়। এনে দুটা-এটা মানুহেও শাস্তি পোৱা অন্যায়।

বেক্ (Adolf Beck) বুলি এজন মানুহে দুবাৰ অন্যায়ৰূপে শাস্তি পায়। প্ৰথমবাৰ আন এটা মানুহৰ দোষৰ বাবে, দ্বিতীয়বাৰ আগৰ দোষী বুলি। অথচ দুবাৰৰ এবাৰো বেক দোষী নহয়। যি মানুহটোৱে সেইবোৰ দোষ

কৰিছিল, সি ধৰা পৰিল। বেকে মুক্তি পালে। পাছত গৱৰ্ণমেণ্টে বহুত টকা পুৰস্কাৰ দিলে। এই বেকেও ১৫।২০ বছৰমান শাস্তি ভুগিলে।

ভাৰত আৰু ইংলণ্ডত যাৱজ্জীৱন কাৰাবাস বুলিলে কুৰি বছৰ বুজায়। অৱশ্যে সেইটো ৰজাৰৰ হাতত। ভেখেতসকলে মুক্তি নিদিয়ও পাৰে; কিন্তু দিয়ে। আমেৰিকাত কিন্তু কুৰি বছৰ কাৰাবাসৰ হুকুম দিও দিছিল। দুটি ক্ৰোড়পতিৰ ল'ৰাক ৯৯ (নিৰানব্বৈ) বছৰৰ শাস্তি দিয়া হ'ল। কেনে? কিন্তু আমেৰিকাৰ বহু ঠাইত আজি-কালি মৃত্যু-দণ্ড দিয়াৰ বিৰুদ্ধে বহুত মানুহ ওলাইছে, সেইগুণে বিমান দূৰ পৰা যায় মৃত্যুদণ্ড দিয়া নহয়।

এতিয়া য়ুৰোপলৈ বাওঁক। অষ্ট্ৰিয়াত ১৯১৮ খ্ৰীষ্টাব্দৰপৰা মৃত্যুদণ্ড দিয়া বন্ধ হৈছে, কিন্তু দেশৰ বিশেষ অনিষ্ট হ'বৰ আশংকা থাকিলে বিশেষ আইনদ্বাৰা সেই বিপদৰ সময়ৰ নিমিত্তে মৃত্যুদণ্ড দিয়া যাব পাৰে। কিন্তু সেই বিপদৰ সময়তহে। আন সময়ৰ নিমিত্তে নহয়।

১৮৬৩ খ্ৰীষ্টাব্দৰপৰা বেল্‌জিয়মত কোনো মানুহক মৃত্যুৰ দণ্ড দিয়া হোৱা নাই, যদিও আইনত আছে। জৰ্মেন যুদ্ধৰ সময়ত কেটামান জৰ্মেনে বেল্‌জিয়মৰ মানুহক খুন কৰিছিল। সেই দোষত সিহঁতক মৃত্যুদণ্ড দিয়া হৈছিল; কিন্তু আইনৰ মন্ত্ৰীজনাই, আন সময়ত যেনে কৰে, মৃত্যুদণ্ড ৰহিত কৰি যাৱজ্জীৱন কাৰাবাসৰ হুকুম দিয়ে।

ডেনমাৰ্কত ১৮৯২ চনৰপৰা কাকো এই দণ্ড দিয়া হোৱা নাই। ফ্ৰান্সত যিমান মানুহক মৃত্যুদণ্ড দিয়া হয়, আটাইকে সেই শাস্তি দিয়া নহয়। জন-প্ৰতিনিধিয়ে (প্ৰেচিডেণ্টে) প্ৰায় সকলো সময়তে তেওঁৰ কৃপা-শক্তিৰ (Prerogative of mercy) বলেৰে মৃত্যুদণ্ড বন্ধ কৰে। কিন্তু সকলো সময়তে নহয়।

হলেণ্ডত ১৮৭০ খ্ৰীষ্টাব্দৰপৰা মৃত্যুদণ্ড বন্ধ। ১৮৫০-ৰপৰা ১৮৭০-লৈকে দুজনেহে এই দণ্ড ভুগিবলগীয়া হৈছিল। ইটালীত ১৮৭৭-ৰপৰা মৃত্যুদণ্ড দিয়া হোৱা নাই। ১৮৮৯ খ্ৰীষ্টাব্দৰপৰা মৃত্যুদণ্ড দিয়াৰ আইনেই নাই। নৰৱেত ১৮৭৫-ৰপৰা বন্ধ। ১৯০৫ খ্ৰীষ্টাব্দৰপৰা আইনেই দিব নোৱাৰে। পৰ্টুগেলত ১৮৬৭-ৰপৰা মৃত্যুদণ্ড বন্ধ।

ৰুমানিয়াত ১৮৬৫-ৰপৰা বন্ধ। চুইডেনত ১৯২৮-ৰপৰা বন্ধ; কিন্তু জাতীয় বিপদৰ আশংকা হ'লে অষ্ট্ৰিয়াৰ দৰে মৃত্যুদণ্ড সেইখিনি সময়ৰ নিমিত্তে দিব পাৰে।

চুইজাৰলেণ্ডত ১৮৭৪-ৰপৰা আইনে বন্ধ কৰিছে। দেশখনক পচিশভাগ কৰি বিভাগ কৰা হৈছে। ইয়াৰে ১৫ খনত মৃত্যুদণ্ড একেবাৰে ৰহিত হৈছে,

আৰু বাকী দহখনত চল্লিশ বছৰত সাতজনেহে মৃত্যুদণ্ড ভুগিবলগীয়া হৈছে। এই বিভাগবোৰক আইনে দণ্ড দিবলগীয়া হ'লে দিব পাৰে বুলি আদেশ দিয়াহে এনে হৈছে।

আমেৰিকা যুক্তৰাজ্যৰ ( ইউনাইটেড্ ষ্টেট্‌স্ ) আঠখন ৰাজ্যৰপৰা মৃত্যুদণ্ড উঠাই দিয়া হৈছে। মিচিগান্ ৰোড্ আইলেণ্ড, উইস্‌কন্‌সিন্, মেইন, কেন্সাস্, মিনিছোটা, নৰ্থ ডেকোটা, চাউথ ডেকোটা—( এই ) সাতখন ৰাজ্যত এতিয়াও মৃত্যুদণ্ড দিয়া হয় আৰু বাকী তেত্ৰিশখনত আদালতে মৃত্যুদণ্ডৰ হুকুম দিলে দিব পাৰে ; কিন্তু নিদিয়ে।

আমেৰিকাৰ আন বহু ঠাইত মৃত্যুদণ্ড দিয়া বন্ধ হৈছে। কিন্তু ভাৰতত কেতিয়া হ'ব ? মফস্বলত জজবোৰে মৃত্যুদণ্ড দিলে আমাৰ হাইকোর্টৰ সেই মৃত্যুদণ্ড থিৰাং (confirm) কৰি দিব পৰা অধিকাৰ থকাৰ গুণে বহুত আচামীয়ে ৰক্ষা পায়। মৃত্যুদণ্ড দিলে সিপুৰীৰপৰা আৰু কোনো উভতি আহিব নোৱাৰে। যদি নির্দোষী মানুহক মৃত্যুদণ্ড দিয়া হয়, তেনেহ'লে ? অস্কাৰ শ্লেটাৰৰ কথা ভাবিলে মৃত্যুদণ্ড বন্ধ হোৱাকে ভাল যেন ভাবোঁ।

অস্কাৰ শ্লেটাৰৰ কথাই মুঠেই অকল নহয়। আইনৰ বাটে-ঘাটে, আলিয়ে-পদূলিয়ে এনেবোৰ উদাহৰণ আৰু বুটলি পাব পাৰি।

(২)

ব্যাৰিষ্টাৰ কোন ? দহ-পোন্ধৰ বছৰ কি তাৰ আগেয়ে এজন 'মহিলা ব্যাৰিষ্টাৰ'ৰ নাম কোৱা হৈছিল। তেওঁ আমাৰ এই ভাৰতৰে আইন জনা মহিলা, ভগবানৰ ইচ্ছাত তেওঁ এতিয়াও বৰ্ত্তমান। ভগবানে তেওঁক দীৰ্ঘজীৱিনী কৰোক। 'লেডি ব্যাৰিষ্টাৰ' নাম বহুবাৰ তেতিয়া শুনিছিলোঁ। কিন্তু তেওঁ তেতিয়া 'ব্যাৰিষ্টাৰ' নামৰ উপযুক্তা নাছিল। তেওঁ এটি ব্ৰিটিশ বিশ্ববিদ্যালয়ৰপৰা আইনৰ উপাধি ( এল্.এল্.বি. ) পাইছিল মাথোন। এল্.এল্.বি. আৰু বি.এল্. একে বুলিলেই হয়। এল্.এল্.বি. বুলিলে Bachelor of Laws ( বহুবচন ) বুজায় ; বি.এল্. বুলিলে Bachelor of Law ( একবচন ) বুজায়। ইয়াৰ একো তাৰতম্য নাই ; মাথোন এডিনবৰা (Edinburgh) বিশ্ববিদ্যালয়ত আছে। কেম্ব্ৰিজ, অক্সফোর্ডত এল্.এল্.বি. ডিগ্ৰী দিয়া হয়। আমাৰ ভাৰততো বেনাৰসত ( কাশীত ), এলাহাবাদত ( প্ৰয়াগত ) আৰু আৰু আন ঠাইত এল্.এল্.বি. উপাধি দিয়া হয়। কলিকতা ৰক্ষণশীল (Conservative)।

এতিয়াও সেইদেখি বি.এল্‌-কে ধৰি আছে। বি.এল্. আৰু এল্.এল্.বি. একে। ওপৰত কোৱা দেশীয় মহিলাজনাক এল্.এল্.বি. উপাধি পোৱাৰ নিমিত্তে 'ব্যাৰিষ্টাৰ' বোলা হৈছিল।

কিন্তু প্ৰথম তিকতা ব্যাৰিষ্টাৰ হৈছেগৈ মিচ্ আইভি উইলিয়ম্‌ছ (Miss Ivy Williams)। তেওঁ ১৯২২ খ্ৰীষ্টাব্দত (মহাৰণৰ পাছত) ব্যাৰিষ্টাৰ হৈছে। আইভি এবিধ লতা। ফুলৰ ভাষাত আইভি (Ivy) বুলিলেই এনেয়ে থেমেলীয়াকৈ I cling to thee (মই তোমাৰ গাতে বগাম) বুলি ডেকাসকলে কয়। তাৰ অৰ্থ হৈছেগৈ—মুনিহে দলিয়াই পেলালেও তিকতা এতিয়া ব্যাৰিষ্টাৰ হ'বই হ'ব, ই ধ্ৰুৱপ। ভগৱানে সেইগুণেই বোধকৰো আইভি (Ivy) নামৰ তিকতাক প্ৰথম মহিলা ব্যাৰিষ্টাৰ কৰালে। এতিয়া আৰু মুনিহে হাজাৰ চেষ্টা কৰিলেও তিকতাক ব্যাৰিষ্টাৰৰ শাৰীৰপৰা 'বে-দখল' কৰিব নোৱাৰিব। তাৰ পাছত এজনা পাৰ্চী মহিলা ব্যাৰিষ্টাৰ হয়। তাৰ পাছতহে সেই প্ৰথমে 'লেডি ব্যাৰিষ্টাৰ' নাম পোৱাজনা ব্যাৰিষ্টাৰ হয়।

এতিয়া, ব্যাৰিষ্টাৰ কোন হয়? ইংলণ্ডত চাৰিটি বিশ্ববিদ্যালয় আছে, যি ঠাইৰপৰা মানুহ (মুনিহ কি তিকতা) ব্যাৰিষ্টাৰ হ'ব পাৰে। সেই বিদ্যালয়-কেটাৰ নাম—Inner Temple (ইনাৰ টেম্পেল), Middle Temple (মিড্‌ল্ টেম্পেল), Lincoln's Inn (লিংকন্‌স্ ইন্) আৰু Gray's Inn (গ্ৰেজ্ ইন্)। এই চাৰিওটিৰে একে মান, একে বশস্তা। এই চাৰিটাৰ কোনেও ক'ব নোৱাৰে—তই সৰু, মই ডাঙৰ। চাৰিওটিয়ে সমনীয়া। এই চাৰিটিৰ এটিয়ে যদি কয়, বোলে—অমুকা তই ব্যাৰিষ্টাৰ, তেতিয়াহে অমুকাই ব্যাৰিষ্টাৰি কৰি টকা ঘটিব পাৰিব। নহ'লে আন যি কোনো বিশ্ববিদ্যালয়ে বি.এল্., এল্.এল্.বি. ডিগ্ৰী দিয়ক, এনেবোৰ ডিগ্ৰীধাৰী মানুহে আদালতত হাকিম বা জজৰ আগলৈ গৈ কথা বেচি জীৱিকা নিৰ্ব্বাহ কৰিব নোৱাৰিব।

বিলাতত দুইৰকম ব্যৱহাৰজীৱী আছে—ব্যাৰিষ্টাৰ আৰু ছলিছিটৰ অথবা এটৰ্নি (Solicitor আৰু Attorney)। ব্যাৰিষ্টাৰে হাউচ্ অব্ লৰ্ডছৰ (House of Lords)-পৰা একেবাৰেই সৰু আদালতলৈকে যাব পাৰে আৰু ছলিছিটৰে মাথোন কোনো কোনো আদালতলৈ যাব পাৰে। ছলিছিটৰ হোৱাৰ নিয়ম বেলেগ, আৰু ব্যাৰিষ্টাৰ হোৱাৰ নিয়মো বেলেগ। এই বিষয়ে পাছত ক'ম বুলি আশা ৰাখিলোঁ, যদিহে আমাৰ 'সাহিত্য সভা পত্ৰিকা'ৰ সম্পাদক ডাঙৰীয়া আৰু পাঠক-পাঠিকাসকলে অনুমতি দিয়ে।

তিকতাই বহু কষ্ট কৰিহে 'ব্যাৰিষ্টাৰ' উপাধি পাইছে। মহাৰণৰ আগেয়ে ইংলণ্ডতো তিকতাৰ আদৰ তল আছিল। মই যেতিয়া বিলাতৰ স্কুলত পঢ়িছিলোঁ, তেতিয়া কোনো কাৰণে যদি মোৰ মন বেয়া হৈছিল (মানুহ মানুহ; সকলো সময়তে মানুহৰ মন একেভাৱে থাকিব নোৱাৰে), তেতিয়া মিষ্টাৰ এট্‌কিন্সনে (মোৰ স্কুলৰ দ্বিতীয় শিক্ষক আৰু শ্ৰীহট্ট কলেজৰ প্ৰিন্সিপাল মিঃ অপূৰ্ব্ব দত্ত ডাঙৰীয়াৰ কেম্ব্ৰিজৰ ইমেনুয়েল কলেজৰ সহপাঠী) মাজে মাজে কৈছিল, "Well Borooah, dont be depressed. Men must work and women must weep", মই তেতিয়া হাঁহিছিলোঁ। কিন্তু ইয়াৰদ্বাৰাই বুজা যায়—তিকতা আৰু মুনিহৰ ঠাই বিলাততো সেইখিনি সময়ত ক'ত আছিল। যদিও এই সময়ত এই কথাখিনি অপ্ৰাসঙ্গিক (Irrelevant), মই কওঁ—মই যেতিয়া সেই স্কুললৈ প্ৰথমে যাওঁ, মোক তেওঁ সুধিছিল, "Do you know Datta (ডাঁটা)?" মই ক'লোঁ, "আমাৰ দেশত বহুত দত্ত আছে, আপুনি বা কোন দত্তৰ কথা কৈছে?" তেওঁ ক'লে, "ডাটা—এই ডাটা মোৰ লগত ইমেনুয়েল কলেজত একেলগে পঢ়িছিল।" পাছত মই ভাবিলোঁ—এওঁ কোন। তাৰ অলপ পাছতে তেওঁৰ ঘৰলৈ গ'লোঁ। তেওঁ তেতিয়া আমাৰ স্কুলৰ আগতে এটা সৰু ঘৰত আছিল। তেওঁ মোক বহুত ছায়া-চিত্ৰ দেখুৱালে। তাতে দেখিলোঁ—এজন ভাৰতীয় মানুহ তেওঁৰ লগত আৰু বহুত ইংৰাজ ডেকাৰ লগত (freshmen's group) আছে। মই ক'লোঁ, এওঁ মিষ্টাৰ অপূৰ্ব্ব দত্ত—আমাৰ চিটি কলেজৰ প্ৰফেচাৰ। মই যেতিয়া চিটি স্কুলত পঢ়োঁ, তেতিয়া মিঃ দত্ত সেই কলেজৰ প্ৰফেচাৰ আছিল। তেওঁ ক'লে, "Oh yes, this is ডাটা।" তেতিয়া সেই বিষয় লৈ মিষ্টাৰ এট্‌কিন্সন্ আৰু মোৰ লগত বহুত হাঁহিৰ কথা হৈছিল। সেই সময়, সুন্দৰ সময়, এতিয়া বহু দূৰৈত; কিন্তু এতিয়া তিকতাই নেকান্দে। তিকতা আৰু মুনিহে একেলগে কাম কৰে।

আমাৰ দেশত প্ৰথম উকীল হ'ব খোজা আছিল মিচ্ ৰেজিনা গুহ। তাৰ পাছত তেওঁৰ ভনীয়েক মিচ্ ৰেহিনা গুহক আমাৰ হাইকোৰ্টে ওকালতি কৰিবলৈ অনুমতি দিয়া নাছিল। মিচ্ সুধাংশুবালা হাজ্‌ৰাকো কলিকতা হাইকোৰ্টে অনুমতি দিয়া নাছিল। তেওঁ কিন্তু এতিয়া পাটনা হাইকোৰ্টৰ উকীল। কি সুখৰ কথা! তেওঁৰ বাইদেৱেকে আকৌ—তেওঁ বি.এল্. নহয়, বি.এ. অনাৰেৰী ম্যাজিষ্ট্ৰেট—কচাৰিলৈ গৈ বিচাৰ সোধে। এই বাইদেৱেকজনা নগৰ-বধীয়া (Municipal) সভাৰ সভ্যা। আমাৰ দেশত তিকতাৰ এনে উন্নতি

দেখিলে বৰ ভাল লাগে। মোৰ আশাযত কেতিয়া তিকতা উকীল হ'ব, তিকতা ম্যাজিষ্ট্ৰেট হ'ব, তিকতা নগৰ-ৰখীয়া সভাৰ সভ্যা হৈ মাতৃৰ দৰে মোৰ আশাযৰ নগৰবোৰৰ উন্নতি কৰিব?

বিলাতভো তিকতাবিলাকে বহু কষ্ট কৰিহে উন্নতিৰ আসনলৈ উঠিছে। যুদ্ধৰ পাছত ১৯১৯ খ্ৰীষ্টাব্দত এখন আইন 'পাছ' কৰা হ'ল। তাৰ নাম Sex Disqualification Removal Act. এই আইনৰ বিধিয়ে এতিয়া স্ত্ৰী জাতি মুনিহৰ সমকক্ষ হৈছে। এতিয়া তিকতাই বিলাতত জজ, ম্যাজিষ্ট্ৰেট, পাৰ্লেমেন্টৰ সভ্যা হৈছে আৰু কনিষ্টবল হৈছে, গাড়ী চলাইছে, ডাকোৱাল হৈছে, অৰ্থাৎ যিসকল কাম আগেয়ে মুনিহৰ বুলিয়েই আমি মুনিহইতে গপ্ কৰিছিলোঁ, এতিয়া সেই সকলো কামকে তেওঁলোকে কৰিব পাৰে। ইয়াৰ কাৰণ—এই মহাযুদ্ধ। সি যাক যি হওক, বৰ সুখৰ কথা যে তিকতাসকলে এতিয়া নিজৰ ঠাই পাইছে। আমি ভাৰতীয়ই এই বাতৰিত বং নেপাম কিয়? আমাৰ প্ৰাতঃ-স্মৰণীয়া তিকতা নাইনে?

সি যাক যি হওক। এই 'ইন' আৰু 'টেম্পেল'বোৰ ৰক্ষণশীল। এই আইন 'পাছ' হোৱাৰ আগেয়ে কেজনামান তিকতা তাত শিক্ষা লভিবলৈ আগ-বাঢ়িছিল। তেওঁলোকে "তইঁত নাহিবি, নাহিবি, নাহিবি" বুলি দুৱাৰ বন্ধ কৰি দিলে; কিন্তু এই আইন পাচ হোৱাৰ পাছত আৰু কি উপায়? এতিয়া বহুত 'লেডি ব্যাৰিষ্টাৰ' হৈছে। বৰ সুখৰ কথা—অলপতে বাতৰি-কাকতত পঢ়ি-ছিলোঁ যে এজনা মান-ৰমণী ৰেঙ্গুন হাইকোৰ্টৰ জজ্ হৈছে। কি আনন্দৰ কথা!

আমাৰ দেশত সকলো মানুহেই BAR-AT-LAW (বাৰ-এট্-ল') বোলে। "তেওঁ কোন?"—"তেওঁ বাৰ-এট্-ল"। বাৰ-এট্-ল' ভুল। ব্যাৰিষ্টাৰ এট্-ল' অথবা ব্যাৰিষ্টাৰহে শুদ্ধ। ইংলণ্ডত ভাৰতলৈ নহা মানুহে 'বাৰ-এট্-ল' কি বস্তু নেজানিছিল আৰু এতিয়াও নেজানে।

# ওকালতিৰ কথা

লৰ্ড ৰেডিঙে (Lord Reading) স্যৰ ৰজাৰ কেচমেণ্টৰ (Sir Roger Casement) গোচৰ সোধোঁতে জুৰি (Jury) মহোদয়সকলক আইন ব্যৱসায়ীৰ কৰ্ত্তব্য বুজাইছিল। তেওঁ কৈছিল যে অতি দুৰ্ঘোৰ দোষী মানুহেও ব্যৱসায়-জীৱীৰ সাহায্য আৰু উপদেশ পাব পাৰে। স্যৰ ৰজাৰৰ দৰে ৰাজদ্ৰোহী মানুহো ব্যৱসায়জীৱীৰ সাহায্য পাবৰ উপযুক্ত। লৰ্ড আৰ্সকিন (Erskine) এজন ডাঙৰ বিচাৰপতি, ডাঙৰ ব্যাৰিষ্টাৰ, ডাঙৰ বক্তা আছিল। তেওঁৰ জীৱনী বিচিত্ৰ। সেই বিষয়ে পাছত ক'ম। তেওঁ ১৭৯২ খ্ৰীষ্টাব্দত টমাচ পেইন (Thomas Paine) বুলি সেইখিনি সময়ত নাম-জ্বলা অথচ সেইখিনি সময়ত 'মানুহৰ অধিকাৰ' (The Rights of Man) বুলি এখন কিতাপ লেখাৰ বাবে জগৰীয়া মানুহৰ ফালে ব্যাৰিষ্টাৰ হোৱাৰ নিমেত্তে তেওঁ সেইখিনি সময়ত মানুহৰ অপ্ৰিয় হৈছিল। কিন্তু আৰ্সকিনে তেওঁৰ হাতত লোৱা কাম পুৰুষ-সিংহ হৈ নিৰ্ভয়ে কৰি গৈ আছিল। Howell's State Trials-ত এই বিষয় পোৱা যায় আৰু তেওঁ ব্যাৰিষ্টাৰৰ কৰ্ত্তব্য বিষয়ে বক্তৃতাত কি কৈছিল তাক তলত তুলি দিলোঁ। ইয়াৰ অসমীয়া ভাঙনি নিদিওঁ, কিয়নো ইংৰাজী ভাষাত এই কথা-বোৰৰ যি তেজ আছে, যি সজীৱতা আছে, মোৰ অসমীয়াত সিমানখিনি তেজ বা সজীৱতা নেথাকিব, সেইদেখি সেই কামকেৰিত মই হাত নিদিওঁ। আৰ্সকিনক বহুত ইংৰাজে সেইখিনি সময়ত বাটে-ঘাটে, ঘৰৰ বাহিৰত য'তে-ত'তে তাচ্ছিল্য-ইতিকিং কৰিছিল। তেওঁৰ কি উত্তৰ শুনক, "Little, indeed, did they know me, who thought that such columnies would influence my conduct, I will forever, at all hozards, assert the dignity, independence and integrity of the English Bar (মই কওঁ, এনে কথা আমাৰ উকীলসকলেও যেন সাহেৰে কয়, 'English'-ৰ ঠাইত 'Indian' বহুৱাই), without which,

impartial justice, the most valuable part of the English constitution can have no existence. From the moment that any advocate can be permitted to say that he will or will not stand between the Crown the subject arraigned in the daily practice, from the moment the liberties of England are at an end. If the advocate refuses to defend, from what he may think of the charge or of the defence, he assumes the character of the jugde, nay, he assumes it before the hour of judgment; in proportion to his rank and reputation, puts the heavy influence of perhaps a mistaken opinion into the scale against the accused in whose favour the benevolent principle of English law makes all presumptions and which commands the very judge to be his counsel."

এতিয়া চাওক! উকীল কি ব্যাৰিষ্টাৰৰ কৰ্ত্তব্য হৈছে যে বিচাৰাধীন মানুহক তেওঁলোকে সাহায্য কৰে—অৱশ্যে টকা লৈ। কিন্তু ব্যাৰিষ্টাৰে আগেয়ে, অতি পুৰণি দিনত টকা নলৈছিল। সেইগুণে এতিয়ালৈকে এই নিয়ম চলি আছিছে যে ব্যাৰিষ্টাৰে 'ফী'ৰ নিমিত্তে মোকৰ্দ্দমা কৰিব নোৱাৰে। কিন্তু ভয় নাই, উকীলে পাৰে।

এটি বৰ দুখৰ কথা মানুহে ভাবে যে উকীল হ'লেই মিছা কথা ক'ব লাগে। এই কথাষেৰি একেবাৰে মিছা। যি মিছা কথা কয়, সি মিছা কথা ক'বয়েই—সেই মানুহটি উকীলেই হওক, নহ'লে আন কোনো ব্যৱসায়ৰ কিম্বা কামৰেই হওক। উকীলৰ কাম বৰ ডাঙৰ, মহৎ। উকীল মক্কেলৰ দাস হ'ব পাৰে, কিন্তু তেওঁ আদালতৰো মিত্ৰ। এব্ৰাহাম লিঙ্কনৰ (Abraham Lincoln) নাম নুশুনা শিক্ষিত মানুহ নাই। তেওঁ ব্যৱসায়জীবী আছিল। সক বয়সৰ কথা কোৱা নাই, সক বয়সত তেওঁ দুখীয়া আছিল। কিন্তু নিজৰ অধ্যৱসায়ৰ বলত তেওঁ তেওঁৰ দেশৰ গণ্য-মান্য এজন মানুহ হ'ল। ডাঙৰ ব্যৱহাৰজীবী হ'ল। যুধিয়াল হ'ল। তাৰ পাছত তেওঁ গোটেই ৰাজ্যৰ প্ৰজা-প্ৰতিনিধি (President) হ'ল। এই প্ৰজা-প্ৰতিনিধি হোৱা মানে আমাৰ তাৰাত ৰজা, তাক নক'লেও হ'ব। তেওঁ এবাৰ এখন আদালতত প্ৰথমে পদকীয়াৰ পক্ষ হৈ

হাকিম হোৱাত তেওঁ এনেকৈ কৈছিল। এইখিনি অসমীয়াত লেখোঁ। অৱশ্যে এইবোৰ কথা লেখি মই মৌলিক লেখকৰ শাৰীত বহিব খোজা নাই, মই গোটাই-ছোঁহে মাথোন। গোটাই যিখিনি ভাল লাগিছে, তাকে আপোনাসকলক দিছোঁ। মোৰ নিজৰ কোনখিনি, পৰৰ কোনখিনি—চতুৰ পাঠকে নিশ্চয়ে গম পাব। কিন্তু নিজৰ নহ'লেও পৰৰে নিজৰ কৰি আৰু সেই বিষয়ে স্বীকাৰ কৰি আপোনাসকলক আইনৰ বাতৰি অলপ দিওঁ। কোনো কোনোৱে ক'ব পাৰে যে এইবোৰ কিতাপতে আছে দেখোন। আমিও দেখোন পঢ়িব পাৰোঁ। বোলোঁ—সকলোৱে কিতাপ পঢ়িবলৈ আজৰি নেপায়, এব্ৰাহাম লিঙ্কনে এইবুলি আদালতক ক'লে (কেবাবছৰ আগেয়ে শুনিছিলোঁ যে এজন অসমীয়া উকীলে এখন আসামৰ নগৰত ওকালতি আৰম্ভ কৰাত সেই দেশৰ মানুহে, বিশেষকৈ অসমীয়াই, কৈছিল, "ওঁ, এওঁ উকীল হ'বলৈ আহে, মাতেই নাই।" এইবুলি নিৰ্জৰ দেশৰ উকীলক সম্ভাষণ কৰিছিল। কিন্তু এইবোৰ গাৱলীয়া মানুহে ভাবে যে উকীল হ'লেই মেজ চপৰিয়াব লাগে। হাকিমৰ কাণে চাই হাঁহি কথা ক'ব লাগে আৰু অলপ চিঞৰ-বাখৰ কৰিব লাগে। তেনেহ'লে অৱশ্যে নিৰুপায়। কিন্তু স্তৰ ৰাসবিহাৰী "ঘোষ" হ'ল। আৰু এই নিমাতী মানুহজনেও, শুনা গৈছে যে আসামত হুমু কিবা বোলে নাম লৈ গৈছে।), "এই আদালতত মোৰ এয়ে প্ৰথম মোকৰ্দ্দমা। সেইদেখি মই মোকৰ্দ্দমাৰ বিষয়ে বহুত পঢ়িছোঁ। ইয়াৰ কাকতাদি পঢ়ি আৰু বহুত কিতাপ পঢ়ি মই দেখিছোঁ যে মোৰ পক্ষৰ কোনো কথাই নাই। মোৰ বিপক্ষে কিন্তু বহুত কথা পাইছোঁ। সেইবোৰ কি তাকে কৈ মোৰ যি ক'বৰ আছে, তাকে ক'ম।" এতিয়া এজন অসমীয়া উকীলে যদি এনে কথা কোনো আদালতত ক'লেহেঁতেন, কি হ'লহেঁতেন, ক'ব নোৱাৰোঁ। ক'বলৈ অলপ ভয় থাওঁ। কিন্তু যুক্তৰাজ্যত সেইদিনাৰেপৰা **Abraham Lincoln**-ৰ নাম-যশ বাঢ়িল; তেওঁ **Abraham Lincoln** হ'ল। উকীল হ'লেই মিছলীয়া হ'ব নেলাগে।

ৰোমীয় আইনমতে ৰোমীয় আইনবো অতি পুৰণি দিনত আইন ব্যৱসায়ীয়ে একো 'ফী' ল'ব নোৱাৰিছিল। 'ফী' লোৱা অপৰাধ আছিল। পাছত লাহে লাহে সেই নিয়ম নোবোৱা হ'ল। আমাৰ দেশত ব্ৰাহ্মণ সকলে শাস্ত্ৰ ব্যাখ্যা কৰা আৰু শাস্ত্ৰৰ নিয়ম মতে ব্যৱস্থা দিয়াৰ বিষয়েতো সকলোৱে জানে।

বঙ্গদেশত যেতিয়া নতুন সুপ্ৰীম কোৰ্টৰ (Supreme Court—হাইকোৰ্টৰ অগ্ৰজ) সৃষ্টি হ'ল, তেতিয়া শাস্ত্ৰজ্ঞ পণ্ডিতসকলক ইংৰাজ জজৰ লগত বহি শাস্ত্ৰ

ব্যাখ্যা কৰাৰ কথা এতিয়াৰ মানুহে নেজানিলে জনা ভাল। তেওঁলোকক জজ্-পণ্ডিত কোৱা হৈছিল। তেওঁলোকে হিন্দু ব্যৱহাৰ-শাস্ত্ৰ জানিছিল—ইংৰাজ জজ্‌বিলাকে তেতিয়া নেজানিছিল।

# বিলাতী প্ৰসঙ্গ

ছৰ ডগ্‌লাছ ষ্ট্ৰেইট্‌ ভাৰতবৰ্ষৰ হাইকোৰ্টৰ জজ্‌ আছিল। বোধকৰোঁ এলাহাবাদৰ কি বম্বেৰ। ইয়ালৈ অহাৰ আগেয়ে তেওঁৰ বিলাতৰ 'ওল্ড বেইলি'ৰ ভাল ব্যাৰিষ্টাৰ বুলি খ্যাতি আছিল। ইয়াৰপৰা গৈ তেওঁ এখন বাতৰি-কাকতৰ সম্পাদক হৈছিলগৈ। তেওঁ মাজে মাজে পুৰণা কথা কওঁতে তলত দিয়া কথাফেৰি সময়ে সময়ে কৈছিল। এদিন তেওঁ প্ৰাতঃৰাশ (breakfast) খাবলৈ কফীৰ বাটিত হাত দিছেহে মাথোন, তেতিয়াই তেওঁৰ ঘড়ীত আঠ বাজিল। তেতিয়াই তেওঁ বাটি নমাই থৈ কিছুপৰ মনে মনে থাকিল। পাছত সেইদিনা তেওঁ আৰু ব্ৰেকফাষ্ট নেখালে। সেইদিনা তেওঁ একোকে নেখালে, গোটেই দিনটো লঘোণে থাকিল। কিয় কওঁ শুনক। তেওঁ মাৰ্ক্‌ছ্‌ বুলি এজন মানুহৰ কৌন্সিল হৈছিল। খুনী মোকৰ্দ্দমা। বহুত চেষ্টা, অশেষ যত্ন কৰিও তেওঁ মানুহটিক নিৰ্দোষী সাব্যস্ত কৰাব নোৱাৰিলে। মানুহটিৰ ফাঁচিৰ হুকুম হ'ল। সেইদিনা আঠ বজাতে ফাঁচিৰ কথা। সেই কথা মনত পৰাত তেওঁ কফীৰ বাটি থৈ গোটেই দিন লঘোণে থাকিল। তেওঁ কৈছিল যে হয়তোবা তেওঁ ভালকৈ সেই মানুহটিৰ পক্ষ লৈ তৰ্ক কৰা নাছিল। তেওঁৰ বৰ আশা আছিল যে মানুহটিক খালাছ কৰাব। তেওঁ আটাইকে কৈছিল যে আৰু অলপ সৰহ পৰিমাণে তেওঁ যত্ন কৰা হ'লে কিজানিবা মানুহটিক খালাছ কৰাব পাৰিলেহেঁতেন। মোকৰ্দ্দমাটো কি নক'লেও হ'ব। তেওঁ ফাঁচিৰ হুকুম হোৱাৰ পাছতো চেষ্টা এৰা নাছিল। হোম অফিচলৈ (য'ত হোম ছেক্ৰেটৰি বহে। আমাৰ ভাৰতৰপৰা বজালৈ কোনো আৰ্জ্জি গ'লে যেনেকৈ ভাৰত-সচিবৰ জৰিয়তে যাব লাগে, বিলাতৰ কাম হ'লে তেনেকৈ এই গৃহ-সচিবৰ জৰিয়তে যাব লাগে।) দৰখাস্ত লৈ তেওঁ নিজেই বহুবাৰ গৈছিল। সেই মণ্ডৰ বিষয়াসকলক শান্তিত নেৰিছিল। একোকে নহ'ল। কিন্তু কেনে কৰ্ত্তব্যশীল, সহৃদয় পুৰুষ! আন ব্যাৰিষ্টাৰেও তেওঁতকৈ বেছি একো কৰিব

নোৱাৰিলেহেঁতেন। ইয়াৰদ্বাৰাই স্তৱ ডগ্‌লাছৰ হৃদয়ৰ চিনাকি পোৱা যায়। তেওঁৰ 'দিল্‌' আছিল। ডাক্তৰ আৰু আইন ব্যৱসায়ীৰ 'দিল' থকা উচিত।

'দিল'ৰ কথা কওঁতে এটি কথা মনত পৰিল। সপ্তম এডৱাৰ্ডৰ অভিষেকৰ সময়ত মই বিলাতত। শ্ৰীযুত তৰুণৰাম ফুকনো আছিল। স্বৰ্গীয় ৰায়বাহাদুৰ জগন্নাথ বৰুৱা অসমৰ প্ৰতিনিধি হৈ গৈছিল। তেওঁ নৱাব কৰ্নেল আল্লাম খাঁ বুলি মানুহ এজনেৰে সৈতে আমাক চিনাকি কৰি দিয়ে। তেওঁলোকক এদিন লণ্ডন দেখুৱাবলৈ লৈ গৈছিলোঁ। পাছত কোনো কথা হওঁতে তেওঁ কৈছিল (তেওঁ ইংৰাজী ভালকৈ নেজানিছিল), "হাম্‌ কুছ নেই মাংতা। হাম্‌ মাংতা দিল্‌।" এই কথা তেওঁ ওথ কৈ নিজৰ দি বুকুত চপৰিয়াই যেনেকৈহে কৈছিল, কি ক'ম আৰু! সেই বীৰপুৰুষৰ এই উক্তি কেতিয়াও নেপাহৰোঁ।

'ওল্ড বেইলি' নো কি? ই ইংলণ্ডৰ এটি প্ৰধান ছেশুন কোৰ্ট। লণ্ডনত। আগেয়ে নিউগেট জেলৰ গাতে লগা আছিল। অৰ্থাৎ এই কোৰ্টৰ দ্বাৰা একালে মানুহক সুমুৱাব আৰু সিফালেদি জেলত আটক কৰি থ'ব, নহ'লে ফাঁচি। ই বেয়া বন্দোবস্ত নাছিল। আগৰ কচাৰি ঘৰ এনে অস্বাস্থ্যকৰ আছিল যে এজন জজে হয়তো কোনো দোষীক ফাঁচিৰ হুকুম দি যাব; সেই মানুহটিৰ ফাঁচি হোৱাৰ আগেয়ে জজ্‌ সিপুৰী পায়গৈ। সেইদেখি বায়ু মিঠা ৰাখিবলৈ জজৰ মেজত সুগন্ধি ফুল দিয়াৰ নিয়ম আছিল। এতিয়াও সেই নিয়ম চলি আছে, যদিও আগৰ কাৰণ এতিয়া নাই। এতিয়া আদালত ভাল ঘৰত। ইয়াত লণ্ডন আৰু তাৰ ওচৰা-উচৰি 'কাউন্টি'বিলাকৰ ফৌজদাৰী ছেশুনৰ মোকৰ্দ্দমাৰ শোধ-পোছ হয়। বছৰেকত বাৰবাৰ বহে। ইয়াৰ জজ্‌বোৰ লৰ্ড চেন্সেলৰ, হাইকোৰ্টৰ জজ্‌বোৰ লৰ্ড মেয়ৰ, অল্ডাৰমেনবোৰ, লণ্ডনৰ ৰেকৰ্ডাৰ আৰু কমন ছাৰ্জেণ্ট, আৰু দুজন-এজন নিযুক্ত মানুহ। ইয়াক ছেণ্ট্ৰেল ক্ৰিমিনেল কোৰ্ট বোলে আজি-কালি। হাইকোৰ্ট কিন্তু বেলেগ ঠাই।

দেখা যায় যে এজন জজেই একেৰকম দোষৰ দোষীক শাস্তি দিওঁতে ভিন ভিন ব্যৱস্থা কৰে। এবাৰ এজন জজে দুজন মানুহৰ বিচাৰ কৰিছিল— এজন বেঙ্কৰ মেনেজাৰ আৰু এজন ষ্টকৰ দালাল। মেনেজাৰে ২৭,০০০্‌ টকা চুৰ কৰিছিল, আনজনে এই টকাৰ পোন্ধৰগুণ। মেনেজাৰে পালে সাত বছৰ, আনজনে ওঠৰ মাহ।

এনে শাস্তিৰ কথা শুনিলে ৰসিক মানুহে কয় যে সেইদিনা চাগৈ আদালতৰ পেটৰ বিকাৰ আছিল, নহ'লে আন কোনো কাৰণে তেওঁৰ মন ঠিক নাছিল।

এজন জজৰ কথা কওঁ। তেওঁ যেতিয়াই দেখিলে যে তেওঁৰ মনৰ ঠিক নোহোৱা হ'ল আৰু বয়সৰ বাবে চিন্তা-শক্তি কমিল, তেওঁ তেতিয়াই পেন্সনৰ দৰখাস্ত দিলে। তেওঁ বিবেকী মানুহ আছিল।

# প্ৰাৰ্থনাৰ বল

ইংলণ্ডৰ ৱালিংটনৰ মিচ্ পিল্ নামেৰে এজনা ধাৰ্ম্মিকা তিৰুতাই মোক মাজে মাজে ধৰ্ম্মবিষয়ক কিতাপ-কাকত ইত্যাদি পঠাই থাকে। তাৰে এখন কিতাপত এই কথাফেৰি পাই ভাল লাগি 'আসাম হিতৈষী'ৰ পাঠক-পাঠিকাসকলক উপহাৰ দিওঁ।

জৰ্জ মুলাৰ নামেৰে এজন খ্ৰীষ্টীয় প্ৰচাৰকে পৃথিৱীত ধৰ্ম্ম প্ৰচাৰ কৰি ফুৰিছিল। তেওঁ এবাৰ আমেৰিকালৈ ইংলণ্ডৰপৰা জাহাজেৰে যাওঁতে বাটত আট্‌লাণ্টিক মহাসমুদ্ৰত এনে কুঁৱলী পালে যে সকলো এন্ধাৰ হ'ল। এনেকি জাহাজৰ ক্যাপ্টেনজনেও বাট নেদেখা হ'ল। পাছত জাহাজ আগবাঢ়িব নোৱৰা হ'ল। মুলাৰে গৈ ক্যাপ্টেনক সুধিলে, "ক্যাপ্টেন, মোৰ শনিবাৰে নিউয়ৰ্কত বিশেষ কাম আছে। সেইদিনা নিউয়ৰ্ক পাবগৈয়ে লাগিব। নহ'লে নহয়। সেইদিনা নিউয়ৰ্ক পোৱাব পাৰিবনে?"

ক্যাপ্টেনে উত্তৰ দিলে, "অসম্ভৱ, কেনেকৈ হ'ব? ইমান কুঁৱলী, বাটকে দেখা নেপাওঁ। জাহাজ চলাবকে নোৱাৰি। সেইদিনা কেনেকৈ নিউইয়ৰ্ক পাহুছিমগৈ?"

মু—"বাৰু চেষ্টা কৰি চাওকচোন।"

ক্যা—"চেষ্টাবো অসাধ্য। এনে কুঁৱলীত জাহাজ চলাব নোৱাৰি। নিউয়ৰ্ক কেনেকৈ পামগৈ?"

মু—"তেনেহ'লে আৰু একো উপায় নাই? মই কেতিয়াও কোনো অৱস্থাতে কামৰ ঠাইত অনুপস্থিত থকা নাই। সকলো সময়তে মই কথামতে কামৰ ঠাইত উপস্থিত থাকি কাম কৰিহে এৰিছোঁ।"

ক্যা—"মিষ্টাৰ মুলাৰ, মই কি কৰিম? এই কাম মোৰ সাধ্যৰ অতীত। মই একোকে কৰিব নোৱাৰোঁ। জাহাজ চলা অসম্ভৱ।"

মু—"তেনেহ'লে একোকে উপায় নাই? আপোনাৰ কোনো যুক্তিৰে জাহাজৰ কোনো কলেৰে এই কাম নহয় তেনেহ'লে?"

ক্যা—"নহয়। মই একোকে কৰিব নোৱাৰোঁ।"

মু—"তেনেহ'লে, ব'লক তললৈ যাওঁ। মোৰ ক্যাবিনলৈ ব'লক।"

দুইও তললৈ গ'ল। মুলাৰে ক্যাবিন পাই আঁঠু কাঢ়ি একান্তমনে ভগৱানক প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। কিছুপৰ প্ৰাৰ্থনা কৰাৰ পিছত তেওঁ চকু মেলিলে। মুলাৰৰ সৰল সুন্দৰ কথাবোৰত ক্যাপ্টেন গলি গ'ল। তেওঁও ভগৱানক কেআষাৰমান কথা ক'ব খুজিলে।

মুলাৰে ক'লে, "নেলাগে ক'ব। মোৰ প্ৰাৰ্থনাৰেই কাম হ'ব। আপুনি এবাৰ ওপৰলৈ যাওকচোন। কি দেখে, কেনে দেখে, মোক কওকহি।"

ক্যাপ্টেনে ওপৰলৈ গৈ দেখে যে কুঁৱলী লাহে লাহে নাইকিয়া হ'ব ধৰিছে।

ক্যাপ্টেন বিচুৰ্ত্তি হ'ল। অলপ আগেয়ে ইমান এন্ধাৰ আছিল। তললৈ আহি মুলাৰৰ ফালে আচৰিত হৈ চাই থাকিল।

তেতিয়া মুলাৰে ক'লে, "শুনক, মোৰে সৈতে ভগৱানৰ ৫৭ সাতাৱন্ন বছৰ চিনাকি। ভগৱানে কেতিয়াও মোৰ কথা পেলোৱা নাই।"

মুলাৰে তেওঁৰ আগৰ কথামতে নিউয়ৰ্কত যিদিনা পঁহুছিবৰ কথা আছিল সেইদিনা পহুঁছি নিজৰ কাম সমাধা কৰিহে এৰিলে। কোনো মানুহে এই কথা সহজে বিশ্বাস কৰিব নুখুজিব আৰু কোনোৱে হাঁহিবও বোধকৰোঁ। কিন্তু প্ৰাৰ্থনাৰ বল কিমান এনেবোৰ মানুহে উপলব্ধি কৰিব পৰা নাই। এনেবোৰ মানুহে পাহৰে যে ভগৱানৰ ৰাজ্যত ভগৱানৰ অসাধ্য একো নাই। আমি মানুহেই কিমান অহঙ্কাৰ কৰি ফুৰোঁহক—"মই ই কৰিলোঁ; মই ই কৰিম, সি কৰিম।" কিন্তু "মই" কোন? ভগৱানৰ সহায় নহ'লে "মই" কি কৰিব পাৰোঁ?

১৮৪৪ খ্ৰীষ্টাব্দৰ ২৪ মে' তাৰিখে প্ৰথম তাঁৰেৰে বাতৰি যায়। সেই প্ৰথম বাতৰি কি?

## "ঈশ্বৰে কি কৰিলে!"

মানুহৰ বিদ্যাৰ লগে লগে ঈশ্বৰৰ মাহাত্ম্যৰ সত্য মনত বেছিকৈ জাগি উঠে।

এই জৰ্জ মুলাৰ আৰু ভাৰতবৰ্ষৰ কাদাৰ মুলাৰ একেজন মানুহ নহয়। কাদাৰ মুলাবো এজন বৰ ডাঙৰ মানুহ আছিল। এই জৰ্জ মুলাৰ প্ৰাছিয়ান। তেওঁ ইংলণ্ডলৈ সৰু বয়সত গৈ আৰু বহুদিন থাকি ইংলণ্ডীয়ই হৈছিল। তেওঁৰ ১৮০৫ খ্ৰীষ্টাব্দত জন্ম আৰু ১৮৯৮ খ্ৰীষ্টাব্দত মৃত্যু। ১৮২৯ খ্ৰীষ্টাব্দত লণ্ডনলৈ যায়। তাত খ্ৰীষ্ট ধৰ্ম্ম প্ৰচাৰ কামত লাগেগৈ। তাৰ পাছত ইংলণ্ডৰ ব্ৰিষ্টল নগৰত (যি নগৰত আমাৰ ভাৰতৰ ৰজা ৰামমোহন ৰায়ৰ মৃত্যু হয়) বাস কৰে।

বিলাতত থাকোঁতে এই মূলাবৰ প্ৰাৰ্থনা আৰু তাৰ আশ্চৰ্য্য ফল আৰু ঈশ্বৰ ভক্তিৰ বিষয়ে বহুত কথা শুনিছিলোঁ। ভগবানৰ ভক্তই যে কেনে বল পাই বলী হয়, এই ডাঙৰ মানুহৰ জীৱনী পঢ়িলে আৰু আলোচনা কৰিলে জানিব পাৰি। আমাৰ ভাৰততো এনে মানুহ বহুতো জন্মিছে আৰু এতিয়াও আছে।

৭।৪।১৯২৮

# স্বদেশ আৰু স্বজন-প্ৰীতি

সিদিনা অলপতে শ্ৰীমান মনোভিৰাম আৰু শ্ৰীমান নয়নাভিৰামৰ লগত দাৰ্জিলিঙৰপৰা আহোঁতে দুজন মানুহক বাটত দেখা পাই বৰ বং পালোঁ। চৈয়দপুৰ ষ্টেশ্বন। ৰাতি দহ বাজি গৈছে। ষ্টেশ্বন পাওঁতে খিলিকি এখনৰ ওচৰত আঁউজি অহা-যোৱা মানুহ চাই আছোঁ। এজন মানুহ ওচৰেদি গৈ আকৌ মোৰ কাষে উভতি আহিল। আহি মোক সুধিলে, "আপুনি ক'লৈ যায় ?" মই ভাত অসমীয়া মাত শুনি আচৰিত হ'লোঁ। পাছত আৰু এজন লগ লাগিলহি। তেওঁ অসমীয়া। বঙ্গদেশৰ এনে এখন ঠাইত দুজন অসমীয়াক এনেকৈ অকস্মাৎ দেখি আৰু নিজৰ ভাষাৰে কথা কৈ মোৰ কি আনন্দ হৈছিল, তাক লেখি কি কৈ জনাব নোৱাৰোঁ। তেতিয়াই ল'ৰা দুটাক জগাই সেই মানুহ দুজনক দেখুৱালোঁ। এজনৰ নাম শ্ৰীযুত বীৰজানন্দ দাস—টেলিগ্ৰাফৰ কাম কৰে, আৰু আনজনৰ নাম শ্ৰীযুত যোগেশ্বৰ দাস—সেই ঠাইৰ ৰেইলৰ কাৰখানাত কাম কৰে। দুয়ো এই গুৱাহাটীৰে। তাৰে এজন উজান বজাৰত ৰেইল ৰোডত থাকে।

কেতিয়া মোৰ দেশৰ মানুহক ভাৰতৰ সকলো ঠাইতে দেখিম ? ভাৰতৰ সকলো ঠাইতে য'লৈকে যাওঁ অসমীয়া ক'ম আৰু অসমীয়া শুনিম ? নিজৰ মানুহৰ লগত অসমীয়া কৈ থাকোঁ; কিন্তু অকস্মাৎ নিজৰ দেশৰ মানুহৰ সৈতে বিদেশত দেখা হ'লে যে কি আনন্দ হয়, যি তেনে অৱস্থাত পৰিছে তেওঁহে বুজিব। অসমীয়া মানুহে বিদেশলৈ গ'লেই যে সেইবোৰ ঠাইত কৃতকাৰ্য্য হ'ব, ই নিঃসন্দেহ।

দাৰ্জিলিঙত এজন বয়োবৃদ্ধ সাহবীৰ লগত কথা কওঁতে মোৰ নাম শুনিয়েই ক'লে, "Do you know my old friend Kashinath Barooah ?" অৰ্থাৎ মোৰ বন্ধু কাশীনাথ বৰুৱাক জানানে ? এতিয়াৰ ল'ৰা কি বয়সিয়াল মানুহৰ ভিতৰত কেইজনে কাশীনাথ বৰুৱাৰ নাম শুনিছে ? অথচ বিহাৰত

তেওঁৰ নাম শিক্ষিত মানুহে নজনা নাই। এই কথা শুনিলে অসমীয়াৰ বুকু গৌৰৱত স্ফীত নহয়নে? বি. বৰুৱাৰ নাম, আনন্দৰাম বৰুৱাৰ নাম—সেইকালে বহুতে জানে। দেউতাৰপৰা শুনিছিলোঁ—তেওঁ দিল্লীলৈ যাওঁতে বেন্‌জামিন চাহাবৰ নাম শুনিয়েই গাড়ীৱালাই তেওঁৰ ঘৰলৈ লৈ গ'ল। দিল্লী হেন এখন ডাঙৰ নগৰত, এই বেন্‌জামিন চাহাব্ অসমীয়া আছিল।

অসমীয়া, আসামৰ বাহিৰলৈ যোৱাঁ। টকা উপাৰ্জ্জন কৰাগৈ। সুনাম কৰাগৈ। সেইবাবে টকাৰে নিজৰ আৰু আত্মীয়-স্বজনৰ মঙ্গল কৰি দেশৰো মঙ্গল কৰাহি।

বৰ সুখৰ কথা, আসামৰ বাহিৰে 'বাহী'ৰ সম্পাদকদেৰ থাকি ত'ৱেপৰা দেশৰ কাম কৰি আৰু তাত স্বাধীন ব্যৱসায় কৰি সেই বিদেশতো মোৰ আসামৰ নাম উজ্জ্বলাই আছে।

# মোৰ প্ৰথম সমুদ্ৰ-যাত্ৰা

১৮৯৪ খ্ৰীষ্টাব্দৰ দ্বাদশ মাহৰ ২৪ তাৰিখৰ দিনা ৰাতিপুৱা ৮।৯ মান বজাত বি. আই. কোম্পানীৰ নাৰড়া জাহাজত কলিকতাৰপৰা বোম্বাইলৈ যাম বুলি উঠিলোঁ। গঙ্গাৰ পাৰৰপৰা জাহাজ অলপ দূৰৈত আছিল। এখন নাও কেৰেয়া কৰি জাহাজত উঠিলোঁগৈ। ভাগিন প্ৰিয়নাথ জাহাজত উঠাই দিবলৈ আহিছিল। আমি জাহাজত উঠাত তেওঁ নাৱত উঠি আকৌ পাৰলৈ গ'ল— সেয়ে তেওঁৰ লগত শেহ দেখা। আমি কথমপিহে জাহাজ পালোঁ। আক অলপ বেলি হোৱা হ'লে জাহাজ এৰিলে হয়। 'আমি' বুলিছোঁ, কিয়নো মোৰ লগত আছিল ডাক্তৰ বিপিনবিহাৰী সৰকাৰ। এওঁ মোৰ অভিভাৱকস্বৰূপে মোৰ লগত গৈছিল। এওঁ পণ্ডিত শিৱনাথ শাস্ত্ৰী মহাশয়ৰ জোঁৱায়েক।

আমি দ্বিতীয় শ্ৰেণীৰ যাত্ৰী আছিলোঁ। দ্বিতীয় শ্ৰেণীৰ কেবিনবোৰ জাহাজৰ এঞ্জিন আৰু ৰান্ধনি-ঘৰৰ ওচৰত আছিল। এই জাহাজখনৰ এনে ব্যৱস্থা আছিল; যেনে—এখন ঘৰৰ খোঁটালীবোৰৰ দৰে নহয়। সেইদৰে সকলো জাহাজৰে কেবিন ইত্যাদি একে ধৰণেৰে সজা নহয়। আমাৰ এই জাহাজখনৰ দ্বিতীয় শ্ৰেণীৰ কেবিনবোৰ ৰান্ধনি-ঘৰ আৰু এঞ্জিনৰ ওচৰত আছিল। দ্বিতীয় শ্ৰেণীৰ কেবিনৰ সংখ্যাও আছিল মাথোন তিনিটা কি চাৰিটা। প্ৰথম শ্ৰেণীৰ কেবিনবোৰ জাহাজৰ পাছফালে আছিল আৰু কেবাটাও আছিল। আমাৰ কেবিনবোৰ জাহাজৰ মাজডোখৰত আছিল। আমাৰ ফুৰা-চকাৰ নিমিত্তে এডোখৰ বিশেষ 'ডেক' নাছিল।

প্ৰতি কেবিনতে দুখন কি তিনিখন বিচনা—আমাৰ আসামৰ জাহাজৰ দৰে। দ্বিতীয় শ্ৰেণীৰ যাত্ৰী—কলিকতাৰপৰা আমি দুজনহে মাথোন। সেইদেখি ডাক্তৰ সৰকাৰে এটা কেবিন ল'লে আৰু তাৰে গাত লগা কেবিনটো মই ল'লোঁ। ডাক্তৰ সৰকাৰৰ কেবিনৰ গাতে লগা চীফ্ অফিচাৰৰ কেবিন।

এখন জাহাজৰ সৰ্ব্বপ্ৰধান বিষয়া হৈছে ক্যাপ্টেন (Captain)। তেওঁ

সেই জাহাজৰ বজা। তাৰ তলতে চীফ্ অফিচাৰ (প্ৰধান বিষয়া)। তাৰ পাছত ছেকেণ্ড অফিচাৰ (Second Officer), তৃতীয় বিষয়া—এনেকৈ জাহাজৰ অধিকাৰ অনুসাৰে কেবাজনো বিষয়া থাকে। Chief Officer-ক আৰু আন দেশী বিষয়াসকলে 'বড়া মালুম চাহাব' বোলে, তাৰ পাছত 'দোসৰা মালুম চাহাব', 'তেস্ৰা মালুম চাহাব'। 'মালুম' মানে এই হৈছে—জাহাজ্ যেতিয়া চলে (কি নচলেও) চব্বিশ ঘণ্টাৰ কিছু কিছু পৰ এই বিষয়াকেইজনৰ একো-একোজনে আটাইতকৈ ওখ ডেকখনত বহি, থিয় হৈ (ৰাতি হ'লে সাৰে থাকি) জাহাজ কোনফালে যায় তাক সাৱধানে চাই থাকে। 'মালুম' কৰি থাকে দেখি এওঁলোকক 'মালুম' বিষয়া বোলে। যেনেকৈ জাহাজৰ ওপৰত এই বিষয়াসকলে সময় ভাগ কৰি তত্বাৱধান কৰি ফুৰি ফুৰে, তেনেকৈ এঞ্জিন চলাওঁতাসকলেও এঞ্জিন চলাওঁতে সময় ভাগ কৰি লয়। চীফ্ এঞ্জিনীয়েৰ প্ৰথম বিষয়া, তাৰ পাছত আন আন এঞ্জিনীয়েৰ। সময়ৰ মূল্য যে আছে এই বিষয়াসকলে খুব ভালকৈ জানে। এঞ্জিনীয়েৰবোৰ প্ৰায় স্কটলণ্ড দেশীয়। সিহঁত যেতিয়া এঞ্জিনৰ তললৈ যায়, তেতিয়া সিহঁতৰ কাপোৰ বেলেগ থাকে। পেটলুং আৰু বানিয়ানৰ দৰে চোলা একেলগে সিয়া থাকে (কম্বিনেচন), তাকে পিন্ধে। যেতিয়া এজন এঞ্জিনীয়েৰে কাম কৰি ওপৰলৈ আহে, তাৰ মূৰ্ত্তি ক'লা-ম'লা হৈ আহে। তাৰ পাছত গা-পা ধুই কাপোৰ-কানি সলাই নতুন মানুহটি হৈ ডেকত যেতিয়া ফুৰে, তেতিয়া কোনে ক'ব যে সেই একেটা মানুহেই অলপ পৰ আগেয়ে ক'লা-ম'লা হৈ এঞ্জিন কমৰপৰা আহিছিল। সেই জাহাজত এজন ব্ৰিটেনীয় ক্লাৰ্কো আছিল। কোনো কোনো বিষয়াই দ্বিতীয় শ্ৰেণীৰ খোৱা খাইছিল আৰু কোনো কোনোৱে প্ৰথম শ্ৰেণীৰ। আৰু সহযাত্ৰী আছিল এটা বগা ফিৰিঙি ল'ৰা। সি কলিকতাৰ স্কুলত পঢ়িছিল। তাৰ সেই-খিনি সময় স্কুল বন্ধ হোৱাত সি ঘৰলৈ গৈছিল। তাৰ ঘৰ বিম্‌লিপত্তম্ (Bimlipattam) নহ'লে কলিঙ্গাপত্তমত (Colimgapattam)। সি 'ডেক্ পেছেঞ্জাৰ' আছিল। তাৰে সৈতে চিনাকি হৈছিল। পাচত এদিন মোৰ কেবিনত মই মোৰ টিফিন্ বাস্কেটটো খোলাত সি কেটামান লেমু টেঙা (এই বস্তু সমুদ্ৰ-ৰুগ্নৰ নিমিত্তে ভাল) দেখা পালে। মই আনফালে অলপ চাওঁতে সি শত্ কৰি এটা নে দুটা লেমু টেঙা তাৰ জেপত ভৰালে। মোৰ এনে লাজ লাগিল—তাক মই একোকে ক'ব নোৱাৰিলোঁ। সি মোক খোজা-হেঁতেনেই মই দুটামান দিলোঁ হয়, এনেকৈ সৈ খোৱা তাৰ সহ কাম হোৱা

নাছিল। ভিন্ন ৰুচিৰ মানুহ লৈয়ে এই পৃথিৱী। শিক্ষা বুলি কোনো বস্তুৱেই তাৰ নাছিল, তাৰ কাম দেখি এইটোহে ভবা যায়।

বাঙ্গালি-ঘৰৰ ওচৰেদি যাওঁতে বঙ্গা মানুহবোৰৰ লৈতে প্ৰায়ে কথা কৈছিলোঁ। সিহঁতে মই ক'ৰ মানুহ, কি কৰোঁ, ক'লৈ যাওঁ, ডাক্তৰ সৰকাৰেই বা মোৰ কি হয়—এনেবোৰ সুধিছিল। মই সিহঁত কোন সোধাত সিহঁতে ক'লে, "আমৰা ঢাকাৰ কাত্‌লি।" পাছত মই কাত্‌লি যে কি, তাক সুধি নিজৰ অজ্ঞতাৰ কথা তাক নজনালোঁ। 'কাত্‌লি' যে কেথলিক খ্ৰীষ্টান, এই কথা মই বহুত দিন পাছহে গম পালোঁ। সিহঁতো (জাহাজৰ আটায়ে) আচৰিত হৈছিল যে বোম্বাইলৈ পোন বাটেদি নগৈ আমি এনেকৈ ঘূৰি-পকি বাটেদি কিয় যাওঁ। পহিলা জানুৱাৰীৰ দিনা সুধিলে, "সাহেব, তোমৰা এ কি কৰছো—বড়দিনেৰ দিন তোমৰা জাহাজে এলে আৰ আজও তোমৰা বাড়ী থেকে দূৰে, তোমাদেৰ এ কি ৰকম কথা সাহেব?" সেই মানুহটিয়ে চাগে আমাক খ্ৰীষ্টান বুলি ভাবিছিল।

লাবাডা জাহাজখন মাল কঢ়িয়া (Cargo boat) জাহাজ আছিল। জাহাজ গোপালপুৰ বুলি এখন ঠাইত প্ৰথমে ৰ'ল। পাৰৰপৰা আধা মাইল কি এমাইল-মান দূৰৈত জাহাজখন ৰৈছিল। ইয়াত চাবলগীয়া একো বস্তু নথকাৰ গুণে আমি নমা নাছিলোঁ। (কিন্তু ১৯০৪-ৰ জহকালি এই ঠাইত দুমাহমান আছিলোঁ। বেঙ্গল-নাগপুৰ ৰেলেৰে গৈ চিল্কা হ্ৰদৰ দক্ষিণৰ বহৰমপুৰ নামে ঠাইত নামি ন মাইল 'ঝট্‌কা' নামে এক ঘোঁৰাৰ গাড়ীৰে গোপালপুৰলৈ গৈছিলোঁ।) তাৰ পাছত কলিঙ্গাপত্তম্, বিমলিপত্তম্, ভাইজাগাপত্তম্। এই ঠাইবোৰ দেখিবলৈ বৰ সুন্দৰ, বিশেষকৈ ভাইজাগা। জাহাজৰপৰা গোৱালপাৰাৰ দৰে দেখি। তাতকৈও দেখিবলৈ শুৱনি। গছ-গছনিৰে ভৰা। কেবাদিনৰ পাছত মাদ্ৰাজ পোৱাৰ আগেয়ে কোকনদা বুলি এখন ঠাই পালোঁগৈ। এই ঠাইত জাহাজ দুদিনমান আছিল। আমি ইয়াত নামিলোঁ। ইয়াত ব্ৰাহ্ম মানুহো আছিল। পণ্ডিত শিৱনাথ শাস্ত্ৰীক চিনা মানুহ বহুত, সেইদেখি আমি নামিলোঁ। জাহাজৰপৰা নাৱেৰে পাৰলৈ গ'লোঁ। এইটি কথা সদায় মনত ৰাখিবলগীয়া যে সকলো বন্দৰতে জাহাজ পাৰত নেলাগে। কোনো কোনো ঠাইত পাৰৰপৰা দুমাইলমান বাটো সৰু নাৱেৰে সাগৰৰ ওপৰেদি আহিব লাগে। আমাৰ এই সমুদ্ৰ-ভ্ৰমণ সম্পূৰ্ণ কৰোঁতে এমাহ লাগিছিল। সেইদেখি 'মিলন'ৰ এক সংখ্যাতে এই বিষয়ে লেখা সাং হ'লে অতবনি হ'ব। সম্পাদকদেৱ আৰু পাঠক-পাঠিকাৰ অনুমতি লৈ ইয়াতে এইবাৰলৈ সেলানি মাগোঁ। আকৌ আহিম। ১৮৫১

# বিহু

বিহু আহিল নহয়? এনে কোনো অসমীয়া ক'ৰবাত আছেনে, ক'ৰবাত পৃথিৱীৰ যি কোনো ঠাইতেই হওক, 'বিহু' কথাটি শুনিলে, বিহুৰ কথা ভাবিলে, তেওঁৰ মন উত্ৰাৱল নহয়? বিহু নামটোৱে বুঢ়াকো ল'ৰা নকৰেনে? বুঢ়া (বুঢ়ীও) বুলিলেই কোনো কোনো মানুহে, বিশেষকৈ ডেকা-গাভৰুৱে ভাবে যে তেওঁ এই সংসাৰৰ বাহিৰে, ইয়াত তেনে মানুহ নথকাৰ দৰেই, কি নথকাই ভাল, অথবা থকা-নথকাই সমান। কিন্তু বুঢ়াই ভাবে যে ডেকা-বুঢ়া জীৱনৰ বিশেষ কোনো এটি সময় নহয়, ই মাথোন মনৰ এটি অৱস্থাহে। ইংৰাজীত ক'বলৈ গ'লে, **Youth is not a time of life, it is a state of mind.** পকা চুলি থাকিলেই যেনেকৈ বুঢ়া নহয় (মই বহুত ডেকাৰ পকা চুলি দেখিছোঁ), তেনেকৈ বয়স হ'লেই আমি বুঢ়া নহওঁহঁক। গেৰুৱা কাপোৰ পিন্ধিলেই যেনেকৈ সন্ন্যাসী নহয়, মনক গেৰুৱা কৰিব লাগে; চুলি পকিলে, দাঁত সৰিলেই বুঢ়া নহয়, মন বুঢ়া হ'লেহে মানুহ বুঢ়া হয়। মনে কি কয়? যি মানুহে ভাল চিন্তা, সৎ কাম কৰি ঈশ্বৰৰ ফালে মন ৰাখি, নিজৰ কৰ্ত্তব্য মনপুতি কৰি থাকে, কাৰো মনত দুখ নিদি, সকলোৰে লৈতে মিঠা ব্যৱহাৰ কৰি, নিজেও সুখে থাকে আৰু আনকো সুখে ৰাখে—এনে চিৰপ্ৰফুল্ল মানুহ কেতিয়াও বুঢ়া হ'ব নোৱাৰে, বুঢ়া নহয়। এনে মানুহে যে নিজেই বুঢ়া নহৈ থাকে এনে নহয়, আনকো বুঢ়া হ'বলৈ নিদিয়ে, আনো বুঢ়া নহয়। প্ৰকৃত কথা মন। আশাকৰোঁ, এই বঙালী বিহুৰ সময়ত কেঁচুৱাটিৰপৰা আৰম্ভ কৰি সকলোটিয়েই—ল'ৰা-ছোৱালী, ডেকা-গাভৰু, "বুঢ়া-বুঢ়ী", গৰু-গাই, ছাগ-ছাগলী—সকলোটিয়েই ৰং মনেৰে থাকি সেই সচ্চিদানন্দ পুৰুষক লাভ কৰিব। সকলো ঠাইতে আনন্দ বিয়পি পৰিব। এয়ে মোৰ বিহুৰ ওলগ, শুভ ইচ্ছা। পৰম পিতাই সকলোৰে মঙ্গল কৰক।

ব্ৰহ্মকৃপাহি কেৱলম্।

# চিঠি লেখাৰ কথা

জনা-বুজা হ'ৱৰেপৰা দেখি আহিছিলোঁ—প্ৰথম মহাযুঁজৰ অলপ আগলৈকে পোষ্টকাৰ্ড এক পইচাত আৰু লেফাফা দুই পইচাত পোৱা গৈছিল। তাৰ পাছৰেপৰা বাঢ়ি-কমি এতিয়া ডাক-পত্ৰিকা তিনি পইচা আৰু লেফাফা আদমহা হৈছে। আমাৰ ভাৰতত চিঠি লেখা অভ্যাস নাই বুবুলিলেও অতি কমহে আছে, আৰু চিঠিৰ উত্তৰ দিয়াৰ অভ্যাস নায়েই বুলিব পাৰি। বিলকলৰ চিঠিৰ উত্তৰ দিয়া কাম, দুখৰ বিষয়, অতি দুখৰ বিষয়, তেওঁলোকেও উত্তৰ দিয়াত হেলা কৰা দেখা যায়। বিয়া-বাৰু, শ্ৰাদ্ধৰ নিমন্ত্ৰণ ইত্যাদিৰো উত্তৰ দিয়া বৰ কম মানুহহে আছে। তেওঁলোকে নেভাবে যে নিমন্ত্ৰণকাৰীসকলে কিমান আগ্ৰহেৰে তেওঁলোকক নিমন্ত্ৰণ কৰিছে, আৰু নেভাবে যে এনে অনুষ্ঠানৰ সময়ত তেওঁলোকৰ মুখৰ এক-আষাৰ, নহ'লে কাপৰ একআঁচমান মিঠা কথা পালেও নিমন্ত্ৰণ কৰোঁতা কিমান সুখী হয়। বিয়া-বাৰু, শ্ৰাদ্ধ আদিৰ সময়ত মুখেৰে আজি-কালি নোৱাৰিলেও চিঠি দি জনোৱা প্ৰথাটি আমামতো সৌভাগ্যক্ৰমে এতিয়ালৈকে আছে। কিন্তু উত্তৰ দিয়া দস্তৰটিহে লাহে লাহে উঠি যাব ধৰিছে। উত্তৰ নিদিয়া বিধৰ কোনো মানুহে এনে কোৱা শুনা যায়, "আমাক চিঠি দিহে মাতিলে—এৰাৰ আহিও নেমাতিলে।" তেওঁ থাকে ধুবুৰীত, বিয়া হ'ব ডিবৰুত! বিয়া-বাৰুত উত্তৰ নিদিলেও শ্ৰাদ্ধাদিৰ সময়তো কিবা অলপ লেখিব লাগে। বিসকল মানুহে চিঠি-পত্ৰৰ উত্তৰ নিদিয়ে, তেনে মানুহৰ লৈতে Non-Co-operation কৰিব লাগে।

মোৰ সৰুকালত মানুহে চিঠি লেখা-লেখি কৰিছিল। তেতিয়া কোনো কোনো মানুহৰ এটি 'বজাৰ' অভ্যাস আছিল, সেইটি—টিকট নিদি চিঠি লেখা। এনে চিঠি লেখিলে মানুহে পোনপ্ৰথমে ইচ্ছা কৰে যে চিঠিখন ঠিকমতে পৰ্হুছে আৰু দ্বিতীয় ইচ্ছা কৰে যে চিঠিৰ উত্তৰ আহে। অৱশ্যে নেভাবে যে চিঠিখন বদি লোৱা নহৈ ফিৰৎ আহে, তেওঁৰ ডবল মাচুল ভৰিব লাগিব। 'ব্যাৰিং' দিলেই চিঠি পৰ্হুছিব—এইটোহে প্ৰধান আৰু প্ৰবল ভাব। এনেবোৰ চিঠি প্ৰায়ে

লেফাফাত নভৰাই চিঠিখনকে লেফাফাৰ দৰে ভাঁজ কৰি আঠা দি শিৰোনামা লেখি ডাকত দিয়া হৈছিল। আৰু এটি নিয়ম আছিল—এনেধৰণৰ চিঠিত আঠা দিয়া ঠাইখিনিত ডাক-টিকটৰ লগনি ৭৪॥০ এই 'ঐন্দ্ৰজালিক' সঙ্কেত এটি দিয়া হৈছিল। এই সঙ্কেতটিয়ে ৰাজপুত যুৱতীৰ এটি অধ্যায়ৰ কৰুণ কাহিনী এটি কয়। কোনো এটি যুঁজত হেজাৰ হেজাৰ মানুহ মৰিল। এই মানুহবিলাকৰ গাৰ লগুণবোৰ জোখাত দেখা গ'ল যে সেইবোৰৰ ওজন ৭৪॥০ হ'ল ( চাৰে চাৰি সত্তৰ সেৰ কি মোন, মোৰ ঠিক মনত নাই। কিন্তু চাৰে চাৰি সত্তৰটো ঠিক )। এই সঙ্কেত দিয়াৰ অৰ্থ হৈছে যে যিজনলৈ চিঠিখন পঠিওৱা হৈছে তেওঁৰ বাদে যদি আন কোনোৱে বাটত সেইখন পঢ়ে, তেনেহ'লে সেই ওজনৰ লগুণ পিন্ধা মৰা সৈনিক-সকলৰ বধৰ পাপে চিঠি খুলি পঢ়া মানুহজনক চুব। অৱশ্যে আদালতত কোৱাৰ দৰে "প্ৰকাশ থাকে" যে সেই যুঁজৰ সময়ত এনেকুৱা ৪০ সেৰতকৈ বহুত বহুত কম আছিল। কিন্তু এই শপত থকা সত্ত্বেও চিঠি খুলি পঢ়া স্বভাৱৰ মানুহে যে চিঠি অন্যায়ভাৱে খুলি পঢ়িছিল, ই নক'লেও হ'ব। এতিয়া চিঠিৰ পিছফালে এই সতৰ্ক সঙ্কেতটি নেদেখোঁ। আশা কৰোঁ, আনৰ চিঠি খুলি পঢ়া অভ্যাসটি আমাৰ কমিছে।

আনে চিঠি লেখিলে লেখকৰ গাৰ ওচৰত থিয় হৈ চিঠি পঢ়া বৃত্তি তেতিয়া ৰবকৈ আছিল। এতিয়া আশাকৰোঁ নাই। লেফাফাৰ ভিতৰত চিঠি থাকিলেও আনে আহি মনে মনে লেফাফাৰপৰা চিঠি উলিয়াই পঢ়া এতিয়াও মাজে মাজে দেখা যায়। কোনোৱে আকৌ "পঢ়োঁ দেই" বুলি দেখুৱায়ো পঢে। সৰু ল'ৰা-ছোৱালীয়ে চিঠি লেখিলে কি পালে, বাপেক-মাক কি আন অভিভাৱকে পঢা বেয়া নহয়। কিন্তু আনৰ অনধিকাৰ চৰ্চ্চা। আগৰ মানুহে চিঠি যেনেকৈ লেখিছিল, চিঠিৰ উত্তৰো দিছিল। এতিয়া উত্তৰ দিয়া অভ্যাসটি একেবাৰে কমি গৈছে। কেৱল নহয়, যিবিলাক মানুহৰ চিঠিৰ উত্তৰ দিয়াই বিশেষ কাম, তেওঁলোকেও চিঠিৰ উত্তৰ দিয়াত হেলা কৰে কি নিদিয়েই। আচৰিত হৈছোঁ— বিশেষ দৰকাৰী লাগতিয়াল চিঠিৰো কাকুতি-মিনতি কৰি লেখিলেও উত্তৰ পোৱা নেযায়। কিন্তু উত্তৰ নিদিয়া বিধৰ মানুহেই যেতিয়া চিঠি নিজে লেখে আৰু উত্তৰ নিজে নেপায়, তেওঁলোকৰ ধমধমনি কোনে চায়? —মই চিঠি দিওঁ, কালেই নিদিয়ে। সিদিনাখনৰ ল'ৰাটো, তাৰ ইমান গপ্‌! তাৰ বাপেকে মোক কিমান মানিছিল। শুনিলা কি ইয়েহে হাল হৈছে।

আমি বাটেৰে যাওঁতে আমাৰ চিনাকি মানুহে যদি আমাক দেখিও নেদেখা ভাও জোৰে, তেতিয়া আমি কি ভাবিম? নেভাবিম নে সেই মানুহটিক কিবা

জগৰে লগালোঁ, নহ'লে ভাবিব—সেই মানুহটিয়ে আমাৰ লৈতে মিত্ৰ কি চিনাকি ৰাখিব নোখোজে। চিঠিৰ উত্তৰ নিদিয়া মানুহকো তেনেই ভাবিব লাগে। সেই মানুহটিয়েও আমাৰে লৈতে চিনাকি ৰাখিব নোখোজে। কথা হৈছে এই—চিঠি পালে চিঠিৰ উত্তৰ দিব লাগে। নিদিলে ভাবিব—তেওঁ আমাৰ লৈতে সম্পৰ্ক ৰাখিব নোখোজে। যদি কিবা জগৰ লগাইছোঁ বুলি ভাবোঁ, তেনেহ'লে আৰু এখন চিঠি লেখিম। তাৰো উত্তৰ নেপালে, ব্যস্—বিচ্ছিন্ন। "কাৰাগত্ কৰো।" চিঠিৰ উত্তৰ নিদিয়া অভদ্ৰতা—যেনে আনৰ চিঠি বিনা-অনুমতিৰে পঢ়া, বেনামী চিঠি লেখা ইত্যাদি (অভদ্ৰতা)।

সকতে নগাঁৱত বেনামী চিঠিৰ ৰব প্ৰচলন দেখিছিলোঁ। ল'ৰাই-ল'ৰাই কাজিয়া, বাদ-বিবাদ হ'ল, সক-সুৰা মাৰ-পিট হ'ল, গ'ল বেনামী চিঠি বাপেক-মাকলৈ। অফিচৰ গৰাকীসকললৈকো এনে বেনামী চিঠি লেখি বিষয়া-কৰ্মচাৰীৰ নামে লগোৱা শুনা গৈছিল। দুষ্ট ল'ৰাই ছোৱালীলৈ এনে চিঠি লেখাৰ কথাও শুনা গৈছিল। এনে এখন চিঠি এটি ছোৱালীলৈ লেখা বুলি সন্দেহ কৰি পুলিচে আমাৰ স্কুলৰ এজন ল'ৰাৰ সকলো বহী, কিতাপ (পুৰণি বহীবোৰো) আথৰ মিলাবলৈ লৈ যোৱা মনত আছে। যিমান দূৰ জানো, সেই ল'ৰাটিৰ দোষ পোৱা নগ'ল। কিন্তু এজন মাষ্টৰে সেই ল'ৰাটিৰ কাণে চাই দুদিনমান কোৱা শুনিছিলোঁ, "হুঁ হুঁ প্ৰেম-পত্ৰ লিখনম্।" এই মাষ্টৰে এনে ল'ৰাক শাসন কৰিব জানিছিল। 'কড়া'ও আছিল, মাজে মাজে 'মিঠা-কড়া।' ল'ৰাই কিন্তু ভাল পাইছিল মাষ্টৰজনক। ইংৰাজীৰে, অসমীয়াৰে ধমক দিছিল। ইংৰাজী কৈছিল, ক'ৰও পাৰিছিল। সংক্ষেপে কওঁ—বেনামী চিঠি লেখা অভদ্ৰ ব্যৱহাৰ নহয়েই, ই সৰু মানুহৰহে কাম, কাপুৰুষতাৰ লক্ষণ। আন উপায়েৰে শাসন নিজে দেখুৱাই কৰিব নোৱাৰিলে ভীৰু মানুহে এই গুপুত উপায় লৈ আনক লেকা দিবলৈ চেষ্টা কৰে। কিন্তু ই অন্যায়।

এইখিনিতে এটি কথা মনত পৰিছে। শুনা কথাহে। কওঁ। জগৰ লগা কথা নহয়, দুখৰ কথা কিন্তু—যদিহে সঁচা হয়। শুনিছোঁ যোৱা ছোৱালীক আনি সৰু থকাত (তাৰ মানে সেই সময়ৰ বহুত আগৰেপৰা) সকৰেপৰা পঢ়াইছিল; কিন্তু পঢ়িব পৰাৰ বহুত বহুত পাছতহে লেখিবলৈ শিকাইছিল, যদি (জানোচা) কিবা জগৰ লগা চিঠি লেখে। বহুতৰ ভাবেৰে, অতুল আগৰ-ৱোঁটনিৰে ভেনেবোৰ চিঠিৰ নমুনা (যেন ছোৱালী কি ভিকতাইহে লেখিছে) 'আনাৰ-বন্ধু'ত পঢ়া মনত পৰে। চিঠিখন আপোনাজোকৰ পঢ়ি শুনাৰ মন

আছে। হাঁহিব। ভাল পাব। ইহাৰ কথা কওঁতে এটি কথা মনত পৰিছে। পৃথিৱীত নামজলা ইংৰাজ লেখক Dickens-এ এটাইত কৈছে—শৰীৰৰ ভিতৰত যদি মানুহে নজনা-নুশুনাকৈ তেজৰ সোঁত অনিয়মে বয়, তেনে অৱস্থা সেই মানুহটিৰ পক্ষে অনিষ্টকৰ। কিন্তু এজন মানুহৰ আনে নজনা-নুশুনাকৈ হাঁহিৰ সোঁত যদি বয়, তেনেহ'লে সেই মানুহৰ আনে নুশুনাকৈ ইহা হাঁহিটি আন মানুহৰ পক্ষে মৰণ-তুল্য, আনৰ কিবা অমঙ্গল চিন্তিছে তেনে হাঁহি ইহা হয়। আন মানুহ তেতিয়া সাৱধান হ'ব লাগে। শব্দ কথা, মন মুকলি হাঁহিছে সকলোৰে পক্ষে ভাল,—হাঁহোঁতাৰ আৰু বিসকলৰ আগত তেনে হাঁহি হাঁহে। 'স্বাদানেও' (সদানন্দ) বুলি গুপ্তনাম দি 'আসাম-বন্ধু'ত এজনে নাৰীৰ মুকোৰৰা নামৰ প্ৰবন্ধত এনেদৰে ঠাট্টাৰ ছলেৰে লেখিছিল। মনত ৰাখিব—এই কাকতখনি স্বৰ্গীয় গুণাভিৰাম বৰুৱাই নগাঁৱৰ বিষ কুটীৰবৰপৰা ১৮৮৫-ত উলিয়াইছিল। আৰু এই 'সদানন্দ'জন বিমান দুৰ জানো লখোদৰ বৰা। তেওঁ আন আন কথাৰ মাজত এই প্ৰবন্ধটিত লেখিছে: "আৰু মই এই বছৰ তিনিশ তিনিকুড়ি চোৰা পাঁচখন ছোৱালীৰ চিঠি গোটাইছোঁ। শিক্ষিতা লেখিকা আইদেউসকলৰ বয়স পাঁচবপৰা ত্ৰিশলৈকে। তেওঁলোকৰ মাজত অনাচাৰেৰ বিধবা বেইতা,—স্বামী থকা তিকতাও পড়িছে। কিন্তু এই বিষয়ত আগলৈ উঠি অহা ছোৱালী-বিলাকেইহে বেশি আগবঢ়া। দহ বছৰীয়া ছোৱালী এজনীৰ চিঠি এখনৰ আসল নকল ইয়াত দিলোঁ।

'প্ৰাণাধিক পূয়ত্তমেষু, আপুনাৰ মৰমৰ পত্ৰখনী পাই মই বজতে এক ঘণ্টামান মড়িয়া আছিলোঁ। মই আপুনাৰ পত্ৰ পঢ়াত বিমান আনন্দ হয় তাহাক মই লেখি লেখি সম্পাদন কৰা অত্যন্ত দুৰ্লভ। মুঠে আপনি ভাবি-চিন্তি জানিব পাৰিবেন—আপনি পাঁচদিন চিঠি না পঠোৱাত ইমান বেজাৰ পাইলাম যে কান্দি-কাটি চকুলোৰে পথ দৃষ্ট না হইলাম। মোৰ এই জগৎ মণ্ডলে কোন আছে, কেৱল আপুনি। মোৰ জীৱন, প্ৰাণ, ধন সকলো মোক অধীনীক শ্ৰীচৰণৰ এক পাৰ্চে দাসী কৰিবেন আপুনাক না দেখি মই সোঁশৰীলে মৰিব ধৰো অধিক কি লিখিম চৰিনই নিবেদন মাথোন্ মোক আগলৈকো এতদ্ৰূপ দয়া-মৰ্ম কৰিবেন আপুনাক কদাচিৎ ভুলিতে পাৰিবো না আপুনি মোক বিয়া কৰি পৰিত্যাজ কৰিলেও মোক মৰম না কৰিলেও মই 'প্ৰণয় ছবি মাধাৰে, সদা ভাকিম তোমাৰে, নজন প্ৰহৰী আমাৰ ৰবে তব চন্দ্ৰাননে'। হায়! কেতিয়া আমৰা 'একাসনে বসি গাহিব গান, সুখেৰ সপনে কাটাব প্ৰাণ, তুলিব কুসুম কুঞ্জনে বিজি রে,

গাঁথিব মালা, গণিব তাৰা, যামিনী কৰিব ভোৰ।' অতএব 'এস এস সখা এসো গো হেথা, দুজনে কহিব মনেৰ কথা, খেলিব দুজনে মনেৰি খেলাৰে, থাকিব দিশি, দিবস নিশি, আধ আধ ঘুম ঘোৰ।' আপোনাৰ প্ৰেম ভিখাৰিণী শ্ৰীমতী সুন্দৰী শ্ৰীমকুমাৰী বড়া সৰলা অবলাবালা।"

এই চিঠিখন অৱশ্যে লম্বোদৰ বৰাৰ সৃষ্টি,—কাল্পনিক। কিন্তু এনে চিঠি লেখা মতা-ভিকতা সেইখিনি সময়ত বহুত আছিল। নথকা হ'লে লম্বোদৰ বৰাই এই বিষয়ে এনেকৈ নেলেখিলেহেঁতেন। আৰু মোৰো এনে চিঠিবিলাকৰ চলাচলৰ বিষয়ে সেইখিনি সময়ত শুনা মনত আছে। চিঠিৰ এনে ভাষাৰ কাৰণ হৈছিল এই নিমিত্তে যে সেইখিনি সময়ত আমাৰ স্কুলবিলাকত বঙলা শিক্ষা দিয়া হৈছিল। মই নিজেই নগাঁও স্কুলৰ শেহৰ শ্ৰেণীত বঙলা পঢ়িছিলোঁ। আমাক অসমীয়া শিকোৱা নহৈছিল। সেইখিনি সময়ত গাঁৱলীয়া স্কুলবিলাকতহে অসমীয়া পঢ়োৱা হৈছিল হ'বলা। আমি ঘৰত কওঁ, শুনো—অসমীয়া। দোকানী-বিলাক প্ৰায়েই এতিয়াৰ দৰে, এতিয়াও তেনে অৱস্থায়েই আছে বুলি ক'ব পাৰি। দোকানীবিলাক ঢাকা কি ইষ্ট বেঙ্গলৰ, Sylhet-ৰ, আন আন ভিন ভিন ঠাইৰ। সেই একে বঙলা ভাষাৰে জিলায় জিলায় বেলেগ উচ্চাৰণ। West Bengal-ৰ মানুহ সেইখিনি সময়ত এইফালে কম আছিল। আমি যি শুনো, তাকে শিকিবলৈ চেষ্টা কৰোঁ। বঙ্গদেশৰ সকলো জিলাৰ আৰু চিলেটৰ ভাষাৰ সমষ্টি আমাৰ ঘৰুৱা অসমীয়াৰ লগ লাগি যে এনে এটি অপূৰ্ব্ব ভাষাৰ সৃষ্টি হ'ব, ইটোনো কি আচৰিত? তাৰ উপৰি বঙলা যাত্ৰাৰ কিতাপ পঢ়া, গানৰ কিতাপ পঢ়া। কলিকতাৰ বটতলা বোলা এখন ঠাই কি ওচৰা-উচৰি ঠাইবপৰা ভাল ভাল কিতাপো, বেয়া বেয়া কিতাপো সেইখিনি সময়ত ছপা হৈছিল। এতিয়াও হয়। আৰু এই কিতাপবোৰৰ দামো কম আছিল। এই বটতলাৰ কিতাপবোৰে বঙালীৰ আৰু বঙলা ভাষাৰ ওপৰত যেনে প্ৰভাৱ বিস্তাৰ কৰিবলৈ চেষ্টা কৰিছিল, আমাৰ অসমীয়াৰ ওপৰতো (তেনে প্ৰভাৱ) বিস্তাৰ কৰিছিল। কিমান সস্তা আছিল কিতাপবোৰ! দুঅনা-চাৰি অনা দিয়েই মহাভাৰত-ৰামায়ণৰ কথাবোৰ খণ্ডে খণ্ডে নাটকাকাৰত পঢ়িবলৈ পোৱা গৈছিল। আমাৰ মানুহে পঢ়িছিল, তেনে গান গাইছিল, গাবলৈ চেষ্টা কৰিছিল। ফল—তেনে চিঠিৰ সৃষ্টি।

আমাৰ মানুহৰ বঙলা উচ্চাৰণ যে কি অপূৰ্ব্ব আছিল! তেনে উচ্চাৰণৰ আভাস যে এতিয়াও বাটে-পথে পাওঁ। কিন্তু কওঁ যে এনে ভাষাৰ নিমিত্তে আমি

অসমীয়া নহওঁ, বাইবেল গবাকীসকলহে আছিল। আৰু এই অদ্ভুত অপূৰ্ব্ব বঙলা লৈ আমি কলিকতালৈ গৈ তাত কওঁ। লিখিতে হাঁহে। লিখঁতেতো লেখাবে East Bengal, Sylhet-ৰ সকলো জিলাৰ ভাষা আৰাৰ অসমীয়াৰে লগ লগাই এটি নতুন ভাষাৰ সৃষ্টি কৰিছোঁহক। সেই সময়ত খং কৰিলে কি দুখ-বেজাৰ কৰিলে কোনো কোনোৱে এনে অপূৰ্ব্ব ভাষাৰে দুখ-বেজাৰ, খং কৰিছিল। কাজিয়া কৰাও শুনিছোঁ। এই ভাষা নতুনকৈ শিকা সকলেহে এনে ব্যৱহাৰ কৰিছিল। ভাবিছিল—খুব বাহাদুৰি কৰিছোঁহক। সকলোৱে নকৰিছিল সেই। জনসাধাৰণে যে আপোনালোকৰ, মোৰ নিজৰ সুন্দৰ সুবলা, আই-বোপায়ে কোৱা অসমীয়াকে কৈছিল, ই নক'লেও হ'ব। Sadanand-ৰ সৃষ্টি “প্ৰেম ভিখাৰিণী শ্ৰীমতী সুন্দৰী শ্ৰীমকুমাৰী বড়া সবলা অবলাবালা”ক আপোনালোকে সুচ্ৰিব। তেওঁ Sad Anand-ৰ কল্পনাৰ সৃষ্টি হ'লেও তেওঁ সেই সময়ৰ এটি ছোৱালীকহে ন-সাজ দি সৃষ্টি কৰিছিল।

# বয়স সোধা

আমাৰ দেশত মানুহে সোনকালে বুঢ়া হ'বলৈ বিচাৰে। ভাবে হ'বলা যে বুঢ়া বুলি ক'লে মানুহে সন্মান কৰিব, মানি চলিব। আৰ্ল ল' কলেজত থাকোঁতে কোনো কোনোৱে ( ল'ৰা বুলিলে বেয়া পায় যদি কওঁ—কোনো কোনো ডেকাই ) কলেজত ভৰ্ত্তি হোৱাৰ পাছতেই একোডালকৈ লাঠী কিনে। মই লাঠী দেখি প্ৰশংসা কৰিলে কয়—অৱশ্যে ধেমালিৰ ছলেৰে, "হয় স্যৰ, বুঢ়া হ'লোঁহি, লাঠী লগা হ'ল আৰু।" মই তৰধ হৈ ব' লাগি চাওঁ, কওঁ, "হেৰা, ইমান সোনকালে বুঢ়া হ'লোঁ বুলি নক'বাহে। পাছত যেতিয়া সঁচা-সঁচিকৈ বুঢ়া হ'বাগৈ, আনে 'বুঢ়া হ'লা', 'অকামিলা হ'লা', 'তুমি তামোল, মাছ, মঙহ চোবাই খাব পাৰা-নে ?', 'বিতচকু নহ'লে আখৰ মনি পঢ়িব পাৰানে ?', 'দূৰৈৰ বস্তু দেখি পোৱানে ?', 'কামাখ্যা পৰ্ব্বতলৈ উঠি যাব পাৰানে ?' —এনেবোৰ প্ৰশ্নৰ উত্তৰ দি যেতিয়া তত্ নেপাই কপ্‌কপাই হাবাথুৰি খাই ফুৰিবা, তেতিয়া চাবা একা, কেনে পোৱা।" বুঢ়া হ'লোঁ বুলিলেই বুঢ়া হ'ব নোৱাৰি। বুঢ়া হোৱা উজু কথা নহয়। লাঠী হাতত লৈ ফুৰিলেই, মূৰ তপা হ'লেই, চুলি পকিলেই মানুহ বুঢ়া নহয়। সঁচা-সঁচিকৈ বুঢ়া হ'বলৈ তপস্যা কৰিব লাগে। থাক পাছত।

আমাৰ এটি বৰ বেয়া অভ্যাস আছে। চিনাকিয়েই হওক, অচিনাকিয়েই হওক, কাৰণেই হওক কি অকাৰণেই হওক—মানুহৰ বয়স সোধা, বিশেষকৈ— আদহীয়া কি বয়সিয়াল মানুহ দেখিলে। মানুহটিৰ যিমানেই বয়স হোৱা যেন দেখি, সিমানেই তেওঁৰ লগে লগে তেওঁক বয়স সোধা মানুহৰ সমস্যা বাঢ়ি থাকে। সকলো কামৰে, সকলো কথাৰে সময় আছে, সেই কাম কৰা আৰু কথা কোৱাৰ ঠাই আছে, কি অৱস্থাত, কেনে অৱস্থাত সেই কাম কৰা ভাল, সেই কথা কোৱা ভাল—এনে নিয়ম আছে, সেই নিয়মবোৰ পালি চলিলেহে আমি 'ভাল মানুহ' ( ভদ্ৰলোক ) আখ্যা পাব পাৰোঁ। এটি মন্দিৰলৈ গৈ যদি আমি সুহুৰিয়াওঁ, যদি ডাঙৰকৈ কথা কওঁ, কাজিয়া কৰোঁগৈ, তেনেহ'লে

আমাৰ ভাল মানুহৰ ঘৰে ব্যৱহাৰ নহ'ব হ'বলা। বয়স সোধাৰ সময় আছে, যেনে—নামকৰণৰ সময়ত, পৰীক্ষাৰ সময়ত, বিশেষকৈ বিয়াৰ সময়ত, কন্যাৰি ঘৰত, এনে কোনো কোনো সময়ত বয়স সোধাৰ আক কোৱাৰ নিয়ম আছে, তেনে সময়ত বয়স সুধিবও লাগে, ক'বও লাগে। সঁচা বয়স। (কিবিৰ পাছতো মানুহে বয়স সোধে, তাৰ উত্তৰ মানুহজনে নিদিয়ে যেই, আনেহে দিয়ে।) মোৰ ঘৰৰপৰা এঘণ্টা-ডুঘণ্টামানৰ নিমিত্তে যদি ওলাই যাওঁ, অতিকৈ কম হ'লেও পাঁচ-ছয়বাৰমান "বয়স কিমান" এই কথাটিৰ উত্তৰ মোৰ দিব লাগে। উত্তৰ দি দি আমনি লাগি যায়। এবাৰ বৰ মজা হৈছিল। মই উজান বজাৰৰ বেইলৰ লাইনেদি নৈৰ কালে গৈ আছোঁ। পাছৰ কালৰপৰা মোৰ পিনে বৰকৈ লবি অহা দুজন মানুহৰ ভৰিৰ শব্দ পালোঁ। কোঁপাই কোঁপাই দুজন মানুহ মোৰ আগলৈ আহি সুধিলে, "আপোনাৰ এশ (১০০) বছৰ হ'লনে?" আচৰিত হৈ অলপ পৰ মনে মনে থাকিলোঁ—অবাক। পাছত ক'লোঁ, "ভগবানে তিবিশ বছৰমান জীয়াই ৰাখিলে এশ হ'বগৈ হেন পাওঁ।" আনৰ বয়স জানিবলৈ এনে আকাঙ্ক্ষা, এনে হেঁপাহ, এনে আগ্ৰহ মই কেতিয়াও শুনা নাই, কেতিয়াও দেখাও নাই। ইয়াৰ কাৰণ মোৰ মনেৰে এই—বেছি বয়সৰ মানুহ দেখিলে বয়স সোধা এটি ব্যাধিৰ দৰে মানুহৰ মনত ঠাই পাইছে, সেইদেখি তেনে মানুহ দেখিলেই ব্যাধিটি উকায়। যদি চিনাকি মানুহে বয়স সুধি থাকে, তেতিয়া জানিব লাগিব যে সেই মানুহে থুৰাই-পকাই সুধিছে, "আক কিমান দিন জীয়াই থাকিবা? এতিয়া ইতি কৰা আক।"

# মোৰ মৰমৰ টাইগাৰ

'টাইগাৰ' যদিও মোৰ মৰমৰ—বৰ মৰমৰ—আছিল, আৰু যদিওবা আটায়ে ইয়াক জে. বৰুৱাৰ টাইগাৰ বুলিছিল, পোনপ্ৰথমেই কওঁ যে ই মোৰ নিজা নহয় দেই। মোৰ ল'ৰা মনোৰ আৰু বোৱাৰী শ্ৰীমতী গুল দেৱীৰহে। তেওঁলোকৰ আৰু এটি মতা কুকুৰ আছে—মন্টি,—সি বুল্‌গেৰিয়াৰ। দুটা মতা কুকুৰে কাজিয়া নকৰি মিলি থাকিব নোৱাৰে। সেইদেখি টাইগাৰ মোৰ লগতেই আছিল। গুৱাহাটীত তাক চিনি নোপোৱা মানুহ নাই বুলিলেই হয়। টাইগাৰ যে বাঘ নহয়, এটি মৰমলগা মৰমিয়াল, মৰম লগোৱা কুকুৰহে গম পাইছা চাগৈ। নহয়নে? তাৰ ওপজা ঠাই এনে কুকুৰৰ জনমভূমি ফ্ৰান্স আৰু জাৰ্মেনীৰ সীমাৰ মাজৰ এডোখৰ ঠাই। তেনে কুকুৰক Alsatian (এল্‌ছেচিয়ান্) কয়। দুহাতমান ওখ। দীঘল। মুখো দীঘলীয়া। গাত অলপ অলপ লোম আছে। আৰু পথালিকৈ ডেকীয়া-পতীয়া বাঘৰ গাত আঁচ থকাৰ দৰে তিনি-চাৰিটামান আঁচ বেছিভাগ তেনে কুকুৰৰ থাকে—আমাৰ টাইগাৰৰ আছিল। দেখিবলৈ কুকুৰনেচীয়া বাঘৰ দৰে। শুনিছোঁ বোলে সিহঁতৰ পূৰ্ব্ব-পুৰুষ কুকুৰনেচীয়া বাঘেই। এটি কথা—এনেবিধ কুকুৰক মানুহে 'ওৱান্ মেন্ ডগ্' বুলি কয়, এজন মানুহৰ কুকুৰ বুলি কয়। তাৰ মানে হৈছে—এনেবিধ কুকুৰে মুঠে এজন মানুহকহে চিনে, মৰম কৰে। সেইদেখি এনে কুকুৰৰ ওচৰলৈ ধপ কৰি যাব নেলাগে। তাৰ ভাব-গতি চাইহে ওচৰ চাপিব লাগে। যি কোনো অচিনাকি কুকুৰৰ ওচৰলৈ তেনেকৈ যাব নেলাগে।

কুকুৰৰ দৰে বিশ্বাসী জন্তু নাই। এনে কি, কুকুৰ কোনো মানুহতকৈও বিশ্বাসী বন্ধু। কুকুৰ প্ৰভু-প্ৰেমিক, প্ৰভু-ভক্ত। গৰাকীক ৰক্ষা কৰাই কুকুৰৰ ধৰ্ম্ম। সেইদেখি অচিনাকি মানুহ দেখিলেই ভাবে যে এই মানুহটিয়ে মোৰ প্ৰভুৰ কিবা অনিষ্ট কৰে। সেইদেখি সহাকণীয়া হৈ থাকে, বহে, শোৱে। অচিনাকি মানুহ দেখিলেই সি খেদি যায়। কিন্তু এনে মানুহ আছে, এই

পৃথিৱীত, ঈশ্বৰৰ ৰাজ্যত এনেকৈ থেদি অহা কুকুৰকো এবাৰ চকুৰে চায়েই ব' লগাই বথাব পাৰে। কিন্তু যেয়ে-সেয়ে নোৱাৰে। আমাৰ সেই শক্তি নাই, সেইদেখি অচিনাকি কুকুৰৰ ওচৰলৈ গ'লে চাই-চিন্তি সাৱধানে যাব লাগে। কিন্তু আমাৰ টাইগাৰ হ'লে তেনে নাছিল। সি মানুহ ভাল নে বেয়া দেখিলেই চিনিছিল। তাৰ পাছতহে ভুকিছিল। সিহঁতে নাকেৰে গোন্ধ পালেই ক'ব পাৰে মানুহটো ভাল নে বেয়া। টাইগাৰে পাৰিছিল। সিহঁতৰ ঘ্ৰাণ-শক্তিও বৰ চোকা। কুকুৰ এটা ওখ টিলা কি চাপলিকাৰ ওচৰত যদি থাকে, তেনেহ'লে সি তলত থকা মানুহৰ গোন্ধ পায়। সি যদি সেই মানুহটোৰ ওচৰলৈ যাব খোজে, সাধাৰণ মানুহে অহা-যোৱা কৰা বাটেদি নগৈ এটা পোন বাট উলিয়াই তলত থকা মানুহটোৰ ওচৰ পাবগৈ। মানুহে ৰাতি বাৰী-ঘৰ ৰখীয়া কৰি বাহিৰত কুকুৰ মেলি দিয়ে। সি বেয়া নহয়। কিন্তু আন কুকুৰৰ লগত মিলি এই কুকুৰৰ অনিষ্ট হ'ব পাৰে। ঘৰৰ ভিতৰত মেলি দিব লাগে। তেতিয়া চোৰ ঘৰৰ ভিতৰলৈ আৰু আহিব নোৱাৰে। বিলাতৰ কালৰ 'পকা' চোৰবিলাকেও ভিতৰত মেলি ৰখা কুকুৰক ভয় কৰে। ভিতৰলৈ চোৰ অহাৰ ভয় থাকিলেহে এনেকৈ কুকুৰ ভিতৰত মেলি থ'ব লাগে।

কুকুৰৰ ঘ্ৰাণ-শক্তিৰ কথা কৈছোঁ। মোৰ ল'ৰাজনে ইয়াত কোনো কাম কৰোঁতে ঘৰলৈ উভতি আহোঁতে বেছি ৰাতিতহে কাম শেষ কৰি আহিব পাৰিছিল। কেতিয়াবা কেতিয়াবা দহ, এঘাৰ আৰু কেতিয়াবা বাৰও বাজিছিল। বাৰাণ্ডাত শহাকণীয়া হৈ বহি থাকে। মনো ঘৰৰ ওচৰ চাপি আহিছে আৰু পায়েইহি, সি মনোক দেখা নাই, এনেতে টাইগাৰ গিৰিস্ কৰি উঠি আগ-চোতাললৈ ওলাই আহি ভৌ ভৌ, হো হো হো কৰিবলৈ ধৰে। মনোক দেখিলে একেজাপে বন্ধ থকা গেইটখন পাৰ হৈ মনোৰ ওচৰ পায়গৈ। মনোৰ চাৰিউফালে তাৰ বিশেষ আনন্দ-ধ্বনি কৰি ঘূৰি ফুৰি, গা শুঙে, মুখ শুঙে। আনন্দেৰে মনোক আগবঢ়াই ঘৰলৈ আনে। ঘৰ পাই এবাৰ মনোৰ ওচৰলৈ যায়। আকৌ আঁতৰি যায়। ভৰি দুখনৰ মাজত মুৰ সুমুৱাই বহেহি। কি আনন্দ! এই আনন্দৰ ভিতৰতে যদি মনোৱে কি যোৱাবীয়ে 'চিট ডাউন্' কি 'লাই ডাউন্' কয়, ততালিকে ভালকৈ বহে কি বাগৰ দিয়ে। মানুহৰ পোৱালীবিলাক যদি বাপেক-মাকৰ এনে বাধ্য হ'লহেঁতেন, সংসাৰ কি সুখৰ ঠাই হ'ল হয়!

ল'ৰা-ছোৱালী কি মহনিয়াজ মানুহে আমাৰ টাইগাৰক দেখিলে কয়, "ইয়াৰ এটা পোৱালী দিবচোন।" এনে জাতৰ কুকুৰক ৰখা টান। বয়

কৰিব নোৱাৰিলে বৰা পাপ বুলি মই ভাবোঁ। সময়মতে গা-পা ধুৱাব লাগিব, চাহি-চিকৰা, চেৰেপা বাছিব লাগিব আৰু শৌচ-পেচাব কৰাব লাগিব। ফুৰিবলৈ, ঢপলিয়াবলৈ, দৌৰিবলৈ লৈ যাব লাগিব। 'নিয়ম মাফিক' এনে কাম কৰাব, কৰিব নোৱাৰিলে ভাল কুকুৰ ৰাখিব নেলাগে। এনে কামবোৰ নিজেই কৰিলে ভাল, নহ'লে গৰাকী বহি থাকি আগতে আনৰ হতুৱাই কৰাব লাগে।

টাইগাৰৰ এটি অভ্যাস আছিল। ঘৰৰ ভিতৰত কেতিয়াও শৌচ-পেচাব নকৰিছিল কি নবতিয়াইছিল। ৰাতি দৰকাৰ হ'লে মনো কি বোৱাৰী থাকিলে তেওঁলোকক, নহ'লে আমাক জনাইছিল—মুৰেৰে ঠেলি-হেঁচি। তেতিয়াহে বাহিৰলৈ গৈছিল। হে গ'লে আহি শুইছিলহি আকৌ। আমাৰ টাইগাৰ আমাৰ ঘৰলৈ অহাৰ পাছতে আধা সেৰ মাংস, ভাত, ডালি দিয়া হৈছিল। আন সময়ত দৰকাৰ বুজি এৱাঁ গাখীৰ, বিস্কুট, ৰুটী দিছিলোঁহঁক। বৰ গৰম পৰিলে দৈ গাখীৰ দিছিলোঁ; কিন্তু সি টেঙা দৈ নেখাইছিল, আমি খোৱা দৈহে বিচাৰিছিল। কুকুৰক আলু দিয়া বৰ বেয়া। মাছো এনে কুকুৰক দিব নেলাগে। জাপানী কুকুৰে কিন্তু মাছ খায়। গাজৰ দিব লাগে। গাজৰ যেতিয়াই পাইছিলোঁ—দিছিলোঁ। গাজৰ উপকাৰী, পুষ্টিকৰ। পঞ্জাবীবিলাকক দেখিছা নহয়, কেনে সুস্থদেহী বলী। পালে তেওঁলোকে দিনৌ গাজৰ খায়। ধনী মানুহে ঘোঁৰাকো গাজৰ খুৱায়। আমাৰো গাজৰ খোৱা অভ্যাস কৰিলে বেয়া নহয়। ৰাবীত কলেই হয় দেখোন। আমাৰ কেঁচুৱা, ল'ৰা-ছোৱালীক যেনেকৈ নিয়মমতে একে সময়তে খাবলৈ দিয়া হয়, তেনেকৈ কুকুৰকো দিব লাগে। আমাৰ যেনে ব্যায়াম দৰকাৰ, লৰা-ঢপৰা দৰকাৰ, কুকুৰৰো ঠিক তেনে দৰকাৰ। 'নিয়ম মাফিক।'

ব'লা টাইগাৰৰ লগত ফুৰোঁগৈ, ব'লা। আমাৰ কাপোৰ পিন্ধা দেখিলেই, আমি ফুৰা কাপোৰ নিপিন্ধিলেও, তাৰ ফুৰিবৰ সময় হ'লেই—আৰু কথা নাই। ছুট্‌ফটাই অস্থিৰ হৈ, আমাৰ ফালে চায়; জপিয়াই, ঢাপলিয়াই, ইঘৰ-সিঘৰ অহা-যোৱা কৰে। মন-কাণ নিদিয়া দেখিলে সি আকৌ ভিতৰলৈ গৈ চেইন-ডাল আনি আমাৰ ওচৰত জন্‌জনাই থৈ দিয়েহি। দি, থিয় হৈ গেইটৰ ফালে গৈ থাকে। এক নিমিষো নেথাকে, জিভা উলিয়াই, ফোঁপাই-জোঁপাই গেইটৰ ফালে যায়, গেইটখন ভুকিবলৈ ধৰে। পিছৰ ভৰিত ভৰ দি আগৰ ভৰি দুখনেৰে গেইটখনত আঁচোৰ মাৰিবলৈ ধৰে, আকৌ বাৰাণ্ডালৈ আহে। তেতিয়া আমি মুৰ থপৰিয়াই তাক নিচুকনি দি কওঁ, "দেট্ উইল ডু, দেট্ উইল ডু"—তেনে নকৰিবি,

আমি এতিয়াই বাওঁ 'গুড্ ডগ্'। ইউ আৰ এ জেণ্টেলমেন্।" (You are a gentleman)। এনেকৈ ক'লে সি নেগুৰ লৰায়, শান্ত হয়। ইপিনে বাটত ল'ৰা-ছোৱালী, বয়সিয়াল মানুহ জুম লাগি গৈছে, তাৰ ডেও দিয়া, জপিওৱা দেখি। আমি অলপ খেমালি কৰিবলৈ গেইটৰপৰা ওলাই বাওঁ—তাক ভিতৰতে থৈ। সি ভাবে, ইহঁতে কি কৰিলে ? ভৌ ভৌ, ভৌ ভৌ ভৌ, হোঃ হোঃ হোঃ, হুঃ হুঃ। আমি বাহিৰৰপৰা মাতোঁ, "কাম জাপ—জাপ জাপ।"—ব্যস্, এক দীঘলীয়া জাপ। বাহিৰ। মূৰত হাত বুলাই কওঁ, "গুড্ ডগ্, গুড্ বয়" (Good dog, Good boy)। সি গেইটৰ ফালে চাই—ভৌ ভৌ ভু ভু। দুবাৰ বা তিনিবাৰ—কয়, "তহঁতৰ কি চাপৰ গেইট অ', আৰু দুহাতমান ওখ হোৱা-হেঁতেনো জপিয়াই এইখিনি পালোঁহেঁতেন। তহঁতে কি ভাবিছ মোক ? উলা-মুলা বুলি নেভাবিবি।" বাওঁতে দেখোঁ আগত কেতবোৰ কুকুৰ। তাক দেখি কোনো পলাইছে। কোনোৱে বাটৰ দাঁতিৰপৰা ভুক ভুক কৰিছে। টাইগাৰে সেইফালে নেচায়েই। বংশ-গৌৰৱ, বংশ-মৰ্য্যাদা! ওচৰতে দেখোঁ আনবোৰতকৈ এটা ডাঙৰ বিধৰ কুকুৰ, সি গোঁ গোঁ কৰি আছে। তাক দেখি উঠিল টাইগাৰৰ গা। সি আগবাঢ়ি আহিছে। টাইগাৰেও খেদি যায়। আমি তেতিয়া "শিকলি লগা, শিকলি লগা" বুলি চিঞৰোঁ। চেইন লগায়ো তাক ধৰি ৰাখিব নোৱাৰোঁহঁক। ধৰা মানুহক টানি লৈ যায়। ইপিনে টাইগাৰৰ নিজ মূৰ্ত্তি দেখি আন কুকুৰটো পলাই পত্ৰং দিলে। টাইগাৰক শিকলি দি বান্ধি নৰখা হ'লে আন কুকুৰটিৰ গৰাকীয়ে তাক চিনি পোৱা টান হ'লহেঁতেন।

টাইগাৰক লৈ আমি ঘূৰা ফুৰিবলৈ বাওঁতে এটি সৰু কুকুৰ আমাৰ ঘৰৰপৰা আমি যিমান দূৰলৈ বাওঁ সিমান দূৰলৈ যায়, আৰু আমাৰ লগে লগে উভতি আহে। আমি ঘৰ পোৱাতহে আমাক এৰে। সি মাজে মাজে টাইগাৰৰ ওচৰলৈ যায়। সি এবাৰ আগবাঢ়ি যায়, পাছ হয়, এবাৰ লগে লগে যায়। টাইগাৰে তাৰফালে নেচায়। এনেকৈ তিনি-চাৰিদিন কৰি সি আমাৰ লগ এৰিলে। টাইগাৰে চাগে ভাবিছিল—মই Alsatian, তাৰে সৈতে মিতিৰালি কৰিমনে ? বংশ-মৰ্য্যাদা!

ফুৰোঁতে ফুৰোঁতে মুকলি ঠাই পালে আমি মাটিৰ দলি, শিলগুটি, সৰু-সুৰা ইটাৰ লডা 'টাইগাৰ' বুলি যিমান দূৰলৈ পাৰোঁ দলিয়াই দিওঁ। সি মুখেৰে আনন্দ ধ্বনি কৰি জবিৰে চেকুৰি গৈ সেইটো আনি আনন্দ মনেৰে আমাৰ ভৰিৰ তলত পেলাই দিয়ে। কোনো-কোনোদিন আমাৰ সৈতে খেমালি কৰিছৰ

ছলেৰে নেপেলায়—আমি "লীভ ইট্" (Leave it) বুলিলেহে পেলায়। আকৌ দৌৰিব খোজে। এনেকৈ ১০।১২ বাৰ কৰাৰ পাছত তাৰ ভাগৰ লগা যেন দেখিলে আক নকৰে। এনে কৰোঁতে আক এনেয়েও তাক মানুহে জুম বান্ধি চায়। কোনো কোনোৱে কোৱা-কুই কৰা শুনো—এইটো কি অ'।

মনোৱে কি আন কোনোৱে মোলৈ কিবা বস্তু দিলে মুখেৰে কামোৰ মাৰি আনি মোক দিয়েহি। এনেকৈ বস্তু অনা-নিয়া কৰি, মানুহক নজৰত বাখি তাৰ পাছ লৈ তাক চকুৰ আঁৰ নকৰে। এই যুদ্ধত এনেবিধ কুকুৰে বহুত সহায় কৰিছিল। মই দুপৰীয়া বেছিপৰ শুই থাকিলে, চকু মুদিলে সি খাটৰ চাৰিউফালে ঘূৰি ফুৰি থাকে। মই তেতিয়াও সাৰ নেপালে সি তাৰ মুখখন মোৰ মুখত লগাই দিয়েহি। চাগৈ ভাবে—মই মৰিলোঁ নেকি? উঠ উঠ, কিমান পৰ শুই থাকিবি আৰু। তেতিয়া কওঁ, "আই এম অলৰাইট, কোৱাইট অল-ৰাইট, গুড বয় গুড বয়, ইউ আৰ এ জেণ্টেলমেন।" আমাৰ টাইগাৰ কিমান বাধ্য আছিল, কওঁ। তাৰ খাবৰ সময় হয়। তাৰ ভোক লাগে। জিভা উলিয়াই মাংস, ভাত খাবলৈ যায়। মনোৱে চায়হি। বেছি তপত খোৱা বেয়া। মনোৱে আহি কয়, "ডোণ্ট ইট', নেখাবি।" নেখায়। জিভাৰ পানী পৰি থাকে। ছট্‌ফট্ কৰি থাকে। নেখায়। এমিনিটমান পাছত আহি কয়, "ইট্ (Eat)।" তেতিয়াহে খায়। চপ্ চপ্ চপাচপ্। চোবাচোন, খোৱা বস্তু আগতে। ভোক—নেখায়। গুৰুজনৰ আদেশ।

মোৰ সৰু নাতিনী, টিন্‌কু—দুবছৰীয়া। মোৰ জীয়াৰীৰ লগত মই হাস্পাতালত থাকোঁতে এমাহ মানৰ নিমিত্তে ইয়াত আছিল। তাই টাইগাৰৰ লৈতে কিমান যে ধেমালি কৰিছিল! তাৰ ওপৰত উঠিছিল, গচকিছিল, খচক্ৰিছিল। তাৰ উমৰামেই নাই। ডিঙিত ধৰি, কাণত ধৰি লৈ ফুৰিছিল। তাৰ চাগৈ সুত লাগিছিল। সৰু ল'ৰা-ছোৱালীক সি মৰম কৰে। টিন্‌কুৱে অকণো ভয় নেখাই যে এইবোৰ কৰিলে, মই তাতেহে আচৰিত হৈছোঁ। টাইগাৰে জানিছিল যে সি কিবা উৎপাত কৰিলে ছোৱালীয়ে চম্ভালিব নোৱাৰিব। সেইদেখি টিন্‌কুৱে যি কৈছিল তাকে শুনিছিল, কৰিছিল।

মোৰ শৰীৰ বেয়া হোৱাত ন মাহ মান হাস্পতালত আছিলোঁ। ঘোৱাৰী আহি শুশ্ৰূষা কৰিছিলহি। ৰাতি আৰু দিনৰ কিছুপৰ অভিৰামত। ধুৰুৰীতৈও গৈছিল। দেৱীলাল মোৰ নেপালী চাকৰ, এতিয়া নাই। সি আৰু তাৰ পৰিয়ালে টাইগাৰক ভাল পাইছিল। টাইগাৰেও সিইতক। সেইবাৰ ঘোৱাৰী

ধুবুৰীলৈ যোৱাত তেওঁৰ এংলো-ইণ্ডিয়ান পৰিয়াল-বন্ধু এজনৰ ঘৰত ১০ দিন থৈছিল। তাৰ পাছত তাক হাস্পাতাললৈ লৈ যোৱা হ'ল। মই অলপ চিন্তিত হ'লোঁ। কিন্তু ভদ্ৰ জাতৰ কুকুৰ টাইগাৰে সকলো সময়তে ভদ্ৰ ব্যৱহাৰ কৰিছিল। ৰাতি সুতুকিছিল। কি শান্ত ধীৰভাৱে তাত আছিল! সকলোৰে ভয় খায়। খোঁটালীত সোমাওঁতে মানুহে সোধে, "কামুৰিবনে?" মেট্ৰোন চিষ্টাৰ্চ (matron sisters), নাৰ্চ, অহা-যোৱা কৰা মানুহে—সকলোৰে তাক মৰম কৰিছিল। আৰু সিও ভদ্ৰতাৰে তেওঁলোকৰ মৰম গ্ৰহণ কৰিছিল। ফুলকুমাৰীয়ে এতিয়া আমাৰ ইয়াত কাম কৰে। তাই উপযাচি ক'লে, "মই ইয়াৰ সকলো কাম কৰিম।" আশ্বাস পালোঁ। বাচ্চুৰ (চিত্তাভিৰাম) বন্ধু ফাকি মই হাস্পাতালত থাকোঁতে মৰম কৰি তাত ৰাতি শুইছিল আৰু সহায় কৰিছিল। তেওঁ টাইগাৰৰ কাম হাতত ল'লে। ফাকিৰ প্ৰধান কাম হৈছিল ৰাতি তেওঁৰ নিজৰ কাম কৰিবৰ সময়ত তাক ফুৰাবলৈ লৈ যোৱা। তাক তেওঁৰ ঘৰলৈ লৈ গৈছিল আৰু লগতে আনিছিল। বাট চিনি পালে। কিবিকা দিনাতে এতিয়া টাইগাৰেহে ফাকিক লৈ অহা-যোৱা কৰা হ'ল। সি ফাকিক ইবাটেদি-সিবাটেদি লৈ গৈ তাৰ ভাগৰ লাগিলেহে হাস্পাতাললৈ উভতিছিল। তাৰ প্ৰতি পদতে, প্ৰতি ব্যৱহাৰতে আমি গম পাইছিলোঁ যে সি এটি ওখ বংশৰ অসাধাৰণ কুকুৰ।

আৰু এটি কথা মনত পৰিছে। মই পুৱা-সন্ধ্যা বেলিকা ডাঙৰকৈ মাতি কিতাপ পঢ়োঁ। এদিন সন্ধ্যা বেলিকা দেৱীলালইতক ক'লোঁ, "আহ, মোৰ পঢ়া শুনহি।" সিহঁতে লাইন পাতি বহিল। পঢ়ি থাকোঁতে সুধিলোঁ, "টাইগাৰক দেখা নাই। টাইগাৰ ক'ত?" তাৰ নাম শুনি সিহঁতৰ মাজৰপৰা সি এনেকৈয়ে মোৰ ফালে চালে, সি যেন এটি ল'ৰাহে। মোৰ মৰমো লাগিল, হাঁহিও উঠিল। এই দৃশ্য কেতিয়াও নেপাহৰোঁ। আৰু কিমান কথা যে মনত পৰে!

১৯ অক্টোবৰত ঘৰলৈ আহিলোঁ। হাস্পাতালতে তাৰ গা বেয়া হৈছিল। পশু হাস্পাতাললৈ লৈ গৈছিল। অলপ ভাল হৈছিল। ইয়াতো অলপ দিনতে আকৌ তাৰ গা বেয়া হ'ল। ভাগ্যক্ৰমে মনো আৰু মোৰাৰী ইয়াত আছিল। মোৰাৰীয়ে নিজে বিৰুদ্ধ কৰি তিনিদিন হাস্পাতাললৈ তাক লৈ গৈছিল। অন্ততো ইনজেকচন দিয়া হৈছিল, আৰু ঘৰতো মোৰাৰীয়ে ডাক্তৰে কোৱামতে দৰব আৰু ইনজেকচন দিছিল। চতুৰ্থদিনা বিহুৰ আগদিনা টাইগাৰৰ টান; তাক আৰু পিছিলা [illegible] বাব নোৱাৰিলে। এইবিলাক

বিক্‌ৰবাজাটিক ধক্কাৰ দিওঁ। সি টাইগাৰক দাড়ি বিক্‌ৰত উঠাইছিল আৰু নমাইছিল। "জাত" কি ভয়ৰ কথা বুজিয়াইছিল।

বেমাৰৰ সময়তো টাইগাৰ খবিব দৰে ধীৰ, শান্ত। উঠিবৰ শক্তি নাই বুলিলেই হয়, ৰাতি আহিৰ খোজাত তাৰ বতিওৱা ঠাইলৈ গ'ল। বতিয়ালে। শোৱা ঠাই লেতেৰা কৰিব খুখুজিলে। বোৱাৰীয়ে বাটত দেখাত দাড়ি লৈ আহিল। শেষ সময়তো সি নিয়ম মানি চলিবলৈ চেষ্টা কৰিছিল। বজা পঞ্চম জৰ্জে কৈছিল, "লেট্ মি লাইক এ ৱেল-ব্ৰেড্ ডগ—চাফাৰ ইন চাইলেন্চ এণ্ড ডাই" (Let me, like a well-bred dog, suffer in silence and die),—মই ওথ জাতৰ শিক্ষা পোৱা নিয়ম মানি চলা সুশিক্ষিত কুকুৰ এটিৰ দৰে নিজৰ দুখ-কষ্ট যেন নিৰলে সহি মৰিব পাৰোঁ।

এবাৰ টাইগাৰে তিনি-চাৰিবাৰ ডাঙৰ হুমুনিয়াহ কঢ়াৰ দৰে শব্দ কৰে। ওচৰতে আছিলোঁ। শুনে ক'লে—শেষ সময়। মই তাৰ আৰু ওচৰলৈ গৈ নাহেকৈ মাতিলোঁ। দুৰ্ব্বলভাৱে মোৰ ফালে চালে। কি করুণ দৃষ্টি! চকু চল্‌চলীয়া। মোৰো তেনে, আনৰো তেনে। মনত পৰিলে এতিয়াও চকুৰ পানী ওলায়। শুনে ঈশ্বৰক চিন্তিবলৈ ধৰিলে। কান্দিবলৈ ধৰিলে। শুনৰ বন্ধু মিচেচ্ এণ্ড মিচ্ Base (বীজ) কোবামিন লৈ আহিছিল। তেওঁলোকৰ, বাচ্চুৰ, খাঁকিৰ, ফুলকুমাৰীৰ, মোৰ চকুপানী ওলাবলৈ ধৰিলে। মনোৱে ডাক্তৰৰ ঘৰবপৰা আহি যেতিয়া শুনিলে "শেষ"—আন এটা খোঁটালীলৈ গৈ কান্দিবলৈ ধৰিলে। বন্ধু মানুহে শেহ বিদায় ল'লে যেনে শোক উথলি উঠে, তেনেকুৱা আমাৰ সকলোৰে হ'ল। গাত বগা কাপোৰ, দীঘল হৈ শুই থকা টাইগাৰ—যেন মানুহজনহে চিৰনিদ্ৰাত। অন্তত সকলোৱে য'লৈ যায় ত'লৈ গ'ল। এই বাতৰি শুনি ওচৰ-চুবুৰীয়া, ল'ৰা-ছোৱালী, কেজনমান বয়সিয়াল মানুহো চোতালত আৰু বাটত জুম বান্ধি ৰ'ল। সকলোৱে দুখ কৰিবলৈ ধৰিলে। আমাৰ আগ-চোতালত গাঁত খান্দি তাৰ কাপোৰ-কানি, শিকলি, কলাৰৰ লৈতে টাইগাৰক শুৱাই থোৱা হ'ল। দিনৌ সেই ঠাইত পানী সিঁচা হয়, গধূলি ধূপ-ধূনা দিয়া হয়। এটি কথা। হাস্পাতালত থাকোঁতে এটি বাহিৰা কুকুৰক আনি থাবলৈ দিছিলোঁ। টাইগাৰে তাক হিংসা নকৰিছিল। ওচৰা-উচৰি কৰি থালেও টাইগাৰে তাৰ ফালে চাই ভুকুকিছিল কি খেদি নগৈছিল। এই কুকুৰটিক হাস্পাতালতে এৰি আহিব লগা হ'ল। কি আচৰিত! যিদিনা টাইগাৰৰ অভিধামত মৃত্যু হয়, সেইদিনা সেইখিনি সময়তে সেই

কুকুৰটিৰো মৃত্যু হয়। সকলোৰে, হাস্পাতালৰ সকলোৰে, আমিও এই বাতৰি শুনি স্তম্ভিত হ'লোঁহঁক। ঈশ্বৰৰ ইচ্ছা। আমাৰ শাস্ত্ৰ মতে কুকুৰৰ বিসকল গুণ থকা উচিত বুলি কোৱা হৈছে, আমাৰ টাইগাৰৰ সকলোখিনি গুণেই আছিল, যেনে—"বহ্বাশী স্বল্প সন্তুষ্ট সুনিদ্ৰঃ শীঘ্ৰচেতনঃ। প্ৰভুভক্তশ্চ শূৰশ্চ জ্ঞাতব্যাঃ ষট্‌গুণো শুণাঃ।" বহুভোজী কিন্তু অলপতে তুষ্ট, ভালকৈ টোপনি হয় কিন্তু অলপতে সাৰ পায়, বৰ প্ৰভুভক্ত, অতি পৰাক্ৰমী কুকুৰ এটিৰ গুণৰ কথা শাস্ত্ৰে কয়।

ন'বা-ছোৱালীয়ে বাটেদি অহা-যোৱা কৰোঁতে কোৱা শুনো—লোৱা, সৌ তাতে টাইগাৰক শুৱাই থোৱা হৈছে।

মোৰ বৰ মৰমৰ টাইগাৰ, তুমি যেন এইবাৰ অসমীয়া হৈ মোৰ অতি চেনেহৰ মানুহ জনম লৈ আসামলৈকে আহাঁ।

# আদৰণি*

মোৰ আসামৰ সাহিত্যিক বাইজসকল, আই আৰু আইদেৱসকল, আৰু আন আন বন্ধুসকল—

করুণাময় পৰমেশ্বৰৰ নাম লৈ আজিৰ কাম আৰম্ভ কৰোঁ। দয়াময়ৰ দয়া নহ'লে কোনো অনুষ্ঠানকে সুসম্পন্ন কৰিব নোৱাৰি। সিদ্ধিদাতা ভগৱানৰ নাম লৈ আজিৰ কাম আৰম্ভ কৰোঁ।

যিজন দেৱতা অগ্নিত, যিজন পানীত, যিজন দেৱতা বিশ্ব-ব্ৰহ্মাণ্ডত ব্যাপ্ত হৈ আছে, যিজন ওষধিত, যিজন বনস্পতিত বিৰাজ কৰিছে, সেইজন দেৱতাক বাৰে বাৰে নমস্কাৰ কৰি আজিৰ কাম আৰম্ভ কৰোঁ। পৰমেশ্বৰে এই সভাৰ সৰ্ব্বতোভাৱে মঙ্গল কৰোক।

মোৰ আসামৰ সাহিত্যিকসকলক আদৰিবৰ ভাৰ মোৰ গাত পৰিছে। এই ভাৰৰ গুৰুত্বৰ কথা এতিয়া নকৈ, গুৰুত্ব যে আছে সেই কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে, কওঁ যে মোৰ পৰম সৌভাগ্য—আজি মই আসামৰ ইমান আৰু এনে সুধীসকলক একেলগে দেখা পাইছোঁ। নগাঁও জিলাৰ পৰম সৌভাগ্য যে ক্ষন্তেকৰ নিমিত্তে হ'লেও অতিথিৰূপে আপোনাসকলৰ দৰে সাধু-সজ্জনক পাইছে। কিন্তু মোৰ দৰে নিৰ্জ্জন-প্ৰিয় মানুহক আপোনাসকলক সাদৰিবৰ ভাৰ নিদি আন এজন উপযুক্ত মানুহক দিয়া হ'লে এই সুখৰ আৰু প্ৰীতিকৰ কামকেৰি বোধকৰোঁ আৰু সুকলমে সমাধা হ'লহেঁতেন। কিন্তু বাইজৰ আদেশ শিৰোধাৰ্য্য কৰি আপোনাসকলৰ আগত থিয় হৈছোঁহি। দোষ ক্ষেমে যেন।

---

* ১৯২৫ খ্ৰীষ্টাব্দত নগাঁৱত অনুষ্ঠিত অসম সাহিত্য সভাৰ অষ্টম অধিৱেশনত পঠিত আৰু 'অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ' শিৰোনামাৰে 'অসম সাহিত্য সভা পত্ৰিকা'ত প্ৰকাশিত। —সম্পাদক, জা. ৰ. ৰ.

নগাঁৱৰ বিষয়ে Gazetteer-ত লিখিলা অলপতে পঢ়োঁতে সেই কিতাপখনিত কামৰূপৰ খুৰুজী বাদে, এই জিলাত কিমান মানুহ, কি কি আৰু কেনে খেতি হয়, কিমান মাটিৰ পৰিমাণ—এনেবোৰ বতৰাহে পালোঁ। কোনো ঐতিহাসিক তথ্য নেপালোঁ। একেৰি কথা চকুত পৰিল—সেইকেৰি কথা আগেয়ে পঢ়োতা এজনে বিশেষকৈ দাগ দি গৈছে। সেই কথাকেৰিৰ মৰ্ম্ম 'এই যে নগাঁও এখন বৰ পাছ পৰি থকা জিলা;—মই এই কথা যদিও স্বীকাৰ নকৰোঁ। যি সময়ত এই কথা লেখা হৈছিল, তেতিয়া এই কথা সঁচা হ'লেও এতিয়া যে এই কথা সঁচা নহয়, তাৰ চিন এই আসাম সাহিত্য সম্মিলনৰ অধিবেশন আৰু তাৰ লগে লগে সঙ্গীত আৰু ঐতিহাসিক সভাৰ অধিবেশন। যদিহে নগাঁও কেতিয়াবা পাছ পৰি আছিল, তাৰ এটি কাৰণ হৈছে—১৮৯১।৯২ খ্ৰীষ্টাব্দৰপৰা হোৱা ক'লা জ্বৰ, যাক কাল আজাৰ বোলে (আজাৰ মানে খোলে বিহ বেমাৰ); মই হ'লে ইয়াক কওঁ যে যাক পালে কালে আঁজুৰি মাৰে। এজন বন্ধুৱে কোৱাৰ দৰে, যিহে পালে একেবাৰে আজৰি কৰে। পিতৃ-দেৱতাৰ মুখৰপৰা শুনিছোঁ—আগেয়ে নগাঁও ইমান সুন্দৰ স্বাস্থ্যকৰ ঠাই আছিল যে ইংৰাজ বিষয়াবিলাকে হাৱা বদলাবৰ নিমিত্তে ইয়ালৈ আহিছিল। নগাঁৱে কিন্তু তেতিয়া Backward বুলি খ্যাতি পোৱা নাছিল। Backward হ'লেও **Old order changeth giving place to new,** পুৰণিৰ ঠাই নতুনে অধিকাৰ কৰে—ই অনিবাৰ্য্য নিয়ম। আগৰ কথা যেই হওক, এতিয়া নগাঁৱে যে উন্নতিৰ বাটলৈ খোজ লৈছে, ই ধ্ৰুৱ।

সেইবুলি যে আমি আপোনাসকলক আপোনাসকলৰ মৰ্য্যাদা অনুসৰি সেৱা কৰিব পাৰিছোঁ বা পাৰিম—এই কথা মই ক'ব নোৱাৰোঁ। কিন্তু আমি দুখীয়াৰ দুখী অৱস্থাৰে যি আয়োজন কৰিছোঁ, সেই আয়োজন আৰু সেৱা আপোনাসকলে গ্ৰহণ কৰি আমাক কৃতাৰ্থ কৰোক—এই আমাৰ সৰল গোহাৰি। আমাৰ যত্নৰ ত্ৰুটী নহ'লেও এনে বৃহৎ অনুষ্ঠানত বহুতো ত্ৰুটী থাকিবৰ সম্ভৱ। সেই ত্ৰুটীসকল মাৰ্জ্জনা কৰিবলৈ আপোনাসকলক কৰযুৰি ক্ষমা মাগিছোঁ। ক্ষমা কৰিব।

গ'লবাৰ গুৱাহাটীত আসামৰ বাহিৰে অসমীয়াৰ নাম জিলিকোৱা, আমাৰ গৌৰৱ, অসমীয়া সাহিত্য-বীৰ শ্ৰীযুক্ত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ সভাপতিত্বত সাহিত্য সম্মিলনীৰ অধিবেশন হৈছিল। সেই অধিবেশন আজি এবছৰ পূৰ্ণ। সাহিত্য সম্মিলনীয়ে এই এবছৰ কি কৰিলে, আমি জানিবলৈ উৎসুক। কামৰ

লগে লগে দেখা যায় যে সময়ৰ গতি খৰ হৈ যায়। গ'লবাৰৰ অধিৱেশনৰ কথা মনত ভাবিলে সিদিনাখন যেনহে হৈছিল—এই ভাব মনত আছে। গুৱাহাটীবাসীয়ে শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াক পাই আনন্দত কেদিনমান কটোৱা এতিয়ালৈকে আমাৰ মনত আছে। সেই আনন্দৰ ভাগী আপোনাসকলৰ এই সেৱকো।

গুৱাহাটী আৰু নগাঁও বেলেগ। গুৱাহাটীৰ প্ৰাকৃতিক শোভা নগাঁৱৰ নাই। গুৱাহাটীৰ আমনি নলগা ব্ৰহ্মপুত্ৰ নদীৰ দৃশ্য ইয়াত নাই, চিৰসুন্দৰ উমানন্দ নাই, মনোহৰ নীলাচল নাই, গুৱাহাটীৰ সুশোভন ডাঙৰ পৰ্ব্বত ইয়াত নাই। কলঙত ডুব দি উঠি চালে পঙ্কতীৰ্থ আমি নেদেখোঁ। কিন্তু এইবোৰ মনোভিৰাম আৰু নয়নাভিৰাম দৃশ্য নগাঁৱৰ নেথাকিলেও এই নগাঁৱত এনে এটি বস্তু আছে যাৰ নিমিত্তে এই নগাঁও সকলো অসমীয়াৰে পবিত্ৰ পুণ্যভূমি, সকলো অসমীয়াৰে তীৰ্থক্ষেত্ৰ, সকলো অসমীয়াৰে গৌৰৱৰ স্থল; কিয়নো, পূজনীয় মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ এই সুন্দৰ সুশোভন পৃথিৱীক আৰু সুন্দৰ সুশোভন কৰিবলৈ, জগতত আসামক ওখ আসন দান কৰিবলৈ, আসামক নতুন ধৰ্ম্মজীৱন দিবলৈ এই জিলাতে বৰদোৱাত জন্ম লয়হি। ধন্য নগাঁও জিলা! তোমাৰ আন কোনো গৌৰৱ নেথাকিলেও এই গৌৰৱৰ নিমিত্তেই ভাৰতৰ আন আন তীৰ্থস্থানৰ মাজত তুমি আসন পাইছা। আৰু এই জিলাতে আমি নগঁৱাসকলে আজি আপোনাসকলক ইয়াত একেলগে পাই, আমাৰ হৃদয়ৰ প্ৰেমাঞ্জলি ঢালি দি সম্ভাষণ কৰিবলৈ সুযোগ পাই নিজক ধন্য ধন্য বুলিছোঁ।

শ্ৰীযুত ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াৰ কথা যদিও বহুত দিনৰপৰা শুনি আহিছিলোঁ, গ'ল বছৰ গুৱাহাটীতহে তেখেতৰ দৰ্শন পাই চকু সাৰ্থক কৰিলোঁ। তেখেতৰ সৰল হাঁহি, মিঠা মাত আৰু ভাষা, ধীৰ শান্ত মূৰ্ত্তি চিৰকাললৈ মনত থাকিব। শ্ৰীযুত বৰদলৈ ডাঙৰীয়াক সভাপতিৰূপে এইবাৰ ইয়াত পাই আজি বৰ্ণনাতীত আনন্দ লভিছোঁ। তেখেতক নেদেখিলেও তেখেতে মৈতে মোৰ বহুত দিনৰপৰা চিনাকি। ১৮৯৫ কি ১৮৯৬ খ্ৰীষ্টাব্দত মই যেতিয়া চেল্‌মেস্‌ফোৰ্ড (Chelemsford) নামে এখন ঠাইত স্কুলত পঢ়িছিলোঁ, তেতিয়াৰেপৰা মোৰ চিনাকি। শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়াই মোৰ স্কুলৰ বিদেশত থকাৰ আমনি পাতলোৱাৰ নিমিত্তে মোলৈ 'মিৰিজীয়ৰী' মুকলি কৰি পঠিয়াই দিছিল। সেই মিৰি জীয়ৰীটিয়েই বৰদলৈ ডাঙৰীয়াৰ 'মিৰিজীয়ৰী'। এনে এটি বস্তু পাই, বিদেশ

জন্মভূমিৰ মাতৰ লগ পাই মনত যে কি বিমলানন্দ ভোগ কৰিছিলোঁ, তাক লেখি কি কৈ বৰ্ণাব নোৱাৰোঁ। তেখেতৰ মুখৰ বাণী শুনিবলৈ আমি আগ্ৰহেৰে বাট চাই আছোঁ। তেখেতৰ অভিজ্ঞতাৰ ফলস্বৰূপে তেখেতৰপৰা যে বহুত নতুন তথ্য আৰু নতুন কথা শুনিম আৰু শিকিম, ই নিশ্চিত।

এই সুযোগতে সঙ্গীত সভাৰ সভাপতি, কাউন্সিল অব্ ষ্টেটৰ ভূতপূৰ্ব্ব সভ্য শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়া, আৰু বুৰঞ্জীবিজ্ঞ, বুৰঞ্জী সভাৰ সভাপতি শ্ৰীযুত হিতেশ্বৰ বৰবৰুৱা ডাঙৰীয়াক আমাৰ শ্ৰদ্ধাপূৰ্ণ অভিবাদন জনাওঁ। আমাৰ সাহিত্য-জগতত তেখেত দুয়োজন সুপৰিচিত। 'মেঘনাদ বধ' আৰু 'ভাগ্য-পৰীক্ষা' কোনে পঢ়া নাই? আৰু এই দুখনি কিতাপৰ অভিনয় কোনে দেখা নাই? 'ভাগ্যপৰীক্ষা' আজি নিশা নৰোত্তম গাঁৱৰ ভাৱনা ঘৰত অভিনীত হ'ব। তালৈকে আপোনাসকলক আহ্বান কৰোঁ। যদিহে আগেয়ে এই নাট্য অভিনয় কোনোৱে নাই দেখা, তেওঁলোকে বিশেষকৈ আজি গৈ যেন এই সুন্দৰ নাটখনিৰ সোৱাদ লৈ আহেগৈ। শ্ৰীযুত হিতেশ্বৰ বৰবৰুৱা ডাঙৰীয়াই কেবাখনো কিতাপ লেখি আমাৰ ভাষাক চহকী কৰিছে। তেখেতৰ 'আহোমৰ দিন' অলপতে ওলাব। এই কিতাপখনি পৃথিবীৰ ইতিহাস-জগতত উদয় হ'লে, আসামৰ বুৰঞ্জীৰ বিষয়ে বহুতো নতুন তথ্য আমি পাম। শ্ৰীযুত বৰদলৈ ডাঙৰীয়াৰ লগতে, আসামৰ আৰু এনে দুজন সুসন্তানক এই দুই সভাৰ সভাপতিৰূপে পাই আমি আমাৰ পৰম সৌভাগ্য বুলি ভাবিছোঁ।

যদিও আমাৰ এই সন্মিলনী সাবালিকা হোৱা নাই, তথাপি এই সন্মিলনীয়ে আমাৰ সাহিত্যক কোলাত লৈ ফুৰিব পৰা হৈছে। এই সন্মিলনীয়ে এনে অৱস্থাত আমাৰ ভাষা আৰু সাহিত্যৰ বহুতো উপকাৰ কৰিব পাৰিব। অসমীয়া ভাষা আৰু সাহিত্যৰ কেনেকৈ উন্নতি হ'ব, কেনেকৈ এই ভাষা আৰু সাহিত্যই আধুনিক জগতত নিজৰ পুৰণা ঠাইত আকৌ আসন পাব—সেইবোৰ বিষয়ৰ আলোচনা কৰিবৰ বাবেই আপোনাসকল ইয়াত একেলগ হৈছেহি। সেই কাম হাতত লোৱাৰ আগেয়ে আপোনালোকক মই সৰহ কথা কৈ আপোনালোকৰ বহুমূলীয়া সময় নষ্ট কৰিব নোখোজোঁ আৰু আপোনালোকৰ মনক আপোনা-লোকৰ নিৰ্দ্ধাৰিত কামৰপৰা আঁতৰাব নোখোজোঁ। কিন্তু, দুটি-এটি কথা, যি মোৰ মনত উপজিছে, তাকে আপোনালোকৰ অনুমতি লৈ জনাওঁ।

তাৰ আগেয়ে ঘৰ দুখেৰে কওঁ যে প্ৰাতঃস্মৰণীয়া দেৱী মহাৰাণী ভিক্টোৰিয়াৰ বোৱাৰী, আমাৰ আগৰজনা সম্ৰাট সপ্তম এড্ৱাৰ্ডৰ সহধৰ্ম্মিণী আৰু বৰ্ত্তমান

সম্রাট পঞ্চম জৰ্জৰ মাতৃদেৱী অলপতে পৰলোকলৈ গ'ল। তেখেতৰ মৃত্যুত ভাৰতৰ সকলোৰে শোক পাইছোঁহঁক। আমি আমাৰ সম্রাট আৰু ৰাজ-পৰিয়ালক আমাৰ ভক্তিপূৰ্ণ সমবেদনা জনাওঁ।

**স্বৰ্গীয় সত্যনাথ বৰা:** আমাৰ পক্ষে আৰু এটি বিশেষ শোকৰ কথা আপোনাসকলক বৰ দুখেৰে জনাওঁ। সাহিত্য-সেৱক, বিজ্ঞ আৰু বিদ্বান, আমাৰ শ্ৰীযুক্ত সত্যনাথ বৰা ডাঙৰীয়া আৰু ইহলোকত নাই। ১৩ ডিচেম্বৰ তাৰিখে তেখেত স্বৰ্গী হ'ল। তেখেতৰ লৈতে মোৰ নিজৰ সম্পৰ্ক বৰ ঘনিষ্ঠ আছিল। আমি এঘাৰ বছৰ একেলগে কাম কৰিছিলোঁ। তেখেত আসামৰ এজন ৰত্ন আছিল। তেখেতে নিৰ্জ্জনে, নীৰৱে আসামৰ বহুতো উপকাৰ কৰি গৈছে। তেখেতৰ মৃত্যুত আসাম আয়ে এটি অতি মৰমৰ কৰ্ম্মী সুসন্তান হেৰুৱালে। সকলো ভগৱানৰ ইচ্ছা। তেখেতৰ শোকসন্তপ্ত পৰিয়ালক আমি আমাৰ আন্তৰিক সমবেদনা জনাওঁ। আৰু আপোনাসকলক কওঁ যে এই অসমীয়াৰ গৌৰৱ, স্বৰ্গীয় পুৰুষৰ স্মৃতি-চিন কেনেকৈ আমি ৰাখিব লাগে, কি চিন ৰাখিলে দেশৰ উপকাৰ হ'ব,— কিয়নো এনে এটি চিন ৰাখিব লাগিব যাৰদ্বাৰাই দেশৰ উপকাৰ হয়,—সেই বিষয়ে এই সন্মিলনীয়ে আলোচনা কৰিলে কামটি সোনকালে আৰু সুকলমে হ'ব, এনে আশা কৰা যায়। এনে এটি চিন ৰখা যুগুত যাৰদ্বাৰাই দেশৰো উপকাৰ হয় আৰু এই স্বৰ্গীয় পুৰুষজনকো সন্মান দেখুৱা হয়।

**স্বৰ্গীয় ৰায়বাহাদুৰ বেথাৰাম শৰ্ম্মা:** এইজন ডাঙৰীয়াও আসাম আইৰ সুসন্তান আছিল। ৰজাঘৰীয়া কামৰপৰা আজৰি লৈও এই স্বৰ্গীয় পুৰুষজনে আন ঠাইত নতুন উদ্যম আৰু উৎসাহেৰে ডেকাৰ দৰে কাম কৰিছিল। শৰ্ম্মা-ডাঙৰীয়াৰ উৎসাহ আৰু উদ্যম আসামৰ সাহিত্যিকসকলৰ আৰু আন আন মানুহৰ অনুকৰণীয়। তেখেতৰ সুযোগ্য পুত্ৰ আৰু পৰিয়ালৰ আন আনসকলক আমাৰ আন্তৰিক সমবেদনা জনাওঁ।

**স্বৰ্গীয় গোপালকৃষ্ণ দে:** পূৰ্ব্ববঙ্গ, পশ্চিমবঙ্গ, শ্ৰীহট্ট ইত্যাদি ঠাইৰ বহুত লোক আসামত আছে। আসামৰ সৌন্দৰ্য্যই তেওঁলোকক মোহিত কৰি ইয়াত ৰাখি থৈছে। কিন্তু দুখৰ বিষয়, এওঁলোকৰ বহুতে অসমীয়া ক'ব নোৱাৰে, আৰু ক'লেও কিবা এটা নতুন ভাষাৰ সৃষ্টি কৰি এওঁলোকে অসমীয়া কয়। ই দুখৰ বিষয়। কিন্তু এনে এজন মানুহ গুৱাহাটীত সিদিনালৈকে আছিল, যিজনে বহুত অসমীয়াতকৈ ভাল অসমীয়া জানিছিল, আৰু বহুত বঙালীতকৈ ভাল বঙলা জানিছিল। তেওঁ কাৰ্জ্জন হলৰ পুথিৰখীয়া স্বৰ্গীয় গোপালকৃষ্ণ দে।

ভগৱানৰ ইচ্ছা, আজি ছমাহ হ'ল, তেওঁক এজন মানুহে হত্যা কৰাৰ কথা আপোনালোকে জানে। গ'ল বছৰ গুৱাহাটীৰ সাহিত্য সভাত ৺হেমচন্দ্ৰ বৰুৱা ডাঙৰীয়াৰ স্মৃতি-ফলকৰ বিষয়ে দিয়া তেওঁৰ হৃদয় স্পৰ্শ কৰা বক্তৃতা এতিয়াও আমাৰ কাণত ধ্বনিত হৈ আছে। তেওঁ অসমীয়া নহৈও আসামক নিজৰ কৰি লৈছিল। তেওঁৰ এই অকাল মৃত্যুত আসামৰ বিশেষ ক্ষতি হৈছে। আসাম আৰু অসমীয়াৰ হস্তে তেওঁ বহুত কাম কৰি গৈছে। তাৰে প্ৰধান কাম এটিৰ সুফল সিদিনা গুৱাহাটীত ফলিল। এই স্বৰ্গীয় পুৰুষজনাই আসাম আৰু অসমীয়াক নিজৰ যে কৰিছিল, তাৰ চিৰস্বৰূপে হেমচন্দ্ৰ বৰুৱা স্মৃতি-ফলকৰ কথা উলুকিয়াই দি, আসামৰ এটি ডাঙৰ কাম কৰি, আমাক তেওঁৰ ধৰুৱা কৰি, বন্ধু-বান্ধৱ-আত্মীয়-স্বজনক কন্দুৱাই পৰলোকলৈ গ'ল। এই ২০ ডিচেম্বৰ তাৰিখে শ্ৰীযুত হেমচন্দ্ৰ গোসাঁই ডাঙৰীয়াই স্বৰ্গীয় বৰুৱা ডাঙৰীয়াৰ পুৰণা গৃহৰ দক্ষিণ-পশ্চিম চুকত এটি স্মৃতি-ফলক অনাবৃত কৰি আমাৰ সাহিত্য-জগতক এটি নতুন যুগ দিলে; কিয়নো এনে সন্মান আগেয়ে আসামৰ কোনো সাহিত্যিকক, কি আন কোনো গুণী মানুহক দেখুৱা হোৱা নাই। এই নতুন বাট দেখুৱাই দিওঁতা স্বৰ্গীয় গোপালকৃষ্ণ দেৰ নাম স্মৰণ কৰি, তেওঁৰ আত্মাৰ সদগতিৰ অৰ্থে ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰোঁ। আশাকৰোঁ, আসামত বসতি কৰা ভিন প্ৰদেশৰ ভাৰতীয়সকলে আসামক সঁচা-সঁচিকৈয়ে মোৰ বুলি, স্বৰ্গীয় দে ডাঙৰীয়াৰ দৰে আসাম আইৰ উন্নতিৰ ফালে মন দিয়ে। গোপালবাবুৰ দৃষ্টান্ত, এনে মানুহৰ আৰু আমাৰো, অনুকৰণৰ উপযোগী। যি-সকলে টকা দি এই স্মৃতি-ফলক স্থাপনা কৰিছে আৰু আনৰূপে সহায় কৰিছে, তেওঁলোককো এই সুযোগতে ধন্যবাদ দিওঁ।

**স্বৰ্গীয় গোপালচন্দ্ৰ ভূঞা:** আৰু এটি শোকৰ কথা, মোৰ সৰু বয়সৰ সহপাঠী, সাহিত্যসেৱী, কবি শ্ৰীযুত গোপালচন্দ্ৰ ভূঞা ডাঙৰীয়া—এই নগাঁও জিলাৰে শিক্ষক, অলপতে ইহলোক এৰি গ'ল। তেওঁৰ কবিতাৰ সোৱাদ নোপোৱা মানুহ বিৰল। গ'ল এপ্ৰিল মাহত তেওঁৰে সৈতে মোৰ এই নগাঁৱত বহুত দিনৰ পাছত দেখা হৈ বৰ আনন্দ লভিছিলোঁ। ইমান সোনকালে যে এই সংসাৰ এৰি তেওঁ যাব, এই কথা তেতিয়া ভবা নাছিলোঁ। সকলো ভগৱানৰ ইচ্ছা।

**স্বৰ্গীয় লিংহৰত দেৱ অধিকাৰী:** আৰু এটি বৰ দুখৰ কথা, ডেকা সাহিত্যিক, উৎসাহী, উন্নতশীল, 'অৰ্থা'ৰ যুটীয়া সম্পাদক শ্ৰীযুত লিংহৰত দেৱ

অধিকাৰী ডাঙৰীয়াৰ মৃত্যু। অধিকাৰীদেৱ সাহিত্য-সেৱীৰ এজন পৰম ভক্ত আছিল। এই কম বয়সতে তেওঁ কেবাখনো কিতাপ লেখে। এওঁৰ মৃত্যুত্ৰুতা আমাৰ সাহিত্য-জগত দুখীয়া। ভগবানে এওঁলোকৰ আত্মাৰ সদগতি কৰোক। এওঁবিলাকৰ শোকসন্তপ্ত পৰিয়ালক আমাৰ অন্তৰৰ সহানুভূতি আৰু সমবেদনা জনাওঁ।

এতিয়া শুনা যায়—'আসাম'ৰ 'স' 'সময়'ৰ 'স'ৰ দৰে উচ্চাৰণ কৰা হয়। কিন্তু অসমীয়া সাহিত্যিক শ্ৰীযুত সত্যনাথ বৰা ডাঙৰীয়া, শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়া, শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়া, শ্ৰীযুত পদ্মনাথ বৰুৱা ডাঙৰীয়া, শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা ডাঙৰীয়াসকলে 'আসাম'ৰ 'স' 'চ'ৰ দৰে উচ্চাৰণ কৰে। শ্ৰীযুত বৰদলৈ ডাঙৰীয়াইও, বোধকৰোঁ, এই 'স' 'সময়'ৰ 'স'ৰ দৰে উচ্চাৰণ নকৰে। 'অসমীয়া'—এই কথাটিও তেনে উচ্চাৰণ কৰা হয়। এই সন্মিলনী যেতিয়া 'আসাম' সাহিত্য সন্মিলনী, 'আসাম' আৰু 'অসমীয়া'—এই কথা দুটা কেনেকৈ উচ্চাৰণ কৰিব লাগে, তাক আমাৰ বিশেষৰূপে জনা দৰকাৰ। মই যিসকলৰ নাম কৰিছোঁ, সেইসকলে, আৰু যিসকলৰ নাম কৰা নাই, সেইসকলেও, পোন্ধৰ কি কুৰি বছৰৰ আগেয়ে 'আচাম', 'অচমীয়া'—এইদৰে উচ্চাৰণ কৰিছিল। এই কেবছৰত কিয় এনে উচ্চাৰণ ভাষাটো সোমাল ক'ব নোৱাৰোঁ। ৩৩।৩৫ বছৰীয়া কোনো মুনিহ কি তিৰুতাই অসমীয়া 'স'ৰ দৰে উচ্চাৰণ নকৰে। এই নিতৌ লগা কথা দুটিৰ উচ্চাৰণ আপোনাসকলে মীমাংসা কৰি দিয়া উচিত। মীমাংসা কৰাৰ আগেয়ে প্ৰবীণ-নবীন সকলোৰে মত লোৱা যুগুত বুলি ভাবোঁ।

ইংৰাজী ভাষাৰ বিষয়ে এই সভাত আলোচনা কৰাৰ কথা নহয়; কিন্তু ইংৰাজী ভাষা এটি লাগতিয়াল আৰু অতি সভ্য ভাষা বুলি আমি সকলোৰে জানো। এই ভাষা সকলোৰে শিক্ষা কৰে। ভাষা শিকাৰ পক্ষে অভিধান প্ৰধান সহায়। এই ভাষাৰপৰা অসমীয়ালৈ ভঙা অভিধান মই এখনিহে মাথোন জানো। **Bronson-ৰ Dictionary** দেখা মানুহ কেইজন? মই সকতে এখন আমাৰ ঘৰত এই নগাঁৱতে দেখিছিলোঁ। এতিয়া **Bronson-ৰ Dictionary-ৰ** নামকে, বোধকৰোঁ, বহুতে শুনা নাই, আৰু সেই অভিধানো আজি-কালি বহুত পুৰণা দেখি অকামিলা হৈছে। শ্ৰীযুত মাখনলাল চলিহা বি.এল. মহাশয়ে এখন অভিধান পাঠ্যাৰম্ভত দেখি ছপাইছিল। এই অভিধানখনিত বহুত কথা নাই, চমু অভিধান। আৰু এখন ভাল ডাঙৰ অভিধানৰ অভাৱ

সকলোৱে অনুভৱ কৰিব। কিন্তু অভাৱ পূৰণৰ নিমিত্তে আগবাঢ়ে কোন? এই কথাকেৰি যদি ভৱিষ্যতত সন্মিলনীয়ে ভাবি লেখকসকলক উৎসাহ দিয়ে, তেনেহ'লে বোধকৰোঁ, এনে এখন অভিধান সোনকালে পালেও পাব পাৰোঁহক। শ্ৰীযুত চলিহাদেৱেও অলপ সহানুভূতি পালে বোধকৰোঁ কামটি হাতত ল'ব পাৰে।

মোৰ আসামৰ এতিয়ালৈকে কিতাপ পঢ়া মানুহৰ সংখ্যা বৰ তাকৰ। তাৰ উপৰি, কিতাপ কিনি পঢ়া মানুহৰ সংখ্যা আৰু তাকৰ। এতিয়া সন্মিলনীৰ এটি প্ৰধান কাম হৈছে, 'Reading Public'—পঢ়া সমাজ বঢ়োৱা। এনে মানুহৰ সংখ্যা বঢ়াবৰ এক উপায়—পঢ়া কিতাপৰ লেখ আৰু (variety) বিধ বঢ়োৱা। মানুহৰ কেনে কিতাপ পঢ়িবলৈ ইচ্ছা, তেনে কিতাপ প্ৰকাশ কৰা ভাল নে বেয়া, উজু নে টান—এইবোৰ বিচাৰ কৰি লেখকসকলক উৎসাহ দিয়া, মোৰ মনেৰে, সন্মিলনীৰ এটি বিশেষ কাম। ইংৰাজী ভাষাৰপৰা বহুত পুথি অসমীয়ালৈ ভাঙি অসমীয়া মানুহক ইংৰাজী পঢ়াৰ সোৱাদ পোৱাব পাৰি। কেথনমান পুথিৰ নাম ইয়াতে দিওঁ। এইবোৰ পুথি অসমীয়াত ছপা হোৱা মই বৰ দৰকাৰ যেন ভাবোঁ। **Smile's Self Help, Blackie's Self Culture, Todd's Students' Manual, Adam's Plain Living and High Thinking, Thomas-A-Kempis's Imitation of Christ** ইত্যাদি, আৰু নাম দিব পাৰি, ভৱিষ্যতত দিম বুলি আশা ৰাখিলোঁ। এইখিনিতে ক'ব খোজোঁ যে যদি কোনো লেখকে **Smile's Self Help** পুথিখন অসমীয়ালৈ ভাঙি আমাক এবছৰৰ ভিতৰত পুৰস্কাৰ দিয়ে, আৰু মই তেতিয়া জীয়াই থাকোঁ, মই তেওঁক সন্মিলনীৰ হৈ আটৈ কুৰি (পঞ্চাশ) টকা দিবলৈ গাত লৈছোঁ। কিতাপ উপযুক্ত হৈছে নে নাই হোৱা, সন্মিলনীয়ে বিচাৰ কৰিব।

ফুল বাগিচাৰ মালীয়ে যেনেকৈ ধুমলীয়া গছবোৰত যতনেৰে পানী দি ডাঙৰ-দীঘল কৰে, তেনেকৈ সাহিত্যসেবীৰ কাম হৈছে আমাৰ উঠি অহা ল'ৰা-ছোৱালীৰ মন যতনেৰে উন্নত কৰা। এনেবোৰ কিতাপ আমাৰ নাই; যেতিয়া নাই, আনৰপৰা কিয় নলওঁ? কলিকতীয়া থিয়েটৰৰ নাটকৰ ভাঙনি, কলিকতীয়া থিয়েটৰৰ কাৱালী, কিৰ্মিট, মিশ্ৰাদি খুব যদি আনি আমি আমাৰ কৰিব পাৰোঁহক, এনেবোৰ বহুমূলীয়া চিৰনতুন কিতাপক আনি নিজৰলো কিয় নকৰোঁ? উপন্যাস আৰু নাটকৰ যে আমাৰ ভাষাত প্ৰয়োজন নাই—মই এনে কথা নকওঁ,

ক'ব নোৱাৰোঁ, ক'ব নোখোজোঁও। এই উপন্যাস আৰু নাটকৰ লগে লগে এনেবোৰ কিতাপবো প্ৰচলন হোৱা ভাল। সাহিত্যৰ এটি প্ৰধান অঙ্গ—উপন্যাস আৰু নাটক। যি কোনো সাহিত্যৰপৰা নাটক আৰু উপন্যাস বাদ পৰিলে সেই সাহিত্য অঙ্গহীন হ'ব। যি দেশত শ্ৰীশঙ্কৰদেৱৰ জনম, যিজন মহাপুৰুষ আমাৰ সকলো বিষয়ৰ উন্নতিৰ নায়ক, আৰু যিজন পুৰুষ আসামৰ নাট-ভাওনাৰ গুৰু, তেনে ঠাইত আমাক নাটক নেলাগে বুলি কোন সাহেৰে মই কওঁ? সাধাৰণ থাপৰ উপন্যাস-নাটক, বিদেশৰপৰা আনি ভাল ভাল কিতাপবোৰ আমাৰ কৰি, অসমীয়া সাজ-পাৰ পিন্ধাই বাইজক দিব লাগে। মহাকবি, জগত-কবি শ্বেক্সপিয়েৰৰ নাটবোৰো বিদেশৰপৰা লোৱা সঁজুলিৰে ভৰা। এই কথাফেৰি লেখি থাকোঁতেই মোৰ **Moliere's Plays**-ৰ কথা মনত পৰিছে। এই ফৰাচী লেখকৰ নাটবোৰ ইংৰাজীলৈ ভঙা হৈছে। তাৰেপৰা আনি আমি সেইবোৰক আমাৰ কৰিব পাৰোঁহঁক। এই বিষয়ে মোৰ বন্ধু সাহিত্যিক শ্ৰীযুত পদ্মধৰ চলিহাদেৱৰ সৈতে বহুবাৰ কথা হৈছে।

এতিয়া বিশেষ লাগতিয়াল কথা এটি আপোনাসকলৰ ওচৰত দাঙি ধৰোঁ। লক্ষ্মী-সৰস্বতী বোলে একেলগে বিৰাজ নকৰে, যদিও এই কথাৰ ব্যতিক্ৰম আছে। এই কথাফেৰি সাহিত্যসেৱীসকলৰ জীৱনৰপৰা ফটফটীয়াকৈ জানিব পাৰি। সকলো দেশতে সাহিত্যসেৱীসকলৰ প্ৰতি লক্ষ্মীক প্ৰায়ে বিৰূপা দেখা যায়। আসামতো সেই। আসামৰ পুৰণি সাহিত্য চহকী। এই পুৰণি সাহিত্যবোৰ হাতেৰে লেখা পুথিত ঘৰে ঘৰে আছে। এই পুথিবোৰৰ কিছু কিছু কামৰূপ অনুসন্ধান সমিতিয়ে একেলগ কৰিছে। আমাৰ পুথিৰ সংখ্যা যে সেইবোৰ পুথিতকৈ শতগুণে বেছি, মই বুকু ডাঠকৈ ক'ব পাৰোঁ। এই লুপ্তপ্ৰায় গুপ্ত ধনবোৰ আৱিষ্কাৰ কৰি যত্নৰ সহায় লৈ অসমীয়া মানুহক (আৰু আন আন দেশৰ মানুহকো) আমি যে কি জাতিৰ বংশধৰ—জানিবলৈ দিবৰ ভাৰ এই আমাৰ সাহিত্য সন্মিলনীৰ গাত। এই কাম সুচলে আৰু সুকলমে সমাধা হ'ব পাৰে, যদি এই সন্মিলনীয়ে আমাৰ ডেকাসকলক কি আন বিজ্ঞসকলক এইবোৰ পুথি গোটাবলৈ উৎসাহ দিয়ে। উৎসাহৰ অৰ্থ টকা। **Lord Kitchener**-এ এই জৰ্মান যুঁজৰ সময়ত এই কথা কৈছিল যে তেওঁক যদি তিনটা বস্তু দিয়া হয়—**Men, Material** আৰু **Money**, তেওঁ যুঁজখন তেতিয়াই জিকে। আমাৰ **Material** আছে, **Men** যে নাই মই নকওঁ—**Men** আমাৰ বহুত আছে, আমাক লাগে—**Money**, ধন। এই

ধন ওলাব, যদি সন্মিলনীয়ে কামটো কৰোঁ বোলে। এই সুযোগতে, এতিয়াই, সন্মিলনীয়ে নতুন সভ্যৰ সংখ্যা বঢ়াওক, নতুন মানুহৰ সহানুভূতি লওক—টকা এতিয়াই ওলাব। বাইজে কোনো এটা কাম কৰোঁ বুলিলে টকাৰ অভাৱত কামটো নহৈ নেথাকে। অৰ্থহীন সাহিত্যিকসকলক অলপ ধন দিলেই পুথি গোটোৱাৰ ভাৰ, পুথি পুৰণা লেখাৰপৰা নতুন লেখালৈ অনা ইত্যাদিৰ ভাৰ তেওঁলোকে হাতত ল'ব, ই নিশ্চয়। এই বিষয়ে সন্মিলনীয়ে চিন্তা কৰিলে দেশৰ মঙ্গল হয়। আৰু এটি কথা—মই কেবাজনো লেখককো দেখিছোঁ, তেওঁলোকে ধনৰ অভাৱত কিতাপ ছপাব নোৱাৰি সেইবোৰ কিতাপ পেৰাত থৈ দিছে। সেইবিলাক লেখকৰ কিতাপ আনি চাই, উপযুক্ত হ'লে বাইজক দিয়াৰ ভাৰো, মোৰ মনেৰে, এই সন্মিলনীৰ।

উচ্চাৰণৰ বিষয়ে আগেয়ে অলপ কৈছোঁ। আমাৰ মানুহে ট, ঠ, ড, ঢ, ণ আৰু ত, থ, দ, ধ, ন-ৰ বিচাৰ একো নকৰে। চ ছ, শ ষ স, আৰু ই আৰু ঈ-ৰতো কথাই নাই। এনেকুৱা উচ্চাৰণৰ সংস্কাৰ কৰা আৰু এটি কাম। এনে সংস্কাৰ নকৰিলে সংস্কৃতৰ দৰে মাৰ্জ্জিত ভাষা আমাৰ পক্ষে শিকা আৰু পঢ়া মিছা। আমি নিজ ভাষাত এনে যেমেজালি কৰোঁ যেথি সংস্কৃতৰ দৰে ভাষা উচ্চাৰণ কৰোঁতে আমি টান পাওঁহঁক। সংস্কৃত পঢ়িলে আমি এনেকৈ পঢ়িবলৈ শিকা উচিত যে কাশীৰ পণ্ডিতসকলে আৰু মহাৰাষ্ট্ৰীয় পণ্ডিতসকলে যেন বুজ পায়। আমাৰ উচ্চাৰণেৰে তেওঁলোকে চাগৈ ততকে ধৰিব নোৱাৰে—আমি কি কওঁ। এই নিমিত্তে আমাৰ আন আন ভাষা শিকাত টান হৈ পৰে। উদাহৰণস্বৰূপে ক'ব খোজোঁ, শুনিছোঁ যে বিদুষী পণ্ডিতা ৰমা বাইৰ সংস্কৃত, পণ্ডিতপ্ৰবৰ বেদজ্ঞ ম্যাক্স্ মুলাৰে বুজাত টান পাইছিল, আৰু ম্যাক্স্ মুলাৰৰ সংস্কৃতো পণ্ডিতা দেৱীয়ে বুজাত টান পাইছিল। সংস্কৃত ভাষাৰ উচ্চাৰণৰ এটা Common Standard (সাধাৰণ আদৰ্শ) অথবা মাজমুৰি চানেকি আমাৰ ভাৰতৰ সকলো জাতিৰ ভিতৰতে এক হ'ব পাৰিলে ভাৰতৰ উপকাৰ হয়। এইবোৰ বিষয়ত বৈপায়ন (Insular) ভাব এৰি আমি সহযোগ পন্থা ল'ব লাগে। যদি নিজৰ ভাষাত ট ঠ ত ইত্যাদিৰ উচ্চাৰণ উচিত মতে কৰোঁ, তেনেহ'লে আমি ভাৰতৰ আন আন জাতিৰে লৈতে এক ভাৱৰ হ'ব পাৰোঁ। মই এইটো কথা কোৱা নাই যে আমাৰ ভাষাৰ কোনো বিশেষত্ব নেথাকিব, প্ৰত্যেক ভাষাৰ বিশেষত্ব আছে, সেই বিশেষত্ব ৰক্ষা কৰিব লাগে। কিন্তু সেই বিশেষত্ব ৰক্ষা কৰিও মই কোৱা

কথাৰ আমি অনুসৰণ কৰিব পাৰোঁহঁক। বহুত মানুহে 'হেমকোষ' থাকোঁতেও হেমকোষৰ নিয়ম-বহিৰ্ভূত আখৰ-জোঁটনি কৰে। কোনো কোনোৱে 'পাঠ' নেলেখি 'পাথ' লেখিব; কিয়নো আমি 'ঠ'ৰ ঠাইত 'থ' উচ্চাৰণ কৰোঁহঁক। 'সাংঘাতিক' নেলেখি 'সাংঘাটিক' লেখে; কিয়নো 'ত'ৰ ঠাইত 'ট' উচ্চাৰণ কৰোঁ। 'সঙস্কৃট'—এনে উচ্চাৰণো শুনা যায়। এনে উচ্চাৰণবোৰ সংশোধন কৰা অতি উচিত। আমি আমাৰ নিৰ্ভাঁজ অসমীয়া কথাবোৰ যেনে ইচ্ছা যায় তেনেকৈ উচ্চাৰণ কৰিব পাৰোঁ; কিন্তু যিবোৰ শব্দ নিৰ্ভাঁজ সংস্কৃতে আমাক দান কৰিছে, সেইবোৰৰ মৰ্য্যাদা ৰক্ষা কৰা আমাৰ কৰ্ত্তব্য। সেইবোৰৰ সংস্কাৰ (?) আমি নিজে মইমতালি কৰি কৰিবৰ আমাৰ একো অধিকাৰ নাই।

এজন বন্ধুৰপৰা এটা গল্প শুনিছিলোঁ। সেই বন্ধুজন এতিয়া ইহজগতত নাই। তেওঁ ইংলণ্ডত ২২।২৩ বছৰ থাকিও দেশী ভাব, দেশী মন এৰা নাছিল। সেই গল্পটি এই—এদিন এটা মানুহে এটা পাঠা নেগুৰৰ ফালৰপৰা কাটিবলৈ যোৱাত তাক আন এটা মানুহে ক'লে, "হেৰ, তই কি কৰিছ? নেগুৰৰ ফালে কিয় কাট?" সি উত্তৰ দিলে, "এইটো মোৰ পাঠা। তাক মই নেগুৰৰ ফালৰপৰাও কাটিব পাৰোঁ, মূৰৰ ফালৰপৰাও কাটিব পাৰোঁ। তোৰ তাত কি ক'বৰ অধিকাৰ আছে?" আমাৰ নিজা নিৰ্ভাঁজ অসমীয়া কথাক যেনেকৈয়ে উচ্চাৰণ কৰোঁ, নিজা কথাৰ আখৰবোৰ যেনেকৈয়ে জোঁটাওঁ, তাত কাৰো একো ক'বৰ অধিকাৰ নাই; কিন্তু নিৰ্ভাঁজ সংস্কৃত শব্দবোৰ তেনে কৰিলে আমাৰ অনধিকাৰ চৰ্চ্চা কৰা হ'ব। এই 'ই' 'ত' 'ঠ' 'থ'ৰ বিৰোধ, দুখৰ বিষয়, আমাৰ কাকতবোৰতো দেখা পোৱা যায়। এই বিৰোধ মিটমাট কৰি দিয়া উচিত।

এজন বিজ্ঞ সম্পাদকৰপৰা শুনিছোঁ যে তেওঁ তেওঁৰ কাকতৰ নিমিত্তে গদ্য ৰচনাতকৈ পদ্য ৰচনা বেছি পায়। ভাষাৰ কেঁচুৱা অৱস্থাত পদ্য ৰচনা সকলো ভাষাই দিছে। এতিয়া পদ্যৰ ভাগ কমাই গদ্যৰ ভাগ সৰহকৈ পালে আমাৰ ভাষাৰ অঙ্গৰ শ্ৰীবৃদ্ধি আৰু হয়, আৰু সৌন্দৰ্য্য বাঢ়ে।

আৰু এটি কথা কৈ এই কাকতখিনি সামৰোঁ। আজি-কালি আমাৰ ডেকা-মহলত বিতোপন বিতচকুৰ বিস্তাৰ দেখোঁ। ইয়াৰ অৰ্থ কি? কাৰণ বহুতো হ'লেও তাৰ এটি কাৰণ হৈছে এই যে আমাৰ কিতাপবোৰৰ ছাপা আৰু ভুলাপাত বেয়া। কিতাপ মুদ্ৰাযন্ত্ৰলৈ পঠোৱাৰ আগেয়েই লেখকসকলে এই বিষয় ভাবি চাই, মুদ্ৰাযন্ত্ৰাধিকাৰীক ভাল ভুলাপাত আৰু ছাপাৰ আখৰ বাছি

দিবলৈ আদেশ কৰিলে আমাৰ ল'ৰা-ছোৱালীবিলাকৰ চকু বেয়া হোৱাৰ এটা কাৰণ আমি দূৰ কৰোঁ।

আপোনাসকলক, মোৰ পক্ষে এইবোৰ কথা কোৱা ধৃষ্টতা মাত্ৰ। আপোনা-সকল জ্ঞানী, সুধীজন; এই সুযোগ পাই কেঅাষাৰমান আপোনাসকলৰ অনুমতি লৈ কথা ক'লোঁ। মোৰ কাম, মোৰ প্ৰিয় কাম হৈছে—আপোনাসকলৰ আলপৈচান ধৰা, আপোনাসকলৰ সেৱা কৰা; কিন্তু তাকে নকৰি মই আপোনা-সকলক এইবোৰ কথা কৈছোঁ। সুযোগ পালে, সুবিধা পালে, সকলোৱে এনে কাম কৰে। মই আপোনাসকলক এই আশ্ৰয়হীন অৱস্থাত পাই কুইনাইন কি ক্যাষ্টৰ অয়ল খুৱাইছোঁ—এই কথা যেন আপোনাসকলৰ কেৱে নেভাবে। যদি তেনে ভাবে, মই নিৰুপায়। মোৰ উত্তৰ থাকিলেও মই নিৰুত্তৰ।

মোৰ আসামৰ সাহিত্যিকসকল, আপোনাসকলক বহুত আমনি কৰিলোঁ। এতিয়া আপোনাসকলৰ সভাপতিক আসনত বহুৱাই আপোনাসকলৰ কাৰ্য্য আৰম্ভ কৰোক। উপন্যাস নহ'লে কোনো সাহিত্যৰে অঙ্গ পৰিপুষ্ট নহয়। যিজনক আপোনাসকলে সভাপতি নিয়োগ কৰিছে, তেখেতক আমাৰ ভাষাৰ প্ৰধান ঔপন্যাসিক বুলি ক'ব পাৰি। এনে এজনক যে এই সন্মিলনীৰ নায়ক আৰু আমাৰ পথপ্ৰদৰ্শকৰূপে, আমাৰ সাহিত্যৰ উন্নতিৰ বাট দেখুৱাবলৈ আমি পাইছোঁ—ই আমাৰ পৰম সৌভাগ্য।

সৰ্ব্বসিদ্ধিদাতা কৰুণাময় পৰমেশ্বৰ, সকলো কাৰ্য্যৰ যিজন সভাপতি, তেওঁ তেওঁৰ বিশ্বব্ৰহ্মাণ্ডৰ এই ক্ষুদ্ৰ অনুষ্ঠানটিত তেওঁৰ কৃপাবাৰি বৰ্ষণ কৰোক।

ব্ৰহ্মকৃপাহি কেৱলম্।

# কামৰূপ মহিলা সমিতি*

যিজন দেৱতা সকলো ঠাইতে সকলো সময়তে বৰ্ত্তমান আছে, সেইজন দেৱতাৰ নাম লৈ আজি আমাৰ কাম আৰম্ভ কৰোঁ। আমাৰ আৰ্য্য ঋষি-মুনি-সকলে, আমাৰ এই সনাতন ধৰ্ম্মৰ আগৰণুৱাসকলে যি ভাষাৰে কৈছিল, সেই ভাষাৰে আজি আমি আমাৰ কাম, সকাম, সুকাম আৰম্ভ কৰোঁ।

ওঁ যো দেৱোগ্নৌ যোহপ্সু যো বিশ্বং ভুবনমাবিবেশ
য ওষধিষু যো বনস্পতিষু তস্মৈ দেৱায় নমোনমঃ।

যিজন দেৱতা অগ্নিত, যিজন দেৱতা জলত আৰু যিজন এই বিশ্ব-সংসাৰত গুপুতভাৱে আছে, যিজন ওষধিত, যিজন বনস্পতিত—সেইজন দেৱতাক বাৰ বাৰ নমস্কাৰ কৰোঁ।

এই প্ৰাৰ্থনাখিনি পৃথিৱীৰ আদিত, অৰ্থাৎ আমি যাক আদি বুলি কওঁ সেইখিনি সময়ত, এই আপোনাসকলৰ আৰু মোৰ ভাৰতৰ আগৰণুৱাসকলে ভগবানৰ চৰণত জনাইছিল। কিন্তু তাৰ কত বছৰ আগৈয়ে যে এই পৃথিৱীৰ জন্ম, সেই বিষয়ে এতিয়া নক'লেও হ'ব। এই বেদৰ ভাষা পাঁচ হেজাৰ বছৰতকৈও বুঢ়া বুলি মানুহে কয়; কিন্তু এই পৃথিৱী তাতকৈও বুঢ়া, কিমান বুঢ়া তাক নক'লেও হ'ব। কিয়নো আমি ভাৰতবৰ্ষীয়ই, বিশেষকৈ অসমীয়াই, অতীতত বাস কৰি থাকিবলৈ ভাল পাওঁ, বৰ্ত্তমান পাহৰোঁ।

আইদেওসকল, আইসকল, আপোনাসকলে যেন বৰ্ত্তমানৰ কথা ভাবি সকলো কৰে—মোৰ আপোনাসকলৰ ওচৰত এই নিবেদন, এই কাকুতি, এই মিনতি। অৱশ্যে মই এই কথা নকওঁ যে বৰ্ত্তমানৰ লৈতে অতীতৰ সম্পৰ্ক নাই, আৰু এই যে আমি এতিয়া এই মুহূৰ্ত্তে যাক বৰ্ত্তমান কৈছোঁ তাৰে লৈতে ভৱিষ্যতৰ সম্পৰ্ক নাই। সম্পৰ্ক আছে; কিন্তু অতীতৰ কথা ভাবি ভাই থাকিলে এতিয়া আমাৰ -নহ'ব। অতীতৰ সপোন দেখি থাকিলে নহ'ব।

---

*১১।৮।২৮ তাৰিখে অনুষ্ঠিত সভাত পঠিত। —সম্পাদক, জ্যো. ৰ. ৰ.

বৰ্ত্তমানৰ কথা আমি ভাবিব লাগিব। যেনেকৈ আপোনাসকলে ৰাতিপুৱা উঠি ভগবানৰ নাম উচ্চাৰণৰ পাছত ভাবে, “আজি ডাঙৰীয়াক, বোপাইতক, আইকণ-আইটিইতক, ঘৰৰ আন আন মানুহবিলাকক কি খাবলৈ দিম? কালি মগুমাহ দিছিলোঁ, আজি পাছে বুটমাহ দিম নে মচুৰ মাহ দিম? নহয়, আজি বুটমাহো নিদিওঁ, মচুৰ মাহো নিদিওঁ, অৰহৰ মাহহে দিম। মহাৰাষ্ট্ৰীয়বিলাকে, আৰু আমি যাক হিন্দুস্থানী বোলোঁ—তেওঁলোকে, শুনিছোঁ হেনো দিনৌ অৰহৰ ডালি খায়—আজি তাকে দিওঁচোন। —নহয় নহয়, ডাঙৰীয়াৰ অৰহৰ ডালি মুঠেই ভাল নেলাগে, সেই ডালি খোৱাৰ এপৰমান পাছতে তেওঁৰ খং চায় কোনে? নেলাগে বাৰু, আজি মাটিমাহৰ ডালিকে দিওঁ আৰু ফাগুনাই ছুই চকাৰ গাড়ীত গৈ কাঁচি বজাৰৰপৰা অলপ হিং আনক। এতিয়া মাছনো আৰু কি আছে, কাবৈ মাছকে সৰিয়হ আৰু এদাবে অলপ বান্ধি দিওঁ। ডাঙৰীয়াই কাবৈ মাছ ভাল পায়।” এনেবোৰ কথা বোধকৰোঁ ৰাতিপুৱা ৰান্ধনী-ঘৰলৈ যোৱাৰ আগেয়ে আপোনাসকলৰ কাৰো কাৰো মনত উদয় হয়। এই যেনেকৈ আপোনাসকলে গৃহ-কাৰ্য্যৰ নিত্য-নৈমিত্তিক কথাবোৰত সেইদিনাৰ কথাকেই ভাবে, সেই ঠিক তেনেকৈয়ে আন কথাবোৰো ভাবিব লাগিব। কালি কি খাইছিলোঁ, কালি কি কৰিছিলোঁ, সৌ দহবছৰৰ আগেয়ে ঘৰখন কেনেকৈ চলাইছিলোঁ—সেই কথা ভাবিলে নহয়; আজিৰ ঘৰখন কেনেকৈ চলে তাকেহে আপোনাসকলে ভাবিব লাগে।

আইদেওসকল, আপোনাসকলৰ নিমন্ত্ৰণ আদেশ। সেই আদেশ পায়েই এইখিনি পাইছোঁহি। দায়-জগৰ নধৰিব।

অলপ আজিৰ কথা কওঁ। কালি গ'ল। কালি আৰু নাহে। এতিয়া আজিৰ সদ্ব্যবহাৰ এনেকৈ আমাৰ কৰিব লাগে যাতে আমাৰ ভৱিষ্যত আজিতকৈও ভাল হয়। মহিলাসকলৰ জাগৰণ মহা জাগৰণ। আপোনাসকলে যেতিয়া কাম কৰিবলৈ আগবাঢ়িছে, তেতিয়া আমাৰ মঙ্গল যে হ'ব, ই নিশ্চয়। মাতৃ জাতিয়ে কাম হাতত ল'লে, মাতৃ জাতিয়ে ভাল কাম কৰিলে, সন্তানৰ নিশ্চয় মঙ্গল হ'ব—ই সত্য, ই ধ্ৰুব।

এতিয়া সকলো দেশতে নাৰী জাতিয়ে উন্নতিৰ কালে যাব লাগিছে। "ইংলণ্ডতো, যি ইংলণ্ডত নাৰী জাতিৰ ইমান সন্মান বুলি শুনিছোঁ, আমি জানোঁ, সেই ইংলণ্ডতো ১৯১৯ খ্ৰীষ্টাব্দৰপৰাহে নাৰী জাতিক নিজৰ ন্যায্য ঠাই দিয়া হৈছে। ১৯০৭।০৮।০৯ খ্ৰীষ্টাব্দৰপৰা নাৰী জাতিয়ে পুৰুষ জাতিৰ লগতে সংগ্ৰাম কৰি

একো লাভ পোৱা নাছিল। তেওঁলোকে বহুত সভা-সমিতি কৰাৰ বাবে আৰু কোনো কোনো সময়ত আইনবো অলপ অৱমাননা কৰাৰ বাবে তেওঁলোকৰ কোনো কোনো জেইললৈকো গৈছিল। ভাল মানুহৰ তিকতাও জেইললৈ গৈছিল। বহুত পুৰুষে এওঁলোকক ইতিকিং কৰিছিল, Suffragette বুলি হাঁহিছিল। তাৰ পাছত যুদ্ধৰ সময়ত তেওঁলোকৰ কাৰ্য্যদক্ষতা দেখি, স্বাৰ্থত্যাগ দেখি পুৰুষ জাতিৰ মন টলিল। শেহত ১৯১৯ খ্ৰীষ্টাব্দত তেওঁলোকক ন্যায্য আসন দিয়া হ'ল। এতিয়া তিকতা ব্যাৰিষ্টাৰ হ'ব পাৰে, মেজিষ্ট্ৰেট হ'ব পাৰে, পাৰ্লেমেণ্ট মহাসভাৰ সভ্যা হৈ ব্ৰিটিশ সাম্ৰাজ্যৰ গতি নিৰ্ণয় কৰাব পাৰে। কেম্বি্জ, অক্সফোৰ্ড বিশ্ববিদ্যালয়বপৰা তিকতাবিলাকে পৰীক্ষাত দক্ষভাবে সৈতে কৃতকাৰ্য্য হ'লেও ডিগ্ৰী দিয়া নহয়। অক্সফোৰ্ড, কেম্বি্জে এতিয়াও বোধকৰোঁ তিকতাক বি.এ., এম.এ. উপাধি নিদিয়ে। কিন্তু আন আন বিশ্ববিদ্যালয়বোৰে, যেনে—লণ্ডন, এডিনবৰা, গ্লাছ্গো ইত্যাদিয়ে আগেয়েও দিছিল, এতিয়াও দিয়ে। আমেৰিকা কিন্তু ইংলণ্ডতকৈ আগ দেই।

আমাৰ দেশতো তিকতা মেজিষ্ট্ৰেট, উকীল, ব্যাৰিষ্টাৰ হোৱা দেখা গৈছে। সকলো কামকে এতিয়া নিৰ্ব্বিবাদে তিকতাই হাতত ল'ব পাৰে। তিকতাই ইংলিশ চেনল (প্ৰায় কুৰি মাইল সমুদ্ৰ) সাঁতুৰি পাৰ হৈছে। এট্লাণ্টিক মহাসমুদ্ৰত সিদিনা এজনী তিকতাই উৰি পাৰ হোৱা আপোনাসকলে বাতৰি-কাকতত পঢ়িছে। যুৰোপ, আমেৰিকাৰ তিকতাবিলাকে এতিয়া দিনো দেখুৱাই আছে যে তিকতাৰ অসাধ্য একো ভাল কামেই নাই। যি ভাল কাম মুনিহে কৰিব পাৰে, তিকতায়ো সেই ভাল কাম কৰিব পাৰে। আপোনাসকলেও যে তেনে কাম সময়ত নকৰিব, তাক কোনে ক'ব পাৰে?

আফগানিস্থানৰ ৰজা আৰু ৰাণী গোটেই পৃথিৱী ফুৰি আহি আফগানিস্থানত পৰ্দ্দা উঠাই দিয়া আপোনাসকলে জানে। আফগানিস্থানৰ ৰাণী শৌৰ্য্য দেখুৱায়ে এই কাম হাতত লোৱাৰ বাবে তেওঁ নাৰী জাতিৰ ধন্যবাদৰ পাত্ৰী। আফগান দেশ মুছলমানৰ। আপোনাসকলে জানে—মুছলমানবপৰাই আমি পৰ্দ্দা প্ৰথা পাইছোঁ। এই মুছলমান দেশৰ এজনী ৰাণীয়ে এই কাম হাতত লোৱা আচৰিত নহয়নে? তুৰ্কী দেশতো পৰ্দ্দা উঠাই দিয়া হৈছে। মুছলমান ৰাজ্যৰ ভিতৰত তুৰ্কী দেশেই প্ৰধান। এই তুৰ্কী দেশলৈ আফগানিস্থানবপৰা কেইগৰাকীমান তিকতা পঠোৱা হৈছে। তেওঁলোকে চাই আহিবগৈ—নাৰী জাতিৰ কি উন্নতি

তুৰ্কীত হৈছে, আৰু সেই উন্নতি কেনেকৈ হৈছে। তাক চাই আহি আফগানিস্থানত তেনে কৰি আফগান তিকতাবো উন্নতি কৰিবহি।

সকলো ঠাইতে এই আন্দোলন। আপোনাসকলেও ঘৰৰ বাহিৰলৈ ওলাই আহি দেশৰ কাম কৰিবলৈ আগবঢ়াৰ নিমিত্তে আমাৰ আটাইৰে আপোনাসকল ধন্যবাদৰ পাত্ৰী।

দেশৰ কোনো কামেই শিক্ষাৰ বিস্তাৰ নহ'লে নহয়। আমাক শিক্ষা লাগে। শিক্ষাৰ এক উপায় হৈছে—কিতাপ, বাতৰিকাকত ইত্যাদি পঢ়া। আপোনাসকলৰ সমিতিৰ কিতাপৰ ভঁৰাল আছে নে নাই ক'ব নোৱাৰোঁ। যদিহে নাই, তেনেহ'লে আজিয়েই এটি ভঁৰালৰ উদ্যোগ কৰক। এনে এটি সদনুষ্ঠানৰ নিমিত্তে মোৰ মনেৰে অসমীয়া সকলো গ্ৰন্থকাৰেই, সকলো প্ৰকাশকেই আপোনাসকলক তেওঁলোকৰ কিতাপ দিব। আমাক আন ঠাইৰ কিতাপো লাগে। আমাৰ ওচৰ-চুবুৰীয়া বঙ্গদেশৰ কিতাপো আমাক লাগে। ইংৰাজী কিতাপো আমাক লাগে। কিতাপ-ভঁৰাল এখন নেথাকিলে কোনো সভা-সমিতি কি প্ৰতিষ্ঠান পূৰ্ণাঙ্গ নহয়। কিতাপৰ ভঁৰাল নেথাকিলে আজিয়েই তাৰ এটি দিহা কৰক। এই কিতাপৰ ভঁৰালৰ সদ্ব্যৱহাৰ আপোনাসকলে নিশ্চয় কৰিব, মই জানো।

আপোনাসকলৰ নিজৰ ভিতৰতে বাহিৰা মানুহক নেমাতি, ভাল ভাল কিতাপবোৰ পাঠ কৰাৰ নিয়ম হ'লে ভাল। আজি হয়তো 'ক'ৰ ঘৰত পাঠ হ'ব, কালিলৈ 'খ'ৰ ঘৰত, পৰহিলৈ 'গ'ৰ ঘৰত। এজনে পঢ়িব, আনজনে শুনিব। যেনেকৈ আগেয়ে সকতে দেখিছিলোঁ যে এজনে মহাভাৰত কি ৰামায়ণ পঢ়িছে আৰু ওচৰৰ তিৰুতাসকলে তামোলৰ বটা আগত লৈ তামোল খাই-খুৱাই সেই পাঠ শুনিছে। কি সুন্দৰ দৃশ্য! মই অৱশ্যে এনে কথা কোৱা নাই যে আপোনাসকলে নিজে নিজে কোনো কিতাপ নপঢ়িব। কিন্তু যিহকে কৰে, কিতাপৰ ভঁৰালৰ যো-জা কৰক। কিতাপৰ দৰে বন্ধু নাই। এই বিষয়ে বহলাই নক'লেও হ'ব।

## সেৱিকা শাখা

নাৰী জাতি আনৰ দুখ দেখিলে কাতৰ হয়। আফ্ৰিকাৰ অসভ্য (আমি যাক অসভ্য বুলি কওঁ) নাৰীৰ ভিতৰতো পৰৰ দুখত কাতৰ হৈ আনৰ প্ৰাণ ৰক্ষা কৰাৰ কথা পঢ়া যায়। আমাৰ নাৰী জাতিৰ হৃদয় কোমল। তেওঁলোকে যে আতুৰৰ সেৱা নকৰিব, এইটো মোৰ মনে নধৰে। আপোনাসকলৰ বহুত

ডাক্তৰ বন্ধু আছে, মই জানো। এই ডাক্তৰসকলৰ মুখৰপৰা কেনেকৈ শুশ্রূষা কৰিব লাগে শুনি, কিতাপ পঢ়ি সেৱা-ধৰ্ম্মত আপোনাসকলৰ কোনো কোনোৱে লাগক। মানুহৰ বেমাৰ লাগিয়েই আছে। বহুতো মানুহে ভালকৈ শুশ্রূষা নেপাই পৰলোকলৈ যায়। চিকিৎসাতকৈ শুশ্রূষা বেছি দৰকাৰী। কোনো কোনো বেমাৰৰ চিকিৎসা নাই। ডাক্তৰসকলে বঙলা ভাষাত ক'বলৈ গ'লে, "থোড় বড়ি খাড়া, খাড়া বড়ি থোড়" দৰৱ দি চিকিৎসা কৰে। তেওঁলোকৰ দৰৱৰ ভঁৰাল শূন্য, সেই কাৰণে তেতিয়া শুশ্রূষাই (nursing) বেমাৰীক ভাল কৰে। ডাক্তৰবিলাকক সোধক—মোৰ কথা যদি বিশ্বাস নকৰে। আমাৰ ভাল মানুহৰ তিকতাসকলে শুশ্রূষাৰ কাম হাতত ল'লে আমাৰ দেশৰ যে কি মহৎ উপকাৰ হয়, তাক নক'লেও হ'ব। আপোনাসকলৰ আটায়ে একোজনা ফ্লোৰেন্স নাইটিংগেল (Florence Nightingale)। আপোনাসকলৰ সকলোৰে প্ৰাণত মায়া আছে, কাম কৰিবৰ ইচ্ছা আছে, শক্তি আছে। আপোনাসকলে এই কাম হাতত নল'লে কোনে ল'ব? এই কাম আপোনা-সকলৰ। আপোনাসকলৰ সমিতিৰ এটি বিশেষ শাখা এই সেৱিকা কি শুশ্রূষাকাৰিণী বিভাগ হোৱা মই অতি যুগুত বুলি ভাবি আপোনাসকলৰ আগত এই কাতৰ নিবেদন কৰিছোঁ। দয়া কৰি ভাবি চাই এই কাম আপোনাসকলে হাতত লওক, ভগৱানে আপোনাসকলক বল দিব। কবোঁ বুলি ভাবক—বলদাতাই বল দিব।

আপোনাসকলৰ বহুতে পূজাৰ নিমিত্তে ফুল নিশ্চয় বোটলে। ৰাতিপুৱাৰ মৃদু বতাহত এই কামটি বৰ সুখকৰ। তাৰ আগেয়ে বা সেইখিনি সময়তে অলপ অঙ্গচালনা, অৰ্থাৎ exercise কৰাৰ কথা কেতিয়াবা ভাবিছেনে? মোহন নাইডুৰ নাম নিশ্চয় শুনিছে। মুলাৰ, ছেণ্ডো, ৰামমূৰ্ত্তিৰ নামো বোধকৰোঁ শুনিছে। আপোনাসকলে শৰীৰ ৰক্ষা, স্বাস্থ্য ৰক্ষাৰ ফালে মন দিলে ভৱিষ্যৎ বংশধৰসকলৰ মঙ্গল—এই ভাবি স্বাস্থ্যৰ ফালে মন দিয়ক। "শৰীৰমাদ্যং খলু ধৰ্ম্মসাধনম্।" শৰীৰ থাকিলেহে ধৰ্ম্ম। স্বাস্থ্য আৰু শৰীৰৰ কথা ভাবোঁতে আৰু দেখোঁতে আমাৰ খোৱা-বোৱাৰ কথা মনত পৰিল। আপোনাসকলৰ আগত ৰন্ধা-বঢ়াৰ কথা কোৱা মোৰ পক্ষে ধৃষ্টতা হ'ব। আপোনাসকল অন্নপূৰ্ণা; কিন্তু কি বস্তু খালে ভাল লাগে, কি বস্তু খালে শৰীৰৰ উপকাৰ হয় (যদিও মই ডাক্তৰ কি কবিৰাজ নহওঁ), এনেবোৰ কথা ক'লে বোধকৰোঁ মোৰ অনধিকাৰ চৰ্চ্চা নহ'ব? ইংৰাজী ভাষাত এটি ধকৰা কথা আছে, এনেয়ে

যেনেকৈ কয়—ওঁ, মুনিহ মানুহৰ মৰম, মুনিহৰ মৰম পেটৰ বাটেদি। তিকতাই বান্ধে ইয়াতো আৰু সেই ইংলণ্ড দেশতো। ইংলণ্ডত তিকতাই আপোনাসকলৰ ঘৰে ঘৰৰ মানুহৰ নিমিত্তে সেই মান্ধাতাৰ দিনৰেপৰা বান্ধি আছে। ইয়াততো আপোনাসকল সাক্ষাৎ অন্নপূৰ্ণা বুলি আগৈয়ে কৈছোঁ। যেনেকৈ আপোনা-সকলে বান্ধি-বাঢ়ি মানুহক খুৱাবলৈ ভাল পায়, আপোনাসকলৰ ইংলণ্ডৰ বাই-ভনীবিলাকেও বান্ধি-বাঢ়ি খুৱাবলৈ ভাল পায়—যিমানেই আইন 'পাছ' হৈ থাওক। সি বাৰু যি হওক, মই এফেৰি নিবেদন আপোনাসকলক কৰোঁ—ডাঙৰীয়াসকলক আৰু ঘৰৰ ল'ৰা-ছোৱালীহঁতক বেছি ভাত নুখুৱাব আৰু আপোনাসকলে নিজেও বেছি নেখাব। ভাতৰ সলনি কটী খাব—আটাৰ কটী খাব। বিলাতত খুব 'ব্ৰাউন ব্ৰেড' খায়। সেই 'ব্ৰাউন ব্ৰেড' আমাৰ আটা। আমাৰে আটাই তাত গৈ বোধকৰোঁ 'ব্ৰাউন ব্ৰেড' ৰূপ ধাৰণ কৰে। ডাক্তৰবিলাকে কয়, বিলাতত শুনিছোঁ, 'হোৱাইট ব্ৰেড' খোৱাতকৈ 'ব্ৰাউন ব্ৰেড' খোৱা ভাল। সেইদেখি আপোনাসকলক কওঁ, আৰু ডাক্তৰ ৰায়বাহাদুৰ চুনীলাল বসু ছি.আই.ই. ডাঙৰীয়াই লেখা প্ৰবন্ধবোৰৰপৰা জানিও কওঁ যে আটাৰ কটী খোৱা ভাল, আৰু আমাৰ দিনে তিনি ছটাক আটা খোৱা ভাল। ভাততকৈ আটাৰ কটী খোৱা ভাল, ভাত এসাজহে খোৱা ভাল। ভাত খোৱা, সৰহকৈ ভাত খোৱা মানুহবোৰক মানুহে, বন্ধু-বান্ধৱসকলে ধেমালি কৰি কয়, "ভতুৱা"। মই কওঁ 'ভতুৱা' মানুহবোৰ 'বতুৱা' হয়। আমাক বতুৱা মানুহ নেলাগে। আমাক কৰ্ম্মী মানুহ লাগে। এজন ডাক্তৰে সিদিনা লেখিছে, মই পঢ়িছোঁ, যে ভাত খোৱা জাতিয়ে কেতিয়াও পৃথিৱীত শাসনৰ ভাৰ পোৱা নাই। সঁচাকৈয়ে চাওকচোন, যিবোৰ জাতিয়ে এতিয়া পৃথিৱীত উচ্চাসন গ্ৰহণ কৰিছে, তেওঁলোকে ভাত খায় নে নেখায়? মোৰ নিজৰ ভাত খাবলৈ ভাল লাগে, সেইদেখি নেদেখিছেনে? পশ্চিমীয়া মানুহবোৰে আটা-ডালি খায়, সিহঁতৰ গা চাওকচোন। এইবোৰ মানুহে তাৰে লগত অলপ মাছ, অলপ মাংস খালেহেঁতেন যদি (আৰু বেছিকৈ গাখীৰ খালেহেঁতেন), তেনেহ'লে এনেবোৰ মানুহৰ পৃথিৱীত আৰু উচ্চ আসন হ'লহেঁতেন। অন্নপূৰ্ণা দেৱীসকল, মানুহক খুৱাওঁতে কেতিয়াও এইটো থাওক, সেইটো থাওক, সেইখন আজা ভাল, আৰু ভাৰ পাছত এইখন আজাৰে ভাত শানি থাওক—এনেবোৰ কথা কৈ মানুহৰ জিভাক লোভ দেখুৱাই পেটে খাব নুখুজিলেও কেতিয়াও নুখুৱাব। আৰু ঘৰত দিনৌ ভাতৰ তাকতকৈ খাবলৈ দি আটা খুৱাবলৈ আৰম্ভ কৰক।

কোনো কোনো মানুহে মোৰ এইবোৰ কথা শুনি হাঁহিব পাৰে। কিন্তু এই বিষয়ে অলপ পঢ়ি, ডাঙৰসকলে, জ্ঞানীসকলে যি কয় তাকে জানি আপোনাসকলক কৈছোঁ। আপোনাসকলে দায়-জগৰ নধৰিব। খোৱা লৈয়েই মানুহ, খুউৱা-বুউৱাৰ ভাৰ, ভাৰ নহয় অধিকাৰ, আপোনাসকলৰ ওপৰতে। সেই-দেখিয়েই আপোনাসকলক এই বিষয়ে কৈ ইমান বেলি আমনি লগালোঁ। ঘৰখনৰ কাম আপোনাসকলে দুভাগে ভাগ কৰি ল'লে আনক খুউৱাৰ ভাৰ অন্নপূর্ণা দেৱীসকলে কেতিয়াও কোনো সময়ত মুনিহক নিদিয়ে। এই কথা ভালকৈ জানিহে, ইমান বহলাই এই বিষয়ে ক'লোঁ।

আৰু এটা কথা কৈ এই কাকত সামৰোঁ। সকতে মোৰ আইক দেখিছিলোঁ—আমাৰ সক-সুৰা বেমাৰ হ'লে আমাৰ গছ-গছনিবোৰৰপৰাই আমাক দৰৰ দিছিল। সিদিনা অলপ ভেদাইলতা দৰকাৰ হোৱাত দুজন-এজনক সোধাত এওঁলোকে বতৰা দিব নোৱাৰিলে। কি দুখৰ কথা! আপোনাসকলৰ প্ৰত্যেকৰ বাৰীত আপোনাসকলে যেনেকৈ শাক-পাচলি ৰোৱে, তেনেকৈ এনে-বোৰ দৰবৰ গছ-গছনি বাৰীত অলপ দুবৈত কলে আপোনাসকলৰ উপকাৰতো হ'বই, ওচৰ-চুবুৰীয়াৰো বহুত উপকাৰ হ'ব। দৰবৰ নিমিত্তে কিমান টকা খৰচ যায়—ভাবকচোন। কিমান টকা বিদেশী দৰবত যায়, আৰু আপোনাসকলে জানে—বহুত বিলাতী দৰব আমাৰ দেশৰপৰা প্ৰথম অৱস্থাত গৈ 'বিলাত ফিৰত' হৈ আহে আৰু সেইবোৰ দৰব কিনিবলৈকে আমাৰ সোনাৰপৰা যেছি ধন মিছাতে যায়; অথচ এখন সৰু দৰবৰ বাৰী থাকিলে আমাৰ বহুতো ধন বাচে। আপোনাসকলে এই বিষয়ে অলপ ভাবি চালে আমাৰ বৰ উপকাৰ হয়।

আমাৰ সভা-সমিতি বহুত আছে। বক্তৃতাও বহুত দিয়ে। কিন্তু কাম হয় খুব কম। আশাকৰোঁ, আপোনাসকলৰ সমিতিয়ে কাম কৰি আন আন সমিতিবিলাকক দেখুৱাব যে মাতৃজাতিয়ে যি কাম হাতত লয়, সেই সকলো কামেই সম্পূৰ্ণৰূপে সমাধা কৰিব পাৰে।

আপোনাসকলৰ উন্নতিৰ নিমিত্তে ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰোঁ—ভগৱানে আপোনাসকলৰ আৰু এই সমিতিৰ মঙ্গল কৰক। ইতি।

# নগাঁও মহিলা সমিতি

কৰুণাময় পৰমেশ্বৰ, আজি তোমাৰ কৃপাতে এই শুভানুষ্ঠানত যোগ দিবলৈ আমি আটায়ে একেলগ হৈছোঁহি। তুমি আমাৰ সকলো সময়ৰে লগৰীয়া, তুমি আমাৰ সহায় হোৱা। তুমি আমাৰ পিতা, মাতা, বন্ধু। আমি আটায়ে তোমাৰ শৰণাপন্ন। আমাক তোমাৰ প্ৰীতিৰদ্বাৰাই পবিত্ৰ কৰা। আমাক তোমাৰ অনন্ত ভঁৰালৰ শক্তি দিয়া ভগৱান—যি শক্তি পাই আমি বলী হৈ তোমাৰ প্ৰিয় কাৰ্য্য সমাধা কৰিব পাৰোঁ। আমাক সজ বাট দেখুৱা পৰমেশ্বৰ—যি সজ বাটৰ অন্ত তোমাতে। আমি যেন কল্যাণকৰ কামেই এই অনুষ্ঠানৰদ্বাৰা কৰিব পাৰোঁ—আশীৰ্ব্বাদ কৰা প্ৰভু!

আই আৰু আইদেওসকল, আপোনালোকৰ প্ৰীতি-আহ্বান উপেক্ষা কৰিব নোৱাৰি এইখিনি পালোঁহি। আইদেওসকলৰ সভাৰ সেৱক হ'বলৈ পাই আনন্দ পাইছোঁ। বিশেষকৈ মোৰ এই পুণ্যভূমি জন্মভূমি নগাঁৱত মোৰ কিবা ক্ৰুটী থাকিলে ক্ষমা কৰিব জানিহে আহোঁ-নাহোঁ কৰিও এই সন্মান ল'বলৈ স্বীকৃত হৈছোঁ। ক্ষমা কৰিব—জানো, কিয়নো "ক্ষমাৰ্বাশক্তেলোকে ক্ষমাহি পৰমং ধনম্। ক্ষমাগুণোহশক্তানাং শক্তানাং ভূষণং ক্ষমা।" আপোনাসকলে জানে—ক্ষমাই বশ কৰে, ক্ষমা পৰম ধন, ক্ষমা যেনে গুণ তেনে ভূষণো। মোক ক্ষমা কৰিব।

নগাঁৱৰ মহিলাসকলে এই সমিতি প্ৰতিষ্ঠা কৰা বৰ সময়োপযোগী হৈছে, কিয়নো এতিয়া সকলো ঠাইতে আমাৰ ভাৰতীয় মহিলাসকলে তেওঁলোকৰ অতি পূৰ্ব্বৰ ঠাই অধিকাৰ কৰিবলৈ যত্নবান হৈছে। মোৰ মৰমৰ নগাঁৱেও যে আন আন ঠাইৰ দৰে এই কামত ব্ৰতী হৈছে, ই বৰ আনন্দৰ বিষয়। আপোনালোকৰ

---

*১৯৩৩ খ্ৰীষ্টাব্দত অনুষ্ঠিত তৃতীয় বাৰ্ষিক অধিবেশনত পঠিত, আৰু 'নগাঁও মহিলা সমিতিৰ তৃতীয় বাৰ্ষিক অধিবেশনৰ সভাপতিৰ অভিভাষণ' শিৰোনামাৰে 'আৱাহন'ত প্ৰকাশিত। —সম্পাদক, জ্যো, ৰ. ৰ.

সভ্যাৰ সংখ্যা এতিয়া আঠৈকুৰি মাথোন, আশাকৰোঁ—বছৰে বছৰে এই সংখ্যা বাঢ়ি যাব, এই নগাঁও জিলাতেই আপোনালোকৰ কেবাখনো শাখা-সমিতি হ'ব। ইমান কম সংখ্যা দেখি আপোনাসকল যেন নিৰাশ নহয়। যিবিলাক সভা-সমিতি লাহে লাহে বাঢ়ে, সেইবিলাক প্ৰতিষ্ঠান দীৰ্ঘজীৱী হয়। আপোনালোকৰ এই সমিতিৰো যে দীৰ্ঘজীৱন হ'ব, ই নিশ্চিত। ইংৰাজীত এটি কথা আছে—Soon ripe, Soon rotten—সোনকালে পকিলে সোনকালে গেলে। ইংলণ্ডৰ বহুতো প্ৰতিষ্ঠান এনেকৈ লাহে লাহে বঢ়া দেখা গৈছে। তাৰে এটিৰ কথা অলপ উল্লেখ কৰিয়াওঁ। লণ্ডনত ডাক্তৰ বাৰ্ণাডো বুলি এজন চিকিৎসক আছিল। বহুত দিনৰ কথা নহয়। এই মহাত্মাজন ১৯০৪ খ্ৰীষ্টাব্দত স্বৰ্গী হয়। তেওঁ আৰু তেওঁৰ বন্ধু এজনে সন্ধ্যাৰ পাছত এদিন ফুৰোঁতে দেখিলে যে টেমছ্ নৈৰ দলংবোৰৰ তলে তলে (অৰণ্যে মাটিৰ ওপৰত থকা দলংবোৰৰ তলখিনিত) বহুতো ল'ৰা-ছোৱালী শুই আছে। সোধাত জানিলে যে সিহঁতৰ ঘৰ-বাৰী, আই-বোপাই, জন-মনিছ কোনোৱেই নাই। আচৰিত হৈ এনে যে ঘটনা হ'বই পাৰে নেভাবি-নেজানি, দুটা কি তিনিটামান নিৰাশ্ৰয় ল'ৰাক সেই নিশাতেই তেওঁ আশ্ৰয় দিলে। প্ৰথমে তেওঁ নিজেই সিহঁতৰ খৰচাদি চলাইছিল। যাৰ কাম সজ, তাৰ ভগৱান সহায়। পাছত কাম বাঢ়ি যোৱাত ব্ৰিটেনৰ মানুহবিলাক তেওঁৰ সহায় হ'ল। এতিয়া তেওঁৰ প্ৰতিষ্ঠান জগদ্বিখ্যাত, তেওঁ লক্ষ লক্ষ অনাথৰ আশ্ৰয়দাতা। তেওঁ এই পৃথিৱীত তিনি কুৰি বছৰ জীয়াই আছিল। এই তিনি কুৰিৰ ছকুৰি বছৰ এই সজ কামত তেওঁ প্ৰাণ উৎসৰ্গ কৰিছিল। প্ৰথমে তেওঁ ঢোল, খোল, কালি, পেঁপা বজাই, এই কামত হাত দিয়া নাছিল, কোনো আড়ম্বৰ নাছিল, মুঠেই তেওঁ কাম কৰিছিল। তেওঁ নীৰৱে এই সজ কাম সৰু-সুৰাকৈ আৰম্ভ কৰাৰ বাবে তেওঁ যোৱাৰ পাছতো এই কাম এতিয়ালৈকে চলি আছে, আৰু বৃটিশ জাতি যিমান (দিন) থাকিব, তেওঁৰ নাম আৰু কামো জিলিকি থাকিব। আপোনাসকলেও কাম সৰু-সুৰাকৈ আৰম্ভ কৰিছে, আপোনাসকলৰ কামো স্থায়ী হ'ব। মহাত্মা বাৰ্ণাডোৰ নাম লৈছোঁ, কিয়নো মোৰ ইচ্ছা যে আপোনাসকলেও পিতৃ-মাতৃ, আত্মীয়-কুটুম্ব নোহোৱা উপযুক্ত সৰু-সুৰা ল'ৰা-ছোৱালীৰ মাতৃ হৈ সিহঁতক শিক্ষা-দীক্ষা দিয়ক। সৰু-সুৰাকৈ কাম কৰিবলৈ ভয় নকৰে যেন। আৰু দুটি-এটি সৰু-সুৰা আৰম্ভৰ কথা কওঁ। বিলাতত বিলিয়ম হোৱাইটলি আৰু লীটাৰ বখিজন বুলি দুজন মানুহে ক্ৰেওঁলোকৰ গাঁৱৰ ঘৰবগৰা (বোধকৰোঁ

য়ৰ্কশ্বিয়েৰ) পাঁচ পাউণ্ড কি দহ পাউণ্ড লৈ লণ্ডনত কাৰবাৰ আৰম্ভ কৰে। অলপতে তেওঁলোক কামত কৃতকাৰ্য্য হ'ল আৰু তেওঁলোকৰ কাৰবাৰ বহুত দিন আগতে জগদ্বিখ্যাত হৈছে আৰু এতিয়ালৈ সেই অৱস্থাতে আছে, ভৱিষ্যতলৈকো থাকিব। আমাৰ ভাৰততো আৰু মোৰ আসামতো এনে দৃষ্টান্ত পোৱা যায়। কৈঁচুৱাৰপৰাহে মানুহ লাহে লাহে ডাঙৰ হয়। এবাৰ গুৱাহাটী মহিলা সমিতিয়ে মোক অনুগ্ৰহ কৰি নিমন্ত্ৰণ কৰিছিল। সেই সমিতিত অলপ কিবা কৈছিলোঁ। সেৱা-ধৰ্ম্মৰ কথা কৈছিলোঁ। কৈছিলোঁ যে মহিলা সমিতিৰ কোনো কোনো সভ্যাই (যিসকলৰ সেইফালে মন আছে আৰু যায়) সেৱিকা-বিদ্যা শিক্ষা কৰা ভাল। মই এই কথা আকৌ কওঁ আৰু ডাঠি কওঁ, কিয়নো আপোনাসকলে শাস্ত্ৰৰ এই কথা দুফাঁকিৰ অৰ্থ অনুভৱ কৰি কামত নিশ্চয় লগায়—

"দেয়মাৰ্ত্তস্য শয়নং পৰিশ্ৰান্তস্য আসমন্।
তৃষিতস্য চ পানীয়ং ক্ষুধিতস্য চ ভোজনম্॥"

ৰোগীক শয্যা, ভাগৰুৱাক আসন, তৃষ্ণাৰ্ত্তক পানী আৰু ক্ষুধিতক ভোজ্য বস্তু দিবা। আপোনাসকল ইপিনে যেনেকৈ অন্নপূৰ্ণা, আনপিনে তেনেকৈ কোমল হৃদয়া, মানুহৰ দুখ-কষ্ট সহ্য কৰিব নোৱাৰে। সেইদেখি আপোনাসকলৰ সেৱা-ধৰ্ম্ম নিজস্ব সম্পত্তি। আন একো কৰিব নেজানিলেও ডাক্তৰ নহালৈকে বেমাৰীৰ শুশ্ৰূষা কেনেকৈ কৰিব লাগে—তাক সকলো গৃহিণীৰ, ল'ৰা-ছোৱালীৰ মাকৰ, বাই-ভনীৰ জনা কৰ্ত্তব্য—যাক ইংৰাজীত First aid কয়। আৰু কেনেকৈ থাৰ্মোমিটাৰ (তাপ-কাঠী) দি জ্বৰৰ মাত্ৰা চাব লাগে, কেনেকৈ পথ্যাদি তৈয়াৰ কৰিব লাগে, কেনেকৈ বেমাৰীৰ খোঁটালীত বতাহৰ চলাচল হয়, কেনেকৈ বেমাৰীৰ মন প্ৰফুল্ল থাকে, কোনখিনি সময়ত দৰৱ-পথ্য খুৱাব লাগে আৰু সেই কথা কেনেকৈ ক'ত লেখি থ'ব লাগে—এনেকুৱা লাগতিয়াল কথা সকলো গৃহিণীয়ে জনা ভাল। আৰু বিশেষ কথা—বেমাৰীৰ আগত যেন বেমাৰৰ লক্ষণ ইত্যাদি আলোচনা নহয়, সেইফালেও মন ৰখা বিশেষ কৰ্ত্তব্য। মই কিন্তু এনেবোৰ কথাকে জানি আপোনালোকৰ সেৱিকা-শিক্ষাৰ অন্ত পেলাবলৈ কোৱা নাই। আপোনালোকৰ কোনো কোনোৱে বিশেষকৈ সেৱিকা-বিদ্যা শিক্ষা কৰে—এয়ে আপোনাসকলৰ ওচৰত মোৰ কাতৰ নিবেদন। এদিন এজন ডাক্তৰে সেৱিকা এজনীক এইদৰে ক'লে "Nurse, this is a sleeping drug, but don't wake the patient up to give it, if he is asleep."

( লেখিকা, এই খবৰ চৌপনি আহিবলৈ দিয়া হৈছে, বেমাৰী শুনে এই খবৰ যেন কণাই তেওঁক নিদিয়া। ) কোনো ডাক্তৰে আপোনালোকক এনে কথা ক'বলৈ যেন সুযোগ নিদিয়ে। আপোনালোকে যদি লেখিকা-শাখা এতিয়াইলৈকে নাই পতা, অলপতে যেন পাতে, মই মোৰ যোৰ-হাতে এই অনুৰোধ কৰোঁ। গৱৰ্ণমেণ্টৰ ডাক্তৰী বিভাগে আপোনালোকক নিশ্চয় সহায় কৰিব। নহ'লে, এই নগাঁৱৰে আমাৰ ডেকা ডাক্তৰসকলে আপোনালোকক সহায় কৰিব, মই জানো; কিয়নো মই এই নগাঁৱৰপৰাই দুই-তিনিখন মহিলা-সমিতিৰ কিতাপ পাইছো আৰু পাই সুখী হৈছো আৰু পাব খুজিও আশা কৰোঁ।

আপোনালোকে ছৰ্দা আইনৰ ( বিয়া সম্পৰ্কীয় নতুন আইনৰ ) কথা নিশ্চয় শুনিছে। আপোনালোকৰ কি মত ক'ব নোৱাৰোঁ। মই হ'লে কওঁ যে এই আইনখনৰ মঙ্গল হ'ব। অসমত এই আইনৰ বিৰুদ্ধে যোৱা মানুহ তাকৰ। কিন্তু এই আইনৰ বিৰোধী মানুহ ইয়াতো কিছু আছে। আমাৰ দেখোন শাস্ত্ৰতে আছে—

"কন্যাপ্যেৱ পালনীয়া শিক্ষণীয়াতি যত্নতঃ
দেয়া বৰায় বিদুষে ধনৰত্ন সমন্বিতাঃ ॥"

কন্যাকো এনেকৈ পালন কৰিবা আৰু যত্ন কৰি শিক্ষা দিবা আৰু ধন-ৰত্ন দি সুপণ্ডিত পাত্ৰৰ লগত বিয়া দিবা। আমি এই শাস্ত্ৰোক্তি ভালকৈ দকৈ গমি চালে কি বুজোঁ? বুজোঁ এই যে ছোৱালীকো ল'ৰাৰ দৰে প্ৰতিপালন কৰি যত্নেৰে জ্ঞান-ধৰ্ম শিক্ষা দিব লাগে। কন্যাই প্ৰতিকূলত থাকি যি কাম কৰিব, সেই কাম পিতৃৰ উপদেশ শুনি আৰু মাতৃৰ দৃষ্টান্ত দেখিহে শিকে। সেইদেখি মাক-বাপেকে সেইবোৰ শিক্ষা ভালকৈ দিব লাগে। যিবিলাক বিদ্যাৰদ্বাৰা ঈশ্বৰ-জ্ঞান, ঈশ্বৰ-ভক্তি অৰ্জন হয় আৰু মহৎ ভাববোৰ শিকিব পাৰে, সিবিলাক কথাকে মাক-বাপেকে শিক্ষা দিয়া ভাল। তাৰ পাছত উপযুক্ত পাত্ৰক কন্যাদান কৰা উচিত। এতিয়া কথা হৈছে—ছোৱালীৰ শিক্ষা কেতিয়া শেষ হয়। দহ-বাৰ বছৰীয়া ছোৱালীক জানো উপযুক্ত শিক্ষা দিয়া যাব পাৰে—যি শিক্ষা পাই স্বামীগৃহত লৈ এই কুমলীয়া ছোৱালীবিলাকে গৃহধৰ্ম পালন কৰিবলৈ উপযুক্ত হয়? আমাৰ ল'ৰাৰ আধুনিক শিক্ষা [illegible] কুৰি-পঁচিশ বছৰৰ আগেয়ে শেষ নহয়; কিন্তু ছোৱালীৰ শিক্ষা হ'লে দহ-বাৰ বছৰতে শেষ হ'ব লাগে। ই আৰু অন্যায় নহয়নে? এই ছোৱালীবিলাকেই দুই, তিনি বছৰ [illegible] আৰু আঠৰৰে ল'ৰা-ছোৱালীৰ মাক হ'বগৈ। কিছুমান বেঁচুৱা, [illegible]

আন ছটা-এটা কৈচুৱাকনো কেনেকৈ লালন-পালন কৰিব? কেনেকৈ শাহু-আইক তুষ্ট কৰিব, কেনেকৈ গৃহস্থালিৰ আন আন কাম কৰিব? মোৰ মনেৰে বাল্যবিবাহ এটি নিষ্ঠুৰ প্ৰথা। এনে সৰু ছোৱালীক শহুৰৰ ঘৰলৈ খেদাই মাক-বাপেকো বা কেনেকৈ সুখেৰে থাকিব! ভাবি চাৱ, শাস্ত্ৰোক্তিকেৰিত আছে "কন্যাকো" অৰ্থাৎ যেনেকৈ ল'ৰাক শিক্ষা দিয়া হয়, কন্যাকো সেইৰূপে শিক্ষা দিয়া কৰ্ত্তব্য। এই বিষয়ে সৰহ নকওঁ, কিয়নো মই আপোনালোকৰ মনৰ ভাব সঠিক নেজানো। মোৰ ব্যক্তিগত ভাবৰ কথাহে মই এইখিনিতে কৈ থ'লোঁ। ডাক্তৰবিলাকো এই বাল্যবিবাহ প্ৰথাৰ বিৰোধী। আপোনালোকক এই বিষয়ে বহলাই নক'লেও হ'ব। সামাজিকভাৱে আপোনালোকৰ যি ভাব থাকে থাকক—কিন্তু এনে এখন যেতিয়া আইন আমাৰ হৈছে, নগাঁও মহিলা সমিতিয়ে এনে এখন আইন অনিচ্ছাৰে হ'লেও মনা ভাল। মোৰ মনেৰে আপোনাসকল অনিচ্ছুক নহয়। আৰু এটি শাস্ত্ৰোক্তিৰ কথা কওঁ—

"অজ্ঞাত পতিমৰ্য্যাদামজ্ঞান পতিসেৱনাম্।
নোদ্বাহয়েৎ পিতা বালামজ্ঞাত ধৰ্ম্মশাসনাম্॥"

যেতিয়ালৈকে কন্যাই পতিমৰ্য্যাদা আৰু পতিসেৱা নেজানে, ধৰ্ম্মশাসন নেজানে, তেতিয়ালৈকে সেই কন্যাৰ বিয়া পিতৃয়ে যেন নিদিয়ে। ইয়াৰ পাছত আৰু ব্যাখ্যাৰ একো সকাম নাই।

শাৰীৰিক মঙ্গলেই মঙ্গল। এই আইন নাৰী জাতিৰ মঙ্গলাৰ্থেহে প্ৰচাৰ কৰা হৈছে, হেন জানি আপোনাসকলে ইয়াক মৰমৰ চকুৰে চাব। বিয়ান দূৰ দেখিছো—তিৰুতাৰ বেমাৰৰ সংখ্যা মুনিহৰ বেমাৰৰ সংখ্যাতকৈ বেছি। তেওঁলোকৰ মুনিহ মানুহৰ বেমাৰ হৈও নিজৰ সম্পত্তি (বিপত্তি) আৰু বহুত আছে। সেইদেখি তিৰুতাই স্বাস্থ্যৰ ফালে মুনিহতকৈ মনোযোগ দিয়া ভাল। তিৰুতাৰ স্বাস্থ্য পূৰ্ণমাত্ৰাই সুস্থ ৰাখিব লাগে, নহ'লে সন্তানৰ অমঙ্গল। বিয়ান দূৰে জানো—সন্তানে মাকৰপৰা সৰহভাগ বেমাৰ পায়। সেইদেখি নিজৰ নিমিত্তে নহ'লেও সন্তানৰ নিমিত্তে মাকৰ শৰীৰ সুস্থ ৰখা অতি কৰ্ত্তব্য। যদিহে নেৰাখে, মই তাক পাপ বুলি কওঁ। এতিয়াৰ সৰু ল'ৰা-ছোৱালীবোৰেই ভৱিষ্যতৰ মাক-বাপেক। এটি ইংৰাজীত বচন আছে, "The sins of the fathers are visited upon the children even unto the seventh generation." মাক-বাপেকৰ পাপে সন্তান-সন্ততিক সাত পুৰুষলৈ নেৰে। আশাকৰোঁ,

আইদেওসকলে মোক এই অপ্রিয় সত্য কোৱাৰ বাবে ক্ষমা কৰিব। কিন্তু এই কথাকেৰি ভাবি চাবলগীয়া দেখিছে ইয়াক উল্লেখ কৰিলোঁ।

পঢ়িছোঁ, দেখিছোঁ, শুনিছোঁ—আমাৰ দেশীয় তিকতাই কয়, "আমি তিকতা মানুহ, যি হয় এটা থালেই হয়।" এনেবোৰ কথা কৈ ঘৰৰ দৈণীয়ে এক কি দুই বজাত খাব আৰু ৰাতি দহ কি এঘাৰ বজাত খাব। এনে অসময়ত খালে স্বাস্থ্য কেনেকৈ ভালে থাকে? তাৰ উপৰি খাদ্যৰ তালিকা চালে আৰু বিচুৰ্তি হ'ব লাগে। অথচ এওঁলোকেই আমাৰ ভৱিষ্যত গৌৰৱসকলৰ জননী, জন্মদাতৃ। তিকতা সভানেত্ৰী হোৱা হ'লে এই বিষয়ে আৰু বহলাই ক'ব পাৰিলেহেঁতেন। মই আৰু নকওঁ। আইদেওসকলে নিজে অলপ ভাবি চালেই সকলো কথা বুজিব, জানিব। নাৰী-স্বাস্থ্য সম্পৰ্কীয় কিতাপ সকলো নাৰীয়ে পঢ়া কৰ্তব্য। অকল পঢ়াই নহয়, পঢ়ি সেইমতে নিজে চলিব লাগিব আৰু আন পঢ়িব নজনা বাই-ভনীসকলক কথাৰে আৰু বিশেষ কামেৰে সেই সেই বিষয় শিকাব লাগিব।

পঢ়াৰ কথা কোৱাত মনত পৰিল—কিতাপ, বাতৰিকাকতৰ কথা। গুৱাহাটীৰ মহিলা সমিতিকো সুধিছিলোঁ, আপোনালোককো সোধোঁ—আপোনালোকৰ কিতাপৰ ভঁৰাল আছেনে? নেথাকিলে আজিয়েই তাৰ যো-জা কৰক, আৰু যদিহে আছে, তাৰ উন্নতিৰ অৰ্থে লাগি যাওক। মোৰ মনেৰে আসাম উপত্যকাৰ যিসকল গ্ৰন্থকৰ্তা কিম্বা গ্ৰন্থকৰ্ত্ৰী আছে, তেখেতসকলে আপোনালোকৰ ভঁৰালৰ সাহায্য কৰিব, আৰু আন আন ভাষাৰ কিতাপ যিমান দূৰ সাধ্য আপোনাসকলৰ নিজৰ ধনৰ ভঁৰালৰপৰা কিনিবলৈ ব্যৱস্থা কৰক। এতিয়া আমাৰ দুখন সাপ্তাহিক কাকত আছে। সেই দুখন কাকতৰপৰা পৃথিৱীৰ বাতৰি পাব। তাৰে এখন কাকতৰ তিনদিনীয়া সংস্কৰণো আছে। যদি ইয়াৰ লগতে এখন বঙলা আৰু ইংৰাজী বাতৰিকাকত লয়, তেনেহ'লে আৰু ভাল। নগাঁৱৰ মানুহেই আপোনাসকলক তেওঁলোকৰ পঢ়া হ'লে এই কাকতবোৰ দান কৰিব পাৰে—যদিহে আপোনালোকৰ অৰ্থৰ অনাটন। বাতৰিকাকতে যি শিক্ষা বিস্তাৰ কৰে সি অমূল্য। বিলাতত একেখন কাকতেই দিনে চাৰি-পাঁচবাৰকৈ ওলায় আৰু সেইবোৰ কাকতৰ বাতৰি পঢ়িবলৈ তাত মানুহবোৰ ব্যগ্ৰ হৈ থাকে। ইংলণ্ডলৈ গ'লে এই বাতৰিকাকতৰ প্ৰচলন দেখি অবাক হ'ব লাগে। তাত ল'ৰাৰ নিমিত্তে কাকত আছে, ছোৱালীৰ নিমিত্তে আছে, বুঢ়ীহঁতৰ নিমিত্তে আছে, তিকতাৰ নিমিত্তে আছে, জনসাধাৰণৰ নিমিত্তে আছে। তাত স্বাস্থ্য বিষয়ে কাকত আছে, আঁচ-ভাওনাৰ (থিয়েটৰৰ) বাতৰিকাকত

আছে, বায়স্কোপৰ বাতৰিকাকত আছে, খেলৰ বাতৰিকাকত আছে, ভিন্ন ভিন ধৰ্মৰ বাতৰিকাকত আছে, সমাজ সংস্কাৰৰ বিষয়ে কাকত আছে, নটৰৰ বিষয়ে আছে, এৰোপ্লেনৰ বিষয়ে আছে। ইমানবোৰ বাতৰিকাকত পঢ়িবলৈ মানুহ তাত তৈয়াৰ আছে। আৰু যদি নতুন বিষয়ৰ কিবা কাকত ওলায়, তাকো ল'বলৈ মানুহ প্ৰস্তুত। ৰেইলৰ ষ্টেশ্যনে ষ্টেশ্যনে কিতাপ, বাতৰিকাকত পোৱা যায়। বাটে-পথে সকলো ঠাইতে কিতাপ আৰু বাতৰিকাকত। আজি-কালি বেতাঁৰ যন্ত্ৰ হোৱাত বাতৰি আৰু জ্ঞান ঘ'তে-ত'তে বহি পোৱা যায়। আমাৰ বেতাঁৰ যন্ত্ৰ নাই, আৰু ইমান নানান বিষয়ৰো কিতাপ-কাকত নেলাগে। আমি সাধাৰণ জ্ঞান উপাৰ্জ্জন নকৰোঁ কিয়? তাৰ মানুহবোৰ জ্ঞান-পিপাসু। দুখীয়াৰ দুখী অৱস্থাতে আমিনো কিয় জ্ঞানপিপাসু নহওঁ? অতি উচ্চ কথা। সমিতিৰ বাসস্থান নেথাকিলেও ঘৰে ঘৰে আপোনাসকলে পঢ়া ঠাইৰ বন্দৱস্ত কৰি একেলগে লগ লাগি পঢ়িব পাৰে। কিতাপ আৰু বাতৰিকাকতৰ পোহৰ নেপালে মানুহ অন্ধৰ সমান।

সৰুতে নগাঁৱত দেখিছিলোঁ যে তিৰুতা মানুহে এঠাইৰপৰা আন এঠাইলৈ গ'লে বৰ জাপিৰ আঁৰ লৈ ফুৰিছিল; কিন্তু গুৱাহাটীলৈ বিদেশৰপৰা আহি আঁৰ জাপি কি ওৰণি লৈ ফুৰা তিৰুতাও দেখা নাছিলোঁ। মই মোৰ গৃহিণীৰ লগত একেলগে ফুৰাত, টেনিছ ইত্যাদি খেলাত আন মানুহে অলপ উপহাস কৰাৰ কথাও শুনিছিলোঁ। সি যাক যি হওক, এতিয়া দেখি বৰ সুখী হৈছোঁ যে অসমৰ বাটে-পথে অসমৰ 'ভাল মানুহ'ৰ ছোৱালী, তিৰুতাসকলে মুক্ত বায়ু সেৱন কৰিবলৈ ভয় নকৰে। এতিয়া ল'ৰাৰ কলেজতো ছোৱালীয়ে পঢ়ে। এনে এটি কথা ইমান শীঘ্ৰে দেখিম বুলি ভবা নাছিলোঁ, বিশেষ—আগৰ অলপ উপহাসৰ কথা যেতিয়া মনত পৰে। এতিয়া তুৰ্কী দেশতো কেনাবহুৱৰপৰা 'পৰ্দা' উঠি গৈছে, আফগানিস্থানতো আমানুল্লা আমীৰে 'পৰ্দা' উঠাইছিল; কিন্তু তেওঁ ইমান বেগাবেগি কৰি সেই পুৰণি প্ৰথা সলাবলৈ যোৱাত কৃতকাৰ্য্য হ'ব নোৱাৰিলে, আৰু তেওঁৰ নিজৰ সিংহাসন হেৰুৱালে। কৈছোঁ নহয়, কোনো কামেই বেগাবেগি কৰা ভাল নহয়। সকলো কাম ধীৰে-সুস্থে, ভাবি-চিন্তি কৰা ভাল, বিশেষ—যেতিয়া এনে সমাজগত ৰীতি-নীতি সাল-সলনি কৰিবলগা হয়। মুক্ত বায়ু সেৱন কৰক,' ফুৰক; কিন্তু তাৰ লগত অলপ ব্যায়াম কৰক। মুগুৰ কি আন এনে কোনো বস্তুৰ সহায় লৈ ব্যায়াম কৰিবলৈ নাই কোৱা। আপোনাসকলক মুগাৰ, বাসমূৰ্ত্তি, নাইছু ইত্যাদিৰ

লৈতে চিনাকি কৰি দিবলৈহে ইমানখিনি লেখিলোঁ। আপোনালোকে ছেণ্ডোৰ নাম শুনিছে। ছেণ্ডোও এজন বীৰ পুৰুষ আছিল। তেওঁৰ এজন শিষ্যই কৃতজ্ঞ হৈ তেওঁৰ নামে ঘৰেৰ এলিকেণ্টা দীপত এটি প্ৰাসাদ কৰিছে। এই শিষ্য ক্ৰোৰপতি, তেওঁ কৃতজ্ঞতাৰ ভেনে চানেকি দিবৰ যোগ্য মানুহ; তেওঁৰ নাম ছাৰ ধনজীভাই বোমানজী। তেওঁ বহুত বেমাৰত ভুগিছিল, পাছত ছেণ্ডোৱে ব্যায়াম কৰাই সকলো বেমাৰ ভাল কৰাই তেওঁক সবল আৰু সুস্থ কৰালে। ছেণ্ডোৰ সকলো ব্যায়ামকে তেওঁ সুন্দৰৰূপে কৰিব পাৰিছিল। যেনে গুৰু তেনে শিষ্য। চাওকচোন বাৰু, ব্যায়ামে কি উপকাৰ কৰে! ৰোগীক নিৰোগী কৰে। আপোনালোকে, আমাৰ ভৱিষ্যতৰ মাক-বাপেকৰ জননীসকলে তেনে ব্যায়াম কৰি নিৰোগী, সুস্থ হ'ব নোখোজেনে? আজিৰেই গৈ ঘৰৰ গৰাকীক সোধে যেন—যেতিয়া তেওঁলোকে ভোজন কৰি আৰাম প্ৰয়াসী হৈ বহিব তেতিয়া 'জে. বকৰাই দেখোন মুলাৰ, ৰামমূৰ্ত্তি, নাইডু, ছেণ্ডোৰ কথা কিবাকোৰ ক'লে—এওঁলোকনো কোন?' আৰু তেওঁলোকৰ বিষয় জানিয়েই অন্ত নিদিব, তেওঁলোকৰ উপদেশ পালন কৰিব—তেওঁলোকে তিকতাৰ উপযোগী কিতাপ লেখিছে, ব্যায়ামৰ কথা কৈছে; তিকতাই কেনে অৱস্থাত কি কৰিব লাগে তাকো লেখিছে। সেইবোৰ কিতাপ পঢ়ি উপদেশমতে চলিব দেই।

ব্যায়াম বহুত প্ৰকাৰ আছে—খোজকঢ়া, সাঁতোৰা ইত্যাদি; আৰু যি যি আছে আপোনাসকলে জানে। ইয়াত নক'লেও হ'ব।

মাতৃৰ প্ৰধান কাম হৈছে সন্তানক শিক্ষা দিয়া। এই শিক্ষা মাতৃৰ জনমৰ আগৰপৰা আৰম্ভ হয়। বিশেষকৈ আৰম্ভ হয়—সন্তান ভূমিষ্ঠ হোৱাৰ ৯।১০ মাহ আগৰপৰা। আৰু সন্তান ভূমিষ্ঠ হ'লেতো কথাই নাই। এইখিনি সময়ত মাতৃয়েই শিক্ষয়িত্ৰী। মাতৃয়ে এইখিনি সময়ত যি কৰে, সন্তানৰ মৃত্যুলৈকে তাৰ ছাপ থাকে। পাছত মাত ফুটিলে ল'ৰা-ছোৱালীয়ে মইনা-ভাটৌৰ দৰে যি কথা শুনে, তাকে মনত ৰাখে আৰু আপুনি অনুকৰণ কৰে। লাহে লাহে ল'ৰা-ছোৱালীয়ে নিজে চিন্তা কৰিব নোৱৰালৈকে গৃহই শিক্ষাক্ষেত্ৰ। পিতৃৰ দৃষ্টান্ত আৰু মাতৃৰ শিক্ষাই সন্তানৰ মূল। মাতৃয়ে এইখিনি সময়ত সন্তানৰ শিক্ষাৰ নিমিত্তে যেনেকৈয়ে লাগি যাব লাগে। সকলো শিক্ষা দিয়া উচিত, এই কাৰণে সন্তানক শিক্ষা দিব লাগে এক মুহূৰ্তৰ আওকাণ নিদিয়াকৈ সন্তানৰ শিক্ষাৰ বিধিনি হ'ব পাৰে। আইদেউসকল, এইখিনি সময় আপোনালোকৰ পক্ষে বৰ টান সময়। ইংৰাজীৰ পণ্ডিত ৰাস্কিনে (Ruskin)

কৈছে, "The whole period of youth is one essentially of formation, edification, construction. There is not an hour of it but is trembling with destinies; not a moment of which once passed, the appointed work can ever be done again, or the neglected blow can be struck on the cold iron." ইয়াৰ ভাবাৰ্থ হৈছে—সৰু বয়সতে ল'ৰাই গঢ় লয়, এইখিনিয়েই শিক্ষা আৰু উন্নতিৰ সময়। প্ৰতি ঘণ্টাই বিশেষ ঘটনামূলক। কামৰ এক মুহূৰ্ত্ত ইফাল-সিফাল হ'লে সেই কাম আৰু কেতিয়াও কৰা নহয়। স্কুলৰ শিক্ষকসকলে কয়, ইয়াতো, বিদেশতো—যে যিসকল ল'ৰাই ঘৰত সু-শিক্ষা পায়, সেইসকল ল'ৰা স্কুলতো আদৰ্শ ছাত্ৰ হয়।

মাতৃ জাতিৰ কি অধিকাৰ চাওকচোন—ইংৰাজীত কৈছে, "The hand that rocks the cradle rules the empire." মাতৃৰ হাতেই জগত শাসন কৰে। পৃথিবীৰ উন্নতি আপোনালোকৰ হাতত। সেইদেখি আপোনাসকলৰ উন্নতি আপোনাসকলে নিজেই সাধন নকৰিলে জগতৰ অমঙ্গল হ'ব। আইদেওসকলে ভাবি চাব। ইংৰাজীত এটি গীত আছে, "Home, sweet home." নিজৰ গৃহৰ, নিজৰ দেশৰ বিষয়ে এই গীতটি। জগতৰ চিনাকি যেদাম এদেলীনা পেতিয়ে এই গীত গাই পশ্চিমৰ সভ্য জগতক মোহিত কৰিছিল। সকলোৱে এই গীত গায়, সকলোৱে জানে; কিন্তু তেওঁৰ মিঠা মাতৰ কি মোহিনী শক্তি আছিল, সেই গীত শুনি সকলোৱে মন গৃহ আৰু দেশৰ ফালে টান লৈ উত্ৰাৱল হৈছিল। আমাৰো আটাইৰে তেনে Home, sweet home আছে। আৰু আপোনাসকল সেই Home, sweet home-ৰ গৃহিণী। সম্ৰাট এগ্ৰিকোলাই কৈছে যে "It is easier to rule an empire than a home." ৰাজ্য শাসন কৰা উজু; কিন্তু গৃহ শাসন কৰা টান। আপোনাসকল শক্তিৰ প্ৰতিমূৰ্ত্তি। নিজক আৰু শক্তিশালিনী কৰক। গৃহস্থসকলে গৃহিণীকেই গৃহ বুলি কয়, আপোনাসকলেই সেই গৃহৰ ৰাণী।

ভগৱানে আপোনালোকক এই মহৎ কাৰ্য্য সম্পন্ন কৰিবলৈ বল দিয়ক। যিসকল মানুহ পৃথিৱীত ডাঙৰ হৈছে, তেওঁলোকৰ প্ৰায় সকলোৱেই কয় যে মাতৃৰপৰা শিক্ষা, উৎসাহ, আদৰ্শ, দৃষ্টান্ত পাইহে তেওঁলোক ডাঙৰ হৈছে। নেপোলিয়ান বোনাপাৰ্টে এই মত সমৰ্থন কৰি কৈছিল যে মাক আজ্ঞ হ'লেই সন্তান ভাল হয়। এদিন তেওঁৰ এজন বন্ধুৱে (মেদাম কাম্পা) সৈছে

এই বিষয় কথা হৈছিল। নেপোলিয়ানে ক'লে, "আধুনিক শিক্ষাৰ দোষ এটি আছে, অভাৱ আছে, নহয়নে? অভাৱকেৰি কি কওকচোন?" মেদাম কাম্পাই ক'লে—"মাতৃ"। নেপোলিয়ানে ক'লে, "ঠিক, সঁচা কথা, আপুনি এটি কথাতে উত্তৰ দিলে—সুশিক্ষিতা মাতৃ লাগে।" এনে উদাহৰণ বহুতো দিব পাৰি; দি কাকত বঢ়াই আপোনালোকৰ আমনি নবঢ়াওঁ। আপোনা-সকলক ইমানবোৰ কথা কোৱা মোৰ ধৃষ্টতাহে হৈছে। অলপ দেখি-শুনি যি পাইছোঁ তাকে আপোনালোকক ক'বলৈ সুযোগ পাইহে ইমানবোৰ কথা ক'লোঁ। ক্ষমা কৰিব। আৰু এটি কথা এইখিনিতে ক'ব খোজোঁ—মহিলা সমিতিৰ কেঁচুৱা অৱস্থা হ'লেও বহুতো কাম হাতত ল'ব পাৰে। তাৰে এটি হৈছে—ছোৱালীৰ হাই স্কুল। মহিলা সমিতিয়ে হাই স্কুলৰ অভাৱ পূৰণ কৰিব পাৰে। কেনেকৈ পূৰণ কৰিব পাৰে—য'ত আৰু যাক অভাৱ জনালে অভাৱ পূৰণ হয়, তেনে ঠাইত অভাৱৰ বিষয় জনাই। আপোনালোকৰ ঘুটীয়া সম্পাদিকা দুজনাই আপোনালোকৰ মত আৰু আদেশ পালে এই কাম হাতত ল'ব পাৰে। আৰু তেওঁলোকে হাতত ল'লে এই কামত যে তেওঁলোক কৃতকাৰ্য্য হ'ব, ই নিশ্চয়।

এতিয়ালৈকে গৃহস্থৰ কথা কোৱা নাই। এজন ডাঙৰ মানুহে কৈছে, "**A man is as his wife makes him.**" ঘৰৰ ঘৈণীয়ে যেনেকৈ ৰাখে, গৃহস্থ তেনেকৈয়ে থাকে। এইকেৰি কথাৰ মূল্য আপোনালোকে বুজে। চাওকচোন, ৰন্ধা-বঢ়াৰ অলপ ব্যতিক্ৰম হ'লে, চাকৰ-নাকৰৰ উপদ্ৰৱ হ'লে, গৃহস্থৰ কেনে মেজাজ হয়। বিলাতৰ ৰসিক মানুহে জজ, মেজিষ্ট্ৰেটৰ মেজাজ কচাৰি ঘৰত অলপ গৰম হ'লে কোৱা শুনা যায়, "আজি চাগৈ বপুৰীৰ খোৱা ভাল নহ'ল। খোৱা বস্ত্ৰ চাগৈ জীণেই নাই বোধ।" নহ'লে "ওঁ বুজা গৈছে, আজি ঘৈণীৰে সৈতে কিবা অলপ লাগিল হ'বলা।" সঁচাকৈয়ে চাবলৈ গ'লে ঘৰৰ মানুহৰ, চাকৰ-নাকৰৰ সুখ-দুখৰ ভাৰ আপোনালোকৰ হাততে। এই কথা লেখি থাকোঁতে এটি গল্প মনত পৰিল, গৃহস্থলকলে যেন মোক মাৰ্জ্জনা কৰে। মোৰ কল্পিত কথা নহয়, কাকতত পঢ়িছে কৈছোঁ। সিদিনা অলপতে এজন ডাঙৰ ডাক্তৰে বিলাতত এখনি মহিলা সভাত বক্তৃতা দিওঁতে বহুত কথাৰ মাজত এইকেৰি কথাও ক'লে, "মহিলাসকল, আপোনালোকৰ স্বামীৰ যদি মেজাজ বেয়া হৈ ইহু-পিহাই বুলে, কামত মন নিদিয়ে, তেনেহ'লে তেওঁলোকক গাধীৰ আৰু সৌ দিব, ঘৰ নীৰৱে নিস্তব্ধে ৰাখিব। তাতকৈও যদি মেজাজৰ মাত্ৰা বঢ়া যেন দেখা যায়, যেনে—ঘৰত মাৰ-পিত কৰিবলৈ আৰম্ভ কৰে, তেতিয়া হ'লে দৰোনৰ ব্যৱস্থা

কৰিব।" আইহঁতসকল, মই আপোনালোকক লঘোনৰ ব্যৱস্থা কৰিবলৈ কোৱা নাই, কিয়নো মোৰ অসমত তেনেবিধ যোগৰ উৎপত্তি নাই। কিন্তু গাখীৰ আৰু মৌ দিব। গাখীৰ আৰু মৌ খালে মেজাজ মিঠা হ'বই হ'ব—সি যি কোনো উগ্ৰ মেজাজ হওক।

গুৱাহাটীৰ মহিলাসকলকো কৈছিলোঁ, এতিয়াও কওঁ—আপোনাসকলে ফুলৰ বাগিচাৰ লগত, শাক-পাচলিৰ লগত লাগতিয়াল দৰৱ-জাতিৰ বাগিচা কৰিলে সকলোৰে উপকাৰ হ'ব। সৰু-সুৰা বেমাৰৰ পক্ষে আমাৰ উদ্ভিদ আদিয়েই ভাল, খৰচো নাই। চাফ-চিকণ ঠাইত এনে দৰৱ আদি গজিলে খাবলৈও শ্ৰদ্ধা হয় আৰু কোনো অপকাৰো নহয়। আগেয়ে প্ৰতি গৃহিণীয়েই এনেবোৰ দৰৱ-জাতিৰ উপকাৰিতা জানি ওচৰতে ৰাখিছিল। নিজৰ পৰিয়ালৰো উপকাৰ কৰিছিল, আনকো উপকাৰ কৰিছিল। ইংলণ্ডতো পূৰ্ব্বৰ গৃহিণীসকলে এনে উদ্ভিদাদিৰ উপকাৰিতা জানি এই বন্য লতা, গছ-গছনিৰ যত্ন লৈছিল। আপোনা-লোকে কৰিবনে? মই ভুক্তভোগী দেখি এইকেৰি নিবেদন কৰিলোঁ। স্তৰ প্ৰফুল্লচন্দ্ৰ ৰায়ৰ বেঙ্গল কেমিকেল ৱাৰ্কছে আমাৰ দেশৰ দৰবাদি জনসাধাৰণৰ ওচৰলৈ আনিছে। সেইগুণে তেওঁ আৰু তেওঁৰ সহকৰ্ম্মীসকল আমাৰ ধন্যবাদৰ পাত্ৰ। আপোনালোকে বৰুৱাভাৱে আমাৰ জনসাধাৰণৰ সহায় কৰিব পাৰে। আসামৰ ডাঙৰ নগৰবোৰত ( মই গুৱাহাটীৰ কথাই বিশেষকৈ কৈছোঁ ) এনেবোৰ ঔষধ কিনিবলৈও পোৱা নেযায় আৰু বিচাৰিলেও পোৱা টান। কলিকতা হেন মহানগৰীতো—য'ত ইটা, শিল, বিলাতী মাটিৰে ভৰা বাট-পথ, ঘৰ-বাৰী—এইবোৰ কিনিবলৈ পোৱা যায়। কিন্তু আমাৰ নগৰবোৰত পোৱা টান। দুখৰ কথা নহয়নে? ঘৰে ঘৰে চাফ ঠাইত এই কৃষি কৰিবনে?

১৯১৭।১৮ খ্ৰীষ্টাব্দত ভাৰতলৈ বজাৰ আদেশমতে স্তৰ মাইকেল ছেড্‌লাৰ, স্তৰ আশুতোষ মুখাৰ্জী আৰু আন কেজনমান বিজ্ঞ লোকে ভাৰতৰ শিক্ষা-কেন্দ্ৰৰ কৰ্ম্ম—বিশেষকৈ কলিকতা বিশ্ববিদ্যালয়ৰ কৰ্ম্ম—পৰিদৰ্শন কৰিছিলহি। তেওঁলোক গুৱাহাটীলৈ আহিছিল। বহুত মানুহৰ মত তেওঁলোকে বিচাৰিছিল, আপোনা-সকলৰ সেৱকৰ মতো খুজি পঠাইছিল। স্ত্ৰী-শিক্ষা সম্বন্ধে মোৰ মত যি দিছিলোঁ, তাৰে আভাস ইয়াত দিওঁ।

"আমাৰ তিকতাৰ খাই কাম হৈছে—ভাল মাতৃ আৰু ভাল গৃহিণী ( ঘৈণী ) হোৱা। তেওঁলোকে বিশ্ববিদ্যালয়ৰ ডিগ্ৰীৰ ছাপ লোৱাত মই একো আপত্তি নেদেখোঁ। তেওঁলোকৰ ভিতৰৰ কোনো-কোনোৱে আমাৰ জোৱানী

স্কুল-কলেজৰ তত্ত্বাৱধান কৰিবলৈ শিক্ষা লোৱা আৱশ্যক। স্ত্রী-শিক্ষা আমাৰ দেশত নহ'লেই নহয়। কিন্তু তেওঁলোকৰ প্রকৃত কর্ম্মক্ষেত্র হৈছে—তেওঁলোকৰ গৃহ। নিজে আঁকা ছবিৰে তেওঁলোকৰ ঘৰ শোভিত হ'ব লাগে। তেওঁলোকৰ গীত-বাদ্যত অভিজ্ঞতা হ'ব লাগে। কলা-বিদ্যা, শিল্প ইত্যাদিও তেওঁলোকে শিক্ষা কৰিব লাগে। তেওঁলোক ডাক্তৰ আৰু সেৱিকা হ'বৰ উপযুক্ত। স্কট বাল্টাৰ স্কটৰ ভাষাত ক'বলৈ গ'লে, তেওঁলোক 'Ministering angels when pain and anguish wring the brow'—যেতিয়া মানুহৰ দুখ-শোক হয়, তেতিয়া তেওঁলোকে স্বর্গীয় দেৱীৰ দৰে মানুহৰ দুখ-কষ্ট হৰণ কৰে। তেওঁলোক বন্ধা-বঢ়াত দ্রৌপদী হ'ব লাগে। তেওঁলোকক ৰন্ধন-প্রণালী সুন্দৰভাৱে শিক্ষা দিব লাগে।" এতিয়া মই তাকে কওঁ।

আপোনাসকলে ঘৰৰ জীৱনটো ওখ আহি ৰাখি চলিব পাৰে। ঘৰখন সুখময় কৰি চলিবলৈ হ'লে মনটোক সত্য-শিৱ-সুন্দৰৰ বলত সিক্ত কৰি থ'ব লাগে। এজন অসমীয়া কবিয়ে কোৱাৰ দৰে আপোনালোকে নিজে নিজেই আহিস্বৰূপে ঘৰত অধিষ্ঠান কৰিব পাৰে।

"প্রকাশি উষাৰ দৰে নিতউ নতুন।
নিবা মোক সুন্দৰৰ স্বর্গ ৰাজ্যলই;
পঠিয়াবা কামলই, বেলিটিৰ দৰে
উজ্জ্বলাবা তুমি মোৰ গোটেই ভুবন,
সন্ধিয়াৰ দৰে মোৰ হৰিবা ভাগৰ
বুলাই কোমল হাত সন্তাপিত গাত।
টোপনিৰ দৰে মোক পেলাবা আবৰি
সপোনত হ'বা মোৰ ৰহস্য নায়িকা
আছে হৃদয়ত যিবা আকাঙ্ক্ষাৰ দেশ
সকলোৰে অধিষ্ঠাত্রী হ'বা তুমি আজি।
আকাশ-পটত উঠি জোনাইৰ দৰে
প্রচাৰিবা জগতত 'ৰবমে ধৰম'।"

মহর্ষি দেবেন্দ্রনাথ ঠাকুৰে তেওঁৰ 'ব্রাহ্মধর্ম' বুলি কিতাপখনত আন আন সম্প্রদায়ৰ লগত এই সম্প্রদায়টিৰ পাৰ্থক্য দিছে। মোৰ ভাল লাগিল দেখি আপোনালোকক নিবেদন কৰিলোঁ। তেওঁ 'শ্রেয়' আৰু 'প্রেয়'ৰ ব্যাখ্যা কৰিছে।

ঈশ্বৰৰ ফালে যোৱাই শ্ৰেয়, আৰু সংসাৰৰ সুখত ডুবি যোৱা প্ৰেয়। কেতিয়াবা কেতিয়াবা আমাৰ ঈশ্বৰৰ ফালে মন যায়, কেতিয়াবা কেতিয়াবা সংসাৰৰ ফালে। যিসকলৰ মন ঈশ্বৰৰ ফালে যায়—তেওঁলোকৰ পৰম মঙ্গল হয়, আৰু যিসকলৰ মন সংসাৰৰ ফালে যায়—তেওঁলোক কেতিয়াও সেই পৰম পবিত্ৰ ব্ৰহ্মানন্দ লাভৰ উপযুক্ত নহয়। যিসকল ঈশ্বৰ-ভক্ত, তেওঁলোকে সেই পৰম প্ৰেমাস্পদৰ অভিপ্ৰায় বুজি ভাবি সাংসাৰিক কাম কৰে, আৰু যিসকলৰ সংসাৰতে আসক্তি, তেওঁলোকে সাংসাৰিক সুখেই পাবৰ নিমিত্তে পৰম মঙ্গলময় ঈশ্বৰৰ উপাসনা কৰে। সংসাৰ-ভক্ত আপোনপেটীয়া মানুহে কেতিয়াও অন্তৰৰে সৈতে এনে কথা ক'ব নোৱাৰে যে "হে পৰমাত্মন্। তোমাৰ আজ্ঞানুসাৰেই মানুহৰ হিতৰ নিমিত্তে আৰু তোমাৰ প্ৰীতিৰ নিমিত্তে সংসাৰ-যাত্ৰা নিৰ্ব্বাহ কৰিবলৈ প্ৰবৃত্ত হওঁ।" যেতিয়া আমি সঁচাসঁচিকৈ উৎসাহেৰে এই কথা ক'ব পাৰিম আৰু আমাৰ সকলো কাৰ্য্যৰ যেতিয়া এই এক লক্ষ্য হ'ব, তেতিয়া জানিব যে আমি শ্ৰেয়কে অৱলম্বন কৰিছোঁ।

'এই ভাব ওখ। কিন্তু ওখ হ'লেও এনে আদৰ্শ সকলো সময়তে গৃহী আৰু গৃহিণীৰ আগত থাকিব লাগে দেখি—মই আপোনাসকলক এই মহাত্মাৰ বাণী দান কৰিলোঁ। কবি-গুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ ভাষাৰ আভাস লৈ আপোনা-সকলক কওঁ—আইদেওসকল, আপোনাসকলে যি বাটেদি যায়, সেই বাটেদিয়ে যাওঁতে সকলোকে সন্তোষ দি যেন যায়। ভগবানে আপোনাসকলৰ মঙ্গল কৰক, তেওঁৰ ওচৰত এই প্ৰাৰ্থনা।

ব্ৰহ্মকৃপাহিকেৱলম্।

# অসম সাহিত্য সভা*

ওঁ পিতা নোঽসি পিতা নো বোধি নমস্তেঽস্তু মা মা হিংসীঃ।
বিশ্বানি দেৱ সবিতুৰ্দুৰিতানি পৰাসুৱ যদ্ভদ্ৰং তন্ন আসুৱ।
নমঃ শম্ভৱায় চ ময়োভৱায় চ।
নমঃ শঙ্কৰায় চ ময়স্কৰায় চ নমঃ শিৱায় চ শিৱতৰায় চ।

করুণাময় প্ৰভু, তোমাৰ অনন্ত শক্তিৰ কণামাত্ৰ দান কৰি আমাৰ এই কাম সুসমাধা কৰিবলৈ আমাক বল দিয়া। তুমি আমাক কৃপা কৰা, এই আমাৰ মহৎ কামত তোমাৰ অলপমান কৃপাবাৰি বৰ্ষণ কৰা, দয়াময়! প্ৰভু, তোমাৰ আশীৰ্বাদ নেপালে আমাৰ কোনো কামেই সিদ্ধ নহয়। তোমাৰ অনন্ত অসীম ভঁৰালৰপৰা আমাক একণ মাথোন আশীৰ্বাদ দি এই কাম যে তোমাৰ নিজৰ—তাৰ চিনাকি দিয়া।

আদৰণি সভাৰ মাননীয় সভাপতি ডাঙৰীয়া, আই আৰু আইদেওসকল আৰু আন আন প্ৰিয় বন্ধুসকল!

যোৰহাটৰ সভাৰপৰা নিমন্ত্ৰণ পত্ৰ পাই আপোনাসকলৰ অনুমতি অনুসাৰে এই সভালৈ আহি এই আসনত বহিছোঁহি। যোৰহাটৰ সভাই ভালকৈ জানে—মোৰ মনৰ ভাব কি। তেওঁলোকক এবাৰ নহয় কেবাবাৰো কৈছিলোঁ যে মই এই আসনৰ যোগ্য নহওঁ। তেওঁলোকে নুশুনিলে। আপোনাসকলৰ নিমন্ত্ৰণ মৰমৰ নিমন্ত্ৰণ। এনে নিমন্ত্ৰণ ৰক্ষা নকৰি নোৱাৰিলোঁ। ৰক্ষা নকৰা হ'লে ই অতি অশুৱনী হ'লহেঁতেন; সেইদেখি মোৰ শত ত্ৰুটী আছে জানিও আপোনাসকলৰ সেৱকৰূপে আহি আপোনাসকলৰ আগত উপস্থিত হ'লোঁহি। আপোনাসকলে ভাবিব পাৰে যে মই "মামুলী গৎ" গাই নিজৰ ত্ৰুটীৰ কথা কৈছোঁ। সত্যে সত্যে সত্যে জানিব, মোৰ অন্তৰৰ কথাহে মই কৈছোঁ। আমাৰ

* ১৯৩৩ খ্ৰীষ্টাব্দৰ ডিচেম্বৰ মাহৰ ২৭ আৰু ২৮ তাৰিখে উত্তৰ লখীমপুৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ চতুৰ্দশ অধিবেশনৰ সভাপতিৰ অভিভাষণ। —সম্পাদক, জ্যো.ৰ.

সাহিত্য সভাৰ গধুৰ বাব আপোনাসকলে মোক দিছে, সেই বাবৰ যেন মই যোগ্য পূজাৰী হওঁ। বাইজক ধন্যবাদ দি এই আসন গ্ৰহণ কৰিলোঁ।

আমাৰ এই সভাৰ নাম অসম সাহিত্য সভা। আজি-কালি অসম বুলিলে আমি মণিপুৰেৰে সৈতে ব্ৰহ্মপুত্ৰ ভৈয়ামৰ জিলাবোৰ, সুৰমা ভৈয়ামৰ আৰু ওচৰ-চুবুৰীয়া পৰ্ব্বতীয়া জিলাবোৰ বুজোঁ। কিন্তু আপোনাসকলে জানে, মইয়ো জানো যে অসম আমি যাক বোলোঁ সেই ৰাজ্য ইমান ঠেক নাছিল। বহল আছিল, বৰ বহল আছিল। এই কথাকেৰি কলিকতাৰপৰা দাৰ্জিলিঙলৈ গ'লে চকুত নপৰে; কিন্তু গুৱাহাটী কি এই কালৰ কোনো এখন ঠাইৰপৰা গ'লে চকুত পৰে আৰু চকুৱে কয়, "চোৱাঁ, আমাৰ অসম কিমান বহল!" ১৯২৯ খ্ৰীষ্টাব্দত এবাৰ ইয়াৰপৰা দাৰ্জিলিঙলৈ যাওঁ। পাৰ্বতীপুৰৰপৰা শিলিগুড়িলৈকে গাঁওবোৰ, ঘৰবোৰ, বাৰীবোৰ—সেই আমাৰ অসমীয়া বাঁহ, কল, তামোলেৰে ভৰা। মানুহবোৰ সকলো অসমীয়াৰ দৰেই দেখিলোঁ। বঙ্গদেশৰ আন আন ঠাইৰ ঘৰবোৰৰ চাল, বিশেষকৈ পশ্চিমবঙ্গৰ—হাতীপিঠীয়া। সেইকালৰপৰা দেখিলোঁ আমাৰ অসমীয়া ঘৰ—হুবহু। দেখি ভাবিলোঁ যে মোৰ অসমৰ বিস্তৃতি ইমান দূৰলৈকে আছিল। মনত আনন্দ পালোঁ। শিলিগুড়ি আৰু জলপাইগুড়ি আগৰে পোৱা ঠাই। এই 'গুড়ি' কথাফেৰিয়েই বহুত বছৰ আগৰেপৰা মোৰ মনৰ ভাবক এই পন্থী কৰিছিল। তেতিয়া এই 'গুড়ি' কথাবাৰে আমাৰ ডিমৰুগুড়ি, ভেলেউগুড়ি, জামুগুড়ি ইত্যাদিৰ কথা মনত পেলাই দিছিল। ১৯২৯ খ্ৰীষ্টাব্দত এই কথাফেৰি আৰু ডাঠকৈ মনত পোত খালে। এতিয়া মই হাঁকি ক'ব পাৰোঁ যে আমাৰ অসমৰ বিস্তৃতি সেইকাললৈকো আছিল। আপোনাসকলে একেবাৰেই নিভাঁজ ৰংপুৰীয়া, কোচবিহাৰীয়া মাতৰ সৈতে আমাৰ মাত অলপ গমি চাই মিলালেই দেখিব যে এই মাতবোৰৰ কি সুন্দৰ সাদৃশ্য! তেওঁলোকৰ উচ্চাৰণৰ কালেও মন কৰি চাব। ৰংপুৰ, কোচবিহাৰো আমাৰ আছিল। এজন ৰংপুৰৰ জমিদাৰক পৰহি সোধাত ক'লে, "এৱা আছিলতো, কৰতোৱা নৈ মোৰ ঘৰৰপৰা পাঁচ মাইলমান আঁতৰত।"

এইখিনি লেখাৰ পাছতেই পিচলৈকেতাৰ 'আসাম বুৰঞ্জী'খনি আনি চালোঁ। তাতত এনেদৰে লেখা আছে (১৮৮৪ খ্ৰীষ্টাব্দৰ গুণাভিৰাম বৰুৱাৰ বুৰঞ্জী হল পাত চাওক)—"দ্বিতীয় অধ্যায়। আসাম দেশৰ 'অসম' নাম আধুনিক। পূৰ্ব্বে ই নাম নাছিল। আৰু এতিয়া যি সীমা ধাৰ্য্য হৈছে সিও পূৰ্ব্বে নাছিল। মহাভাৰত, কালিকাপুৰাণ, যোগিনীতন্ত্ৰ প্ৰভৃতিত এই দেশৰ নাম



অসম সাহিত্য সভাৰ সভাপতি

**জ্ঞানদাভিৰাম বৰুৱা**



১৯৫৩ চনত ( জানুৱাৰী—অক্টোবৰ ) গুৱাহাটীৰ চিভিল হাস্পতালত জে. বৰুৱা। কোলাত জী-নাতি টিংকু। থিয় হৈ থকাসকল (বাওঁফালৰপৰা)—বৰবোৱাৰী গুল, বৰপুত্ৰ মনোভিৰাম, কণিষ্ঠপুত্ৰ চিন্তাভিৰাম আৰু একমাত্ৰ কন্যা ইৰা ঠাকুৰ।

উল্লেখ আছে। কিন্তু তাত 'অসম' নাম নাই। পুৰাণ প্ৰভৃতি চালে এইটোহে জানি যে পূৰ্ব্বকালৰ কামৰূপ, শোণিতপুৰ, হিড়ম্ব, মণিপুৰ আৰু কৌণ্ডিল্য—এই কেইদেশৰ অধিকাংশই এতিয়া অসম নামে প্ৰসিদ্ধ হৈছে। গুৱাহাটীক পুৰাণত প্ৰাগ্‌জ্যোতিষপুৰ বোলে।" (আকৌ সেই কিতাপৰ ৮ পাত চাওক) "ওপৰত যি দেশভাগৰ কথা ক'লোঁ, সেই ভাগবিলাক যি সময়ত মহাভাৰত আৰু ভাগৱত-কথা ৰচনা কৰা হয় সেই সময়ৰহে। পাছে পুৰাণ আৰু তন্ত্ৰৰ সময়ত হ'লে এই দেশৰ অধিকাংশই কামৰূপৰ ৰাজত পৰিছিল। কৰতোৱা নদী বঙাল দেশৰ ৰংপুৰ জিলাত আৰু দিক্করবাসিনী বা দিকৰাই নদী উজনিত আছে। এই নামবোৰৰ পৰা এটি উপলব্ধি হয় যে শোণিতপুৰ, হিড়ম্ব, কৌণ্ডিল্য প্ৰভৃতি দেশ ক্ৰমে শক্তিভ্ৰষ্ট হোৱাত কামৰূপৰ ৰজাই আপোন দেশ সেই সেই সীমালৈ বিস্তৃত কৰিলে। একেবাৰে এইৰূপে ৰাজ্য বঢ়াব পাৰিছিল, এনে নহয়। ইয়াত সেই সেই দেশে লৈতে অনেক ৰণ-বিগ্ৰহ হৈছিল। কামৰূপৰ সেই সীমাৰ ভিতৰত ৰংপুৰ, কোচবিহাৰ আৰু জলপাইগুড়ি পৰে। ইফালে মৈমনসিংহ জিলাৰ কিছুমান আৰু শ্ৰীহট্টৰ কিছুমান পৰে। বস্তুতঃ মৈমনসিংহ আৰু শ্ৰীহট্টৰ কোনো কোনো অংশ যে কামৰূপৰ অধীন আছিল-এইটো শীঘ্ৰে বিশ্বাস কৰিব নোৱাৰি। ব্ৰহ্মপুত্ৰৰ কূলত হ'লে ৰংপুৰ, কোচবিহাৰ আৰু জলপাইগুড়ি সম্পূৰ্ণৰূপে কামৰূপৰ অধীন।" আপোনাসকলে এই সকলো বিষয়েই জানে। এইবিলাক কথা আপোনালোকৰ আগত কোৱাটোৱেই বৃথা বুলি ভাবোঁ। কিন্তু যেতিয়া ভাবোঁ—মোৰ অসম কিমান বৃহৎ আছিল, তেতিয়া মোৰ মন উন্নত হয়, বুকু স্ফীত হয়, আৰু মোৰ ইচ্ছা হয়—যেতিয়া সেইফালে যাওঁ, ক'বলৈ যে এই দেশো মোৰ নিজৰ অসম। ১৯৩১ খ্ৰীষ্টাব্দৰ পূজাৰ বন্ধত কেদিনমানৰ নিমিত্তে কলিকতালৈ গৈছিলোঁ। ৰেইলত দেখা হ'ল ৰংপুৰৰ জমিদাৰ শ্ৰীযুত এন্. এন্. ৰায়চৌধুৰীৰ লগতে, আৰু আন আন মানুহৰ ভিতৰত দেখা হ'ল ৰংপুৰৰ ট্ৰেইনিং স্কুলৰ অধ্যক্ষৰ লগতে। দুজন-লোক যেতিয়া ৰংপুৰত নামিল, ময়ো সেই ষ্টেচনত নামি তেওঁলোকক ক'লোঁ, "আগেয়ে ৰংপুৰ অসমৰ আছিল। এতিয়া মই এই ষ্টেচনত নামি অসম চুলোঁ।" মোৰ বৰ আনন্দ হ'ল।

অসম, অসম যে বৃহৎ অসম—এই কথা অনেকে দীঘলাই-বহলাই ক'লেও হয়। কিন্তু দিন-কাল ভাবি-চাবি এনে দিনত আৰু বিপদ দেখোঁ যে অসমীয়া-সকলে, মুছলমান-মুনিষা পাছেহে এই কথা আওকাণ কৰা ভাল। দুর্-ভাগ্য ...

কোৱা ভাল। মই অসমীয়া, যেনেকৈ আগেয়ে ৰোমান সাম্ৰাজ্যৰ মানুহে কৈছিল, ওথ হৈ থিয় দি বুকু স্ফীত কৰি কৈছিল, **Ego Romanus sum**—মই ৰোমান। চাওক কেনে সুন্দৰ শুনি। এতিয়াও ইংৰাজবিলাকে যেনেকৈ কয়, **"I am an English man"** আৰু কিবা বস্তু বেয়া লাগিলে **"This is not English"**, তেনেকৈ আমাৰো নিজৰ বিষয়ে আমাৰ ভাষাত আমি ক'ব পাৰোঁ, **"I am an Indian", "I am an Assamese."**

এতিয়া চাওঁ ৰবিন্সনে কি কয়—যেনেকৈ বঙ্গদেশত **Carey, Marshman, Word**-এ বঙলা ভাষা আগুৱালে, তেনেকৈ আমেৰিকান মিচনেৰীবিলাকে আমাৰ ভাষা আগুৱালে। মোৰ বিমান দূৰ জনা আছে—তেওঁলোকেই প্ৰথমে মোৰ অসমলৈ মুদ্ৰাযন্ত্ৰ আনে। তেওঁলোকেই প্ৰথমতে বাতৰিকাকত 'অৰুণোদই' ছপায়। কোনজন মনীষীৰ মস্তিষ্কৰপৰা এই 'অৰুণোদই' নাম ওলাইছিল ক'ব নোৱাৰোঁ, মই নেজানো। কিন্তু তেওঁ যে এজন চিন্তাশীল দূৰদৰ্শী মানুহ—এই বিষয়ে কোনো সন্দেহ নাই। **Ex oriente lux**—পূবৰপৰাই পোহৰ হয়। এই পূবৰ পোহৰেই লাহে লাহে গৈ আন ঠাইত পোহৰ দিয়ে। সি যাক যি হওক, এই আমাৰ মন, নহয় চিত্ত—আৰামকাৰী অসমীয়া 'অৰুণোদই' দেখি বিলকল মাৰ্কিনী বন্ধুৰে 'অৰুণোদই' কাকতৰ সৃষ্টি কৰিলে তেওঁলোকক এই-খিনিতে অন্তৰৰ ধন্যবাদ দিওঁ। এই 'অৰুণোদই' কাকতে বহুত অসমীয়া লেখক সৃষ্টি কৰিলে। আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা আদি লেখকে এই অৰুণোদইতে প্ৰথমে লেখে। আৰু আমাৰ প্ৰাচীন সাহিত্যিক, দেশপ্ৰেমিক শ্ৰীযুত কমলাকান্ত ভট্টাচাৰ্য্য ডাঙৰীয়ায়ো এই অৰুণোদইতে প্ৰথমে কলম চলাবলৈ আৰম্ভ কৰে। ভগৱানৰ ইচ্ছাত এতিয়ালৈকে তেওঁ সেই কলমকে চলাই আছে। এই ৰবিন্সনো সেই মাৰ্কিন জাতীয়। বহলাই নকৈ কওঁ যে তেওঁৰ সেই একে মত। যেনেকৈ মানুহ দুখীয়া হ'লে আগৰ ঐশ্বৰ্য্যৰ আৰু গৌৰৱৰ কাহিনী কয়, ময়ো সেইদৰে আগৰ সম্পাদকৰ কথা এইখিনিতে কৈ ল'লোঁ।

অতীতৰ কাহিনী শুনা আমাৰ ভাল। আগৰ দিন কি আছিল আৰু এতিয়াৰ দিন কি হৈছে জানিবৰ মন যায়। অতীতৰ লৈতে বৰ্ত্তমানৰ সম্পৰ্ক, বৰ্ত্তমানৰ লৈতে ভৱিষ্যতৰ সম্পৰ্ক, অতীত আৰু এই বৰ্ত্তমানৰ লৈতে সম্পৰ্ক আছে।

কিন্তু আগৰ দৌলত, আগৰ ধন যেতিয়া নাই, তেতিয়া এই দৌলত, ধনকে ঈশ্বৰৰ দান বুলি ভাবি আমি কাম কৰোঁ কোন। সুৰমা উপত্যকা এৰি দিওঁ।

তেওঁলোকে কয়—তেওঁলোকৰ ভাষাৰ লৈতে আমাৰ একো সম্পৰ্ক নাই; যদিও আপোনাসকলৰ আগৰ এজন সভাপতি শ্ৰীযুত বেণুধৰ ৰাজখোৱা ডাঙৰীয়াই তেওঁৰ বহুতো কিতাপৰ ভিতৰৰ এখন কিতাপত সুন্দৰৰূপে দেখুৱাই দিছে, ছিলটীয়া ভাষাৰ লৈতে আমাৰ ভাষাৰ কি সম্বন্ধ। শ্ৰীহট্ট দেশে আমাক নেলাগে বুলি কয় যেতিয়া, আমি তেতিয়া আমাৰ এই ভৈয়ামৰ ছখন জিলাৰ অৱস্থা চাওঁচোন। আমি এই কেইখন জিলাৰ কথা একাগ্ৰচিত্তে ভাবি এই ছখন জিলাৰে সৰ্ব্বতোভাৱে উন্নতি কৰোঁচোন বাৰু।

গুৱালপাৰা জিলা আমাৰ নিজা। কিন্তু সেই জিলাৰ কোনো কোনো মানুহে অসমীয়া ভাষা নকয়, বঙলাহে কয়। ই বৰ দুখৰ কথা। সাহিত্য সভাৰ প্ৰথম কাম হৈছে—এই ছখন জিলাক পুৰা অসমীয়া কৰা; অৰ্থাৎ এই বিংশতি শতাব্দীত যেনেকৈ এখন দেশক 'অসমীয়া' কি 'বঙালী' কি 'মাৰাঠী', 'গুজৰাটী', 'পাঞ্জাবী' বুলি ক'ব পাৰি। অলপ বহলাই ক'বলৈ গ'লে কওঁ—অসমত অসমীয়াৰ প্ৰাধান্য হ'ব লাগে, বঙ্গদেশত বঙলা আৰু বঙালীৰ প্ৰাধান্য হ'ব লাগে, উৰিষ্যাত উড়িয়াৰ হ'ব লাগে; ভাষাৰো, মানুহৰো। মই সকলো ঠাইতে আন আন কথাৰ মাজত এটি কথালৈ বিশেষভাৱে আঙুলিয়াওঁ। সেইটি হৈছে এই—আমি অতীতৰ কথাকে ভাবি যেন বহি নেথাকোঁ। অতীতৰ আদৰ্শেৰে যেন বৰ্ত্তমানৰ অৱস্থা চাই ভৱিষ্যত গঠন কৰিবলৈ চেষ্টা কৰোঁ। সকলো বিজ্ঞ মানুহে ভৱিষ্যতৰ ফালে চাই কাম কৰে। আমিও কৰো।

সাহিত্য সভাৰ প্ৰথম কাম হৈছে—গুৱালপাৰা ধুবুৰীৰ ফালে চকু দিয়া, গুৱালপাৰা ধুবুৰীক সম্পূৰ্ণৰূপে অসমীয়া কৰা। আমাৰ গুৱালপাৰা ধুবুৰীৰ মানুহ শকত-আৱত অসমীয়া মানুহ। কিন্তু তেওঁলোকৰ কোনো কোনোৱে ভাবে আৰু কয় যে তেওঁলোক আমাৰ নহয়—অসমীয়া নহয়। কি শোকলগা কথা! তেওঁলোকক আমাৰ নিজৰ বুকুলৈ অনাৰ কাম—আমাৰ এই সাহিত্য সভাৰেই। মই পাছত ক'ম কিমান মানুহে জিলাই প্ৰতি মোৰ অসমীয়া কয়। আজি-কালিৰ সীমা মতে গোলোকগঞ্জেই অসম আৰু বঙ্গদেশৰ সীমা। এতিয়া আমাৰে গোলোকগঞ্জৰপৰাই অসম ভাবি আমাৰ কাম-কৰিব লাগিব।

আমাৰ কাম চমু হৈছে, সেইদেখি আমাৰ আনন্দ কৰা ভাল। বুকাৰ ৱাশ্বিংটনে কৈছিল, "মোৰ জাতিক নতুন জাতি কয় (যদিও নিগ্ৰো আফ্ৰিকান জাতিৰ মই আপোনাসকলৰ দেখকে, নতুন জাতি—নিজে ক'ব নোৱাৰোঁ।)।" বুকাৰ ৱাশ্বিংটন মহাপুৰুষে তেওঁৰ নিজৰ জাতিক উদনি দিবৰ নিমিত্তে এই কথা

কৈছিল। আমি জানো যে এই আফ্ৰিকাৰ মিমিত্তেই, ক্লিওপেট্ৰাৰ নিমিত্তেই ৰোম ৰাজ্যৰ ধ্বংসৰ সূচনা হয়। অৱশ্যে আফ্ৰিকা বিৰাট বিপুল। উত্তৰ আফ্ৰিকাৰ সৈতে মধ্যম আফ্ৰিকা কি দক্ষিণ আফ্ৰিকাৰ কোনো সম্পৰ্ক নাই বুলি মানুহে ক'ব পাৰে। কিন্তু আফ্ৰিকাক তেওঁলোকে একে জাতি বুলি ভাবিছিল। সেই আফ্ৰিকাই বুকাৰ ৱাশিংটনৰ আফ্ৰিকা। ৰোমীয় ভাষাৰে ক'বলৈ গ'লে, তেওঁলোকে কৈছিল তেতিয়া, "Ex Africa sempen novum"—সকলো সময়তে আফ্ৰিকাৰপৰা আমি নতুন কথা পাওঁ। কিন্তু সেই বৃহৎ জাতিৰো নেতাই ঊনবিংশ-বিংশতি শতাব্দীত কৈছিল, "জগতে কয়—আমাৰ জাতি নতুন। এই আধুনিক সভ্যতাৰ মতে আফ্ৰিকান নতুন। কিন্তু নতুন নে পুৰণি আপোনালোকে ভাবি চাব।" সেইদেখি বুকাৰ ৱাশিংটনে কৈছিল, "মই আনন্দ কৰোঁ যে এই নতুন জাতিক গঠন কৰিবলৈ সুযোগ পাইছোঁ।" চাওকচোন বাক, কেনে মহৎ ভাব, কেনে সুন্দৰ ভাব! সেই মহাত্মা এই ভাবধাৰাই অনুপ্ৰাণিত হৈ টাস্কেজী বিশ্ববিদ্যালয় সৃষ্টি কৰি জগতক সঁচাসঁচিকৈ দেখুৱালে যে পুৰণাকো নতুন কৰিব পাৰি। সেইদেখি বন্ধুসকল! মই কওঁ যে আমি সেই মহাপুৰুষৰ আৰ্হিৰে আমাৰ এই আজি-কালিৰ দুৰীয়াৰ দুখী অৱস্থাৰ মতে আমাৰ এই এতিয়াৰ নিজা দুখন জিলাক আমাৰ অতি নিজৰ কৰোঁহক।

এই গুৱালপাৰাত এই গ'ল পিয়লত ৮৮২,৭৪৫ মানুহ আছে জানিছোঁ। তাৰে ভিতৰত, মোৰ ভুল হ'ব পাৰে, ৮৩,১৬৫ মতো মানুহে অসমীয়া কয় আৰু ৭৮,০১৪ ডিকডা মানুহে অসমীয়া কয়। চাওকচোন বাক, বাইজৰ সংখ্যালৈ চাই কেইজনে অসমীয়া কয়? কিয় ইমান তাৰুৰ সংখ্যা? আমাৰ কাম হৈছে এতিয়া—এই গুৱালপাৰা জিলাৰ কালে চকু দিয়া। যদিহে আমি চকু নেবাখোঁ, গুৱালপাৰা আমাৰ যে আমাৰ নিজা এই বিষয়ে সময়ে-অসময়ে আমাৰ নিজ ভাষাত, আন ভাষাত, বিশেষকৈ ইংৰাজী ভাষাত, যেন আমাৰ শীৰ্ষস্থানীয় লোক-সকলে মানুহক বুজাবলৈ যত্ন কৰে। নিজৰ দুৱাৰ বদি আমি মুকলি কৰিবলৈ, জনাবলৈ নিজেই নিশিকোঁ, কোনে আমাক শিকাব? কিয় ইমান কম মানুহে তাত অসমীয়া কয়?

তাল যেজে কোনো এটি বেমাৰৰ চিকিৎসা কৰিবলৈ গ'লে বেমাৰীক বহুত কথা সোধে। কোনো কোনো ডাক্তৰ-কবিৰাজে এনে কথাও সোধে, "আপোনাৰ কোনো পূৰ্ব্বপুৰুষৰ এনে এনে (সেয়া বেমাৰৰ নাম কৈ) বোগ আছিলনে?" সেই কথা শুনিলে বেমাৰীৰ আৰু বিশেষকৈ বেমাৰীৰ নিজা মাকৰ-বাপেকৰ

মানুহসকলে তাক্তৰৰ কাণে অৰ্থসূচক ভাবে চায়, এই ভাব কমনীয় ।·থং উঠে, কিন্তু খঙৰ কোনো কাৰণ নাই। তাক্তৰ-কবিৰাজে কাৰণ নিৰ্ণিচাৰিলে কেনেকৈ বেমাৰ ভাল হ'ব ? আমাৰো কাৰণ বিচাৰি উলিয়াব লাগিব। সাহিত্য সভাৰ সভ্য আৰু সহায়কসকলে কিয় গুৱালপাৰাৰ কোনো কোনো মানুহে বঙলা ভাষা আৰু বঙালী বুলি কয়—ইয়াৰ কাৰণ চেষ্টা কৰিলেই উলিয়াব পাৰে।

এই জিলাত ৫০,২৮৫ মতাই আৰু ৪,৭৫৯ তিৰুতাই লেখা-পঢ়া জানে। এই লেখা-পঢ়া জনা মানুহৰ সংখ্যা বঢ়াব লাগে। এই সংখ্যা বাঢ়িলেই গুৱালপাৰাত অসমীয়া মাত মতা মানুহৰ সংখ্যা বাঢ়িব। মই কোনো কোনো গুৱালপাৰাৰ মানুহক দেখিছো—তেওঁলোকে বঙলা কয়, কিয়নো তেওঁলোকে গুৱালপাৰা জিলাৰ ভাষাহে জানে, কামৰূপ কিম্বা উজনিৰ ভাষা ক'ব নোৱাৰে। সেইবেখি লাজ কৰি, বঙলা জনাৰ গতিকে বঙলা কয়। নিজৰ জিলাৰ ভাষা ক'বলৈকো লাজ কৰিব নেলাগে, স্কটল্যাণ্ডৰ মানুহে আয়াৰলেণ্ডৰ মানুহে, যেতিয়া ইংৰাজী কয়, ঠিক ইংৰাজৰ দৰে নক'লেও ইংৰাজী ক'বলৈ এৰেনে ? আৰু তেওঁলোকে তেওঁলোকৰ মাতত নিজা 'জোৰ' ( accent, এক্সেণ্ট্ ) আৰু বেছিকৈ দিহে দেখুৱায় যে তেওঁলোক স্কটিশ্, তেওঁলোক আইৰিশ্। গুৱালপাৰাৰ বিলকল মানুহে বঙলা কয়, তেওঁলোকে বঙলাও বঙালীৰ দৰে হুবহু নকয় হ'বলা। তেনেহ'লে আমাৰ অসমীয়াকে তেওঁলোকে নকয় কিয় ? অসমীয়া আৰু নিজৰ। অসমীয়া কৈ স্কটিশ্, আইৰিশ্‌সকলৰ দৰে নিজৰ মাতৰ বিশেষত্ব ৰাখি নিজকে নিজে গৌৰৱান্বিত নকৰে কিয় ? আমাকো নকৰে কিয় ? পূৰ্ববঙ্গৰ মানুহে পূৰ্ববঙ্গৰ মাত ক'তো কেতিয়াও ক'বলৈ লাজ নকৰে—যদিও তেওঁলোকক বহুতো পশ্চিমবঙ্গৰ মানুহে হাঁহে। তেওঁলোকেও আইৰিশ্, স্কটিশ্‌বিলাকৰ দৰে বৰকৈ জোৰেৰে নিজৰ দেশৰ মাতেৰে কথা কয়। সেইদেখি গুৱালপাৰাৰ ভাই-ভনীসকলক হাতযোৰ কৰি নিবেদন কৰিছো—তেওঁলোকে আমাৰ লৈতে কথা কওঁতে তেওঁলোকৰ জিলাৰ মিঠা মাত ব্যৱহাৰ কৰিবলৈ যেন লাজ নকৰে। সকলো জিলাৰ মাততে বহুতো মিঠা মিঠা শব্দ আছে। সকলো জিলাৰ মাততে বিশেষত্ব আছে, আৰু এই বিশেষত্ব লৈয়েই আমাৰ ভাষা। গুৱালপৰীয়া মাতৰ লৈতে আমাৰ ভাষাটৈ চিনাকি হ'লে, সেই জিলাৰ ভাষাই আমাৰ আন আন জিলাৰ ভাষাক চহকী কৰি আমাৰ মাতৃভাষাকো চহকী কৰিব। গুৱালপাৰাৰ মানুহবিলাক, আমাৰ লৈতে বঙলা নকৈ আপোনালোকে যেন নিজা মাতৃভাষাৰে কথা কয়। এই কথা কোৱাৰ পাছে কিম্বা ক্ৰুদ্ধ হ'লে লোক ক্ষমা কৰে যেন।

কামৰূপ জিলাৰ ৯,৭৬,৭৪৬ মানুহৰ ভিতৰত ৩,৩১,৪৪৬ জন মতা আৰু ৩,১৮,৬৭ তিৰুতাই অসমীয়াৰে কথা কয়। কিন্তু কথা হৈছে এই—এই ছখন জিলাৰ ৪৬,৬৪,৮০০ জন মানুহৰ ভিতৰত ১৯,৭৩,২৫৯ জনে অসমীয়া কয়।

| জিলা | জনসংখ্যা | ৰাজ্যৰ | | নিৰক্ষৰ | |
|---|---|---|---|---|---|
| | | মতা | তিকতা | মতা | তিকতা |
| গুৱালপাৰা | ৮৮২৭৪৮ | ৫০২৮৫ | ৪৭৫৯ | ৪১৯৯৪৪ | ৪০৭৭১৬ |
| কামৰূপ | ৯৭৬৭৪৬ | ৭৯৮৯৬ | ৬২৬৪ | ৪৩৯৭১৩ | ৪৫৭১৩৭ |
| দৰং | ৫৮৪৭১৭ | ২৯২৩৭ | ২৫০২ | ২৮৭৮৬৬ | ২৬৫২১২ |
| নগাঁও | ৫৬২৫৮১ | ৩২৯৭৩ | ৩১৩৩ | ২৬৫৬১২ | ২৬০৮৫৮ |
| শিৱসাগৰ | ৯৩৩৩২৬ | ৬৫৫৭৫ | ৫৭৮৩ | ৪৩০৭১৩ | ৪৩১০৫৫ |
| লক্ষীমপুৰ | ৭২৪৫৮২ | ৪৮৩৯৬ | ৪০১১ | ৩৫০৭১২ | ৩২১৪৬৫ |

মোট জনসংখ্যা ৪৬৬৪৮০০, লেঃ পঃ জনা মতা ৩০৬৩৬১, লেঃ পঃ জনা তিঃ ২৬৬৫২ অসমীয়া কোৱা—

| জিলা | মতা | তিৰুতা |
|---|---|---|
| গুৱালপাৰা | ৮৩১৬৫ | ৭৮০১৪ |
| কামৰূপ | ৩৩১৪৪৫ | ৩১৮০৬৭ |
| দৰং | ১০২২৯৩ | ৯০৭৯৬ |
| নগাঁও | ১২১৯৩১ | ১১৫৪৭১৫ |
| শিৱসাগৰ | ২৬৬১৬৮ | ২৩৭৪৩৫ |
| লক্ষীমপুৰ | ২২২৪৯২ | ১০৫৯৬৯ |

৪৬৬৪৮০০ জনৰ ভিতৰত ১৯৭৩২৫৯ জনে অসমীয়া কয়।

(শ্ৰীযুক্ত মুক্তাধৰ শৰ্মাৰ সৌজন্যত)

অৰ্থাৎ এই ছখন 'পূৰা' অসমীয়া (নইতো পূৰা অসমীয়া আন আন জিলাকো কওঁ; কিন্তু সেইবিলাক জিলা আৰাৰপৰা আঁতৰি যাব খুজিছে কি গৈছে, সেইদেখি তেওঁলোকৰ বিষয়ে এইখিনিত কোৱা নাই) জিলাৰ মোট জনসংখ্যাৰ ভিতৰত আধাতকৈও কম মানুহে অসমীয়া কয়। সেইদেখিহে, মিষ্টাৰ মালেনে অসমীয়া জাতিৰ ভবিষ্যতৰ কথা তেওঁৰ পিন্সন বিৱৰণিত অতি দুখ কৰি লেখিছে।

এই অনা-অসমীয়া মানুহসকলৰ সৈতে আমি প্ৰতিযোগিতাত যদি হাৰোঁ, তেনেহ'লে আমাৰ ধ্বংস নিশ্চয়। যাতে আমি জিকোঁ—সেই বিষয়ে ধীৰভাৱে চিন্তা কৰিব লাগে। আমাৰ ব্যৱসায়-বাণিজ্য নিজৰ হাতত নাই। আজি-কালি, আজি-কালি কিয় বহুত বহুত বহুত আগৰ দিনৰপৰাই, যি কোনো জাতিয়েই জগতত ডাঙৰ হৈছে, ব্যৱসায়-বাণিজ্যৰদ্বাৰাই হৈছে। জগতৰ ইতিহাস মই আপোনাসকলক নকওঁ। আপোনাসকলে জগতৰ ইতিহাস পঢ়িব খুজিলে ক'ত সেই তথ্য পাব নিজেই জানে। মই নক'লেও হ'ব। মই কৈছোঁ এই কথা—কোনো জাতিয়েই বিনা ব্যৱসায়-বাণিজ্যে ডাঙৰ হোৱা নাই। আৰু আন আন কাৰণ থাকিলেও ব্যৱসায়-বাণিজ্যই এটি প্ৰধান উপাদান।

সি যাক যি হওক। আমাৰ ব্যৱসায়-বাণিজ্য নাই। কিয় নাই? এই কথা লৈ দুজন মোৰ দেশৰ ডাঙৰ মানুহৰ সৈতে মোৰ মতৰ অমিল হৈছিল। সেই বিষয়ে ইয়াত বহলাই নকওঁ; কিয়নো তেওঁলোক দুজনৰ সৈতে সকলো ভাৱৰে কথা কৈ কৈ, এদিন নহয়, দুদিন নহয়, কেবাদিনো—মই এই কথা জানিলোঁ যে আমাৰ ভাল নহয় এই নিমিত্তে যে আমি এলেহুৱা। মই এই কথা কোৱাত তেওঁলোকৰ ভাল নেলাগিল। মই 'ভোট'ত ঘাটিলোঁ। তেওঁলোকে আমাৰ ঘৰুৱা তৰ্কতো নক'লে যে আমি এলেহুৱা, সেইগুণে আমাৰ উন্নতি নহয়। ১৮৮৯ খ্ৰীষ্টাব্দত বোধকৰোঁ 'জোনাকী' ওলায়। (যেনে অৰুণোদই নাম দিওঁতা-সকলক শাবাশ্, বাহাবা দিছোঁ, এই 'জোনাকী' নাম দিওঁতাসকলকো হাত চাপৰিয়াই বাহাবা, শাবাশ্ দিওঁ।) তেওঁলোকে 'অৰুণোদই'ৰ পাছত 'আসাম বিলাসিনী', 'আসাম নিউচ', 'আসাম বন্ধু', 'মৌ', 'আসাম' (শ্ৰীবিষ্ণু! আসাম পাছত ওলায় ১৮৯৪-৯৫ খ্ৰীঃত), 'আসাম তৰা', 'ল'ৰা-বন্ধু' ইত্যাদি পাইও ভাবিলে যে এতিয়া আমাৰ আৰু এখন কাকত দৰকাৰ। সেইদেখি বোধকৰোঁ 'জোনাকী' তেওঁলোকে উলিয়ায়। 'জোনাকী' নামটো মিঠা। মই তেতিয়া অতি সৰু আছিলোঁ। কিন্তু মোৰ ঝিপিকি-ঝিপিকি মনত পৰে (কোনে লেখিছে মনত নাই, সেইখন জোনাকী মোৰ ওচৰত নাই। কাৰোবাৰ ওচৰত 'জোনাকী' সম্পূৰ্ণভাৱে আছেনে? বোধকৰোঁ, দুজন-এজনৰ বাহিৰে কাৰো ওচৰত নাই) যে তাত এটি কবিতা আছিল—"উঠা অসমীয়া……এলাহ এৰি"—কি এনে কোনো কথাৰে এটি কবিতা। আমি জানো—আমাৰ ক'ত দোষ, কিন্তু ঘৰুৱা মতে তৰ্ক কৰিলে এনে দোষবোৰ যদি এজনে আনজনক দেখুৱাওঁতে আমি অসন্তোষলৈ যাম—ই নিশ্চিত। সকলো সময়তে আমাক

'বাহাবা' নেলাগে। 'বাহাবা'ৰ প্ৰশংসাৰ সময় আছে। কিন্তু বেছিকৈ আমি নিজৰ ঘৰত, নিজৰ আত্মীয়-কুটুম্বৰ মুখৰ মাজত, আকৌ সেইখিনি সময়তো যদি এজনে আনজনৰ দোষ নেদেখুৱায়, যদি দোষ থাকে, তেনেহ'লে সেইজন শত্ৰুহে, মিত্ৰ নহয়। 'জোনাকী'য়ে তেনে কবিতা প্ৰকাশ কৰি ভাল পাইছিল।

কিন্তু যদি আমি নিজৰ দোষকে গাই থাকোঁ, সিও বেয়া। সকলো কথাৰে সময় আছে। এজন মানুহক যদি সকলো সময়তে আমি বেয়া বেয়া বুলি কওঁ, তেওঁ ভাল হ'লেও বেয়া হ'ব। বেয়া মানুহকো তুমি ভাল, তুমি ভাল— এনেকৈ কৈ থাকিলে সময়ত সেই মানুহটো ভাল হ'ব। মনোবিজ্ঞানে এনে কথা কয়। আপোনালোকৰ অনুমতি লৈ এটি কি দুটি গল্প এইখিনিতে কওঁ, কথাৰ কি শক্তি, কথাই কেনেকৈ মনক সবল কৰে আৰু দুৰ্ব্বল কৰে! অৱশ্যে মই আকৌ কওঁ—আমাৰ নিজা ঘৰত, আমাৰ বন্ধু-বান্ধৱৰ ভিতৰত, আমাৰ দুৰ্ব্বলতাক সবল কেনেকৈ কৰা যায়—সেই বিষয়ে আলোচনা কৰাৰ কথা বেলেগ।

নীতিকথা, কি হিতোপদেশ, কি ঈছপ্‌স্ কেবোলৰ কথা নকওঁ। আন কথা কওঁ। এবাৰ এজন মানুহক প্ৰাণদণ্ডৰ শাস্তি হোৱা বুলি কোৱা হ'ল। সেই বেচাৰাক কোৱা নহ'ল—কেনেকৈ সেই তেওঁৰ ঈশ্বৰ-দত্ত প্ৰাণ লোৱা হ'ব। পাছত বপুৰীক কোৱা হ'ল যে তোমাৰ চকু বান্ধি দিয়া হ'ব, আৰু তোমাৰ গাৰপৰা তেজ টোপাটোপে লোৱা হ'ব। সেই মানুহটিৰ চকু বন্ধা হ'ল। এটা সৰু বেজীৰে খোঁচ দি, আৰু অলপ কুহুমীয়া তপত পানী তাৰ ওপৰত পেলাই এজনে সেই দুৰ্ভগীয়া মানুহটিক ক'লে, "এতিয়া তোমাৰ তেজ টোপাটোপে ওলাব। এই তোমাৰ তেজ ওলাব লাগিছে, ওলাইছে ওলাইছে, তুমি লাহে লাহে এতিয়া মৰিবা।" সেই মানুহটি মৰিল। তেজো নোলাল, একো তেনে খোঁচাও নহ'ল। সেই মানুহটি মৰিল। মনৰ এনে অৱস্থা। কবিয়ে কৈছে নহয়—"Mind is its own place, it can make a hell of heaven and a heaven of hell." কি সুন্দৰ কথা! মনৰ কি বল! আৰু এটা সঁচা কথা কওঁ। এদিন এজন মানুহে (এই উপমা দিয়াৰ বাবে, ক্ষমা কৰিব, পৃথিৱীত ভাল-বেয়া লৈয়ে মানুহ, সকলো মানুহেই একে বিষয়, একে ভাবৰ হ'ব নোৱাৰে) অলপ মদ খাইছিল। খাই এঠাইত ভাত খাবলৈ গৈছিল। সেই মানুহজনে যেনেকৈ আন আন দিন ব্যৱহাৰ কৰে তেনেকৈয়ে ব্যৱহাৰ কৰিছিল। সমাগত ব্যক্তিৰ ভিতৰত এজন মানুহে তেওঁৰ কাণৰ কাষত বহি ক'বলৈ ধৰিলে, "You are a bit on, you are a bit on, I see, I see." এই কথা শুনোঁতে

ভনোতে সেই মানুহজনে যদিও একো মতলীয়া মাত্রা খোৱা নাছিল, মতলীয়া হৈ গ'ল। আন আন মানুহভকৈও (মিলকলে খাইছিল) মতলীয়া হৈ গ'ল, যদিও ইমান উত্তেজনাৰ একো কাৰণ নাছিল; সেই বাবে বাবে "You are a bit on, I see, I see"-স্নেই ভাব কাৰণ।

সেইদেখি সময়ে-অসময়ে আমি এলেহুৱা, আমি লেবেলা, চেবেলা—এনে কথা কোৱা ভাল নহয়। তেনেহ'লে আমি সেই মানুহটিৰ দৰে মৰিম, আৰু সেই মতলীয়াৰ দৰে আমি মতলীয়া হ'ম। সেই মানুহজনৰো মৰাৰ কাৰণ নাছিল, সেই মতলীয়াৰো মতলীয়া হোৱাৰ কাৰণ নাছিল। নিজৰ দোষ থাকিলে প্ৰিয় বন্ধু এজনে যদি সেই দোষ দেখুৱাই নিদিয়ে, সেই বন্ধু, আকৌ কওঁ, মিত্ৰ নহয়—শত্ৰুহে। আমাক অনুকূল চিন্তা লাগে, অনুকূল চিন্তাই আমাক মানুহ কৰিব। প্ৰতিকূল চিন্তাই নকৰে, বিপৰীতহে কৰিব।

মানুহৰ এটি স্বভাৱ আছে এই যে নিজে যেতিয়া কোনো কামত অকৃতকাৰ্য্য হয়, তেতিয়া নিজৰ অকামিলা স্বভাৱৰ দোষ নিদি আনক দোষ দিয়ে। আপোনাসকলেও স্কুলত পঢ়িছে, মস্নো পঢ়িছোঁ। স্কুলীয়া দোষ এটি আছে যে মাষ্টৰে যদি এটি ল'ৰাৰ কিবা দোষ ধৰে, সেই ল'ৰাটিয়ে তেতিয়াই খপৰাই কয়, "স্তৰ, মোৰ দোষ একো নাই, সৌ ল'ৰাটোৰে হাঁহিছে দেখি মই হাঁহিলোঁ", অথবা "সৌ ল'ৰাটোৱে মোক এই কাম কৰিবলৈ শিকাই দিছে।" আমিও, বয়সিয়াল মানুহবিলাকেও সুবিধা পালে এনে কথা কওঁহঁক হ'বলা।

আমি 'বিদেশী'ক, তথাকথিত বিদেশীক, নিজৰ দোষ নেদেখি দোষ দিওঁ। আমি বিদেশীৰ সমকক্ষ নহওঁ কিয়? আন আন ভাৰতীয়বপৰা আমি কি কি কথাতনো বেলেগ? মোৰ প্ৰথম প্ৰশ্নৰ উত্তৰ হৈছে—আমি এলেহুৱা। আমি এলাহ এৰোঁ আনৰ দৰে, এতিয়াই আনৰ দৰে ডাঙৰ হ'ম। অৱশ্যে আপোনাসকলে এই কথা ক'ব পাৰে যে অলপ আগেয়েই এওঁ দেখোন ক'লে যে আমাৰ দোষবোৰ বাহিৰত কোৱা ভাল নহয়। কিন্তু মই অসম সাহিত্য সভাক 'বাহিৰা' বুলি নেভাবোঁ। অসমৰ কথা ক'লে এই সাহিত্য সভা বাহিৰ নহয়। এই সাহিত্য সভা ঘৰহে। এই সাহিত্য সভাই অসম আইৰ ঘৰৰ দুৱাৰত বন্তি জ্বলাই আছে। আমি এতিয়া সেই ঘৰৰ দুৱাৰ-গুলি পাৰ হৈ আহিছোঁ। ইয়াত আমাৰ ঘৰুৱা কথা নক'মনে?

যেনেকৈ ৰাৰুকালি কুঁৱলীৰ মাজে মাজে সূৰ্য্যদেৱে কণিকৰ নিমিষেও নিজৰ প্ৰভাৱ বিস্তাৰ কৰে, তেনেকৈয়ে মই দেখি বৰ আনন্দ পাইছোঁ—

এলাহ-কুঁৱৰীৰ ভিতৰৰপৰাও অসমীয়াৰ কৰ্মক্ষমতাৰ আভাস পাওঁ। আভাস কিয় সশৰীৰে দেখোঁ। কি আনন্দ! এতিয়া দেখিছোঁ যে অসমীয়াই একমুৰি দিছে।

কিন্তু বিদেশীক কিয় দোষ দিওঁ? আমিও মানুহ, তেওঁলোকো মানুহ। তেওঁলোকে যি কাম কৰিব পাৰে, আমিও কৰিব পাৰোঁ। তাকে আমি নকৰোঁ কিয়? কথা হৈছে এই—আমাক আত্মনিৰ্ভৰশীলতা লাগে। আমি যেন নিজৰ ভৰিত থিয় হ'বলৈ শিকিব পাৰোঁ, শক্তি পাওঁ—এই ইচ্ছা লাগে; এই ইচ্ছাৰ বশবৰ্ত্তী হৈ কাম কৰিব লাগে। কিন্তু আত্মনিৰ্ভৰশীলতাৰ উৎপত্তি যেন সৎসাহসত হয়, দুঃসাহসত নহয়। আমাৰ কামৰ সূচনাত, কামৰ ভিতৰত, কামৰ সম্পন্নত, এনে কথা যেন কোনো মানুহে নকয়, "Yes, Fools rush in where angels fear to tread." এই আমি যাক বিদেশী কওঁ, তেওঁলোকৰ লৈতে প্ৰতিযোগিতা কৰা অতি উজু। বিদেশীক দোষ নিদি আমিও তেওঁলোকৰ লৈতে মিত্ৰভাৱে অৰিয়াঅৰি নকৰোঁ কিয়?

আমি ই নেপাওঁ, সি নেপাওঁ, আমি হাতীৰ মহল নেপাওঁ, আমি মাছৰ মহল কিয় নেপাওঁ—এনেবোৰ কথা ভাবি মিছাকৈয়ে সময় নষ্ট কৰা ভাল নেপাওঁ। এই মাছৰ মহলৰ কথা লেখোঁতে লেখোঁতেই এটি কথা মনত হ'ল, নেলেখি নোৱাৰিলোঁ। মই এদিন উজান বজাৰলৈ ই-সি কিনিবলৈ পূৰ্ব্বাহ্ন ৮৷৷-৯ বজাত যোৱাত দেখিলোঁ যে পোহাৰীবিলাক এনেয়ে বহি আছে। মই এজনী পোহাৰীক সুধিলোঁ, "আইদেও, এতিয়ালৈকে মাছ নাই কিয়?" বিহা-মেখেলা পিন্ধি অসমীয়া তিকতাৰ অসমীয়াৰ বথাৰ প্ৰতিনিধিজনাই ক'লে, "দেউতা, বঙালহঁতে মাছ মাৰি দিলেহে মাছ পাম।" কি শোকৰ কথা, কি শোকৰ কথা! মই সুধিব পাৰোঁনে—কিয় এই উত্তৰ পালোঁ? ৰাজনীতিজ্ঞ জ্ঞানীসকলে তৰ্কৰ আলিবাটেদি বহুত দূৰলৈ যাব। কিন্তু আমি সাধাৰণভাৱে সুধিব পাৰোঁনে—কিয় আমাৰ এই দশা হ'ল? আনক দোষ দিলে কাম নহ'ব।

আমাৰ বাণিজ্য আমাৰ হাতত নাই। কোনো ব্যৱসায় হাতত নাই; অৰ্থাৎ ক'বলগীয়া, লেখ জ'বলগীয়া, লেখিবলগীয়া—এনে কোনো ব্যৱসায় হাতত নাই। অৱশ্যে চাহ বাগিচাৰ গৰাকীকেইজনমান আছে। কিন্তু অসমীয়া চাহ বাগিচাৰ গৰাকীবিলাক বিদেশী মালিকৰ আগত কিমান কম ভাবিছেনে? আমি বাণিজ্যত যদিও প্ৰথম শ্ৰেণীত 'পাছু' মহওঁ, যদিও এই সুকোমল, সুশ্যামল, বনাবৃত পৰ্ব্বতমণ্ডিত, নদ-নদী শোভিত, বৃক্ষলতালঙ্কৃত প্ৰকৃতিৰ প্ৰিয়

নিকেতন অসমত বাণিজ্যৰ বহুতো উপাদান আছে, আমি কিন্তু 'পাছু' নহওঁ। সেই উপাদানসকলক আমি অৱহেলা কৰোঁ। বিদেশী, যাক আমি বিদেশী কওঁ, সেই বিদেশী আহি সেইবিলাক বস্তুক কৰ্মৰ ক্ষমতা যি সজাগ কৰে, বাণিজ্যক্ষম কৰি ধন সোনাত ভৰায়, আমি চাই থাকোঁ, একো নকৰোঁ, কিন্তু কওঁ, "কি ক'ম দেউতা, বঙালে আহি সকলো লুটি ল'লে।" আনে ভাত বাঢ়ি দিলেহে আমি ভাত খাম। বৰ দুখৰ কথা! আপোনাসকলে ভাবিব পাৰে যে গুৱাহাটীৰপৰা এই মানুহটো আহি, সি গুৱাহাটীৰো নহয়, নগাঁৱৰো নহয়, ক'ৰো নহয়—এই মানুহটো সাহিত্য সভালৈ আহি এইবোৰ কি কথা কৈছেহি? মই নিৰুপায় হৈহে মোৰ দেশৰ এনে অৱস্থাৰ এটি অসম্পূৰ্ণ চিত্ৰ তুলি ধৰিলোঁ। যদি আমি আন আন ভাৰতীয়ৰ লগতে অবিৰামবিত প্ৰতি কথাতে হাৰোঁ, তেনেহ'লে আমাৰ উন্নতিৰ বাট নাই। কিন্তু মই কওঁ—আমি নেহাৰোঁ। আমাৰ অনুকূল চিন্তা নাই দেখিহে আমি আগ বাঢ়িব পৰা নাই। আন আন মানুহো মানুহ, আমিও মানুহ, তেওঁলোকে যি কৰিব পাৰে, আমিও তাকে কৰিব পাৰোঁ। ই নিশ্চয়। মনত এনে ভাব লৈ আগুৱালে আমাৰ জয় অৱশ্যম্ভাৱী।

আমাৰ বাণিজ্য নাই, ব্যৱসায় নাই, আমাৰ একোকে নাই। একোকে নাই নকওঁ, আমাৰ আছে, আমাৰ আছে এটি বস্তু, সেই বস্তুটি হৈছে—আমি যাক আধুনিকভাৱে সাহিত্য বুলি কওঁ। এই আধুনিক ভাবৰ সাহিত্যকে আমি 'তাজা' টনকিয়াল বাখৌচোন বাক। নে তাকো আমি ৰাখিব নোৱাৰোঁ? নিশ্চয় নিশ্চয়, ৰাখিব পাৰিম। আমি আটায়ে যেতিয়া জগতত আন সকলো মানুহৰ লগতে সন্মান পাম, তেতিয়াহে জানিম যে আমাৰ সাহিত্যৰ চৰ্চা হৈছে, আমাৰ উন্নতি হৈছে।

মরো আগেয়ে কৈছিলোঁ, এতিয়াও বহুতে কয় যে আমাৰ পঢ়োঁতা সমাজ সৃষ্টি কৰা উচিত। পাতত ভাত নাই, পেটত ভোক, অথচ আমি কওঁ— খা খা, কি খাবি খা! আমাৰ কিতাপ নাই, অথচ আমি কওঁ—কিতাপ পঢ়। বন্ধুসকল! এই "কিতাপ নাই"—এই কথা আধুনিক ভাবেৰে এতিয়াৰ ৰুচি অনুসৰি কৈছো। এজন মানুহে যদি কোনো হোটেললৈ খাবলৈ যায়, সেই মানুহজনে যদি নিৰামিষীয়া খায়, তেওঁক পোলাও, কোৰ্মা, কাবাব, কাটলেট, ৰোষ্ট ইত্যাদি আমিষাহাৰ দিয়ে, তেওঁ খাবনে, বা খায়ে সুখ পাব? তেওঁক লাগে খাৰ, লোপ-আলুকীয়া, টেঙা, শাক-পাচলি; তেওঁ কেনেকৈ সেই

'হোটেলীয়া মেন্থ' গ্ৰাস কৰিব ? আৰু একজন 'হোটেলীয়া মেন্থ' গ্ৰাস কৰিব পৰা মানুহক যদি একেবাৰে নিৰামুহীয়া আহাৰ দিয়া হয়, তেনে কেনে সুখ পাব ? আমাৰ নাই কিতাপ, আমি কওঁ—পঢ়, পঢ়, পঢ় ! কি পঢ়িম ? অসমৰ কিতাপ বিলোৱা পুথিভঁৰাল এখনৰ কিতাপৰ তালিকা পঢ়ি চালে দুখ লাগে। আমাৰ কিতাপৰ সংখ্যা কিমান কম !

বন্ধুসকল, ত্ৰিশ-চল্লিশ বছৰৰ আগেয়ে বঙ্গদেশীয় ভাষাও আমাৰ দৰেই আছিল। এতিয়া চাওক—বঙ্গদেশীয় ভাষাৰ কি প্ৰভাৱ ! কি প্ৰতাপ ! ছকুৰি বছৰমান আগেয়ে লেখত ল'বলগীয়া কেইজন বঙলা ভাষাৰ সাহিত্যিক আছিল আপোনাসকলে জানে। কিন্তু চাওক, সাহিত্য-চৰ্চ্চা কৰি কৰি এতিয়া বঙলা সাহিত্যই ভাৰতৰ শীৰ্ষস্থান অধিকাৰ কৰিছে বুলিলে হয়। আমি এই বিষয়ত বঙ্গদেশৰ অনুকৰণ যদি কৰোঁ, আমাৰ মঙ্গল হ'ব। আমাৰ অসমীয়াইনো নোবেল প্ৰাইজ নেপাব কিয় ? আকাঙ্ক্ষা থাকিলে এই ওখ পুৰস্কাৰ আমাৰো হ'ব। পঢ়িবৰ কিতাপ থাকিলে পঢ়োঁতা বাইজ ওলাব। কিতাপে পঢ়োঁতা বাইজ সৃষ্টি কৰে। মানুহক কিতাপ লেখিবলৈ উদগনি দিব লাগে। আমাৰ ভাষাৰ এতিয়াৰ অৱস্থাৰ লেখকক উৎসাহ দিব লাগে। সময়ে-অসময়ে নতুন লেখকৰ লেখাক ভৰিৰে-গছকা আলোচনা কৰি নিৰুৎসাহ কৰিব নেলাগে। এতিয়া যি লেখা ওলায়, ওলাই থাকক। সময়ত যিবোৰ ভাল, সেইবোৰ স্থায়ী হ'ব ; যিবোৰ বেয়া, নিজেই মাৰ যাব। এনে কৰিলেহে পঢ়োঁতা বাইজ ওলাব। অৱশ্যে মই পৈণত লেখকসকলক ভৰিৰে-গছকা সমালোচনাৰ ফালেহে বিশেষকৈ আঙুলিয়াইছোঁ, বন্ধুভাৱে সমালোচনা কৰা অৱশ্যে বেলেগ কথা। সেইবুলি মই এনে কথাও কোৱা নাই যে যথা অভিৰুচি-কুৰুচিৰে ভৰা কিতাপ ছপা হ'ব লাগে। য়ুৰোপীয় সাহিত্যত বাস্তৱ-জীৱন প্ৰকাশক কুৰুচিপূৰ্ণ মতা-তিৰুতা সম্বন্ধীয় গ্ৰন্থ ওলাইছে, আৰু তাৰে অনুকৰণ কৰি বঙলা ভাষাতো তেনে গ্ৰন্থ ওলাইছে, আমাৰ সাহিত্যত তেনে গ্ৰন্থ ওলালে আমাৰ মনে মনে থকা ভাল নহয়। তেনে লেখকক উৎসাহ দিবলৈ মই কোৱা নাই। কথা হৈছে এই—আমি কোনো কিতাপ ঘৰৰ ল'ৰা-ছোৱালী, বাই-ভনী, ককাই-ভাই, আই-বোপাইৰ আগত পঢ়িব পাৰোঁ নে নোৱাৰোঁ ?

আমাৰ বিবিলাক মাহেকীয়া, সাপ্তাহিকীয়া, পষেকীয়া কাকত-পত্ৰ-পত্ৰিকা আছে সেইবিলাক কাকতৰ গৰাকীসকলে নতুন লেখকক উৎসাহ দিব লাগে। বৰ সুখৰ কথা যে 'আৱাহন', 'বাঁহী', 'অৰুণ', 'আমাৰ দেশ' ইত্যাদি পত্ৰিকাই

আমাৰ সাহিত্যক জীয়াই আৰু জিলিকাই ৰাখিছে। এইবিলাক কাকতত ন-ন লেখকৰ নাম যেতিয়া মই দেখোঁ, তেতিয়া মোৰ যে কি আনন্দ হয়—মই কৈ কি লেখি ব্যক্ত কৰিব নোৱাৰোঁ। ভগৱানেহে জানে। এই ন-ন লেখকসকলেই আমাৰ সাহিত্যৰ ভৱিষ্যত ভৰষা। এতিয়া ‘পখিলী’ বুলি আৰু এখন কাকত ওলাইছে। যিমান এনে পত্ৰিকা ওলায় সিমানে সাহিত্যৰ উন্নতিৰ বাট আগুৱায়। অৱশ্যে কাকত লওঁতাসকলে জোলোঙা কি হাতপেৰাকপৰা ধন উলিয়াইহে তুথ পাব পাৰে। মই এই কাকতৰ গৰাকীসকলক ধন্যবাদ দিওঁ আৰু ঈশ্বৰৰ ওচৰত খাটোঁ। যেন এই কাকতবিলাকে বহুদিনলৈকে—অনন্ত কাললৈকে আমাৰ সাহিত্যৰ উন্নতি সাধন কৰি থাকে। কাকতৰ কথা কওঁতে কওঁতে ‘Times of Assam’-ৰ কথা যদি নকওঁ, তেনেহ’লে আমি বৰ অকৃতজ্ঞ হ’ম। ‘অকণোদই’ৰ পাছতে এই কাকতখনি ইমান দীঘল সময়লৈকে আমাৰ সম্পত্তি হৈ আছে। ই পৰমানন্দৰ কথা। আজি স্বৰ্গীয় ৰাধানাথ চাংকাকতীৰ নাম লৈ আমি সকলোৱে এই কথা ভাবোঁ যেন সেই পুৰুষৰ আদৰ্শ এতিয়াৰ আৰু ভৱিষ্যতৰ পত্ৰিকাৰ গৰাকীসকলে অনুসৰণ আৰু অনুকৰণ কৰে। যদিও এই কাকতখনি ইংৰাজীত, কিন্তু এই কাকতখনিয়ে মোৰ অসমক আৰু আপোনাসকলৰ অসমক ইংলণ্ডীয় ভাষা কোৱা আন আন ঠাইত অসমৰ কথা আগবঢ়াই আছে। সেইগুণে স্বৰ্গীয় ৰাধানাথ চাংকাকতীৰ উদ্দেশ্যে অন্তৰৰপৰা শ্ৰদ্ধা জনাওঁ। আশা কৰোঁ, এই কাকতখনিয়ে বহুত ‘জুবিলী’ কৰিব পাৰিব। আৰু দুখন কাকত আছে—‘অসমীয়া’ আৰু ‘বাতৰি’। ‘অসমীয়া’ই এযুগতকৈও সৰহ দিন আমাৰ সাহিত্যৰ সেৱা কৰি আছে। এই ‘অসমীয়া’ৰদ্বাৰাই আমাৰ বহুত উপকাৰ হৈছে। এই ‘অসমীয়া’ যে ইমান দিন জীয়াই আছে, ই কবিবৰ শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা ডাঙৰীয়াৰ কৰ্ম্মক্ষমতাৰ গুণেহে। এতিয়াৰ সম্পাদক শ্ৰীযুত পদ্মধৰ চলিহায়ো এই দুবছৰমান এই কামত সহায় কৰিছে। ‘বাতৰি’ ক্ৰোৰপতি ৰায়বাহাদুৰ শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱা ডাঙৰীয়াৰ প্ৰিয় বস্তু। এই কাকতৰ কামত এতিয়া শ্ৰীযুত নীলমণি ফুকনো লাগিছেহি। সুখৰ কথা। এই ‘বাতৰি’য়েও আমাৰ সাহিত্যক টনকিয়াল কৰি ৰখাৰ বাবে গৰাকীসকলক, যেনেকৈ আন আন কাকতৰ গৰাকীসকলক ধন্যবাদ দিছোঁ, তেনেকৈ ধন্যবাদ দিওঁ। এনেবিলাক কাকতেই সাহিত্য-জাগৰণ কৰে আৰু (সাহিত্যক) জীয়াই ৰাখে। সেইদেখি এই কাকতবিলাক অমূল্য ধন। আৰু এখন কাকত—‘আলোচনী’। এই কাকতখনে সাহিত্য-সেৱা কৰি সাহিত্য-বন্তিৰ বন্তি দি আছে। এই কাকতৰ

আশাকৰোঁ বহুত দিনলৈকে পোহৰ দি থাকিব। কাকতৰ গৰাকীসকলক মই অতি নত হৈ কওঁ যেন তেওঁলোকে কোনো উঠি অহা সাহিত্যিকক দলিয়াই নেপেলায়। তেওঁলোকে যেন বাইৰনৰ হৃদয়স্পৰ্শী কবিতা মনত ৰাখে, যেতিয়া তেওঁলোকে কোনো লেখা অগ্ৰাহ্য কৰে আৰু কোনো লেখকৰ লেখা গছকি সমালোচনা কৰে। মোৰ কিতাপথন আগত নাই। মোৰ বিমান মনত আছে, কওঁ, **"Who killed Keats?" "I", said the Quarterly, "so savage and so tartly, poet, priest, Milman, so ready to kill man"** ইত্যাদি। এনে কথা যেন ভৱিষ্যত লেখকসকলে আমাৰ কোনো কাকতৰ ফালে কেৰাহিকৈ চাই নেলেখে আৰু তেওঁলোকক যেন লেখিবলৈ সুযোগ দিয়া নহয়।

'বাঁহী'ৰ কথা কি ক'ম? আপোনাসকলে জানে যে শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱায়েই প্ৰথমে বাঁহী বজায়, সেই বাঁহীত এতিয়া 'অসমীয়া' কাকতৰ গৰাকীসকলেই খুব সুন্দৰকৈ লগাই আছে। এই নিমিত্তে এই বাঁহীৰ কৰ্মাধ্যক্ষসকলো আমাৰ ধন্যবাদৰ পাত্ৰ। এইখিনিতে কওঁ যে বৰ দুখৰ কথা, কিছুমান দিনৰেপৰা আজি 'অসম সাহিত্য সভা পত্ৰিকা'ৰ মুখ দেখা নাই। মানুহে যেনেকৈ 'হাৱা বদলাবলৈ' যায় আৰু কিছুদিনৰ পাছত নিজা ঠাইলৈ আকৌ উভতি আহে, তেনেকৈ পত্ৰিকাখনি আকৌ অসমত ওলাই আগৰ দৰে সুন্দৰ গুণী, জ্ঞানী কথাৰে আমাক শিক্ষা দি আমাৰ সাহিত্য আৰু দেশৰ জ্যোতি বঢ়াই থাকে যেন। এই কাকতখনি আমাক আকৌ লাগে। 'হাৱা বদলাই' যেন সোনকালে যোৰহাটলৈ উভতি আহে। বৰ আনন্দৰ কথা যে আমাৰ মহিলাসকলেও আমাৰ সাহিত্যৰ জেউতি বঢ়াইছে। ইংৰাজ সাহিত্যিকৰ প্ৰথম শাৰীত ঠাই পোৱা লেখিকা 'জৰ্জ এলিয়টে' নিজৰ নাম নিদি মুনিহৰ নাম দি ১৮৫৭ খ্ৰীষ্টাব্দৰপৰা ১৮৮০-লৈকে কিতাপ লেখিছিল। তেওঁ ভয় খাইছিল—তেওঁ যে তিৰুতা, এই কথা পঢ়োঁতা বাইজে জানিলে তেওঁৰ লেখা যোধকৰোঁ শ্ৰদ্ধা কৰি নপঢ়িব। 'জৰ্জ এলিয়ট'ৰ আগেয়েও যদিও কেগৰাকীমান লেখিকাই নিজৰ নামেৰে লেখিও ইংৰাজী সাহিত্যত ওখ ঠাই পাইছিল, সেই আৰ্হি পাওঁ 'জৰ্জ এলিয়ট'ৰ ভয় হ'ল হয়তো তেওঁক তিৰুতা বুলি জানিলে তেওঁক অশ্ৰদ্ধা কৰিব। কিন্তু বৰ সুখৰ কথা যে আমাৰ অসমীয়া তিৰুতাসকলে বিবিধাক কিতাপ লেখিছে, তেওঁলোকৰ নিজৰ নাম দিয়েই লেখিছে। সেইদেখি মোৰ বৰ আনন্দ হৈছে যে জৰ্জ এলিয়টে ইংৰাজী সাহিত্যৰ তেনে ওখ অৱস্থা দেখিও নিজৰ নাম দি কিতাপ লেখিবলৈ

সাহ নকৰিলে—কিন্তু আমাৰ লেখিকাসকলে নিজৰ নাম দি লেখিও আমাৰ সাহিত্যৰ উন্নতি কৰিব লাগিছে। আৰু আমিও তেওঁলোকৰ কিতাপ অতি আগ্ৰহেৰে পঢ়ি আছোঁ। মই এই মহিলাসকলক মোৰ অন্তৰৰপৰা ধন্যবাদ আৰু অভিবাদন জনাওঁ। আমাক আৰু মহিলা লেখিকা লাগে।

আপোনাসকলে এই উত্তৰ লক্ষীমপুৰত ৰায়বাহাদুৰ শ্ৰীযুক্ত পদ্মনাথ গোঁহাই বৰুৱা ডাঙৰীয়াক অভিনন্দন দিয়া কথাকেৰি অতি সুশোভন হৈছে। আমি যেতিয়া নিজৰ দেশৰ মানুহক তেওঁলোকৰ কামৰ নিমিত্তে শ্ৰদ্ধা কৰিবলৈ শিকিছোঁ, তেতিয়া মই হাঁকি কওঁ যে আমাৰ ভৱিষ্যত উজ্জ্বল। ইংৰাজী বচন "A prophet is not honoured in his country" —এই কথা আপোনা-সকলে মিছা বুলি তললৈ পেলাইছে। বৰ সুখৰ কথা, নিজৰ মানুহে যদি এজন আপোন মানুহৰ মোল নুবুজে, কোনে বুজিব ? শ্ৰীযুক্ত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াকো এইদৰে অভিনন্দন দিয়াও বৰ শুৱনী হৈছে। সকলো সাহিত্য চৰ্চ্চাকাৰীকে মই শ্ৰদ্ধাপূৰ্ণ নমস্কাৰ জনাওঁ—যিসকল এতিয়া ইহলোকত আৰু যিসকলে এই দেহ ৰক্ষা কৰি পৰলোকৰপৰা আমাক আশীৰ্ব্বাদ দি আছে আৰু থাকিবও, তেওঁলোকক মই আন্তৰিক শ্ৰদ্ধা-ভক্তি বিশেষকৈ জনাওঁ।

সকতে কলিকতাত 'জন্মভূমি' বুলি এখন কাকত দেখিছিলোঁ। তাত কেবাবাৰো 'কালিদাস বড় কি মোক্ষমূলাৰ বড়'—এনে শিতান দি থকা প্ৰবন্ধ দেখিছিলোঁ। মাজে মাজে পঢ়িছিলোঁও। তাৰ পাছত ডাঙৰ হোৱাত এবাৰ শুনিলোঁ যে ইংলণ্ডীয়সকলে ভাবিছে—তেওঁলোকে ভাৰত এৰিব নে সেক্সপিয়েৰ এৰিব, আৰু মাজে মাজে শুনিছিলোঁ যে ঢাকাত বুঢ়ী-গঙ্গাত মানুহে পাৰ হওঁতে 'বাপ বাপু বড় না গনি মিয়া বড়'—এইবুলি তৰ্ক কৰি কৰি কেবাবাৰো নাও বুৰাইছিল। এনেকুৱা তৰ্ক মানুহ জাতি থাকেমানে হৈ থাকিব। কিন্তু কোনো মানুহেই এই কথা নকয় যে তেওঁলোকে তেওঁলোকৰ জ্ঞানদাতা সাহিত্যিকসকলক এৰিব। মুখেৰে ক'লেও কামেৰে নেৰে। ক'তা, সেখোন সেক্সপিয়েৰ ইংৰাজেই আছে। এই জগৎ কবিৰ ঘৰ। এতিয়াও Stratford-on-Avon, আমেৰিকাৰ কোটি কোটি টকায়োতো লৈই ঘৰ নৈ যাব নোৱাৰিলে। কিয় নোৱাৰিলে ? কিয়নো ব্ৰিটিশ জাতিয়ে জানে যে সাহিত্য-চৰ্চ্চাই হৈছে জাতিৰ উন্নতিৰ মাই কাৰণ। যি জাতিৰ সাহিত্য নাই, সি জাতিৰ উন্নতি নাই। আমাৰ সাহিত্য আছে দেখিহে আমি এতিয়ালৈ এই জগতত আছোঁ; আমাৰ ৰামায়ণ, মহাভাৰত, বেদ আৰু আন আন শাস্ত্ৰাদিৰ কথা নক'লেও হ'ব, আছে দেখিহে

আমি এতিয়াও ইয়াত। আজি-কালি জগতত কিমান নৰ্থ আমেৰিকান ইণ্ডিয়ান (North American Indian) আছে আৰু আমি (Indian) কিমান আছোঁহক। আমাৰ সাহিত্যই আমাক ৰক্ষা কৰিছে। যি দেশৰ সাহিত্য জীৱিত আৰু সাহিত্য ডাঙৰ, সেই দেশ কেতিয়াও নমৰে। সাহিত্য দেশৰ প্ৰাণ। আমি নমৰোঁ; বৰঞ্চ আমাৰ উন্নতিহে হ'ব—যদি আমি আমাৰ উন্নতি সঁচাসঁচিকৈয়ে অন্তৰৰপৰা ইচ্ছা কৰোঁ।

বন্ধুসকল, যদিও আমি আন আন বিষয় লৈ থিয়লা-থিয়লি কৰোঁ, কাজিয়া কৰোঁ, মকৰ্দ্দমা কৰোঁ, কিন্তু আমি যেন সাহিত্যৰ নিমিত্তে এক-মন এক-প্ৰাণ হৈ এক হৈ থাকোঁ। যদি কোনো বস্তুৱে আমাক সজীৱ ৰাখিব পাৰে, এই সাহিত্যইহে।

কিতাপ সাহিত্যৰ এটি প্ৰধান অঙ্গ।* কিতাপৰ কথা লেখোঁতে মনত হ'ল—অসমীয়া ভাষাৰ এখন নতুন বহুমূলীয়া কিতাপৰ কথা। সেই কিতাপকে উপলক্ষ্য কৰি অসমৰ এজন স্বনামধন্য পুৰুষে দেশক ভক্তি কৰি বহুত টকা দেশৰ সাহিত্যৰ অৰ্থে দান কৰিছে। সেই মানুহজন স্বনামধন্য ৰায়বাহাদুৰ শ্ৰীযুত ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া। শ্ৰীযুত ৰাধাকান্ত সন্দিকৈয়ে টকা দিলে, সাহিত্য সভাৰ এটি 'হল' হ'ল। শ্ৰীযুত সন্দিকৈয়ে টকা দিলে, 'চন্দ্ৰকান্ত অভিধান' হ'ল। এই অভিধানখনি আমাৰ যাউতিযুগীয়া জাতীয় সম্পত্তি, যেনে—ইংলণ্ডীয় ভাষা কোৱাবিলাকৰ Jonson's Dictionary, Murray's Dictionary, Webste'rs Dictionary, আমাৰ ঘৰত যদি কিবা অনুষ্ঠান হয়, বিশেষ—বিয়া, তেতিয়া কোন মানুহে ক'ব পাৰে যে সেই বিয়া বিনা-আসোঁৱাহে হৈছে? বুকুত হাত দি কোনো মানুহে ক'ব পাৰেনে? বিয়া কিয়, এটি সাধাৰণ নিমন্ত্ৰণতে কিমান আসোঁৱাহ ওলায় আহি! এনে কথা কোনেও ক'ব নোৱাৰে যে কোনো ডাঙৰ কাম বিনা-আসোঁৱাহেৰে সম্পন্ন হয়। এই 'চন্দ্ৰকান্ত অভিধান'ৰ দৰে জাতীয় সম্পত্তি আমাক গ্ৰন্থকাৰসকলে দিয়াত যদি আমি কিবা আসোঁৱাহ দেখোঁ কিম্বা পাওঁ, তেনে আসোঁৱাহক আসোঁৱাহ বুলি ভবাটোৱেই

---

*Lord Macaulay-ই কিতাপৰ কথা এবাৰ এনেকৈ কৈছিল—

"If anyone would make me the greatest king that even lived, with palaces and gardens, fine dinners and wines and coaches, beautiful clothes and hundreds of servants on condition that I should not read books, I would not be a king."

গৌৰৱ কথা। আমাৰ ঘৰৰ কথা ভাবোঁচোন বাৰু। জাতীয় সম্পত্তিক সকলোৱে নিজৰ বুলি ক'ব লাগে, নিজৰ বুলি ভাবিব লাগে। শ্ৰীযুত পণ্ডিতসকলে ইমান টকা দিছে (মই অৱশ্যে নেজানো—আন কোনো দানবীৰে ইমান টকা সাহিত্যৰ নিমিত্তে দিছে নে নাই), তেওঁ অসমীয়া, আৰু অসমীয়াৰ গৌৰৱ; অভিধানখন চিৰদিনলৈ থাকিব—এনেবোৰ কথা ভাবি ভাবি মোৰ যদি কিবা থাকে, উদ্ধুকিয়াই দিয়াহে আমাৰ কৰ্ত্তব্য। শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ মত পঢ়াৰ আগেয়েও দুখীয়াৰ দুখী অৱস্থাৰে মোৰো সেই মত আছিল। কিন্তু এতিয়া এনে এটি ডাঙৰ 'নজিৰ' দেখিবলৈ পাইছো, মোৰ এই বিষয়ে আৰু একো কথা নক'লেও হ'ব। আশাকৰোঁ, বাইজে শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াৰ মত সমৰ্থন কৰিব। এনে এখন জাতীয় সম্পত্তিক মই মোৰ অন্তৰৰ ভক্তি দিওঁ। সকলো অসমীয়াই যেন এই জাতীয় সম্পত্তিক যতন কৰি অনন্ত কাললৈকে জীৱন্ত ৰাখে। এইখিনিতে নতুনকৈ ওলোৱা শ্ৰীযুত যজ্ঞেশ্বৰনাথ ভট্টাচাৰ্য্য ডাঙৰীয়াৰ অভিধানকো আমাৰ জাতীয় সম্পত্তি বুলি কওঁ। যি কোনো অসমীয়াৱে সাহিত্যৰ উন্নতি কৰে, সেই সাহিত্য অসমীয়া সাহিত্যই হওক কি আন কোনো সাহিত্যই হওক, সেই মানুহজন আমাৰ সাহিত্যৰ বন্ধু। স্বৰ্গীয় আনন্দৰাম বৰুৱাই অসমীয়া কোনো কিতাপ লেখিছিলনে? যদিহে লেখিছিল, মই নেজানো; কিন্তু ভাৰতবৰ্ষৰ বহু ঠাইত স্বৰ্গীয় আনন্দৰাম বৰুৱাৰ কথা শুনো আৰু গৌৰৱান্বিত হওঁ, আমাৰ আনন্দৰাম বৰুৱাই অসমত নিজৰ টকাৰে সম্পত্তি নিকিনি মুৰ্শিদাবাদত কিনিলে। কিয় কিনিলে—অসমীয়াই জানিব নোখোজেনে? কিন্তু আনন্দৰাম বৰুৱাৰ নাম লৈ আমি গৌৰৱান্বিত নহওঁনে? সেইদেখি কওঁ, যি যি অসমীয়াই নিজক আন ঠাইত আন ভাষাতো ডাঙৰ কৰিছে, সেই সেই অসমীয়াই আমাৰ কাম কৰিছে বুলি আমি ভাবিব লাগে। অসমীয়া অসমীয়া, সেই অসমীয়াই কামাখ্যাটাতেই ভাল কাম কৰক বা হনলুলুতেই ভাল কাম কৰক, যি ঠাইতে তেনে অসমীয়া মানুহ থাকে, তেওঁ আমাৰ ভাই আৰু তেওঁ আমাৰ ককাই। তেনে অসমীয়াক আমি যদি নিজৰ নকওঁ, কাক ক'ম? আমাৰ মনক ঠেক ভাব যদি বহল কৰিব পাৰোঁ, তেনেহ'লে আমাৰ সাহিত্যও বহল হ'ব, ডাঙৰ হ'ব। সকলো বস্তুৰেই মানুহৰ মনৰপৰা উৎপত্তি। মন যাপেক-যাক,—যেনে যাপেক-যাক, তেনে কাম।

এবাৰ এজন গাৰো পৰ্ব্বতৰ ভদ্ৰলোক গুৱাহাটীলৈ আহিছিল। তেওঁক লৈতে মই অসমীয়া ক'লোঁ। তেওঁ বুজিলে। পাছত জানিলোঁ যে তেওঁক

কালে অসমীয়া শিকোৱা নহয়, বঙলাহে শিকোৱা হয়। কিন্তু তেওঁ আহিছিল— আমাৰ অসম উপত্যকাৰ কমিশ্যনাৰৰ আদালতলৈ আপীলৰ নিমিত্তে। মই তেওঁক ক'লোঁ, "আপুনি আমাৰ কমিশ্যনাৰৰ ওচৰলৈ আহিছে—আপোনাৰ মকৰ্দ্দমাৰ আপীলৰ নিমিত্তে, কিন্তু আপুনি অসমীয়া নেজানে।" তেওঁ উত্তৰ দিলে, "নেজানো।" তেওঁৰ লৈতে সেই অলপ সময়ৰ ভিতৰতে মিত্ৰতা হৈছিল। তেওঁলৈ দুখন কি তিনিখন অসমীয়া কিতাপ পাছদিনা পঠাই দিলোঁ। তেওঁ সেই কিতাপ পঢ়িছিল নে দলিয়াই পেলাইছিল, ক'ব নোৱাৰোঁ।

শ্বিলঙত আজি-কালিৰ হিন্দু মিশ্যনৰ এজন কৰ্ম্মীৰ নাম মনত পৰিল। স্বৰ্গীয় দুৰ্গেশ্বৰ গোস্বামী। তেওঁ বহুত কম বয়সতে ইহলোকৰপৰা অলপতে আঁতৰি গ'ল। তেওঁ এই মিশ্যন কি আন এনে কোনো হিন্দু মিশ্যনৰ বহুতো কাম কৰিছিল। তেওঁৰ আত্মাৰ সদ্গতিৰ নিমিত্তে এইখিনিতে ঈশ্বৰক খাটোঁ। এজন এটি হিন্দু মিশ্যনৰ এজন কৰ্ম্মী গুৱাহাটীলৈ আহি কাৰো-কাৰোপৰা তেওঁলোকৰ পঢ়াশালিৰ নিমিত্তে অলপ দিন আগেয়ে পইচা তুলিছিলহি। তেওঁৰে লৈতে কথা কৈ জানিলোঁ যে তেওঁৰ হিন্দু মিশ্যনত বঙলাহে শিক্ষা দিয়া হয়, অসমীয়া নহয়। তেওঁৰে লৈতে মোৰ তাৰ পাছত দুবাৰ-এবাৰ দেখা হৈছিল। তেওঁক মই এই কথা কৈছিলোঁ, "বঙলা শিকাওক, কিন্তু এই মানুহসকলৰ ওচৰ-চুবুৰীয়া মানুহ অসমীয়া কোৱা মানুহ। তেওঁলোকো অসম ৰাজ্যৰ অধীন,— অসমীয়াই। এওঁলোকক অসমীয়া শিকাবৰ কিবা এটি আয়োজন নকৰিলে বেয়া হ'ব।" তেওঁৰ উত্তৰত এই আভাস পালোঁ যে তেওঁলোকে যথাসাধ্য চেষ্টা কৰিব। তেওঁলোকৰ সহকৰ্ম্মী এজন মাথোন অসমীয়া। তেওঁৰে লৈতে পৰামৰ্শ কৰি চাব। মই ক'লোঁ, "মোক জনাব দেই।"

মণিপুৰ আমাৰ অতি নিজা—যদিও এই মণিপুৰক আন মানুহে আন ঠাইলৈ লৈ যাব খোজে। আপোনাসকলে জানে যে বহুত মানুহে কয়—অৰ্জ্জুন-বভ্ৰুবাহনৰ মণিপুৰ উৰিষ্যাৰ ওচৰত। মই এখন বঙলা মহাভাৰতত ভাৰতৰ চিত্ৰত মণিপুৰ সেই ঠাইত অঙ্কিত থকা নিজৰ চকুৰে দেখিছোঁ। আমাৰ অসমীয়া মণিপুৰতো, মই যিমান দূৰ জানিব পাৰিছোঁ, বঙলাহে শিকোৱা হয়, অসমীয়া নহয়। মণিপুৰৰ মানুহসকলে আমাৰ অসমীয়া ভাষা অত নিশিকিলেও, এই কথাকেৰি জাতক ক'ব নোৱাৰেনে যে আমাৰ মণিপুৰেই সেই মণিপুৰ—যি মণিপুৰলৈ আহি অৰ্জ্জুনৰ বিভ্ৰাট ঘটিছিল। এই আন্দোলনো ক'তো হোৱা মই শুনা নাই। কিন্তু তেওঁলোকে অসমীয়াই বা নিশিকিব কিয়? অসমীয়া ভাষা শিকাত কি দোষ?

এইখিনিতে মই যদি কওঁ এইকেবি কথা যে এইবোৰ ঠাইত অসমীয়া শিক্ষা দিয়াত ব্যৱস্থা হোৱা ভাল, আৰু সেই কামকেবি সাহিত্য সভাৱে, মই কিবা দোষৰ কাম কৰিমনে? আপোনাসকলে যি বিচাৰ কৰে কৰক। মই মোৰ ক'বলগীয়া কথাখিনি ক'লোঁ। কিন্তু মই কওঁ—এনেবোৰ কথা তত্তালিকে হাতত নল'লে, পলম হৈ গ'লে, আমাৰ হাতৰপৰা অসমৰ এই অতি বিতোপন খণ্ডবোৰ একেবাৰেই যাব। এনে সম্পত্তিবোৰ চকুৰ আগতেই যাবলৈ দিয়া ভালনে? আপোনাসকলে ভাবক। বিশেষ, মণিপুৰত অসমীয়া কিয় শিকোৱা নহয়?

আমাৰ ঘৰৰপৰা মণিপুৰ লৈ যায়, বাণৰজাৰ দেশ শোণিতপুৰ লৈ যায়, ভীষ্মক ৰজাৰ দেশ লৈ যায়। (এনেকি বৰ দুখৰ কথা—উত্তৰ লক্ষীমপুৰৰ গেজেটীয়েৰ কিতাপতো কোৱা হৈছে যে ৰুক্মিণীৰ দেশ বেবাবহে, যদিও অসমীয়াই সেই দেশ নিজৰ ঘৰত বুলি দাবী কৰে। মই সেই কিতাপখন পঢ়িহে বিপক্ষৰ দাবীৰ কথা জানিলোঁ।) কিন্তু আচৰিত এই যে গেজেটীয়েৰৰ পাতত এই (কথা) থকা জানিও কোনো অসমীয়াই এই গেজেটীয়েৰৰ নাম লোৱা শুনা নাই। এজন শ্ৰীযুত সেনে এনে কথা কয়, শুনো, আৰু এজন বঙ্গদেশৰ পণ্ডিতেও এনে কথা কয়, শুনো; তেওঁলোকৰ মতক প্ৰতিবাদ কৰা হয় জানো? কিন্তু এই কথা কেতিয়াও মই শুনা নাই আৰু শুনা নাছিলোঁ যে এনে এখন কিতাপত এনে কথা থাকিব যে ভীষ্মক-ৰুক্মিণীৰ দেশ বেবাবত। আৰু ইও বৰ আচৰিত যে কোনো অসমীয়া কাকতে-পত্ৰে এই গেজেটীয়েৰৰ সম্বন্ধে কোনো কথা মই দেখা নাই আৰু এই কথা কাৰো মুখে শুনাও নাই।

অলপতে শুনিছোঁ যে এজন কোনো মানুহে প্ৰাগ্‌জ্যোতিষপুৰক অসমত স্থান নিদি আন কোনো ঠাইলৈ লৈ যায়। বঙলা বচন এটি ব্যৱহাৰ কৰি কওঁ, "এ কি মগের মুল্লুক নাকি?"

যিবিলাক মৈমনসিঙীয়া মানুহে ইয়াত বাস কৰিবলৈ আহিছে আৰু মাটি-বাৰী কিনিছেহি, তেওঁলোকৰ ভিতৰত অসমীয়া ভাষা প্ৰচাৰ হ'ব লাগে। বিশেষ—মৈমনসিঙীয়াবিলাকৰ নিমিত্তে যি স্কুল স্থাপন কৰা হয়, সেই স্কুলত যেন অসমীয়া ভাষাই প্ৰধান স্থান অধিকাৰ কৰে। কুকী, ডফলা ইত্যাদি যি পৰ্ব্বতীয়া অসমীয়াসকলে অসমীয়া নেজানে, তেওঁলোকৰ ভিতৰতো অসমীয়া প্ৰচাৰ হ'ব লাগে। এই কাম সাহিত্য সভাৰ প্ৰচাৰ-শাখাই হাতত লোৱা দৰকাৰ হৈছে।

শ্ৰীযুত পূৰ্ণকান্ত বুঢ়াগোহাঁই নামে এজন ভদ্ৰলোকে 'অসমীয়া' কাকতত কেবাখনো পত্ৰ লেখি আমাক জনাইছে যে ব্ৰহ্মদেশত বহুতো মানে লৈ যোৱা অসমীয়াৰ সন্তান-সন্ততি আছে। এই নিৰ্ব্বাসন দণ্ড পোৱা আমাৰ নিজা ভাই-ককাই, বাই-ভনী অসমীয়াক আমি আটায়ে মৰমৰ চকুৰে নেচামনে? উদ্যোগী ডেকা অসমীয়া কৰ্ম্মীৰ কোনো কোনোৱে সেইফালে গৈ ফুৰি আহিবও পাৰে আৰু লগত অসমীয়া বস্তুও প্ৰবাসীসকললৈ উপহাৰ স্বৰূপে লৈ যাবও পাৰে। অসমীয়া উপহাৰ দেখি তেওঁলোকৰ মনৰ ভাব বিদেশ-বাসী আন আন অসমীয়াই অলপ অনুভৱ কৰিব পাৰিব বোধকৰোঁ। সাহিত্য সভাক আৰু কিমান কাম দিয়া যাব, কিন্তু সাহিত্য সভাই যেতিয়া ৰাইজৰ সেৱা কৰিবলৈ আগবাঢ়ি আছেই, এই ভাৰ কেইফেৰিও নিশ্চয় ৰংমনেৰে গ্ৰহণ কৰিব।

আৰু এনেবোৰ বিষয়ে বহু কথা ক'বলৈ বেয়া আৰু ভয় লাগে, কিয়নো মোৰ মতেৰে সৈতে আনৰ মত একে নহ'ব পাৰে। মই ওপৰত কোৱা কথাবোৰ উল্লিখিয়ালোঁহে মাথোন, বহলাই কোৱা নাই। বহলাই ক'লে, বহল জগৰ লাগিব।

আপোনাসকলৰ, মোৰ, শঙ্কৰদেৱৰ বিষয়ে অসমৰ বাহিৰৰ মানুহে নেজানে কিয়? শ্ৰীযুত বাণীকান্ত কাকতি প্ৰফেচৰ ডাঙৰীয়াই শঙ্কৰদেৱৰ বিষয়ে এখন কিতাপ লেখিছে। এজন ইংৰাজ বন্ধুক এই কিতাপ দিবলৈ বিচৰাত সেই কিতাপ যে ইয়াত নেপালোঁৱেই, আন ঠাইতো নেপালোঁ। এনে এখন কিতাপ যেনেকৈ আম, লিচু, কৰি ইত্যাদি বাটে বাটে বেচা যায়, তেনেকৈ বিক্ৰী হোৱাহেঁতেন, সি অসমীয়া জাতিৰ গৌৰৱ বঢ়ালেহেঁতেন আৰু সেই গৌৰৱ অসমীয়া সাহিত্যতো প্ৰতিবিম্বিত হ'লহেঁতেন। ভাৰতৰ বাহিৰে, নহয়— আজি-কালিৰ ভাৰতৰ উন্নত জাগ্ৰত অৱস্থা চাই এনে অনুমান হয় যে অসমৰ বাহিৰে আন কোনো এখন প্ৰদেশৰ এনে কিতাপৰ মৰ্য্যাদা ৰক্ষা কৰা মানুহ বহুত ওলালহেঁতেন। কিন্তু হায়! অসমত সেই উৎসাহ নাই। কি দুখৰ কথা! অসমত ভাল ভাল কিতাপ বিক্ৰী বাটে বাটে হয়নে? কিয় নহয়? আন দেশত হ'লে হয়।

আমি আন আন দেশৰ সাধু পুৰুষসকলক চিনি পাওঁ। অৱশ্যে এইসকল সাধু পুৰুষ অসমৰো গৌৰৱ। কিন্তু অসমৰ সাধু পুৰুষসকলক অসমৰ বাহিৰে কেইজনে জানে? আমাৰ মহাপুৰুষসকলৰ কথা অসমৰ বাহিৰ কৰিলে অসমৰো মঙ্গল হ'ব আৰু আন আন দেশৰো মঙ্গল হ'ব। মই কওঁ—এইসকল পুৰুষৰ

লক লক জীৱনী আমাৰ শিক্ষিত মানুহে ইংৰাজী ভাষাত প্ৰকাশ নকৰিলে দেশৰ প্ৰতি অন্যায় আৰু অবিচাৰ কৰা হ'ব। অৱশ্যে কোনো কোনোৱে ক'ব পাৰে যে আমি অসমীয়াতহে লেখিম, বিদেশী ভাষাত নেলেখোঁ। আমাৰ অসমীয়াৰ ভিতৰতেনো কেইজনে অসমীয়া পঢ়িব পাৰে? অনা-অসমীয়া কেইজনেনো অসমীয়া পঢ়িব তেনেহ'লে? জাপানী, চীন, অ-ব্ৰিটিশ য়ুৰোপীয় জাতিসকলেও প্ৰচাৰ কাৰ্য্যৰ নিমিত্তে ইংৰাজী ভাষাৰ আশ্ৰয় লয়। আমাৰ এই মহৎ প্ৰচাৰ কাৰ্য্যৰ অৰ্থে ইংৰাজী ভাষাৰ আশ্ৰয় ল'লে বোধকৰোঁ দোষৰ কথা নহ'ব।

শ্ৰীযুত উপেন্দ্ৰনাথ বৰুৱা ডাঙৰীয়াৰ **A Glimpse of Assam**-এ অসমৰ কথা বাহিৰা মানুহক জনাইছে। শ্ৰীযুত বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ **'Holy Nam Ghosha', 'Ear Eater'**, শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়াৰ **Assamese Nur Jehan**, শ্ৰীযুত ভুবনমোহন সেন ডাঙৰীয়া আৰু শ্ৰীযুত গফিন ডাঙৰীয়াৰ **'Short sketches of Assam'**-এ আমাৰ অসমৰ কথা অসমৰ বাহিৰে প্ৰকাশ কৰিছে। এতিয়া লেখি থাকোঁতে মুঠে এইকেখন কিতাপৰ কথা মনত পৰিছে। আৰু যিসকলে এনে কথা লেখি আমাৰ অসম আৰু অসমীয়াৰ কীৰ্ত্তি প্ৰকাশ কৰিছে, তেওঁলোকক মই ধন্যবাদ জনাওঁ। অসমীয়া নজনা মানুহৰ সৈতে যেতিয়া আমি ইংৰাজীত কথা কওঁ, আমাৰ দেশৰ কথা এনে অসমীয়া নজনা মানুহক ইংৰাজীৰে নজনাই কোন ভাষাৰে জনায়? ইংৰাজী জগতৰ সকলো সভ্য জাতিয়েই জানে। ইংৰাজীৰ সহায় লৈ আমাৰ দেশৰ কথা, সভ্যতাৰ কথা—প্ৰচাৰ কৰা অতি যুগুত।

মোৰ কলেজীয়া ছাত্ৰ এজন বন্ধুৰপৰা এতিয়াই শুনিলোঁ যে আমাৰ মিনিষ্টাৰ ডাঙৰীয়া ৰায়বাহাদুৰ শ্ৰীযুত কনকলাল বৰুৱাৰ ইংৰাজীত লেখা কামৰূপৰ নতুন ইতিহাস দাক্ষিণাত্যৰ এটি বিশ্ববিদ্যালয়ত পাঠ্যপুথিৰূপে নিৰ্ব্বাচিত হৈছে। এই শুনিলে কোন অসমীয়াৰ আনন্দ নহয়? ৰায়বাহাদুৰ ডাঙৰীয়াই যদি কিতাপখন ইংৰাজীত নেলেখিলেহেঁতেন, দাক্ষিণাত্যৰ কোনে অসমৰ কথা জানিলেহেঁতেন?

এই সুযোগতে কওঁ যে ইংৰাজী, য়ুৰোপীয়, এনে কি বঙলা সাহিত্যৰো উন্নতি হৈছে প্ৰকাশকৰ দল থকাৰ নিমিত্তে। ইয়াত প্ৰকাশক ব্যৱসায়ৰ মানুহ অতি তাকৰ। যিসকল আছে, সেইসকলো অৰ্থবীৰ নহয় হ'বলা। যদি তেওঁলোক অৰ্থবীৰ হ'লহেঁতেন, মোৰ মনেৰে বহুত কিতাপ ছপাই অসমীয়া বাইজক দিব পাৰিলেহেঁতেন। য়ুৰোপীয় সাহিত্যৰ সৈতে চিনাকি থকা সকলক প্ৰকাশকৰ মাহাত্ম্যৰ কথা নক'লেও হ'ব। কোনে দেখা নাই সেই চিত্ৰ—যি চিত্ৰত

গোল্ডস্মিথ, জনসন্ আৰু গোল্ডস্মিথৰ গৃহকৰ্ত্ৰী ইত্যাদিক একেলগে ৰাখি চিত্ৰকৰে অমৰ কৰি থৈছে। সেই একেখনি চিত্ৰই ক'ব—প্ৰকাশকৰ 'মাহাত্ম্য'ৰ কথা। আমাৰ প্ৰকাশকসকলেই বা কিমান কিতাপ ছপাইছে আৰু লেখকসকলেই বা নিজৰ সোনাৰ ধন ভাঙি কিমান কিতাপ ছপাইছে—এই কথাকেৰি যদি কোনো উদ্যোগী পুৰুষে বাইজক কয়, তেওঁ এজন দেশৰ উপকাৰী লোক হয়।

**Sadler Commission** অহাৰ আগৰেপৰা কি তাৰো আগৰেপৰা, আমি আমাক বেলেগ বিশ্ববিদ্যালয় লাগে বুলি কৈ আছোঁ। একুৰি বছৰৰ ভিতৰতে কেইখন নতুন বিশ্ববিদ্যালয় ভাৰতত হ'ল, কিন্তু আমাৰ এতিয়ালৈকে নহ'ল। কিন্তু ভাবি চালে দুখৰ তিমান কথা নাই, আগেয়ে আমাৰ প্ৰাগ্‌জ্যোতিষপুৰত বিশ্ববিদ্যালয় আছিল,—আধুনিকভাৱে নহ'লেও, বিদ্যাৰ কেন্দ্ৰ এই প্ৰাগ্‌জ্যোতিষপুৰ আছিল। যদিহে বিশ্ববিদ্যালয় অসমত হয়, ইয়াতে হোৱা ভাল। সি যাক যি হওক, আজি-কালি আমি যি ব্ৰিটেনৰ আৰ্হিৰে আমাৰ শিক্ষাক গঢ় দিছোঁ, সেই ব্ৰিটেনতো দুকুৰি-তিনিকুৰি বছৰৰ আগেয়ে আজি-কালিৰ দৰে ইমান বিশ্ববিদ্যালয় নাছিল। সেইগুণে দুখৰ কাৰণ নাই। কিন্তু ইচ্ছা লাগে, উৎসাহ লাগে, উদ্যম লাগে। কোনখিনি সময়ত, কি সময়ত, কি কাম হাতত ল'ব লাগে—তাক জানিব লাগে। এই পূজাৰ বন্ধতে পশ্চিমৰপৰা উভতি আহোঁতে গণিতজ্ঞ পণ্ডিত শ্ৰীযুত গণেশপ্ৰসাদ ডাঙৰীয়া মোগলসৰাই ষ্টেশ্যনত মোৰ খোঁটালীত উঠিছিলহি। তেওঁৰ সৈতে আগেয়ে চিনাকি আছিল। কিন্তু আমি দুইবো চিন হেৰুৱাইছিলোঁ। পাছত যেতিয়া আমাৰ পূৰ্ণ চিনাকি হ'ল, বহুত কথা হোৱাৰ পাছত তেওঁ ক'লে যে যদিহে আমাক ইউনিভাৰছিটি লাগে, আমি ত্ৰিশলাখ টকা প্ৰথমে খৰচ কৰিব লাগিব আৰু বছৰে বছৰে দহলাখ টকা খৰচ কৰিব লাগিব। সেইটো তেওঁৰ মত। মই ক'লোঁ, "আমি লাহে লাহে সময় চাই চাই আমাৰ ঘৰ বান্ধি ঘৰ বঢ়াম।" কিন্তু সেই ডাঙৰ পণ্ডিতৰ কথা ইয়াতে বাইজক জনালোঁ। মই হ'লে কওঁ—লাহে লাহেহে ঘৰ বঢ়োৱা ভাল। যিসকল মানুহে প্ৰথমেই অতি ডাঙৰ অভিকায় ঘৰ কৰে, তেওঁলোকে সেই ঘৰ আয়ত্তাধীন কৰিব নোৱাৰে, সেই ঘৰৰ কোনো সুব্যৱস্থা কৰিব নোৱাৰে। সেইদেখি বিশ্ববিদ্যালয়ৰ দৰে এটি কাম সকলৈ আৰম্ভ কৰিও লাহে লাহে বঢ়োৱা বেয়া নহয়। উদাহৰণ—কটন কলেজ। শ্ৰীযুত নীলমণি ফুকন, ৰায়বাহাদুৰ শ্ৰীযুত সদানন্দ দুৱৰা, শ্ৰীযুত বৃন্দাবন গোস্বামী ডাঙৰীয়া আদি এই কলেজৰ প্ৰথম দলৰ। তেওঁলোকে জানে—এই কলেজৰ প্ৰথম কেইবছৰৰ কথা। শ্ৰীযুত কমলাকান্ত ভট্টাচাৰ্য্যই এতিয়া কেনাবাবো

কাকতে-পত্রে লেখিছে যে আমাৰ গোসাঁইসকলে এই কামত সহায়তা কৰিব পাৰে। কৰিব পাৰে যে ই কথা কোনে নক’ব? তেখেতসকলে কৰিবনে? তেখেতসকলে কৰোঁ বুলিলেনো কিয় কৰিব নোৱাৰিব? কিন্তু উপদেশ-উৰ্দেশ দিওঁতা, আগুলিয়াই দিওঁতা মানুহ লাগে। অসমৰ বিশ্ববিদ্যালয় যদি নহয় কি হ’বৰ আশা নাই, তেনেহ’লে কলিকতা মাতৃ-বিশ্ববিদ্যালয়লৈ অসমৰপৰা যোৱা প্ৰতিনিধি বঢ়াই দিবলৈ আমাৰ খটা ভাল। এইখিনিতে কওঁ যে বিশ্ববিদ্যালয় হ’লে মোৰ আৰু আপোনালোকৰ ভাষাৰ যি অলপ বিশৃঙ্খলতা আছে, সি দূৰ হ’ব। আখৰ-জোঁটনি আৰু উচ্চাৰণ আদিৰ ব্যতিক্ৰম-যেমেজালি যি আছে, সেইবোৰ আঁতৰ হ’ব। কিন্তু সেইবুলি যেন আন ভাষাকো শিকিবলৈ আগ্ৰহ ৰাখি, শিকি, পৃথিৱীৰ আন আন মানুহৰ সমকক্ষ হ’ব পাৰোঁ।

হিন্দু-মহম্মদীয়, মহম্মদীয়-হিন্দু—এই ভিন ভাৱ অসমত নাই। আমি আমাৰ ভাৰতৰ আন ঠাইতকৈ এই বিষয়ত ভগৱানৰ ইচ্ছাত বহুত আগত দেই। আমি ইছলাম ধৰ্ম্মৰ কিতাপ পঢ়িব লাগে। ইছলাম ধৰ্ম্মাৱলম্বীসকলে হিন্দু ধৰ্ম্মৰ কিতাপ পঢ়িব লাগে। এই দুয়ো ধৰ্ম্ম উদাৰ ধৰ্ম্ম। এনে কিতাপৰ চলাচল অসমত হ’লে দুয়ো ধৰ্ম্মাৱলম্বীৰ মিত্ৰতা আৰু ঘন হ’ব। বাইবেল গ্ৰন্থৰ কথা আমি যিমান জানি আমাৰ জ্ঞান বঢ়াইছোঁ, কোৰাণৰ কথা জানোনে? আৰু মুছলমান ভাইসকলক কওঁ—তেওঁলোকে বাইবেল গ্ৰন্থৰ কথা যিমান জানে, হিন্দু শাস্ত্ৰাদিৰ কথা জানেনে? আমাৰ বাইবেলৰ বিষয়ে যেনে জনা দৰকাৰ, আন আন ধৰ্ম্মাৱলম্বীসকলৰ গ্ৰন্থৰ বিষয়েও জনা দৰকাৰ। সকলো, যি কোনো ধৰ্ম্মৰেই হওক, ধৰ্ম্মগ্ৰন্থৰ মাজেদিহে আমাৰ সাহিত্য শকত কৰিব পৰা যায়। আমি যেন এই কথা ভাবোঁ যে আমি অসমীয়া ভাষা আৰু সাহিত্যৰ পূজাৰী। আমাৰ যি কোনো ধৰ্ম্মই হওক, আমি ‘অসমীয়া’—এই কথা যেন সকলো সময়তে ভাবোঁ। সকলো সময়তে, সকলো কামতে, এই কথা প্ৰকাশ পায় যেন—আমি অসমীয়া। আমি ভাৰতীয়। সেইগুণেই কওঁ—আমাৰ প্ৰকাশক সঙ্ঘ লাগে। যিসকল প্ৰকাশকে জগতৰ ডাঙৰ ডাঙৰ মানুহৰ জীৱনীৰ ঘৰে ভাল ভাল কিতাপ আৰু আন আন গ্ৰন্থ দিব পাৰে, চমুকৈ ক’বলৈ গ’লে—জগতৰ জ্ঞানৰ সমষ্টি আমাৰ ঘৰে ঘৰে অতি কম বেচতে যিসকলে বিলাব পাৰে—এনে প্ৰকাশক সঙ্ঘ হ’লেই আমাৰ ভাষা, আমাৰ সাহিত্য আধুনিকতাৰে আগবাঢ়িব। ইংলণ্ডত শিলিং গ্ৰন্থাৱলী আছে, ছয় পেনি গ্ৰন্থাৱলী আছে। কলিকতাৰ শ্ৰীযুক্ত যোগেন সৰকাৰ, গুৰুদাস চ্যাটাৰ্জি এণ্ড ছন্চ্, বসুমতী ছাপাখানা ইত্যাদিয়ে

অতি সুলভ বেচতে কিতাপ উলিয়াই বঙ্গদেশৰ আৰু ভাষাৰ বিশেষ উপকাৰ সাধিছে।

সাধাৰণভাৱে সাহিত্য বুলিলে মাথোন যাক আমি 'পদ্য', 'গদ্য' কওঁ, তাক নুবুজায়। ইতিহাস-সাহিত্য, সঙ্গীত-সাহিত্য, গণিত-সাহিত্য, জীৱনী-সাহিত্য, স্থাপত্যবিদ্যা-সাহিত্য, ফলিত জ্যোতিষ-সাহিত্য, জ্যোতির্বিদ-সাহিত্য, ভাস্কৰ-বিদ্যা-সাহিত্য, বৈদ্যবিদ্যা-সাহিত্য, ব্যৱহাৰবিদ্যা-সাহিত্য, ব্ৰহ্মবিদ্যা-সাহিত্য, চিত্ৰবিদ্যা-সাহিত্য, বাণিজ্যবিদ্যা-সাহিত্য, কৃষিবিদ্যা-সাহিত্য আৰু কিমান ক'ম? যি বিদ্যাই জ্ঞান বঢ়াই মানুহক এন্ধাৰৰপৰা পোহৰলৈ লৈ যায়, সি সকলোৱেই সাহিত্য। ইংৰাজী ভাষাৰ Literature শব্দৰ অৰ্থ ইমান বহল যে ব্যৱসায়ী-সকলে তেওঁলোকৰ মূল্য তালিকা (Catalogue) আদিকো সাহিত্য বুলিহে প্ৰচাৰ কৰে। সাহিত্যৰ ইমান বিশ্বজনীন ভাব।

যেতিয়া অসমীয়া ভাষাৰ এইসকল বিদ্যাৰ চৰ্চ্চা বাঢ়িব, আৰু মই নোকোৱা আৰু বহুত আন আন জ্ঞান বঢ়োৱা বিদ্যাৰ চৰ্চ্চা বাঢ়িব, তেতিয়াহে অসমীয়া ভাষা সৰ্ব্বাঙ্গীন সুন্দৰ হ'ব। মই ন-ন লেখকসকলক নত হৈ কওঁ যে সাহিত্য-দেৱীক সৰ্ব্বাঙ্গীন সুন্দৰী কৰাৰ বাব তেওঁলোকৰহে।

শ্ৰীযুত দণ্ডিৰাম দত্ত কামৰূপৰ পঢ়াশালিৰ শিক্ষকক সাহিত্য সভাই চিনে। তেওঁ নগাঁও সভাত গণিতত নিপুণতা দেখুৱাই আমাক তধা লগোৱা মনত আছে। তেওঁ বহুতৰ প্ৰশংসা পাইছে।

প্ৰাচীন কামৰূপত অঙ্কবিদ্যাৰ ( কাইথেলী অঙ্ক আৰু জ্যোতিষ ) চমৎকাৰ চৰ্চ্চা আছিল। অঙ্কৰ কৌতুক ৰহস্য দেখুৱাই নিজ উদ্ভাৱনা শক্তিৰে বহুত অঙ্ক উলিওৱা শ্ৰীযুত দণ্ডিৰাম দত্তই ( বেলশৰ, কামৰূপ ) বহুত শ্ৰম কৰি প্ৰাচীন কাইথেলী পুথি প্ৰকাশ কৰিছে। এই সম্পৰ্কে সাহিত্য সভাই অসমৰ মন্ত্ৰী দুজন, ডি.আই., হেড্ মাষ্টৰসকলে, স্কুল ইন্সপেক্টৰে আৰু ঢেৰ গণ্য-মান্য লোকে, কলেজৰ গণিতজ্ঞ প্ৰফেছাৰসকলেও দত্তক 'ছাৰ্টিফিকেট' দিছে। তেওঁ সম্প্ৰতি 'কৌতুক কাইথেলী' অঙ্ক নামেৰে এখন বৃহৎ পুথি লেখিছে। কটন কলেজৰ আৰু যোৰহাট কলেজৰ প্ৰিন্সিপাল প্ৰভৃতিয়ে এই পুথি ইংৰাজী কৰিবলৈ দত্তক উপদেশ দিছে। অসমৰ গৌৰৱ ৰক্ষাৰ্থে সাহিত্য সভাই, অসম গৱৰ্ণমেণ্টে এই পুথি প্ৰকাশ কৰি দত্তক উৎসাহ দিলে প্ৰাচীন অসমৰ অঙ্ক-চৰ্চ্চাৰ পোহৰ ভাৱতত নিশ্চয় জিলিকিব।

কিছুদিন আগেয়ে ৰায়বাহাদুৰ শ্ৰীযুত আনন্দচন্দ্ৰ আগৰৱালা ডাঙৰীয়াই

'আৱাহন'ত প্ৰস্তাৱ কৰিছিল যে যদি কোনোজনে সামাজিক বুৰঞ্জী লেখিবলৈ হাতত লয়, তেওঁক দেশৰ সকলোজনে সহায় কৰিব লাগে। সেই প্ৰস্তাৱ মতে কোনোজনে কাম হাতত লৈছেনে আৰু তেওঁ কিবা সাহায্য পাইছেনে? শ্ৰীযুত সোণাৰাম চৌধুৰী ডাঙৰীয়াই এই কাম হাতত ল'বৰ যোগ্য বুলি মোৰ মনে ধৰে। তেখেতক এই কাম ল'বলৈ অনুৰোধ কৰিব পাৰোঁনে?

আখৰ-জোঁটনিৰ বিষয়ে দুবাৰ-এবাৰ কৈছিলোঁ। এইবাৰো একাবাৰ কওঁ। (তিনিটা) শ, ষ, স; চ, ছ—এইকেইটা শব্দৰ ব্যৱহাৰ সংস্কৃতৰ দৰেই ব্যৱহাৰ কৰা মোৰ মনেৰে ভাল। আৰু আমি যে প্ৰথম চ, দ্বিতীয় ছ, আৰু মূৰ্দ্ধণ্য ট, দন্ত্য ত কওঁ, সেইটো বেয়া। সেইদৰে নকৈ উচ্চাৰণৰবাবাই দেখুৱাব লাগে যে আমি সেইবোৰ সেইদৰেই উচ্চাৰণ কৰিছোঁ।

আৰু এটি কথা কওঁ। সেই বিষয়ে গ'লবাৰ কি তাৰ আগৰবাৰ আলোচনা হৈ গৈছে হ'বলা। অসমীয়া ভাষাত পাণ্ডিত্যপূৰ্ণ প্ৰবন্ধ লেখা সুধীবৃন্দক অসম সাহিত্য সভাই উপাধি দিয়াটো শোভনীয় হ'ব। আশাকৰোঁ, এই বিষয়েও সাহিত্য সভাই গমি চাব। অসম সাহিত্য সভাই গুণী সাহিত্যিকক বৃত্তি দানৰ কথাও এই কথাৰ লগতে ভাবিব পাৰে। বাইজে জানে—কেনেকৈ গুণীজনক উপাধি আৰু বৃত্তি দিয়া যায়, কি দিওৱা যাব পাৰে, কি বাট অৱলম্বন কৰা ভাল।

বৰ সুখৰ কথা, শ্ৰীযুত জ্যোতিপ্ৰসাদ আগৰৱালাই অসমীয়াৰ পক্ষে এটি অতি নতুন কাম হাতত লৈছে। সেইটি হৈছে—সবাক চিত্ৰ (Talkie) কি নিমাতী পটৰ (Silent Picture) কাৰবাৰৰ যো-জা কৰা। আশাকৰোঁ, এই ডেকা উদ্যোগী পুৰুষজন ভগৱানৰ ইচ্ছাত কৃতকাৰ্য্য হ'ব। ইও সাহিত্য। এই সবাক চিত্ৰ কি নিমাতী পট-নাটে আমাৰ সাহিত্যৰ পুষ্টিসাধন কৰিব। কিন্তু আশাকৰোঁ, বিষয় বাছোঁতে অতি সাৱধানে বছা হ'ব, কিয়নো এনে চিত্ৰবোৰে যেনে এপিনে শিক্ষা দিয়ে, সভ্যতা বিস্তাৰ কৰে, তেনে আনপিনে কু-ৰুচিপূৰ্ণ নাটবিলাকে দেশৰ বহুত অমঙ্গল কৰে। আমাৰ ভাৰতীয় পিতৃ-মাতৃয়ে কোনো কোনো চিত্ৰ নিঃসঙ্কোচে ল'ৰা-ছোৱালীৰে সৈতে চাব নোৱাৰে, আমি জানো। কুৰুচি যেন অসমলৈ নাহে। মই শ্ৰীযুত জ্যোতিপ্ৰসাদক এই কামত কৃতকাৰ্য্য হ'বৰ নিমিত্তে শুভ ইচ্ছা জনাওঁ।

আৰু এটি সুখৰ কথা, উজনিৰ কালে চেনিৰ বৌথ কাৰবাৰৰ যো-জা কৰা হৈছে। এনেবোৰ প্ৰতিষ্ঠান চলি আছে দেখিছে কওঁ যে এৱাহ-পুঁজী

ভেদি অসমীয়াৰ কৰ্ম্মক্ষমতা ওলাব লাগিছে। এনে চিনবোৰে আমাক সুখী কৰিছে।

অলপতে এটি কথা 'অসমীয়া' কাকতত পঢ়ি বৰ আনন্দ পালোঁ। অসম-হিতৈষী সাহিত্য-সেৱী শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াক বৰোদাৰ মহাৰজাই বৈষ্ণৱ ধৰ্ম্মৰ বিষয়ে বক্তৃতা দিবলৈ অতি আদৰেৰে তেওঁৰ ৰাজ্যলৈ নিমন্ত্ৰণ কৰি লৈ যোৱাৰ বাতৰি পাই ভাবিলোঁ যে বেজবৰুৱা ডাঙৰীয়াক সন্মান দেখুৱাই বৰোদাৰ মহাৰজাই অসমকো সন্মান দেখুৱালে। এই বাতৰি পঢ়ি কোন অসমীয়াৰ হৃদয় উৎফুল্ল নহয়? বেজবৰুৱা ডাঙৰীয়া শঙ্কৰদেৱ-সেৱক। তেওঁৰ বক্তৃতা যে শুনিবলগীয়া, স্মৰণ ৰাখিবলগীয়া হৈছে—ই নক'লেও হয়। বৰোদাৰ মহাৰজাক আমাৰ সন্মান অভিবাদন জনাওঁ।

এই উত্তৰ লক্ষীমপুৰৰে এজন ডেকা মহম্মদীয় বন্ধুৱে এখন অসমীয়া কাকত উলিয়াইছিল। দুখৰ বিষয়, সেই দেশ-হিতৈষী বন্ধুও এতিয়া নাই, কাকতো নাই। এই অসমীয়া ডেকাজন অসমৰ প্ৰকৃত বন্ধু আছিল। সেই বন্ধুজনৰ আত্মাৰ সদ্গতিৰ অৰ্থে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰোঁ।

বন্ধুসকল, বহুতো আমনি কৰিলোঁ। ক্ষমা কৰিব। খ্ৰীষ্টীয় বন্ধুসকলে দেওবাৰে পূজা কৰোঁতে একাবাৰ কথা আন আন স্তুতিবাক্যৰ লগত ঈশ্বৰক জনায়। সেই কথা হৈছে—"**We have done those things which we ought not to have done and we have left undone those things which we ought to have done**" ইত্যাদি—মইয়ো সেইকেৰি কথাকে আপোনাসকলক নিবেদন কৰোঁ। মোৰ এই কাকতত হয়তোবা এনে কথা আছে, যি কথা নথকা হ'লেই ভাল হ'লহেঁতেন; আৰু যি কথা ইয়াত লেখা উচিত আছিল, সেই কথা কিমান যে লেখা নাই! এনেবোৰ ত্ৰুটীৰ নিমিত্তে মই কৰযোৰে ক্ষমাহে মাগিছোঁ। মোক ক্ষমা কৰিব দেই।

বন্ধুসকল, যদি আমি দেশৰ, ভাষাৰ, সাহিত্যৰ, জাতিৰ উপকাৰ কৰিব খোজোঁ, তেনেহ'লে নিজৰ যিখিনি কাম আছে, সেইখিনি কাম কৰি-যেন এইসকল কামৰ নিমিত্তেও প্ৰতিদিন অলপ সময় দিওঁ। নিজেও শান্তি আৰু আনন্দত থাকি আনকো শান্তি আৰু আনন্দত যেন ৰাখোঁ। অশান্তি নিৰানন্দত কোনো কামেই ভাল কৰি নহয়। আমি যেন সকলো সময়তে এই কথা নেপাহৰোঁ বন্ধুসকল—আমি যে অমৃতৰ সন্তান। সেই অমৃতময় পৰমেশ্বৰে

আমাক তেওঁৰ শক্তি যে দান কৰিছে—এই কথা নেপাহৰোঁ, আৰু নেপাহৰোঁ যে ঈশ্বৰৰ কৃপাই আমাক সকলো সময়তে ৰক্ষা কৰি আছে। আমি সকলোৱে ঈশ্বৰৰ ওপৰত ভৰসা কৰি আৰু বাধি কাম কৰিলে অসম সাহিত্য সভাৰ জয়—নিশ্চয় নিশ্চয় নিশ্চয়।

অসতো মা সদ্গময়
তমসো মা জ্যোতির্গময়
মৃত্যুৰ্মামৃতং গময়
আৱিৰাৱীৰ্মএধি ৰুদ্র যত্তে
দক্ষিণং মুখং তেন মাং পাহি নিত্যম্।
একমেবাদ্বিতীয়ম্।
ব্রহ্মাকৃপাহিকেৱলম্।

# উৎসর্গ

স্বৰ্গীয় পিতৃদেৱতা

( ৺গুণাভিৰাম বৰুৱা ).

—আৰু—

স্বৰ্গীয়া আইমাতৃ

( ৺বিষ্ণুপ্ৰিয়া দেৱীৰ )

—উদ্দেশে—

জগৎকবি শ্বেক্সপিয়েৰৰ

মাৰ্চেণ্ট অব্ ভেনিচৰ

অসমীয়া ভাঙনি

আগ বঢ়ালোঁ ।

# পাতনি

আমাৰ অসমীয়া ভাষাত শ্বেক্সপিয়েৰৰ ভাঙনি বা সেই মহাকবিৰ অনুকৰণ কৰি লেখা গ্ৰন্থ এখনিহে। সেই কিতাপখনিৰ নাম "ভ্ৰমৰঙ্গ" (কৰিৰ কমেডি অব্ এৰৰ্চ)। এই ভ্ৰমৰঙ্গই আমাক শ্বেক্সপিয়েৰৰে সৈতে প্ৰথম চিনাকি কৰি দিয়ে। সেই কিতাপখনি পঁচিশ বছৰমানৰ আগেয়ে কেইজনমান কলিকতাত পঢ়া অসমীয়া ডেকাই লেখে—আৰু ভৱানীচৰণ দত্তৰ লেনৰ মেচত ১৮৯০ কি ১৮৯১ চনত তাৰ ভাৱনা হোৱা আমাৰ বেছ মনত আছে।

পাছত ডাঙৰ হ'লত শ্বেক্সপিয়েৰলৈ আমাৰ মৰম আৰু শ্ৰদ্ধা বাঢ়িল। বিলাতত শ্বেক্সপিয়েৰৰ কেখনমান নাটৰ ভাৱনাও দেখিছিলোঁ। সেইদেখি শ্বেক্সপিয়েৰৰ মাৰ্চেণ্ট অব্ ভেনিচ বুলি কিতাপখনৰ অসমীয়া ভাঙনি কৰি অসমীয়া ৰাইজসকলৰ আগত ধৰিছোঁ। আমি যে শ্বেক্সপিয়েৰৰ অনুবাদকৰ্ত্তা পদৰ যোগ্য তাক নকওঁ। অসমীয়া ভাষাত শ্বেক্সপিয়েৰৰ ভ্ৰমৰঙ্গৰ বাহিৰে আন কোনো কিতাপ নোহোৱাৰ কাৰণেই আমাৰ ভেনিচৰ সাওদ উলিওৱাৰ প্ৰধান কাৰণ। সেইদেখি দোষ-গুণ যি ইয়াত আছে, পাঠক-পাঠিকাসকলে আমাক যদি দেখুৱাই দিয়ে আমি তেওঁলোকৰ ওচৰত কৃতজ্ঞ হ'ম।

ভেনিচৰ সাওদ উলিওৱাৰ আৰু এটি কাৰণ হৈছে এই—১৯১০ চনৰ পূজাৰ বন্ধত ছোটনাগপুৰৰ গিৰিডি বুলি ঠাইত বিশ্ৰাম ল'বলৈ যোৱাত তালৈ আমাৰ দৰে বিশ্ৰাম ল'বলৈ যোৱা কেইজনমান বঙালী কলেজৰ ছাত্ৰই মাৰ্চেণ্ট অব্ ভেনিচ ভাৱনা কৰিছিল। সেই ভাৱনাৰ নিমিত্তে তেওঁলোকে আমাৰপৰা এই সম্বন্ধে অলপ সাহায্য পাইছিল। তেতিয়াই ভাবিলোঁ যে অসমীয়া বহুতো মানুহ আছে যিসকলে ইংৰাজী ভাষা নজনাৰ গুণে এই জগৎ-কবিৰ নাটখনৰ বিষয়ে হয়তোবা একো নেজানে। সেইদেখি তাৰ অলপ পাছতে শ্বেক্সপিয়েৰৰ এখন কিতাপ আগত লৈ সাধুকথাৰ দৰে আৰু অনুবাদৰ দৰেও লেখিবলৈ আৰম্ভ কৰিলোঁ। কেপাতমান লেখি এৰহুমমান মেজত এনেয়ে পেলাই থৈ দিছিলোঁ। হঠাৎ আকৌ ইচ্ছা হ'লত তাক শেহ কৰি বাঁহীৰ সম্পাদক প্ৰসিদ্ধ সাহিত্যিক প্ৰজ্ঞাপদ

শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাৰ হাতত 'ছাপাখানাত দিবলৈ দিলোঁ। তেখেতে ইয়াৰ প্ৰুফ চাই দিয়াৰ বাবে আমি তেখেতৰ ওচৰত ঋণী আৰু তেখেতক আমি ধন্যবাদ দিওঁ।

ইয়াৰদ্বাৰা যদি আমাৰ পাঠকসকলে শ্বেক্সপিয়েৰৰ মাৰ্চেণ্ট অব্ ভেনিচৰ অলপমানো আভাস পায় আৰু শ্বেক্সপিয়েৰৰ বিষয়ে আৰু পঢ়িবলৈ আৰু জানিবলৈ ইচ্ছুক হয়, আমি আমাৰ শ্ৰম সাৰ্থক হ'ল বুলি মানিম।

আমি দেখিছোঁ, শ্বেক্সপিয়েৰৰ নাটবোৰ যিমান পঢ়া যায়, সিমান তাৰ সোৱাদ বঢ়া যেন লাগে। আমি কবিৰ বহুতো নাট বহুবাৰ পঢ়িছোঁ। যিমান পঢ়োঁ। আমনি নেলাগে। সেইবুলি আমি নকওঁ যে শ্বেক্সপিয়েৰৰ অৰ্থ সকলোবোৰ আমাৰ বোধগম্য হৈছে; অৰ্থাৎ শ্বেক্সপিয়েৰে কোনো কোনো কথা লেখোঁতে কি ভাবি লেখিছিল, তাক আমি ক'ব পাৰোঁ। নানান বিদ্বান লোকে নানান অৰ্থ কোনো কোনো কথাৰ কৰে। সি থাক যি হওক—আমাৰ কামৰ অৰ্থে আমি যি জানো তাৰেই কাম সুকলমে হ'ব বুলি আশা কৰিছোঁ।

শ্বেক্সপিয়েৰৰ নাটবোৰ পঢ়ি আমনি যে নেলাগেই নাটবোৰ পঢ়ি মনত হয় যেন শ্বেক্সপিয়েৰ বিংশতি শতাব্দীৰ আমাৰ সমসাময়িকহে। তেওঁ যি লেখিছিল যদিও প্ৰায় তিনিশ বছৰৰ আগেয়ে লেখিছিল, তেও মনত হয় আজি-কালি হোৱাৰ কথাহে যেন লেখিছে। তেওঁ কোনো জাতিগত কি ব্যক্তিগত কথা লেখি তেওঁৰ নাটবোৰ ৰচনা কৰা নাই। তেওঁৰ নায়ক-নায়িকাবোৰ আৰু নাটৰ আন আন character-বোৰ সকলো জাতিৰ ভিতৰত সকলো সময়ত পোৱা যায়।

তেওঁৰ লেখা ইংৰাজী ভাষাৰ সৰ্ব্বপ্ৰধান অলঙ্কাৰ। আমি কওঁ যে শ্বেক্সপিয়েৰে যদিও ইংলণ্ডত জন্মগ্ৰহণ কৰিছিল—সকলো পৃথিৱীয়ে তেওঁক নিজৰ বুলি ক'ব পাৰে। আমি হ'লে তেওঁক ইংৰাজ কবি বুলি ক'ব নোখোজোঁ। তেওঁ এই গোটেইখন জগতৰ কবি। এইখিনিতে কবিৰ সংক্ষিপ্ত জীৱনী দি এই পাতনি সামৰোঁ।

ওৱাৰিকশ্বিয়েৰৰ ষ্ট্ৰেট্‌ফৰ্ড বুলি এখন ঠাইত খ্ৰীষ্টীয় ১৫৬৪ চনৰ এপ্ৰিল মাহত শ্বেক্সপিয়েৰৰ জন্ম হয়। তেওঁৰ পূৰা নাম উইলিয়েম শ্বেক্সপিয়েৰ। এই শ্বেক্স-পিয়েৰৰ জন্মস্থান বুলি ষ্ট্ৰেট্‌ফৰ্ড আজি জগৎবিখ্যাত। এই ঠাইৰ নৈখনৰ নাম এভন্। ইংলণ্ডত ষ্ট্ৰেট্‌ফৰ্ড বুলি আন ঠাই থকাৰ গুণে এই ঠাইক ষ্ট্ৰেট্‌ফৰ্ড-অন্-এভন্ বুলি কোৱা হয়। তেওঁৰ পিতাক জন্ শ্বেক্সপিয়েৰৰ আৰ্থিক অৱস্থা উইলিয়েম ওপজাৰ কেবছৰমানৰ পাছত বেয়া হয়। উইলিয়েম শ্বেক্সপিয়েৰ তেওঁক

জীৱনৰ শেহছোৱা তেওঁ যদিও সমৃদ্ধিশালী আছিল, তথাপি পিতাকৰ আৰ্থিক অৱস্থাৰ পৰিবৰ্ত্তন হোৱাৰ গুণে তেওঁ সকলো ৰকম অৱস্থাৰ লোৱাম পাইছিল।

তেওঁৰ জীৱনী সম্বন্ধে সবহ কথা গোটোৱা হোৱা নাই। বিশেষ হৈছে, তাৰ কিছু অমূলক বুলিও মনত হয়। এনে এটা কথা প্ৰচলিত আছে যোলে তেওঁ হেনু স্যৰ টমাছ লুচি (Sir Thomas Lucy) নামৰ এজন সেই ঠাইৰ ধনী মানুহৰ বাৰীত কিবা অপহৰণ কৰিছিল। সেই কাৰণতে হেনু তেওঁ ষ্ট্ৰেট্‌ফৰ্ড এৰি লণ্ডনলৈ যায়। এই কথা কিমান বিশ্বাসযোগ্য আমি ক'ব নোৱাৰোঁ। তেওঁ লণ্ডনলৈ যোৱাৰ আন কাৰণো থাকিব পাৰে। লণ্ডনলৈ নোযোৱা হ'লে কবিৰ ইমান বহুমূল্য পুথিবোৰ লেখা নহ'লহেঁতেন। যি কাৰণৰ নিমিত্তেই তেওঁ ষ্ট্ৰেট্‌ফৰ্ড এৰি লণ্ডনলৈ যাওক—তাৰ ফল যে পৃথিৱীৰ পক্ষে উপকাৰী হৈছে ইয়াত সন্দেহ কি?

আৰু এটি কথা আমাৰ অসমীয়া পাঠকৰ আচৰিত লাগিব। তেওঁ ওঠৰ কি উনৈশ বছৰ বয়সত এন্ হেথেওৱে বুলি তেওঁতকৈ আঠ-ন বছৰৰ ডাঙৰ এজনী তিৰোতাৰ পাণিগ্ৰহণ কৰে। তেওঁলোকৰ তিনিটি সন্তান জন্মে।

ষ্ট্ৰেট্‌ফৰ্ডলৈ সিদিনা যাওঁতে আমি এন্ হেথেওৱেৰ ঘৰ চাই আহিছোঁ। ষ্ট্ৰেট্‌ফৰ্ডৰপৰা ডেৰ মাইলমান দূৰ শটাৰি (Shottery) নামে গাঁৱত সেই ঘৰ। আমি ছেক্সপিয়েৰৰ ঘৰ-বাৰী চোৱাৰ পাছত পথাৰৰ মাজেদি সেই ঘৰ চাবলৈ গ'লোঁ। তেতিয়া আমাৰ মনত হৈছিল হয়তো বিবাহৰ পূৰ্ব্বে উইলিয়েম আৰু এন্ অহা-যোৱা কৰিছিল। ষ্ট্ৰেট্‌ফৰ্ডৰ বিৱৰণ ইয়াত দিবৰ ইচ্ছা নাই; এনেয়েহে ইয়াত সেই বিষয় উল্লেখ কৰিলোঁ।

পৃথিৱীত মানুহ মহৎ হ'লে তেওঁলোকৰ বাল্যজীৱনৰ বিষয়ে নানান কথা শুনায়। ছেক্সপিয়েৰৰ যে তেনে নহ'ব—ই আচৰিত। লণ্ডনত সি প্ৰথমে থিয়েটৰলৈ যোৱা ডেকাবোৰৰ ঘোঁৰা ধৰি তেওঁ জীৱিকা নিৰ্ব্বাহ কৰিছিল। এই কথা সঁচা হওক কি মিছা হওক, আমাৰ ইয়াৰে সৈতে সম্পৰ্ক নাই। এই ঘোঁৰা ধৰি জীৱিকা নিৰ্ব্বাহ কৰা মানুহজনেই যে কেবাছবনানৰ পাছত এনেবোৰ পুথি লেখিছিল, যিবোৰ পুথি এই পৃথিৱী থকালৈকে স্থায়ী হ'ব, সিও এটি আচৰিত কথা। আমাৰ মনত হয়, ছেক্সপিয়েৰ ইমান ডাঙৰ লোক হোৱা হ'লে এই ঘোঁৰা ধৰা কথা কেতিয়াও সোমালহেঁতেন।

ছেক্সপিয়েৰে সাতত্ৰিশখন নাটক লেখে। সেই সাতত্ৰিশখনৰ ভিতৰত

'ভেনিচৰ চাওদ' নাটখনে আজি তিনিশ বছৰ নানান দেশৰ নানান জাতিৰ মানুহৰ মন মুহি আহিব লাগিছে। ইংৰাজী চন ১৬০০-ত 'মাৰ্চেণ্ট অৱ্ ভেনিচ' ওলায়। শ্বেক্সপিয়েৰে এই নাটৰ ঘটনাৰ বিষয়টো আন পুৰণি কিতাপবপৰা সংগ্ৰহ কৰিছিল বুলি প্ৰবাদ আছে। নানান মুনিৰ নানান মত এই বিষয়ে শুনা গৈছে। কোনোৱে কয় এখন কিতাপৰপৰা, আনে কয় আন এখনৰপৰা। এনেকৈ মতৰ অনৈক্য দেখা যায়। সি যি হওক, শ্বেক্সপিয়েৰক যাক ইংৰাজীত Plagiarism কোৱা হয় (অৰ্থাৎ শব্দ চুৰ, ভাব চুৰ কৰা), সেই দোষ দিব নোৱাৰি।

শ্বেক্সপিয়েৰৰ সময়ত আৰু তাৰ আগৈয়েও ইহুদী আৰু খ্ৰীষ্টধৰ্মাৱলম্বীসকলৰ মাজত বিৰোধ আছিল। সেই বিৰোধে যে ইমান উগ্ৰমূৰ্তি ধাৰণ কৰিব, তাত আশ্চৰ্য্য কি? শাইলকক যিমান আমি আটায়ে দোষ দিওঁ, সিমান দোষ শাইলকক দিয়া উচিত নহয়। শাইলকৰো আন মানুহৰ দৰে দয়া, স্নেহ, হিংসা আছিল। ভেনিচৰ চাওদত শ্বেক্সপিয়েৰৰ বহুতো সাৰগৰ্ভ কথা আছে। যিমান-দূৰ পৰা গৈছে, সেইবোৰ হুবহু অনুবাদ কৰিবৰ চেষ্টা কৰা হৈছে। 'দয়াৰ' বিষয়ে, ডিউকৰ কচাৰিত শাইলকৰ হৃদয় দ্ৰৱ কৰিবৰ নিমিত্তে দিয়া পোৰ্চিয়াৰ বক্তৃতাই যদিও শাইলকৰ হৃদয় দ্ৰৱ কৰিব পৰা নাছিল, কিন্তু পৃথিৱীৰ আন সকলো মানুহৰ হৃদয় দ্ৰৱ কৰিব লাগিছে।

শ্বেক্সপিয়েৰৰ অগাধ বুদ্ধি, মানুহৰ স্বভাৱ চিনা বিষয়ত পাণ্ডিত্য গভীৰ। সেইদেখি দুই-এজন মানুহে কয় যে নাটকবোৰ শ্বেক্সপিয়েৰে লেখা নহয়— বিখ্যাত লৰ্ড বেকনেহে শ্বেক্সপিয়েৰৰ নাম দি লেখিছিল। ই যে একেবাৰেই অমূলক, পাঠকসকলক বোধকৰোঁ ক'ব নেলাগে।

লণ্ডনৰ ভাৱনাৰ নিমিত্তেই শ্বেক্সপিয়েৰে নাটকবোৰ লেখিছিল। সেই সময়ত শ্বেক্সপিয়েৰে কেতিয়াও ভবা নাছিল যে এই নাটকবোৰেই তেওঁৰ নাম পৃথিৱীত অমৰ কৰিব। অৰ্থৰ নিমিত্তে কৰা কাম ভাল মতে কৰা নহয়, এনে এটা কথা আছে; কিন্তু এই শ্বেক্সপিয়েৰৰ নাটকবোৰ দেখিলে সেই কথা একেবাৰে মিছা বুলি মনত হয়। শ্বেক্সপিয়েৰে এই নাটকবোৰ টকা উপাৰ্জনৰ নিমিত্তেই লেখিছিল—এনেয়ে সাহিত্য প্ৰণয়ী হৈ লেখা নাছিল।

শ্বেক্সপিয়েৰৰ শেহকেটা দিনৰ আৰ্থিক অৱস্থা ভাল আছিল।

১৬১৬ চনত অৰ্থাৎ ৫২ বছৰ বয়সত তেওঁৰ মৃত্যু হয়। শ্বেক্সপিয়েৰৰ দৰে লোক যৈ মৃত্যু হোৱাক মৃত্যু ক'ব নোৱাৰি, অমৃতহে ক'ব লাগে।

ছাপাখানালৈ পঠোৱাৰ লগালগিত দুটা-এটা কথা বৈ গ'ল, কিন্তু মূল নাটৰ কোনোৰকম বিকৃতি ঘটা নাই।

৬ নং মালেন্ ষ্ট্ৰীট্,
বালিগঞ্জ, কলিকতা;
২৫ মাৰ্চ, ১৯১২ চন।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা।

# মোৰ দ্বিতীয়বাৰৰ নিবেদন

১৯১২ খ্রীষ্টাব্দত ভেনিচৰ সাওদ অসমীয়া ভাষাত উলিউৱা হৈছিল। পাচশখন ছপাইছিলোঁ। তাৰে কেবাখনো বন্ধু-বান্ধৱ, আত্মীয়-স্বজন, সুপৰিচিত, অলপ পৰিচিত মানুহক দিওঁতে গ'ল। কেবাখনো কোনো কোনো মানুহক বেচিবলৈ দিয়া হৈছিল। ১৯১৫।১৬ খ্রীষ্টাব্দৰপৰা মানুহে এখন-দুখন ধন দি কিনিবলৈ আৰম্ভ কৰে। কেবাখনো পোকে কাটি পেলায়। দুখন-এখন এনেকৈ মানুহে কিনাৰ নিমিত্তে আৰু ওপৰত কোৱা কাৰণবোৰৰ নিমিত্তে কিতাপবোৰ এতিয়া নিঃশেষ হ'ল—সেইদেখি আকৌ ছপাবলৈ আগবাঢ়িলোঁ।

মোৰ আসামত কিতাপ বেচি ধন ঘটা মানুহ অতি কম। মোৰ ইচ্ছা আছিল যে শেক্সপিয়েৰৰ সকলো নাটবোৰ এনেকৈ অসমীয়ালৈ ভাঙি উলিয়াওঁ। সেই ভাবৰ বশৱৰ্ত্তী হৈ 'পঞ্চৰত্ন' বুলি আৰু এখন কিতাপ ১৯১৯ খ্রীষ্টাব্দত উলিয়াইছিলোঁ। সেই কিতাপখনিত চমুকৈ শেক্সপিয়েৰৰ পাঁচখনি নাটৰ বিষয়ে লেখা হৈছিল। ভেনিচৰ সাওদৰ যেনে অৱস্থা, এই পঞ্চৰত্নৰো তেনে অৱস্থা। ভেনিচৰ সাওদৰ দ্বিতীয় তাঙৰণ তেৰ বছৰৰ পাছত উলিয়াবলৈ আগবাঢ়িছোঁ—পঞ্চৰত্নৰ দ্বিতীয় তাঙৰণ ১৯৩৯ খ্রীষ্টাব্দত চাগে উলিয়াম! যদি জীয়াই থাকোঁ।

কিতাপ বেচা নোবোৱাৰ কথা সাহ কৰি লেখিছোঁ—এই কাৰণে যে মোৰ এই কিতাপবোৰৰ দোষৰ বাবে গালি, গুণৰ বাবে প্ৰশংসা পাবৰ অধিকাৰ নাই; দোষ, গুণ শেক্সপিয়েৰৰ। যি শেক্সপিয়েৰে আজি তিনিশ বছৰতকৈও সৰহ দিন আমাৰ এই পৃথিৱীৰ সুসভ্য ভাষাবিলাকক, বিশেষ—ইংৰাজী ভাষাক, চহকী কৰি আছে। মোৰ দোষো নাই, গুণো নাই। অসমীয়া মানুহক এইবোৰ কিতাপ পঢ়ি এই জগৎ-কবিজনৰ গ্ৰন্থবোৰৰ অলপ সোৱাদ দিবৰ ইচ্ছাৰেহে এই কিতাপবোৰ সাহ কৰি উলিয়াইছিলোঁ।

এই কিতাপখনি এইবাৰ বঢ়াবৰ ইচ্ছা আছিল, কিন্তু বঢ়াই ছাপাখানাক সৰহ পইচা দিবৰ ইচ্ছা নকৰি, এই দ্বিতীয় পাতনি আৰু নাটৰ ভাৱৰীয়া-ভাৱৰীয়ানী-সকলৰ নাম দিয়েই এইবাৰৰ নিবেদন সাং কৰিলোঁ।

ভাৰৱীয়াসকলৰ নাম দিয়াৰ বাবে কলেজৰ ছাত্ৰসকলেও এই কিতাপ পঢ়ি অলপ উপকাৰ পাব—এই আশা কৰিলোঁ। এই সকলোবিলাক ভাৰৱীয়া আমাৰ ভেনিচৰ সাওদত নোলায়, কিন্তু শিক্ষিত মানুহৰ এই নামবোৰৰ সৈতে চিনাকি থকা ভাল। মূল কিতাপত কোন কোন অঙ্কত এওঁলোক ওলায়, তাকো দিয়া হ'ল। খাইলক, পোৰ্খিয়া, এণ্টোনিও, বাচানিও, লোৰেঞ্জো, জেচিকা ইত্যাদিৰে সৈতে আমাৰ দেশৰ ল'ৰা-ছোৱালীবিলাকৰ আৰু ভালকৈ চিনাকি হ'ব—এই আশা ৰাখিলোঁ।

মোৰ পাঠক-পাঠিকাসকলক, বিশেষ ল'ৰা-ছোৱালীসকলক, মোৰ আন্তৰিক শুভ ইচ্ছা জনাওঁ।

আৰ্ল ল' কলেজ,<br>গুৱাহাটী ;<br>২৭ জুলাই, ১৯২৫

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা।

# এই নাটত লেখা মানুহসকলৰ নাম

ভেনিচৰ ডিউক ( ডোজ্ )—ৰজা ( চতুৰ্থ অঙ্ক, প্ৰথম দৃশ্যত ওলায় )।

এৰেগনৰ ৰাজকোঁৱৰ, মৰকোৰ ৰাজকোঁৱৰ ( দ্বিতীয় অঙ্কত )।

এন্টনিও ( ভেনিচৰ সাওদ )।

( প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ, পঞ্চম অঙ্কত। )

বাচানিও ( তেওঁৰ বন্ধু ) ( পাঁচোটি অঙ্কত )।

চালানিও ( এন্টনিও আৰু বাচানিওৰ বন্ধু )।

( প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ অঙ্কত। )

চালাৰিনো ( তেওঁলোকৰ বন্ধু ) ( চালানিওৰ দৰে ওলায় )।

গ্ৰেটিয়ানো ( তেওঁলোকৰ বন্ধু ) ( পাঁচোটি অঙ্কত )।

লোৰেঞ্জো ( জেচিকাৰ প্ৰণয়াকাঙ্ক্ষী )।

( প্ৰথম, দ্বিতীয়, তৃতীয়, পঞ্চম অঙ্কত। )

শাইলক্ ( জ্যু, ইহুদী )।

( প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ অঙ্কত। )

টিউবাল ( আৰু এজন জ্যু, শাইলকৰ বন্ধু ) ( তৃতীয় অঙ্কত )।

লন্সলট্ গাবো ( বহুৱা, শাইলকৰ লিগিৰা )।

( দ্বিতীয়, তৃতীয়, পঞ্চম অঙ্কত। )

গবো বুঢ়া ( লন্সলটৰ বাপেক ) ( দ্বিতীয় অঙ্কত )।

লিওনাৰ্ডো ( বাচানিওৰ লিগিৰা )।

বেলথাজাৰ ( পোৰ্থিয়াৰ লিগিৰা ) ( তৃতীয় অঙ্কত )।

ষ্টিফানো ( পোৰ্থিয়াৰ লিগিৰা ) ( পঞ্চম অঙ্কত )।

পোৰ্থিয়া ( এজনা ধনী তিকতা ) ( প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ, পঞ্চম অঙ্কত )।

জেচিকা ( শাইলকৰ জীয়েক ) ( দ্বিতীয়, তৃতীয়, পঞ্চম অঙ্কত )।

নেৰীচা ( পোৰ্খিয়াৰ লিগিৰী ) ( প্ৰথম, দ্বিতীয়, চতুৰ্থ, পঞ্চম অঙ্কত )।

ভেনিচৰ ৰজাঘৰীয়া, আদালতৰ বিষয়াসকল, জেল-দাৰোগা, লিগিৰাবোৰ আৰু আন আন আলধৰা।

ঠাই—ভেনিচত আৰু বেলমণ্টত, বেলমণ্ট—( পোৰ্খিয়াৰ থকা ঠাই )।

ম্যাক্সৱেল্টন কলেজ,
খিলং।
২৬।৬।১৯২৫।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা।

# ভেনিচৰ সাওদ

## প্ৰথম অধ্যায়

ভেনিচ চহৰত এণ্টনিও আৰু বাচানিও নামে দুই বন্ধু বাস কৰিছিল। তেওঁলোকৰ ভিতৰত এনে সম্ভাব আছিল যে তেনে সম্ভাব প্ৰায়েই দুজন মানুহৰ ভিতৰত থকা দেখা নেযায়। বন্ধুতা কি,—এণ্টনিও আৰু বাচানিওৰপৰা আমাৰ শিকিবলগীয়া। এণ্টনিও ভেনিচ চহৰৰ সাওদ আছিল। ভিন্ ভিন দেশৰ বস্তু ভেনিচত বেচা আৰু ভেনিচৰ বস্তু ভিন ভিন দেশত বেচাই তেওঁৰ কাম আছিল। যিখিনি ঠাইত কাৰবাৰৰ বেছি ধুম, সেইখিনি ঠাইক ভেনিচত বিয়াণ্টো বুলি কয়। বিয়াণ্টোত এণ্টনিওৰ বৰ নাম আছিল। তেওঁৰ নাম শুনিলেই আন আন বেপাৰী সদাগৰসকলে সসম্ভ্ৰমে তেওঁৰ বন্ধু আন বেপাৰী-মুদৈ-সদাগৰসকলৰে সৈতে কাৰবাৰ কৰিছিল।

এদিন বাটত তেওঁ তেওঁৰ বন্ধু চালাৰিনো আৰু চালানিওৰে সৈতে দুখ-সুখৰ, বেহা-বেপাৰৰ কথা-বাৰ্ত্তা পাতি থাকোঁতে বাচানিও, লৰেঞ্জো আৰু গ্ৰেটিয়ানো লগ লাগিলহি। লৰেঞ্জোৰ বিষয়ে পাছে কোৱা যাব। গ্ৰেটিয়ানো এণ্টনিও আৰু বাচানিওৰ বন্ধুসকলৰ ভিতৰত আটাইতকৈ ৰং-ধেমালি ভাল পোৱা ডেকা। তেওঁৰ মনৰ ভাব আছিল যে যিমান দিন জীয়াই থকা যায়, ৰং-ধেমালিৰেই কটোৱা ভাল; বুঢ়া বয়সক ৰং-ধেমালি কৰি মনৰ আনন্দেৰেই সামৰ কৰি অনা ভাল; মিছাকৈয়ে দুখ-বেজাৰ কৰা নিষ্প্ৰয়োজন।

নানান কথা-বতৰাৰ পাছত, ৰাতিকৈ ভোজত এণ্টনিও আৰু বাচানিওৰে সৈতে দেখা হ'ব বুলি তেওঁলোক দুজনক তাতে একেলগে এৰি আনসকল দিহাদিহি নিজৰ নিজৰ কামলৈ গ'ল।

এণ্টনিও আৰু বাচানিও দুয়ো কথা পাতিবলৈ ধৰিলে—

এণ্টনিও—"বন্ধো বাচানিও, তুমি যে মোক আজি ক'ম বুলি কৈছিলা, কোঁৱাচোন বাৰু, কোন সুন্দৰীকনো মনে মনে চাবলৈ যাম বুলি ভাবিছা ?"

বাচানিও—"তুমি জানা এণ্টনিও, মোৰ আৰ্থিক অৱস্থা এতিয়া কেনে।"

"তোমাক মই সকলোতকৈ বেছি বিৰলগীয়া। তোমাৰ মৰম মই বহুতো পাওঁ আৰু টকাও তোমাক বহুতো দিব লাগে। সেইদেখি আকৌ যে টকা খুজিম, ই মোৰ ভাল নেলাগে। তুমি মোৰ বন্ধু, সেইদেখি তোমাক মই মোৰ সুখ-দুখৰ কথা নকৈ কাক ক'ম? সৰুতে কাঁড়-ধনুৰ খেল খেলোঁতে যেতিয়া এপাত কাঁড় হেৰুৱাইছিলোঁ, আৰু এপাত কাঁড় সন্ধান কৰি ঠিক সেই-ফালেই মাৰি পঠিয়াইছিলোঁ—সৰহবাৰতে দুইপাত কাঁড়কে পাইছিলোঁ। এতিয়াও এণ্টনিও, সেই তাকে কৰিব খোজোঁ। বেলমণ্ট চহৰত অনুপমা সুন্দৰী মহিলা এজনা আছে। তেওঁৰ যেনে ৰূপ, তেনে গুণ, তেনে ধন। তেওঁৰ নাম পোৰ্খিয়া। পৃথিবীৰ চাৰিওপিনৰপৰা ৰজা-মহাৰজা আৰু আন আন বিখ্যাত মানুহ তেওঁৰ পাণিগ্ৰহণ কৰিবৰ বাবে বেলমণ্টলৈ আহে। মই যেতিয়া বেলমণ্টলৈ গৈছিলোঁ, তেওঁৰ দৃষ্টি, ভাব চাই মোৰো মনত হৈছিল যে ময়ো যদি তেওঁলোকৰ দৰে পাণিগ্ৰহণেচ্ছু হওঁ, মোৰ কৃতকাৰ্য্য হ'বৰ আশা আছে। সেইদেখি বন্ধো, তোমাক কওঁ, মোৰ যদি অৰ্থৰ বল থাকিলহেঁতেন, ময়ো চেষ্টা কৰি চালোঁহেঁতেন।"

এণ্টো—"তুমি জানা, মোৰ সৰ্ব্বস্ব এতিয়া বিদেশত বেপাৰত লগাইছোঁ। এতিয়া মোৰ হাতত এনে কোনো সম্পত্তি নাই, যাক দি তোমাক সাহায্য কৰিব পাৰোঁ। সেইদেখি বন্ধো, যোৱাঁ, ভেনিচৰ বজাৰত মোৰ নামৰ ওপৰত তুমি যদি টকা ল'ব পাৰা চেষ্টা কৰাগৈ। ময়ো চেষ্টা কৰোঁগৈ। মোৰ নামে যদি পাৰে, তুমি বেলমণ্টৰ দেৱী পোৰ্খিয়াৰ ওচৰলৈ নিশ্চয় যাবা। আহাঁ বন্ধো, দুয়ো যাওঁ।"

## দ্বিতীয় অধ্যায়

ভেনিচ বৰ সমৃদ্ধিশালী চহৰ। তাত বেহা-বেপাৰ ভাল আছিল। নানান দেশৰ বেপাৰী আহি তাত লগ লাগিছিলহি। খ্ৰীষ্টান বেপাৰীসকলে ইহুদী বেপাৰীসকলৰ লৈতে যদিও ব্যৱসা-বাণিজ্য কৰিছিল, তথাপি তেওঁলোকৰ ভিতৰত সদ্ভাৱ নাছিল। খ্ৰীষ্টানসকলে ইহুদীসকলক ঘিণাইছিল, আৰু ইহুদী-সকলেও খ্ৰীষ্টানসকলক ঘিণাইছিল।

শাইলক নামে এজন ইহুদী ভেনিচৰ বেপাৰী আছিল। তেওঁৰ প্ৰধান ব্যৱসায় আছিল টকা ধাৰে দিয়া,—বাঢ়িলৈ অৱশ্যে; আৰু সেই বাঢ়ি আচৰু

ধনতকৈ প্ৰায়ে কম নহৈছিল। এই শ্বাইলকে খ্ৰীষ্টানক ঘিণাইছিল। এণ্টনিও খ্ৰীষ্টান সাওদ, বিখ্যাত সাওদ; বজাৰত বিয়াল্টোত এণ্টনিৱে শ্বাইলকক লগহে সুত লোৱাৰ বাবে প্ৰায়ে ইতিকিং কৰিছিল আৰু ঘৃণা প্ৰকাশ কৰিছিল; এতিয়া বাচানিও সেই শ্বাইলকৰ ওচৰলৈকে টকাৰ নিমিত্তে আহিল।

বাচানিৱে শ্বাইলকৰপৰা তিনি মাহৰ বাবে তিনি হাজাৰ ডাকাট্ (ভেনিচ দেশীয় মুদ্ৰা) ধাৰে খুজিলে আৰু ক'লে যে সেই টকাৰ বাবে এণ্টনিও দায়ী। এণ্টনিওৰ নাম শুনি শ্বাইলকে দিবলৈ স্বীকাৰ কৰিলে আৰু ভাবিবলৈ ধৰিলে।

অলপ পাছত শ্বাইলকে এণ্টনিওৰে সৈতে দেখা কৰিব খুজিলে। বাচানিৱে ক'লে, "আজি নিশাৰ ভোজলৈ গ'লে নিশ্চয় দেখা হ'ব।" শ্বাইলকে উত্তৰ কৰিলে, "এৰা, গাহৰিৰ গোন্ধ শুঙিবলৈ; যাৰ গাত তোমালোকৰ প্ৰভুৱে চয়তানক সুমুৱাইছিল তাক খাবলৈ? তোমালোকৰ সৈতে বেচা-কিনা কৰিম, কথা পাতিম, ফুৰিম; কিন্তু তোমালোকৰে সৈতে পান-ভোজন নকৰোঁ, ভগৱানৰ নাম নলওঁ।"

এইবোৰ কথা পাতি থাকোঁতে এণ্টনিও আহি লগ লাগিলহি। এণ্টনিওক দেখি শ্বাইলকে ভাবিলে, "ইয়েই নহয়, মই বাঢ়িলৈ টকা ধাৰ দিওঁ দেখি মোক মানুহৰ আগত ইতিকিং কৰে, আমাৰ জাতৰ মানুহক ঘিণায়, আকৌ বেপাৰক অনিষ্ট কৰে। এবাৰ যদি ইয়াক ঠেকত পেলাই ধৰিব পাৰোঁ, তেন্তে ইয়াক দেখুৱাম। ইয়াক যদি মই এৰোঁ, তেনেহ'লে মই হতশ্ৰী হ'ম।"

সি এণ্টনিওৰ পিনে চাই ক'লে, "আহক ডাঙৰীয়া, আপোনাৰ বিষয়েই আমি কথা-বতৰা পাতিছিলোঁ।"

এণ্টো—"শ্বাইলক, যদিও মই কেতিয়াও বাঢ়িলৈ টকা ধাৰ নকৰোঁ, কি নিদিওঁ, তথাপি বন্ধুৰ উপকাৰৰ অৰ্থে তোৰপৰা, বাঢ়ি দি টকা ল'ম। তিনি হাজাৰ ডাকাট্ তিনি মাহৰ ভিতৰত ওভোতাই দিম। দিব পাৰিবিনে?"

ইত্যাদি কথা-বতৰাৰ পাছত টকা দিয়াৰ স্থিৰ হ'ল। শ্বাইলকে ক'লে, যেতিয়া এণ্টনিও ডাঙৰীয়া বাঢ়ি দিয়া-লোৱাৰ বিৰোধী, তেতিয়া সিও নলয়, কিন্তু এনেয়ে ধেমালি কৰি বণ্ডতে দলিলত লেখি দিব লাগিব যে যদি কোনো নিৰ্দ্ধাৰিত দিন, ঠাই আৰু সময়ত, নিৰ্দ্দিষ্ট টকাখিনি দিয়া নহয়, শ্বাইলকে এণ্টনিওৰ শৰীৰৰ য'ৰেপৰা ইচ্ছা তাৰেপৰা আধসেৰ মঙহ কাটি ল'ব। এণ্টনিয়ে তাত সন্মতি প্ৰকাশ কৰাত বাচানিয়ে ক'লে যে তেওঁৰ বাবে এই অঙ্গীকাৰ-পত্ৰ

এণ্টনিয়ে কেতিয়াও যেন নেলেখে। এণ্টনিয়ে তেওঁক কোনো চিন্তা কৰিবলৈ মানা কৰিলে; কিয়নো, তুমহাৰ ভিতৰত তেওঁৰ জাহাজ নিশ্চয় উভতি আহিব আৰু তেতিয়াও অঙ্গীকাৰ-পত্ৰত লিখিত ঋণ পৰিশোধ কৰিবলৈ এমাহ সময় থাকিব। সেইদেখি সেইৰূপেই কৰা হ'ল।

## তৃতীয় অধ্যায়

পোৰ্খিয়াৰ অগাধ সম্পত্তি। তেওঁ অতুল ঐশ্বৰ্য্যৰ অধিকাৰিণী। এই ঐশ্বৰ্য্য আৰু তাৰ লগত পোৰ্খিয়াক নিজৰ কৰিবৰ নিমিত্তে পৃথিবীৰ নানান দেশৰপৰা নানান ডেকা পোৰ্খিয়াৰ প্ৰাসাদত গোট খাইছিল। মৰোকোৰ ৰজা, ইংলণ্ড, জৰ্ম্মেনী, ফ্ৰান্স, স্কটলণ্ড আদি নানান দেশৰ মানুহ আহি পোৰ্খিয়াৰ ওচৰ চাপিছিল। কিন্তু—এই "কিন্তু" আৰু "যদি" এই দুটা কথা পৃথিবীৰ বহুতো অনৰ্থৰ মূল। পোৰ্খিয়াৰ বিয়াৰ বিষয়তো এই "কিন্তু" আহি তেওঁক অতি বিৰক্ত (কৰিছিল) আৰু দুখ দিছিল।

তেওঁৰ সহচৰী নেৰীচাই তেওঁৰ মনৰ ভাব বেছকৈ বুজিছিল। পোৰ্খিয়াই কোনো দৰাকে ইচ্ছা কৰি মনোনীত কৰিব নোৱাৰে; কিয়নো তেওঁৰ পিতৃয়ে মৃত্যুৰ সময়ত এই দৰা মনোনীত কৰা বিষয়ত তেওঁক এটি বন্দবস্তৰ ভিতৰত পেলাই থৈ গৈছিল। সেই বন্দবস্তৰ বশবৰ্ত্তী হৈয়েই তেওঁ বিয়া কৰাব লাগিছিল। তেওঁৰ পিতৃয়ে এটি সোণৰ, এটি ৰূপৰ, এটি সীহৰ সৰু পেৰাত তেওঁৰ অভিপ্ৰায় কবিতাত লেখি থৈ গৈছিল আৰু এটিত পোৰ্খিয়াৰ প্ৰতিমূৰ্ত্তি আছিল—যিজন পুৰুষেই ঠিক পেৰাটো মুকলি কৰিব, তাতে সেই অভিপ্ৰায় কবিতাত লেখা দেখি পোৰ্খিয়াৰ প্ৰতিমূৰ্ত্তি আছে নে নাই দেখি বুজ পাব, পোৰ্খিয়াক পাব নে নেপাব।

নেৰীচা পোৰ্খিয়াৰ সহচৰী আৰু শুভাকাঙ্ক্ষিণী। পোৰ্খিয়াই এদিন বেজাৰ কৰি এই চুক্তিৰ কথা কোৱা শুনি নেৰীচাই তেওঁৰ মনত সান্ত্বনা দিবৰ খাবে ক'লে, "আইদেও, আপুনি কিয় মনত বেজাৰ কৰিছে? সঁচা, আপুনি কোনো পুৰুষক ইচ্ছা মতে বিয়া কৰাবও নোৱাৰে আৰু নকৰাওঁ বুলিও ক'ব নোৱাৰে। কিন্তু সেইগুণে আপুনি দুখ নকৰিব, আপোনাৰ দেউতাক পাপ-শূন্য মহৎ লোক আছিল আৰু এনে মানুহৰ মৃত্যুকালৰ ইচ্ছা সদাই সৎ হয়। তেখেতে যেতিয়া

এনে চুক্তি কৰি থৈ গৈছে, আপুনি সঁচাকৈয়ে জানিব আপুনি যি পুৰুষক ভাল পায়, তেওঁৱেইহে ঠিক সেই পেৰাটি মেলি আপোনাক আপোন কৰিব। ইয়াক অন্যথা কেতিয়াও নহয়।"

এনে আশ্বাস বাক্যৰ পাছত নেৰীচাই পোৰ্ছিয়াক সুধিলে, "আইদেও, এতিয়া যিকেজন পুৰুষ আপোনাৰ পাণিগ্ৰহণেচ্ছু হৈ আহিছে, আপোনাৰ তেওঁলোকক কেনে লাগে ?"

পোৰ্ছিয়া—"এটা এটাকৈ তুমি নাম কৈ যোৱাচোন, প্ৰতি নামৰ পাছত মোৰপৰা তেওঁলোকৰ গুণ বৰ্ণনা শুনিবা, তেতিয়াই জানিবা কাক কিমান ভাল পাওঁ।"

নেৰীচাই এটি এটিকৈ নাম কৈ যাবলৈ ধৰিলে আৰু পোৰ্ছিয়াই প্ৰত্যেকজনৰ গুণ বৰ্ণনা কৰি যাবলৈ ধৰিলে। ক'ব নেলাগে যে তাৰ এজনকো পোৰ্ছিয়াৰ ভাল নেলাগে, তেওঁলোক গ'লেই তেওঁ ৰক্ষা পায়।

পোৰ্ছিয়া—"মই যদি বুঢ়ীও হৈ যাওঁ, মোৰ সতীত্ব কেতিয়াও নেযায়, আৰু মোক যি বিয়া কৰাব, পিতৃৰ ইচ্ছানুৰূপেইহে বিয়া কৰাব, আন কোনোৰূপে মই বিবাহত সন্মত নহওঁ।"

নেৰীচা—"আপোনাৰ মনত নাইনে আইদেও, আপোনাৰ দেউতা ডাঙৰীয়াৰ জীৱিতাৱস্থাত মাৰ্কইচ্ অৱ্ মণ্টফেৰাৰ লগত ভেনিচৰপৰা অহা সেই বিদ্বান আৰু বীৰ পুৰুষটিক ?"

পোৰ্ছিয়া—"এৰা এৰা, বেচানিও, সেয়ে তেওঁৰ নাম আছিল।"

নেৰীচা—"আইদেও, মই যিমান মানুহ দেখিছোঁ, সকলোতকৈ সেই তেওঁৱেই সুন্দৰী এজনা লভিবৰ উপযুক্ত পাত্ৰ।"

পোৰ্ছিয়া—"মোৰ তেওঁক বেছ সুন্দৰকৈ মনত আছে আৰু তেওঁ তোমাৰ প্ৰশংসাৰ পাত্ৰ।"

এনেকৈ কথা কৈ থাকোঁতেই এটা লিগিৰা আহি বাতৰি দিলে যে যি চাৰিজন পুৰুষ সেই সময়ত আছিল, তেওঁলোকে পোৰ্ছিয়াৰপৰা বিদায় ল'বলৈ প্ৰতীক্ষা কৰি আছে ; আৰু মৰকোৰ ৰাজকোঁৱৰে তেওঁৰ আগমন জনাবলৈ এজন দূত পঠাইছে, লিগিৰাই ইয়াকো ক'লে।

পোৰ্ছিয়া—"এই চাৰিজনক যি উল্লাসেৰে বিদায় দিওঁ, তেনে উৎফুল্ল হৃদয়েৰে যদি এই পঞ্চমজনক অভ্যৰ্থনা কৰিব পাৰোঁ, তেনেহ'লে তেওঁৰ অহাত আনন্দ লভিম। তেওঁ যদিও ঋষিতুল্য মানুহ হয় আৰু তেওঁৰ বৰণ ভূতৰ দৰে হয়, মোক

বিয়া কৰাতকৈ তেওঁ যেন আমাৰ পাদুৰীৰ আগত যেনেকৈ আমি অপৰাধ স্বীকাৰ কৰোঁ, সেইদৰে মোৰ "কন্‌ফেচন"* শুনে।"

এণ্টনিওৰপৰা সেইৰূপ অঙ্গীকাৰ-পত্ৰ পাই খাইলকে বেচানিওক টকা দিলে। বেচানিও বেলমণ্টলৈ যাবলৈ ওলোৱা দেখি গ্ৰেটিয়ানোও লগ ধৰিলে। প্ৰথম বেচানিওই গ্ৰেটিয়ানক লৈ যাবলৈ ইচ্ছা নকৰিছিল। তেওঁ কৈছিল, "গ্ৰেটিয়ানো, তুমি যাব খুজিছা, যাবা, বেছ কথা। কিন্তু এটি কথা তোমাক কওঁ—তোমাৰ আনন্দ, চিঞৰ-বাখৰ, ৰং-ধেমালি আমাৰ ভাল লাগে আৰু তোমাক সেইবোৰে শুৱায়ও; কিন্তু আমাৰ যিবোৰ ভাল লাগে, আন মানুহৰ সেইবোৰ ভাল নেলাগিবও পাৰে। সেইদেখি মোৰ অলপ ভয়ো লাগে—যি বস্তু বিচাৰি তালৈ যাবলৈ ওলাইছোঁ, জানোচা তাকে হেৰুৱাওঁ।"

গ্ৰেটিয়ানোৱে উত্তৰ দিলে—"চিনিয়ৰ বেচানিও, সচ্চো সচ্চো কৈছোঁ, মই তাত এনে নকৰোঁ; কিন্তু আজি বাদ দিব, আজি মই যি কৰোঁ, তাক কিন্তু বেলমণ্টত মোৰ ব্যৱহাৰৰ চানেকি বুলি নল'ব।"—এইটো সেইদিনা ৰাতি ভোজৰ কথা।

## চতুৰ্থ অধ্যায়

এতিয়া পোৰ্খিয়াৰ ৰূপ-গুণৰ কথা কওঁ। ব্ৰুটচৰ পত্নী কেটোৰ পুত্ৰী পোৰ্খিয়াৰ যেনে ৰূপ-গুণ আছিল, বেচানিওৰ মৰমৰ পাত্ৰী বেলমণ্ট নগৰৰ পোৰ্খিয়াৰ ৰূপ-গুণো ঠিক সেইদৰে আছিল।

পোৰ্খিয়াৰ ওচৰলৈ মৰকোৰ ৰাজকোঁৱৰ অহাত তেওঁক আদৰ সম্ভাষণ অভ্যৰ্থনা কৰি, যি খোঁটালীত তিনটি পেৰা আছিল, সেই খোঁটালীলৈ লৈ যোৱা হ'ল। তেতিয়া পোৰ্খিয়াই তেওঁক সেই তিনিটাৰ ভিতৰত এটি মনোনীত কৰিবলৈ ক'লে। আগেয়েই কোৱা হৈছে—তিনটিৰ ভিতৰত এটি সোণৰ, এটি ৰূপৰ আৰু এটি সীহৰ। প্ৰত্যেকটিৰ ওপৰত এফাকি সাঁকৰা কথা লেখা আছিল, সোণৰটিৰ ওপৰত আছিল, "**Who chooseth me shall gain what many men desire**" অৰ্থাৎ যিজন মানুহে মোক মনোনীত কৰে, যি বস্তু

*কন্‌ফেচন—ৰোমান কেথলিক সম্প্ৰদায়ৰ মানুহে পাদুৰীৰ আগত কোনো নিৰ্দ্ধাৰিত সময়ত তেওঁলোকৰ পাপ, দোষ, অপৰাধৰ কথা কৈ পাদুৰীৰপৰা ক্ষমা লৈ পুণ্য সঞ্চয় কৰে আৰু পাপ ধৌত কৰে। ইয়াকে নাম কন্‌ফেচন। লেখিবলৈ গুৰুমি মহ'লে যে বিয়া কৰাবলৈ পোৰ্খিয়াৰ মন নাই, ইয়াৰে সেইটো প্ৰকাশ পায়।

বহুতো মানুহৰ বাঞ্চনীয়, তেওঁ তাকে পাব। ৰূপৰচিত লেখা আছিল, "Who chooseth me shall get as much as he deserves", অর্থাৎ যিজন মানুহে মোক মনোনীত কৰে, তেওঁ যিমান পাবলগীয়া তাকে পাব। সীহৰচিত লেখা আছিল, "Who chooseth me must give and hazard all he hath", অর্থাৎ যিজন মানুহে মোক মনোনীত কৰে, তেওঁৰ যথাসর্বস্ব, ক্ষতি হওক লাভ হওক, বিচাৰ এৰি দি দিবলৈ সাজু হওক। মৰক্কোৰ ৰাজকোঁৱৰে প্রত্যেকটি পেৰাৰ আগত থিয় হৈ চিন্তা কৰিবলৈ ধৰিলে।

পোৰ্খিয়া—"ৰাজকোঁৱৰ, ইয়াৰে এটাত মোৰ প্রতিমূৰ্ত্তি আছে। আপুনি যদি সেইটোকে মনোনীত কৰে, তেনেহ'লে আপুনি কৃতকার্য্য হ'ব।"

তাৰ পাছত ৰাজকোঁৱৰে আকৌ ভাবিবলৈ ধৰিলে। তেওঁ ভগৱানক চিন্তি আকৌ সেই লেখাবোৰ পঢ়িবলৈ ধৰিলে। প্রথমতে সীহৰ পেৰাটোৰ ওপৰত তেওঁৰ চকু পৰিল। ওপৰত যি লেখা, অর্থাৎ যথাসর্বস্ব যে আগবঢ়াব লাগিব, সেই কথা তেওঁৰ মনঃপুত নহ'ল। তাৰ পাছত ৰূপৰ পেৰাটিৰ ওপৰত তেওঁৰ চকু পৰিল। সেইটিৰ ওপৰৰ লেখা পঢ়ি তেওঁৰ মন নবহিল। সৰশেহত সোণৰ পেৰাটিৰ ওপৰৰ লেখা চকু ফুৰাই তাৰ কথা ভাবি-গুণি চাই তেওঁ পালে যে যি বস্তুৰ বাবে তেওঁ মৰক্কোৰপৰা ইটালিলৈ আহিছে, সেই ভাবে বিষয় তাত লেখা আছে—"যিজন মানুহে মোক মনোনীত কৰে, বহুতো মানুহৰ যি বস্তু বাঞ্চনীয়, তেওঁ তাকে পাব।" ইয়াৰ মানে তেওঁ ভাবিলে যে পোৰ্খিয়াৰ বিষয়েই নিশ্চয় ইয়াত লেখা আছে; কিয়নো, পোৰ্খিয়াকেতো পৃথিবীৰ বহুতো মানুহে বিচাৰে; সেইদেখি সেই পেৰাটিতে তেওঁ হাত দিলে। কিন্তু তেওঁ যি ভাবিছিল সি নহ'ল। তাত পোৰ্খিয়াৰ সুন্দৰ প্রতিমূৰ্ত্তিৰ ঠাইত এটা কুৎসিত বিকটাকাৰ প্রতিমূৰ্ত্তি পালে আৰু তাৰ লগত কেইটামান কবিতা পালে। তাৰ মৰ্ম্ম হৈছে এই যে যি বস্তুৱেই চকমক কৰে সেই বস্তুৱেই যে সোণ হ'ব, তাৰ কোনো মানে নাই। আৰু এনে কেইটামান লেখা পঢ়ি ৰাজকোঁৱৰে জানিলে যে তেওঁ অকৃতকার্য্য হ'ল। লাহে লাহে তেওঁ পাৰিষদবর্গৰে সৈতে পোৰ্খিয়াৰপৰা বিদায় লৈ বেলমন্টৰ সেই প্রাসাদ বেগ ঘৰ এৰিলে।

মৰক্কোৰ ৰাজকোঁৱৰৰ বিদায়ৰ পাছত এৰেগোনৰ ৰাজকোঁৱৰৰ পাল আহিল। পোৰ্খিয়াই মৰক্কোৰ কোঁৱৰক যেনেকৈ কৈছিল, তেওঁকো ক'লে যে যি পেৰাটিৰ ভিতৰত তেওঁৰ প্রতিমূৰ্ত্তি আছে, সেই পেৰাটি উলিয়াই দিব পাৰিলে তেওঁৰে সৈতে কোঁৱৰৰ ততালিকাই বিয়া হ'ব।

তেতিয়া এবেগোনৰ কোঁৱৰে ক'লে, "মই যে তিনিটা বিষয় মানিবলৈ বাধ্য মই জানো। প্ৰথম হৈছে—যি পেৰাটিত মই হাত দি মনোনীত কৰোঁ, সেই বিষয় কাকো নক'বলৈ। দ্বিতীয় হৈছে—মই যদি আচল পেৰাটিত হাত দিব নোৱাৰোঁ, কাকো আকৌ বিয়া নকৰিবলৈ। তৃতীয় হৈছে—মই অকৃতকাৰ্য্য হোৱাৰ পাছতেই ইয়াৰপৰা তৎক্ষণাৎ যাবলৈ।"

তেতিয়াই তেওঁ পেৰাৰ ওপৰৰ লেখা চাই বহুতো ভাবি-চিন্তি তিনিওটা পেৰাৰ ওপৰৰ লেখা পঢ়ি ৰূপৰ পেৰাটো মনোনীত কৰিলে। তাত তেওঁ পোৰ্শ্বিয়া দেৱীৰ নয়ন আৰু মনোমুগ্ধকাৰী প্ৰতিমূৰ্ত্তিৰ ঠাইত এটা আঁকৰা বলিয়াৰ প্ৰতিমূৰ্ত্তি পালে আৰু তাৰ লগত তাৰে উপযোগী কবিতা এটিও পালে।

ইয়াৰ পাছত তেওঁ নিৰাশ হৈ তৎক্ষণাৎ পোৰ্শ্বিয়াৰ প্ৰাসাদ এৰি গ'ল।

এই ৰাজকোঁৱৰে ঘৰ এৰাৰ পাছতেই লিগিৰাই আহি বাতৰি দিলে যে ভেনিচ দেশৰপৰা এটি দূত আহি এজন ভদ্ৰলোক অহাৰ বাৰ্ত্তা দিছে আৰু সেই বাৰ্ত্তাৰ লগে লগে বহুতো মূল্যবান বস্তুও সেই দূতে আনিছে।

এই কথা শুনি নেৰীচাই প্ৰাৰ্থনা কৰিলে যেন ভেনিচৰপৰা অহা এই ভদ্ৰলোকজন বেচানিয়েই হয়।

দূতে বেচানিও অহাৰ বাতৰিকেই আনিলে।

পোৰ্শ্বিয়াই বেচানিওক দেখি তেওঁৰ সুখৰ অন্ত নোহোৱা হ'ল। তেওঁৰ ভয় হ'ল—যদিবা বেচানিয়ে পেৰা মনোনীত কৰোঁতে ভুল পেৰাত হাত দিয়ে আৰু সেইবাবেই পোৰ্শ্বিয়াৰ সুখৰ অন্ত হয়! পোৰ্শ্বিয়াই বেচানিওক নানান কাকুতি-মিনতি কৰিবলৈ ধৰিলে—"আপুনি এতিয়াই পেৰা মনোনীত নকৰিব, দুদিনমানৰ পাছত কৰিব; কিজানি আপোনাক হেৰুৱাওঁ, ভয় হয়। কিন্তু মোৰ কিবা এটা কথাৰ গুণে মনত হৈছে, আপোনাক নেহেৰুৱাওঁ। মোৰ ইচ্ছা আপুনি দুমাহমান থাকে, তাৰ পাছতহে পেৰাত হাত দিয়ে। আপোনাক পেৰাৰ গুপ্ত কথা ক'বলৈকো মন যায়; কিন্তু ক'ব যে নোৱাৰি, মোৰ যে কোৱাৰ হুকুম নাই। আপোনাক সহায় কৰিবৰ বাবে আপোনাক কৈ যি পাপ কৰিবলৈকো ইচ্ছা গৈছে, কিন্তু সি হ'ব নোৱাৰে।" পোৰ্শ্বিয়াই ইত্যাদি নানাম কাকুতি-মিনতি কৰিলে। বেচানিওৰ ইচ্ছা সোনকালে পেৰা মনোনীত কৰে। তেওঁ একো উপায় নেপাই বেচানিওৰ মততে মত দিলে।

নানান চিন্তা-ভাবনাৰ পাছত প্ৰত্যেক পেৰাৰ আগত থিয় হৈ শেষত বেচানিয়ে সীহৰ পেৰাটিত হাত দিলে। সেই পেৰাটিত পোৰ্শ্বিয়া-বন্ধ যে পেৰা

খোলাজনেই লাভ কৰিব, এই কথাৰে সুন্দৰ কবিতা এটি লেখা কাকত এখনো তাৰ লগতে পালে। পোৰ্খিয়া যে বেচানিওৰ আৰু বেচানিও যে পোৰ্খিয়াৰ ইয়াৰপৰা সঠিক জনা হ'ল।

ইপিনে গ্ৰেটিয়ানোৱে যে সময়ৰ অপব্যৱহাৰ কৰিছিল এনে নহয়। যেতিয়া নিৰ্দ্ধাৰিতৰূপে জনা গ'ল যে বেচানিও আৰু পোৰ্খিয়াৰ মিলন নিশ্চিত, তেতিয়া গ্ৰেটিয়ানো আৰু নেৰীচা দুয়ো তেওঁলোকক সেৱা কৰি আনন্দ আৰু শুভ ইচ্ছা প্ৰকাশ কৰিলেগৈ। পাছত গ্ৰেটিয়ানোৱে মাত লগালে, "ডাঙৰীয়া বেচানিও আৰু ডাঙৰীয়ানী, আপোনাসকলে মোৰ শুভ ইচ্ছা জানক। মোৰ কেৱল এটা হাবিলাষ আছে, পূৰাব যেন; আপোনাসকলৰ বিয়াৰ সময়ত মোৰো যেন বিয়াখন হয়।"

বেচা—"যদি তোমাৰ বিয়া কৰাবৰ তিৰুতা তুমি পোৱা, নিশ্চয় হ'ব।"

গ্ৰেটিয়ানো—"ডাঙৰীয়াৰ যহতে এজনী পোৱা হৈছে দিয়ক। আপোনাৰ চকুত যেনেকৈ ডাঙৰীয়ানী পৰিল, সেইদৰে মোৰো চকুত লগৰিয়ানী নেৰীচাৰ সুন্দৰ মুখ পৰিল। আপোনাৰ কপাল যেনেকৈ তিনিটা পেৰাৰ ওপৰত নিৰ্ভৰ কৰি আছিল, মোৰো ঠিক সেইৰূপ। আপোনাৰ কৃতকাৰ্য্য হোৱাৰ ওপৰত আমাৰ কৃতকাৰ্য্যই নিৰ্ভৰ কৰিছিল। আপুনি ডাঙৰীয়ানীক লভিলে মযো নেৰীচাক লভিম, এয়ে আমাৰ চুক্তি আছিল। এতিয়া আমিও কৃতকাৰ্য্য হ'লোঁ।"

পোৰ্খিয়া—"সঁচানে নেৰীচা?"

নেৰী—"আইদেও হয়।"

বেচা—"গ্ৰেটিয়ানো, তুমি সঁচা কৈছাতো? নাইবা এনেয়ে নেৰীচাৰে সৈতে ধেমালি কৰিছা?"

গ্ৰেটি—"সত্যে কৈছোঁ, ডাঙৰীয়া।"

বেচানিও আৰু পোৰ্খিয়াৰ অনুমতিক্ৰমে গ্ৰেটিয়ানো আৰু নেৰীচাৰো বিয়া ধাৰ্য্য হ'ল। চাৰিওজনে নানান কথা পাতি আনন্দ কৰিবলৈ ধৰিলে।

## পঞ্চম অধ্যায়

ভেনিচত যি ৰাতি বেচানিয়ে ৰৰভোজ দি তাৰ পাছদিনা গ্ৰেটিয়ানোক লৈ বেলমণ্টলৈ আহে, সেই ৰাতি ইহুদী শাইলক বুঢ়াই যন্ত্ৰাঘাতৰ সমান কষ্ট এটি পায়।

শ্বাইলক বুঢ়া যদিও খ্ৰীষ্টানসকলৰ ঘৃণাৰ পাত্ৰ আছিল, যদিও সি ধকৰাক বেছি সুতত ধন ধাৰলৈ দি ধকৰাৰ সৰ্ব্বনাশ কৰিছিল, তথাপি মানুহৰ আন আন যিবোৰ গুণ থকা উচিত, সেইবোৰ যে তাৰ গাত নাছিল এনে নহয়। শ্বাইলকৰ জেচীকা নামেৰে এজনী পৰমা সুন্দৰী কন্যা আছিল। এই জেচীকা আৰু লোৰ পেৰাৰ বাহিৰে শ্বাইলকে এই পৃথিৱীত আন একো নেজানিছিল। তাৰ সকলো মৰম, সকলো চেনেহ, সকলো প্ৰীতি এই জেচীকাতে লিপ্ত আছিল। টকাৰ বাহিৰে জেচীকাই শ্বাইলকৰ সৰ্ব্বস্ব। কিন্তু জেচীকাই শ্বাইলকৰ অৰ্থলোভী স্বভাৱ কেতিয়াও ভাল নেপাইছিল।

আৰু এটি কথা—শ্বাইলকৰ প্ৰধান শত্ৰু খ্ৰীষ্টান; সেই খ্ৰীষ্টান ধৰ্ম্ম অবলম্বন কৰা এজন ডেকা জেচীকাৰ প্ৰণয়াভিলাষী আছিল আৰু জেচীকাই খ্ৰীষ্টানৰ প্ৰণয় উপেক্ষা নকৰি প্ৰণয়ৰ সম্পূৰ্ণ প্ৰতিদান কৰিছিল। ডেকাজনৰ নাম লৰেঞ্জো। শ্বাইলকৰ ঘৰত তেওঁলোকৰ মনস্কাম সিদ্ধি নহয় জানি (কিয়নো, শ্বাইলকে মৰিলেও খ্ৰীষ্টান এটাৰ লগত নিজৰ জীয়েকক বিয়া নিদিয়ে ঠিক জানি) তেওঁলোক দুয়ো এক্কাৰ নিশা এদিন পলাই যাবলৈ মনস্থ কৰিলে। যিৰাতি শ্বাইলকে ভোজ খাবলৈ গৈছিল, সেইৰাতিয়েই তেওঁলোকে পলাবলৈ থিৰ কৰিলে। সেইদিনা বাটত চং উলিওৱাৰ ভাও কৰি গ্ৰেটিয়ানো, চালাৰিনো, চালানিও আদি বন্ধুৰ সাহায্যত লৰেঞ্জোই সেইৰাতিয়েই সেই কাৰ্য্য সুকলমে সমাধা কৰিলে।

সেইদিনাই শ্বাইলকৰ লগুৱা লন্স্‌লট্ গবোৱেও তাৰ কাম এৰি দি বেচানিওৰ লগুৱা কামত সোমাল।

শ্বাইলকৰ দুৰ্দ্দিন। সেইৰাতিয়েই জেচীকাই ল'ৰাৰ সাজ পিন্ধি সেই ভাৱৰীয়াইতৰ ভিতৰত লুকাই থাকি শ্বাইলকৰ বহুতো অলঙ্কাৰ-পাতি, ৰূপ-বান লৈ লৰেঞ্জোৰে সৈতে বেল্‌মন্ট পালেগৈ।

শ্বাইলকৰ হাহাকাৰ লাগিল। বিনামেঘে বজ্ৰপাত! জেচীকা গ'ল, টকা গ'ল। খ্ৰীষ্টানক শাও দিয়া আৰু নিজৰ হিয়া ভুকুৱাৰ বাহিৰে বুঢ়াৰ আৰু একো নৰ'ল।

## ষষ্ঠ অধ্যায়

যি জাহাজ উভতি অহাৰ ওপৰত নিৰ্ভৰ কৰি এণ্টনিয়ে শ্বাইলকৰপৰা টকা ধাৰ কৰিছিল, তেওঁ বাতৰি পালে যে মাজসমুদ্ৰত সেই জাহাজ সকলো

সম্পত্তিবে সৈতে তললৈ গ'ল। এই জাহাজতে এণ্টনিওব সৰ্বস্ব আছিল। সেইদেখি এই জাহাজ তল যোৱাৰ লগে লগে তেওঁৰ আৰ্থিক অৱস্থাও তললৈ নামিল।

ইপিনে খতৰ তিনি মাহ পাৰ হ'ব লগা হ'ল। এণ্টনিও মহা ভাবনাত পৰিল। তেওঁ ক'ৰপৰা টকা দিয়ে? তেওঁৰ এই অৱস্থা দেখি শাইলকৰ মহা আনন্দ; কিয়নো, এয়ে তাৰ সেই ইমান দিনৰপৰা মনে মনে আলচি সাঁচি থোৱা প্ৰতিশোধৰ সুযোগ। এই প্ৰতিশোধ ল'বলৈকে শাইলকে ইমান দিন বাট চাই আছিল।

এই জাহাজ ডুবাৰ বাতৰি পাই চালানিও আৰু চালাৰিনোৱে শাইলকৰ সৈতে বাটত দেখা হোৱাত তাক সুধিলে, "বাৰু শাইলক, কচোন বাৰু, যদি এণ্টনিয়ে তোৰ ধৰ কেহেজাৰ তিনি মাহ উকলি যোৱাৰ আগেয়ে দিব নোৱাৰে, তেনেহ'লে তই সঁচাসঁচিকৈয়ে তেওঁৰ গাৰ মঙহ কাটি ল'বিনে? তাৰে তোৰনো কি উপকাৰ হ'ব?"

শাইলক—"মাছ ধৰিবলৈ লাগে। আৰু যদিও আন উপকাৰ নহয়, তাৰে যদি আন কাম একো নহয়, মোৰ প্ৰতিশোধ লোৱাৰ কাম চলিবতো? সি মোক কিমান অপমান কৰিছে, কিমান লাজত পেলাইছে। কমকৈ ধৰিলেও আধা লাখ ডাকাট্ মোৰ ক্ষতি হোৱা দেখি সি কত আনন্দ কৰিছে; লাভ দেখি কত উপহাস কৰিছে। আমাৰ সমগ্ৰ জাতিক সি ঘৃণাৰ চকুৰে দেখে, মোৰ বন্ধুসকলক সি মোৰপৰা বিচ্ছেদ কৰিছে। শত্ৰুক সি মোৰ বিপক্ষে সহায় কৰে। মোৰ সি কত লোকচান, কত অপমান কৰিছে। কিয়? কাৰণ কি? কিহৰ বাবে সি এনে কৰে?—মই ইহুদী, সেইগুণে? ইহুদীৰ চকু নাইনে? ইহুদীৰ হাত, অঙ্গ-প্ৰত্যঙ্গ, চেনেহ, মমতা, দয়া, ধৰম, আকাৰ-প্ৰকাৰ আনৰ দৰে নাইনে? তোমালোকে যি বস্তু খোৱা, আমিও সেই বস্তু খাওঁ। যি অস্ত্ৰ-শস্ত্ৰদ্বাৰা তোমালোকৰ গাত আঘাত লাগে, আমাৰ গাতো সেই অস্ত্ৰ-শস্ত্ৰ লাগিলে আমি দুখ পাওঁ। তোমালোকক এই পৃথিৱীত যি ৰোগে আক্ৰমণ কৰে, আমাকো সেই একে ৰোগেই আক্ৰমণ কৰে, আকৌ একে উপায়েৰেই আমাৰ সেই ৰোগ ভাল হয়। তোমালোকে যি উপায়েৰে ৰোগৰ প্ৰতিকাৰ কৰা, আমিও সেই উপায়েৰে কৰোঁ। খ্ৰীষ্টানসকলৰ যেনেকৈ জহকালি জহ লাগে, জাৰকালি জাৰ লাগে, আমাৰো সেইদৰে জহত জহ, জাৰত জাৰ লাগে। তোমালোকে আমাক খুচিলে আমাৰ তেজ নোলায়নে? আমাক

ভাকুট্ কুটুৰা যদি, আমি নেহাঁহোনে? আমাক যদি বিহ খুউৱা, আমি নমৰোঁনে? আৰু তোমালোকে যদি আমাক অন্যায় কৰা, আমি প্ৰতিশোধ নল'মনে? আন আন সকলো কথাত যদি তোমালোক আৰু আমি একে, এই কথাতো আমি তোমালোকৰ দৰে। যদি ইহুদী এজনে খ্ৰীষ্টান এটাক কোনো অন্যায় কৰে, তাৰ শাস্তি কি? প্ৰতিশোধ নহয়নে? আৰু খ্ৰীষ্টান এটাই যদি আমাৰ ইহুদী এজনক অন্যায় ব্যৱহাৰ কৰে, তোমালোকৰে আহি লৈ আমি তাৰ প্ৰতিশোধ লোৱা উচিত নহয়নে? অৱশ্যে প্ৰতিশোধ লোৱাই তাৰ শাস্তি। তোমালোকৰপৰা যি শিকিছোঁ, আমি তাকে কৰিম। সেই শিক্ষাৰ ফলে মোৰ প্ৰতিশোধৰ জোখ অলপ নবঢ়ায় যদিহে ভাল।

"খত, খত, খত—তাক তাৰ খতৰ মতে কাম কৰিবলৈ ক'বা। দেউলীয়া এটা, তাৰ ইমান ফুটনি, সি মোক সুত খোৱা বুলি খিণায়! ভিকহু হৈ সি কেনে ফিটুকাট হৈ বিয়াল্টোলৈ আহিছিল। ভিকহু, দেউলীয়া, তাৰ ইমান গপ! খত, খত—খতৰ কথা মতে সি যেন চলে।"

এইখিনিতে টিউবাল নামে আৰু এটি ইহুদীৰ লগত দেখা হোৱাত শ্বাইলকক এৰি এণ্টনিওৰ ঘৰলৈ চালানিও আৰু চালাৰিনো গ'ল।

এই টিউবালক শ্বাইলকে জেচীকাক বিচাৰি পঠাইছিল। আৰু ইয়াৰ মুখে জেচীকাৰ পলোৱাৰ বিবৰণ আৰু তাই হীৰাৰ আঙঠি এটি বেচি ৰূপ লোৱাৰ কথা শুনি শোক, আৰু এণ্টনিওৰ মহা বিপদৰ কথা শুনি আনন্দ একেলগে কৰিবলৈ ধৰিলে।

তিনি মাহ উকলি যোৱাত শ্বাইলকে ভেনিচৰ ডিউকৰ কচাৰিত এণ্টনিওৰ নামে গোচৰ কৰিলে। গোচৰ কৰাৰ আগেয়েই এণ্টনিওক শ্বাইলকে বন্দী কৰালে। এণ্টনিওৰ বন্ধু-বান্ধৱৰ কাকুতি-মিনতি সি নুশুনিলে।

এণ্টনিয়ে এবাৰ বেচানিওক শেহ দেখা দেখিবৰ ইচ্ছুক হৈ চিঠি লেখিলে—আৰু এই চিঠি পোৰ্খিয়া-বেচানিও আৰু নেৰীচা-গ্ৰেটিয়ানোৰ মিলন হৈ যোৱাৰ অলপ পাছতে বেচানিয়ে পালে। এই চিঠি চালানিয়ে লৈ যায়। লৰেঞ্জো আৰু জেচীকাও তেওঁৰ লগত গৈছিল। তেতিয়াই পোৰ্খিয়াই বেচানিওক ক'লে, "তোমাৰ তেওঁ ইমান উপকাৰী বন্ধু, তেওঁৰ বাবে তিনি হেজাৰ ডাকাটু কিয়, দুহেজাৰ ডাকাট্ দিম। ইয়াৰ দুগুণ দিম, তিনিগুণ দিম, তথাপি এনেজন বন্ধুৰ চুলিৰ আগ এডোখৰো নষ্ট হ'ব নিদিওঁ। তোমাৰ দোষৰ বাবে এনে এজন বন্ধুৱে যে চুলিৰ আগ এডোখৰ হেৰুৱাব, সি কেতিয়াও নহয়। আমাৰ

বিয়া হৈ যাওক, তুমি তাৰ পাছতে ভেনিচলৈ যাবা। এই ধাৰৰ দুবিগুণ দিবৰ বাবে তোমাক টকা দিম। ধাৰ গুজাৰ পাছত তোমাৰ বন্ধুক লগত লৈ আহিবা। মই আৰু নেৰীচা তোমালোকৰ বাবে বাট চাই থাকিম। এন্টোনিয়ে কি লেখিছে পঢ়াচোন।"

বেচানিয়ে চিঠি পঢ়ি শুনালে। চিঠিত এই আছিল,—"মৰমৰ বেচানিও, মোৰ এটাইকেইখন জাহাজ নষ্ট হ'ল। ধকমাৰোৰে নেৰানেপেৰা হৈ পৰিছে। সম্পত্তিৰ অৱস্থা একেবাৰে বেয়া। ইহুদীৰ খতৰ সময় উকলিছে। এই ধাৰ শুজোঁতে প্ৰাণ হেৰুৱাম, ই নিশ্চয়। মোৰ মৃত্যুৰ আগেয়ে এবাৰ তোমাক যদি দেখা পাওঁ, আমাৰ দুইৰো টকা-কৰিৰ হিচাপ মিটিব। তুমি যদি মৰম কৰি নাহা, তেন্তে এই চিঠি লেখাৰ বাবে যেন তুমি নাহা। মোলৈ তোমাৰ মৰমে যদি তোমাক মোৰ ওচৰলৈ নানে, চিঠিয়ে যেন নানে চাবা।"

বিয়া হৈ যোৱাৰ পাছত চালানিওৰে সৈতে গ্ৰেটিয়ানোক লৈ বেচানিও ভেনিচলৈ গ'ল। পোৰ্খিয়া আৰু নেৰীচা বেল্‌মন্টতে থাকিল। লৰেঞ্জো, জেচীকাইঁতো তাতে থাকিল। পোৰ্খিয়াই এই দুজনক আশ্ৰয় দিছিল। জেচীকাৰপৰা পোৰ্খিয়াই, শ্বাইলকে এদিন যে কৈছিল—খ্ৰীষ্টান এণ্টনিওৰপৰা টকা নেপালে সি এণ্টনিওৰ মঙহ কাটিহে এৰিব, এই কথা শুনি যৰ ভাবনাত পৰিল। তেওঁ তেওঁৰ সম্পৰ্কীয় আইনজ্ঞ পণ্ডিত বেলাৰিওৰ ওচৰলৈ তেওঁৰ বিশ্বাসী ভৃত্য ৰেল্‌থাজাৰক এখন চিঠি দি পঠিয়ালে আৰু বেল্‌থাজাৰে ভেনিচলৈ লৈ যোৱা নাৱৰ ঘাটৰ ওচৰত উত্তৰ লৈ আহি বাট চাই থাকিবলৈ তাক আজ্ঞা কৰিলে।

## সপ্তম অধ্যায়

ইপিনে ভেনিচত এণ্টনিওৰ বিচাৰ উপস্থিত। লেশমাত্ৰ দয়াহীন ইহুদী শ্বাইলকে ভেনিচৰ আইন অনুসাৰে, দলিলত লেখা আধা সেৰ মঙহ কাটি ল'বলৈ ওলাল।

বিচাৰ-ঘৰত ভেনিচৰ ডিউক বিচাৰাসনত পাৰিষদবৰ্গৰে সৈতে পৰিবেষ্টিত হৈ বহি আছে। বেচানিও আৰু গ্ৰেটিয়ানো বেল্‌মন্টৰপৰা ঠিক সময়ত আহি পালেহি। তেওঁলোকো বিচাৰ-ঘৰত। চালাৰিনো, চালানিও আৰু আন বহুতো বিচাৰ-ঘৰত। ইহুদী শ্বাইলকৰ আচৰিত গোচৰ, সেইদেখি বিচাৰ-ঘৰত মানুহৰ লেখ-জোখ নাই।

ডিউকে এণ্টনিওক তেতিয়া নিজৰ দুখ প্ৰকাশ কৰি ক'লে, "এণ্টনিও, দয়া-মায়াহীন নিষ্ঠুৰ মানুহ এটাই তোমাৰ নামে গোচৰ কৰিছে। তাৰপৰা এক তিলাৰ্দ্ধ কৃপা ভিক্ষা পোৱা নেযায়।"

এণ্টনিয়ে ক'লে, 'স্বৰ্গদেৱে যে মোৰ হৈ ইহুদীটোক নিৰ্দ্দয় ব্যৱহাৰৰপৰা বিৰত কৰিবলৈ চেষ্টা কৰিছে মই শুনিছোঁ। সি যেতিয়া নিষ্ঠুৰতাৰ হ্ৰাস অকণো নকৰে, আৰু মোক যেতিয়া আইনৰ সহায় লৈ কোনো মানুহে ৰক্ষা কৰিব নোৱাৰে, মই ধৈৰ্য্য ধৰি তাৰ সকলো ব্যৱহাৰ সহ্য কৰিম।"

ডিউকে তেতিয়া শাইলকক মাতি আনিবলৈ হুকুম দিলে। সি আহিলত তাক তেওঁ ক'লে, "শাইলক, তই ধেমালি কৰিহে ইমান দূৰলৈকে এণ্টনিওক খেদি আনিছ। আমাৰ সকলোৰে বিশ্বাস যে তই অলপপৰ পাছত সদাগৰ এণ্টনিওক এৰি দি তেওঁৰ যে মঙহ নলবই, তেওঁৰ ক্ষতি-হানিৰ কথা শুনি তেওঁক আধাখিনি টকাও এৰি দিবি। তই মানুহক দেখুৱাবলৈহে এনে নিষ্ঠুৰ আচৰণ কৰিছ। কি কব, ইহুদী? তই যে আমাক আমাৰ ভাল লগা উত্তৰ দিবি জানো।"

শাইলকে উত্তৰ দিলে, "স্বৰ্গদেৱ, মই আপোনাক ইতিপূৰ্ব্বেই মোৰ যি ক'বলগীয়া আছিল কৈছোঁ। আৰু মোৰ ক'বৰ একো নাই। যদিহে দলিলৰ মতে মোৰ বিচাৰ নহয়, তেন্তে আপোনাৰ আইনক ধিক আৰু আপোনাৰ চহৰ যেন হতশ্ৰী হয়। আপুনি যদি মোক সোধে—মই তিনিহেজাৰ ডাকাটৰ সলনি আধা সেৰ মঙহ কিয় লওঁ, তাৰ উত্তৰ মই দিওঁ—মোৰ ইচ্ছা। মোৰ ঘৰত এটা এন্দুৰে যদি দৌৰাত্ম্য কৰে, মই যদি তাক মাৰিবৰ বাবে দহ হেজাৰ ডাকাট্ দিওঁ, তাত কাৰ হৰণ-ভগন? আৰু উত্তৰ লাগেনে? বাৰু শুনক, কোনো মানুহৰ গাহৰি দেখিলে গা কেনেবা কৰে, সি ভাল নেপায়; কোনো মানুহৰ আকৌ এটা মেকুৰী দেখিলেই চুৰ্ত্তি হেৰায়; কোনো মানুহৰ আকৌ কালী পেঁপা বজোৱাৰ মাত শুনিলে বিৰক্ত বোধ হয়—এইবোৰ মানুহক যদি কাৰণ সোধা যায় তেওঁলোকে কাৰণ ক'ব নোৱাৰে। মম্নো এণ্টনিওক কিয় ঘিণাওঁ, তাৰ কাৰণ দিব নোৱাৰোঁ, আৰু পাৰিলেও নিদিওঁ।"

বেচানিয়ে ক'লে, "শাইলক, এইবোৰ কথা স্বৰ্গদেৱে সোধা কথাৰ উত্তৰ হ'লনে? স্বৰ্গদেৱে কি সুধিছিল আৰু তই কি উত্তৰ দিছ?"

বেচানিও আৰু শাইলকৰ অলপ তৰ্ক হোৱা শুনি এণ্টনিয়ে ক'লে, "ইহুদীটোৰে সৈতে তৰ্ক কৰি কি লাভ, বেচানিও? তাৰ নিষ্ঠুৰ হৃদয়। সাগৰক

দাঁতিত থিয় হৈ সমুদ্ৰক জোৱাৰৰ সময়ত প্ৰতিদিন হ'বলৈকে ঢৌ আৰু তাৰ পিছত ঢৌ নাহিবলৈ কোৱাটো যেনে, বাঘে কিয় এহাল ভেড়াৰ মতাটোক খাই মাইকীজনীক কন্দুৱাইছে—বাঘক ইয়াৰ উত্তৰ দিবলৈ কোৱা যেনে, আৰু গছৰ পাতক বতাহ লাগিলে লৰিবলৈ মানা কৰা যেনে, ইও তেনে। এইবোৰ টান কথা। কিন্তু ইহুদীৰ নির্মম হৃদয়ক দ্ৰৱ কৰা সকলোতকৈ টান। আৰু তাৰে সৈতে তর্ক নকৰি মোৰ বিচাৰ হ'বলৈ দিয়া, ইহুদীৰ ইচ্ছা পূৰণ হওক।"

তেতিয়া বেচানিয়ে শাইলকক ক'লে, "হেৰ', তোৰ তিনি হেজাৰ টকাৰ সলনি ছয় হেজাৰ ল, মোৰ বন্ধুক এৰি দে।" শাইলক অচল-অটল। সি ক'লে, "এই ছয় হেজাৰ ডাকাটৰ একোটা একোটা ডাকাট্ যদি ছভাগ কৰা হয় আৰু প্ৰত্যেক ভাগ যদি একোটা ডাকাট্ কৰা হয়, তেনেহ'লেও মোক টকা নেলাগে, টকা নলওঁ। দলিলত যি লেখা আছে, সিহে হ'ব লাগে। দলিলৰ চুক্তিমতে কাম হওক।"

ডিউকে ক'লে, "তই যদি আনক দয়া নকৰ, আনে তোক কেনেকৈ দয়া কৰিব?"

শাইলকে ক'লে, "মোক বিচাৰ লাগে। মোৰ কেৱল এই মাত্ৰ ভিক্ষা। বিচাৰ, বিচাৰ লাগে। আপোনাসকলৰ বহুতো গোলাম আছে, সিহঁতক আপোনাসকলে কিনিছে দেখি কত যন্ত্ৰণা, কত কষ্ট, কত অসহনীয় কাম কৰায়, কুকুৰ-গাধৰ দৰে সিহঁতৰ প্ৰতি ব্যৱহাৰ কৰে। যদিহে আপোনালোকক সোধোঁ—এনে অন্যায় ব্যৱহাৰ কিয় কৰে? আপোনাসকলে কি উত্তৰ দিব? নক'বনে যে 'আমি ইহঁতক কিনিছোঁ, গোলামক আমাৰ যি মন যায় কৰিম?' যদি মই কওঁ যে গোলামহঁতক স্বাধীন কৰি এৰি দি আপোনাসকলৰ জীয়ৰীৰ সৈতে বিয়া দিয়ক, সিহঁতক সুখাদ্য বস্তু খাবলৈ দিয়ক, ভাল শয্যাত শুবলৈ দিয়ক, আপোনা-সকলে নক'বনে—গোলাম আমাৰ, আমি যি ইচ্ছা কৰিম? মইয়ো তাকে কওঁ। এন্টনিওৰ গাৰ আধা সেৰ মঙহ মোৰ; মোৰ যেতিয়া, মই ল'মেই ল'ম। এই আধা সেৰ মঙহৰ বাবে মই বহুতো কষ্ট দিবলগীয়াত পৰিছোঁ। মোক বিচাৰ লাগে। মই যদি সুবিচাৰ নেপাওঁ, তেনেহ'লে মই তেতিয়া জানিম আৰু ক'ম যে ভেনিচৰ আইনৰ একো মূল্য নাই। মই বিচাৰৰ বাবে ইয়ালৈ আহিছোঁ। বিচাৰ পামনে?"

ডিউক—"তই জান নে আজি মই বিচাৰ নোলোৱাঁ বুলি ক'ব পাৰোঁ। মোৰ ক'বৰ ক্ষমতা আছে। বেলাৰিও নামেৰে এজন বিজ্ঞ পণ্ডিতক আহি এই

বিচাৰৰ সোধ-পোছ কৰিবলৈ মাতি পঠিয়াইছোঁ। তেওঁ নাহিলে এই বিচাৰ সোধ নহয়।"

এনেতে বেলাৰিওৰপৰা এজন দূতে চিঠি আনি বাহিৰত বাট চাই থকাৰ বাতৰি বিচাৰ-ঘৰত জনোৱা হ'ল। দূতক ডিউকে মাতি অনাবলৈ হুকুম দিলে।

এই দূত কোন? পোৰ্খিয়াৰ লিগিৰী গ্ৰেটিয়ানোৰ প্ৰাণেশ্বৰী নেৰীচা। নেৰীচাই উকীলৰ মহৰীৰ দৰে কাপোৰ পিন্ধি চিঠি লৈ হাজিৰ।

ডিউক—"তুমি পেডুৱাৰ বেলাৰিওৰ তাৰপৰা আহিছানে?"

নেৰীচা—"হয় স্বৰ্গদেৱ, হয়। তেখেতে আপোনাক অভিবাদন জনাই এই চিঠিখন দিছে।"

ইপিনে শ্বাইলকে মহা আনন্দত তাৰ জোতাৰ তলুৱাত কটাৰী ধাৰ দি মঙহ কাটিবলৈ টপ্‌তৈয়াৰ হৈ আছে। বেচানিৰে এণ্টনিওক নানানৰকম প্ৰবোধ দিবলৈ ধৰিলে, আৰু গ্ৰেটিয়ানো আৰু শ্বাইলকৰ মাজত সৰু-সুৰা তৰ্ক হ'বলৈ ধৰিলে।

ডিউকে চিঠিত এই জানিলে যে বেলাৰিও নৰিয়াৰ বাবে আহিব নোৱাৰিলে; কিন্তু তেওঁৰ এজন সুপৰিচিত ডেকা বেৰিষ্টাৰ ডিউকৰ চিঠি যোৱাৰ সময়ত তেওঁৰ লগতে আছিল। তেওঁৰে সৈতে বেলাৰিয়ে বহুতো পুথি-কিতাপ বিচাৰি পৰামৰ্শ কৰি এই মকৰ্দমাৰ মীমাংসা উলিয়াই তেওঁকে ডিউকৰ ওচৰলৈ পঠাইছে। কম বয়সীয়া ল'ৰা বুলি যেন তেওঁক ইতিকিং কৰা নহয়। বিদ্যা-বুদ্ধিত তেওঁ বৰ পৈণত।

ডেকা বেৰিষ্টাৰ বিচাৰ-ঘৰলৈ অহাত ডিউকে তেওঁক সসম্ভ্ৰমে অভ্যৰ্থনা কৰি আসন দিলে। এই বেৰিষ্টাৰ আন কোনো নহয়, বেচানিওৰ হৃদয়েশ্বৰী পোৰ্খিয়াহে। পোৰ্খিয়াই বেৰিষ্টাৰৰ সাজ পিন্ধাত কোনেও তেওঁক তিৰুতা বুলি চিনিব নোৱাৰিলে, এনেকৈ বেচানিয়েও চিনিব নোৱাৰিলে। গ্ৰেটিয়ানোৰ চোকা চকুৰেও, ডেকা বেৰিষ্টাৰৰ ডেকা কেৰাণীৰ সাজ পিন্ধাজনেই যে তেওঁৰ মন-চোৰ নেৰীচা সুন্দৰী, ভং ধৰিব নোৱাৰিলে।

ডিউকে তেতিয়া শ্বাইলক আৰু এণ্টনিওক আগলৈ আহি থিয় দিবলৈ হুকুম দি পোৰ্খিয়াক বিচাৰ কৰিবলৈ আদেশ দিলে।

পোৰ্খিয়াই শ্বাইলকক ক'লে, "যদিও তোমাৰ গোচৰ আচৰিত ধৰণৰ, কিন্তু ভেনিচৰ আইনমতে এনে গোচৰ চলে। এণ্টনিও, তুমি খতত যি লেখা আছে তাক স্বীকাৰ কৰানে?"

এণ্টনিও সত্যবাদী। এণ্টনিয়ে স্বীকাৰ কৰিলে।

পোৰ্ছিয়াই ক'লে যে ইহুদীয়ে যদি এতিয়া দয়া দেখুৱায়, তেনেহ'লে এণ্টনিওৰ ৰক্ষা, নহ'লে নাই। খাইলকে ক'লে—দয়া দেখুৱাবলৈ সি বাধ্যনে? কেতিয়াও নহয়।

পোৰ্ছিয়া—"ৰৰষুণে যেনেকৈ লাহে লাহে পৰি পৃথিৱীক স্নিগ্ধ শীতল কৰে, দয়াৰ প্ৰকৃতিও তেনে। যিজনে দয়া প্ৰকাশ কৰে আৰু যাৰ প্ৰতি দয়া প্ৰকাশ কৰা হয়—দুইৰো দয়াৰপৰা সুখ হয়; দয়া কৰা জনে দয়া যে কৰিছে, সেইবাবে সুখী আৰু যাক দয়া প্ৰকাশ কৰা হয়, তেও সেই দয়াৰ কাৰণপৰা সুখী। দয়াৰ স্থান আটাইতকৈ ওখ। ৰজাৰ ৰাজ-মুকুটতকৈও দয়াই ৰজাৰ শোভা বৰ্দ্ধন কৰে। ৰজাৰ ৰাজদণ্ড পাৰ্থিৱ শক্তিৰ চিন মাথোন, কিন্তু দয়াশীলতা তাতকৈও শক্তিমান; কিয়নো, ই ঐশ্বৰিক শক্তি। বিচাৰ কৰোঁতে যদি বিচাৰ আৰু দয়া একেলগ কৰি বিচাৰ কৰা যায়, তেনেহ'লে ঐশ্বৰিক শক্তি পাৰ্থিৱ শক্তিৰ লগ লাগি বিচাৰ ন্যায় হয়। সেইদেখি খাইলক, তোমাক যদি আইনমতে বিচাৰ লাগে, এই সাওদৰ বিপক্ষে আমি বিচাৰ কৰিব লাগিব। কিন্তু ইহুদী, এই কথা মনত ৰাখি উত্তৰ দিবা যেন—এই সাওদৰ প্ৰতি দয়া কৰি তোমাক যেনেকৈ বিচাৰ প্ৰাৰ্থী হ'বলৈ কৈছোঁ, আমি সেই অৱস্থাত আটায়ে সেই তেনেকৈ আমাৰ প্ৰতি বিচাৰ ইচ্ছা কৰোঁ; কিয়নো, কেৱল বিচাৰ বিচাৰিলে আমাৰ কাৰো উদ্ধাৰ নাই। মোৰ ইমান কথা ক'বৰ আৰু একো অৰ্থ নাই—কেৱলমাত্ৰ এই যে তুমি যদি আইনমতে বিচাৰপ্ৰাৰ্থী হোৱা, তেনেহ'লে এই সাওদৰ আৰু নিস্তাৰ নাই, সাওদৰ বিপক্ষেই আমাৰ ৰাই দিব লাগিব।"

খাইলকে সেইবোৰ কথা মুঠেই নুশুনি কেৱল "বিচাৰ, বিচাৰ, আইনমতে, দলিলত লেখা চুক্তিৰ বিচাৰ হওক" এই কথা ক'লে।

পোৰ্ছিয়াই সুধিলে, "সাওদ এণ্টনিয়ে টকা দিব নোৱাৰেনে?"

বেচানিও—"এয়া মই টকা লৈ হাজিৰ। মই দুগুণ দিম। মই দহগুণ দিবলৈ প্ৰস্তুত আছোঁ—যদিহে নোৱাৰোঁ, তেনেহ'লে তাৰ সলনি মোৰ মূৰ, হৃদয়, হাত যি লাগে সকলো দিম। ডাঙৰীয়া, আপুনি এটা মহৎ কাম কৰিবৰ বাবে এটা ক্ষুদ্ৰ দোষ কৰক, যেনে কৰি হওক কূট তৰ্ক কৰি আইনক হৰুৱাই আমাৰ মলীয়া কৰক।"

পোৰ্ছিয়া—"এনে কথা কেতিয়াও হ'ব নোৱাৰে। ভেনিচৰ আইন অচল-অটল। এবাৰ যি আইন হৈছে, সেই আইনেই আইন। এবাৰ যদি তেনে

কৰা যায়, সেই দৃষ্টান্ত দেখি আনেও তেনে কৰিব ; পাছত সি এটা নিয়ম হৈ যাব,—সি কেতিয়াও হ'ব নোৱাৰে। বাক খতপন দিয়াচোন।"

শ্বাইলকৰ মহা আনন্দ। সি পোৰ্খিয়াক প্ৰশংসা কৰিবলৈ ধৰিলে, "সাক্ষাৎ ধৰ্ম্মৰ বিচাৰ।"

পো—"শ্বাইলক, তোমাক তিনিগুণ টকা দিয়া হৈছে। নোলোৱা কিয় ? এই টকা লোৱাঁ, সাওদক এৰি দিয়া।"

শ্বা—"মই শপত খাইছোঁ। ভগৱানৰ ওচৰত শপত খাই কৈছোঁ। মই কি শপতৰ অন্যথা কৰিম ? কেতিয়াও নহয়, হ'বই নোৱাৰে। সমগ্ৰ ভেনিচৰ বাবেও এনে নকৰোঁ।"

পো—"তেনেহ'লেতো কথাই নাই। এই দলিলৰ মতে তেনেহ'লে সাওদৰ হিয়াৰ ওচৰৰ আধা সেৰ মঙহ তুমি কাটি ল'ব পাৰা, ই আইনসঙ্গত। কিন্তু ইহুদী, দয়া কৰাঁ। তোমাক তিনিগুণ টকা দিয়া হৈছে, তুমি লোৱাঁ। মোক এই দলিলখন ফালি পেলাবলৈ অনুমতি দিয়া।"

শ্বা—"ফালি পেলাব, যেতিয়া দলিলৰ মতে কাম নিষ্পত্তি হ'ব, তেতিয়া ফালি পেলাব, এতিয়া নহয়। আপুনি আইনজ্ঞ পণ্ডিত আৰু আপুনি যেনেকৈ আইনৰ ব্যাখ্যা কৰি দেখুৱাইছে তাৰদ্বাৰা জানিব পাৰিছোঁ যে আপোনাৰ বিদ্যা-বুদ্ধি অসীম। আপুনি আইনৰ এটি প্ৰধান স্তম্ভ স্বৰূপ, আপুনি ন্যায় বিচাৰপতি, সোনকালে বিচাৰ কৰক। মই শপত খাই কৈছোঁ যে মোৰ মন পৰিবৰ্ত্তন কৰা মানুহৰ শক্তিৰ অতীত, কোনেও নোৱাৰে। মই দলিলৰ ওপৰতে নিৰ্ভৰ কৰি বিচাৰপ্ৰাৰ্থী হ'ম।"

পো—"তেনেহ'লে এণ্টনিও, তুমি প্ৰস্তুত হোৱাঁ। ইহুদীৰ কটাৰীয়ে তোমাৰ বুকুৰ মঙহ কাটিব।"

পোৰ্খিয়াই শ্বাইলকক মঙহ জুখিবলৈ তৰ্জ্জু আছে নে নাই সুধিলে। শ্বাইলক আগৰপৰা তৈয়াৰ ; সি তৰ্জ্জু লগত আনিছিল। পোৰ্খিয়াই ক'লে, "মঙহ কাটোঁতে যদি সৰহকৈ তেজ ওলাই এণ্টনিও মৰে, সেইবাবে দয়া-পৰবশ হৈ শ্বাইলকে তাৰ নিজৰ খৰচত এজন বেজ অনায় যদি ভাল হয়।" শ্বাইলকে আচৰিত মানি ক'লে, "দলিলত এই বিষয় লেখা আছেনে ? যদিহে নাই, সি কেনেকৈ হ'ব ?" দলিলত অৱশ্যে এই বিষয়ৰ একো উল্লেখ নাছিল। সেইদেখি বেজ অনা নহ'ল।

তেতিয়া এণ্টনিৱে বেচানিওৰপৰা বিদায় ল'লে। বেচানিওক শোক

কৰিবলৈ মানা কৰিলে আৰু ক'লে যে ভগবান তেওঁৰ প্ৰতি সুপ্ৰসন্ন, কিয়নো অতীত ঐশ্বৰ্য্যৰ কথা ভাবি দুখীয়া হৈ জীৱনৰ শেহকেটা দিন কটোৱাতকৈ সোনকালে মৰা ভাল। তেওঁ যে এনেকৈ সোনকালে মৰিবলৈ ওলাইছে, তাত তেওঁ বৰ সুখী। বেচানিওৰ বৈণীয়েকক নিজৰ শেহ দশাৰ কথা ক'বলৈ ক'লে আৰু তেওঁ যে বেচানিওক মৰম কৰিছিল ইত্যাদি কথা কৈ বিদায় ল'লে।

বেচানিও—"এণ্টনিও, মোৰ নিজৰ জীৱনতকৈও মই মোৰ বৈণীক মৰম কৰোঁ, কিন্তু মোৰ নিজৰ জীৱন, মোৰ বৈণী, সমগ্ৰ পৃথিবী মই হেৰুৱাম, এই পিশাচক সকলো দিম, তোমাক যদি তাৰ হাতৰপৰা উদ্ধাৰ কৰিব পাৰোঁ।"

গ্ৰেটিয়ানোই ক'লে—"মোৰো বৈণীক মই ভাল পাওঁ, কিন্তু এতিয়া মনত হৈছে তাই স্বৰ্গলৈ গৈ কোনো দেৱতাক এই পিশাচটোৰ স্বভাৱ পৰিবৰ্ত্তন কৰিবলৈ সাধিলে আমাৰ উদ্ধাৰ হয়।"

পোৰ্ম্বিয়া আৰু নেৰীচাই সকলো কথা শুনি ক'লে যে "ভাগ্যেহে তোমালোকৰ বৈণীয়েৰাইঁত ওচৰত নাই। থকা হ'লে বিষম হ'লহেঁতেন।"

শাইলকৰ এইবোৰ ভাল লগা নাই। সি কেৱল মঙহ কাটিবৰ বাবে ব্যস্ত। কেতিয়া মঙহ কাটিম, কেতিয়া মঙহ কাটিম কৰিব লাগিছে।

ইয়াৰ পাছত পোৰ্ম্বিয়াই শাইলকক মঙহ কাটিবলৈ হুকুম দিলে। হুকুম পোৱা মাত্ৰকতে কটাৰী লৈ শাইলক আগ বাঢ়িল।

তেতিয়া পোৰ্ম্বিয়াই ক'লে, "অলপ পৰ ৰোৱাঁ, অলপ পৰ ৰোৱাঁ, শাইলক, দলিলত কেৱল মাথোন আধা সেৰ মঙহৰ কথা আছে, দলিলত এটোপো তেজৰ কথা নাই। এই কথা মনত ৰাখিবা যেন। দলিলত যি আছে তাকে লোৱাঁ, কিন্তু খবৰদাৰ, সেই মঙহ কাটোঁতে যদি এটোপো খ্ৰীষ্টান তেজ পাত হয়, তোমাৰ সকলো সম্পত্তি বজাৱ হ'ব। ইও ভেনিচৰ আইন। দলিলত যি আছে তুমি লোৱাঁ, কিন্তু এটোপাও তেজ নহয়।"

এতিয়া গ্ৰেটিয়ানোৰ আনন্দ কৰিবৰ পাল। তেওঁ শাইলকৰ পিনে চাই চাই ক'লে, "ইহুদী, এইবাৰ কেনে? ধন্য বিচাৰপতি! ধন্য বিচাৰৰ সভতা।" ইত্যাদি শাইলকে যি কৈছিল, তাকে তাৰ পিনে চাই বাৰে বাৰে ক'বলৈ ধৰিলে।

শাইলক তেতিয়া বিষম সমস্যাত পৰিল। তেতিয়া বপুৰীয়ে ক'লে, "যেয়ে যদি আইন হয়, তেনেহ'লে মোক তিনি শ টকা দিয়ক, মই খ্ৰীষ্টানটোক এৰি দিম।"

বেচানিয়ে টকা দিবলৈ গ'ল; কিন্তু পোৰ্ম্বিয়াই মানা কৰি ক'লে, "ৰ'বা ৰ'বা, ইহুদীয়ে বিচাৰ পাব, যি দলিলত কেৱল মাত্ৰ আধা সেৰ মঙহৰ কথাহে

আছে, মঙহ কাটোঁতে যদি তিলাৰ্দ্ধও কম-বেছি হয়, তেনেহ'লে তোমাৰ প্ৰাণদণ্ড হ'ব আৰু তোমাৰ সকলো সম্পত্তি ৰাজদৰবাৰত বাজেয়াপ্ত হ'ব।"

শাইলকে থেবোগেবো কৰিবলৈ ধৰি পাছত ক'লে, "তেনেহ'লে মোক মূলধনখিনি দিয়ক, মই তাকে লৈ যাওঁ।" বেচানিও টকা দিবলৈ আগ বাঢ়িল। পোৰ্ছিয়াই হাক দি ক'লে, "ইহুদী, ৰ'বা, আৰু এটি কথা আছে। ভেনিচৰ আৰু এটি আইনে কয় যে যদি কোনো বিদেশীয়ে ভেনিচৰ কোনো মানুহক ধ্বংস কৰিবলৈ আগবাঢ়ে (যি কোনো প্ৰকাৰে হওক, সাক্ষাৎভাৱেই হওক কি আন কোনোৰকমেই হওক), আইন মতে তাৰ সম্পত্তিৰ আধা সেই মানুহে পাব আৰু বাকীখিনি ৰাজকোষলৈ যাব। আৰু সেই হত্যাকাৰী হ'ব খোজা-জনক ৰজাৰ যি ইচ্ছা কৰিব। এতিয়া ইহুদী, তুমি সেই তেনে অৱস্থাত পৰিছা। সেইদেখি স্বৰ্গদেৱৰ দয়া ভিক্ষা কৰা।"

গ্ৰেটিয়ানোৰ মহা আনন্দ। তেওঁ ক'লে, "হেৰ' ইহুদী, তই স্বৰ্গদেৱৰপৰা যাতে নিজে ডিঙিত কাঁচী লগাই মৰিব পাৰ, তাকে ভিক্ষা কৰ। ও পাহৰিলোঁ, তোৰ যে জৰী এডাল কিনিবলৈকে পইচা নাই, এটাইবোৰ যে ৰাজদৰবাৰত। তেনেহ'লে তোক ৰাজ-খৰচতে কাঁচী দিব লাগিব।"

ডিউক—"তই প্ৰাণ ভিক্ষা কৰাৰ আগেয়েই তোক প্ৰাণদান কৰিলোঁ। আমাৰ আৰু তোৰ প্ৰকৃতি যে কিমান বেলেগ, ইয়াতে গম পাবি। তোৰ আধা সম্পত্তি এন্টনিওৰ হ'ব আৰু বাকীখিনি ৰাজভাণ্ডাৰলৈ আহিব।

তেতিয়া শাইলকে ক'লে, "মোৰ সম্পত্তিৰ লগে লগে মোৰ জীৱনো লওক, তাক আৰু কিয় ৰাখে? যি বস্তুৰদ্বাৰাই মই জীৱিকা নিৰ্ব্বাহ কৰোঁ, তাকে যদি লৈ গ'ল, তেনেহ'লে মোৰ জীৱনো লওক। মোক জীৱন নেলাগে।" তাৰ পাছত পোৰ্ছিয়াই এন্টোনিওক সোধাত তেওঁ ক'লে, "স্বৰ্গদেৱ, যি টকা ৰাজকোষলৈ গ'ল, তাৰ যদি আধাখিনি টকা মোৰ ব্যৱহাৰৰ বাবে ই মোক দিয়ে, আৰু যি মানুহজনে ইয়াৰ জীয়েকক বিয়া কৰাইছে, তেওঁক যদি ই মৰাৰ পাছত মই দিওঁ, তাত যদি ই সন্মত হয়, তেনেহ'লেই মোৰ সন্তোষ। আৰু দুটা কথা আছে—প্ৰথম, সি যেন খ্ৰীষ্টধৰ্ম্ম অৱলম্বন কৰে; দ্বিতীয়, এতিয়াই সি যদি এখন দান-পত্ৰ লেখি, সি মৰাৰ পাছত যি সম্পত্তি থাকে তাক লৰেঞ্জো আৰু জেচীকাক দি যায়, তেনেহ'লে মোক আৰু একো নেলাগে।"

ডিউক—"সি এতিয়াই তাকে কৰিব, নহ'লে এই যে তাৰ প্ৰাণদণ্ড ৰহিত কৰি ক্ষমা কৰিলোঁ, সেই হুকুম বন্ধ কৰিম।"

শাইলক—"মোক ইয়াৰপৰা যাবলৈ অনুমতি দিয়ক। মোৰ গা ভাল লগা নাই, মই এতিয়া যাওঁ। দান-পত্র পাছত চহী কৰিম, ঘৰলৈ যেন পঠিয়াই দিয়ে।"

ডিউকে হুকুম দিলত সি আধা-মৰা মানুহৰ দৰে পৰোঁ পৰোঁ হৈ বিচাৰ-ঘৰ এৰি গ'ল।

বিচাৰৰ এনে সু-অন্ত হ'লত আটায়ে বৎ পালে আৰু ডেকা বেৰিষ্টাৰজনেই যে এণ্টোনিওৰ উদ্ধাৰকৰ্ত্তা, আটায়ে সেই কথাৰ শলাগ ল'লে। ডিউকে পোৰ্ম্বিয়াক প্ৰশংসাবাদ দি ৰাতিৰ ভোজনলৈ নিমন্ত্ৰণ কৰিলে। কিন্তু পোৰ্ম্বিয়াই সেই নিমন্ত্ৰণ ৰক্ষা কৰিব নোৱাৰিলে, কিয়নো সেইদিনাই তেওঁলোকৰ ভেনিচ এৰিবৰ কথা।

## অষ্টম অধ্যায়

বিচাৰ-ঘৰৰপৰা ডিউক তেওঁৰ পাৰিষদবৰ্গৰে সৈতে গ'লত বেচানিও আৰু এণ্টোনিয়ে পোৰ্ম্বিয়াক নানান সাধুবাদ আৰু প্ৰশংসাবাদ দি ইহুদীক দিবলগীয়া তিনি হেজাৰ ডাকাট্ তেওঁক দিব খুজিলে। তেওঁ অৱশ্যে ল'বলৈ ৰাজী নহ'ল।

বেচানিয়ে ক'লে যে "ডাঙৰীয়া, আপোনাৰ প্ৰাপ্য টকা বুলি নল'ব; কিন্তু আমাৰপৰা স্মৃতিচিহ্নস্বৰূপ যি হয় অলপ লওক আৰু আমাক দুটা বস্তু ভিক্ষা দিয়ক, তাৰে এটি হৈছে মোক যেন প্ৰত্যাখ্যান নকৰে, আৰু আনটি মোক যেন ক্ষমা কৰে।"

পোৰ্ম্বিয়াই পাছত স্বীকৃত হৈ এণ্টোনিওৰ হাতত পিন্ধা হাত-মোজাযোৰ খুজি ল'লে আৰু বেচানিওৰপৰা তেওঁৰ হাতৰ আঙঠিটো খুজিলে।

এণ্টোনিওৰ হাত-মোজা এণ্টোনিয়ে সানন্দে তেওঁক দিলে, কিন্তু বেচানিওৰ আঙঠি বেচানিয়ে দিব নুখুজিলে। প্ৰথমে বেচানিয়ে ক'লে, "আঙঠিটোনো এটা কি বস্তু যে তাক ইমান উপকাৰৰ পৰিবৰ্ত্তে দিম? এনে তুচ্ছ বস্তু এটা দিম, ই বৰ লাজৰ কথা।" কিন্তু পোৰ্ম্বিয়াই সেই আঙঠিটোহে লাগে বুলি ক'লে। এটা তুচ্ছ বস্তু হ'লে কি হ'ব, তেওঁৰ সেই আঙঠিটোহে পছন্দ, আন একো তেওঁক নেলাগে।

বেচানিও—"ডাঙৰীয়া, এই ভেনিচ চহৰত আটাইতকৈ যি আঙঠিটো ৰেচ বেছি, সেইটোকে মই আপোনাক দিম। আপুনি মোক ক্ষমা কৰিব। এই আঙঠিটো দিব নোৱাৰোঁ।"

পোৰ্ছিয়া—"এতিয়া গম পালোঁ ডাঙৰীয়া, আপুনি নিজেই মোক বস্তু দিব খোজে, আপুনি নিজেই বস্তু কেনেকৈ খুজিব লাগে মোক শিকায়, আকৌ বস্তু খোজা মানুহক কেনেকৈ উত্তৰ দি বস্তু নিদি খেদাব লাগে, তাকো আপোনাৰ-পৰা শিকিলোঁ।"

"ডাঙৰীয়া, শুনক শুনক, খং নকৰিব—মোৰ ঘৈণীয়ে এই আঙ্গঠিটো মোৰ আঙ্গুলিত পিন্ধাই দিবৰ সময়ত মোক শপত খুৱাই কৈছিল যে মই যেন এই আঙ্গঠিটো কাকো নিদিওঁ বা নেহেৰুৱাওঁ বা নেবেচোঁ। সেইদেখিহে ডাঙৰীয়া কওঁ, আপুনি আন যি বস্তু খোজে খোজক। এই আঙ্গঠি দিব নোৱাৰাত মই বৰ দুখ পাইছোঁ।"

"বস্তু দিবৰ মন নেথাকিলে বহুতো মানুহে এনেবোৰ কথা কৈ সাৰে। আমাৰ এনে কথা শুনা আছে। যাওক, আপোনাৰ ঘৈণীয়েক বলিয়া নেকি যে যিজনে আপোনাসকলক এনে বিপদৰপৰা উদ্ধাৰ কৰিলে তেওঁক এনে এটা তুচ্ছ বস্তু দিয়াত আপোনাৰ ওপৰত খং কৰিব। বাৰু ডাঙৰীয়া, সুখে থাওক, এতিয়া বিদায়।"

এইবুলি পোৰ্ছিয়া আৰু নেৰীচা গুচি গ'ল।

তাৰ পাছত বেচানিয়ে এন্টোনিওৰ অনুৰোধত আঙ্গঠিটো বেৰিষ্টাৰজনক দিবলৈ গ্ৰেটিয়ানোৰ হাতত পঠিয়াই দিলে।

পোৰ্ছিয়াই আঙ্গঠিটো ল'লত নেৰীচাইও পোৰ্ছিয়াৰ পিনে হাঁহি চাই ক'লে, "বাৰু চাওঁচোন, গ্ৰেটিয়ানোৰপৰা মই দিয়া আঙ্গঠিটো উলিয়াব পাৰোঁ নে নোৱাৰোঁ।"

নেৰীচাও কৃতকাৰ্য্য হ'ল।

ইপিনে বেচানিওহঁত বেলমণ্ট পোৱাৰ আগেয়েই পোৰ্ছিয়া আৰু নেৰীচাই গৈ সাজ সলাই তেওঁলোকৰ গিৰিয়েক আৰু বন্ধু এন্টোনিওৰ অভ্যৰ্থনাৰ আয়োজন কৰিবলৈ ধৰিলে।

যিৰাতি পোৰ্ছিয়া আৰু নেৰীচা ভেনিচৰপৰা গৈ বেলমণ্ট পালে, সেই-ৰাতি সুন্দৰ স্নিগ্ধকৰ জোনাকেৰে বেলমণ্ট ভৰি গৈছিল; আৰু বিশেষকৈ পোৰ্ছিয়াৰ বিতোপন ঘৰত জোনাকৰ সৌন্দৰ্য্য আৰু বাঢ়িছিল। নতুন প্ৰেমিক-প্ৰেমিকা লৰেঞ্জো আৰু জেচীকাই এই জোনাক ৰাতি বাহিৰত বহি প্ৰেমিক-প্ৰেমিকাই যেনে কথা পাতিব জানে, তেনেকৈ কথা পাতি আছিল। বেচানিও বন্ধুৰে সৈতে আহি বেলমণ্ট পাব বুলি ৰাতৰি পোৱাত বাদ্যকৰসকলে সুমধুৰ সঙ্গীতাদি কৰিবলৈ ধৰিলে।

পুৰা হওঁ-হওঁ হওঁতে বেচানিও আৰু গ্ৰেটিয়ানো, এন্টোনিওৰ লৈতে বেলমণ্ট পালেহি।

এওঁলোক আহি পোৱাৰ আগেয়েই পোৰ্চিয়াই লৰেঞ্জো, জেচীকা আৰু চাকৰ-নাকৰবিলাকক তেওঁ আৰু নেৰীচা যে ঘৰত নাছিল, এই কথা কাকো ক'বলৈ মানা কৰিলে। তেওঁলোক ভেনিচলৈ যাবৰ সময়ত কৈ গৈছিল যে তেওঁলোক স্বামী দুজনৰ আৰু বন্ধু এন্টোনিওৰ মঙ্গলাৰ্থে ধৰ্মমন্দিৰত পূজা কৰিবলৈ যায়। আৰু সি যে একৰকম সঁচা, পাঠকসকলে দেখিছে।

বেচানিৰে এন্টোনিওৰে লৈতে পোৰ্চিয়াৰ চিনাকি কৰি দিলত তেওঁলোকৰ সাদৰ সম্ভাষণ হৈ থাকোঁতেই তেওঁলোকে গ্ৰেটিয়ানো আৰু নেৰীচাৰ মাজত তৰ্ক হোৱাৰ শব্দ পালে।

পোৰ্চিয়াই ক'লে, "কি আহি পাওঁতে-নেপাওঁতেই কাজিয়া আৰম্ভ কৰিলা দেখোন? কি, হৈছে কি?

গ্ৰেটিয়ানোই ক'লে, "এটা সামান্য আঙঠি লৈ আমাৰ তৰ্ক লাগিছে। সেইটো মোক নেৰীচাই দিছিল; তাৰ ওপৰত আকৌ লেখা আছিল, 'ভাল পাবা, নেৰিবা মোক।' মই চন্দ্ৰক আগত থৈ শপত খাই কৈছোঁ, নেৰীচা, সেই আঙঠিটো মই কোনো তিৰুতাক দিয়া নাই। সত্যে সত্যে কৈছোঁ, মই আঙঠিটো জজৰ কেৰাণীটোক দিলোঁ।"

গ্ৰেটিয়ানোৱে বুজাবলৈ ধৰিলে, নেৰীচাই নুবুজিলে। তেতিয়া পোৰ্চিয়াই গ্ৰেটিয়ানোক থং কৰি ক'লে, "সঁচাতো, তোমাক যেতিয়া নেৰীচাই সেই আঙঠিটো মৰম কৰি দিছিল আৰু বিশেষকৈ সেই আঙঠিটোৱেই তোমাৰ বৈণীয়েৰাই তোমাক প্ৰথমে দিয়া বস্তু, তুমি যত্নেৰে সাৱধানে তাক ৰখা উচিত আছিল। বাৰু চোৱাঁচোন, মোৰ স্বামীকো মই এটা আঙঠি দিছিলোঁ। মই নিশ্চয়কৈ কৈছোঁ যে এতিয়াও সেই আঙঠিটো তেওঁ পিন্ধি আছে আৰু সমগ্ৰ পৃথিৱীৰ ঐশ্বৰ্য্য যদি একালে থাকে, তেওঁ সেই ঐশ্বৰ্য্যকো হেয় জ্ঞান কৰি আঙঠিটো ৰাখিব, কেতিয়াও কাকো নিদিয়ে বা নেহেকৰায়।"

বেচানিৰে তেতিয়া বিষম ভাবি মনে মনে ক'বলৈ ধৰিলে, "মই এই বাঁও-হাতখন কাটি পেলোৱাহেঁতেনেই ভাল আছিল। তেনেহ'লে এনেকৈ ক'ব পাৰিলোঁহেঁতেন যে হাতখন ৰক্ষা কৰিবলৈ যাওঁতে আঙঠিটো হেৰুৱালোঁ।"

গ্ৰেটিয়ানোৱে তেতিয়া আন একো উপায় বিচাৰি নেপাই ক'লে, "বেচানিও ডাঙৰীয়াইওতো তেওঁৰ আঙঠি দিছে, তেওঁ জজক দিলে আৰু মোৰ আঙঠিটো

কেৰাণীটোৰে খুজি লৈ গ'ল। সিহঁতৰ দুটাৰ এটায়ো টকা নলৈ আঙঠি দুটাহে লাগে বুলি ক'লে।"

তেতিয়া পোৰ্ষিয়াই বেচানিওক ক'লে, "কোন আঙঠি ডাঙৰীয়া? কোন আঙঠিটো আপুনি দিলে? মই আপোনাক দিয়াটো কেতিয়াও নহয়। হয়নে?"

বেচানিও—"মই যদি দোষ এটা কৰি মিছা কথা ক'ব জানিলোঁহেঁতেন তেনেহ'লে ক'লোঁহেঁতেন সেই আঙঠিটো নহয়, আন এটা আঙঠি দিলোঁ। কিন্তু চোৱাঁ, মোৰ আঙুলিত সেই আঙঠিটো নাই।"

পো—"তোমাৰ হৃদয় মিছাৰে পৰিপূৰ্ণ, সত্যৰ লেশমাত্ৰ নাই। সেই আঙঠি মোক আকৌ তুমি দেখুৱাব নোৱৰালৈকে তোমাৰে সৈতে গৃহবাস নকৰোঁ।"

এই কথা শুনি নেৰীচায়ো গ্ৰেটিয়ানোক ঠিক তাকে ক'লে। বেচানিয়ে কত বুজাবলৈ চেষ্টা কৰি ক'লে, "তুমি যদি জানিলাহেঁতেন মই কিয়, কাৰ বাবে, কাক আঙঠিটো দিছোঁ; আৰু সেই আঙঠিটো দিওঁতে কিমান মৰ্মান্তিক কষ্ট মোৰ হৈছিল—তুমি যদি সকলো কথা জানিলাহেঁতেন, তুমি মোৰ ওপৰত মিছাতে ইমান খং কেতিয়াও নকৰিলাহেঁতেন।"

পো—"তুমি যদি সেই আঙঠিৰ মহাত্ম্য কি, সেই আঙঠি দিয়া মানুহৰ কি মনৰ ভাব, অথবা সেই আঙঠি তোমাৰ লগত ৰাখিবলৈকে বা তোমাৰ কি দায়িত্ব, কি ভদ্ৰতাৰ ডোলেৰে আবদ্ধ তুমি, যদি জানিলাহেঁতেন, কেতিয়াও তুমি আঙঠিটো নিদিলাহেঁতেন; আৰু এনে আচৰিত মানুহেই বা পৃথিৱীত কোন আছে যাক অলপ বুজাই কোৱাহেঁতেন এনে এটা বস্তু খুজিলেহেঁতেন। নেৰীচাই যি কৈছে সঁচা—ক'ব মানুহক দিছা, সি কেতিয়াও নহয়; নিশ্চয় তুমি এজনী তিৰুতাকহে দিছা; নেৰীচাই যি কৈছে সঁচা।"

বেচানিও—"সত্যে কৈছোঁ, যি আইনজ্ঞ পণ্ডিতজনে বন্ধুৰ এণ্টোনিওক ৰক্ষা কৰিলে সেই তেওঁকে দিলোঁ। তেওঁক তিনি হেজাৰ ডাকাট্ ৰূপ দিব খোজাতো টকা নলৈ আঙঠিটোহে খুজিলে। কিমান বুজাই ক'লোঁ, নুশুনিলে; আৰু পোৰ্ষিয়া তুমি তাত থকা হ'লে তুমি নিজেই আঙঠিটো মোৰপৰা খুজি লৈ গৈ যেৰিষ্টাৰজনক দিলাহেঁতেন।"

এনে তৰ্ক-বিতৰ্ক হৈ থাকোঁতে এণ্টোনিয়ে তেওঁৱেই যে এই গিৰিয়েক-ঘৈণীয়েকৰ ভিতৰত বিলম্বাদৰ কাৰণ তাক ভাবি পোৰ্ষিয়াৰ ওচৰত ক্ষমা ভিক্ষা কৰিলে।

সেইখিনিতে বেচানিয়ে মাত লগালে যে এইবাৰ যদি পোৰ্ষিয়াই তেওঁক

ক্ষমা কৰে, তেওঁ সত্যে সত্যে তিনি সত্য খাই কৈছে, তেওঁ আৰু যি প্ৰতিজ্ঞা কৰে তাৰ অন্যথা নহয়।

এন্টোনিৱে ক'লে, "মই এবাৰ বন্ধু বেচানিওৰ বাবে মোৰ শৰীৰ দিবলৈ প্ৰস্তুত হৈছিলোঁ। যিজনে আপোনাৰ আঙঠি ল'লে সেই তেওঁ তাত থাকি আমাৰ কলীয়া নোহোৱা হ'লে, এতিয়া মই ইহলোকত নেথাকিলোঁহেঁতেন। সেইদেখি এইবাৰ মই মোৰ শৰীৰ আৰু আত্মা জামিন দি কৈছোঁ যে বেচানিৱে কেতিয়াও তেওঁৰ প্ৰতিজ্ঞা ভঙ্গ নকৰে। মই সেইবাবে দায়ী।"

"বাৰু এন্টোনিও ডাঙৰীয়া, আপুনি যদি জামিন হয়, তেনেহ'লে মই তেওঁক ক্ষমা কৰিলোঁ। বাৰু সেই আঙঠি গ'ল গ'ল, আৰু এটা আঙঠি মই তাৰ বদলে দিওঁ, এইটো যেন তেওঁ ভালকৈ সাৱধানে ৰাখে।"

তাৰ পাছত নেৰীচাইও গ্ৰেটিয়ানোক এটা আঙঠি দিলে।

বেচানিও, গ্ৰেটিয়ানো দুইও বিচুৰ্তি হ'ল—তেওঁলোকৰ আঙঠি দুটাই যে এই দুটা।

সকলো কথা তেতিৱা ভাঙি কোৱা হ'ল। তেতিয়া সকলোৰে মহা আনন্দ। আকৌ পোৰ্খিয়া-বেচানিও, আৰু নেৰীচা-গ্ৰেটিয়ানোৰ মিল হ'ল। তেতিয়াই এন্টোনিৱে খবৰ পালে যে যি জাহাজ তেওঁৰ সদাগৰী বস্তুৰে সৈতে নিৰুদ্দেশ হৈছিল, সেই জাহাজৰ উদ্দেশ আকৌ পোৱা হ'ল। আকৌ নিৰাপদে ভেনিচৰ ফালে সেই জাহাজবোৰ আহিব লাগিছে। সেই আনন্দৰ বাতৰিৰ ওপৰত আৰু এটা আনন্দৰ বাতৰি লৰেঞ্জো আৰু জেচীকাক দিয়া হ'ল যে বুঢ়া শাইলকৰ মৃত্যুৰ পাছত বুঢ়াৰ সকলো সম্পত্তি তেওঁলোক দুজনে পাব। তেতিয়া সকলোৰে আনন্দৰ ওপৰত আনন্দ হ'ল।

শ্ৰীশ্ৰীশঃ

# উৎসৰ্গ ।

স্বৰ্গীয় ককাইদেৱ

কৰুণাভিৰাম বৰুৱা

আৰু

স্বৰ্গীয় ককাইদেৱ

কমলাভিৰাম বৰুৱাৰ

স্মৃতিৰ উদ্দেশ্যে

এই সৰু কিতাপখনি

আগবঢ়ালোঁ ।

জ্ঞান ।

২৩।৪।১৯

# মোৰ নিবেদন

'ভেনিচৰ সাওদ' উলিয়াবৰ আজি সাত বছৰমান হৈছে। মোৰ ইচ্ছা আছিল যে এই ভেনিচৰ সাওদৰ আৰ্হিৰে মহাকবি শ্বেক্সপিয়েৰৰ একো-একোখন কিতাপ আমাৰ বাইজলৈ আগবঢ়াওঁ। কিন্তু সেই ইচ্ছা কাৰ্য্যত পৰিণত কৰিব এতিয়াও নোৱাৰিলোঁ। ভবিষ্যতত কি হয় ক'ব নোৱাৰোঁ। এতিয়া শ্বেক্সপিয়েৰৰ পাঁচখন নাটকৰ সাৰকথা চমুকৈ লেখি আমাৰ কিতাপ পঢ়োঁতা বাইজৰ আগত ধৰোঁ বুলি আমাৰ সাহিত্য-সেৱক শ্ৰদ্ধাস্পদ শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা ডাঙৰীয়াৰ ওচৰলৈ এই কাকতকেখনি পঠাই দিওঁ। ইচ্ছা যে তেখেতৰ তত্বাৱধানৰ মুদ্ৰাযন্ত্ৰত এই কিতাপখনি ছপাই মোক বাধিত কৰে। আমাৰ দেশতে মুদ্ৰাযন্ত্ৰ আছে যেতিয়া বিদেশলৈ যাওঁ কিয় ?

ইয়াত 'ৰজা লীয়াৰ' (King Lear), 'তোমাৰ যি ভাল লাগে' (As you like it), 'ভেৰোনাৰ দুজন ভাল মানুহৰ কথা' (Two Gentlemen of Verona), 'দন্দুৰী দমন' (Taming of the Shrew), 'ভুলৰ ধেমালি' (Comedy of Errors)—এই পাঁচখনৰ কথা আছে। যিসকলে ইংৰাজী নেজানে, এই কিতাপখনি পঢ়িলে মহাকবি শ্বেক্সপিয়েৰৰ এই পাঁচখনি নাটকৰ মূল কথা জানিব পাৰিব—এনে আশা কৰোঁ, আৰু আশা কৰোঁ—আমাৰ সৰু ল'ৰা-ছোৱালী সকলোৱে এই কিতাপ পঢ়ি অলপ সোৱাদ পাই তেওঁলোক ডাঙৰ হ'লে ইংৰাজী কিতাপ পঢ়ি সেই সোৱাদ পুৰামাত্ৰাত উপভোগ কৰিব। শ্বেক্সপিয়েৰৰ কিতাপবোৰ ইংৰাজী ভাষাৰ অমূল্য বস্তু। 'বাইবেল'ৰ পাছতে শ্বেক্সপিয়েৰৰ গ্ৰন্থবোৰৰ স্থান। সকলো ইংৰাজী জনা মানুহে বাইবেল আৰু শ্বেক্সপিয়েৰ পঢ়া উচিত। কাৰো কাৰো বাইবেল পঢ়িবলৈ আপত্তি থাকিব পাৰে—কিন্তু ইংৰাজী ভাষা পঢ়িবলৈ আৰু ভালকৈ জানিবলৈ হ'লে বাইবেলৰ বচনাবোৰৰে সৈতে আমাৰ সুন্দৰৰূপে চিনাকি থকা উচিত। শ্বেক্সপিয়েৰৰ গ্ৰন্থবোৰৰো সৈতে সেইৰূপে চিনাকি থকা উচিত।

'তেনিচব সাওদ'ৰ পাতনিত শ্বেক্সপিয়েৰৰ জীৱনীৰ চমুকৈ আলোচনা কৰিছোঁ। তেওঁক আমেৰিকাবাসীসকলে ইমান শ্ৰদ্ধাৰ চকুৰে দেখে যে সেই দেশৰ কোনো কোনো মানুহে তেওঁৰ জন্মগৃহটি তুলি আমেৰিকালৈ লৈ যাব খুজিছিল; কিন্তু ইয়াত ইংলণ্ডবাসীসকলে আপত্তি কৰাত তেওঁলোকে সেই ঘৰ লৈ যাব নোৱাৰিলে। এতিয়া নৈৰ দাঁতিৰ ষ্ট্ৰেটফৰ্ড নগৰত সেই ঘৰ এতিয়াও বৰ্ত্তমান।

এই কিতাপত যি পাঁচখন নাটকৰ বিষয় আছে, সকলোটি তেওঁ এটাৰ পাছে এটা লেখা নহয়। ভৱিষ্যতে যদি সময় পাওঁ, তেনেহ'লে এখনৰ পাছত এখন লেখা সময়ৰ অনুসাৰে এই জগৎ-কবিজনাৰ সকলোখিনি কিতাপৰ পূৰ্ণ ভাঙনি আসামৰ ৰাইজৰ আগত উলিয়াবৰ আশা ৰাখিলোঁ। এই আশা কিমান ফলৱতী হয় ভৱিষ্যতেহে ক'ব পাৰিব।

আমাৰ দেশৰ আধুনিক সাহিত্য এতিয়াও টনকিয়াল নহয়। সেইগুণে সাহিত্যসেৱীসকলে কিতাপ লেখি বাকচত সুমুৱাই থৈ দিয়া উচিত নহয়। মই এনে বহুতো লেখকক জানো যিসকলে আৰ্থিক অভাৱৰ নিমিত্তে কিতাপ লেখি ছপাব নোৱাৰে। এনেবোৰ কিতাপ-লেখকৰ নিমিত্তে এটি ধনৰ ভঁৰাল হোৱা উচিত। সেই ধনৰ ভঁৰাল কেজনমান উদ্যোগী মানুহৰ তত্বাৱধানত ৰাখি সেই টকাৰে বছৰে বছৰে দুখন হওক এখন হওক কৃতী অথচ অৰ্থহীন মানুহৰ ভাল ভাল কিতাপ ছপোৱা উচিত। অৱশ্যে সেই ভঁৰাল জনসাধাৰণৰ দয়া আৰু মৰমৰ ওপৰত নিৰ্ভৰ কৰিব। দেখি বৰ বং লাগে যে আমাৰ দেশৰ ছাত্ৰসকলে এনে এটা ভঁৰাল খুলি কোনো কোনো কিতাপ ৰাইজক দিছে আৰু দিবও। তেওঁলোকৰ উদ্যোগ সফল হওক, ভগৱানে তেওঁলোকৰ মঙ্গল কৰোক। তেওঁ-লোকে কিন্তু এই কথাটি মনত ৰাখিব লাগিব যে সাহিত্যসেৱী মাত্ৰেই প্ৰায় অৰ্থহীন। লক্ষ্মী আৰু সৰস্বতী—দুইৰো কৃপা অতি কম লোকৰ ওপৰতহে ৰহে।

'কিং লিয়েৰ'—১৬০৫ কি ১৬০৬ চনত এই নাটখন তেওঁ লেখাৰ সম্ভৱ, কিয়নো ১৬০৬ চনৰ ডিচেম্বৰৰ ২৬ তাৰিখৰ দিনা ৰজাৰ আগত এই নাটকখনৰ ভাৱনা হৈছিল। ১৬০৭ চনৰ ২৬ নৱেম্বৰত 'ষ্টেচনাৰ অফিচ'ত 'ৰেজিষ্টাৰ' বহীত এই কিতাপখন তালিকাভুক্ত কৰা হয়, তেতিয়া শ্বেক্সপিয়েৰৰ বয়স ৪২।৪৩ বছৰ। এই কিতাপখনি লেখোঁতে শ্বেক্সপিয়েৰৰ হাত ভালকৈ পকিছে।

'তোমাৰ যি ভাল লাগে' (As you like it)—১৫৯৯ চনত লেখা হৈছিল। ১৫৯০ চনত ওলোৱা 'ৰোজেলিণ্ড' বুলি কিতাপৰ ছায়া অৱলম্বন কৰি তেওঁ এই

কিতাপখনি ৰচিছিল। এই নাটত যি 'ফৰেষ্ট্ অব আৰ্ডেন'ৰ কথাৰ উল্লেখ আছে—যাক মই 'আৰ্ডেনাৰণ্য' বুলি অনুবাদ কৰিছো, সেই ঠাই ষ্ট্ৰেটফৰ্ডৰপৰা বেছি দূৰ নহয়। ষ্ট্ৰেটফৰ্ডৰ ওচৰত 'ফৰেষ্ট অব্ আৰ্ডেন' বুলি যি ঠাই আছে, তেওঁ সেই ঠাইৰে উল্লেখ কৰিছে চাগে।

'ভেৰোনাৰ দুজন ভাল মানুহ' (Two Gentlemen of Verona)—১৫৯৫ চনত লেখা হৈছিল বুলি আন্দাজ কৰা হয়।

'দন্দুৰী দমন' (Taming of the Shrew)—১৫৯০ চন। এইখন তেওঁৰ অষ্টম নাটক।

'ভুলৰ ধেমালি' (Comedy of Errors)—১৫৯৩ চন। এইখন তেওঁৰ ষষ্ঠ নাটক। এইখিনি সময়ত আৰুনাৰৰ প্লেগৰ নিমিত্তে কেমাহমান বন্ধ থাকে। শ্বেক্সপিয়েৰৰ জন্ম ১৫৬৪ চনত—মৃত্যু ১৬১৬ চনত।

ইয়াৰপৰাই দেখা যায়, মই ধাৰাবাহিকৰূপে শ্বেক্সপিয়েৰে লেখা সময় অনুসৰি এই কিতাপখনত এই নাটবোৰৰ ঠাই দিয়া নাই।

শ্বেক্সপিয়েৰ তেওঁৰ ২৮ বছৰ বয়সত লেখকস্বৰূপে সাধাৰণৰ আগত ওলায়। তেওঁৰ প্ৰথম নাটক—'ষষ্ঠ হেন্ৰী'। ইয়াত ইয়ৰ্ক আৰু লেঙ্কেষ্টাৰ কৈৰৰ যুদ্ধৰ কাহিনী আছে। ১৫৯১।৯২ চনত তেওঁ এই কিতাপ লেখে। এইখিনি সময়ত ইংলণ্ডত প্লেগ মহামাৰী আৰু 'বায়টো' হৈছিল। থিয়েটৰ ঘৰ বন্ধ হোৱাত শ্বেক্সপিয়েৰ নিশ্চয়ে ক্ষতিগ্ৰস্ত হৈছিল। ৰবাৰ্ট গ্ৰীন নামে তেতিয়াৰ এজন নামী লেখকে 'ষষ্ঠ হেন্ৰী" দেখি ইতিকিং কৰি হাঁহিছিল। তেতিয়া হাঁহিছিল। পাছত এতিয়া? শ্বেক্সপিয়েৰৰ নাম জগদ্বিখ্যাত, সকলো সময়লৈকে তেওঁ জগদ্বিখ্যাত থাকিব। আৰু ৰবাৰ্ট গ্ৰীন? কোনজনে জানে? ইংৰাজীত এটা বচন আছে নহয়—"he laughs best who laughs last." আমাৰ ইতিকিং ,কৰা অভ্যাস মুঠেই ভাল নহয়। সকলোৰে ই পৰিত্যাজ্য।

এই এপ্ৰিল মাহৰ ২৪ তাৰিখে এই কেইটামান কথা লেখি নিজক আপ্যায়িত কৰিলোঁ—কিয়নো শ্বেক্সপিয়েৰৰ জন্ম আৰু মৃত্যু এই মাহতে।

আৰ্ল ল' কলেজ, গুৱাহাটী
২৪।৪।১৯

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা

## ৰজা লীয়াৰ

বহুত দিন আগেয়ে ব্ৰিটেন দেশত লীয়াৰ নামেৰে এজন ৰজাই ৰাজত্ব কৰিছিল। তেওঁ ৰাজত্ব কৰি যেতিয়া বুঢ়া হ'ল, তেতিয়া তেওঁ ভাবিলে যে তেওঁৰ ৰাজ্যৰ ভাৰ আনক দি তেওঁৰ জীৱনৰ শেষৰ দিনকেইটা সুখ আৰু শান্তিত থেদায়। ইয়াকে ভাবি তেওঁৰ তিনিওজনী জীয়েকক একেলগে মাতি আনি ক'লে যে তেওঁক যিজনী জীয়েকে সকলোতকৈ বেছি ভাল পায়, তেওঁকেই ৰাজ্যৰ সৰহখিনি বজাই দিব। তেওঁৰ ডাঙৰজনী জীয়েকৰ নাম গনেৰিল, তেওঁৰ আলবানীৰ ডিউকৰ লৈতে বিয়া হৈছিল। মাজিউজনীৰ নাম ৰীগেণ, তেওঁৰ কৰ্ণওৱালৰ ডিউকৰ লৈতে বিয়া হৈছিল। সৰ্ব্বকণিষ্ঠাৰ নাম কৰ্ডীলিয়া। তেওঁৰ বিয়া হোৱা নাছিল। কৰ্ডীলিয়াই তিনিওৰ ভিতৰত সুন্দৰী। ৰজাৰ কোনো পুত্ৰ সন্তান নাছিল।

কোনে আটাইতকৈ তেওঁক ভাল পায় বুলি সোধাত ডাঙৰজনী ছোৱালী গনেৰিলে ক'লে, "দেউতা, মই পৃথিৱীত যিমান ভাল ভাল বস্তু আছে, তাতকৈও আপোনাক ভাল পাওঁ; মোৰ দৃষ্টি-শক্তি, মোৰ সৌন্দৰ্য্য, মোৰ শৰীৰৰ স্বাস্থ্য, এনে কি মোৰ জীৱনকো আপোনালৈ মোৰ ভক্তি আৰু মৰমৰ তুলনাত তুচ্ছ জ্ঞান কৰোঁ।" ৰীগেণেও বাইদেৱেকে কোৱা কথাকে কৈ ক'লে যে "গনেৰিলতকৈ মই আপোনাক ভাল পাওঁ, মোৰ আনন্দ আৰু আন কিহতো নাই, কেৱল মাথোন আপোনাৰ মৰম মই কেনেকৈ পাওঁ আৰু পাই কেনেকৈ ৰাখোঁ, সেই চস্তাতেহে মোৰ আনন্দ।" বুঢ়াই এইবোৰ কৃত্ৰিম কথাত পমি গৈ দুইজনক ৰাজ্যৰ তিনিভাগৰ এভাগ এভাগ দিলে।

এতিয়া ৰজাই কৰ্ডীলিয়াক সুধিলে। কৰ্ডীলিয়াই বাইদেৱেকহঁতৰ দৰে আপোনপেটীয়া মিছা কথা ক'ব নেজানিছিল। সেইদেখি তেওঁ অতিৰঞ্জিত কৰি একো কথা নকৈ সাধাৰণভাৱে দেউতাকক জনালে যে "যেনেকৈ এজনী ছোৱালীয়ে বাপেকক ভাল পাব লাগে, মই তেনেকৈ আপোনাক ভাল পাওঁ।"

এনে কথাত ৰজা খণ্ড জ্বলি উঠিল আৰু তেতিয়াই ৰাজ্যক দুইভাগ কৰি ডাঙৰ দুজনী জীয়েকৰ ভিতৰত ভগাই দিলে। কৰ্ডীলিয়াৰ ভাগত একো নপৰিল।

ৰজাৰ পাৰিষদবৰ্গৰ ভিতৰৰ এজনে কৰ্ডীলিয়াৰ হৈ ক'বলৈ যোৱাত খণ্ড ৰজাই তেওঁক ৰাজ্যৰপৰা খেদাই দিলে। এওঁ ৰজাৰ বিশ্বাসী লগুৱা আৰ্ল অৱ্ কেন্ট।

ৰজাৰ ৰাজ্য দুভাগ হোৱাত ডিউক অৱ্ অলবানী আৰু ডিউক অৱ্ কৰ্ণওৱালে বৈণীয়েকহঁতৰ পক্ষে ৰাজত্ব কৰিবলৈ ধৰিলে। লীয়াৰৰ বৰ ইচ্ছা আছিল যে তেওঁৰ জীৱনৰ শেহৰকেটা দিন এশটি অনুচৰৰ সৈতে আজি ডাঙৰ জীয়েকৰ তাত, কালি মাজিউ জীয়েকৰ তাত, এনেকৈ কটাব। কিন্তু ৰজা দুৰ্ভগীয়া। বুঢ়াই গনেৰিলৰ ঘৰত অলপ দিন থাকিয়েই গম পালে যে তাইৰ মৰমৰ কথাবোৰ সঁচা নে মিছা। গনেৰিলৰ নিষ্ঠুৰ ব্যৱহাৰে ৰজাৰ জীৱন কণ্টকময় কৰি পেলালে। যিহতে ৰজাৰ অশান্তি আৰু অসুখ হয়, গনেৰিলে তাকে দিনৌ কৰিব ধৰি ৰজাৰ জীৱন অশান্তিময় আৰু দুখময় কৰি নিজৰ স্বভাৱৰ গুণ দেখুৱাবলৈ ধৰিলে। ৰজা তেওঁৰ অনুচৰবৰ্গৰে সৈতে তাৰপৰা গুচি যাবলৈ বাধ্য হ'ল। গনেৰিলে ইয়াকে বিচাৰিছিল।

তাৰপৰা ৰজাই তেওঁৰ এজন পুৰণা পাৰিষদৰ ঘৰলৈ গ'ল। তেওঁৰ নাম আৰ্ল অৱ্ গ্লষ্টাৰ। লীয়াৰ ৰজা যেনেকৈ নিজৰ অনিষ্টৰ কাৰণ নিজেই হৈছিল, এই গ্লষ্টাৰৰ আৰ্লজনাও তেনেকৈ নিজৰ অনিষ্টৰ কাৰণ নিজেই হৈছিল। এওঁৰ দুটি ল'ৰা—এড্মণ্ড আৰু এড্গাৰ। এড মণ্ড আপোনপেটীয়া, কুটিল, চক্ৰান্তকাৰী আৰু এড্গাৰ সজ আৰু ধাৰ্ম্মিক। এড্মণ্ডৰ চক্ৰান্তত আৰু দেউতাকৰ তাড়নাত এড্গাৰ স্বদেশ এৰি বিদেশলৈ যাবলৈ বাধ্য হ'ল।

যি ভাল তাৰ ভগবান সহায়। কৰ্ডীলিয়াক, যাক ৰজা লীয়াৰে সঁচা কথা কোৱাৰ নিমিত্তে ৰাজ্যৰ ভাগ নিদিলে, সেই কৰ্ডীলিয়াক ফ্ৰান্সৰ ৰজাই সহধৰ্ম্মিণী কৰিলে। কৰ্ডীলিয়াৰ সৌন্দৰ্য্য আৰু মধুৰ স্বভাৱে ফ্ৰান্সৰ ৰজাক আকৰ্ষণ কৰিলে।

গ্লষ্টাৰৰ ঘৰত লীয়াৰৰ দশা আৰু দুখৰ হ'ল। গনেৰিলৰ তালৈ লীয়াৰ যোৱা দেখি ৰীগেণৰ ভয় হ'ল—বুঢ়া বাহি তাইৰ ঘৰলৈকো আহে। এই ভাবি ৰীগেণ সেইখিনি সময়তে এড্মণ্ডৰ সৈতে পৰামৰ্শ কৰিবলৈ আহিল। গনেৰিলো সেই একে সময়তে একে কাৰণৰ নিমিত্তে সেইখিনি পালেহি। এড্মণ্ড পৰমৰ্শদাতা। আৰু কোনে পায়? তেতিয়া গনেৰিল আৰু ৰীগেণে পৰামৰ্শ

কৰিলে যে লীয়াবৰ এনজন অনুচৰৰ একোকে দৰ্কাৰ নাই। বুঢ়া মানুহৰ ইমান সুখ কিয়? বুঢ়াই তবপি নেপাই সকলোকে ত্যাগ কৰিলে। এইবাৰ বজাৰ সঁচাসঁচিকৈয়ে বনবাস হ'ল। অনুচৰবৰ্গ এৰি বজাই একেটা মাথোন নগুৱা লৈ বনবাসলৈ গ'ল। নগুৱাটো ৰাজসভাৰ বহুৱা। আৰু এটি নগরু মানুহ আছিল। তেওঁ আৰ্ল অৱ্ কেণ্ট। বজাই খেদিলে কি হ'ল, তেওঁ বজাৰ মৰম এৰিব নোৱাৰি ছদ্মবেশত বজাক সহায় কৰিবৰ অৰ্থে লগে লগে ফুৰিছিল।

ফুৰোঁতে ফুৰোঁতে তেওঁলোকে গৈ এদিন ধুমুহা-বৰষুণ দি থাকোঁতে পথাৰ এখনত এটা পঁজাত আশ্ৰয় ল'লেগৈ। সেই পঁজাত এটি বলিয়া মানুহ আছিল। সেই বলিয়া মানুহটি আৰু কোনো নহয়—গ্লষ্টাৰৰ গৃহত্যাগী পুত্ৰেক এড্গাৰে বলিয়াৰ ভাও ধৰি তাতে পঁজা সাজি আছিল।

আৰ্ল অৱ্ গ্লষ্টাৰ মানুহটি বেয়া নাছিল। তেওঁৰ ইচ্ছা, তেওঁ লীয়াৰক সহায় কৰে। এড্মণ্ড, গনেৰিল আৰু ৰীগেণে তেওঁক কিন্তু লীয়াৰক সহায় কৰিবলৈ মানা কৰিছিল। এই মানা সত্ত্বেও তেওঁ তেওঁৰ প্ৰভু লীয়াৰক সাহায্য কৰিব খুজিছিল। এই কথা তেওঁৰ পুত্ৰ এড্মণ্ডক ক'লে, আৰু ক'লে যে ফ্ৰান্সৰ বজাই ইংলণ্ড আক্ৰমণ কৰিব। এই বিষয় তেওঁ এখন গুপ্ত চিঠিৰপৰা জানিব পাৰিছে। এই বাতৰি পাই এড্মণ্ড আনন্দত অধীৰ হ'ল। তেতিয়াই ডিউক অৱ্ কৰ্ণওৱালৰ ওচৰলৈ লৰি গ'ল। ইয়াৰ পুৰস্কাৰ স্বৰূপে বাপেকৰ আৰ্লৰ উপাধিটো সি পালে। ধন্য পুত্ৰ!

ইপিনে গ্লষ্টাৰে তেওঁৰ ঘৰৰ ওচৰতে এটি পঁজাত লীয়াৰ, তেওঁৰ বহুৱা, আৰ্ল অৱ্ কেণ্ট আৰু তেওঁৰ পুত্ৰ এড্গাৰক আশ্ৰয় দিলে। কেণ্ট আৰু এড্গাৰ ছদ্মবেশী।

ইংলিশ চ্যানেলৰ দাঁতিত ডোভাৰ নামে ঠাইত ব্ৰিটেনৰ সৈন্য-সামন্তসকল ফ্ৰান্সৰ বজাৰে সৈতে যুঁজিবলৈ সাজু হৈ আছে। ফ্ৰান্সৰ সৈন্যৰ লগত কৰ্ডীলিয়াও আছিল। গ্লষ্টাৰে বজাক এই ডোভাৰলৈকে পঠাই দিলে।

গ্লষ্টাৰে বজাক সহায় কৰাৰ বাতৰি ডিউক কৰ্ণওৱালে পাই তেতিয়াই গ্লষ্টাৰক ধৰি নিয়ালে আৰু খণ্ডত তেওঁৰ চক্ষুৎপাটন কৰিলে। এই পাশৱিক অত্যাচাৰৰ নিমিত্তে ডিউকৰ এজন নিজৰ অনুচৰেই পাপৰ শাস্তি দিলে অৰ্থাৎ ডিউকক এনেকৈ আহত কৰিলে যে এই চক্ৰান্তকাৰী ৰাজবৈৰীয়ে সেই আঘাতত্তে মানৱলীলা সামৰিলে।

চক্ষুহীন ম্লষ্টাৰক এড্‌গাৰে ভোভাৰলৈ লৈ গ'ল। বাটত লীয়াৰৰ লৈতে সাক্ষাৎ। এতিয়া লীয়াৰ একেবাৰে বলিয়া। তেওঁৰ সাজ পাতেৰে. ফুলেৰে ভৰা। নগৰৰ ওচৰত গনেৰিলৰ লগুৱা এটিয়ে ম্লষ্টাৰক দেখি মাৰিব খোজোঁত এড্‌গাৰে পিতৃক ৰক্ষা কৰি সেই মানুহটোক মাৰিলে। সেই মানুহটিয়ে গনেৰিলৰ-পৰা এড্‌মণ্ডলৈ এখন চিঠি লৈ গৈছিল। গনেৰিলৰ মনৰ কি ভাৱ—সেই চিঠিৰ-পৰা গম পাই এড্‌গাৰ আচৰিত হ'ল। সেই চিঠিখনিয়ে গনেৰিল আৰু এড্‌মণ্ডৰ প্ৰেমৰ কাহিনী প্ৰকাশ কৰিলে। বায়েক-ভনীয়েক দুইবো এতিয়া ৰৰ কাজিয়া, কিয়নো ৰীগেণেও এড্‌মণ্ডক ভাল পায়। এনে অৱস্থাত দুজনী তিকতাৰ মিল কেতিয়াও থাকিব নোৱাৰে—এই দুটি তিকতাৰ অধম, এই দুটিৰো মৌখিক মিল শক্ৰতাত পৰিণত হ'ল।

এড্‌গাৰে সেই চিঠিখন ডিউক অৱ্‌ আলবানীক দিয়াত তেওঁ খঙত জ্বলি উঠিল। তেওঁ তেতিয়াই এড্‌মণ্ডৰ লৈতে যুদ্ধ কৰি তাক এনেভাৱে মাৰিলে যে তাৰ সেই মাৰতেই মৃত্যু হ'ল। তাৰ অলপ আগেয়েই ইংৰাজ আৰু ফ্ৰান্সৰ এটা যুঁজ লাগি লীয়াৰ আৰু কৰ্ডীলিয়াক ইংৰাজে বন্দী কৰিলে।

ইপিনে গনেৰিল আৰু ৰীগেণৰ শক্ৰতা এনে হ'ল যে পৃথিৱীত দুজনী একে লগে জীয়াই থাকিব নোৱৰা হ'ল। গনেৰিলে এড্‌মণ্ডৰ আন প্ৰণয়িনী ৰীগেণক বিহ খুৱাই মাৰিলে। তাইৰ চিঠিৰ কথা যেতিয়া ওলাই পৰিল, তেতিয়া তাই নিজৰ বুকুতে কটাৰীৰ কোব মাৰি মৰিল। দুজনী চক্ৰী তিকতা পৰলোকলৈ এনেকৈ গ'ল।

এড্‌মণ্ড মৰণাপন্ন। তেতিয়া অনুতাপে তাক পুৰিব ধৰিলে। মৃত্যু ওচৰ জানি সি কৰ্ডীলিয়াৰ প্ৰাণ ভিক্ষা কৰিলে। কিন্তু যি নহ'বৰ, সি হ'ব কিয়? লীয়াৰে বলিয়া হৈ কৰ্ডীলিয়াৰ মৰা শ মূৰত লৈ ঠিক সেই সময়তে এড্‌মণ্ডৰ ওচৰতে নাচিব ধৰিলেহি।

আলবানীৰ ডিউকৰ মন আগৰেপৰা লীয়াৰৰ ফালে ঢাল খাইছিল। এতিয়া তেওঁকো অনুতাপে দগ্ধিব ধৰিলে। বজাক আকৌ নিজ ৰাজ্যৰ ভাৰ দিব খুজিলে, কিন্তু সি দুৰাশা। বজাক মৃত্যুৱে আহি আগুৰি ধৰিলেহি। আলবানীয়ে পাছত বজা লীয়াৰৰ দুখৰ সময়ত সহায় কৰাৰ বাবে এড্‌গাৰ আৰু কেন্টক পুৰস্কাৰ দি নিজৰ মনৰ হেঁপাহ পলুৱালে।

# তোমাৰ যি ভাল লাগে

এজন মৰমিয়াল আৰু দন্-হাই ভাল নোপোৱা ৰজাই এখন ৰাজ্যৰ ৰাজত্ব কৰিছিল। দন্-হাই ভাল নোপোৱা মানুহ পাই তেওঁৰ ভায়েক ফ্ৰেডেৰিকে তেওঁক ৰাজ্যৰপৰা খেদি দি নিজে সেই ৰাজপাটত বহিল। ৰজাই ৰং মনেৰে ৰাজভোগ-ৰাজসুখ এৰি কেজনমান বিশ্বাসী তেওঁৰ মৰমৰ অনুচৰেৰে সৈতে বনবাসলৈ গ'ল। সেই বনৰ নাম আৰ্ডেনাৰণ্য।

ফ্ৰেডেৰিকৰ শ্বীলিয়া নামে এটি কন্যা আছিল। এই কন্যাৰ সখীয়েকৰ নাম ৰোজেলিণ্ড। ৰোজেলিণ্ড ফ্ৰেডেৰিকৰ বনবাসী ককায়েকৰ জীয়েক। ফ্ৰেডেৰিকে যদিও ৰোজেলিণ্ডক ভাল নেপাইছিল, কিন্তু দুয়োজনী ছোৱালীৰ এনে মিল দেখি ফ্ৰেডেৰিকৰ বেয়া লাগিলেও বাধ্য হৈ শ্বীলিয়াৰ মুখলৈ চাই ৰোজেলিণ্ডক ৰাজঘৰত ৰাখিছিল। ফ্ৰেডেৰিকে ৰোজেলিণ্ডক ভাল নেপাবৰ আৰু এটা কাৰণ আছিল যে তেওঁ শ্বীলিয়াতকৈও সুন্দৰী।

সেই ৰাজ্যৰে এজন ডাঙৰ মানুহৰ তিনটি ল'ৰা আছিল—অলিভাৰ, অৰ্লেণ্ডো আৰু জাক্। তেওঁ মৰিবৰ সময়ত অলিভাৰক তেওঁৰ সকলো সম্পত্তি দি যায়। অৰ্লেণ্ডোৰ নিমিত্তে মুঠে সেই দেশৰ এহেজাৰ টকা থৈ যায়। মৰিবৰ সময়ত কৈ যায় যে অলিভাৰে যেন সৰু ভায়েক দুটিক ভালকৈ তত্বাৱধান কৰে আৰু যেন সিহঁতক সজ শিক্ষা দিয়ে। অলিভাৰে জাকৰ সজ শিক্ষা দিয়ালে; কিন্তু অৰ্লেণ্ডোক সমুলি দেখিব নোৱাৰিছিল—শিক্ষাৰতো কথাই নাই। অৰ্লেণ্ডোই একো নকৰি এলেহুৱা হৈ জীৱন কটাবলৈ ধৰিলে। অৰ্লেণ্ডো আৰু কিমান দিন এলেহুৱা হৈ থাকিব? থাকি থাকি আমনি লাগিল। এনেয়ে বহি থাকি ভাল নলগাত ককায়েকক বাপেকে থৈ যোৱা টকাকেটা খুজিলে। ককায়েকৰ ঘৰত থাকিবলৈ ভাল নলগাত সেই ঘৰ এৰি যাবৰ ইচ্ছা বৰকৈ প্ৰবল হ'ল। টকা খোজাৰ কাৰণো সেয়ে।

অলিভাৰৰ কিন্তু টকা দিবৰ মন নাই দেই। ভাল মতলব থকা হ'লে শিক্ষাকে দিলেহেঁতেন নহয়। ভাবি-চিন্তি ঠিক কৰিলে যে এটা বলী মানুহৰ

লৈতে অৰ্লেণ্ডোৰ যুঁজ লগাই দিলেইতো হৈ যায়। ইয়াকে ভাবি এটা বলী মানুহৰ হতুৱাই অৰ্লেণ্ডোক যুঁজ কৰিবলৈ মতালে। অলিভাৰৰ ইচ্ছা যে অৰ্লেণ্ডো মৰে—মৰিলেইতো টকাখিনি নিজৰ হৈ যায়।

অৰ্লেণ্ডোই যুদ্ধৰ নিমন্ত্ৰণ বং মনেৰে ৰক্ষা কৰিলে। এই মল্লযুদ্ধ চাবলৈ বহুতো মানুহ গোট খাইছিল। ৰোজেলিণ্ডো চাবলৈ আহিছিল। এনে এজন কোমল বয়সীয়া ল'ৰাই নামজ্বলা মল্লৰ লৈতে যুঁজ কৰিবলৈ সাজু হোৱা দেখি ৰোজেলিণ্ড তবধ হ'ল আৰু ল'ৰাটিকে যুঁজ নকৰিবলৈ বহুতো বুজালে। কিন্তু ডেকা ল'ৰাই কেতিয়া এনে হাক শুনে? যুঁজ লাগিল। আটায়ে যুঁজৰ ফল দেখি আচৰিত হ'ল। আমাৰ অৰ্লেণ্ডোই জয়ী হ'ল। ধন্য অৰ্লেণ্ডো!

ফ্ৰেডেৰিকেও এই যুঁজ চাইছিল। এই কুমলীয়া ল'ৰাটিকে জিকা দেখি মনৰ আনন্দত তেওঁৰে লৈতে চিনাকি হ'বলৈ যাওঁতেই শুনা পালে যে এই ল'ৰাটি তেওঁৰ এজন বৈৰীৰ পুত্ৰ। তেতিয়াই তেওঁৰ আনন্দ গুচি খং হ'লগৈ। মানুহ এনে অবুজ! ক'ত আনন্দ, ক'ত খং! ৰোজেলিণ্ডে যেতিয়া দেখিলে যে তেওঁ যি ল'ৰাটিকে যুঁজ কৰিবলৈ মানা কৰিছিল সেই ল'ৰাটিয়েই জিকিল, তেতিয়া তেওঁ আনন্দত অধীৰা হৈ তেওঁ পিন্ধি থকা সোণৰ মণিধাৰ ল'ৰাটিৰ ডিঙিত পিন্ধাই দিলে। ইয়াকে দেখি ফ্ৰেডেৰিকৰ খং আৰু বাঢ়িল। তেতিয়াই খং পূৰ্ণমাত্ৰাৰে উঠোঁতেই ৰোজেলিণ্ডক ৰাজ্যৰপৰা নিৰ্বাসিত কৰিলে। এই খংটো এটা চেলুহে জানিবা যেই। মন চাগৈ আগৰেপৰা গৈছিল—লাজতেহে একো কৰিব পৰা নাছিল। এতিয়া এই সুযোগ পায়েই ছোৱালীটিক ৰাজ্যৰপৰা খেদি দিলে। সীলিয়াতকৈ ৰোজেলিণ্ড সুন্দৰী নহয়নে? ৰোজেলিণ্ড সীলিয়াতকৈ কথা-বতৰাতো ৰাক নহয়নে? পাঠকৰ যি মন যায় ভাবি, খেদাই দিয়াৰ কাৰণ উলিয়াবলৈ যেহিপৰ নেলাগিব হ'বপাৰ। সীলিয়াৰ চৰিত্ৰ আৰু ফ্ৰেডেৰিকৰ চৰিত্ৰ কিন্তু একে নহয়। যেতিয়া তেওঁ দেখিলে যে তেওঁৰ মৰমৰ লখীৰ এনে বিলাই হ'ল, তেতিয়াই মনতে গুণি ঠিক কৰিলে যে তেওঁ সখীয়েকৰ লগৰীয়া হ'ব। টচ্‌ষ্টোন্ নামেৰে ৰাজসভাৰ বহুৱাক লগত লৈ দুয়ো ৰাজ্যৰপৰা ওলাল। কিন্তু যায় ক'লৈ? যি অৰণ্যত ৰোজেলিণ্ডৰ দেউতাকে মনৰ সুখেৰে গৈ ৰাজত্ব কৰিছিল, সেই অৰণ্যলৈকে বুলি তেওঁলোকে খোজ ল'লে। তেওঁলোকৰ কাপোৰ-কানি এৰি, ৰোজেলিণ্ড অসম সাহস দেখি সেই দেশৰে ভেৰাৰখীয়া ল'ৰাৰ সাজ পিন্ধিলে, আৰু সীলিয়া হ'ল ভেৰাৰখীয়ানী।

ইপিনে অৰ্লেণ্ডোৰ জন্ম হোৱাৰ পাছত ঘৰলৈ যাওঁতে বাটতে এজাৰ ধুলি বাপেকৰ দিনৰ লগুৱা এটাৰ সৈতে দেখা হ'ল। সি ক'লে, "বোপাই, ব'ল, তং৽ ব'ল, মইয়ো তোৰ লগতে যাওঁ। এই ঘৰত থাকিলে তোক মাৰিব। মই জীয়াই থাকিম আৰু তোক এনেকৈ সি মাৰিব, মই তাকে চাই থাকিমনে? ব'ল, যাওঁ ইয়াৰপৰা। মোৰ লগত মোৰ সাঁচি থোৱা টকা কেইটামান আনিছোঁ। তোৰে-মোৰে ভাবে হ'ব যে, এতিয়া ইয়াৰপৰা বেগ দিও যাওঁক।" অৰ্লেণ্ডোৰ মন সৰল, এইবোৰ কথা শুনি আচৰিত হৈ বুঢ়াটিৰ কথাতে মান্তি হৈ দুয়ো সেই পাপ ঘৰ এৰি গ'ল। তেওঁলোকৰো বাসলগীয়া ঠাই আৰ্ডেনাৰণ্য।

গৈ গৈ ৰোজেলিণ্ড আৰু চীলিয়া থকা সেই অৰণ্যৰে এটি পঁজা ঘৰত আশ্ৰয় ল'লে। দুয়ো থাকে। পাছত গছৰ খোৰোঙৰ আৰু ডালৰ মাজে মাজে বহুতো লেখা তুলাপাত মাজে মাজে পায়। সেইবোৰ পঢ়ি চাই দেখিলে যে সকলোবোৰেই ৰোজেলিণ্ডক লক্ষ্য কৰি লেখা। ৰোজেলিণ্ডৰ তেতিয়াও পুৰুষৰ কাপোৰ। চীলিয়াই ক'লে, "মই যাক উলিয়াওঁ, ই কোন প্ৰেমিক, কোনেনো ৰোজেলিণ্ডৰ উদ্দেশ্যে ইমান দুখুনিয়াহ কাটি ফুৰিছে।" অলপ পাছত চীলিয়াই বিচাৰ কৰি জানিলে যে এই লেখকজন অৰ্লেণ্ডো, আন আৰু কোনো নহয়। ৰোজেলিণ্ডৰ পুৰুষৰ কাপোৰ, সেইদেখি ক'লে, "মই অৰ্লেণ্ডোৰ বেমাৰৰ দৰৱ দিম। মোক যদি ৰোজেলিণ্ড বুলি ভাবি তেওঁ আহি কথা কয়, তেতিয়াহে তেওঁ ৰোজেলিণ্ডৰ কথা পাহৰিব।" অৰ্লেণ্ডোই অৱশ্যে নেজানিছিল যে ৰোজেলিণ্ডেই পুৰুষৰ কাপোৰ পিন্ধি তেওঁৰে সৈতে কথা ক'ব। অৰ্লেণ্ডো আৰু ৰোজেলিণ্ডৰ আকৌ চিনাকি হ'ল।

ইপিনে ৰাজপুৰীত হুলস্থূল। ছোৱালী দুজনী ক'লৈ গ'ল? ফ্ৰেডেৰিকে ভাবিলে যে এই কাম নিশ্চয় অলিভাৰৰ। অলিভাৰেই অৰ্লেণ্ডো আৰু ছোৱালী দুজনীক লুকাই থৈ দিছে। কিন্তু ফ্ৰেডেৰিকেতো নেজানে অৰ্লেণ্ডোৰ প্ৰতি অলিভাৰৰ কিমান মৰম। ইপিনে যে তেওঁৰ নিমিত্তেই অৰ্লেণ্ডোৰ বনবাস। ফ্ৰেডেৰিকে খুগুলে। অলিভাৰো বনবাসী হ'ল। পাছত অৰণ্যত যে কেৱল এওঁলোক থাকে এনে নহয়, সিংহ আদিৰো বাস। অলিভাৰক এটা সিংহই আক্ৰমণ কৰে। সেইখিনি সময়তে অৰ্লেণ্ডো সেইফালে যায়। ককায়েকক তেনে অৱস্থাত দেখি সিংহক তেওঁ তেতিয়াই বধ কৰি ককায়েকক ৰক্ষা কৰিলে। ইপিনে নিজে বৰ দুখ পালে। সিংহৰে সৈতে যুঁজোঁতে অৰ্লেণ্ডোৰ গাৰ মাজা ঠাইত সিংহই নখ-দাঁত বহুৱাইছিল।

বকাকাৰী কোন দেখি অলিভাৰ আচৰিত হ'ল। অলিভাৰ আৰু অৰ্লেণ্ডোৰ আকৌ মিল হ'ল। মানুহে বিপদত পৰিলেহে জানে কোন কাৰ বন্ধু। ইমান দিন অলিভাৰে অৰ্লেণ্ডোক হিংসাৰ চকুৰে দেখিছিল। এই মহা উপকাৰ পাই ভায়েকৰ মনৰ ভাব ভালকৈ বুজ পালে। দুয়ো ভাইৰ মিল হ'ল। পৃথিবীত এনে হোৱা উচিত।

অৰ্লেণ্ডোই সেইদিনা পুৰুষবেশী ৰোজেলিণ্ডৰ লগত দেখা কৰিব নোৱাৰিলে। এই কথা জনাবলৈ ককায়েকক পঠাই দিলে। ভেঁৰা-ৰখিয়ানীৰ বেশত স্বীলিয়াৰ সুন্দৰ মুখ দেখি অলিভাৰে স্বীলিয়াক তেতিয়াই ভাল পালে। স্বীলিয়ায়ো সেই ভাল পোৱাৰ প্ৰতিদান দিলে।

বনবাসী ডিউক্‌জনাৰ আগতে সেই বিয়া সমাধা হ'বৰ কথা হ'ল। অৰ্লেণ্ডোৰ মন কিন্তু বিষাদেৰে ভৰা। তেওঁ তেতিয়াও হা-হুমুনিয়াহ কাঢ়ে আৰু কয় যে যিজনে তেওঁক ডিঙিৰ মণি দিছিল, সেইজনকে তেওঁ এতিয়াও ভাল পায়। কি কৰা যায় এতিয়া? ভেঁৰা-ৰখীয়াৰ বেশধাৰিণী ৰোজেলিণ্ডে ক'লে, "ৰাৰু, মই স্বীলিয়াৰ বিয়াৰ দিনা তেওঁক আনি দিম।" কোৱা কথাই সঁচা হ'ল অৰ্থাৎ বিয়াৰ দিনা নিজৰ কাপোৰ পিন্ধি ওলালত অৰ্লেণ্ডোই তেওঁৰ মনোহাৰিণীক চকুৰ আগতে দেখি আনন্দত আপ্লুত হ'ল আৰু বনবাসী ডিউকেও নিজৰ জীয়াৰীক পুনৰ লাভ কৰি সেই আনন্দত যোগ দিলে।

অলিভাৰে স্বীলিয়াক পাই আৰু বিপদৰ সময়ত সক ভায়েকৰপৰা ইমান উপকাৰ পাই অৰ্লেণ্ডোক সম্পত্তিৰ অংশ দিব খুজিলে। ফ্ৰেডেৰিকে ককায়েকৰ সন্ধান পাই তেওঁক মাৰিবৰ নিমিত্তে আৰ্ডেনাৰণ্যৰ ফালে আহিল। কিন্তু ভগৱানৰ কি ইচ্ছা! বাটতে এজন ধাৰ্ম্মিক বুঢ়াৰ লৈতে দেখা হ'লত তেওঁ আৰু কুপথগামী নহ'ল। বনবাসী ডিউকক তেওঁৰ নিজৰ ৰাজ্য আকৌ ওভতাই দি নিজে ধৰ্ম্ম-কৰ্ম্মৰ পিনে চকু দিবলৈ আৰম্ভ কৰিলে।

এতিয়া সকলোৰে আনন্দ। আৰ্ডেণাৰণ্যত আনন্দ, ৰাজ্যত আনন্দ; সকলো ঠাইতে আনন্দ। আহা, সেই আনন্দৰ কথা শুনি তেওঁলোকৰ আনন্দত যোগ দি আমিও আনন্দিত হওঁ।

# ভেৰোণাৰ দুজন ভাল মানুহৰ কথা

ইটালীৰ ভেৰোণা নগৰত দুজন বন্ধু আছিল। তেওঁলোকৰ নাম ভেলেন্টাইন্ আৰু প্ৰোটিয়াছ্। দুয়ো একেলগে ফুৰে, থাকে, খায়। এজনে আনজনক নেৰে। পাছত এদিন প্ৰোটিয়াছে জুলিয়া বুলি ছোৱালী এটিক দেখিলে। দেখি ভাল পালে। তেতিয়া আৰু ভেলেণ্টাইনৰ লগ ভাল নলগা হ'ল। প্ৰোটিয়াছে জুলিয়াৰ লগতে বেছিকৈ ভাল পোৱা হ'ল। ভেলেণ্টাইনে প্ৰোটিয়াছৰ নতুন ভাব দেখি অলপ-চলপ হাঁহিব আৰু জুলিয়াৰ বিষয় কৈ প্ৰোটিয়াছক জোকাব ধৰিলে। প্ৰোটিয়াছৰ এই কথা ভাল লেগাগিছিল চাগৈ। সি যাক যি হওক, ভেলেন্টাইনে এইবাৰ দেশভ্ৰমণলৈ বুলি মিলানলৈ অকলৈ যাবলগীয়া হ'ল। ভেলেন্টাইন্ অকলৈ যোৱা দেখি প্ৰোটিয়াছৰ খুড়াক এজনে প্ৰোটিয়াছৰ বাপেকক কোৱাই তেওঁকো দেশভ্ৰমণলৈ পঠোৱালে। তেওঁ ক'লে যে প্ৰোটিয়াছে ডেকা বয়সত দেশভ্ৰমণ কৰা ভাল আৰু ভেলেন্টাইন্ আৰু তেওঁ দুয়ো একেলগে ফুৰা ভাল। এইবুলি তেওঁকো মিলানলৈ বন্ধুৰে সৈতে একেলগ হ'বলৈ ক'লে। পাছত প্ৰোটিয়াছে দেখে গৈ কি—যি ভেলেন্টাইনে তেওঁক ভেৰোণাত জুলিয়াৰ কথা কৈ জোকাইছিল সেই একেটি মানুহেই এতিয়া সেই বেমাৰতে ভুক্তভোগী। সোনাই ক'বলৈ গ'লে, প্ৰোটিয়াছে যেনেকৈ জুলিয়াক ভেৰোণাত ভাল পাইছিল, আতকৈও বেছিকৈ ভেলেণ্টাইনে (ভেলেণ্টাইনে তাকে ভাবিছিল) মিলান্ দেশৰ এজনা সুন্দৰীক ভাল পাবলৈ ধৰিলে। প্ৰোটিয়াছে জানিবা সমান অৱস্থাৰ মানুহকে ভাল পাইছিল, এওঁ একেবাৰেই এওঁৰ খাপতে আৰম্ভ কৰিলে। মিলানৰ ডিউকৰ জীয়াৰী ছিল্‌ভিয়া এওঁৰ ভাল পোৱাৰ পাত্ৰী। এতিয়া প্ৰোটিয়াছৰ হাঁহিবৰ দিন।

ভেলেন্টাইন্ নিৰুপায়। ডিউকে কেতিয়াও সন্মতি নিদিয়ে। কিন্তু ভেলেন্টাইনে এক ফিকিৰ উলিয়ালে। ৰাতি খিৰিকিয়েদি সোমাই ছিল্‌ভিয়াৰ পাণিগ্ৰহণেচ্ছু হ'ল। আৰু ঠিক এনে সময়তে প্ৰোটিয়াছ্ মিলান্ পালেহি।

বন্ধুক পাই নিজৰ বুকুৰ বোজা কমাবলৈ সকলো কথাকে ক'লে। কিন্তু প্ৰেমৰ কি বিচিত্ৰ গতি! ছিল্‌ভিয়াক দেখি প্ৰোটিয়াছে ভুলিয়াবলৈ পাহৰিলে। ছিল্‌ভিয়াক ভাল পালে। অৱশ্যে তেতিয়াই আকৌ ভেলেণ্টাইনক আৰু ভাল চকুৰে নোচোৱা হ'ল। প্ৰোটিয়াছে ছিল্‌ভিয়াক দেখি বন্ধুতাৰ কৰ্তব্য, ভদ্ৰতা সকলোকে পাহৰি ভেলেণ্টাইনৰ কথা ডিউকক কৈ দিলে। এই কথা শুনি ডিউকৰ খং উঠিল আৰু ভেলেণ্টাইনক তেওঁ শাস্তি দিবলৈ সাজু হ'ল। সেই দেখি ভেলেণ্টাইনক মাতি আনি ক'লে, "মই তোমাক এটা কথা সুধিব খোজোঁ। মোক অলপমান পৰামৰ্শ দিয়াঁচোন। মই এজনক বৰ ভাল পাওঁ। বিয়া কৰিব খোজো। কিন্তু তেওঁৰ পৰিয়ালৰ ইচ্ছা নহয় যে মই বিয়া কৰাওঁ। মই আকৌ কাকো এই বিষয় ক'বও নোখোজোঁ। তোমাকে সজ ল'ৰা দেখি এই বিষয়ে পৰামৰ্শ সোধোঁ। কোৱাচোন কি কৰিম? নিজে এনে অৱস্থাত পৰা হ'লে তুমি কি কৰিলাহেঁতেন কোৱাচোন।" ভেলেণ্টাইনৰ সহানুভূতি হ'ল। তেওঁ ক'লে যে আটাইতকৈ ভাল উপায় হৈছে—খিলিকিৰেদি গৈ বাহিৰলৈ অনা। (অৰ্থাৎ নিজে যি পন্থা ডিউকৰ জীয়েকৰ সম্পৰ্কে অৱলম্বন কৰিব খুজিছিল, সেই পন্থাই ভাল পন্থা বুলি কৈ দিলে।) এই উপদেশৰ ওপৰঞ্চি নিজৰ চোলাটোও ডিউকক দিলে, "আপুনি এই চোলা পিন্ধি গ'লে আপোনাক কোনেও চিনি নেপাব। এইটোকে পিন্ধি যাব।" এই সহানুভূতিয়েই কিন্তু ভেলেণ্টাইনৰ কাল হ'ল। এই চোলাৰ জেপতেই ভেলেণ্টাইনে ডিউকৰ জীয়েকলৈ লেখা চিঠি ডিউকে পালে। এই চিঠি পোৱাত ডিউকৰ আৰু বিশেষ কষ্ট কৰি ভেলেণ্টাইনক ধৰিব নেলাগিল। ইচ্ছা আছিল যে পলাই যাওঁতে ভেলেণ্টাইনক ধৰিব, সেইদেখিহে ডিউকে ভেলেণ্টাইনক পৰামৰ্শ সুধিছিল—মানুহে কেতিয়াবা নিজৰ মনৰ ভাব এনেকৈয়ে প্ৰকাশ কৰে। ডিউকে যে মানুহৰ স্বভাৱ সুন্দৰৰূপে ভু পাইছিল ইয়াৰপৰাই বুজা যায়। এই সুযোগৰ নিমিত্তে বাট চাবলৈ নহ'ল। এই চিঠিখনেই সকলো ক'লে। ডিউকে ভেলেণ্টাইনক ৰাজ্যৰপৰা খেদি দিলে।

পাছত ডিউকে ছিল্‌ভিয়াৰ বৰা বিচাৰিবলৈ ধৰিলে। থিউৰিও বুলি এজন ভাল বংশৰ ল'ৰাক ঠিক-ঠাক কৰা হ'ল। ছিল্‌ভিয়াৰ মন যাতে ভেলেণ্টাইনৰপৰা দূৰৈত থাকে, সেই কামৰ সহায়াৰ্থে ডিউকে প্ৰোটিয়াছক খাটিলে। ইপিনে প্ৰোটিয়াছে যে ছিল্‌ভিয়াক ভাল পায়, ডিউকে সেই খবৰ নেজানিছিল। প্ৰোটিয়াছে অতি বং মনেৰে সেই কামৰ ভাৰ ল'লে। প্ৰোটিয়াছে থিউৰিওৰ

কথা ক'বলৈ সময়কে নেপালে। নিজৰ বিষয় ভাবোতে আৰু কওঁতেই সকলো সময় যায়। ছিল্‌ভিয়াক তেওঁৰ মনৰ ভাব ক'লে। তেওঁ আচৰিত হ'ল। ভেলেণ্টাইনক তেওঁ এতিয়াও ভাল পায়।

প্ৰোটিয়াছক বিচাৰি জুলিয়া সেইখিনি পালেহি। জুলিয়াই কিন্তু ল'ৰাৰ সাজ পিন্ধি মিলানলৈ আহিল। এদিন থিউৰিওক লৈ প্ৰোটিয়াছে গায়ন-বায়নেৰে সৈতে ছিল্‌ভিয়াৰ খিড়িকিৰ ওচৰত সঙ্গীত কৰিছিল। এনে সঙ্গীত নিশা কৰা হয়—ইয়াক Serenade (ছেৰিনাড্‌) কয়। এওঁলোকে এই সঙ্গীত নিশাতে কৰিছিল। এই সঙ্গীত জুলিয়াই আহি শুনিলে। পাছত প্ৰোটিয়াছে ছিল্‌ভিয়া আৰু তেওঁ অকলে আছে বুলি ভাবি, ছিল্‌ভিয়াক নিজৰ মনৰ ভাব ব্যক্ত কৰি ক'লে। কিন্তু এইবোৰ কথা জুলিয়াই তেনেই শুনি আছিল। প্ৰোটিয়াছে ভেলেণ্টাইন্ আৰু জুলিয়া ইহ সংসাৰত নাই বুলি ক'লে। কিন্তু ছিল্‌ভিয়াই প্ৰোটিয়াছক ইতিকিং কৰে, আৰু কয় যে তেওঁ বৰ বিশ্বাসঘাতক। জুলিয়া আহি প্ৰোটিয়াছৰ তাত চাকৰ হয়হি। এই জুলিয়াকে (অৱশ্যে নিচিনি) প্ৰোটিয়াছে এখন ছিল্‌ভিয়াৰ চিত্ৰ আনিবলৈ পঠায় আৰু এটি আঙঠি ছিল্‌ভিয়াৰ নিমিত্তে পঠায়। এই আঙঠিটো আকৌ জুলিয়ায়ে দিয়া। জুলিয়াক কিন্তু ছিল্‌ভিয়াই ওভতাই দিয়ে আৰু কয় যে তেওঁৰ 'মুনিব্' বৰ বিশ্বাসঘাতক; তেওঁক তেওঁ মুঠেই ভাল নেপায়। জুলিয়াৰ ইয়াত বৰ আনন্দ হয়। কাৰনো আনন্দ নহ'ব ?

ইপিনে ভেলেণ্টাইনে যেতিয়া মিলান্ ৰাজ্য এৰি যাবলৈ হুকুম পায়, তেওঁ ৰাজ্য এৰি গ'ল। পাছত এদল ডকাইতে তেওঁক বাটত ধৰিলে। তেওঁৰ সুন্দৰ বীৰ মূৰ্ত্তি দেখি ডকাইতবোৰে ক'লে, "তুমি যদি আমাৰ দলৰ গৰাকী হোৱা, তোমাক নেমাৰোঁ, নহ'লে তোমাক মাৰিম।" ভেলেণ্টাইন্ ইয়াতে মান্তি হৈ সিহঁতৰ দলপতি হ'ল।

ছিল্‌ভিয়া আৰু স্থিৰ হৈ থাকিব নোৱাৰিলে। ভেলেণ্টাইন্ ক'লৈ গ'ল, ক'ত আছে—এইবোৰ ভাবি তেওঁ এজন বিশ্বাসী মানুহৰ সৈতে ভেলেণ্টাইনক বিচাৰি ওলাই গ'ল। পাছত বাটতে এওঁলোকক ডকাইতবোৰে ধৰি সিহঁতৰ বজাৰ ওচৰলৈ লৈ গ'ল। কি আচৰিত কথা! এনে অৱস্থাত ছিল্‌ভিয়াই ভেলেণ্টাইনক দেখি আৰু ভেলেণ্টাইনে ছিল্‌ভিয়াক দেখি আচৰিত হ'ল—আচৰিত হোৱাৰ পাছত তেওঁলোক আনন্দত অধীৰ হ'ল। এনেকৈ যে মিলন হ'ব তেওঁলোকে সপোনতো ভবা নাছিল। ইপিনে ছিল্‌ভিয়াক বিচাৰি

ৰাজ-পৰিয়ালৰ সকলো—প্ৰোটিয়াছ, থিউৰিও আৰু জুলিয়া ( প্ৰোটিয়াছৰ লগুৱা হৈ )—সকলো ওলাল। বাটত তেওঁলোকৰো সেই তেনে হ'ল, অৰ্থাৎ ডকাইতে ধৰি নিলে। তাতে ছিল্‌ভিয়াক দেখি থিউৰিওই নাচিব ধৰিলে। "সোৱা নহয় ছিল্‌ভিয়া, যি কাঢ়ি নিলে মোৰ হিয়া।" এইবুলি আনন্দত উত্ৰাৱল হ'বলৈ ধৰিলে। কিন্তু ভেলেণ্টাইনৰ উগ্ৰ মূৰ্ত্তি দেখি থিউৰিও কোঁচ খাই পৰিল। প্ৰাণৰ সংশয় যেন ভাবি ক'লে, "নেলাগে বোপাই মোৰ ছিল্‌ভিয়া-টিলভিয়াক, মই জীয়াই থাকিলে তেনে বহুত পাম।"

এতিয়া আৰু সাধু শেষ হ'ল। ডিউকে ভেলেণ্টাইনৰ সাহ দেখি আৰু থিউৰিওৰ ভয় দেখি ভেলেণ্টাইনলৈ ছিল্‌ভিয়াক সমৰ্পণ কৰিলে। প্ৰোটিয়াছেও জুলিয়া কোন বুলি জনাত আৰু তেওঁৰেই নিমিত্তে ছোৱালীজনীয়ে ইমান কষ্ট স্বীকাৰ কৰিছে বুলি জনাত তেওঁৰ আকৌ জুলিয়াৰ পিনে মন চাল খালে। এতিয়া সকলোৰে আনন্দ। এনেকি থিউৰিওৰো আনন্দ অসীম, কিয়নো তেওঁৰ প্ৰাণৰ হানি হ'বৰ যে উদ্যোগ হৈছিল, সেই কথা নহ'ল।

আমাৰো এতিয়া কাপোৰ-কানি ক'লা হ'ল।

# দন্দুৰী দমন

ইটালীত পাডুৱা নামে এখন ঠাই আছে। সেই ঠাইতে বেপ্‌টিষ্টা নামে এজন ধনী মানুহৰ কেথেৰিণা নামৰ এজনী ছোৱালী আছিল। সেই ছোৱালীজনীৰ দন্দুৰী বুলি এনে নাম ওলাইছিল যে তাইৰ নিমিত্তে দৰা বিচাৰি পোৱা টান হ'ল। জানি-শুনিও কোনে দন্দুৰী এজনীক বিয়া কৰাবলৈ যাব? যি বিয়া কৰাব, তাৰতো আৰু এই জীৱনত শান্তি নহ'ব। তাইৰ বাপেক ধনী। আটায়ে কিন্তু জানিছিল যে বুঢ়াৰ সকলো সম্পত্তিকে কেথেৰিণাই পাব। কিন্তু কৈছো নহয়, জানি-শুনি দিনে-দুপৰে কোনে এনেকুৱা এজনীক জীৱনৰ চিৰ-সঙ্গিনী কৰিব?

আমি কিন্তু ফুচুক-ফানাক শুনিছো যে তাইৰ স্বভাৱ গুৰিতে বেয়া নাছিল বেই—বাপেক-মাকৰ অতিমাত্ৰাত মৰম পোৱা নিমিত্তেহে তাই এনে হৈছিল।

সি যাক যি হওক। কেথেৰিণাৰ এজনী ভনীয়েক আছিল—নাম বিয়ান্‌কা। বিয়ান্‌কাৰ স্বভাৱ যেনে মিঠা, দেখিবলৈকো তাই তেনে শুৱনী। বিয়ান্‌কাক বিয়া কৰাবৰ নিমিত্তে দৰাৰ একো অভাৱ নাছিল। বিয়ান্‌কাই এবাৰ চকুৰে চালেই চাগে বেপ্‌টিষ্টাৰ ঘৰ দৰাৰে ভৰি গৈছিল। বেপ্‌টিষ্টা মহা মস্কিলত পৰিল। দৰা আহিলেই বিয়ান্‌কাৰহে দৰা আহে, কেথেৰিণাৰ এটাও নাহে। পাছত বেপ্‌টিষ্টাই এই কথা ঘোষণা কৰি দিলে যে কেথেৰিণাৰ বিয়া হলেহে বিয়ান্‌কাৰ বিয়া হ'ব। ছোৱালী দুজনীৰ শিক্ষাৰ নিমিত্তে তেওঁ এজন ভাল মানুহ বিচাৰ কৰাব ধৰিলে। এই আজি-কালি যেনে 'প্ৰাইভেট টিউটৰ' বিচাৰৰ ধুম পৰি যায়, ঠিক তেনেকৈ পাডুৱা ঠাইডোখৰো জগবিখ্যাত। তাত শিক্ষাৰ নিমিত্তে বহুতো ডেকা ইটালীৰ চাৰিউফালৰপৰা ইয়াত গোট খায়হি—এই ধৰা যেনে কলিকতা। পিচাৰপৰা লিউছেন্‌সিও নামেৰে ডেকা এজন পঢ়িবৰ নিমিত্তে পাডুৱালৈ গৈছিল। কিন্তু বিয়ান্‌কাৰ সুন্দৰ মুৰতি দেখি পঢ়াৰ কথা পাহৰি গ'ল। ঠিক এই সময়তে 'প্ৰাইভেট টিউটৰ'ৰ কথা

ওলাল। লিউচেন্‌স্তিওই সেই প্ৰাইভেট টিউটৰ হ'ল। লগৰ লগুৱাক ভাল মানুহৰ সাজ-পাৰ পিন্ধাই কৈ দিলে—সি যেন বিয়ান্‌কাক বিয়া কৰাবলৈ আহিছে বুলি কয়। কিছুদিন যায়, বিয়ান্‌কাই পঢ়ি আছে—তেওঁ কিছুদিনৰ পাছত লিউচেন্‌স্তিওক বিয়া কৰাম বুলি ক'লে। ইপিনে ট্ৰেনিও—তেওঁৰ লগুৱা ডাঙৰ মানুহ হৈ বেপ্‌টিটাক কৈ আছে, "মই আপোনাৰ ছোৱালী বিয়া কৰাম।"

বিয়ান্‌কাক দেখি ভোল যোৱা আৰু এজন ডেকাই কেনেকৈ ভুৱা দিবলৈ চেষ্টা কৰিলে শুনা। এওঁৰ নাম হোৰ্টেন্‌স্তিও। এওঁ পেট্ৰুকিও বুলি বন্ধু এজনক কেথেৰিণাক বিয়া কৰাবলৈ স্বীকাৰ কৰালে। পেট্ৰুকিওই অতি বং মনেৰে এই কাম কৰিবলৈ সাজু হ'ল। পেট্ৰুকিওই কেথেৰিণাক বিয়া কৰালে আৰু বিয়ান্‌কাক হোৰ্টেন্‌স্তিওই বিয়া কৰাবৰ একো বাধা নেথাকিব। ধন্য বন্ধু পেট্ৰুকিও! এনে স্বাৰ্থত্যাগ কেইজনে কৰে!!

পেট্ৰুকিওৰ লগতে কেথেৰিণাৰ চিনাকি হওঁতেই তেওঁ ছোৱালীজনীক "কেট" বুলি সম্বোধন কৰিলে। কেথেৰিণাক সংক্ষেপে ক'বলৈ গ'লে, মানুহে কেট্ বুলি কয়। বিশেষ চিনাকি নহ'লে এনেকৈ সম্বোধন কৰাটো ঠিক ভদ্ৰজনোচিত নহয়। কিন্তু কৈছে নহয়—"শঠে শাঠ্যং সমাচৰেৎ।" যেতিয়া কেথেৰিণাই গালি পাৰিব ধৰিলে, তেতিয়া তেওঁ ক'লে, "এৰা, এতিয়া অলপ-চলপ ভাল যেন লাগিছে।" আৰু যেতিয়া মাৰিলে, তেতিয়া ক'লে, "তোৰ ভাল লাগক নেলাগক, মই তোক বিয়া কৰিহে এৰিম।" এনেকৈ চুপতি কৰি থাকোঁতে বাপেক আহি ওলালহি। বাপেকক ক'লে, "মই আপোনাৰ জীয়েকক অহা দেওবাৰে বিয়া কৰাম, সব যেন ঠিক-ঠাক হৈ থাকে।"

দেওবাৰ আহিল। দৰা যেতিয়া ওলালহি তেওঁৰ বেশনো কি চাৰা! টুপীয়েই বহিবা নহ'ল, চোলাটিত চাৰিউফালে ফুটা, জোতাৰ এপাত লিপিনে এপাত ইপিনে, কঁকালৰ তৰোৱালখন মামৰেৰে ভৰা। ঘোঁৰাটিৰ হাড়েই নে চালেই একো চিনকে ধৰিব নোৱাৰি। যেনে দৰৰ গিৰীহঁত, আকৌ তেনেহে লগুৱা যোৰা ভাল। Like master like man—এটা বচন আছে নহয়। এনে দৰা দেখি ধনী শহুৰে লাজত মুখ দাঙিব নোৱৰা হ'ল। শহুৰেকে বহুত কাকুতি-মিনতি কৰিলে, "বোপা, তোমাৰ কিহৰ অভাৱ? তুমি ভাল কাপোৰ পিন্ধা, আজি তোমাৰ বিয়া, আজি ভাল কাপোৰ পিন্ধিব পায়। পিন্ধা বোপা।" পেট্ৰুকিওই পিন্ধেনে? তেওঁৰ যে দলুৱা শাসনৰ ইয়েই এপাজী দৰৰ্ব। যেতিয়া বিয়া হ'ব ধৰিছে, তেতিয়া পুৰোহিতক গালি-শপনি পাৰি পুৰোহিতৰ

পুৰোহিতালিৰ প্ৰায় আধ্যাকে মাৰি পেলালে। এইবোৰ নানান ধৰাই মকৰা কাম কৰি সকলোকে তবধ মনালে। আকৌ ইয়াৰ উপৰি বিয়াৰ তোৰণ আগেয়ে বৈণীয়েকক বাপেকৰ ঘৰৰ পৰা লৈ গৈ সকলোকে খিচুৰ্ণি খুৱালে।

বাটত যে কিমান বিধিনি হৈছিল, তাৰ অন্তই নাই। পেট্ৰ কিওই সকলো সময়তে কাম আৰু ব্যৱহাৰত এনেহে দেখুৱাইছিল যেন বৈণীয়েক নায়েই। চাকৰ-বাকৰক ব'তে পায় ত'তে কোবাইছিল। ইপিনে আকৌ এবাৰ চাকৰক কোবাই থাকোঁতেই ঘোঁৰা পলাই গ'ল। পাছত আৰু উপায় নাই, কি কৰিব আৰু, খোজ কাঢ়িব লগাত পৰিল। ৰবা-কন্তাৰ কি অৱস্থা হ'ল, ভাবি চোৱাঁচোন বাৰু! ঘৰ পাওঁতে পাওঁতে ভৰিৰ বিষত তৰপি নোহোৱা হ'ল। আই ঐ দেখি কেথেৰিণা, বাপেকৰ আলাসৰ লাক—ক'ত কন্যা হৈ ঘোঁৰা কি দোলাত উঠি শহুৰেকৰ ঘৰলৈ যাব, সে এতিয়া খোজ কাঢ়ি যাবলগীয়াত পৰিল! ঘৰ পাই পেট্ৰ কিওই বস্ত্ৰ-বেহানি পেলাই সকলো লণ্ডভণ্ড কৰিলে। খোৱা-বোৱা নহ'ল আৰু, খাবৰ-ব'বৰ বস্তুবোৰ বন্ধা-বঢ়া বেয়া হৈছে বুলি সকলো চাৰিও-ফালে ছটিয়াই মজিয়াত পেলাই দিলে। চাকৰবোৰৰ সেইদিনা মাৰ খাই পিঠি ডগা হ'ল। সেইদিনতে এনেবোৰ কথাৰ ওৰ নপৰিল। থং চলিয়েই আছে। পেট্ৰ কিওৰ থং আৰু ব্যৱহাৰ দেখি কেথেৰিণাই আচৰিত মানিলে। নিজৰ থং আৰু দেখুৱাবৰ সময়েই নেপালে। পাছত এদিন হোৰ্টেন্‌স্থিওই তেওঁলোকৰ সৈতে দেখা কৰিবলৈ গ'ল। পেট্ৰ কিওই ক'লে যে তেওঁলোক হোৰ্টেন্‌স্থিওৰ লগত পাডুৱালৈ যাব। লাজ নিজৰ নিজৰ বংশ-মৰ্য্যাদা অনুসাৰে পিন্ধা হ'ব। কিন্তু চোৱাঁ, কি হ'ল। যেতিয়া আমাৰ দৰ্জাৰ ইটো বেয়া লাগিল, সিটো ভাল নহয়, আনটো 'বে-পছন্দ'—এনেবোৰ কথা কৈ কাপোৰ ইপিনে দলিয়াই সিপিনে দলিয়াই একেবাৰে আটাইকে নগুৰ-নাস্তি কৰিলে, তাৰ ফল হ'ল এই—যি সাজেৰে ঘৰ পাইছিলহি সেই সাজেৰেই পাডুৱালৈ যাত্ৰা কৰিলে। সেই চোলা, সেই জোতা, সেই টুপী, সেই ঠেঙা আৰু সেই ঘোঁৰা। ট্ৰেনিও আৰু লিউচেন্‌স্থিওৰ কথা মনত আছেনে? ট্ৰেনিও ভাল মানুহ হোৱাৰ কথা আৰু লিউচেন্‌স্থিও বিয়ান্‌কাৰ পণ্ডিত হোৱাৰ কথা! বিয়ান্‌কাৰ বাপেকে ট্ৰেনিওৰ সৈতেই বিয়ান্‌কাৰ বিয়া দিয়াৰ ঠিক কৰিলে। ট্ৰেনিওই কিন্তু নিজক লিউচেন্‌স্থিও বুলিহে চিনাকি দিছিল। পাছত এজন মানুহক লিউচেন্‌স্থিওৰ বাপেক বুলি বেপ্‌টিষ্টাৰ সৈতে চিনাকি কৰাই দিলে। এই বুঢ়াজনে বেপ্‌টিষ্টাক ক'লে, "আহক, আমি অলপ-আচৰপ যি বন্দৱস্তখিনি কৰিব লগা আছে কৰোঁগে—

বিয়ান্‌কা আৰু লিউছেন্‌ছিওই পাছে পাছে লাহে লাহে আহি থাকিব।" এইদৰে কথা-বাৰ্তা হৈ থাকোঁতে
খুলি ছয়ো ওলাই গ'ল। পাছত লিউছেন্‌ছিও আৰু বিয়ান্‌কা গ'ল। কিন্তু
বিয়ান্‌কা আৰু 'আচল' লিউছেন্‌ছিওহে, 'নকল' নহয়। বেগাবেগিকৈ ছয়ো
গিৰ্জালৈ গ'ল আৰু তুইকো পুৰোহিতে বিয়া দি দিলে। বিয়াৰ পাছত
লিউছেন্‌ছিওই নিজৰ বাপেকক তেওঁৰ ঘৰত দেখা পালে। বাপেকক দেখি
তেতিয়াই ভৰিত পৰি সেৱা কৰি সকলো কথা কৈ বাপেকৰ আশীৰ্বাদ ল'লে।

ইপিনে আমাৰ আগৰ দৰাহালৰ কথা কওঁ শুনা। পেট্ৰুকিওৰতো সেই
বেশ, তাৰ উপৰি বাটে-পথে নানান ৰকমৰ উদ্ভণ্ডালি কৰি কেথেৰিণাৰ আৰু
'কেথেৰিণাত্ব' নেৰাখিলে। বাটতে কয়, "মোক এতিয়াই বাটতে এটা চুমা
দিয়া।" ইত্যাদি বলিয়ালি কৰি আকৌ কয়, "যদিহে মই যি কওঁ তাকে নকৰা,
তেৰোৱালৈ এই দণ্ডে উভতি যাম।" দেহি ঐ কেথেৰিণা! তাইৰ আৰু
নিজৰ একো নেথাকিল। পেট্ৰুকিওই এনে শিক্ষা দিলে যে তায়েই আকৌ
আনবোৰ সমনীয়া ছোৱালীক উভতি গৈ কয়, "সকলো তিকতাবে স্বামীৰ কথা
মতে চলা উচিত।"

শ্বেক্সপিয়েৰৰ কিতাপখন পঢ়িলেহে ইয়াৰ সোৱাদ ভালকৈ পাবা। পঢ়িবা।

# ভুলৰ ধেমালি

ঈজিয়ন্ নামেৰে ছিৰাকিউজাৰ এজন লাওৱৰ ছুটা যঁজা ল'ৰা আছিল। ল'ৰা ছুটা দেখিবলৈ হুবহু একে। বাপেকে সিহঁতৰ নাম এন্টিফোলাছ থ'লে। যি ঠাইত সেই ল'ৰা ছুটি উপজিছিল, তাতে আকৌ এজনী দুখীয়া তিৰুতাৰ ছুটি যঁজা ল'ৰা আছিল। সিহঁত দুয়ো দেখিবলৈ একে। ঈজিয়নৰ মন গ'ল যে এই দুখীয়া ল'ৰা ছুটিক নিজৰ ল'ৰা ছুটিৰ লগুৱা কৰে। এইবুলি সিহঁতক আনিলে। ধনী মানুহ, যি মন গ'ল তাকে কৰিলে। ঈজিয়ন্ ছিৰাকিউজৰপৰা এপিডেম্‌নাম্ নামে ঠাইত সদাগৰী কৰিবলৈ গৈছিল। বেছিদিন থাকিব লগাত ঘৈণীয়েককো লৈ গৈছিল। তাতে ল'ৰা ছুটি উপজিছিল। পাছত বাটত নাৱেৰে আহোঁতে বৰ ধুমুহাই পাই নাও ডুবাই পেলালে। লগত পৰিয়ালৰ সকলোটিয়েই আছিল। ঈজিয়ন্, এটি ল'ৰা আৰু এটি লগুৱা ভাবি যাওঁতে তেওঁলোকক কোনো মানুহে ৰক্ষা কৰিলে। ৰক্ষা কৰি, চিনি পাই ছিৰাকিউজলৈ লৈ গ'ল। ইপিনে ইমিলিয়াক আৰু সি ছুটি ল'ৰাক আন মানুহে ৰক্ষা কৰি ইফিস্বাছলৈ লৈ গ'ল। ইমিলিয়া ঈজিয়নৰ ঘৈণীয়েক। তেওঁক যি মানুহে ৰক্ষা কৰে, তেওঁৰ লগৰ ল'ৰা ছুটিক সেই মানুহেই লৈ নোবোৱাত তেওঁ ল'ৰা ছুটিৰ কথা আৰু তেওঁৰ গিৰিয়েক আৰু আন ছুটি ল'ৰাৰ কথাও একোকে ক'ব নোৱাৰিলে। এতিয়া তেওঁলোক তিনিভাগ হ'ল। এই তিনিও দলৰ এদলে আনদলৰ কথা নেজানে।

পাছত এনেদৰে দিন যায়। দিন গ'ল, মাহ গ'ল, বছৰ গ'ল। কোনেও কাৰো খবৰ নেপায়। দিন, মাহ, বছৰ—কাৰো নিমিত্তে বাট চাই নেথাকে। এনেকৈ বহুত বছৰ গ'ল। পাছত বাপেক আৰু ল'ৰা ছুটিয়ে (ছিৰাকিউজৰ) ভাবিলে যে আনবোৰৰ ইমান দিন একো বা-বাতৰি নাই পোৱা, এবাৰ বিচাৰ কৰা যাওক। এইবুলি ছিৰাকিউজৰ এন্টিফোলাছ্ আৰু লগুৱা ড্ৰোমিও (ক'বলৈ পাহৰিছোঁ যে লগুৱা ছুটিৰ নাম ড্ৰোমিও আছিল; যঁজা দেখি নাকে দুইবো নাম একে থৈছিল) আনবোৰক বিচাৰি ওলাল।

ইপিনে ইমিলিয়া মঠ এখনৰ গৰাকীয়নী হ'ল। তেওঁ নিজৰ কাম লৈ থাকে। সেই ঠাইতে যে তেওঁৰ ল'ৰা এটি লগুৱাৰে সৈতে আছে— তাক তেওঁ নেজানে।

এণ্টিফোলাছ আৰু ড্ৰোমিও—দুয়ো ছিৰাকিউজৰ—উভতি নহা দেখি বাপেক ওলাল। বাপেকে গৈ গৈ ইফিছাছ পালেগৈ। তেওঁৰ সকলো ধন খৰচ হ'লত তেওঁৰ অৱস্থা বৰ দুখৰ হ'ল। ছিৰাকিউজৰ সাওদ বুলি তেওঁ চিনাকি দিয়াত ইফিছাছৰ ৰজাই তেওঁক বন্দী কৰি থোৱালে, কিয়নো ছিৰাকিউজৰ ৰজাই এই দেশৰ সাওদ এজনক বন্দী কৰাৰ পাছত প্ৰাণদণ্ড কৰিছিল। পৃথিৱীৰ এয়ে নিয়ম! ইফিছাছৰ ৰজাই ঈজিয়নক বন্দী কৰিলে, কিয়নো ছিৰাকিউজৰ ৰজাই ইফিছাছৰ এজন সাওদক টকা দিব নোৱৰাৰ বাবে প্ৰাণদণ্ডৰ আজ্ঞা দিছিল। পৃথিৱীৰ নিয়মেই এই। এজনৰ দোষৰ বাবে আন এজনে ভোগে। ৰজাই ক'লে, "তোমাক এদিন সময় দিয়া গ'ল, তুমি যদি এই দিনৰ ভিতৰত টকা দিব নোৱাৰা, তোমাৰ প্ৰাণদণ্ড হ'ব।" তেওঁ মহা চিন্তাত পৰিল। এতিয়া টকা ক'ত পায়?

ইপিনে যি সৰু ল'ৰাটিক—ছিৰাকিউজৰ এণ্টিফোলাছক—তেওঁ বিচাৰি আহিছিল, সেই ল'ৰাটি তেতিয়া সেই ঠাইতে। এজন বন্ধুক লগ পাই জানিলে যে এই দেশত ছিৰাকিউজৰপৰা আহিছে বুলি ক'লে প্ৰাণদণ্ড হ'ব, সেইদেখি বন্ধুৰ পৰামৰ্শ মতে তেওঁ এপিডেম্‌ নামৰ সাওদ বুলি নিজৰ চিনাকি দিলে। নিজৰ লগুৱাক অলপ টকা দি ক'লে, "যা, অতিথি-আশ্ৰমত আমাৰ থোৱা-বোৱাৰ ঠিক-ঠাক কৰগৈ, মই নগৰখন চাওঁগৈ।" লগুৱা গ'ল। চহৰ ফুৰি নানান চিন্তা কৰি থাকোঁতে ড্ৰোমিও আহি ওলালহি। ই কিন্তু তেওঁৰ লগুৱাটি নহয় সেই, আনটো ড্ৰোমিও। ইমান সোনকালে উভতি অহাত আচৰিত হৈ ক'লে, "হেৰ, তই ইমান সোনকালে আহিলি যেথোন?" ড্ৰোমিওই ক'লে, "আয়ে পঠাই দিছে। তেওঁ আপোনাৰ খাবৰ বস্তু-বেহানি ঠিক-ঠাক কৰি তপৃতৈয়াৰ কৰি ৰখি আছে। আহক খাওকহি। চেঁচা হ'ব আকৌ।" "তই আৰু ঠাট্টা-মছ্‌কৰা কৰিব নেলাগে। টকা ক'ত পেলালি, ক।" "দেউতা, মই টকাৰ কথা ক'ব নোৱাৰোঁ, আমাৰ আয়ে আপোনাক খাবলৈ মাতিছে। তাকেহে জানো।" "ক'ৰ আই ও?" "কিয়, দেউতাৰ ঘৈণীয়েক নহয় হ'বলা?" "তোৰ লাহ বাঢ়ি গৈছে নহয়নে? তোৰে সৈতে অলপ ৰং কৰি কথা কওঁ দেখি তই মূৰত উঠিলি, নহয়নে? ক, টকা ক'ত থলি?" "দেউতা, খোৱা-পাছত

বহি মোৰে সৈতে ৰং-ধেমালি কৰি থাকিব, এতিয়া থাওকহি।" "কটাৰ পো কন্দী, কটা নাহ পাই গ'লি হ'বলা।" এইবুলি ড্রোমিওক উঁৱাই-ঘূৰাই মাৰিলে। ড্রোমিওই গৈ ক'লে, "আই, আমাৰ কালে আক আইধা হ'ল। দেউতাই মোক মাৰি-কিলাই খেদাই দিলে আক ক'লে যে তেওঁৰ কোনো ঘৈণীয়েক নাই।"

এড্রিয়ানাই (ইফিচাছৰ এণ্টিফোলাছৰ ঘৈণীয়েক) এই কথা শুনি ক'লে, "এৰা, মই কৈছিলোঁ নহয়, মোক তেওঁ এতিয়া সমুলি ভাল নেপায়। আন কাৰোবাকহে ভাল পায়।" এনে বহুত কথা কৈ হা-হুমুনিয়াহ কাঢ়ি চিঁৱৰ-বাখৰ কৰিবলৈ ধৰিলে। লুছিয়ানা, তেওঁৰ ভনীয়েকে কিমানলো বুজালে, একোতে একো নহ'ল।

ইপিনে ছিৰাকিউজৰ এণ্টিফোলাছে অতিথিশালালৈ গৈ নিজৰ লগুৱাক টকা লৈ বহি থকা দেখি অলপ শান্তি পালে। কিন্তু কিহৰ শান্তি? এড্রিয়ানা আহি হাজিৰ। এড্রিয়ানাই কিমানলো খং কৰিলে? এওঁতো আচৰিত। তেওঁ এড্রিয়ানাকতো কেতিয়াও দেখা নাই। "বিয়াৰ আগেয়ে কিমান ভাল পাইছিলা। কিমান মৰম লগা কথা কৈছিলা। কিয় আগৰ দৰে ভাল নোপোৱা? কাক ভাল পোৱা, কোৱাঁচোন। মইনো তোমাৰ কি কৰিলোঁ? কোৱাঁ, মোৰ স্বামী, কোৱাঁ, কিয় আজি-কালি মোক ভাল নোপোৱা?"

"সুন্দৰী, মোক কৈছানে?? মইতো তোমাক বিয়া কৰোৱা নাই। এই চহৰলৈ মই আজিহে আহিছোঁ। আহিবৰ দুঘণ্টা মানহে হৈছে মাথোন।" ক'লে কি হ'ব? এড্রিয়ানা নেৰানেপেৰাকৈ লাগিল। বাধ্য হৈ এণ্টিফোলাছ, ভায়েকৰ ঘৰলৈ যাবলগীয়াত পৰিল। তাত গৈ খালে। এড্রিয়ানাই "স্বামী" বুলি সম্বোধন কৰে, লুছিয়ানাই "ভিনীহিদেৱ" বুলি সম্বোধন কৰে। সাৰেই আছে নে শুই থাকি সপোন দেখিছে—তাকে তৎ ধৰিবলৈ এণ্টিফোলাছে টান পালে। ইপিনে লগুৱা-লিগিৰী মহলত ড্রোমিওৰো অৱস্থা তাৰ প্ৰভুৰ দৰে হ'ল। বান্ধনীয়ে তাক "গিৰীয়েক" বুলি "দাবী" কৰিলে। প্ৰভু-ভৃত্য দুয়ো বিষম সঙ্কটত পৰিল।

ইপিনে এই এণ্টিফোলাছে থাই থাকোঁতে আনজন এণ্টিফোলাছ আহি হাজিৰ—সগত লগুৱাও। দুৱাৰ কিন্তু কোনেও নোখোলে, কিয়নো ডাঙৰীয়ানীৰ হুকুম যে ঘৰলৈ যেন কাকো আহিবলৈ দিয়া নহয়। চাকৰবোৰে কয়, "ঘৰৰ গিৰিহঁতে ভিতৰত ভোজন কৰিছে, এতিয়া কাৰো সৈতে দেখা নহয়।" আচল গিৰিহঁত বিষম সমস্যাত পৰিল। পাছত ঘৈণীয়েকৰ সৈতে কোনে খাইছে এই কথা ভাৱি

একো ঠিক কৰিব নোৱাৰিলে আৰু গালি-শপনি পাৰি ঘৰৰপৰা গুচি গ'ল। ইংগিনে তোজন কৰা এন্টিকোলাছে সেই ঘৰ এৰি গুচি যাব পাৰিলে ৰক্ষা পৰে, কিয়নো এওঁৰ এড্রিয়ানাক মুঠেই ভাল নেলাগিল। লুছিয়ানাক কিন্তু ভাল লাগিছিল যেই। তাতে আকৌ ড্রোমিওৰো বান্ধনী ঘৰৰ গৰাকীজনীক মুঠেই ভাল লগা নাছিল। সেইদেখি অলপ সুবিধা পোৱা মাত্ৰকে দুয়ো সেই ঘৰ এৰি গুচি গ'ল।

এন্টিফোলাছ্ (ইফিশাছৰ) আৰু তেওঁৰ ড্রোমিওক এজন ডাঙৰ মানুহে কিনি লৈছিল। পাছত সেই মানুহজনাই সেই ল'ৰাটিক পুহি ডাঙৰ-দীঘল কৰাৰ পাছত এটা ভাল কামত লগাই দিয়ালে আৰু বিয়া-বাৰুও কৰাই দিয়ালে। বৈণিয়েকৰ লৈতে পৰে তাৰ চিনাকি হৈছে। এতিয়া এওঁ বৰ ধনী। বাপেক যে সেই চহৰতে বন্দী, তেওঁ গমকে পোৱা নাছিল। তেওঁৰ ভায়েক সেই চহৰ পোৱাৰ অলপ আগেয়েই ঠিক সেই একেদিনেই এটা সোণাৰিক তেওঁ এডাল সোণৰ মণি গঢ়াবলৈ দিছিল। পাছত আনজন এন্টিফোলাছক বাটত দেখি সোণৰ মণিধাৰ দি গ'ল। তেওঁ আচৰিত হৈ লগুৱাক ক'লে, "এইখন কি দেশলৈ আহিলোঁ ও, ব'ল ইয়াৰপৰা যাওঁ। নাৱত বস্তু-বেহানি তোলগৈ।"

সোণাৰিটোৰে আকৌ কাৰবাক কিবা অলপ ধৰ দিবলগীয়া আছিল। সেই টকা নিদিয়াত ৰজাৰ হুকুমমতে তাক টেকেলাই ধৰিলে। সেই ঠাইতে আকৌ ইফিশাছৰ এন্টিফোলাছ্ আছিল। তেওঁক দেখি সি ক'লে, "ডাঙৰীয়া, সেই মণিধাৰৰ দাম এতিয়া দিলে মই ৰক্ষা পৰোঁ, নহ'লে মোৰ বৰ দুৰ্গতি হ'ব।" এন্টিফোলাছে ক'লে, "মোক ক'ত মণি দিছিলা, মই তেনে একো বস্তু তোমাৰপৰা পোৱা নাই।" এইবুলি দুইবো ভিতৰত বহুত তৰ্কাতৰ্কি হোৱাৰ পাছত সোণাৰিৰ লগত ইফিশাছৰ এন্টিফোলাছকো ৰজাঘৰীয়া টেকেলাই বন্দীশালালৈ লৈ গ'ল। বাটত স্বিৰাকিউজৰ ড্রোমিওক লগ পাই ক'লে, "যা যোপাই, মাৰৰপৰা টকা লৈ আহগৈ। মোক ৰজাঘৰৰ বন্দীশালালৈ লৈ যাব লাগিছে।" এই লগুৱাই ভাবিলে— "আকৌ দেখোন যেউতাই সেই ঘৰলৈকে ধন আনিবলৈ পঠায়। এইখন কি হ'ল? যাক যাওঁ, যেতিয়া 'নিমখ' খাইছোঁ, নিমখহাৰামি নকৰোঁ। যাওঁৱেই।" এইবুলি এড্রিয়ানাৰ ঘৰলৈ গ'ল। পাছত টকা আনি বাটত নিজ মুনিবক পাই টকা দিয়াত এন্টিফোলাছ্ বিচুৰ্ত্তি হ'ল। তেতিয়াই এজনী তিৰুতা মানুহে আহি তেওঁক সম্বোধন কৰি ক'লে, "আজি মোৰ লগত আপুনি আহাৰ কৰিছিল। মনত আছেনে? আপুনি মোক মণি এডাল দিব খুজিছিল।" এই এন্টিফোলাছৰ

আচৰিতৰ মাত্ৰা বাঢ়ি যাব ধৰিলে। ক'লৈ আহিলোঁ, মোৰ কি হ'ল ? ইত্যাদি ভাবিব ধৰিলে, কিয়নো তেওঁতো এই তিকতাজনীক কেতিয়াও দেখা নাই।

আচল কথা হৈছে এই—ইফিৰাছৰ এন্টিফোলাছৰ ঘৈণীয়েক এড্ৰিয়ানা বৰ সন্দেহী মানুহ আছিল। প্ৰত্যেক কথাতে ভাবিছিল যে তেওঁৰ গিৰীয়েকে তেওঁৰ ভাল নেপায়, আন কাৰোবাকহে ভাল পায়। এনেবোৰ কথা লৈ মাজে-মাজে দুইৰো ভিতৰত কাজিয়া লাগিছিল। সেইদিনা মিছৰ ঘৰত লোমাৰ নোৱাৰি মনৰ বেজাৰত আক ঘৈণীয়েকে এই বিষয় লৈয়েই কাজিয়া কৰি থাকে দেখি তেওঁ আন এজনা তিকতাৰ লৈতে খাইছিলগৈ। যুৰোপৰ ৰীতি আৰু আমাৰ ৰীতি বেলেগ। এই তিকতাজনাই আকৌ সোণৰ মণিৰ লোভত এটা আঙঠি এন্টিফোলাছক দিছিল। ছিৰাকিউজৰ এন্টিফোলাছে এওঁক নিচিনা দেখি থৎ উঠি ক'লেগৈ যে তেওঁৰ গিৰীয়েক বলিয়া হৈছে। তেওঁ গৈ এড্ৰিয়ানাৰ ওচৰ পালেগৈ। এড্ৰিয়ানাক গোচৰ কৈ থাকোঁতে ইফিৰাছৰ এন্টিফোলাছ্ বন্দীশালৰ ৰখাকীৰে লৈতে আহি হাজিৰ। এড্ৰিয়ানাবো গিৰীয়েক বলিয়া বুলি বিশ্বাস হ'ল। বন্দীশালৰ ৰখাকীক টকা দি গিৰীয়েকক বন্ধ কৰাই থোৱালে আৰু বেজ মাতি পঠিয়ালে।

ইয়াৰ অলপ পাছতে এড্ৰিয়ানাই শুনিলে যে তেওঁৰ গিৰীয়েক আৰু লগুৱা বাটত ফুৰি আছে। গিৰীয়েক পলাই গৈছে বুলি ভাবি মানুহ-দুনুহ লৈ পাছে পাছে গ'ল। গৈ গৈ মঠৰ ওচৰ পালেগৈ। সেই মঠৰে ৰখাকী এন্টিফোলাছ-হঁতৰ মাক।

এই মঠৰ ওচৰতে আকৌ ছিৰাকিউজৰ সাওদৰ প্ৰাণদণ্ড দিবৰ হুকুম হৈছিল। এওঁ আৰু টকা দিব নোৱাৰিলে। দণ্ড-ভূমিলৈ যোৱা হ'লত মঠৰ ৰখাকীয়ে তেওঁক তেওঁৰ স্বামী বুলি চিনি পালে।

ঘটনা-চক্ৰত সেই ঠাইতে সকলোৰে মিলন। ছিৰাকিউজৰ এন্টিফোলাছৰ লুছিয়ানাৰ লৈতে বিয়া হ'ল। সকলোৰে আনন্দ হ'ল।*

---

*টোকা।-

এই নাটখনি 'ভ্ৰমৰঙ্গ' নামেৰে অসমীয়া ভাষাত ১৮৮৮ কি ৮৯ চনত লেখা হৈছিল। ১৮৯০ চনত ভৱানীচৰণ দত্তৰ লেনৰ মেছত ইয়াৰ ভাৱনা মই দেখিছিলোঁ। তেতিয়া মোৰ দুয়ো ককাইদেৱ আছিল, দেৱতা আৰু আইও আছিল। আৰু এজনা বাইদেৱ (শ্ৰীযুতা স্বৰ্ণলতা দেৱী) তেওঁৰ দুটি

ছোৱালীৰে সৈতে আমি সকলো একেলগে ৬৬ মির্জাপুৰ ষ্ট্রীটত আছিলোঁ। সেই তাৰনাত শ্রীযুত চন্দ্রকুমাৰ আগৰৱালা, শ্রীযুত লক্ষ্মীনাথ বেজবৰুৱা, শ্রীযুত হেমচন্দ্র গোসাঁই, ৺প্রসন্নকুমাৰ ফুকন (৺নন্দেশ্বৰ ফুকন আৰু শ্রীযুত পদ্মাৱতী ফুকননী দেৱীৰ পুত্র), শ্রীযুত গিৰীশচন্দ্র বেজবৰুৱা—এওঁলোক দুয়ো কলিমন, ড্রোমিও হৈছিল), শ্রীযুত বেণুধৰ ৰাজখোৱা, ৺লক্ষেশ্বৰ শর্ম্মাই পার্ট লৈছিল আৰু ৺ঘাৰকেশ্বৰ শর্ম্মায়ো বোধকৰোঁ 'পার্ট' লৈছিল। শ্রীযুত তাৰিণীচৰণ ভট্টাচার্য্যয়ো লৈছিল। শ্রীযুত দুর্গাধৰ বৰকটকীও আছিল বোধকৰোঁ। আৰু কোনে লৈছিল, মনত নাই। সেইখিনি সময়ৰ কলিকতাৰ ছাত্রসকলৰ বিৱৰণ যদি কোনোবাই লেখে, এতিয়া সেইবোৰ কথা পঢ়িবলৈ সকলোৰে নিশ্চয় ভাল লাগিব, কিয়নো তেওঁলোকৰ সকলোৱেই এতিয়া তেওঁলোকৰ ভিন ভিন কর্ম্মক্ষেত্রতো একো-একোজন ৰথী-মহাৰথী আৰু তেওঁলোকৰ প্রায় সকলোটিয়েই সাহিত্য-ক্ষেত্রত এতিয়া সুপৰিচিত। ভ্রমৰঙ্গ এতিয়া কিনিবলৈ পোৱা যায় নে নেযায়, ক'ব নোৱাৰোঁ। যদিহে নাই, তেনেহ'লে তেওঁলোকেই কিম্বা আজি-কালিৰ উঠি অহা ডেকাসকলে এইখন ছপাই এইকালৰ কিতাপ পঢ়োঁতাসকলক পঢ়িবলৈ দিয়া উচিত। নতুন বহুতো কিতাপ ওলাইছে। সেইবুলি পুৰণাক মৰম কৰা অনুচিতনে?

গুৱাহাটী।

২৩।৪।১৯।

# খ্ৰীষ্টানুসৰণ

(১)

কোন তোমাৰ পক্ষে আৰু কোন তোমাৰ বিপক্ষে এই বিষয়ে নেভাবিবা, ভাবি চোৱাঁ—তুমি কি কৰিব লাগিছা। তোমাৰ সকলো কামতে ঈশ্বৰ তোমাৰ লগৰীয়া হৈ আছে নে নাই তাকহে চাবা।

বিবেকী হোৱাঁ। ঈশ্বৰে তোমাক ৰক্ষা কৰিব।

ঈশ্বৰ যাৰ সহায়, মানুহৰ বেয়া ব্যৱহাৰে, তাচ্ছিল্যই তাক একোকে কৰিব নোৱাৰে।

যদি তুমি মনে মনে থাকি দুখ-কষ্ট সহিব পাৰা, নিঃসন্দেহে জানিবা ঈশ্বৰ তোমাৰ সহায় হ'ব।

কেতিয়া আৰু কেনেকৈ তোমাক ৰক্ষা কৰিব লাগে—তেওঁহে জানে, আৰু সেইদেখি তেওঁকে সকলো সঁপি দিয়া।

আমাক সকলো সময়তে সহায় কৰা, সকলো বিপদ-আপদৰপৰা ৰক্ষা কৰা—তেওঁৰহে কাম। তেৱেঁই গৰাকী। আনে আমাৰ দোষ খুচৰি উলিয়াই আমাক নিন্দা কৰি দেখুৱাই বহুত সময়ত আমাৰ উপকাৰহে কৰে। এনে হ'লে আমি বিনয়ী হ'ব পাৰোঁ।

(২)

যেতিয়া কোনো মানুহে কোনো দোষৰ কাম কৰে আৰু সেই কামৰ নিমিত্তে তেওঁ যদি নম্ৰ, বিনয়ী হৈ সেই দোষ স্বীকাৰ কৰে, তেনেহ'লে তেওঁ আনৰ মনত সন্তোষ দিয়ে, আৰু বিপক্ষক তেওঁ মনত দুখ দিয়ে, তেওঁলোকো সন্তুষ্ট হয়।

ঈশ্বৰে বিনয়ী মানুহক ৰক্ষা কৰে, বিনয়ী মানুহক তেওঁ ভাল পায় আৰু তেনে মানুহক তেওঁ সুখ দিয়ে, বিনয়ীৰ পক্ষ লৈহে তেওঁ ভাল পায়, আৰু,

[illegible]

বিনয়ী মানুহক তেওঁ কৃপা কৰে। যি মানুহে জোৰ কৰি নম্র বিনয়ী হৈ বোধ কৰে, তেনে মানুহৰ পতনৰ পাছতো ঈশ্বৰে তেওঁক উন্নতিৰ বাটলৈ লৈ যায়।

বিনয়ী মানুহেই তেওঁৰ বন্ধু, তেওঁৰ গোপন কথা বিনয়ী মানুহেহে জানে, আৰু তেনে মানুহক তেওঁ আকর্ষণ কৰি তেওঁৰ কাললৈ লৈ যায়।

বিনয়ী মানুহৰ বিপদ-আপদ হ'লেও শান্তিত কাম কৰে। তেওঁ জানে যে তেওঁৰ সুখ-শান্তি মানুহৰ ইচ্ছাৰ বশবৰ্ত্তী নহয়, ঈশ্বৰৰ ইচ্ছাতহে নির্ভৰ কৰে।

তুমি যেতিয়ালৈকে সকলোতকৈ নীচ বুলি নেভাবা (নীচ নোহোৱা), তেতিয়ালৈকে, তুমি জানিবা, তোমাৰ অকণকে উন্নতি হোৱা নাই। আমাৰ শাস্ত্ৰকাৰসকলতো কোৱা নাইনে—তৃণতকৈও নীচ হ'ব লাগে?

* * * * *

টমাছ-আ-কেম্পিছৰ (Thomas-A-Kempis) Imitation of Christ-ৰ (মই এইকাকি কথাক খ্রীষ্টানুসৰণ বুলি অনুবাদ কৰিছোঁ) এটি অধ্যায় মোৰ মাতৃভাষালৈ ভাঙি আৱাহনৰ পাঠক-পাঠিকাসকলক দিলোঁ। ধর্মপ্রাণ পাঠক-সকলে গীতাৰ আভাস ইয়াত পাব। আমাৰ কীৰ্ত্তনৰ আভাস ইয়াত পাব। টমাছ-আ-কেম্পিছ খ্রীষ্টভক্ত আছিল। আমাৰ শঙ্কৰদেৱ কৃষ্ণভক্ত আছিল। ইজনে-সিজনৰ নামকে শুনাই নাছিল। কিন্তু ভাব কেনে একে। ইয়াৰদ্বাৰাই জনা যায়—ঈশ্বৰভক্ত সকলো সময়তে একেভাবেই মত্ত। ঈশ্বৰ-মতলীয়া কেম্পিছৰ আৰু আন আন দেশৰ তেনে মানুহৰ ভাব নিশ্চয়েই একে।

'Humble'-ৰ অৰ্থ মই 'বিনয়ী' কৈছোঁ। কিন্তু এই বিনয়ৰ লগত হীনতাও থাকিব লাগে। ত্যাগো থাকিব লাগে।

মনুত কি আছে সেইকেবি কৈয়েই আপোনাসকলক আজি আৰু আমনি নকৰোঁ।

কৃত্বা পাপং হি সন্তপ্য তস্মাৎ পাপাৎ প্ৰমুচ্যতে।
নৈবং কুৰ্য্যাং পুনৰিতি নিবৃত্ত্যা পূয়তে তু সঃ॥

পাপ কৰি সেই পাপ কৰাৰ নিমিত্তে মানুহ যদি (সঁচাসঁচিকৈ) অনুতপ্ত হয়, তেনেহ'লে সেই পাপকৰা মানুহে মুক্তি পায়। এনে কাম আৰু নকৰোঁ (নোপাই) বুলি যদি সঁচাসঁচিকৈ মনৰ অন্তৰতম কামনাৰ্পয়া কয়—পাপ আৰু নকৰোঁ, তেনেহ'লে তেনে মানুহৰ মন পবিত্ৰ হয়।

( ৩ )

হেৰা, আগধৰি তুমি নিজে শান্তিত থাকাচোন, তেহে তুমি আনক শান্তি দিব পাৰিবা।

যিজন মানুহ নিজে শান্তিত থাকে, তেওঁ যিহান মানুহ একমতকৈও পৃথিৱীৰ উপকাৰ কৰে।

এজন সজ মানুহে, এজন শান্তিত থকা মানুহে সকলো কথা আৰু কামকে সজভাৱেৰে সজ বাটলৈ আনে।

যিজন মানুহ শান্তিত (এই শান্তি স্বাৰ্থপৰ শান্তি নহয়, অন্তৰৰপৰা প্ৰকৃত শান্তি পোৱাৰ কথা টমাছ-আ-কেম্পিছে কৈছে।) থাকে, তেনে মানুহে আনক কেতিয়াও কোনো কথাতে সন্দেহ নকৰে। কিন্তু যি মানুহে সকলো সময়তে অশান্তি আৰু আসোঁৱাহৰ ভিতৰতে বাস কৰি থাকে, তেনে মানুহে নানান কথাত সকলো সময়তে আনক সন্দেহ কৰি বহু দুখ-কষ্ট পায়। তেনে মানুহে নিজেতো শান্তিত নেথাকেই, আনকো শান্তিত থাকিবলৈ নিদিয়ে।

তেওঁ নক'বলগীয়া কথা বহুতো সময়ত কয় আৰু ক'বলগীয়া কথা নকয়, আৰু কৰিবলগীয়া কথাও নকৰে। আনে কি কৰিব লাগে, আনৰ কি কথা উচিত আছিল—তেওঁ তাকেহে ভাবে; নিজৰ কাম নিজে কি কৰা ভাল—এনে কথা নেভাবে। নিজৰ কৰিবলগীয়া কাম তেওঁ কেতিয়াও নকৰে।

সেইদেখি বোপা, নিজৰ কামে ভালকৈ চকু ৰাখিবা। তেতিয়াহে তুমি তোমাৰ ওচৰ-চুবুৰীয়াৰ উপকাৰ কৰিব পাৰিবা।

হেৰা, তোমাৰ নিজৰ বিষয়ে যেতিয়া তুমি কথা কোৱা, তেতিয়া কেনেকৈ ক'ব লাগে, ক'ত কি কৰিব লাগে, তুমি হ'লে ভালকৈ জানা। আৰু তোমাৰ দোষ ঢাকি কথা ক'বলৈকো সুন্দৰৰূপে জানা। কিন্তু বোপা, আনে তেনে কথা তেওঁলোকৰ বিষয়ে ক'লে তুমি তেওঁলোকক ক্ষমাতো নকৰায়েই, তেওঁলোকৰ কোনো কথাকে শুনা।

তোমাৰ দোষবোৰ আনে ক্ষমা কৰে—এয়ে যদি তোমাৰ ইচ্ছা হয়, তেনেহ'লে আনৰ দোষবোৰ তুমি ক্ষমা কৰা।

ভাবি চোৱাচোন বাৰু, তুমি উদাৰ আৰু বিনয়ীনে? যদিহে তুমি গাঁঠা-গুঁঠিকৈয়ে উদাৰ, তেনেহ'লে তুমি থং কি নেজানিলাহেঁতেন। আনৰ ওপৰত থং নকৰি তুমি নিজৰ ওপৰত থং কৰিলাহেঁতেন।

বহু আৰু ধীৰ মানুহৰ লগত থকাটো একো টান নহয়, কিয়নো সকলোৱে

ভাল মানুহৰ লগত থাকিব পাৰে। সকলোৱে শান্তিত বাস কৰিবলৈ ইচ্ছা কৰে। আৰু যাৰ লগত মনৰ মিল থাকে, তেনে মানুহৰ লগত থাকিবলৈ সকলোৰে ভাল লাগে।

কিন্তু যিবোৰ মানুহ ক্ৰূৰ, নিষ্ঠুৰ, উচ্ছৃঙ্খল আৰু বেঁকা মনৰ, আৰু যিবোৰ বিশৃঙ্খল আৰু ব্যৱস্থাশূন্য, তেনে মানুহৰ লগত শান্তিত বাস কৰিব পৰাটো এটি মহৎ গুণ। তেনে মানুহৰ লগত শান্তিত থাকিব পৰা প্ৰশংসনীয়, আৰু পুৰুষসিংহৰ কাম।

কোনো কোনো মানুহে নিজেও শান্তিত থাকে আৰু আনকো তেনেভাৱে শান্তিত থাকিবলৈ দিয়ে।

আৰু কোনো কোনো মানুহে নিজেও শান্তিত নেথাকে, আনকো থাকিবলৈ নিদিয়ে। এনেবোৰ মানুহে নিজেও দুখ পায় আৰু আনকো দুখ দিয়ে। আনক দুখ-কষ্ট দিয়াতকৈ এনেবোৰ মানুহ নিজেহে অধিক পৰিমাণে অসুখী হয়।

আকৌ এনে মানুহ আছে, যিসকলে নিজেও শান্তিত থাকে আৰু আনক কেনেকৈ শান্তিত ৰাখিব পাৰে—সেই বিষয়েহে ভাবে।

যি বাৰু যি হ'ক, আমাৰ এই দুখৰ জীৱনত এই কথা কটকটীয়া হৈ আছে। সেইটি হৈছে এই—দুখক 'পৰোৱা' নকৰাতকৈ আমাৰ অতি দীনভাৱে কষ্ট সহ্য কৰাহে ভাল।

যি মানুহে সকলো আসোঁৱাহ সহিব পাৰে, সেই মানুহজনেইহে শান্তিত বাস কৰিব পাৰে। তেওঁৱেই নিজক জয় কৰিছে আৰু তেওঁৱেই এই পৃথিৱীৰ ৰজা, যীশুৰ বন্ধু, স্বৰ্গ-ৰাজ্যৰ অধিকাৰী।

(৪)

তোমাৰ মনৰ কথা আটাইকে নক'বা। তোমাৰ ঘৰুৱা কথা, কামৰ কথা—জ্ঞানীজনকহে ক'বা। এনে মানুহৰ লৈতেহে পৰামৰ্শ কৰিবা,' আৰু কাৰ লৈতে এনেবোৰ কথা ক'বা,—যিসকল মানুহে ঈশ্বৰক ভয় কৰি কাম কৰে।

অচিনাকি মানুহ আৰু কম বয়সীয়াল মানুহৰ লৈতে কথা-বতৰা নকৰিবা।

ধনী মানুহক সন্তোষ দিবলৈ গৈ নিজক হীন নকৰিবা। আৰু যিবোৰ মানুহক ডাঙৰ মানুহ বুলি আনি পৃথিৱীৰ মানুহে কওঁ, তেনেবোৰ মানুহৰ লৈতে নিজ ইচ্ছাত কেতিয়াও দেখা নকৰিবা।

বিনয়ী আৰু সৰল মানুহৰ সঙ্গ ৰাখিবা আৰু ভক্ত আৰু গুণী ( পুৰুষসিংহু-সকলৰ লৈতে Virtuous কথা আছে। লেটিন ভাষাত Vir বুলিলে মানুহ বুজায়। আমাৰ বেদী কথাত Vira—বীৰ বুজায়নে ? Virtuous বুলিলে পুৰুষৰ, বীৰৰ সকলো গুণ বুজায়। সেইবেখিয়েই Virtuous কথাকেইবি মানে মই 'গুণী' বুলিছোঁ ) সকলৰ সঙ্গত। এনে মানুহসকলেৰে লৈতে এনেধৰণৰ কথা ক'বা, যাথোন যি কথাবতৰাই তোমাৰ আৰু তেওঁলোকৰ উন্নতি হ'ব পাৰে। ( নামঘোষাত কি আছে চাওকচোন। ) কোনো তিকতা মানুহৰ লৈতে ঘনিষ্ঠ সম্পৰ্ক নেৰাখিবা। সকলো তিকতাকে ঈশ্বৰৰ ভক্ত ৰূপে নিয়োগ কৰিবা।

কাৰ লৈতে চিনাকি কৰিবা ? ঈশ্বৰ আৰু ভক্তৰ লৈতে। মানুহৰ লৈতে চিনাকি হ'বলৈ কেতিয়াও ইচ্ছা নকৰিবা।

সকলোকে মৰম-দয়া কৰিবা, কিন্তু ঘনিষ্ঠতা কাৰো লৈতে নেৰাখিবা।

কেতিয়াবা কেতিয়াবা এনে কথা হোৱা দেখা যায়। মানুহৰ মুখে এজন মানুহৰ প্ৰশংসা শুনা যায়। কিন্তু তেনে মানুহ হয়তোবা দেখিবলৈ শুৱনি নহয়।

কেতিয়াবা কেতিয়াবা আকৌ মানুহৰ লৈতে কথা-বতৰা পাতি মানুহৰ সঙ্গ লৈ আমি সন্তোষ দিব খোজোঁ। কিন্তু আকৌ তাৰ সলনি আমি আমাৰ বেয়া গুণেৰে মানুহক অসন্তোষহে দিওঁ।

বাইবেল গ্ৰন্থৰ পাছতে 'খ্ৰীষ্টানুসৰণ'ক খ্ৰীষ্টান সাধুসকলে ঠাই দিয়ে। এই কিতাপৰ প্ৰতিদ্বন্দ্বী বানিয়ানৰ 'তীৰ্থ পৰ্য্যটকৰ যাত্ৰা' (Pilgrim's Progress) বোলা কিতাপখনি মাথোন। জৰ্মানীৰ কলোন (Cologne) বোলা ঠাইৰ এখন গাঁৱৰ নামবেপৰা টমাছ-আ-কেম্পিছ (Thomas-A-Kempis) অথবা টমাছ অব্ কেম্পেন (Thomas-of-Kempen) নাম হৈছে। এই কেম্পেন গাঁৱেই তেওঁৰ ওপজা ঠাই। তেওঁৰ গোষ্ঠীৰ নাম হেমাৰকিন। তেওঁ কেতিয়া উপজিছিল—সঠিক ক'ব নোৱাৰি। কোনো-কোনোৱে অনুমান কৰিছে যে তেওঁ ১৩৭৯ খ্ৰীষ্টাব্দত উপজিছিল। তেওঁৰ মৃত্যু ১৪৭১ খ্ৰীষ্টাব্দত হয়। তেওঁ তেনেহ'লে ৯২ বছৰ এই পৃথিৱীত জীয়াই আছিল। ১৪০০ খ্ৰীষ্টাব্দমানত তেওঁ এখন মঠত বাস কৰিবলৈ যায়, আৰু মৃত্যুৰ সময়লৈকে সেই মঠতে বাস কৰে। তেওঁ চিন্তাশীল মানুহ আছিল। যীশুখ্ৰীষ্টৰ জীৱনেই তেওঁৰ চিন্তাৰ বিষয় আছিল। তেওঁ 'সৰল' খ্ৰীষ্টান আছিল। যীশুৰ জীৱনেই তেওঁৰ আদৰ্শ আছিল।

(৫)

বোপা, আনে যদি সন্মান পায় আৰু জগতৰ আদৰ-অভ্যৰ্থনা পায় আৰু তুমি নোপোৱা, তুমি সেই নিমিত্তে বেয়া নেপাবা দেই। তোমাক যদি মানুহে ঘিণায় কি অপমান কৰে, তেনেহ'লেও তুমি যেন বেয়া নোপোৱা। তোমাৰ মন মোৰ ফালে দিয়া, স্বৰ্গৰ ফালে দিয়া ; তেনেহ'লে তোমাক মানুহে ঘিণালেও তুমি কেতিয়াও বেয়া নোপোৱা আৰু শোক নকৰা। নকৰিবা দেই।

প্ৰভু, আমি এন্ধাৰত, আৰু আমাক মিছা অহংকাৰে অবাটে-কুবাটে লৈ যায়। যদি মোৰ নিজৰ অন্তৰখন ভালকৈ চাওঁ, তেনেহ'লে মই দেখোঁ কি? মই দেখোঁ যে কোনো মানুহে মোক অন্যায় কি অবিচাৰ কৰা নাই, সেইদেখি মোৰ তোমাৰ ওচৰত কাৰো নামে গোচৰ নাই, প্ৰভু।

প্ৰভু, মই নিজেইহে তোমাৰ ওচৰত বহুতো পাপৰ নিমিত্তে জগৰীয়া। সেই-দেখিয়েই প্ৰভু, আটায়ে মোৰ বিপক্ষে এতিয়া।

আৰু সেইদেখি মই ঘৃণা আৰু লাজ পাবৰহে উপযোগী। কিন্তু তুমি—প্ৰভু, স্তুতি, পূজা, মান, প্ৰশংসা পাবৰ উপযোগী।

মোক যেন সকলোৱে ঘিণায় আৰু তাচ্ছিল্য কৰে। সেই নিমিত্তে সাজু হ'বলৈ বল দিয়া, প্ৰভু! মোক যদি মানুহে নিঘিণায়, মই যে আন্তৰিক শান্তি আৰু মনৰ দৃঢ়তা নেপাওঁ। তেনেহ'লে যে মোৰ আত্মাৰো উন্নতি নহয় আৰু তোমাৰ লগত যে এক হ'ব নোৱাৰিম, প্ৰভু।

শ্ৰীশ্ৰীশঃ

# উৎসৰ্গ

শ্ৰীমান মনোভিৰাম, শ্ৰীমান নয়নাভিৰাম,
শ্ৰীমতী ইৰা আৰু শ্ৰীমান চিত্তাভিৰামৰ হাতত
এই কিতাপখনি দিলোঁ।

—বাবা—

# পাতনি

এই কিতাপখনি Uncle Tom's Cabin মোৰ অসমীয়া ভাষাত অনুবাদ হোৱা মই শুনা নাই; সেইদেখি মোৰ অতি সসীম বুদ্ধিৰে এই কিতাপখনিৰ অলপ আভাস মোৰ ভাষাত লেখি অসমীয়া জনা আৰু পঢ়া মানুহক দিম বুলি এই সৰু কিতাপখনি লেখিলোঁ। এই কিতাপখনি সকলো ভাষাতে লেখা হৈছে। অসমীয়াত নাই। সেইদেখিয়েই শত দোষ থকা সত্ত্বেও এই কিতাপখনি মোৰ ভাষাত ছপা কৰি উলিয়ালোঁ।

এই কিতাপখনি লেখা মানুহ মুনিহ নহয়। তিকতা। যুক্তৰাজ্যৰ The National Era (ন্যাশনেল ঈৰা) নামে এখন কাকতত মিচেচ্ হ্যাৰিয়েট বীচাৰ ষ্টো নামৰ এজনা পাদ্রী দুহিতাই ১৮৫১ খ্রীষ্টাব্দৰ জহকালি লেখিবলৈ আৰম্ভ কৰি ১৮৫২ খ্রীষ্টাব্দত শেহ কৰি এই কিতাপখনি যুক্তৰাজ্যক দিয়ে। তাৰ পাছত বষ্টনৰ এজন ছাপাখানাৰ গৰাকীয়ে সেই কাকতবোৰ ১৮৫২ খ্রীষ্টাব্দত কিতাপৰ আকাৰেৰে ছপায়। তেতিয়া যুক্তৰাজ্যত তোলপাৰ লাগি গ'ল। কোনে লেখিছে? ক'ৰ মানুহ তেওঁ? তেতিয়া যুক্তৰাজ্যৰ (দক্ষিণ ৰাজ্যবোৰত বিশেষকৈ) দাসত্ব প্রথা সজীৱ আৰু বলবান অৱস্থাত। দহ বছৰ পাছত প্রজা-প্রতিনিধি (ৰজা) এব্রেম লিংকনৰ (Abraham Lincoln) লৈতে মিচেচ্ ষ্টোৰ দেখা হোৱাত (মিচেচ্ ষ্টো চুটি-চাপৰ আছিল) ৰাজ-প্রতিনিধিয়ে হাঁহি সুধিলে, "আপুনিয়েই আমাৰ দক্ষিণৰ লৈতে যুঁজৰ কাৰণনে?" সঁচাকৈয়ে ক'বলৈ গ'লে, এই কিতাপখনিয়ে মানুহৰ মনৰ অৱস্থা কেনে কৰিছিল, তাকৰ কিতাপ এখনি লৈ এতিয়া পঢ়িলেই আমি গম পাওঁ। Abraham Lincoln-ৰ জীৱনী পঢ়িলেও এই কথা গম পাওঁ। এই মহাত্মাৰ বিষয়ে এখন নাটকো আছে, সেইখনো পঢ়া ভাল। অসমীয়াই Booker Washington (বুকাৰ ৱাশ্বিংটন)-ৰ বিষয়ে অলপ জানে। তেওঁলোকে এই বিষয়ে কিছু পৰিমাণে আভাস পাইছে।

মোৰ কিতাপখনি অতি চমু। এই কিতাপখনিয়ে এটি বস্তুক দুবৈকপৰা দুৰি চোৱাৰ দৰে কাম কৰিব। ওচৰৰপৰা চাবলৈ নেপালে এটি ভাল বস্তু দুৰৈৰপৰা চোৱাও ভাল। সকলোৱেপৰা শুনি আহিছোঁ, "The pen is

mightier than the sword." মিচেচ্ ষ্টৌৰ কাপ অস্ত্ৰতকৈ আঙৰ নহ'লেও অস্ত্ৰক সহায় কৰিছিল। যেতিয়া কোনো ডাঙৰ মানুহ আমাৰ গাঁও কি নগৰৰ ওপৰেদি যায়, আমি তেওঁৰ ওচৰলৈ যাব নোৱাৰিলে কি তেওঁৰে সৈতে কথা ক'ব নোৱাৰিলে তেওঁক দূৰৈৰপৰা নেচাওঁনে? চাব নোৱাৰিলেও তেওঁক দূৰৈৰপৰা চাবলৈ ইচ্ছা নহয়নে? এনে ভাব হয় বুলিয়েই এই মহৎ কিতাপখনিৰ চমু বিৱৰণী মোৰ অসমীয়া বন্ধুসকলৰ আগত উলিয়ালোঁ।

মিচেচ্ হ্যাৰিয়েট এলিজাবেথ বীচাৰ ষ্টৌ (Harriet Elizabath Beecher Stowe) যুক্তৰাজ্যৰ কনেক্টিকাট্ ৰাজ্যৰ লিচফীল্ড নগৰত ১৮১১ খ্ৰীষ্টাব্দৰ ১৪ জুন তাৰিখে উপজিছিল। তেওঁৰ বাপেক ধৰ্ম্মযাজক আছিল। মাক-বাপেক পুৰণি ঘৰৰ মানুহ। পঁচিশ বছৰ বয়সত তেওঁৰ কেল্‌ভিন্ এলিস্ ষ্টৌ নামৰ প্ৰফেচৰ এজনৰ সৈতে বিয়া হৈছিল। গিৰীয়েকৰ বেমাৰী শৰীৰ। এনে অৱস্থা সত্বেও তেওঁ সাহিত্য চৰ্চ্চা কৰিছিল। সাহিত্য চৰ্চ্চা কৰিও গৃহস্থালি কামৰ সময় পাইছিল কিন্তু।

মিচেচ্ ষ্টৌই চিন্‌চিনাটিত (ওহাইও প্ৰদেশৰ) ওঠৰ বছৰ বাস কৰিছিল। তেওঁ থকা ঠাইৰ নৈখনৰ সিপাৰেই গোলামী প্ৰথা চলিছিল। ইপাৰ আৰু সিপাৰ। বহুত গোলাম ক্যানাডালৈ সেই নৈখন পাৰ হৈ পলাই গৈছিল। মিচেচ্ ষ্টৌৰ বন্ধু-বান্ধৱসকলে এনেবোৰ দাসক আশ্ৰয় দি ক্যানাডালৈ পঠাই দিছিল। দাসত্বৰ (Slavery) কুফল দেখি তেওঁৰ কোমল হৃদয় দ্ৰৱ হৈছিল। সেই কাৰণেই তেওঁ এই বিষয়ে বহুত লেখি য়ুৰোপৰ সহানুভূতি পাবৰ নিমিত্তে য়ুৰোপলৈ গৈও সেই বিষয় প্ৰচাৰ কৰিছিল।

আমি যেতিয়া এমেৰিকা বুলি কওঁ, আমি যুক্তৰাজ্যৰ কথাহে ভাবোঁ। এই মহাদেশ দুইভাগে বিভক্ত—উত্তৰ আৰু দক্ষিণ। উত্তৰ ফালে ক্যানাডা আৰু যুক্তৰাজ্যই প্ৰধান বিভাগ। প্যানামা যোজকে উত্তৰ আৰু দক্ষিণভাগক যোগ কৰিছে। আমাৰ এই দক্ষিণভাগৰ সৈতে সম্পৰ্ক নাই। উত্তৰভাগৰ সৈতেহে সম্পৰ্ক। যুক্তৰাজ্যৰ উত্তৰ ৰাজ্য আৰু দক্ষিণ ৰাজ্যবোৰৰ ভিতৰতেই যুঁজ লাগিছিল। দক্ষিণ ৰাজ্যবোৰ দাসত্ব প্ৰথাৰ কৰ্মীয়া, উত্তৰ ৰাজ্যবোৰ এই প্ৰথাৰ বিপক্ষে আছিল। ক্যানাডাত দাসত্ব প্ৰথা নাছিল।

পাতনি নবঢ়াওঁ। আশকৰোঁ, তোমালোকে আৰু অসমীয়া আন আন ল'ৰা-ছোৱালীবিলাকে এই কিতাপ পঢ়ি ভাল পাবাহঁক।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা

# দদাইৰ পঁজা

আমেৰিকাৰ যুক্তৰাজ্য। কেণ্টাকি প্ৰদেশ। জাৰৰ দিন। ফেব্ৰুৱাৰি (মাহ) মাহৰ আবেলি। দুজন ভদ্ৰলোকে এটি সুন্দৰভাৱে সজোৱা বৌঠালীত বহি কথা-বতৰা পাতি আছিল। সেই বৌঠালীত তেওঁলোক দুয়োহে আছিল, এনেকি চাকৰ-নাকৰো নাছিল। বাচিয়া ওচৰা-উচৰি। ব্যগ্ৰ ভাব।

সভ্যতাৰ 'খাতিৰেহে' আমি 'দুজন ভদ্ৰলোক'ৰ কথাকেবি ব্যৱহাৰ কৰিছোঁ। এজনক দেখিলে 'ভদ্ৰলোক' হেন বুলি ভাবিবকে নোৱাৰি, কিয়নো সি যে 'ভাল মানুহ' এইকেবি কথা তাৰ সকলো ব্যৱহাৰতে দেখুৱাবলৈ বহু কৰিছিল। যি এনেকৈ 'ভাল মানুহ' বুলি সময়ে-অসময়ে জাননী দিব খোজে, সি কেতিয়াও 'ভাল মানুহ, জেণ্টলম্যান' হ'ব নোৱাৰে। আনজনক, মিষ্টাৰ শেলবিক দেখিলে 'ভাল মানুহ' বুলি জানি আৰু তেওঁৰ ব্যৱহাৰো যেনে ঘৰ-দুৱাৰো তেনে, ভাল আৰু সুন্দৰ। শেলবিক আনটোৱে ক'লে, "এনেহ'লে কেনেকৈ কাৰবাৰ কৰোঁ, কওকচোন—একেবাৰেই নোৱাৰি।"

"হেলি (আন মানুহটোৰ নাম), "টম্ সঁচাসঁচিকৈয়ে বৰ অসাধাৰণ মানুহ। সি এটি ৰত্ন। সি সজ, কৰ্মদক্ষ, ধীৰ আৰু গম্ভীৰ। এই টকাৰে টমক য'তে-ত'তে বেচিব পাৰোঁ। সি মোৰ খাত-পাম, ঘৰ-বাৰী আদি যতনেৰে পৰিপাটীৰূপে চলায়।"

হেলিয়ে উত্তৰ দিলে, "এৰা, ক'লা মানুহ যেনে সজ হয় তেনে সজৰ কথা কৈছে নহয়নে বাৰু ?"

"নহয় নহয়, টম্ সঁচাসঁচিকৈ ধৰ্মভীৰু, বিবেকী, সজ, ধীৰ আৰু গম্ভীৰ মানুহ। টমৰ দৰে মানুহক যে বেচিবলৈ ওলাইছোঁ, ই কম দুখৰ কথা নহয়। মই দুৰ্ভগীয়া দেখিহে তাক বেচিবলৈ ওলাইছোঁ। বাকীখিনি টকা যে তোমাক মোৰ দিবলগীয়া আছে, এই টমকে সেইখিনিৰ সলনি লৈ মোক মুক্তি দিয়া। আৰু সঁচাসঁচিকৈয়ে ক'বলৈ গ'লে, তোমাৰ যদি অলপ ধৰ্মজ্ঞান কি বিবেক বুলি এটা বস্তু আছে, তুমি এই এজন মানুহ লৈয়েই সন্তুষ্ট হৈ মোক মুক্তি দিয়া।"

হেলিয়ে ক'লে, "আন আন ব্যৱসায়ী মানুহৰ যেনে ধৰ্মজ্ঞান আছে। কাৰবাৰখন চলাব লাগিবতো।"

"তেনেহ'লে হেলি, কি লাগে তোমাক ?"

"আৰু এটা ল'ৰা কি এজনী ছোৱালী এই টমৰে লগত 'ফাও' বুলি এৰি দিব নোৱাৰেনে ?"

"নাই নাই, তেনেকৈ দিব পৰা মোৰ কোনো নাই।"

এই সময়তে এটা পাঁচ-ছয় বছৰীয়া কোৱাড্ৰুন (Quadroon) ল'ৰা সেই খোঁটালীত সোমালহি। ল'ৰাটোক দেখিলেই মৰম লাগে।

শ্বেলবিয়ে ক'লে, "এই জিম্ ক্ৰো, এইকালে আহ, এই আঙুৰখিনি ধৰ-চোন।"

সৰল ল'ৰাটিয়ে যেতিয়া পৰোঁ-নপৰোঁ হৈ সেই আঙুৰ বুটলিবলৈ গ'ল, শ্বেলবিয়ে মনৰ সুখত হাঁহিবলৈ ধৰিলে।"

জিম্ ক্ৰোক্ মাতি আনি মৰম কৰি শ্বেলবিয়ে ক'লে, "তোৰ গান গাই নাচ নাচি এই ভদ্ৰলোক জনক দেখুৱাবচোন।"

কোৱামাত্ৰকে ল'ৰাটিয়ে নিগ্ৰো সঙ্গীত মিঠা মাতেৰে গাই আৰু সুন্দৰ ভঙ্গিৰে নিগ্ৰো নাচ নাচি, তালৰ সামঞ্জস্য ৰাখি, দুয়োকো মুহি পেলালে।

"ব্ৰাভো, বাহ বাহ, শুনক, এই ল'ৰাটোক টমৰ লগত দিয়ক—মই আৰু একো নকওঁ, দিবনে ?"

এইখিনি সময়তে পঁচিশ বছৰীয়া এজনী সুন্দৰী কোৱাড্ৰুন গাভৰু ছোৱালী খোঁটালীত সোমাল। দেখিয়েই তাইক সেই ল'ৰাটিৰ মাক বুলি জনা গ'ল। একে ক'লা বৰণীয়া মনোমোহা চকু, একে চকুৰ পতা, একে চুলিৰ বৰণ।

"কি লাগে, ইলাইজা ?" শ্বেলবিয়ে সুধিলে।

"দেউতা, হেৰিক বিচাৰি আহিছিলোঁ।"

"লৈ যা তাক তেনেহ'লে।" মাকে তাক বেগাবেগিকৈ কোলাত লৈ গুচি গ'ল।

হেলিয়ে ল'ৰাটোক লাগে বুলি বহুবাৰ ক'লে।

শ্বেলবিয়ে ক'লে, "মই তাক বেচিব নোখোজোঁ। মাকৰ বুকুৰপৰা তাকনো কেনেকৈ কাঢ়ি আনিম ? মানুহৰ অলপ দয়া-মৰম আছে নে নাই ?"

"তেনেহ'লে এটা কাম নকৰে কিয় ? শুনক, কেদিনমানৰ নিমিত্তে মাকক আঁতৰাই আন ঠাইলৈ নপঠিয়ায় কিয় ? সেইখিনি সময়তে আমাৰ কাম উদ্ধাৰ

কৰিম। যেতিয়া তাই উভতি আহিব, আপোনাৰ ঘৈণীয়েকে তাইক কিবা অলপ গহনা কি কাপোৰ-কানি, নহ'লে আন কোনো বস্তু দিব। তাই পাহৰি যাব। আমাৰ বগা মানুহৰ দৰে সিঁহত নহয়। যদি ভালকৈ কাম সিদ্ধি কৰিব পৰা যায়, সিঁহতে অলপতে পাহৰি যায়। আমাৰ দৰে নহয়।"

খেলৰি বপুৰীয়ে অলপ পৰ ভাবি ক'লে, "বাৰু, তুমি এতিয়া যোৱা, গধূলিকৈ আহিবা। মোৰ গৃহিণীৰে সৈতে পৰামৰ্শ কৰি ভাবি-চিন্তি এটা ক'ম।" এই কথা শুনি বেপাৰীয়ে অভিবাদন জনাই গুচি গ'ল।

মিষ্টৰ খেলৰি মানুহটি ভাল, মৰমিয়াল, আৰু আন আন গোলামৰ অধিকাৰীৰ দৰে হৃদয়হীন নাছিল। তেওঁৰ 'জমিদাৰী'ত গোলামবিলাকৰ কোনো কষ্টয়েই নাছিল। তেওঁ কাৰবাৰত অলপ হাত খোলা মানুহ আছিল। কোনো কোনো মানুহৰপৰা টকা ধাৰ কৰাৰ বাবে তেওঁৰ প্ৰাপ্তি-স্বীকাৰৰ কাকত-বোৰ এই হেলিৰ হাতত পৰিছিলগৈ। সেইগুণেই হেলিয়ে খেলৰিৰে সৈতে এনেবোৰ কথা ক'বলৈ সুযোগ পাইছিল।

ইলাইজাই যেতিয়া হেৰিক বিচাৰি গৈছিল, দেউতাকৰ সৈতে কথা পতা মানুহজন যে বেপাৰী—তাই গম পাইছিল, আৰু কোনোবা গোলামকো যে বেচিবৰ কথা-বতৰা হৈছিল—তাই তাকো গম পাইছিল। সেইদেখি তাইৰ ল'ৰাৰে বিষয়ে কথা হৈছিল বুলি তাইৰ মনত কিবা এটা আশংকা হ'ল।

তাই দুৱাৰৰ ওচৰত থিয় হৈ অলপ পৰ থাকি সকলো কথা শুনিলেহেঁতেন কিন্তু ঠিক সেইখিনি সময়তে তাইৰ আয়েকে মতাৰ নিমিত্তে তাই সেই ঠাই এৰি যাবলগীয়া হ'ল। মাকৰ মন। ল'ৰাৰ বিষয়ে ভয়, সন্দেহ যায় ক'ত?

সেইদিনা ইলাইজাৰ কামত মন নাই। এখন কাপোৰ দিওঁতে আন এখন কাপোৰ দিয়ে, মুখ ধুবৰ লোটা দিবলৈ যোৱাত লোটা পৰি যায়। সিদিনা কামত তাইৰ মন নাই।

মিচেচ্ খেলৰিয়ে তাইক ক'লে, "ইলাইজা, তোৰ আজি কি হ'ল? কামত মন নাই কিয়?"

"আই আই, আজি দেউতাৰ লগত বেপাৰী এটাই কথা কোৱা দেখিলোঁ!"

"ছোৱালীজনীয়ে কি কয়, বেপাৰীৰ সৈতে কথা দেউতাৰে ক'লেই বা!"

"আই, দেউতাই মোৰ হেৰিক বেচিবনে?" এইবুলি তাইৰ সুন্দৰ মুখখনি আচঁলেৰে ঢাকি হুকহুকাই কান্দিবলৈ ধৰিলে।

"কি কয় এইজনীয়ে ? তই নেজাননে, তোৰ দেউতাৰে দখিণীয়া বেপাৰী-খিলাকৰ লগত কেতিয়াও কাৰবাৰ নকৰে ? বেচিব ! কিয় বেচিব ?"

"আই ঔ আই, যদি দেউতাই মোৰ হেৰিক বেচিব খোজে, আপুনি বেচিব নিদিব দেই।"

"তই কি কৱ, ও। তোৰ হেৰিক বেচা যেনে, মোৰ পেটৰ ল'ৰা-ছোৱালীক বেচাও তেনে জানিবি ইলাইজা।"

আয়েকৰ এই কথা শুনি ইলাইজাৰ মন সুস্থিৰ হ'ল। ইলাইজাই আয়েকক ভক্তি কৰিছিল। ইলাইজাই জানিছিল যে তাইৰ দেউতাক আৰু আয়েকে তেওঁলোকৰ গোলামবোৰক মৰম কৰিছিল। আয়েকৰ কথা শুনি তেতিয়াই তাই নিজৰ কাম আগৰ দৰে কৰিবলৈ ধৰিলে।

মিচেচ্ শেলবিয়ে গিৰীয়েকক মৰমিয়াল, ধৰ্ম্মভীৰু বুলি জানিহে এনে কথা কৈছিল। তেওঁ নেজানিছিল যে মিঃ শেলবিৰ আৰ্থিক অৱস্থা সেইখিনি সময়ত আগৰ দৰে নাছিল। মৰমিয়াল মিচেচ্ শেলবিয়ে কাপোৰ-কানি পিন্ধি সামাজিক ৰীতি অনুসাৰে বন্ধুবৰ্গৰ সৈতে দেখা কৰিবলৈ ওলাল।

ইলাইজাক সৰুবেপৰা আয়েকে মৰম কৰিছিল। ইলাইজা আয়েকৰ নিজৰ সম্পত্তি। সেইবেথি জৰ্জ হেৰিস্ বুলি এটি মিউলাটো (Mulatto) ল'ৰাৰ লগত তেওঁ তাইৰ বিয়া দিয়াইছিল। এই জৰ্জ হেৰিস্ ওচৰৰে এখন 'জমিদাৰী'ৰ গোলাম। জৰ্জ চোকা আৰু কৰ্ম্মদক্ষ ল'ৰা।

এই জৰ্জৰ গৰাকীয়ে আকৌ নিজে জৰ্জক নেৰাখি আন এজন মানুহক জৰ্জক ভাড়াই দিছিল। জৰ্জে সেই ঠাইত কাম কৰিছিল আৰু গৰাকীটিয়ে জৰ্জৰ কামৰ মূল্য পাইছিল, এই যেনেকৈ এতিয়া আমি ঘোঁড়া, গাড়ী, ঘৰ কেৰেয়াত দিওঁ—সেই তেনেদৰে। আগেয়েই কৈছোঁ—জৰ্জ চোকা ল'ৰা। তাৰ চোকা বুদ্ধিৰ চিনাকি দিছিল এটি নতুন জৰী পকোৱাৰ কল সৃষ্টি কৰি। এই কথা যেতিয়াই জৰ্জৰ গৰাকীয়ে শুনিছিল, সি বেপাৰেশ্নিকৈ সেই ঠাইলৈ গৈ জৰ্জক চাব খুজিলে। তাকে দেখিয়েই সেই ঠাইৰ আটাই মানুহৰ আনন্দ হ'ল। বিশেষ—বিজনক জৰ্জক ভাড়াই দিয়া হৈছিল, তেওঁৰ আনন্দ প্ৰকাশ কৰি অভ্যৰ্থনা কৰি ক'লে, "মিষ্টৰ হেৰিচ, আপোনাক আমি আটাইয়ে 'অভিনন্দন

কৰোঁ। আপুনি যে এনে এটি ৰত্ন পাইছে, সেই নিমিত্তে আমি আটায়ে সুখী।" সকলোৱেই জৰ্জক ভাল পাইছিল। কিন্তু যেতিয়া এই মানুহজনলৈ জৰ্জৰ গৰাকীৰ আগমনৰ কাৰণ শুনিলে, সকলোৱে স্তম্ভিত হ'ল।

সি ক'লে, "মোক জৰ্জৰ দৰমহাখিনি দিয়া, এতিয়াই দিয়া। মই তাক লৈ যাওঁ।"

কাৰখানাৰ গৰাকীয়ে ক'লে, "মিঃ হেৰিস্, একো বা-বাতৰি নাই, কথা-বতৰা নাই, এনেকৈ তাক কিয় লৈ যায়?"

"বা-বাতৰি? সি মোৰ নিজৰ সম্পত্তি নহয়নে? সেই মানুহটো মোৰ কাৰণে জানো? মোৰ মানুহ। মোৰ বস্তু। মোৰ যেতিয়াই ইচ্ছা, তাক কেনেকৈ দিম আৰু যেতিয়াই মন যায়, তাক লৈ যাম। ইয়াত কি কথা আছে?"

"আমি তাৰ দৰমহা আৰু বঢ়াই দিম। বহুত টকা আপুনি পাব। তাক ইয়াতে থাকিবলৈ দিয়ক।"

সেই কথাত সন্মত নহৈ জৰ্জক হেৰিসে লৈ গ'ল। আৰু লৈ গৈ তাক খাপৰ অতি হীন কামত লগাই দিলে।

এই কাৰখানাত কাম কৰাৰ সময়তে জৰ্জে মিচেচ্ শেলবিৰ ঘৰৰ লিগিৰী ইলাইজাক বিয়া কৰায়। মিচেচ্ শেলবিৰ উল্লাস দেখে কোনে? ঘৰৰ লিগিৰীৰ বিয়া। তেওঁ দেখিলে—জৰ্জ ভাল ল'ৰা আৰু ইলাইজাও ভাল ছোৱালী। কোন তিকতাই বিয়াত বং নেপায়?

কাৰখানাত কাম কৰোঁতে জৰ্জে ভাল কিতাপ পঢ়িছিল। আৰু সকলো ঠাইলৈকে (গোলাম হ'লেও) যাব পাৰিছিল। এনেবিলাক গোলামৰ বিষয়ে মোৰ আসামৰ মানুহে বোধকৰোঁ ভালকৈ নেজানে। এনে অধিকাৰ সকলো গোলামৰ ভাগ্যত নঘটে।

কিন্তু এতিয়া? এতিয়া জৰ্জৰ সকলো এক্কাৰ। ক'লৈকো যাব নোৱাৰে। জেলৰ কয়েদীৰ দৰে। সুযোগ পাই এদিন জৰ্জে ইলাইজাৰ লৈকে দেখা কৰিবলৈ আহিল। সেইদিনা ইলাইজা বাৰাণ্ডাত থিয় হৈ বহুতো কথা ভাবিছে। আৰেক নাই, আজেক ক'ৰবাটৈ ওলাই গৈছে। বাৰাণ্ডাত থিয় হৈ আছে, এনেতে ইলাইজাই কাবোঁৱাৰ হাত তেওঁৰ গাত অনুভৱ কৰিলে। চাই দেখিলে জৰ্জ।

"জৰ্জ, চুমিলে? মই তাক পাই নৌকিলোঁ। আই ঘৰত নাই। আইদেউ, মোৰ কোঠালীটৈ আহা। আমি আলাপ পৰ মুঠো কথা পাতোঁতেই।"

এইবুলি বাবাজাৰ ওচৰেৰে এটি খোঁটালীলৈ জৰ্জক লৈ গ'ল।

"জৰ্জ, আজি তোমাক এনে দেখিছোঁ কিয় ? তুমি নেইাঁহা, কথা নোকোৱা। আমাৰ হেৰিক নোচোৱানে এবাৰ। সি কেনে ডাঙৰ-দীঘল হৈছে। এবাৰ চোৱাচোন।"

"ইলাইজা ইলাইজা, হেৰিব পৃথিৱীলৈ নহা হ'লেই ভাল আছিল। আৰু মোবো জনম নোহোৱা হ'লেই ভাল হ'লহেঁতেন।"

এই কথা শুনি গিৰীয়েকৰ কান্ধত পৰি ইলাইজাই হুক্‌হুক্ কৰি কান্দিবলৈ ধৰিলে।

"জৰ্জ, মোৰ জৰ্জ ( বিলাতত আৰু পৃথিৱীৰ পশ্চিম ফালৰ মানুহে গিৰীয়েকে বৈণীয়েকৰ আৰু বৈণীয়েকে গিৰীয়েকৰ নাম কাঢ়ি মাতে।), এনে কথা কিয় 'কোৱা ? মই জানো—তোমাৰ কাৰখানাৰ কাম গ'ল। আৰু তোমাৰ গৰাকীজন অতি বেয়া মানুহ। কিন্তু ধীৰ হোৱা জৰ্জ। ধৈৰ্য্য ধৰাঁ।"

"ধৈৰ্য্য! মই ধৈৰ্য্য ধৰা নাইনে? সি যেতিয়া মোক কাৰখানাৰপৰা লৈ আহিল, মই কিবা কৈছিলোঁনে? কিয় মোক সি লৈ আহিল? কাৰখানাত মোক সকলোৱেই ভাল পাইছিল। সেইদেখিয়েইনে? আৰু এতিয়া, এতিয়া সি মোক যে কি কাম কৰিবলৈ দিয়ে, ইলাইজা, মই তোমাক সেইবোৰ কথা নকওঁ। কিমান যে খটায়। আৰু মই ভালকৈ কাম কৰা দেখিলে, সি আৰু সৰহ কাম কৰিবলৈ দিয়ে। ইলাইজা, মোৰ অসহ্য হৈছে। মই আৰু নোৱাৰোঁ। নোৱাৰোঁ কি, মই আৰু একো কামকে নকৰো।"

দেহি ইলাইজা! গিৰীয়েকৰ এই কথা শুনি তাই কঁপিবলৈ ধৰিলে। জৰ্জে এনেকৈ আগেয়েতো কথা কোৱা নাছিল। ইমাৰ মানে কি ?

"ইলাইজা, মই আৰু নোৱৰা হ'লোঁ। যাওঁ—শুভবাই, বিদায় দিয়াঁ, ইলাইজা, মই যাওঁ।"

"যাবা, ক'লৈ যাবা জৰ্জ ?"

"ক'লৈ যাম ? কেনেডালৈ। তালৈ গৈ, ইলাইজা, মোৰ উন্নতি কৰি তোমাক আৰু সোনাকণক কিনি ল'ম ইলাইজা। মই সেই কামৰ নিমিত্তে অলপ ঠিক-ঠাকো কৰিছোঁ। মই পলাই যাম। ভগৱানে আকৌ আমাক লগ লগাব ইলাইজা। শুভবাই।"

দুয়ো কিছুপৰ মনে মনে থাকি ভগৱানক স্মৰণ কৰি বিদায় ল'লে।

আমাৰ দেশত যেনেকৈ চাকৰবিলাকে কয়, 'কজিবৰ বাংলা' 'কমুদৰ বাংলা'

যুক্তৰাজ্যত তেনেকৈ 'মনিবৰ হাউস্' অথবা 'হাউস্' কৈছিল। 'হাউস্' যাক কয় তাৰ ওচৰতে টম্ দদাইৰ পঁজা। পঁজা বুলিলে আমি খেৰৰ ঘৰ বুজোঁ। কিন্তু এই ঘৰ কাঠৰ আছিল। তাক লগ্ ক্যাবিন (Log Cabin) কয়। টম্ৰ ক্যাবিন (এইবাৰৰপৰা পঁজা বুলি ক'ম দেই) তলনি আছিল আৰু সুন্দৰ ফল-মূলৰ বাগিচাৰ সৰু বাৰী এডোখৰ ঘৰৰ আগতে আছিল। নিগ্ৰো গোলামৰ আদৰ্শ ঘৰ আৰু বাৰী টমৰ আছিল।

গধূলি। ক্লো খুড়ীৰ বন্ধা-বঢা হ'ল। গিৰীয়েকক এতিয়া খুৱালেই হ'ল। গিৰীয়েকক খুৱাবলৈ ঠিক-ঠাক কৰিছে। চাক খোঁটালী, চিকণ কাপোৰ-কানি।

খোঁটালীৰ একালে সুন্দৰভাৱে সজাই পাৰি থোৱা বিছনা, আৰু এই বিছনাৰ ওচৰতে তলত এখন ডাঙৰ দলিচা পৰা। এইখিনিতে আণ্ট্ ক্লো আহি থিয় দিলেহি। এইডোখৰেই বিশেষ বহা ঠাই কি বৈঠকখানা, যাক ড্ৰয়িং ৰুম (ইংৰাজীত Drawing room) কয়। সেই খোঁটালীৰ আৰু একালে আৰু এখন বিছনা, সেই বিছনাত শোৱা হয়, আনখন বহা-মেলাৰ নিমিত্তে।

এখন বেঞ্চিৰ ওপৰত দুটা নিগ্ৰো ল'ৰা। সিহঁতৰ চুলি মেৰছাগলীৰ ক'লা লোমৰ দৰে। গাল দুখন ভৰা। চকু ক'লা, উজ্জ্বল। এই দুটি ল'ৰাই এটি শিশুৰ প্ৰথম খোজ কঢাৰ 'তদাৰক' কৰিছিল।

জুহালৰ ওচৰত এখন মেজ। মেজৰ ওপৰত ধোঁ-ধোঁৱা বগা চাদৰ। তাৰ ওপৰত পিয়লা-পিৰিচ্ আৰু খোৱা-বোৱাৰ প্ৰয়োজনীয় আন আন বস্তু। এই মেজৰ ওচৰতে টম্ দদাই বহি ছিলঠত কিবা লেখি আছিল। টমৰ লেখা তেৰ বছৰীয়া, গৰাকীৰ ল'ৰা, মাষ্টৰ জৰ্জে চাই আছিল। মাষ্টৰ জৰ্জে টমক কিবা শিকাইছিল।

টম্ ডাঙৰ-দীঘল। টম্ শক্তিশালী, বলবান। টমৰ বুকু বহল। টমৰ মুখত দয়া, ধৰ্ম্মৰ ছাপ। দেখিলে বুদ্ধিমান আৰু কৰ্ম্মদক্ষ বুলি মনত হৈছিল। টম্ ভদ্ৰ, সৰল। চমুকৈ ক'বলৈ গ'লে টমৰ সকলো সৎ গুণেই আছিল। টম্ মিঃ শেলবিৰ সকলোতকৈ ভাল গোলাম।

আণ্ট্ ক্লোৱে অলপ পৰ থিয় হৈ সকলো ঠিক-ঠাক কৰি চাই ল'ৰা দুটাক ক'লে, "মোজ্, পীট্—তহঁত এতিয়া ওলাই যা; পলি, সোণ, আই মোৰ—অলপ ৰ'বা, তোক এতিয়াই খাবলৈ দিম, সোণাই মোৰ। মাষ্টৰ জৰ্জ, বাপা—কেতেবুৰ 'কিতাপবোৰ [illegible] ৰখা। তোমাক আৰু তোমাৰ আঙ্কল টমক (Uncle

Tom) এতিয়া খাবলৈ দিওঁ। তোমালোক দুয়ো একেলগে খোৱাঁ। এতিয়াই মই তোমাক চচেজ (Sausage) আৰু ভাল ভাল পিঠা আনি দিওঁ।"

মাষ্টৰ জৰ্জে ক'লে, "আণ্ট্ ক্লো (Aunt Chloe), আজি মোৰ ঘৰত খাবৰ কথা আণ্ট্। কিন্তু মই জানো আণ্ট্, ক'ত খালে ভাল বস্তু খাবলৈ পায়।"

তেৰ বছৰীয়া ল'ৰাই যেনেকৈ খায়, মাষ্টৰ জৰ্জে খালে। এনে খোৱাবোৱা অন্ত আছে। মাষ্টৰ জৰ্জে ক'লে, "আণ্টি, আৰু খাব নোৱাৰোঁ।" এইবুলি মোজ্ আৰু পীটক বহুত খাবলৈ বস্তু দি ক'লে, "হোঁ, মোজ্ পীট্—ধৰ, খা। আণ্ট্ ক্লো, মোজ্ আৰু পীটক আৰু নকৈ কেইখনমান গৰম পিঠা কৰি দিয়াঁ।"

তাৰ পাছত টম্ আৰু জৰ্জ জুহালৰ ওচৰত বহিলগৈ। আণ্ট্ ক্লোই তেতিয়া বহি নিজেও খালে আৰু মোজ্, পীট আৰু পলিকো খুৱালে।

ল'ৰা-ছোৱালীহঁতক খুউৱা হ'লত আণ্ট্ ক্লোই সেই শোৱা বিছনাৰ তলৰ-পৰা আৰু এখন সৰু বিছনা টানি আনি সিহঁতক শুৱাবলৈ বন্দবস্ত কৰা দেখি জৰ্জে ক'লে, "আণ্ট্, কি কৰিছা, সিহঁতো সভাত বহক। সভাখন কি চাওক। সিহঁতে এনে সভা চাবলৈ ভাল পায়, মই জানো।"

আণ্ট্ ক্লোই ক'লে, "বাৰু, সিহঁত থাওক। এনে সভাত বহিলে, এনে সভাৰ কথা শুনিলে সিহঁতৰ মঙ্গলেই হ'ব। সিহঁত থাওক।"

পাঠক-পাঠিকা, এই সভা কি জানানে ? সেই মঙ্গলময় করুণাময়ৰ উপাসনা। এই সভাত চাৰি কুৰি বছৰীয়া বুঢ়া আছিল, বহুত ডেকা আছিল, গাভৰু আছিল। এই নিগ্ৰো গোলামবিলাকে এনেকৈ টমৰ কেবিনত ভগৱানৰ লৈতে কথা পাতিছিল।

সঙ্গীত, কীৰ্ত্তন ইত্যাদি হোৱাৰ পাছত টমে ঈশ্বৰৰ চৰণত বহুত কথা জনালে। কি সুন্দৰ ভাব! সৰু ল'ৰাৰ সৰলতা আৰু বুঢ়াৰ গাম্ভীৰ্য্যপূৰ্ণ প্ৰাৰ্থনাৰে সকলোৰে মন টমে আৰ্দ্ৰ কৰিলে। টম্ ধৰ্ম্মপৰায়ণ ধৰ্ম্মভীৰু আছিল, আৰু টমৰ সকলো আত্মীয়-স্বজন আৰু আন আন গোলাম বন্ধুবিলাকো ধৰ্ম্ম-পৰায়ণ আছিল। মাষ্টৰ জৰ্জেও এনেবোৰ সভাত যোগ দিছিল। টমৰ গুণৰ নিমিত্তে গোলামৰ ভিতৰৰ বহুতে বেয়া বাট এৰি ভাল বাট লৈছিল। ধন্য টম্!

ইপিনে মিঃ শেলবি আৰু হেলিয়ে কথা-বতৰা পাতি শেলবিৰ ঘৰত আছে। অলপ পৰ পাছত হেলিয়ে ক'লে, "আমাৰ সকলো ঠিক হ'লতো ?"

শেলবিয়ে ক'লে, "হ'ল।" কাগজ-পত্ৰৰ বিনিময় হ'ল। হেলি গুচি গ'ল। শেলবিয়ে অলপ পৰ বহি দুখিত মনেৰে এটা চুৰট খাবলৈ ধৰিলে।

ভগৱানৰ লৈতে কথা কোৱা হৈ গ'ল। যখন কাষে কোনোবা অহাৰ শব্দ শুনাত আণ্ট্ ক্লোই অলপ লাহে লাহে দুৱাৰ মুকলি কৰি চাই দেখে যে ইলাইজা ভয়ে ভয়ে আহিছে। কোলাত, বুকুৰ মাজত হেৰি।

"ইলাইজা, তই যেখোন এতিয়া আহিছ ?"

"কিয় আহিছোঁ, আই, আজি এতিয়াই শুনিলোঁ—ছেউতাই সেই পুৰা অহা বেপাৰীটোক মোৰ হেৰিক বেচিছে আৰু তাৰে লগত আমা আই, আমাৰ টম্ দদাইকো বেচিলে। সেইদেখি মই এতিয়াই পলাই যাওঁ।"

সকলোৰে আচৰিত হ'ল। ই কি কথা! সৰু হেৰিক বেচে, টম্ দদাইক বেচে! সৰু হেৰিয়ে কি কৰিছে যে তাক বেচে ? সৰু ল'ৰা। সজ, ধৰ্ম্মপ্ৰিয়, সকলোৰে প্ৰিয় টম্ দদায়েই বা কি কৰিছে ? সিহঁতৰ ছেউতাকে এই দুজনক বেচিব। আচৰিত! এনেবোৰ কথা সকলোৰে আলচিবলৈ ধৰিলে।

ইলাইজাই ক'লে, "আই ছেউতা, তেওঁলোকৰ দৰে মানুহ নাই। তেওঁলোক সঁচাসঁচিকৈয়ে দেৱতা। ছেউতা দেৱতা, আই দেবী। ছেউতাই কাৰবাৰ কৰি বহুতো টকা লোকচান দিলে। আৰু তাৰ 'হ্যাণ্ডনোট' (Handnote) আজি পুৱাতে অহা বেপাৰীটোৰ হাতত পৰিছেহি। টকা নিদিলে নিৰুপায়। ছেউতা, আই বিপদত পৰে। বেপাৰীটোৱে কৈছে—হয় টকাখিনি দে, নহ'লে টম্ আৰু হেৰিক বেচ। যদি তেওঁ টম্ দদাই আৰু হেৰিক বেপাৰীটোক নেবেচে, তেনেহ'লে তেওঁৰ সকলো সম্পত্তি যায়।"

আণ্ট্ ক্লোই মাত লগালে, "স্বামি, তুমি ইলাইজাৰ লগত কিয় নোযোৱা ? তোমাৰ য'লৈকে-ত'লৈকে যাবৰ অধিকাৰ আছে। তুমিও যোৱা। উপায় নাই। তুমিও যোৱা, এতিয়াই ততালিকৈ তোমাৰ বস্ত্ৰ-বেহানিবোৰ ঠিক-ঠাক কৰোঁ।"

টমে ক'লে, "ভগৱান আমাৰ সকলো নিগ্ৰো জাতিৰ সহায় হওক। ক্লো, মই নেযাওঁ। ছেউতা, আইৰ কোনো দোষ নাই।" এনেবুলি তাৰ সন্তান-বিলাকৰ পিনে চাই ক'লে, "ক্লো, ছেউতাই তোমালোকক চাব, ছেউতা দুখীয়াৰ বন্ধু, দয়াৰ সাগৰ।" এইবুলি কান্দিবলৈ ধৰিলে।

টমৰ কান্দোন কমিলে ইলাইজাই ক'লে, "আজিয়েই মোৰ স্বামীৰ লৈতে দেখা হৈছিল। তেওঁক তোমালোকে ক'বা—মই কেনেডালৈ (Canada) যাওঁ। আৰু কিয় মই তালৈ যাওঁ, তেওঁক ক'বা যেই, যদিহে তোমালোকে তেওঁৰে লৈতে কথা ক'বলৈ সুযোগ পোৱা।"

সকলোৰে আশীৰ্ব্বাদ লৈ ইলাইজা লাহে লাহে আঁতৰি গ'ল।

ইলাইজাৰ ঘৰে কোনোখা নিৰাশ্ৰয়া আছেনে ? তাইৰ গিৰীয়েকৰ দুখ-কষ্ট আৰু তাইৰ ল'ৰাৰ কি গতি হ'ব, তাইৰ এইবোৰ বিলাই-বিপত্তিৰ কথা ভাবি টম্ দদাইৰ ঘৰৰপৰা তাই খোজ ল'লে। হেৰিয়ে খোজ কাঢ়িব পাৰে। কিন্তু হেৰিয়ে খোজ কাঢ়ি গ'লে মদিৰা কোনোবাই তাক লৈ যায়! সেইদেখি হেৰিক বুকুৰ মাজত সাবট মাৰি বেগ দি খোজ কাঢ়িবলৈ ধৰিলে।

ইমান দিনৰ চিনাকি এই ঠাইখন এৰি যাবলৈ যে ইলাইজাৰ কি কষ্ট হৈছিল! ইলাইজা ক'লৈ যায় ? তাই মিচেচ্ শেলবিৰ লগত ওহাইও নৈৰ কাষৰ টি-গাঁৱলৈ কেবাবাৰো গৈছিল। এই টি-গাঁৱৰ কালেই তাই খোজ ল'লে। তাৰ পাছত পৰমপিতা পৰমেশ্বৰে যি কৰে। বেলি মাৰ যাবৰ এঘণ্টামান আগেয়ে সেই গাঁওখন পালেগৈ। তাইৰ ভৰিত ঘা, গাত বিষ, শৰীৰ আৰু মনত ভাগৰ। কিন্তু মনৰ বল যোৱা নাই। ভগৱানৰ ওপৰত নিৰ্ভৰ কৰি তাই গৈছিল নহয়!

বসন্তকালৰ আৰম্ভ হৈছেহে মাথোন। এতিয়াও জাৰ। নৈখন বৰফেৰে ভৰা। বৰফ এতিয়াও পমি যোৱা নাই। কোনো কোনো ঠাইত পানীৰ ওপৰত বৰফ ওপঙি হেন্দোলদোপ খাইছে। সৌভাগ্যবশতঃ ঠায়ে ঠায়ে বৰফৰ টুকুৰাবে এখন সৰু-সুৰা ওপঙা দলঙৰ দৰেও হৈছে। পাৰ কৰা নাও সেই নৈত চলা এতিয়া কোনোমতে সম্ভৱ নহয়। কেনেকৈ পাৰ হয় ? ইলাইজাই তাকে ভাবি অলপ পৰ তাত থিয় হৈ নৈৰ পিনে চাই থাকিল। চাই থাকিলেতো নহয়। সেইদেখি ইলাইজা নৈৰ কাষৰে এটি সৰু হোটেললৈ গৈ পাৰ হ'বৰ বা-বাতৰি ল'বলৈ গ'ল।

হোটেল গৰাকীয়নীয়ে জুহালত বান্ধি আছিল। ইলাইজাৰ মিঠা মাত শুনি বন্ধা এৰি ইলাইজাৰ ফালে চালে। "কি লাগে, আই ?" বুলি সোধাত ইলাইজাই ক'লে, "বি-নগৰলৈ যোৱা নাও নাই নেকি ?" গৰাকীয়নীয়ে ক'লে, "আজি-কালি নাও চলা বন্ধ হৈছে।" ইলাইজাৰ বিবৰ্ণ মুখ দেখি তাই আকৌ সুধিলে, "কি হৈছে, এতিয়া পাৰ হ'ব খুজিছা ? কাৰোবাৰ কিবা টান নৰীয়া হৈছে নেকি ? তোমাৰ মুখত ইমান বিয়াকুল ভাব কিয় ?" ইলাইজাই ক'লে, "মই এই অলপ আগতে শুনিলোঁ যে মোৰ এটি ল'ৰাৰ বৰ টান নৰীয়া। শুনিয়েই লৰি-ধাপৰি আহিছোঁ—পাৰ হ'ব পাৰিম বুলি আহুঁ।"

গৰাকীয়নী মাক। মাকৰ মন পমি গ'ল। ক'লে, "সঁচাই মোৰ বৰ দুখ লাগিছে।" "এই—ৰলমন" বুলি কাৰবাক মাতিলে। সি সেই অতিথিশালাৰ চাকৰ। "ৰলমন, আজি ৰাতি সিপাৰেৰ কোনোবাই কঢ়িয়াই লৈ যাবনে ?"

"যদি সুবিধা হয় কৰিয়াব লাগিবই।"

ইলাইজাৰ কাণে গৰাকীয়নীয়ে চাই ক'লে, "আজি এটা মানুহে সুবিধা হ'লে কিবা বস্তু সিপাৰলৈ নৈ যাব। আজি ৰাতি সি ইয়াতে থাকিব। তুমি এতিয়া অলপ জিৰোৱা। লেহি ঐ, কেনে চিকুণ ল'ৰাটি!" এইবুলি যেকিক এডোখৰ পিঠা দিলে।

ল'ৰাটিৰ বৰ ভাগৰ লাগিছিল, সি কান্দিবলৈ ধৰিলে। গৰাকীয়নীয়ে ওচৰৰে এটি সৰু খোঁটালী দেখুৱাই ক'লে, "এই খোঁটালীতে তাক শুৱাই থোৱা।" ইলাইজাই বিছনাত ল'ৰাটিক শুৱালে। টোপনি নহালৈকে তাৰ হাত ধৰি ইলাইজা ওচৰতে বহি থাকিল। ইলাইজাৰ টোপনি নাই। মনত সুখোৰ চিন্তা। কেনেকৈ আহিব? নিষ্ঠুৰ নৈৰ ফালে চাই আছে। সিপাৰ পালেগৈয়েই মুক্তি।

এনে কথা ভাবি আছে। এনেতে এখনামান নৌ-হওঁতেই ঘোঁৰা চেকুৰাই হেলি সেই অতিথিশালালৈ আহিল। লগত মিঃ খেলবিৰ দুজন গোলাম শ্যাম আৰু এণ্ডি। শ্যামে তাইক দেখি সতৰ্ক কৰিবৰ নিমিত্তে তাৰ টুপী ৰতাহে উৰাই নৈ গ'ল বুলি এটা চিয়ঁৰ মাৰি দিলে। সেইফালে চায়েই ইলাইজা বিচুৰ্ত্তি হ'ল। কি কৰোঁ কি নকৰোঁ হ'ল। বিমোৰ হ'ল। সেই খোঁটালী ঘৰটোৰ পাছফালে আছিল, আৰু সেই মানুহকেটা ঘোঁৰা চেকুৰাই পাছফালেদি গৈ আগবাটত ঘোঁৰা ৰখালে। পাঠক, ভাবি চোৱাঁ, ইলাইজাৰ কি অৱস্থা তেতিয়া। হেৰি শুইছে। ইপিনে হেলি ঘৰ সোমালেই সিইঁতক সি ধৰিব। ভগৱানৰ নাম লৈ সেই খোঁটালীৰপৰা পাছবাটেদি গৈ তাই নৈ পালেগৈ। হেৰিৰ টোপনি। হেৰি বুকুৰ মাজত। তাই বলিয়াৰ দৰে পানীত পৰিল। তাৰ পাছত এডোখৰ বৰফৰপৰা আন এডোখৰ বৰফলৈ জঁাপ মাৰোঁতে— সকলোৱে, এনেকি হেলিয়েও, ভয়ত হাত ওপৰলৈ তুলি "গল' গ'ল" বুলি চিয়ঁৰ মাৰিলে। ভগৱান যাৰ সহায়, তাৰ কি ভয়। সাধাৰণ অৱস্থাত ইলাইজা কি আন কোনো তিকতাই তেনে এটা দীঘল জঁাপ মাৰি এনে ডাঙৰ ব্যৱধান পাৰ হ'ব নোৱাৰিলেহেঁতেন। ইপাৰৰ-সিপাৰৰ মানুহে ভৱধ মানিলে। এনেকৈ জঁাপ মাৰি গৈ সিপাৰ পাওঁতে ইলাইজাৰ মূৰ্চ্ছাগ্ৰ অৱস্থাত এজন মানুহে পানীৰপৰা তুলি লৈ গ'ল। সেই মানুহটোক ইলাইজাই চিনি পাই ক'লে, "মিঃ ছীমছ, ৰক্ষা কৰক। মোক নেৰিব। আপোনাৰ এটি ল'ৰা আছে।"

"ৰক্ষা কৰিম! তোক ৰক্ষা নকৰিমনে? তোৰ ইমান সাহ! তই খেলখিইঁতৰ লিগিৰী নহয়নে?"

"হয় ডাঙৰীয়া, ৰক্ষা কৰোক। মোক উদ্ধাৰ কৰক। মোক ক'ৰবাত লুকাই থওক।" "শুন, য'তে এনে সাহৰ মানুহ দেখোঁ, ত'তে মোৰ ভাল লাগে। তই এজনী ছোৱালী। তোক নিশ্চয় সহায় কৰিম। কিন্তু মোৰ নিজৰ কোনো ঠাই নাই। তই সৌ সেই বগা ঘৰটোলৈ যা, তাৰ মানুহবিলাকে তোৰ উপকাৰ কৰিব। একো ভয় নাই, মোৰ আই, তই যা।"

"আপুনি কাকো একো নকয়তো?"

"তোৰ একো ভয় নাই। মই কাকো নকওঁ। আৰু তোৰ দৰে ছোৱালীয়েহে মুক্তি পাব লাগে। সেইখৰ ভাল মানুহ।"

সেই ত্ৰাণকৰ্ত্তাক সেই দেশৰ ৰীতি অনুসাৰে সেৱা কৰি আৰু ধন্যবাদ দি হেৰিক বুকুত লৈ সেই বগা ঘৰটিৰ ফালে ইলাইজাই বেগাই খোজ ল'লে।

ভগৱান, তুমি আছা। যদি কোনোবাই তুমি নাই বুলি কয়, তেনেহ'লে স্বেনেটৰ (Sanator) বাৰ্ড আৰু তেওঁৰ সহধৰ্ম্মিণীৰ দৰে মানুহ তোমাৰ ৰাজ্যত কেনেকৈ আছে? যি ঘৰলৈ ইলাইজাই হেৰিক লৈ গ'ল, সেই ঘৰ এওঁলোকৰে। সাঁজ হ'ল। চাকি লগালে। স্বেনেটৰ বাৰ্ডে কাম কৰি আহি চটি জোতা পিন্ধিছে। মিচেচ্ বাৰ্ডে খোৱা-বোৱাৰ তদাৰক কৰিছে। ঘৰৰ ভিতৰ-বাহিৰ চাফ-চিকণ। মানুহ যেনে, ঘৰো তেনে। অলপ পৰ পাছত কাজো বুঢ়া সেই খোঁটালীত সোমাই আহি ক'লে, "আই, এবাৰ বান্ধনী ঘৰলৈ আহকচোন।" আই ওলাই গ'ল। মিঃ বাৰ্ডে কাকত পঢ়িবলৈ ধৰিলে। অলপ পৰ পাছত মিচেচ্ বাৰ্ডে মাতিবলৈ ধৰিলে, "জন—জন, এবাৰ ওলাই আহাঁচোন, বেগাই আহাঁ।" জনে বান্ধনী ঘৰত যি দেখিলে তেওঁ বিচুৰ্ত্তি হ'ল। এজনী তৰা গাভৰু ছোৱালী—গাৰ কাপোৰ কটা আৰু বৰকেৰে ভৰা। তাইৰ জোতা এপাট নাই, ভৰিৰপৰা তেজ ওলাইছে, মোজা নাই। তাই দুখন মাচিয়াৰ ওপৰত শুই আছে। মূৰ্চ্ছা। মুখ দেখিলে ঘৃণিত জাতি বুলি জানি; কিন্তু শোকেৰে ভৰা মুখখনত কি সুন্দৰ জ্যোতি! বাৰ্ডে এই দৃশ্য দেখি এটি হুমুনিয়াহ কাঢ়িলে আৰু একেথৰে চাই ৰ'ল। বৈনীয়েক আৰু লিগিৰী আণ্ট্ ডাইনাই

ঔষধ-পাতি দি তাইক শুশ্ৰূষা কৰিছে। কাজো বুঢ়াই ল'ৰাটিক কোলাত লৈ জোতা-মোজা খুলি দি চেঁচা ভৰি দুখন গৰম হ'বলৈ ঘঁহি দিছে।

আণ্ট্‌ ডাইনাই ক'লে, "আই ঐ দেহি! গৰমৰ নিমিত্তেহে মূৰ্চ্ছা গ'ল। যেতিয়া ঘৰৰ ভিতৰলৈ সোমাই আহিল, তেতিয়া মুৰবকৈ কথা কৈ বুজিলে যে অলপ জুই পুৱাই যাব পাৰিব নে তাই। মই মাথোন বুজিবলৈহে পালোঁ—তাই ক'ৰপৰা আহিছে, তেতিয়াই তাই মূৰ্চ্ছ গ'ল। হাতৰ গঢ় দেখি ভাবিছোঁ যে টান কাম কৰাৰ অভ্যাস নাই। আই ঐ দেহি!"

মিচেচ্‌ বাৰ্ডেও মৰম কৰি তাইৰ বিষয় কিবা ক'লে।

ইলাইজাই লাহে লাহে তাইৰ ক'লা ধৰণীয়া মুন্দৰ ডাঙৰ ডাঙৰ চকু মেলি চাৰিউফালে চাই ক'লে, "হেৰি—মোৰ হেৰি ক'লৈ গ'ল? সিহঁতে তাক লৈ গ'লনে?"

ল'ৰাটিয়ে মাকৰ মাত শুনিয়েই কাজোৰ কোলাৰপৰা নামি আহি মাকক সাবট মাৰি ধৰিলেহি, "ঔ, সি আছে, সি ইয়াতে আছে।"

মিচেচ্‌ বাৰ্ডৰ ফালে চাই তাই বলিয়াৰ দৰে ক'লে, "আই, দুখানি চৰণত ধৰিছোঁ, আমাক ৰক্ষা কৰক। হেৰিক লৈ যাবলৈ নিদিব।"

বাৰ্ড গৃহিণীয়ে তাইক উৎসাহ দিবলৈ ক'লে, "ইয়াত নিৰ্ভয়ে থাক, তোৰ একো ভয় নাই। তোক ইয়াৰপৰা কোনেও লৈ যাব নোৱাৰে।"

"ঈশ্বৰে আপোনাৰ মঙ্গল কৰক আই।" এইবুলি মুখখন ঢাকি কান্দিবলৈ ধৰিলে। কন্দা দেখি মাকৰ কোলাত হেৰি উঠিলগৈ।

বাৰ্ড-গৃহিণীৰ যত্ন আৰু শুশ্ৰূষাত ইলাইজাৰ লাহে লাহে গা ভাল হ'ল। তাই অলপ শান্ত হ'ল। জুহালৰ ওচৰৰ বহল বেঞ্চখনতে এখন বিছনা পাৰি দিয়া হ'ল। তাতে মাক আৰু ল'ৰাই একেলগে শুলে। হেৰিক আন মানুহে অলপ মৰম কৰিবলৈ খুজিলেও তাই এৰি নিদিয়ে, ল'ৰাক আৰু আঁকোৱালিহে ধৰে। তাই হেৰিক লৈ শুলে।

বহা-ঘৰলৈ মিঃ বাৰ্ড আৰু সহধৰ্ম্মিণী গুচি আহিল। অলপ পৰ পাছত ডাইনাই আহি ক'লে যে ছোৱালীজনীয়ে সাৰ পাইছে আৰু তাইৰ লৈতে দেখা কৰিব খুজিছে।

মিঃ বাৰ্ড আৰু ঘৈণীয়েক বান্ধনী ঘৰলৈ গ'ল। গৈ দেখে যে ছোৱালীজনী জুহালৰ ওচৰৰ আসনখনত বহি আছে। মুখত শান্ত, কিন্তু অতি দুখৰ ভাব। আৰু জুইৰ ফালে নিশ্চলভাৱে একেথৰে চাই আছে। আগৰ উন্মত্ত ভাব নাই।

বৈণী বাৰ্ড্ৰে মৰমৰ মাতেৰে সুধিলে, "মোৰে সৈতে দেখা কৰিব খুজিছানে? এতিয়া অলপ ভাল পাইছানে?"

তাৰ উত্তৰ এটা অতি দীঘল কঁপা হুমুনিয়াহ। আৰু চকুৰ কাতৰ বিয়াকুল নিঃসহায় ভাব। এনেকৈ চালে যে গৃহিণীৰ চকুৰ পানী ওলাল।

"তোৰ একোকে ভয় নাই। ইয়াত তোৰ কোনো শত্ৰু নাই। কচোন আই, ক'ৰপৰা আহিছ? তোকনো কি লাগে, কচোন বাক।"

"মই আজি নিশা কেণ্টাকিৰপৰা আহিছোঁ।"

"কেনেকৈ আহিলি, এই নিশাখন?"

"বৰফ পাৰ হৈ আহিলোঁ।" "বৰফ পাৰ হৈ!" আটায়ে একেলগে ক'লে। সকলোৰে তবধ।

"ভগৱানৰ সহায় লৈ বৰফ পাৰ হৈ আহিলোঁ। সিহঁত মোৰ পাছে পাছে আহিছিল নহয়। মোক ধৰে আৰু। ভগৱানৰ সহায়ত বৰফ পাৰ হ'লোঁ। আন উপায় একো নাছিল।"

মিঃ বাৰ্ড্ৰে সুধিলে, "তুমি গোলাম আছিলা নেকি?"

"হয় দেউতা, কেণ্টাকিৰ মানুহ এজনৰ গোলাম আছিলোঁ।"

"তেওঁ তোমাক দুখ-কষ্ট দিছিল নেকি? তোমাৰ গৰাকীয়নীয়ে একা?"

"দুখ, কষ্ট! তেওঁলোক দুয়োই যে মোক কিমান মৰম কৰিছিল! মই কি ক'ম?"

"তেনেহ'লে তুমি এনে মানুহৰ ঘৰ কিয় এৰি আহিলা? আৰু ইমান বিপদনো কিয় সহ্য কৰিলা?" ছোৱালীজনীয়ে মিচেচ্ বাৰ্ডৰ ফালে অলপ পৰ থিৰ হৈ চালে। দেখিলে শোক-পৰিচ্ছদ। সেইফালে নিজা মানুহ ঢুকালে শোকৰ কাপোৰ পিন্ধে—যেনেকৈ আমাৰ অশৌচৰ কাপোৰ এবাৰ দিন কি এমাহ পিন্ধা হয়। সেই তেনে লোকৰ পৰিচ্ছদ দেখি ক'লে, "আই, আপোনাৰ কেতিয়াবা কোনো সময়ত ল'ৰা ঢুকাইছেনে?"

এনে প্ৰশ্নৰ কথা কোনেও ভবা নাছিল। সকলোৱে আচৰিত হ'ল, কিয়নো এমাহ আগেয়ে সেই গৃহিণীৰে এটি ল'ৰা স্বৰ্গী হৈছিল।

মিঃ বাৰ্ড্ৰে আনপিনে চাই খিড়িকিৰ ফালে গ'ল। আৰু বৈণীয়েকে কান্দিবলৈ ধৰিলে। কিন্তু ধৈৰ্য্য ধৰি ক'লে, "কিয় সুধিছা? মোৰ এটি সৰু ল'ৰা অলপতে গৈছে, কিয় সুধিছা?"

"তেনেহ'লে মোৰ মনৰ ভাব অনুভৱ কৰি আপুনি মোক মৰম আৰু মোৰে

নৈতে সহানুভূতি কৰিব। মোৰ একেটি ল'ৰা, মোৰ একেটি মাত্ৰ লৰা। এইটিক সিহঁতে মোৰ বুকুৰপৰা কাঢ়ি লৈ যাবলৈ খুজিছিল। মেতিয়া দেখিলোঁ—দলিল-পত্ৰ সকলো ঠিকঠাক, তাক বেচাও হৈ গ'ল, মই তাক লৈ তেতিয়াই পলাই আহিলোঁ। যি মানুহটোৱে এই ল'ৰাকণক কিনিছিল, সি আক আমাৰ গৰাকীৰ কেৱলমাত্ৰ মানুহে তাক লৈ যাবলৈ আমাক থেদি আহিছিল। তেতিয়া মই নিৰুপায়। সিহঁতক দেখিয়েই বৰফৰ ওপৰত ততালিকে জঁপিয়াই পৰিলোঁ। কেনেকৈ যে পাৰ হ'লোঁ, মই ক'ব নোৱাৰোঁ। এজন মানুহে মোক এই পাৰত হাত ধৰাই উঠাই লোৱাহে মুঠে মোৰ মনত আছে।"

মিঃ বাৰ্ডে ছোৱালীৰ ফালে ঘূৰি চাই গম্ভীৰকৈ ক'লে, "তেনেহ'লে তোৰ গৰাকীজন যে মৰমিয়াল মানুহ আছিল, কেনেকৈ ক'ম ?"

"কিয় কওঁ! তেওঁ সঁচাসঁচিকৈয়ে মৰমিয়াল মানুহ, আৰু ঘৰৰ গৈণীৰ যে কথাই নাই। তেওঁ যে মোক কিমান মৰম কৰিছিল! তেওঁলোকৰো কোনো উপায় নাছিল। তেওঁলোকৰ বহুত টকা ধাৰ। আৰু সেই ধাৰৰ দলিল-পত্ৰ এজন মানুহৰ হাতত পৰাত হেৰিক তাকে বেচিবৰ কথা হ'ল। সেই কথা শুনিয়েই মই হেৰিক লৈ পলাই আহিলোঁ। মোৰ এই একেটি পোনা মাথোন। ই যোৱা হ'লে মই কেনেকৈনো জীয়াই থাকিলোঁ হয় ?"

"তোৰ গিৰীয়েৰ নাইনে ?"

"আছে, কিন্তু তেওঁৰ গৰাকী আৰু এজন, আমাৰ গৰাকীজন নহয়। তেওঁৰ গৰাকীজন বৰ বেয়া মানুহ। এনে নিষ্ঠুৰ মানুহ অতি কম আছে। আৰু মোৰ স্বামীক দক্ষিণফালে বেচিব বুলি আমাক ভয় খুৱাই থাকে। আৰু বেচিবও। মোৰ স্বামীক আকৌ ক'ত দেখা পাম!" মিচেচ্ বাৰ্ডে সুধিলে, "তই ক'লৈ যাবি, আই ?"

"কেনেডালৈ যাম। যদিহে জানিলোঁহেঁতেন কেনেডা ক'ত! বহুত দূৰে ঠাই নেকি কেনেডা, আই ?"

"আই ঐ দেহি!"

"বহুত দূৰ নেকি, আই ?"

"তই যিমান দূৰ ভাবিছ, তাতকৈও বহুত দূৰ। বাক চাওঁচোন, কি কৰিব পাৰোঁ চাওঁ। ডাইনা, তোৰ কোঁঠালীতে ইলাইজাৰ বিছনা কৰি দে। বাকলী ঘৰৰ ওচৰতে হ'ব। ৰাতি পুৱাওক। চাওঁ কি কৰিব পাৰোঁ। ইলাইজা, এৰ্কো ভয় নাই। ভগৱানৰ ওপৰত নিৰ্ভৰ কৰা। তেওঁ তোমাক ৰক্ষা কৰিব। আলিবা।"

গিৰীয়েক আৰু ঘৈণীয়েক বহা খোঁটালীলৈ আকৌ গ'ল। মিচেচ্ বার্ডে দোলনী চকীখনত বহি দোল খাই খাই চিন্তা কৰিবলৈ ধৰিলে, আৰু মিঃ বার্ডে সেই খোঁটালীতে ইফাল-সিফাল কৰি ফুৰিবলৈ ধৰিলে। বার্ডে বহুত পৰ পাছত ক'লে, "ঘৈণী, আজি ৰাতিতে তাই ইয়াৰপৰা যাব লাগিব। নহ'লে মুস্কিল। সেই মানুহটোৱে নিশ্চয় গম পাব যে তাই ইয়াতে আছেহি। আৰু ৰাতি-পুৱাতে সি আহি ওলাবহি। আজিয়েই সিহঁতক ইয়াৰপৰা পঠাব লাগিব।"

"আজিয়েইনে? কেনেকৈ সম্ভৱ হ'ব পাৰে, আৰু ক'লৈ নৈ যাবা? জানানে?"

ৰেনেটৰে জোতা পিন্ধি ভাবি ভাবি ক'লে, "মই জানো বুলিয়েই ভাবো। চাওঁচোন বাৰু কি হয়। মোৰ বহুত দিনৰ মক্কেল্ ভেন্ ট্রম্প বুলি এজন মানুহ কেণ্টাকিৰপৰা আহি ইয়াৰে সাত মাইলমান দূৰৈত মাটি-বাৰী কিনি আছেহি। তাৰ সকলো গোলামকে সি মুক্তি দিছে। আৰু ঠাইডোখৰ ইমান নির্জন যে সেই ঠাইলৈ বিশেষ কাম নেথাকিলে কোনোৱে যাব নোখোজে আৰু নেযায়ো। নৈৰ এচুকত। কোনেও সোনকালে কি সহজে সেই ঘৰ বিচাৰি নেপায়। তালৈকে যোৱা ভাল বুলি ভাবো। তাত তাই সুন্দৰে, নিৰাপদে থাকিব। যাব বজাত লৈ যাম। কাজোই কোনেও নজনাকৈ গাড়ী-ঘোঁৰা জুঁটি দিয়ক।"

তাৰ পাছত বাৰ বজাত ইলাইজা আৰু সৰু ল'ৰাটিক গাড়ীত উঠাই মিঃ বার্ডে লৈ গ'ল। কিছুপৰ পাছত গাড়ীখন ডাঙৰ এটি ঘৰৰ আগত ৰ'লগৈ। বহুত পৰৰ পাছত (কিয়নো, গাঁৱলীয়া ঠাই, মানুহবোৰে সোনকালে শুবলৈ যায়, আৰু তেতিয়া সকলো মানুহৰে শোৱাই ভাল। বিশেষ কাম নেথাকিলে মানুহৰ বাহিৰলৈ ওলোৱা ভাল নহয়।) মাতা-মাতি কৰাৰ পাছত, ঘৰৰ গিৰীহঁত উঠি দুৱাৰ মেলি দিলে। তেওঁ দীঘল শকত মানুহ। ছয় ফিটতকৈও কেই-ইঞ্চিমান ওখ।

কেণ্টাকিত এই সজ ভেন্ ট্রম্পৰ বহুত মাটি-বাৰী আৰু বহুত গোলাম আছিল। এই সজ মানুহটিয়ে বহুত দেখি-শুনি ভাবিলে—এই গোলামী প্রথাটো ভাল নহয়, বেয়া। ভেন্ ট্রম্পৰ দৰে সহৃদয় মানুহে গোলামী প্রথাৰ বিষয়ে এই-বুলি ভাবিলে যে ই গোলামবোৰৰ পক্ষে যেনে বেয়া, গৰাকীৰ পক্ষেও তেনে। এনে কথা ভাবি-চিন্তি এদিন টকা কিছু হাতত লৈ ওহাইওলৈ গ'ল। তাত বহুত হেজাৰ পুৰা মাটি কিনি গোলামবিলাকক তালৈ পঠাই দিলে। সিহঁতক

দলিল-পত্ৰ লেখি দি মুক্তি দিয়াৰ পাছত এই ঠাইলৈ আহি (আমি যি ঠাইত তেওঁক দেখিছোঁ—সেই ঠাইত) থিতাপি হ'লহি।

ক'ব নেলাগে যে সেই মাটিখণ্ড (খণ্ড কৈছোঁ কিয়, সেই মাটিখিনি আমাৰ গুৱাহাটীতকৈও সৰহ পৰিমাণৰ, কামৰূপৰো আধা-আধিমানো হ'ব পাৰে), গোলামক দানস্বৰূপে দি সিহঁতক মুক্তি দিলে।

আমাৰ স্বেনেটৰ বন্ধুৱে সুধিলে, "তুমি দুখীয়া তিকতা এজনীক গোলাম ধৰা মানুহৰ হাতৰপৰা ৰক্ষা কৰিবানে?"

"ৰক্ষা! মই যদি নকৰোঁ কোনে কৰিব? মই কৰিম।"

স্বেনেটৰে ক'লে, "এৰা, মই তাকে ভাবিছে এইক ইয়ালৈ আনিছোঁ।"

স্বেনেটৰে মানুহ চিনি পাইছিল।

দুখ-ভাগৰেৰে ভৰপূৰ হৈ ইলাইজাই হেৰিক কোলাত লৈ দুৱাৰৰ ওচৰলৈ আহিল। ভেন্ ট্ৰম্পে মোমবাতিডাল তাইৰ মুখৰ আগত ধৰি এটা মৰমসূচক 'হঁহ' মুখৰপৰা উলিয়াই ক'লে, "এই ছোৱালী, তই ইয়াৰ কাষৰ খোঁটালীত শুই থাকগৈ। তোৰ একো ভয় নাই। তোৰ মাৰৰ কোলাত যেনে নিৰ্ভয়ে শুলি হয়, ইয়াতো তেনে নিৰ্ভয়ে শোগৈ যা।" এইবুলি কাষৰে এটা খোঁটালী মেলি দিলে। ইলাইজা সোমাল। তাৰ পাছত স্বেনেটৰে চমুকৈ ইলাইজাৰ ইতিহাস ক'লে। বাৰ্ডে বিদায় ল'বৰ সময়ত দহ ডলাৰৰ এখন কাকত ভেন্ ট্ৰম্পৰ হাতত দিলে।

"তাইৰ নিমিত্তে নেকি?"

"হয়।"

এইবুলি এই দুই সজ আৰু কৰ্মী মানুহে এজনে আনজনৰপৰা বিদায় ল'লে। এনে সজ মানুহ বিৰল।

ফেব্ৰুৱাৰি মাহৰ সেই ৰাতিপুৱাৰ দিনা বৰ এন্ধাৰ আৰু গোটাইখিনি সময় কিন্‌কিনাই বৰষুণ দি আছিল। বিশেষ—টম্ দদাইৰ পঞ্জাৰ খিলিকিৰপৰা চালে সেইদিনা বাহিৰত বৰ দুৰ্য্যোগ হেন লাগিছিল। বাহিৰেও দুৰ্য্যোগ, ভিতৰেও দুৰ্য্যোগ। পঞ্জাৰ ভিতৰৰ মানুহবোৰৰ আজি বৰ দুখ। সিহঁত শোকত অধীৰ। আজি টমক লৈ যাব।

লৈ যাব! এবাৰ ভাবি চোৱাচোন। নিজৰ গৃহিণী, ল'ৰা-ছোৱালীবোৰ লৈ যাব। এনেকৈ শত-সহস্ৰ গোলামবোৰক নিজৰ আত্মীয়-স্বজন পৰিয়ালৰ বুকুৰপৰা ছিনৌ কাটি লৈ যোৱা সেইখিনি সময়ত বিৰল নাছিল। কিন্তু আমাৰ টম্, ধৰ্ম্ম-ভীৰু, ধাৰ্ম্মিক, সজ টমক লৈ যোৱাত টমৰ পৰিয়ালৰ দুখৰ লগে লগে আমাৰ বুকুতো যে শোকে খুন্দা মাৰি ধৰে।

আণ্ট্ ক্লোই টমৰ কাপোৰবোৰ ঠিক কৰিছে। তাৰ লগতে খোৱা বোৱাৰ বস্তুবোৰো এখন চাফ-চিকণ টেবিলৰ ওপৰত সজাই থৈ দি আছে। মাজে মাজে চকুৰ পানী হাতেৰে মচি আছে। টমে বাইবেলখন হাতত লৈ তেওঁৰ ঘৈণীয়েকৰ ওচৰত বহি আছে। কাৰো মুখত কথা নাই। এতিয়াও বৰ পুৱা। ল'ৰাহঁতে এতিয়াও সাৰ পোৱা নাই। আটাইকেটাই একেলগে শুই আছে।

টমে বাইবেলখন পঢ়ি ল'ৰাহঁতৰ বিছনাৰ ফালে গ'ল। "এই শেষবাৰ" তেওঁ ক'লে। এই নিগ্ৰো জাতিৰ অপত্য-স্নেহ আৰু ঘৰৰ আত্মীয়-স্বজনলৈ মৰম বৰ। এই নিমিত্তেও সিহঁতে এনেকৈ নিজৰ মানুহৰ কাষৰপৰা টনা-আঁজোৰাৰ বিচ্ছেদত বৰ দুখ পাইছিল।

আণ্ট্ ক্লোই একো নকৈ কাম কৰি থাকিল। যি ইস্ত্ৰি লৈ কাম কৰি আছিল, সেই ইস্ত্ৰি লৈয়ে কাম কৰি থাকিল। কিন্তু অলপ পৰ পাছত আৰু থাকিব নোৱাৰি হুক হুক কৰি কান্দিবলৈ ধৰিলে। ই কান্দোন একেবাৰেই নিৰাশাৰ বুকু ফটা কান্দোন।

"ভগৱানৰ ভৰিত সকলোকে সঁপি দিব লাগে জানো। কিন্তু মই কেনেকৈ পাৰিম ঐ! যদিহে জানিলোঁ হয়—তুমি ক'লৈ যাবা, তোমাক সিহঁতে কেনেকৈ ৰাখিব, তেওঁ এটা কথা আছিল। তাকোতো নেজানো। আয়ে কৈছে হয়—তোমাক দুই-এবছৰৰ ভিতৰতে আকৌ মোকলাই আনিব, কিন্তু এবাৰ গ'লে দেখোঁ কোনেও উভতি নাহে। সিহঁতে কাম কৰাই সেই বাগিচাবোৰত মাৰি পেলায়।"

"ক্লো, ইয়াত যিজন ঈশ্বৰে আমাক ৰাখিছে, তাতো সেই একেজন ঈশ্বৰেই।"

চোৱাঁ, ঈশ্বৰৰ ওপৰত কিমান ভৰসা, কিমান ভক্তি! টমৰ দৰে মানুহ থাকিলে নিগ্ৰো জাতি কিয় হীন হ'ব?

আণ্ট্ ক্লোই ক'লে, "এই কথাই মোক একণকে আশা দিছিয়ে। কিন্তু আশা হোৱা ভাল, নহয়নে? আৰু কথা কৈয়েই বা কি হ'ব? তোমাক এসাজ ভালকৈ খুৱাওঁ এতিয়া। আকৌ কেতিয়াবা বা খাবলৈ পোৱা।"

এইবুলি খোৱা-বোৱাৰ বন্দবস্ত কৰিবলৈ ধৰিলে। সেইদিনা মিচেচ্ খেলবিয়ে ক্লোক ঘৰৰ কাম কৰিবলৈ দিয়া নাই। সেইদেখি আজৰি পাই ক্লোই যিমান দূৰ শকতি সিমান দূৰ ভালকৈ টমে ভালপোৱা বস্তুবোৰ বান্ধিবলৈ সময় পাইছিল। সেইবোৰ বস্তু সুন্দৰকৈ বান্ধি ধৌ ধৌ কৰে বগা মেজৰ চাদৰৰ ওপৰত সজাই থ'লে। নিজৰ হাতৰ আচাৰ, নিজৰ হাতৰ চাট্‌নিবোৰ মেজত সজাই থ'লে। ক্লো যেনে আদৰ্শ দাসী আছিল, তেনে আদৰ্শ গৃহিণীও আছিল। এই আচাৰ, মোৰোব্বাবোৰ বিশেষ সকাম হ'লেহে উলিওৱা হয়।

ল'ৰাবিলাকে খোৱা বস্তুবোৰ দেখি বেগাবেগিকৈ মুখ ধুই আহি খাবলৈ বহিলহি। খোৱা-বোৱাৰ পাছত মাকক কন্দা দেখি সিহঁতেও কান্দিবলৈ ধৰিলে। কিয় যে আজি ভোজৰ দৰে খোৱাৰ বন্দবস্ত হৈছে আৰু কিয় যে মাকে কান্দিছে, সিহঁতে নেজানে। কেৱল মাথোন দেখিলে—ভাল খোৱাবস্তু বহুতো আছে, খালে, আৰু দেখিলে—মাকে কান্দিছে, বাপেকে মনৰ দুখেৰে বহি আছে, তেওঁলোকৰ তেনে অৱস্থা দেখি কান্দিলে। এনেকৈ কান্দি থাকোঁতে থাকোঁতে এজনে ক'লে, "সৌৱা, আই আহিছে।"

আণ্ট্ ক্লোই ক'লে, "তেওঁ আহিছে? তেওঁ কোনো সজ কামলৈ অহা নাই।"

মিচেচ্ খেলবি অহা দেখি আণ্ট্ ক্লোই মাচিয়া এখন দিলে, কিন্তু মাচিয়াখন দিয়াত আগৰ দৰে হৃদ্যতা নাই, আগৰ দৰে মৰমৰ চিন নাই। আৰু কি, মাচিয়াখন থপ কৰি পেলাই দিয়াৰ দৰে দিলে। মিচেচ্ খেলবিৰো মন গধুৰ, তেওঁ আগৰ দৰে নেহাঁহিলে, আগৰ দৰে সকলোৰে পিনে চাই কথা নক'লে। টমৰ কালে চাই ক'লে, "টম্, তোমাক মই একো দিব নোৱাৰোঁ। যিহকে দিওঁ, সিহঁতে সকলোকে ল'ব। কিন্তু মই এনেখিনি সময়ত পিয় হৈ তোমাক কৈছোঁ যে মোৰ যেতিয়াই প্ৰথমে সুবিধা হয়, তেতিয়াই তোমাক মই মোকলাই আনিম। ঈশ্বৰ সাক্ষী। আৰু তেতিয়ালৈকে, টম্, তুমি ভগৱানৰ ওপৰত নিৰ্ভৰ কৰি থাকা। মই তোমাক নিশ্চয়েই আনিম।"

এনেকৈ কথা কৈ থাকোঁতে ল'ৰাহঁতে ক'লে—মাষ্টৰ হেলি আহিব লাগিছে। এই কথা কোৱাৰ পাছতে দুৱাৰখন কোনোবাই গুৰিয়াই মেলিলে আৰু হেলি মাষ্টৰ গোবৰ লগে লগে ভিতৰলৈ সোমালহি। বৰ খং।

ক'লেহি, "এই নিগাৰ" (নিগাৰ মানে ক'লা মানুহ। কিন্তু নিগাৰ কথাটো হেলিয়ে মুঠেই ক'লা মানুহ বুলি কোৱা নাছিল। নিগাৰ বুলি 'অধম' কি

তাতকৈও অধম—এনে ভাবহে প্ৰকাশ কৰিছিল)—"এই নিগাৰ, তই বাবলৈ সাজু হৈছনে ?" মিচেচ্ শ্বেলবিক দেখি মূৰৰপৰা টুপী খুলিলে আৰু একাবাৰ ভদ্ৰতাৰ কথা ক'লে।

টমে, সজ টমে এই কথা শুনি আৰু একো কথা নকৈ নতুন মালিকৰ পাছে পাছে যাবলৈ ধৰিলে। টমৰ ঘৈণীয়েকে সক কেঁচুৱাটিক কোলাত লৈ গিৰীয়েকৰ পাছে পাছে গ'ল। সকলোৱে কান্দি কান্দি, ল'ৰাই-ছোৱালীয়ে ওচৰ-চুবুৰীয়া সকলোৱে গাড়ীৰ ওচৰলৈ গ'ল। মিচেচ্ শ্বেলবিয়ে অলপ পৰ হেলিটোক কথা কৈ ৰাখিলে। ইচ্ছা যে টমে নিজৰ মানুহৰপৰা ভালকৈ বিদায় লৈ যাওক। টমক সকলোৱে ভাল পায়, সেই কৰ্ম্মক্ষেত্ৰৰ সকলো মানুহ, মুনিহ, তিকতা, বুঢ়া-বুঢ়ী, ডেকা-গাভৰু, ল'ৰা-ছোৱালী—সকলোৱে টমক বিদায় দিবলৈ আহিল।

অলপ পৰ পাছত হেলিয়ে টমক ক'লে, "ভিতৰলৈ সোমা।" সকলো গোলামে হেলিৰ ফালে দুখ আৰু খঙত কেৰাহিকৈ চালে।

হেলিয়ে কি কৰিলে শুনা। টম্ গাড়ীত সোমাল। হেলিয়ে তেতিয়াই টমৰ ভৰি দুখন শিকলিৰে বান্ধি দিলে। এটা জন্তুহে যেন।

টমে ক'লে, "জৰ্জ বোপা নাই, সেইদেখিহে মোৰ দুখ লাগিছে। জৰ্জ বোপাক মৰম দিব দেই।"

জৰ্জ শ্বেলবিৰ ল'ৰা। তিনিদিনমান আগেয়ে কোনো বন্ধু এজনৰ ঘৰলৈ গৈছিল। টমৰ এনে বিপদৰ কথা জৰ্জে শুনা নাছিল।

হেলিয়ে ঘোঁৰাক চাবুকেৰে কোবালে। ঘোঁৰা চেকুৰিবলৈ ধৰিলে। আৰু টমে সকলোৰে ফালে যিমান পৰলৈ দৃষ্টি যায় চাবলৈ ধৰিলে।

এমেৰিকা (America) আৰু য়ুৰোপত সকলো ঠাইতে হোটেল আছে, বিশ্ৰামাগাৰ আছে (আমাৰ দেশৰ ডাক-বঙলাৰ দৰে নহয়)। সেই এনে এটি বিশ্ৰামাগাৰত এদিন ডাৱৰীয়া আবেলি এজন মানুহ আহি কেণ্টাকিৰ এখন গাড়ীৰপৰা নামিলহি। সেই বিশ্ৰামাগাৰৰ এটি কোঁঠালীত সোমাই সেই মানুহটিয়ে বহুত মানুহ দেখিলে। ডাৱৰীয়া বতৰ। কাকো লাগে মদ, কাকো লাগে চাহ, কাকো বা কফী, সকলোৱে কেনেকৈ জাৰত উম পায়

সেই ভাবি সকলোৱে সেই খোঁটালীত সোমাই আছে। মদ খোৱা মানুহে জহকালি মদ খায় জহ খেদাবলৈ, জাৰকালি মদ খায় জাৰ খেদাবলৈ। মদ খোৱা মানুহৰ 'কাৰণ' একো নাই। মদ খাবই। মন বেয়া লাগিছে—মদ খাব। মন ভাল লাগিছে—মদ খাব। মন ভালো লগা নাই, বেয়াও লগা নাই—মদ খাব। সি যাক যি হওক। এনে এটি খোঁটালীত আমাৰ পথিকজন সোমালহি। কেণ্টাকিৰ মানুহবোৰ সবল-সুস্থ শৰীৰৰ, অসুৰ বুলিলেও ক্ষতি নাই। এই এনেবোৰ মানুহে নিজৰ সবল-সুস্থ শৰীৰৰ আনন্দত, নিজৰ দৰ্পৰ ভাৱত নিজৰ স্বাৱলম্বী আত্মম্ভৰিতাত মদ খাই খাই খোঁটালীত বহি, থিয় হৈ আছে। এনেখিনি সময়ত আমাৰ পথিকজন সোমালহি। খোঁটালীৰ চাৰিউফালে বন্দুক গুলীৰ মোনা, কুকুৰ আৰু সক সক নিগ্ৰো ল'ৰা।

সেই মানুহটি শকত-আৱত, চুটি-চাপৰ। কাপোৰ-কানি ঠিক-ঠাক। মুখখন প্ৰফুল্ল, আৰু সকলো পিনে চাফ-চিকণ কাপোৰৰ টোপোলা ( ব্যাগ ) আৰু ছাতা আৰু আন আন নিজৰ বস্তু-বেহানি লৈ সেই খোঁটালীৰ আটাইতকৈ যিফালে গৰম সেইফালে বহিলগৈ। বস্তু-বেহানি মাচিয়াৰ তলত থ'লেগৈ। চাকৰ-নাকৰে ব্যস্তভাৱে ল'বলৈ অহাতো নিদিলে।

বুঢ়া মানুহটিয়ে কেটামান মানুহে একেলগে বাতৰিকাকত এখন পঢ়ি কিবা কথা কোৱাকুই কৰি থকা দেখি সুধিলে, "কি হৈছে ?"

তাৰে এজনে ক'লে, "নিগাৰ এটাৰ বিষয়ে বিজ্ঞাপন।"

এই মানুহজনৰ নাম উইলসন্। মিঃ উইলসনে এই কথা শুনি ব্যাগ আৰু ছাতাডুখৰি সাৱধানে থৈ কাকতখন হাতত ল'লে। হাতত লৈ বিতচকুযোৰ জেপৰপৰা উলিয়াই, নাকত লগালে। লগাই আঁতোৰাৰ পাছত ধীৰভাৱেৰে কাকতখন পঢ়িবলৈ ধৰিলে। কাকতত আছিল —

"তলত নাম লেখা মানুহজনৰ ঘৰৰপৰা এটা মিউলাটো ল'ৰা জৰ্জ পলাই গৈছে। এই জৰ্জ আপা দীঘলে ছয় ফুট, মিউলাটোৰ ভিতৰৰ বগা বৰণৰ, চুলি অলপ কঁকৰা, কেঁকোৰা-কেঁকুৰি, বৰ বুদ্ধিমান, ভালকৈ কথা ক'ব পাৰে, লেখিব-পঢ়িব পাৰে। বগা মানুহ বুলি চিনাকিও দিব পাৰে। পিঠিত আৰু কান্ধত বহুত দাগ আছে। সোঁ হাতত এইচ্ 'H' আখৰটো শলিৰ লোৰবাকৈ ছাপ মৰা আছে। যি মানুহে সেই মানুহটোক মোক জীয়াই ধৰি আনি দিব পাৰে, তেওঁক মই চাৰি শ ডলাৰ পুৰস্কাৰ দিম। আৰু সঠিককৈ তাক হত্যা কৰাৰ বাতৰি আনি দিলেও সেই একেখিনি টকাকে বঁটা দিম।"

এই ভদ্ৰলোকজনে আগৰপৰা গুৰিলৈকে সেই জ্ঞাননীখন ভালকৈ পঢ়িলে।

এনেখিনি পৰতে এটা ঘোঁৰাই টনা এখন বগি (Buggy) গাড়ী আশ্ৰমখনৰ আগত ৰ'লহি। গাড়ীখন দেখিলে ভাল মানুহৰ গাড়ী যেন দেখি। সুন্দৰকৈ কাপোৰ-কানি পিন্ধা এজন ভাল মানুহ তাত বহি আছে, আৰু এটি ক'লা (Coloured, এই কথাৰ অৰ্থ ৰং থকা, ক'লা নহৈ বগাতকৈ অলপ ক'লা মানুহবোৰক এই আখ্যা দিয়া হয়) চাকৰে গাড়ীখনি চলাই আনিছে। এলেহুৱা মানুহে কোনো নতুন মানুহ আহিলে যেনেকৈ চায়, সেই তেনেকৈ নতুনকৈ অহা অতিথিবোৰক সেই আশ্ৰমৰ মানুহবোৰে চাবলৈ ধৰিলে। তাতে ডাৱৰীয়া বতৰ—এনে বতৰত মানুহৰ এলাহ আৰু বাঢ়ে। মানুহটি বৰ দীঘল, সুন্দৰ ক'লা বৰণীয়া ভাব-প্ৰকাশক চকু। স্পেইন দেশৰ মানুহৰ দৰে, চুলি ক'লা, মসৃণ, সৰু সৰু কেঁকোৰা-কেঁকুৰি, নাক দীঘল, পুৰুষসিংহৰ দৰে আকৃতিৰ মানুহটি দেখি সকলোৱে স্তম্ভিত হ'ল আৰু তেওঁক এজন অসাধাৰণ পুৰুষ বুলি ভাবিলে। তেওঁ অতি ধীৰ আৰু সহজভাৱে সেই মানুহজুমৰ ওচৰলৈ আহিল। আৰু মূৰ দোঁৱাই আশ্ৰম-লিগিৰাক তেওঁৰ পেৰাটো ক'ত থ'ব দেখুৱাই দি, মানুহবিলাকক অভিবাদন কৰি লাহে লাহে গৈ আশ্ৰম-গৰাকীক নিজৰ নাম-ধাম খেলৰি কাউণ্টিৰ ওকলেণ্ডৰ হেন্‌ৰি বাটলাৰ বুলি ক'লে।

নতুন অতিথিজন অহাৰেপৰা মিঃ উইলসনে তেওঁৰ ফালে ব্যগ্ৰভাৱে একেথৰে চাবলৈ ধৰিলে। মনৰ ভাব দেখি, এনেহে ধাৰণা হৈছিল—তেওঁ যেন সেই মানুহটিক ক'ৰবাত দেখিছে; কিন্তু ক'ত যে দেখিছিল—তাক থিৰাংকৈ ক'ব যেন নোৱাৰে।

সেইফালে একেথৰে চাই থাকে, কিন্তু নতুন আলহীৰ উজ্জ্বল চকু তেওঁৰ ফালে গ'লেই আনফালে তেওঁ চায়। লুকাভাকু আৰু। নতুন আলহীৰ দৃষ্টিত কোনো সন্দেহেই নাই। কিন্তু মিঃ উইলসনে ভাবি ভাবি উলিয়ালে—তেওঁক ক'ত দেখিছে, তাৰ পাছত যেতিয়া মনত পৰিল, তেওঁ নতুন আলহীৰ ফালে ভীত আৰু বিয়াকুলভাৱে চাই তেওঁৰ ফালে আগবাঢ়ি আহিল। নতুন আলহীয়ে "তেতিয়া চিনি পোৱা ভাও কৰি হাত আগবঢ়াই দি ক'লে,

"মিঃ উইলসন্, নহয়নে? মোক ক্ষমা কৰিব দেই। মই ভাবিছিলো পৰা নাছিলোঁ। আপোনাৰ দেখোন মোক মনত আছে—খেলৰি কাউণ্টিৰ ওকলেণ্ডৰ মিঃ বাটলাৰ।"

"হ-হ-হ-য় হয় স্যৰ, মোৰ মনত পৰিছে।" সপোনত কথা কোৱা মানুহৰ দৰে এই আবাৰ কথা ক'লে।

এনে সময়তে এটি নিগ্ৰো আপা আহি ক'লে, "মাষ্টৰ ( নিগ্ৰোবিলাকে এনেকৈ ভাল ভাল মানুহৰ কথা কৈছিল, আমাৰ যেনে 'এখেত' ) খোঁটালী তপৃতৈয়াৰ। মাষ্টৰ গ'লেই হয়।"

নতুন আলহীজনে তেওঁৰ নিগ্ৰো কোচম্যানক ক'লে, "জিম্, মোৰ পেৰাবোৰ তদাৰক কৰিবি দেই।" এই আবাৰ কথা জিমক কৈ, মিঃ উইলসনৰ কালে চাই ক'লে, "মিঃ উইলসন্, মোৰ খোঁটালীলৈ আহকচোন, আপোনাৰে সৈতে এটি বিশেষ কামৰ কথা আছে। অনুগ্ৰহ কৰি আহিলে ভাল পাম।"

মিঃ উইলসন্ কোন ? জৰ্জে এওঁৰে কাৰখানাত কিছুদিন কাম কৰিছিল। তেওঁ টোপনিত খোজ কঢ়া মানুহৰ দৰে সেই নতুন আলহীৰ পাছে পাছে যাবলৈ ধৰিলে। এটি ওপৰৰ তলাৰ ডাঙৰ খোঁটালীত দুয়ো সোমালগৈ। সেই খোঁটালীত নতুনকৈ বৰ একুৰা জুই আছে, আৰু চাকৰ-নাকৰবিলাকে খোঁটালীটি ঠিক-ঠাক কৰিব লাগিছে। চাকৰবোৰৰ কাম শেহ হ'লত ডেকা মানুহটিয়ে দুৱাৰখন গম্ভীৰভাৱে চাবিৰে বন্ধ কৰি চাবিটো জেপত ভৰালে। ভৰাই বুকুত হাত সাৱটি মিঃ উইলসনৰ কালে একেথৰে চাই থাকিল।

মিঃ উইলসনে ক'লে, "জৰ্জ!"

"হয়, জৰ্জ।" ডেকা-ল'ৰাটিয়ে উত্তৰ দিলে।

"মই এনে কথা ভাবিবকে পৰা নাছিলোঁ।"

জৰ্জে হাঁহি উত্তৰ দিলে, "মোৰ বেশ ছদ্ম, সুন্দৰকৈ সাজিছোঁ, কোনে গম পাব ? মোৰ হালধীয়া বৰণত আখৰোটৰ চাল ঘঁহি অলপ বঙচুৱা কৰি লৈছোঁ। মোৰ চুলিত ক'লা কলপ দি লৈছোঁ। সেই জাননীৰ লেখা বিৱৰণৰ সৈতে মোৰ কিবা মিল আছেনে ?"

"কিন্তু জৰ্জ, কি কাম কৰিছা তুমি ? নেজানানে—এনে কাম কৰিলে কি হয় ? মই তোমাক এনে কাম কৰিবলৈ কেতিয়াও নকওঁ।"

জৰ্জে সেই একে ধৰণৰ হাঁহি মাৰি উত্তৰ দিলে, "মই নিজৰ গধুৰ দায়িত্ব বুজিহে এনে কাম কৰিছোঁ।"

মিঃ উইলসন্ বৰ ভাল মানুহ আছিল ; কিন্তু তেওঁ সকলো কামকে অতি সাৱধানে কৰিছিল। নেদেখিলানে তেওঁৰ বস্ত্ৰ-বেহানিবোৰ কেনেকৈ সাৱধানে ৰাখিছিল। কথা কৈ থাকোঁতেও হাতত ব্যাগ আৰু লাঠী। তেওঁ খোঁটালীৰ

চাৰিউফালে ফুৰি ফুৰি জৰ্জক এনেকৈ ক'লে, "জৰ্জ, তেনেহ'লে তই পলাইছ, তোৰ নিজৰ গৰাকীৰ ঘৰৰপৰা তই পলাইছ। জৰ্জ, ইয়াত মই অকণো আচৰিত হোৱা নাই। কিন্তু জৰ্জ, মই বেজাৰ পাইছোঁ, তোৰ ব্যৱহাৰত বৰ বেজাৰ পাইছোঁ। মোৰ এই কথা ক'বই লাগিব জৰ্জ, এই কথা কোৱা মোৰ কৰ্তব্য।"

"দেউতা, আপুনি বেজাৰ কৰিছে কিয় ?"

"কিয় বেজাৰ! তুমি তোমাৰ দেশৰ আইনক অগ্ৰাহ্য কৰিছা দেখি।"

"মোৰ দেশ! মোৰ দেশ ক'ত? মোৰ দেশ মোৰ নিজৰ ক'বৰ হ'ব, মোৰ আন কোনো দেশ নাই।"

চুটি-চাপৰ বুঢ়া মানুহটিয়ে ক'বলৈ ধৰিলে, "জৰ্জ, তুমি জানা যে মই সকলো সময়তে সকলো ঠাইতে তোমাৰ বন্ধু। আৰু যদি কেতিয়াবা তোমাক কিবা একাৰাৰ বেয়া কথা কৈছোঁ, তোমাৰ ভালৰ নিমিত্তেহে কৈছোঁ। কিন্তু এতিয়া তুমি যে কি বিপদত ভৰি দি আছা, তুমি নেজানা। কেতিয়াও কৃতকাৰ্য্য হ'ব নোৱাৰা। তুমি ধৰা পৰিলে তোমাক সিহঁতে আৰু কষ্ট দিব, তোমাক আধামৰা কৰিব। তোমাক নৈৰ ভাটীৰ ফালে বেচিব।"

"মিঃ উইলসন্", জৰ্জে ক'লে, "মই সকলো জানো, সকলো বুজোঁ। মোৰ বিপদৰ কথা মই জানো।" এইবুলি ওভাৰকোটৰ বুতাম খুলিলে। তেওঁ দেখিলে যে দুটা পিস্তল আৰু এখন ডাঙৰ কটাৰী জেপৰ ভিতৰত।—"সিহঁতৰ নিমিত্তে মই প্ৰস্তুত। দক্ষিণফালে মই কেতিয়াও নেযাওঁ। যদি কিবা যেন দেখোঁ, ছফিট মাটিৰ বন্দবস্ত কৰিব পাৰিমতো! সেই মাটিয়েই কেণ্টাকিত মোৰ প্ৰথম আৰু শেহ মাটি হ'ব।" এই ছয়ফিট মাটিৰ অৰ্থ হৈছে কবৰ। জৰ্জে যে ধৰা নিদিয়ে আৰু ধৰা পৰাৰ আগেয়ে নিজেই আত্মহত্যা কৰিব, ইয়াৰদ্বাৰাই বুজাইছে।

"জৰ্জ, কি কোৱা বোপাই, এনে মনৰ অৱস্থা যে বৰ শোক লগা। জৰ্জ, মই বৰ ভাবনাত পৰিছোঁ। তোমাৰ দেশৰ আইনক তুমি অমান্য কৰিছা।"

"দেউতা, মোৰ নিজৰ দেশ নাই; কিন্তু মোৰ দেশ এখন কৰি ল'ম। আপোনাৰ দেশ মোক নেলাগে। আপোনাৰ দেশে যেন মোক শান্তিত থাকিবলৈ আৰু ইয়াৰপৰা যাবলৈ সুযোগ দিয়ে। এই দেশে যেন মোক আৰু একোকে নিদিয়ে, আপোনাৰ দেশৰপৰা মই আৰু একোকে নোখোজোঁ। মই যেতিয়া কেনেডা পামগৈ, সেইখন মোৰ দেশ হ'ব; কিয়নো কেনেডাই মোক প্ৰতিপালন কৰিব, মোক ৰক্ষা কৰিব, সেইদেখি কেনেডাৰ আইন মই গ্ৰাহ্য কৰিম, সেই আইন মই মূৰ পাতি ল'ম। যদি মোক কোনোবাই এই দেশ এৰি যাওঁতে বাধা দিবলৈ

আছে, তেওঁ যেন সাৱধান হয়। মোৰ মুক্তিৰ বাট যেন কোনোৱে ৰোধ নকৰে! যদি কোনোবাই কৰে, মই তেওঁৰ লৈতে যুঁজিম, আৰু শেহলৈকে যুঁজিম।"

"বাৰু জৰ্জ, যা যা, আগবাঢ়। কিন্তু সাৱধান আপা, সাৱধান। কাকো গুলী নেমাৰিবি জৰ্জ, গুলী নেমাৰিবি; কিন্তু যদি, যদি মাৰ,—মাৰ যদি মাৰিবি—গুলী যেন গাত নেলাগে। তোৰ ঘৈণীয়েৰ ক'ত?" এইবুলি আকৌ খোঁটালীৰ চাৰিউফালে ফুৰিবলৈ ধৰিলে।

"দেউতা, গ'ল, পলাই গ'ল। ক'লৈ গ'ল, ক'ব নোৱাৰোঁ। ভগৱানেহে জানে তেওঁৰ লগত ক'ত দেখা হ'ব, ইহলোকত নে পৰলোকত।"

"এনে কথা হ'ব পাৰেনে? আচৰিত! এনে মৰমিয়াল পৰিয়ালৰ ঘৰৰ-পৰা পলাই গ'ল।"

জৰ্জে ততালিকে উত্তৰ দিলে, "মৰমিয়াল পৰিয়ালবো ধাৰ লাগে, আৰু মৰমিয়াল পৰিয়ালকো আমাৰ দেশৰ আইনে মাকৰ বুকুৰপৰা সন্তানক কাঢ়ি নি বেচিবলৈ হুকুম দিয়ে।"

"বাৰু বাৰু, হৈছে হৈছে।" সজ মানুহজনে জেপত হাত ভৰাই থপৃজপাই কিবা বিচাৰিব ধৰিলে। তেওঁ বিচাৰ-শক্তিৰে কাম কৰিছে নে নাই ভাবিব ধৰিলে। তাৰ পাছত "যাওক বিচাৰ-শক্তি" বুলি জেপৰপৰা কেতবোৰ নোট উলিয়াই দি জৰ্জক ক'লে, "জৰ্জ, ধৰ।"

"নলওঁ মোৰ দেউতা, নলওঁ। আপুনি মোৰ নিমিত্তে বহুতো কৰিছে, আৰু মানুহে এই কথা শুনিলে বা জানিলে আপোনাৰ বিপদ হ'বৰ সম্ভাৱনা। মোৰ টকা আছে। আৰু যিখিনি আছে, সেইখিনিৰেই যথেষ্ট হ'ব।"

"জৰ্জ, নহয় ল'বই লাগিব। টকা যিমান লগত থাকে ভাল, বিশেষ—যেতিয়া বেয়া উপায়েৰে সেই টকা অহা নাই, ল বোপাই, ল।"

"আপুনি তেনেকৈ ক'লে ল'ম দেউতা, কিন্তু মই এই টকা ধাৰ বুলি ল'লোঁ আৰু সুজিম।"

"বাৰু জৰ্জ, এনেদৰে কিমান দিন ফুৰিবি? তোৰ যুক্তি আছে, কিন্তু বৰ ভয়, বৰ ভয়ো আছে জৰ্জ। এই ক'লা মানুহটিয়েইবা কোন?"

"বৰ ভাল মানুহ ই। এবছৰ আগেয়ে কেনেডালৈ পলাই গৈছিল। তাত গৈ শুনিলে যে সি পলাই যোৱাৰ বাবে তাৰ গৰাকীৰ ইমান খং যে তাৰ মাকক মাৰি মাৰি কষ্ট দিছে। তাকে শুনি মাকক চাবলৈ আহিছে, আৰু যদি সুযোগ পায়, মাকক লৈ যাবলৈকো আহিছে।"

"তাৰ মাকৰ লৈতে দেখা হৈছেনে ?"

"এতিয়াও হোৱা নাই। ই ছেগ চাই আছে। এতিয়াও সুবিধা হোৱা নাই। এতিয়া সি মোৰ লগত অহাইওলৈকে (Ohio) যাব। তাক যিবোৰ বন্ধুৱে পলাবলৈ সহায় কৰিছিল, সেই মানুহসকলৰ ওচৰলৈ মোক লৈ যাব। তাৰ পাছত সি আকৌ মাকক চাবলৈ উভতি আহিব।"

বুঢ়া মানুহজনে ক'লে, "বৰ সাহৰ কথা, বৰ ভয় লগা কথা বোপাই।"

জৰ্জে এই কথা শুনি বৰ ওথ হৈ থিয় হৈ, হাঁহি ক'লে, "দেউতা, আপুনি যে মোক চিনি পাইছে, আপোনাৰ ফালে চায়েই গম পালোঁ। আপোনাৰ মুখৰ ভাব দেখি মই বৰ ভয় খালোঁ—যদিবা মই ধৰা পৰোঁ। আপুনি ধৰাই নিদিয়ে জানো, কিন্তু আপুনি মোক চিনি পোৱা যেন দেখিলেই আনে ধৰাই দিয়াব পাৰে। সেইদেখিয়েই মই আপোনাৰে লৈতে কথা কৈ আপোনাক ইয়ালৈ আনিলোঁ। মই কাইলৈ দোকমোকালিতে যাম আৰু নিশা ওহাইও পামগৈ। মই গোটাই দিনটো যাম, ভাল ভাল হোটেলত এই দেশৰ 'প্ৰভু'-সকলৰ লগত বহি একেলগে খাম। বিদায় মাগোঁ এতিয়া দেউতা। দেউতাই যদিহে শুনে যে মই ধৰা পৰিছোঁ, জানিব যে মোক জীয়াই ধৰা নাই। মোৰ মৰা শৰটোহে ধৰিছে।"

জৰ্জে তেতিয়া ৰাজকোঁৱৰৰ দৰে থিয় হৈ তেওঁৰ হাতখন বঢ়াই দিলে। আৰু এই সহৃদয়, মৰমিয়াল বুঢ়াজনে জৰ্জৰ হাত জোকাৰি ক'লে, "ভালকৈ যাবি বোপাই। অতি সাৱধানে চলিবি।" এই কথা কৈ এই মহৎ মানুহজন খোঁটালীৰপৰা ওলাই গ'ল।

এতিয়া আমি এটি সুন্দৰ, সকলো বস্তুৱেই য'ত যিভাৱে থাকিব লাগে এনেভাৱে সজোৱা ঘৰলৈ যাওঁগৈ ব'লা। ঘৰৰ মজিয়াত অকণেই ধূলা নাই, ৰান্ধনী ঘৰৰ চুলা পৰিষ্কাৰ, ঘৰৰ মাচিয়াবোৰ দেখিলে বহিবলৈ মন গৈ আৰু উঠিবৰ মন নেযায়। ৰান্ধনী ঘৰৰ চাৰিউফালে থাল, বাটি, বস্তু বেহানি কটকটীয়া চিকণ। সকলো বস্তু দেখিলে এই কথা মনলৈ আহে যে সেই ঘৰৰ গৰাকী কি গৰাকীয়নীয়ে সকলো কামকে নিয়মে কৰে। এই ঘৰৰে ৰান্ধনী ঘৰৰ এখন "ইয়াত বহাঁহি, ইয়াত বহাঁহি" বুলি মতা হাওলা মাচিয়াত

এজনী ছোৱালী বহি কিবা সি আছে। এই ছোৱালীজনী কোন কোৱাচোন? এওঁ আমাৰ সেই আগৰ চিনাকি ইলাইজা।

এওঁৰে ওচৰতে বহি আছে আৰু এজনা মহিলা। তেওঁ এটি সুন্দৰ জকমকীয়া পাত্ৰত শুকান পীচ্ ফল ভৰাই আছিল। বেয়াবোৰ পেলাই দিছিল আৰু ভালবোৰ সেই পাত্ৰত ভৰাইছিল। সুগৃহিণীৰ যেনে কাম। এখেতৰ বয়স তিনি কুৰিমান হ'ব। কিন্তু তেখেতৰ বয়স বঢ়াৰ লগে লগে সৌন্দৰ্য্যও বাঢ়িছে। বুঢ়া হ'লেই মানুহ অশুৱনী নহয়। যাৰ হৃদয়ত সত্য ভাব, সুন্দৰ ভাব, তেনে মানুহ বয়সৰ লগত বুঢ়া নহয় আৰু সুন্দৰহে হয়। এই মহিলাজনাও সেই ভাবৰ।

কুৱেকাৰৰ (Quaker) বিষয়ে কিতাপৰ পাছফালে লেখিম। কুৱেকাৰ-সকলে মানুহৰ লৈতে "দী" (thee) আৰু "দাউ" (thou) বুলি কথা কৈছিল— যেনেকৈ আমাৰ ভকতসকলে "এখেত" "তেখেত" বুলি কয়। "এখেত" "তেখেত" অলপ ওখ ভাবৰ, দূৰৈ ভাবৰ, কিন্তু "দী" "দাউ" বুলিলে আৰু ওচৰ ভাবৰ। এই কুৱেকাৰসকল ধৰ্ম্মভীৰু মানুহ। এই মহিলাজনাই ইলাইজাক সুধিলে,

( "দী" আৰু "দাউ" বুলি কথা কৈছে দেই। মই কেতিয়াবা "তই" লেখিম, কেতিয়াবা "তুমি" লেখিম। )

"ইলাইজা, তেনেহ'লে তই কেনেডালৈ যাবিয়েই হয়নে?" এই মহিলা-জনাৰ নাম ৰেচেল্ হালিডে।

"হয় আই, মোৰ যাবই লাগিব। মোৰ ইয়াত থাকিবলৈ সাহ নহয় আই।"

"তাত গৈ কি কৰিবি মোৰ আই, কচোন। তই সেই কথা ভালকৈ ভাবি-চিন্তিহে যাবি দেই।"

ইলাইজাৰ চকুলো ওলাল। সেই চকুলো তেওঁৰ হাতৰ সূতাৰ কামত পৰিল। হাত কঁপিল। এনে এজনা মানুহৰ ওচৰৰপৰা দূৰৈলৈ যাব লগাত বেয়া লাগিল, কিন্তু তাই ডাঠকৈ ক'লে, "আই, যিহকে পাওঁ তাকে কৰিম। আপোনাৰ আশীৰ্ব্বাদ থাকিলে কিবা কাম পাম।"

ৰেচেলে ক'লে, "তই জাননে আই, তোৰ যিমান দিন ইচ্ছা যায় তই ইয়াত থাকিব পাৰ। আৰু তই যদি ইয়াত থাক, মোৰ ভালহে লাগিব।"

"আই, মই জানো। আপুনি মোৰ সঁচা-সঁচিকৈয়ে আই মাতৃ। কিন্তু (হেৰিক দেখুৱাই) তাৰ নিমিত্তে মই অকণকে ভয় নোৱাৰোঁ। বাস্তি টৌপনি

নাহে। কালি ৰাতিয়েই সপোন দেখিছিলোঁ—যেন সেই মানুহটোৱে তাক লৈ যাবলৈ আহিছে।"

"আই ঔ দেহি!" বেচেলে চকুলো মচি ক'লে, "তুমি তেনেবোৰ কথা নেভাবিবা মোৰ আই। প্ৰভুৰ আদেশ যে আমাৰ এই গাঁৱৰপৰা কাকো কোনোৱে এনেকৈ ধৰি লৈ যাব নোৱাৰে। তোমাৰ ল'ৰাক প্ৰভুৱে এনেকৈ ধৰাই লৈ যাবনে?"

এনেথিনি সময়ত দুৱাৰখন কোনোবাই মেলিলে। পকা আপেল ফলৰ দৰে ৰঙচুৱা চুটি শকত, প্ৰফুল্লময়ী এজনী তিৰুতা দুৱাৰমুখত থিয় দিলেহি।

"কথ্ ষ্টেড্‌ম্যান।" বেচেলে সানন্দে আগ বাঢ়ি আগন্তুকৰ দুয়োখন হাত ধৰি ক'লে, "তুমি কেনে আছা, কথ্?"

"সুন্দৰে আছোঁ।" বুলি মূৰৰ সক টুপীটি খুলি উত্তৰ দিলে।

"কথ্, এই বন্ধুজনেই ইলাইজা হেৰিস্। আৰু এই সৰু ল'ৰাটিৰ কথাকে তোমাক কৈছিলোঁ, কথ্।"

ইলাইজাৰ হাত জোকাৰি কথে এনেভাৱেৰে কথা ক'লে, যেন কথৰ সৈতে বহুত দিনৰ চিনাকি, "তোমাৰ সৈতে দেখা হোৱাত বৰ ৰং পালোঁ, ইলাইজা—এইটিয়েই তোমাৰ ল'ৰা, নহয়নে? মই তালৈ পিঠা এখন আনিছোঁ।" এই-বুলি পিঠাখনি ল'ৰাটিক দিলে। ল'ৰাটিয়ে সকলো ল'ৰাৰ দৰে লাহে লাহে আগ বাঢ়ি আহি কেঁকোৰা চুলিৰ মাজেদি লাজকুৰীয়া চকুৰে চাই পিঠাডোখৰ ল'লেহি।

বেচেলে কথক বেবীটি ক'ত সোধাত কথে উত্তৰ দিলে, "সি আহিছে, কিন্তু তোমাৰ ম্যাৰিয়ে তাক দেখি আন ল'ৰা-ছোৱালীবিলাকক দেখুৱাবলৈ গৈছে।"

এইখিনি সময়তে মাকৰ দৰে সুন্দৰ চকু থকা ম্যাৰিয়ে বেবীটিক কোলাত লৈ ওলালহি। ল'ৰাটিক দেখিয়েই বেচেলে আহি কোলাত ল'লেহি। তাক মৰম কৰিলে। বেচেলৰ মনতো আনন্দ, কথৰ মনতো আনন্দ। মাকে ম্যাৰিক চাহৰ পানী তপতাবলৈ ক'লে। ম্যাৰিয়ে তত্তালিকে কুঁৱালৈ গৈ কেতেলিত পানী ভৰাই আনি 'ষ্টোভ'ত বহাই দিলে। আৰু জুইৰ তাপ পাই পানী সোনকালে উতলিল। পীচ্‌ফলবিলাকো তপতোৱা হ'ল।

স্বাইমন হেলিডে আহিল। এৱেঁই ঘৰৰ গৰাকী। দীঘল, বলী, হৃষ্টপুষ্ট মানুহ। কথক দেখিয়েই হাত জোকাৰি সকলোৱে কুশল বাৰ্ত্তা সুধিলে। কুশল বাৰ্ত্তা সোধা-সুধি হোৱাৰ পাছত বেচেলে কিবা বা-বাতৰি আছেনে সুধিলে।

স্বাইমনে মুখ খোঁওতে খোঁওতে ক'লে, "পীটাৰ টেবিলে আজি মোক ক'লে যে আজি ৰাতিমানে সিহঁত বন্ধুৰ লগ পাবহি।"

"হয়নে!" এইবুলি বেচেলে ইলাইজাৰ কালে চালে, স্বাইমনে ইলাইজাক ক'লে, "তোমাৰ নাম হ্যাবিস্ বুলি কৈছিলা, নহয়নে?" বেচেলে গিৰীয়েকৰ চকুৰ ফালে চালে—এই প্ৰশ্নৰ অৰ্থ কি জানিবলৈ। ইলাইজাই ভয়ে ভয়ে "হয়" বুলি উত্তৰ দিলে। অন্তৰত ভয়—যদিবা সিহঁতে তাৰপৰা কিবা জাননী চাৰিউফালে পঠাইছে।

তেতিয়া স্বাইমনে বেচেলক ক'লে, "সেই ল'ৰাটিৰ বাপেক আজি কুয়েকাৰ বস্তি পাইছেহি আৰু আজি ৰাতি আমাৰ ঘৰ পাবহি।"

বেচেলৰ মনৰ আনন্দ চায় কোনে? গিৰীয়েকক সুধিলে, "সঁচাইনে?"

"সঁচাই, পীটাৰে কালি নগৰৰ গাড়ী লৈ যাওঁতে আমাৰ নগৰৰ ওচৰৰ বজাৰ-খনত দুটা মানুহ আৰু এজনী বুঢ়ীক দেখি আহিছে। তাৰে এজনে ক'লে যে তাৰ নাম হ্যাবিস্। আৰু সিয়েই যে এই ল'ৰাৰ বাপেক হ্যাবিস্—ই নিশ্চয়।"

. স্বাইমনে সুধিলে, "তাইক এতিয়াই ক'মনে?"

বেচেলে ক'লে, "বাৰু আগেয়ে কথক কৈ চাওঁ। কথ্ কথ্, এইফালে আহাঁ।"

কথ্ তৎক্ষণাৎ আহি পালেহি। "কথ্ কথ্, শুনিছানে? ম্যাবিৰ বাপেকে কৈছে—ইলাইজাৰ গিৰীয়েক বোলে শেহ দলৰ মানুহৰ লগত আছে। আৰু আজি এইখিনি আহি পাবহি।"

কথে আনন্দত চিঞৰিবলৈ ধৰিলে। বেচেলে ক'লে, "কথ্, মনে মনে থাক আই। কচোন বাৰু, এই বাতৰিৰ কথা এতিয়াই তাইক ক'মনে?"

"ক'মনে! অৱশ্যে ক'বি, এই মুহূৰ্ত্ততে ক'বি। চাচোন বাৰু, মোৰ জন্ যদি এনেকৈ এনে অৱস্থাতে আহি ওলালহিহেঁতেন, তেনেহ'লে মই এনে এটা বতৰা শুনি কেনে আনন্দ পালোঁ হয়, ভাবি চাচোন। এতিয়াই ক'বিতো।"

বেচেল ভিতৰৰ বাবাওাৰপৰা বান্ধনী ঘৰলৈ গ'ল। তাৰে ওচৰৰ এটি শোৱা খোঁটালীলৈ ইলাইজাক মাতি লৈ গ'ল। ইলাইজাই ভয়ত কঁপিবলৈ ধৰিলে, ভাবিলে—এওঁৰা কি বাতৰি আকৌ দিয়ে। তাইৰ অৱস্থা দেখি কথে ক'লে, "ভয় নাই ইলাইজা, সু-খবৰ, বৰ ভাল খবৰ, ভিতৰলৈ যা।" এইবুলি তাইক লাহেকৈ ভিতৰলৈ লৈ গৈ দুৱাৰখন মাৰি ওলাই আহিল। আহিয়েই হেৰিক কোলাত লৈ চুমা খাই নাচিবলৈ ধৰিলে। "আজি তোমাৰ দেউতাৰা আহিব

সোণাই। জানানে হেৰি? তোমাৰ দেউতাৰা আহিব। ল'ৰাটিয়ে বাৰে বাৰে এই কথা শুনাত অবাক হৈ কথৰ ফালে চাই থাকিল।"

সিপিনে আকৌ খোঁটালীৰ ভিতৰত কি হৈছে শুনা। বেচেলে ইলাইজাক নিজৰ ওচৰত মৰম কৰি বহুৱাই এই আষাৰ কথা ক'লে, "প্ৰভুৱে তোমাক কৃপা কৰিছে, ইলাইজা। তোমাৰ গিৰীয়েৰা দাসত্ব শৃঙ্খলাৰপৰা পলাল।"

এই কথা শুনি ইলাইজা মূছৰ্কছ হোৱাৰ দৰে হ'ল।

"সোণাই, ধৈৰ্য্য ধৰ। সাহী হ।" বেচেলে ইলাইজাৰ মূৰত মৰমেৰে হাত দি "তেওঁ বন্ধুৰ লগত। একো ভয় নাই। আজি ৰাতি তেওঁ এইখিনি পাবহি।"

"আজি ৰাতি, আজি ৰাতি!" ইলাইজাই মুঠেই এই কথা সপোনত কোৱা কথাৰ দৰে ক'লে। আৰু কি শুনিছে, কি কৈছে—ততকে নাই।

সেই নিশা জৰ্জ হ্যাৰিস্ আহি স্বাইমন হেলিডেৰ ঘৰ পালেহি।

সেই কুৱেকাৰ পৰিয়ালৰ ঘৰত তাৰ পাছদিনা বৰ আনন্দ। ল'ৰা-ছোৱালী, মুনিহ-তিৰুতা সকলোৰে আনন্দ। ম্যাৰিৰ মাকে দোকমোকালিতে উঠি আটাইকে জগালে। সকলোৱে গৃহিণীৰ একাষাৰ মাততে বিছনা এৰি উঠিল। যাৰ যাৰ যি কাম সকলোৱে কৰিবলৈ ধৰিলে। সেই ইণ্ডিয়ানা ৰাজ্যত ব্ৰেক্‌ফাষ্ট (ৰাতিপুৱাৰ প্ৰথম খোৱা) বহু আড়ম্বৰৰ কাম। বহুত ৰকম বস্তু খোৱা হয়। বহুত ৰকমৰ ৰন্ধা-বঢ়া হয়।

মেজ, মেজৰ চাদৰ, ছুৰি, কাঁটা, মাচিয়া, সেই খোঁটালীৰ সকলো সৰঞ্জামবেই যেন আজি আনন্দ। কিমান যে বস্তু ৰন্ধা হৈছিল! সকলোৰে আনন্দ। যেতিয়া জৰ্জ আৰু ইলাইজা হেৰিক লৈ শোৱা খোঁটালীৰপৰা ওলাই আহিল, তেতিয়া সকলোৱে অভিবাদন কৰি আনন্দ ধ্বনি কৰিবলৈ ধৰিলে। আনন্দ প্ৰকাশ কৰাৰ পাছত সকলোৱে একেলগে খাবলৈ বহিল। এয়ে জৰ্জৰ বগা মানুহৰ লগত একেলগে বহি প্ৰথম খোৱা। পোনতে অলপ হেহোঁ-নেহোঁ ভাব আহিছিল। পাছত জৰ্জৰ সেই ভাব ক'লৈ উৰি গ'ল! মনৰ আনন্দৰ সন্মুখত সেই ভাব পলাল—কেনেকৈ পলাল? যেনেকৈ কুঁৱলী পলায় বেলিৰ সন্মুখত—আমি গুৱাহাটীত সেই তেনে প্ৰাকৃতিক ক্ৰিয়া সাবকালি দেখোঁ নহয়। জৰ্জৰ মনৰ ভাব হৈছে কুঁৱলী, আৰু বেলি হৈছে বেচেল আৰু তেওঁৰ পৰিয়ালৰ মৰম, দয়া, সৰলতা।

বৰ সুন্দৰ পৰিয়াল। এই পৰিয়াল ধৰ্মভীৰু। এই পৰিয়ালে এনেকৈ গোলামক কেবাবাৰো সহায় কৰিছে। এই নিমিত্তে ভাগ্যো লাগিছে।

বং মনেৰে খাওঁতে খাওঁতে নানান ৰকমৰ কথা হৈছে, এনেতে ৰেচেলৰ ডাঙৰ পুতেকে সুধিলে, "দেউতা, তোৰ্ক যদি আকৌ ধৰে ?"

বাপেকে উত্তৰ দিলে, "মই জৰিমনা দিম।"

"তোক যদি ফাটকত দিয়ে দেউতা ?"

"তইঁতৰ আয়েৰ আৰু তইঁতে খাত-পাম চলাব নোৱাৰিবিনে ?"

বাপেকে হাঁহি হাঁহি সুধিলে।

ল'ৰাটিয়ে উত্তৰ দিলে। কি মাতৃভক্তি! "আয়ে সকলো ভাল কামকে কৰিব পাৰে। আই আমাৰ দেৱী।"

এনে কথা শুনি নানান কথাৰ মাজত জৰ্জে মাত লগালে, "দেউতা, মোৰ নিমিত্তে আপোনালোকৰ কিবা বিপদৰ কি ভয়ৰ কাৰণ আছে নেকি? কওক দেউতা।"

"জৰ্জ, একো ভয় নকৰিবা। মুচ্‌লুমে ভয় নকৰিবা ? ঈশ্বৰে আমাক কিয় পঠিয়াইছে জানানে? ভাল কাম কৰিবলৈ। যদি আমি দেখোঁ যে কামটো ভাল, ভালকৈ গমি-পিটি চাই যদি দেখোঁ যে কামটো সঁচা-সঁচিকৈয়ে ভাল, তেনেহ'লে আমাৰ সেই কামটো কৰা উচিত। যদি আমি এনে ভাল কাম কৰিব নোৱাৰোঁ, আমি মানুহ নামৰ যোগ্যয়েই নহওঁ।"

"কিন্তু দেউতা, মোৰ নিমিত্তে আপোনাসকলে কিয় ইমান কষ্ট পাব? এই কথা অশোভন হ'ব। আপোনাসকলে মোক ইমান দয়া কৰিছে, তাৰ পাছত যদি মোৰ নিমিত্তে আপোনাসকলৰ বিপদ হয়, তেনেহ'লে মই কেনেকৈ নিজক মানুহ বুলি ক'ম ?"

স্মাইমনে ক'লে, "বন্ধু জৰ্জ, তেনেহ'লে অকণো ভয় নকৰিবি। তইঁতৰ নিমিত্তে আমি এনে কাম নকৰোঁ। ঈশ্বৰৰ কাম বুলিহে এনে কাম আমি কৰোঁ আৰু মানুহ জাতিৰ নিমিত্তে আমি এই কাম কৰোঁ। জৰ্জ, এতিয়া দিনটো বিশ্ৰাম কৰ। শোগৈ বা। ৰাতি দহ বজাত ফিনিএস্ ফ্লেচাৰ আহি তইঁতক আনটো আড্ডালৈ লৈ যাব, কিয়নো তইঁতৰ পাছে পাছে তইঁতক বিচৰা মানুহবোৰ আহিছে, মই জানো।"

"তেনেহ'লে আমি সাঁজলৈনো কিয় ইয়াত থাকোঁ ?"

"দিনত তইঁতৰ কোনো ভয় নাই। এই বসতিত তইঁতৰ সকলোৰেই বন্ধু।

তইঁত বন্ধুৰ মাজত। আটায়ে তইঁতৰ উপকাৰী আৰু তেওঁলোকে তইঁতৰ কেতিয়াও অপকাৰ হ'বলৈ নিদিয়ে। ৰাতি অহা-যোৱা কৰাই ভাল। তইঁতে ৰাতিয়েই যাবি। এতিয়া যা, বিশ্ৰাম কৰগৈ।"

সেইদিনা আবেলি ৰেচেল হেলিডেই পথিকবিলাকৰ নিমিত্তে বস্ত্ৰ-বেহানি গোটাই একেলগ কৰি থৈছিল। গৃহিণীয়ে যেনেকৈ আমাৰ ভাৰতত ঘৰৰ ই-সি চাই ফুৰে, তাতো সেই তেনে। ইলাইজাহঁতে লগত কি লৈ যাব, কি খাব— সেই তেনেবোৰ কথাকে ৰেচেলে সেইদিনা ভাবিছিল।

বেলি মাৰ যাওঁ যাওঁ হৈছে, এনে সময়ত জৰ্জ আৰু ইলাইজাই তেওঁলোকৰ খোঁটালীত বহি কথা পাতি আছে। দুয়ো যেন কান্দিছিল—এনে অনুমান হয়।

"হয় ইলাইজা, তুমি বৰ ভাল ছোৱালী", জৰ্জে ক'লে, "মোতকৈ শতগুণে ভাল। ইলাইজা, তুমি কোৱা কথা মই শুনিম। বাইবেল দিনৌ পঢ়িম আৰু মনৰপৰা সকলো অসদ্ভাব দূৰ কৰিম। ইলাইজা, মই তোমাৰ উপযুক্ত স্বামী হ'বলৈ চেষ্টা কৰিম।"

ইলাইজাই ক'লে, "মই কাপোৰ-কানি সিব জানো, তৈয়াৰ কৰিব জানো। কাপোৰ-কানি ধুবও জানো আৰু ইস্ত্ৰি কৰিবও জানো। কেনেডালৈ গৈ আমি দুয়ো দুইৰো সহায় হৈ দিন কটাম, দেই।"

"হয় ইলাইজা—তুমি, হেৰি আৰু মই একেলগে থাকিব পাৰিলেই হয়।"

স্বাইমন হেলিডেই জৰ্জক বাহিৰলৈ মাতি লৈ গ'ল। তেওঁৰ লগত ফিনিএস্ ফ্ৰেচাৰ বুলি আৰু এজন কুৱেকাৰ আছিল।

স্বাইমনে ক'লে, "বন্ধু ফিনিএসে তোমালোকৰ সম্পৰ্কীয় বিশেষ এটা বাতৰি লৈ আহিছে। তোমালোকৰ সেই বিষয়ে শুনা ভাল। শুনা।"

ফিনিএসে ক'লে, "এৰা, মই শুনি আহিছোঁ। মই কোনো কোনো ঠাইত যেতিয়া শোওঁ, মই মোৰ এখন কাণ সাৰে থৈ* শোওঁ।" ই যে ভাল কথা মই সদায় কওঁ। কালি ৰাতি এটা পান্থাশ্ৰমত (টেভাৰ্ন) জিৰাইছিলোঁ। গোটাইদিন গাড়ী চলাই চলাই বৰ ভাগৰ লাগিছিল। ৰাতি খাই-বৈ বস্তা কেতবোৰৰ ওপৰতে বহি থাকোঁতে থাকোঁতে এনে টোপনি আহিল যে মই বাগৰ দিলোঁ।"

"এখন 'কাণ সাৰে থৈ', ফিনিএস্?"

---

* ইংৰাজীত আছে "Sleep with one ear open" ইয়াৰ মানে কাণ সাৰ, কাণ সঁহাৰি মাৰি শোৱাও হয়।

"নহয়, এইবাৰ মোৰ কাণো গুইছিল। ইমান যে ভাগৰ লাগিছিল কি ক'ম! দুঘণ্টামান পৰৰ পাছত সাৰ পাই শুনো যে কেটামান মানুহে ওচৰৰ খৌটালী এটাতে মদ খাই কথা পাতি আছে। সিহঁতে 'কুৰেকাৰ' 'কুৰেকাৰ' বুলি কোৱা শুনিলোঁ। হেন জানি মই ভাবিলোঁ যে অলপ পৰ তলকা মাৰি থাকোঁচোন বাক, কি হয় শুনো। তাৰ পাছত শুনিলোঁ, 'তেনেহ'লে সিহঁত কুৰেকাৰ বন্দিত'। তেতিয়া মই এখন কাণেৰে শুনা এৰি দুখন কাণেৰে শুনিবলৈ ধৰিলোঁ।

"শুনিলোঁ এই। এই ডেকা-ল'ৰাটিক কেণ্টাকিৰ তাৰ গৰাকীৰ ওচৰলৈ পঠাই দিয়া হ'ব। গৰাকীয়ে তাৰ উপযুক্ত শাস্তি দি আনবোৰ মিগাৰক পলোৱাৰ কি ফল দেখুৱাব। আৰু তাৰ ঘৈণীয়েকক সিহঁতৰে ভিতৰত দুজনে নিউ অৰ্লীন্সত বেচিবগৈ। তাইক বেচি সিহঁতে বোল শ কি ওঠৰ শ ডলাৰ পাব বুলি ভাবিছে। এই সৰু ল'ৰাটিক যি তাক কিনিছিল তালৈ পঠিয়াই দিয়া হ'ব। জিম্ আৰু তাৰ মাকক কেণ্টাকিলৈ সিহঁতৰ গৰাকীৰ ঘৰলৈ পঠোৱা হ'ব। সিহঁতে দুটা কনিষ্টবলকো লগত আনিব। সিহঁতবে এজনে জৰ্জৰ ওচৰলৈ গৈ শপত খাই ক'ব যে এই ছোৱালী তাৰ গোলাম। সিহঁতৰ কথা-বতৰাৰদ্বাৰাই গম পালোঁ—আমি কোন বাট আজি ৰাতি ল'ম সিহঁতে জানে। আঠজন মানুহ আমাৰ পাছ ল'ব। এতিয়া কি কৰা ভাল—তাকেহে আমাৰ আলচা ভাল।" এই কথা শুনি আটায়ে গুম্ভিত হ'ল। সকলোৱে নিশ্চল, নিৰ্ব্বাক। ইলাইজাই গিৰীয়েকক সাৰট মাৰি ধৰি মুখৰ ফালে চালে। জৰ্জে হাত দুখন মুঠা কৰি উত্তেজিতভাৱে থিয় হৈ ৰ'ল। এই ছবিটি চিত্ৰকৰৰহে উপযুক্ত, কাপৰ উপযুক্ত নহয়।

ইলাইজাই জৰ্জৰ মুখৰ ফালে চাই ক'লে, "জৰ্জ, আমি এতিয়া কি কৰিম?"

জৰ্জে নিজৰ খোঁটালীলৈ গৈ পিস্তল দুটা লাৰি চাই ক'লে, "মই জানো—কি কৰিম।"

ফিনিএসে স্বাইমনক ক'লে, "চোৱাঁ এতিয়া স্বাইমন, চোৱাঁ—কি হয় এতিয়া চোৱাঁ।"

হুমুনিয়াহ এটা কাঢ়ি স্বাইমনে ক'লে, "মই ঈশ্বৰৰ চৰণত এই ভিক্ষা মাগোঁ যেন কোনো দুৰ্ঘটনা নঘটে।"

জৰ্জে ক'লে, "মোৰ নিমিত্তে যেন কাৰো কোনো ক্ষতি নহয়। মই কাকো মোৰ উদ্ধাৰৰ নিমিত্তে বিপদত পেলাব নোখোজোঁ। আপোনালোকৰ কোনো চিন্তা নাই। জিম্ আৰু মোৰ গাত বল আছে। জিমৰ অনুৰৰ দৰে বল।

মোৰো বল কম নহয়। আপোনালকলে যদি গাড়ী এখন দি আমাক ইয়াৰেপৰাই বাট দেখুৱাই দিয়ে, আমাৰ কাম হ'ব। আপোনাসকলে কিয় কষ্ট কৰি আছে ?"

ফিনিএসে কি উত্তৰ দিলে চোৱাঁ। শুনা।

ফিনিএসে ক'লে, "বন্ধু, তইঁত বীৰ হ'লেও, তইঁতৰ গাত অসুৰৰ দৰে বল থাকিলেও তইঁতৰ এজন সাৰথি লাগিবতো। নহ'লে কোনে গাড়ী চলাব ? তইঁতৰ যিমান ইচ্ছা যায় তইঁতে যুঁজিবি। মই তইঁতৰ ৰথখন ডকাই যাম বোপাই। তইঁত থিৰ হৈ থাক। যুঁজ কৰিবৰ সকাম হ'লে ময়ো পাৰোঁ। কিন্তু তইঁতেই যুঁজ কৰ। মই কিন্তু সাৰথি দেই।"

"মই আপোনাক কিয় বিপদত পেলাম ?" জৰ্জে ক'লে।

"বিপদত পেলাবি! তই যেতিয়া মোক বিপদত পেলাব খোজ, মোক ক'বি, দেই।"

এতিয়া কথা হৈছে এই—আমাৰ ফিনিএস্ 'কুৱেকাৰ' হোৱাৰ আগৈয়ে হৃষ্টপুষ্ট বলিষ্ঠ, কৰ্ম্মী মানুহ আছিল। তেওঁ যুক্তৰাজ্যৰ অৰণ্যবাসী আছিল। যুক্তৰাজ্যৰ অৰণ্যত থাকিলে মানুহ সবল-সুস্থ হ'ব লাগে, কিয়নো পদে পদে বিপদ। এনে বিপদৰ ঠাইত থাকি আহি বন্ধু ফিনিএসে বিপদক বিপদ বুলিয়েই নেভাবে। কুৱেকাৰ মানুহবিলাক ধৰ্ম্মভীৰু, ভগৱান-প্ৰেমিক, ফিনিএসো ঠিক তেনে। কিন্তু শৰীৰৰ বল আৰু মনৰ বল ক'লৈ যায় ? এই বিপদৰ কথা শুনি ফিনিএসে বিপদক আঁকোৱালি ল'ব যেন। আনখোৰ কুৱেকাৰে (quaker) ফিনিএসৰ কোনো দোষ ক'তো নেপায়। তেওঁ এজন ভক্ত। কিন্তু শাৰীৰিক বল ক'লৈ যায় ? তেওঁ এজন পুৰুষ-সিংহ, বন্দুক মৰাত তেওঁ পকা। তেওঁৰ কুৱেকাৰ হোৱাৰো ইতিহাস বৰ মিঠা। এটি সুন্দৰী তিৰুতা দেখি তেওঁ সেই কন্যাক বিয়া কৰালে। তেওঁ কুৱেকাৰ। সেইদেখি তেওঁও সেই অৰণ্যবাস এৰি ছোৱালী-টিৰ লগত থাকিলহি। ফিনিএসৰ মন ভাল, ভাব ভাল। কুৱেকাৰ বুঢ়াসকলে একো দোষ ধৰিব নোৱাৰে দেই। দোষ নেথাকিলে এনে ধৰ্ম্মভীৰু মানুহসকলে কেনেকৈ দোষ উলিয়ায় ; কিন্তু বুঢ়াসকলে তেওঁক পুৰাপুৰি ভকত বুলি নেভাবে— কিয়নো তেওঁ বলিষ্ঠ, যুঁজপ্ৰিয় ( ভাল কামত অৱশ্যে )।

ৰেচেলে ক'লে, "বন্ধু ফিনিএসে যি ভাবে, তাকে কৰিব আমি জানো। কিন্তু তেওঁ যে লজ মানুহ, আমি আটায়ে জানো।"

জৰ্জে এইখিনি সময়তে মাত লগালে, "তেনেহ'লে আমি বেগাবেগিকৈ এতিয়া যাওঁ, পাছত গ'লে বেয়া হ'ব পাৰে।"

"মই চাবিটা বজাত উঠি বেগাবেগিকৈ আহিলোঁ। সিহঁতে সাব পোৱাৰ মই দুই-তিনি ঘণ্টা আগেয়ে সেই ঠাই এৰিলোঁ। কিন্তু আমাৰ এক্কাৰ লোৱাৰ আগেয়ে ওলোৱা ভাল নহয়। বহুত বেয়া মানুহ বাটত থাকিব পাৰে। আমাৰ 'ৱেগন'খন দেখিলে সিহঁতে আমাক বলেৰে ৰখাব পাৰে আৰু সিহঁতৰ লৈতে তৰ্ক কৰোঁতে বা যুজোঁতে মিছাকৈয়ে সময় ক্ষতি হ'ব। দুঘণ্টামান পাছত আমি যাব পাৰোঁ। মই মাইকেল ক্ৰশৰ তালৈ যাওঁ, তাৰ ভাল ঘোঁৰা আছে, সি ঘোঁৰা দৌৰাই আমাৰ পাছে পাছে যাব আৰু যদি কোনো মানুহে আমাৰ পাছ লঁচা-লঁচি-কৈয়ে লয়, তেনেহ'লে সি আমাক জনাই থাকিব পাৰিব। তাৰ খোঁৰাৰ যেনে দৌৰ, বন্দুকৰো তেনে। এতিয়া তেনেহ'লে জিম আৰু তাৰ মাকক মই তপৃতৈয়াৰ হৈ থাকিবলৈ কৈ আহোঁগৈ। কোনো ভয় নাই, আমাৰ সিকালৰ বস্তি আমি শত্ৰুহঁতৰ আগেয়ে পামগৈ। কোনো ভয় নাই। বন্ধু জৰ্জ, ভয় নেখাবি দেই। তহঁতৰ জাতৰ মানুহৰ নিমিত্তে মই আগেয়ে বহুবাৰ এনে কাম কৰিছোঁ, এয়ে প্ৰথম নহয়। ভয় নেখাবি দেই।"

স্বাইমনে ক'লে যে ফিনিএসৰ দৰে মানুহ যেতিয়া জৰ্জৰ লগত আছে, জৰ্জৰ অকণকে ভয় নাই। কিন্তু জৰ্জৰ উত্তৰ চোৱা, "আপোনাসকলৰ নিমিত্তেহে মোৰ দুখ হয়, কিমান কষ্ট এতিয়াই দিছোঁ, আৰু কিমান বিপদ আমাৰ আগত।"

স্বাইমনে ক'লে, "বন্ধু জৰ্জ, আৰু নক'বা, কোনো কথা নক'বা। আমাৰ বিবেক বুলি এটা বস্তু আছে, সেই বিবেকেই আমাক আদেশ দিছে। তোমা-লোকক আমি সাহায্য কৰিবই লাগিব। তোমাৰো কোনো এক্তিয়াৰ নাই, আমাৰো কোনো এক্তিয়াৰ নাই।" এইবুলি কৈ ঘৈণীয়েকক মাত লগাই ক'লে, "ঘৈণী, বেগাবেগি কৰা, এওঁলোকক আমি যেন লঘোণে ইয়াৰপৰা নপঠিয়াওঁ।"

ৰেচেল আৰু তেওঁৰ ল'ৰা-ছোৱালীবিলাকে সকলো বস্তু ঠিক্-ঠাক্ কৰি মেজত সজালে। ৰেচেলে ইলাইজাৰ হাতখন ধৰি টেবিলৰ ওচৰৰ মাচিয়াত বহুৱালেগৈ। সকলোৱে খাবলৈ বহিছে, এনেতে কথ্ লোমালহি।

তেওঁ ক'লে, (আহা! এই কুৰেকাৰ মানুহবিলাক কেনে মৰমিয়াল!) "গৰম উলৰ মোজা কেযোৰমান এই ল'ৰাকণলৈ বুলি আনিছোঁ। তিনিযোৰ। কেনেডাত ঘিমান জাৰ। ল'ৰাটিয়ে বৰ কষ্ট পাব।" ইলাইজাৰ ওচৰলৈ গৈ হাত জোকাৰি ক'লে, "ইলাইজা, মনত বল বাখিবি। হেৰিব নিমিত্তে অলপ কিবা-কিবি খাবলৈ আনিছোঁ। ল'ৰাহঁতৰ যেনে ভোক। হোঁ আই, ল।"

ইলাইজাই ধন্যবাদ দি ক'লে, "আই, আপোনাৰ মৰম কেতিয়াও নেপাহৰোঁ।"

"কথ, আহাঁ, অলপ খোৱাহি।" ৰেচেলে ক'লে।

"ও, মই কেনেকৈ খাম? সক ল'ৰাটিক জনৰ কোলাত দি আহিছোঁ আৰু কেথনমান পিঠাও বহাই আনিছোঁ। মই এথন্তকো বহিব নোৱাৰোঁ। মই বহিলে কি হ'ব জানানে, জনে এই বিস্কুটবোৰ পুৰি পেলাব আৰু বেবীয়ে কান্দিলে বেবীক নিচুকাবৰ নিমিত্তে বাটিৰ গোটাই চেনিখিনি বেবীক খুৱাব। তেতিয়া কি হ'ব কোৱাচোন? মই যাওঁ দেই। ইলাইজা—গুড্‌বাই (ভগবান তোমাৰ লগত সকলো সময়তে থাকক), জৰ্জ—গুড্‌বাই। প্ৰভুৱে যেন তোমালোকক নিৰাপদে ৰাখি তোমালোকৰ উদ্দেশ্য সিদ্ধি কৰে।" কথ, তুমি দয়াশীলা ৰমণী। তোমাৰ দৰে ৰমণী যেন সকলো সময়তে এই পৃথিৱীত বিৰাজ কৰে। ৰেচেলৰ কথা কি ক'ম? এনে ৰমণী, তিৰুতা, মহিলা আছে দেখিয়েই আমি ভাৰতবৰ্ষত দেৱী পূজা কৰোঁ।

ভাত-পানী খোৱাৰ পাছত এখন বেগন দুৱাৰমুখলৈ আহিল। ভগৱানৰ কি ইচ্ছা! সেইদিনা এইবোৰ মানুহে দাসত্বৰপৰা মুক্তি পাব বুলিয়েই নে কি তেওঁ প্ৰকৃতিক আদেশ দিলে যে চন্দ্ৰ, তাৰকামালা সাক্ষী হৈ সকলোকে ক'ব যে দাসত্ব ভগৱানৰ বিধান নহয়। সি বাৰু যি হওক, এই কথাফেৰি এই অনুবাদকৰ সপোন মাথোন।

ফিনিএসে সকলো ঠিকঠাক কৰিলে। জৰ্জ ওলাই আহিল। এফালে বৈণীয়েক, একালে হেৰি। মুখত একণকে ভয়ৰ চিন নাই, ভৰিৰ খোজ বীৰৰ দৰে। এনে বিপদত পৰিলে যেন সকলোৰে এনে পুৰুষ-সিংহৰ ভাব হয়। ৰেচেল, স্বাইমন্ ওলাই আহিল। সেই বসতিৰ সকলোৱেই এই দুৰ্ভগীয়া পথিক-সকলক আশীৰ্ব্বাদ দিবলৈ ওলাই আহিল।

বস্ত্ৰ-বেহানি বথা হ'ল। বেগন্‌খন ঠিকঠাক কৰা হ'ল। ৰেচেলে গাড়ীৰ তত্ত্বাৱধান কৰিছে—ক'ত কি থাকিব, কেনেকৈ থাকিব। ফিনিএসে তিৰুতা আৰু শিশুসকলৰ বহাৰ বন্দবস্ত কৰিলে।

জিমক জৰ্জে সুধিলে, "জিম, তোৰ পিস্তলকেটা ঠিক আছেতো?"

জিমে ক'লে, "ঠিক আছে। আকৌ আইক সিহঁতক লৈ যাবলৈ দিমনে? সিহঁতে আমাক ধৰিবলৈ আহিলে কি কৰিব লাগিব, আমি জানো নহয়।" এই দুটা ল'ৰাই দুখ পাই পাই আৰু সহিব নোৱাৰি এই শেষ অৱস্থালৈ আহিছে, ধৰিবলৈ আহিলে ধৰা নিদিওঁ। হয় মৰিম, নহ'লে মাৰিম।

ইলাইজাই সকলোৰে সৈতে কথা কৈ বিদায় ল'লে। আনসকলেও বিদায়

ল'লে। স্বাইমনে ক'লে, "বন্ধুসকল, বিদায়" (Farewell, my friends)। চোৱাঁ, ধাৰ্ম্মিক মানুহ হ'লে সকলোকে বন্ধু বুলি ভাবে। কিন্তু স্বাইমন, আমি যাক ধাৰ্ম্মিক বুলি কওঁ, তেনে ধাৰ্ম্মিক নাছিল। আমি ধাৰ্ম্মিক বুলিলেই সংসাৰ ত্যাগী, গৈৰিকধাৰী আৰু আন এনে বসনধাৰী মানুহৰ কথাহে ভাবোঁ। কিন্তু স্বাইমন ধৰ্ম্ম আৰু কৰ্ম্ম—দুয়োৰে উপাসক আছিল।

স্বাইমনৰ কথা শুনি গাড়ীৰ ভিতৰৰপৰা সকলোৱে ক'লে, "ভগৱানে আপোনালোকৰ মঙ্গল কৰোক।"

বৰফে ঢকা বাটেদি গাড়ীখন ঘৰঘৰ গৰ্গৰ কৰি হেলি-দুলি নিজৰ বাৰলগীয়া বাটেদি গ'ল।

গাড়ী গৈ আছে, গৈ আছে। জৰ্জৰ কাণ, চকু, মন সেই একেকালে, যি-ফালৰপৰা বিপদৰ সম্ভৱ। ৰাতি তিনিমান বজাৰ সময়ত জৰ্জে ধোঁৱাই দৌৰি অহাৰ শবদ শুনিলে। ফিনিএসক সেই বিষয়ে জনোৱাত তেওঁ গাড়ীখন ৰখালে। ক'লে, "সেয়া নিশ্চয় মাইকেল, তাৰ ঘোঁৰা চেকুবোৱাৰ শবদ শুনিয়েই মই গম পাইছোঁ।"

আটায়ে বাট চাই আছে। অলপ পৰ পাছত মাইকেল ঘোঁৰা চেকুৱাই সেইখিনি পালেহি। মাইকেলৰ ঘোঁৰা চেকুবোৱাৰ কি ক্ষমতা, কি দৃঢ়তা! মাইকেলৰ দৰে বন্ধু থাকিলে, ফিনিএসৰ দৰে সাৰথি থাকিলে বিপদক আগ বাঢ়ি বৰণ কৰিবলৈ মন যায়। জগত-কবি ৰবীন্দ্ৰনাথ ঠাকুৰে কি কৈছে—"বিপদে মোৰে ৰক্ষা কৰ এ নহে মোৰ প্ৰাৰ্থনা, বিপদে যেন না কৰি কোন ভয়।" অতি সুন্দৰ কথা! মাইকেল, ফিনিএস্ আৰু এনে আন মানুহ লগত থাকিলে বিপদ হয়তোবা সম্পদেই হ'ব পাৰে।

মাইকেলে ক'লে, "ফিনিএস্, তুইনে?"

"হয়, কি বাতৰি ভাই? সিহঁত আহিছে নেকি?"

"আঠটা কি নহটা পাছে পাছে আহিছে—ভোকত মৰা বাঘৰ দৰে আহিছে।"

সিহঁতে ঘোঁৰা চেকুৱাই মানুহ অহাৰ শবদ পালে।

গাড়ী আকৌ চলাবলৈ ধৰিলে। বৰফে ঢকা বাটেদি গাড়ী উৰি বেগাৰ দৰে যাবলৈ ধৰিলে। ফিনিএসে ঘোঁৰা দৌৰাই লগে লগে গৈ আছে। শত্ৰুৰ ঘোঁৰা মুহূৰ্ত্তে মুহূৰ্ত্তে ওচৰ চাপি আহিছে।

গাড়ী গৈ গৈ ফিনিএসৰ আগৰ চিনাকি এখন ঠাই পালেগৈ। সেই তাহানিথন যেতিয়া ফিনিএস্ বন-বীৰ আছিল, তেতিয়াৰ চিনাকি ঠাই। ফিনিএসে গাড়ীৰ আৰোহীবিলাকক নামিবলৈ কৈ ক'লে, "তহঁত নামি দৌৰ মাৰ। বিমান পাৰ দৌৰ।" মাইকেলক ক'লে, "তই এমেৰাইয়াৰ ঘৰলৈ দৌৰি যা। তাক মাতি আনিবি আৰু তাৰ কেটামান 'ল'ৰাকো' লগত আনিবলৈ ক'বি আৰু ক'বি কিয় মাতিছোঁ। আমাক খেদি অহা মানুহৰ সৈতে সিহঁতে 'কেআৰাৰমান কথা' কৈ যাওকহি।"

হেৰিক কোলাত লৈ ফিনিএসে নিৰাপদীয়া ঠাইত থ'লেগৈ। সেই ঠাইডোখৰ শিলেৰে ভৰা। ভগৱানৰ ইচ্ছাত শিলবোৰৰ পাছত আশ্ৰয় লৈ সিহঁতে যুঁজিব পাৰিব, সেইদেখিহে ফিনিএসে সেই ঠাইলৈ ইমান বেগাবেগিকৈ গৈছিল। মোৰ আসামত, বিশেষকৈ গুৱাহাটীত, তেনে শিলেৰে ভৰা ঠাই বহুতো আছে। সেই তেনে কেতবোৰ শিলাখণ্ডৰ আশ্ৰয় লৈ এই মুক্তিপ্ৰয়াসী মানুহবিলাক আৰু সিহঁতৰ বন্ধুসকল শত্ৰুৰ নিমিত্তে বাট চাই থাকিল।

ফিনিএসে ক'লে, "ভাল হ'ল। আমি এইখিনি পালোঁহি। সিহঁত যদি এইখিনিলৈ আহে, এজন এজনকৈ আহিব লাগিব। চাওঁ—কোন আগ বাঢ়ি আহে।" এবাৰ আমি বালিভাত খাবলৈ (এবাৰ নহয় ১৯২২ খ্ৰীষ্টাব্দত তিনিবাৰমান) গৈছিলোঁ। সেই তাতো দেখিলোঁ যে এডোখৰ ঠাইত একোজন একোজনকৈহে ('Single file') মানুহ যোৱা-অহা কৰিব পাৰে। সেই তেনে এডোখৰ ঠাইত আমাৰ পলাতকসকলে আশ্ৰয় ল'লে। মুনিহহঁতৰ হাতত একোটি একোটি বন্দুক। তিকতা দুজনী আৰু ল'ৰাটি এই মানুহকেজনৰ পাছত। আমাৰ বন্ধুকেজন নিৰাশা বুকুত লৈ হাতত বন্দুক লৈ শত্ৰুসকলক অভ্যৰ্থনা কৰিবলৈ প্ৰস্তুত।

ফিনিএসে সুধিলে, "বইজ (এই বইজ, Boys কথাৰ মানে ল'ৰাসকল, বন্ধু সকল, লগৰীয়া বা সহচৰসকল হয়), তহঁতৰ হাতত বন্দুক আছেনে?"

শত্ৰুপক্ষৰ মানুহৰ ভিতৰত দুজন গোলাম ধৰা ব্যৱসায় কৰা মানুহ আছিল। সিহঁতৰ নাম টম্‌লোকাৰ আৰু মাৰ্কস্। এই দুটা হেজিৰ মানুহ। হেৰিক ধৰি লৈ যাবৰ নিমিত্তে ইহঁতক কামত ভৰ্ত্তি কৰা হৈছিল। লগত দুটা কনিষ্টবলো আছিল। আৰু আছিল কোন? এটুপি কটিকা পালেই বি কোনো কাম কৰা মানুহ—এনে মানুহ বহুতো আছিল।

জৰ্জে থিয় হৈ উঠি সিহঁতক ধীৰ আৰু শান্তভাবে ক'লে, "জেন্টেলম্যান" (এই

জেণ্টেলম্যানৰ অৰ্থ ভদ্ৰলোকো নহয়, ভাল মানুহো নহয়, সভাসদজনো নহয়; কেতবোৰ মানুহ একেলগে থাকিলে এনে এটা সম্ভ্ৰম-বাক্য প্ৰয়োগ কৰিব লাগে। সেইদেখিয়েই জৰ্জে 'জেণ্টেলম্যান' বুলি সিহঁতক সম্বোধন কৰিছিল। নহ'লে ইহঁত ক'ৰ 'জেণ্টেলম্যান'?), আপোনাসকল কোন? আপোনাসকল ইয়ালৈ কিয় আহিছে? আপোনাসকলক কি লাগে?"

টম্‌লোকাৰ বোলা মানুহটোৱে ক'লে, "আমি কেটামান পলাই অহা নিগাৰ মানুহক বিচাৰি আহিছোঁ। জৰ্জ হেৰিস্, ইলাইজা হেৰিস্ আৰু তেওঁৰ ল'ৰাক বিচাৰি আহিছোঁ। জিম্ সেলডেন বুলি মানুহ এটা আৰু এজনী বুঢ়ীকো লাগে। আমাৰ লগত কনিষ্টবল, ৱাৰেণ্ট সকলো ঠিকঠাক আছে। আমি সিহঁতক ধৰি লৈ যামেই যাম। তয়েই জৰ্জ হেৰিস্ নহয়নে, কেণ্টাকিৰ শ্বেল্বি কাউণ্টিৰ মিঃ হেৰিসৰ গোলাম?"

"মই জৰ্জ হেৰিস্ হওঁ সঁচা। কেণ্টাকিৰ মিঃ হেৰিস্ বুলি এজন মানুহে কিছুদিন আগৈয়ে মোক তেওঁৰ সম্পত্তি বুলি কৈছিল। কিন্তু মই এতিয়া মুক্ত, স্বাধীন। মোৰ ল'ৰা আৰু তিৰুতাক মই নিজৰ বুলি এতিয়া ডাঠকৈ ক'ব পাৰোঁ। জিম্ আৰু তাৰ মাকো ইয়াত আছে। আৰু এটা কথা কওঁ শুনা—আমাৰ হাতত বন্দুক-গুলী আছে। আমি সহজে ধৰা নিদিম। তোমালোকে আমাক ধৰিবলৈ আহিব খুজিলে আহিব পাৰা; কিন্তু এই কথা থিৰাংকৈ জানি লোৱা, তোমালোকৰ যিজনেই প্ৰথমে আগবাঢ়ি আহিব তেওঁক গুলীয়াই মাৰিম, আৰু তেওঁৰ পাছত যিজন আহিব, তেওঁৰো সেই দশা হ'ব। তৃতীয়জনাৰো তাকে হ'ব। তোমালোকৰ এজনকো শুদাই নেৰোঁ। এই কথাফেৰি জানি আহিব খুজিলে আহিব পাৰা।"

জৰ্জৰ মাত আৰু অঙ্গিভঙ্গি দেখি সেই মানুহবোৰ অলপ পৰ তথা লাগি চাই থাকিল। মাৰ্ক্‌সৰ মন কিন্তু একণকে নটলিল। সি এই সুযোগ পাই জৰ্জৰ ফালে লক্ষ্য কৰি গুলী মাৰিলে। মাৰিয়েই ক'লে, "মনত নাইনে, তাক মাৰিব পাৰিলেই আমি বক্সিস্ পাম?" ভগবানৰ ইচ্ছাত গুলী ৰবা দেখিয়েই জৰ্জে পাছুহঁহকি গ'ল। গুলী জৰ্জৰ মূৰৰ চুলিৰ ওচৰেৰে গ'ল। ইলাইজাই চিয়ঁৰ এটা মাৰিলে। জৰ্জে বেগাবেগিকৈ ইলাইজাৰ ওচৰলৈ গৈ ক'লে, "একোকে হোৱা নাই ইলাইজা, ভয় নেখাবা।"

ফিনিএসে ক'লে, "বক্তৃতা দিবলৈ আৰু সিহঁতৰ আগত তোৰ আৰু থিয় হ'ব নেলাগে। সিহঁত 'ছোটলোক'।"

জৰ্জে ক'লে, "জিম্ ভাই, তই তোৰ বন্দুক লৈ তৈয়াৰ হৈ থাক। সিহঁতৰ ফালে চাই থাক। প্ৰথম মানুহটো ওলালেই মই গুলীয়াম, দ্বিতীয়টো ওলালেই তই গুলীয়াবি।"

"তই যদি মাৰিব নোৱাৰ ?"

"মই মাৰিমেই।" এনে কথা শুনি ফিনিএসৰ বৰ আনন্দ হ'ল।

মাৰ্কে গুলী মৰাৰ পাছত সেই মানুহকেটাই কি কৰিব কি নকৰিব অলপ থেৰোগেৰোত পৰিল। তাৰে এজনে ক'লে, "কাৰোবাৰ গাত গুলী লাগিল বোধকৰোঁ, কোনোবাই চিঞঁৰা যেন শুনিলোঁ।"

টমে ক'লে, "মই যাওঁ আগবাঢ়ি। মই নিগাৰহঁতক কেতিয়াও ভয় কৰা নাই, এতিয়াও নকৰোঁ। মই এতিয়াই যাওঁ। মোৰ পাছত কোন আহিবি আহি যাক।" এইবুলি টম্ আগবাঢ়িল। জৰ্জে এই কথাষাৰ শুনিয়েই বন্দুক ঠিক কৰি ৰাখিলে। জৰ্জহঁত থকা ঠাইডোখৰ আন মানুহবোৰ থকা ঠাইতকৈ ওখ আছিল। টমে শিলবোৰৰ ওপৰলৈ এটা-দুটাকৈ উঠি আহিল। তাৰ পাছত সেই দলৰ আটাইতকৈ সাহিয়াল মানুহ এটা টমৰ পাছে পাছে আহিল। তাৰ পাছত গোটাই মানুহকেটা ঠেলা-হেঁচা কৰি আগবাঢ়ি আহিল। আগবাঢ়ি আছে, ইপিনে আমাৰ বন্ধুসকলো প্ৰস্তুত হৈ আছে। টমৰ ডাঙৰ-দীঘল গা ওলোৱাতে দিলে জৰ্জে এটা গুলী মাৰি। গুলী লাগিল গাৰ একাষে। টমৰ গাত গুলী লগা সত্বেও সি নপলাল, সি আগবাঢ়ি আহিল। জৰ্জহঁত থকা শিল-বোৰত উঠে আৰু, এনেতে ফিনিএসে আগবাঢ়ি আহি বাটভেটা দি তাক ঠেলা মাৰি দি ক'লে, "বন্ধু, তোৰ এই ঠাইত একোকে কাম নাই।" ঠেলা খাই টম্ পৰিল তিৰিশ ফীট তলত। টমৰ সৌভাগ্য, গছ-গছনি থকাৰ নিমিত্তে তিৰিশ ফীট একেলগেই একেবাৰতে নপৰিল। তেনেহ'লে একেবাৰেই টমৰ ফালে আধ্যাই হ'ল হয়।

টম্ পৰা দেখিয়েই মাৰ্ক্‌স পলাই যাবৰ উদ্যোগ কৰি আন মানুহহঁতক ক'লে, "এই ল'ৰাহঁত, তহঁত যা টমক চাগৈ, মই ঘোঁৰা চেকুৰাই গৈ আৰু মানুহ-দুনুহ আনোগৈ।" এইবুলি আন মানুহহঁতৰ ইতিকিং-তাচ্ছিল্য আওকাণ কৰি ঘোঁৰাত উঠি চাবুক মাৰি দিলে তৰা-নৰা ছিগা চেকুৰাই।

হাবি-বননিৰ ভিতৰেদি গৈ সেই মানুহকেটা টমৰ ওচৰ পালেগৈ। খিলঙৰ বাট দেখিছা নহয়—প্ৰায় তেনে।

টমক দাঙি সিহঁতে ঘোঁৰা বাট চাই থকা ঠাইলৈ (বহুতবাৰ জিৰণি

পোৱাৰ পাছত) কোনোমতে প্ৰকাৰে লৈ গ'ল। টমে ক'লে, "বোপাইহঁত, মোক কোনোৰকমে দুমাইল বাট সেই হোটেলটোলৈ লৈ ব'ল।"

টমক ঘোঁৰাত উঠাবলৈ দুই-তিনিবাৰ সিহঁতে চেষ্টা কৰিলে। সি জিনত বহিবকে নোৱাৰিলে, জিনৰপৰা পৰি গ'ল।

ইলাইজাই টম্ পৰা দেখি ক'লে, "আই ঐ দেহি! সেই মানুহটো মৰিব হেন পাওঁ।"

"ভাল হ'ল", ফিনিএসে ক'লে, "যেনে কাম তেনে ফল ভুগিছে। ইহঁত সিহঁতে দেখোন তাক এৰি যায়।"

সেই মানুহবোৰে কিছুপৰ পৰামৰ্শ কৰি অলপ হেহোঁ-নেহোঁ কৰি তাৰ ফালে চাই সকলোকেটাই ঘোঁৰাত উঠি পলাই গ'ল।

সিহঁত কিছু দূৰলৈ যোৱাৰ পাছত ফিনিএসে ক'লে, "এতিয়া আমাৰ খোজ ল'ব লাগিল আৰু।" অলপমান বাট যোৱাৰ পাছতে তেওঁলোকৰে ৰেগনখন উভতি অহা দেখিলে। লগত কেজনমান অশ্বাৰোহী। "ভালেই হ'ল মাইকেল, ষ্টীভেন আৰু এমাৰাইয়া আহি পালেহি। এতিয়া আমাৰ পাবলগীয়া ঠাই পোৱাৰ দৰেই হ'ল আৰু। আৰু একোকেই ভয় নাই।"

"যদি সেয়ে কথা, আমি তেনেহ'লে অলপ পৰ বৈ সেই মানুহটোক অলপ সহায় কৰোঁগে।" এই কথাষাৰ কোনে ক'লে জানানে? ইলাইজাই। যি ইলাইজাক ধৰি লৈ গৈ আকৌ গোলাম কৰিবৰ নিমিত্তে যি মানুহটোৱে লৈ যাব ধৰিছিল, সেই মানুহটোৰ জীৱন ৰক্ষাৰ নিমিত্তে সেই ইলাইজাৰে প্ৰাণে কান্দিছিল। চোৱাচোন, তিৰুতাৰ কেনে কোমল প্ৰাণ! তোমালোকে সকলো সময়তে তিৰুতাক ভক্তি-শ্ৰদ্ধা কৰিবা।

জৰ্জেও ক'লে, "এৰা, এনে কাম কৰায়েইতো আমাৰ সকলো খ্ৰীষ্টানৰে কৰ্ত্তব্য।" চোৱাঁ, এই নিগ্ৰো জাতিৰ কি মহত্ব! সিহঁত গোলাম হ'ব পাৰে, কিন্তু সিহঁতৰ মন মহৎ। আমি 'ডাঙৰ মানুহ' বুলি কাক কওঁ? যাৰ টকা আছে, যাৰ ক্ষমতা আছে, আমি তেনে মানুহকেই ডাঙৰ মানুহ বুলি কওঁ। কিন্তু প্ৰকৃত ডাঙৰ মানুহ হৈছে যাৰ মন ডাঙৰ, যি আনৰ নিমিত্তে ভাবে, যি দুখীয়াক মৰম কৰে। যি মানুহে আনৰ কোনো দুখ দেখিলে সেই দুখৰ লাঘৱ কৰে, সেইবিলাক মানুহেইহে ডাঙৰ মানুহ। জৰ্জ আৰু ইলাইজাই ডাঙৰ মানুহৰ বিশেষত্ব বুজাই আজি জগতক ধন্য কৰিলে। চোৱাঁ, এই মানুহটোৱেই সিহঁতক ধৰিবলৈ আহিছিল নহয়!

তেতিয়া ফিনিএসে ক'লে, "হয়, আমাৰ কুৰেকোৰসকলৰ তালৈ লৈ গৈ তাক আমি নিৰাময় কৰোঁগৈ ব'লা। হা হা, ভাল কথা। বাক, মোৰ কোনো আপত্তি নাই।" এইবুলি সেই মানুহটোৰ ওচৰলৈ গ'ল। গৈ ক'লে, "চাওঁচোন বাক, ইয়াৰ কি হৈছে।" (ফিনিএসে অলপ ডাক্তৰী বিদ্যা জানে দেই। ডাক্তৰবিলাকে ভাবে যে তেওঁলোকেইহে সৰ্ব্বআৰোগ্য বিদ্যাত পাৰ্গত। হে ভগৱান, তুমি যেতিয়া বেমাৰীক ভাল কৰিবলৈ ইচ্ছা নকৰা, ডাক্তৰবিলাকে বিদ্যাৰ বোজা লৈ আৰু আন মানুহবপৰা গধুৰ মোনা লৈ বেমাৰীক কেতিয়া কোন সময়ত ভাল কৰিছে কোৱাচোন। কিন্তু আন মানুহে পঢ়ি-শুনি, ডাক্তৰী পৰীক্ষাত উত্তীৰ্ণ নহৈ, যদি কেতিয়াবা কোনো ৰোগীক সেৱা-শুশ্ৰূষা কৰি, পথ্যৰ ব্যৱস্থা কৰে, তেতিয়া ডাক্তৰৰ খং দেখিছা নহয়। সেইবোৰ ডাক্তৰ ক্ষমাৰ পাত্ৰ।) ফিনিএসে অলপ চাই-চিন্তি দেখিলে যে তাৰ তিমান একো বেয়া অৱস্থা হোৱা নাই। জঙ্গলত থকাৰ সময়ত বাধ্য হৈ ফিনিএসে ডাক্তৰী বিদ্যা জানিবলগীয়া হৈছিল। টমে ক'লে, "মাৰ্ক্‌স, তই আহিছ নেকি?"

ফিনিএসে ক'লে, "এই শুন, মই মাৰ্কস্ নহওঁ বন্ধু। মাৰ্ক্‌সে যে তোক কিমান মৰম কৰে জানিলোঁ। সি তাৰ নিজৰ জীৱনটো লৈ পলাই গৈছে, জানানে? সি যোৱা বহুত পৰ হ'ল।"

টমে ক'লে, "কুকুৰটোৱে মই মৰিম বুলি জানি অকলৈ মোক এৰি গ'ল। মোৰ ফালে আধ্যা হ'ল।"

"লাহে লাহে বন্ধু, মুখ বেকেটা-বেকেট নকৰিবি। তোৰ তেজ ওলোৱা যদি বন্ধ নকৰোঁ, তোৰ জীৱনৰ আশা নাই।" এইবুলি সকলোৱে উৰ্ধ্বাল গোটাই ডাক্তৰী 'ব্যাণ্ডেজ' সুন্দৰৰূপে বান্ধি দিলে।

"তুমিয়েই মোক এইখিনিলৈ ঠেলা মাৰি পেলাই দিছিলা নহয়?"

"তোমাক এনেকৈ পেলাই নিদিয়াহেঁতেন, তুমি আমাকে পেলাই দিলাহেঁতেন নহয়। কিন্তু এতিয়া মিত্ৰভাৱেহে আমি ইয়ালৈ আহিছোঁ, শত্ৰুভাৱে নহয়। তোমাক আমি এতিয়াই এঠাইলৈ লৈ যাম। সেই ঠাইৰ মানুহসকলে তোমাক সুন্দৰভাৱে সেৱা-যত্ন কৰিব। তোমাৰ মাৰাই যেনে পতি কৰিলে হয়, তেওঁলোকেও তোমাৰ মাৰাৰ দৰেই পতি-আতি কৰিব।"

টমক চাৰিজন মানুহে অতি কষ্টেৰে ৰেগনত তুলিলে। ৰেগনত তোলাৰ আগেয়েই টম্ মুৰ্চ্ছা গ'ল। বুঢ়ীয়ে টমৰ মুৰ কোলাত অতি যতনকৈ ল'লে। ৰেগন চলোৱা হ'ল।

জৰ্জে ফিনিএসক সুধিলে, "ৰোগীৰ কেনে অৱস্থা দেখিছা ?"

"অৱস্থা একো বেয়া নহয়। বহুত পৰ ব্যাণ্ডেজ নকৰাৰ বাবে তেজ বৈ মানুহটোৰ শৰীৰ দুৰ্বল হৈছে, তাৰ লগতে তাৰ মনবো সাহ গৈছে। দেখিছা। গুলীয়ে জখম বেছি কৰিব নোৱাৰিলে। কৰাচেঁতেন তেতিয়াই গ'ল হয়। কিছুদিনৰ পাছত ভাল হ'ব, একো ভয় নাই। ইয়াৰ দ্বাৰাই আশা কৰোঁ তাৰ অলপ শিক্ষা হ'ব।"

জৰ্জে ক'লে, "মই এই কথা শুনি সঁচাই সুখী হ'ব পাৰোঁ। মই তাৰ মৃত্যুৰ কাৰণ হোৱা হ'লে চিৰজীৱন দুখ পালোঁ হয়।"

"এৰা, বধ কৰা কামটো ভয়ানক। মানুহকে মৰা হয় কি কোনো জন্তুকে মৰা হয়—দুয়ো একে বেয়া কাম।"

"এতিয়া তাৰ কি ব্যৱস্থা হ'ব তেনেহ'লে ?"

"এমেৰায়াৰ তালৈ লৈ যাম। তাত বুঢ়ীআই ষ্টিভেন্স আছে। তেওঁ সাক্ষাৎ দেৱী। ৰোগীক এনে সুন্দৰে সেৱা কৰে। আটায়ে তেওঁক ডৰ্কাচ্ (Dorcas) বুলি মাতে। পোন্ধৰ দিনমান বুঢ়ীআইৰ যতন পালে ই ভাল হ'ব।"

এঘণ্টামানৰ পাছত আমাৰ বন্ধুসকল গৈ অতি পৰিষ্কাৰ ঘৰ এটাত নামিলগৈ। টম্‌লোকাৰক তেতিয়াই চাফ বিছনা থকা এটা খোঁটালীলৈ লৈ যোৱা হ'ল। তাক যত্নেৰে শুৱাই, আকৌ ব্যাণ্ডেজ বান্ধি দিয়া হ'ল। এনে বিছনাত সি তাৰ ওপজা সময়ৰেপৰা কেতিয়াও শোৱা নাই।

আমাৰ ভাগৰ লাগি অহা বন্ধুসকলক ঘৰৰ গৰাকীসকলে সুন্দৰৰূপে ভোজন কৰালে। এইসকল দয়াবান অতিথিবৎসল মানুহ।

এতিয়া টমৰ বাতৰি লওঁগৈ আহাঁ। হেলিয়ে শ্বেল্‌বিৰ ঘৰৰপৰা টমক মিচিছিপি নৈৰ উজানে লৈ গৈ ছিন্‌ক্লেয়াৰ বুলি নিউ অৰ্লীন্সৰ এজন ভাল আৰু ধনী মানুহৰ ঘৰত বেচিলে। টম্ সেই ঘৰত কোচ্‌ম্যান হ'লগৈ। মিঃ ছিন্‌ক্লেয়াৰ বৰ মৰমিয়াল আৰু সজ মানুহ আছিল। টম্ সেই ঘৰত সুখে আছিল। কিন্তু টমৰ কপাল বেয়া। এই সজ মানুহজনৰ ডেকা বয়সতে মৃত্যু হোৱাত তেওঁৰ আন আন গোলামৰ লগত টমকো নিলাম ক'ৰা হ'ল। এইবাৰ টম্ গ'ল চাইমন্ লেগ্ৰী বুলি এটা মানুহৰ ঘৰলৈ। তাৰ কপাহৰ বাগিচা ৰঙা নৈৰ পাৰত আছিল। এই মানুহটোৰ দৰে নিষ্ঠুৰ, অসৎ, বেয়া মানুহ পৃথিৱীত বিৰল।

এখন সৰু জাহাজত টম্। হাতত শিকলি, ভৰিত শিকলি। বপুৰি টমৰ মন শিকলিতকৈ গধুৰ। তলমূৰা হৈ ভাবি আছে।

লেগ্ৰীয়ে নিউ অৰ্লীন্সৰ ই ঠাইত এটা সি ঠাইত এটা এনেকৈ আঠোটামান গোলাম কিনি ছুটা ছুটাকৈ হাতকেৰেয়া লগাই জাহাজলৈ আনিলে। জাহাজলৈ আনি এঠাইত মাল-পত্ৰ ৰখাৰ দৰে থৈ দিলে। জাহাজ মেলি দিয়াৰ পাছত নিজ মূৰ্ত্তি ধাৰণ কৰি লেগ্ৰী গোলামবোৰৰ ওচৰলৈ আহিল। টমৰ কাপোৰ-কানি ভাল মানুহৰ দৰে আছিল। লেগ্ৰীৰ দৰে মানুহৰ এনে কথা সহ্য নহ'ল। টমৰ আগত থিয় হৈ হুকুম দিলে, "থিয় হ।" টম্ থিয় হ'ল।

"ষ্টকডাল ( ডিঙিত বন্ধা 'নেক্‌টাই'ৰ দৰে একৰকম পৰিচ্ছদ ) খুলি পেলা।" টমৰ ভৰিয়ে-হাতে শিকলি। কোনোৰকমে খুলিবলৈ আৰম্ভ কৰোঁতেই লেগ্ৰীয়ে এৰেকেটানেই তাক খুলি পেলালে। খুলিয়েই নিজৰ জেপত ভৰালে। লেগ্ৰীয়ে টমৰ পেৰা খুলিবলৈ ধৰিলে। পেৰাটোৰপৰা পুৰণা ফটা কোট, পেণ্টেলুন উলিয়াই সেইবোৰ পিন্ধিবলৈ হুকুম দিলে। মাল-পত্ৰৰ মাজৰ এডোখৰ ঠাইকে আঁৰ বুলি আশ্ৰয় লৈ টমে কাপোৰ সলাই আহিল।

"জোতা খোল", আকৌ হুকুম। জোতা খুলিলে। এযোৰ গধুৰ আৰু ডাঠ জোতা টমৰ কালে পেলাই দি ক'লে, "এইযোৰ পিন্ধ।"

টমে কাপোৰ সলাওঁতে আনযোৰ স্যুটৰ জেপৰপৰা বাইবেলখনি এই স্যুটৰ জেপ এটাত ভৰাইছিল। বাইবেলখনি ৰক্ষা পৰিল।

টমৰ হাতকেৰেয়া লগাই লেগ্ৰীয়ে টমৰ জেপত হাত দিলে। পাটৰ উৰ্ম্মাল এখন পাই সেইখনো জেপত ভৰালে। ইটো-সিটো জেপ বিচাৰোঁতে এখন 'মেথডিষ্ট'সকলৰ ঈশ্বৰ-নাম-কিতাপ (Hymn book) পাই ক'লে, "হোঁ— ধাৰ্ম্মিক গোলাম তই, নহয়নে? তই গিৰ্জ্জালৈ যাৱ, নহয়নে?"

"হয় প্ৰভু।"

"এনে ভাব তোৰ কিমান দিন থাকে চাম। মই এনে কথা 'বৰদাস্ত' নকৰোঁ। মোৰ নিগাৰবোৰ নাম গোৱা, ঈশ্বৰৰ নাম লোৱা, পূজা কৰা বিধৰ মানুহ নহয়, বুজিলিনে?" ভৰিৰে দপ্‌দপাই আৰু চকু পকাই এই কেজাৰাৰ কথা ক'লে, আৰু ক'লে, "ময়ে তোৰ এতিয়া গিৰ্জ্জা, বুজিলিনে? মই যি কওঁ, তোৰ তাকেই শুনিব লাগিব আৰু যেনে হ'বলৈ কওঁ, ঠিক তেনেই হ'ব লাগিব। বুজিলিনে?"

টমে শুনিলে। টমৰ অন্তৰত কোনোবা এজনে সেই কথাৰ উত্তৰ "কেতিয়াও

নহয়” বুলি দিছিল। আৰু কোনোবাই যেন অন্তৰত ক’লে, “ভয় নাই, মই তোমাক মুক্তি দিছোঁ, মই তোমাৰ নাম কাঢ়ি মাতিছোঁ, তুমি মোৰ।” (এই-ফাঁকি বাইবেলৰ ‘আই জাইয়া’ বুলি কিতাপখনৰ কথা।) লেগ্রীয়ে কোনো মাত শুনা নাছিল। সি এনে মাত মুগুনে কেতিয়াও। সি কিছুপৰ টমৰ ফালে চকু পকাই চাই সেই ঠাই এৰি গুচি গ’ল।

এখন সৰু নগৰ পোৱাত লেগ্রী আৰু তাৰ লগৰীয়াসকল নামিল। এখন ৱেগনত লেগ্রী আৰু মাল-পত্র। মাল-পত্রৰ সিফালে দুজনী হাতকেৰেয়া বন্ধা গোলামনী। আনবোৰ খোজকাঢ়ি লেগ্রীৰ কপাহৰ বাগিচাৰ ফালে খোজ ল’লে।

বাট দীঘল। জঙ্গলীয়া। সেইদিনা সেই মানুহসকলৰ মন যেনে আছিল, বাটো তেনে আছিল—মানুহবিলাকৰ (লেগ্রীৰ নহয়) মনত বেজাৰ। দীঘল বাটৰো অন্ত আছে। আমাৰ এই বাটকৰাসকলৰ বাটৰো অন্ত হ’ল। লেগ্রীৰ বাগিচা পঁহুছোঁতেও তিনিটা কি চাৰিটা দেখিলেই ভয়লগা কুকুৰ টম্ আহি আৰু লগৰীয়াবোৰক খাওঁ খাওঁ বুলি লৰি আহি বেৰি ধৰিলেহি। কুকুৰকেটাৰ পাছে পাছে অহা মানুহকেটাই হাক নিদিয়া হ’লে সিহঁতে টম্হঁতৰ মঙহ টুকুৰা-টুকুৰে ছিঙি পেলালেহেঁতেন।

লেগ্রীয়ে কুকুৰকেটাৰ গাত বং মনেৰে হাত বুলাবলৈ ধৰিলে আৰু কিনি অনা গোলামকেজনক ক’লে, “দেখিছনে? তহঁতে যদি পলাব খোজ, এই কুকুৰকেটাই তহঁতৰ গাৰ মঙহ ডোখৰ-ডোখৰ কৰিব। ইহঁতক নিগাৰ ধৰিবলৈ বিশেষকৈ শিকোৱা হৈছে। খবৰদাৰ। স্যাম্বো, কিবা বা-বাতৰি আছেনে? মই ইয়াত নথকা কেদিন সকলো কাম ভালকৈ চলি আছিলতো?” স্যাম্বোই উত্তৰ দিলে “বৰ ভালকৈ প্ৰভু।” স্যাম্বো লেগ্রীৰ এটা লিগিৰা—কাপোৰ-কানি ফটা। স্যাম্বোৰ সৈতে কথা কওঁতে লেগ্রীৰ ফালে আৰু এটা নিগ্রো চাকৰে একেথিৰে চাই লেগ্রীৰ আজ্ঞালৈ বাট চাই আছিল।

“কুইম্বো, মই যি যি কৈ গৈছিলোঁ, তই সেই সেই কাম কৰিছিলিতো?”

“মই নকৰিমনে দেউতা?” এই দুটা নিগ্রোই লেগ্রীৰ বাগিচাৰ প্ৰধান বিষয়া, প্ৰধান ভৃত্য। লেগ্রীয়ে কুকুৰবিলাকক যেনেকৈ ভয়লগা কামবোৰ শিকাইছিল, তেনেকৈ এই দুটা মানুহকো পশুতকৈও অধম কাম কৰিবলৈ শিকাইছিল। যেনে প্ৰভু, তেনে ভৃত্য। মই “পশুতকৈ অধম” কৈ পশুক অপমান কৰিছোঁ বুলিহে ভাবিছোঁ।

স্যাম্বো আৰু কুইম্বো মিত্র নাছিল, শত্রু। স্যাম্বোই কুইম্বোক, কুইম্বোই

স্মাথোক তুৰ্খোৰ থিগাইছিল। আৰু বাগিচাৰ সকলো বন্থুৱাই এই দুটা মানুহক থিগাইছিল। লেগ্ৰী টেঙৰ। এই তিনিদল মানুহ হোৱাত লেগ্ৰীৰ সুবিধা হ'ল। বাগিচাত কি হৈছে এদলে থিৰাং বাতৰি দিবই দিব। সেই-দেখি লেগ্ৰীৰ ইয়াতো বৰ আনন্দ। অসৎ মানুহে অসৎ কামক প্ৰশ্ৰয় দিয়ে।

"স্মাথো, ইহঁতক থকা ঠাইলৈ লৈ যা।"

টম্ স্মাথোৰ পাছে পাছে গ'ল। লেগ্ৰীৰ ঘৰৰপৰা বহুত দূৰৈত ইহঁতৰ থকা ঘৰবোৰ শাৰীয়ে শাৰীয়ে আছে। টমে এনে মানুহ থকা এনে ঘৰ কেতিয়াও দেখা নাই। বেচাৰা টমে ভাবিছিল যে কম হ'লেও ভগা হওক ছিগা হওক এটি সৰু পঁজা তেওঁৰ ভাগত পৰিব। এই পঁজা নিজে চাফ-চিকণ কৰি থ'ব পাৰিব, শেল্‌ফ এখনত বাইবেল থ'ব পাৰিব, নিজে অলপ নিৰ্জ্জনত থাকি ভগৱানৰ নাম ল'ব পাৰিব। কিন্তু ঘৰৰ অৱস্থা দেখি টম্ নিৰাশ হ'ল। এখোঁটালীৰপৰা এখোঁটালীলৈ যায়, দেখে—সকলো খোঁটালীয়েই একে ধৰণৰ। শুবৰ নিমিত্তে খাট কি চাং একো নাই, মজিয়াতে খেৰ পৰা আছে, তাৰে ওপৰত শুবৰ ব্যৱস্থা। স্মাথোক নতভাৱে সুধিলে, "ইয়াৰ কোনটো মোৰ হ'ব ?"

"নোৱাৰোঁ ক'ব, এই খোঁটালীটোতে থাকিব পাৰ। ইয়াত বহুতো নিগাৰ আছে, এজনৰ নিমিত্তে ঠাই হ'ব পাৰে। ইয়াতে থাক।"

গধূলি কাম কৰি, ভাগৰ লাগি এই ঘৰবোৰত থকা মুনিহ-তিৰুতা বন্থুৱা-বোৰ জাকে জাকে নিজৰ ঘৰৰ ফালে আহিল। সিহঁতৰ কাপোৰ-কানি ফটা, মুখত হাঁহি নাই, গা-মুখ মলিৰে ভৰা। ভোকত জ্বলি-পকি আহি সিহঁত ঘৰ পালেহি। নতুন মানুহ আহি সিহঁতৰ সৰু খোঁটালীৰ ভাগ ল'ব, এই কথা নিশ্চয়ে সিহঁতৰ ভাল লগা নাছিল। এই বন্থুৱাবোৰে পুৱাৰেপৰা গধূলি-লৈকে এখন্তেক বিশ্ৰাম নোলোৱাকৈ কাম কৰি ঘৰ পালেহি। অলপ জিৰালেই কোব। এতিয়ালৈকে সিহঁতৰ খোৱা হোৱা নাই। জাঁতত পিহা হ'লেহে আটা হ'ব। তেতিয়াহে খোৱা বস্তু হ'ব। টমৰ বৰ ভোক, কিন্তু কি কৰিব ? নিৰুপায়।

কুইম্বোই এনেতে আহি এটা থৈলা টমৰ ফালে দলিয়াই দি ক'লে, "এই নিগাৰ, ধৰ, এয়া এসপ্তাহৰ খোৰাক। সাতদিনৰ ভিতৰত আৰু একো নেপাৱ। সাৱধান।"

ৰাতি বহুত পৰ বাট চাই টমে জাঁত-ঘৰত ঠাই পালে। দেখেগৈ—দুজনী তিৰুতাই লাহে লাহে আৰ্যনিৰ ভাৱেৰে জাঁত পিহি আছে। টমে আগৈয়ে

সিহঁতৰ কামখিনি কৰি দিহে নিজৰ কাম কৰিবলৈ সাজু হ'ল। এনে কাম লেগ্ৰীৰ বাগিচাত এয়ে প্ৰথম। কোনে কাৰ কাম কৰে? টমৰ এনে ব্যৱহাৰ আৰু মৰম পাই সেই তিকতা দুজনীৰ মন গলিল। অশিক্ষিতা, লেগ্ৰীৰ ঘৰে মানুহৰ গোলামনী হ'লেও, তিকতাতো। সিহঁতে টমৰ আটা সানি দি কটী তৈয়াৰ কৰি দিলে। টমে জুহালৰ ওচৰলৈ গৈ বাইবেলখন পঢ়িবলৈ ধৰিলে; কিয়নো টমৰ যেনে অৱস্থা, সেইখিনি সময়ত বাইবেলেহে সান্ত্বনা দিব পাৰে, আনে নোৱাৰে। বহুত ৰাতিলৈকে বাইবেল পঢ়ি টম্ শোৱা ঠাইলৈ গ'ল। তাত দেখে যে বহুত মানুহ মাটিত যেনেকৈ যেনিয়েই পাৰে তেনেকৈ তেনিয়েই শুই আছে, আৰু টমেও কোনোমত প্ৰকাৰে এখন ফটা কম্বল গাত লৈ ঈশ্বৰক চিন্তি শুবলৈ গ'ল।

টম্ আৰু এনে ঠাইত আগেয়ে থকা নাছিল। এই ঠাইৰ এনে অৱস্থা দেখি টমৰ ঘিণ আৰু বেজাৰেৰে মন বেয়া হৈ গৈছিল। ভগৱান-ভক্ত টমে ভগৱানৰ ওপৰত সকলো সঁপি দি শুই থাকিল।

বেচাৰা টম্, দুখীয়া টম্! সকৰেপৰা গোলামী কৰি আহিছে। লেগ্ৰীৰ বাগিচাৰ আও-ভাও টমে ততালিকে জানিলে। য'লৈকে যায় টমে সকলো পৰাকীক সন্তোষ দি আহিছে। লেগ্ৰীকো দিব বুলি ভাবিছিল, কিন্তু নহ'ল। কামৰ ওপৰত কামহে দিয়ে। আৰু লেগ্ৰীৰ গোলামবোৰৰ ওপৰত ব্যৱহাৰ দেখি ঘৃণা আৰু দুখত টমৰ মন ভৰি গৈছিল। কিন্তু কি কৰিব? গোলাম যেতিয়া, এনেবোৰ অত্যাচাৰ দেখিও একো কৰিব নোৱাৰে। ভগৱানৰ ওপৰত নিৰ্ভৰ কৰি থাকিল। আশা যে এদিন এই কামৰপৰা কোনোমতে অৱসৰ পাব।

লেগ্ৰীয়ে দেখিলে যে টম্ সকলো কামতে পাৰ্গত আৰু প্ৰথম শ্ৰেণীৰ কৰ্ম্মদক্ষ মানুহ। কিন্তু তেও লেগ্ৰীয়ে টমক দেখিব নোৱাৰিছিল। বেয়া মানুহে সৎ মানুহক কেতিয়াবা ভাল পাব পাৰেনে? আৰু এটা কাৰণ, যেতিয়া লেগ্ৰীয়ে নিঃসহায়, দুখীয়া গোলামবোৰক অনাহকত দুৰ্ঘোৰ শাস্তি দিছিল, তেতিয়া টম্ মনে মনে থাকিলেও তেওঁৰ মুখত ঘৃণা ফুটি উঠিছিল—কথা ওলোৱাৰ একো প্ৰয়োজন নাছিল। নিগ্ৰোৰ প্ৰভুৱেও নিগ্ৰো গোলামৰ ভাব-ভঙ্গিত নিজৰ

নীচতা অলপ অনুভৱ কৰিব পাৰিছিল। লেগ্ৰীয়ে টমক কেনেকৈ ভাল পায়? লেগ্ৰীৰ ইচ্ছা আছিল যে টমক কিছুদিন কামত ৰাখি 'স্তাম্বো' 'কুইম্বো'ৰ কামৰ 'অভাৰ্সিয়েৰ' কৰি দিয়ে; কিন্তু এনে কোমল হৃদয়ৰ মানুহে কেনেকৈ লেগ্ৰীৰ গোলাম খটুৱাব পৰিব। সি ভাবিলে যে টমৰ মন যদি আপুনি টান নহয়, তেনেহ'লে তাৰ মন টান কৰিব লাগিব। সি নিজেই সেই মন টান কৰিব। সেইবুলি মন টান কৰাৰ দৰব দিবলৈ আৰম্ভ কৰিলে।

বাগিচাৰ কাম কৰিবলৈ যোৱাৰ সময়ত টমে এদিন পুৱা দেখিলে যে তেওঁলোকৰ কাম কৰা মানুহৰ ভিতৰত এজনী নতুন ছোৱালী আহিছে। এই ছোৱালীজনীক দেখিলে বয়স পঁয়ত্ৰিশ কি চল্লিশ বুলি মনত হয়। 'ছোৱালী' কথাটি মোৰ, অনুবাদকৰ। মানুহ 'ল'ৰা' বয়সত মাথোন নহয়, বস্তুত বুঢ়া মানুহো ল'ৰাৰ সমকক্ষ। আৰু ছোৱালীৰ বিষয়েও সেই একে কথা। সেইদেখিয়েই মই এই মানুহজনীক ছোৱালী বুলিছোঁ। তাইৰ মুখ এবাৰ দেখিলে কেতিয়াও পাহৰা নেযায়। আৰু মুখখনি দেখিলেই মনত হয় যেন তাইৰ মনত কিবা দুখ আছে। সেই দুখেৰে ভৰা মুখৰ ভিতৰৰ-পৰাও সৌন্দৰ্য্য ফুটি ওলাইছে। ভৰি-হাত তাইৰ সুন্দৰ, কাপোৰ সুন্দৰ, সকলো ব্যৱহাৰেই তাইৰ সুন্দৰ। ইমান বয়সৰ হ'লেও তাইৰ যৌবন-শ্ৰী এতিয়াও বৰ্ত্তমান। দুখ আৰু সৌন্দৰ্য্যৰ ইমান সামঞ্জস্য ৰাখি এই বয়সলৈকে অতি কম ছোৱালীকে থকা দেখা যায়। আমাৰ এই কেসিৰ ইতিহাস বিচিত্ৰ। আশাকৰোঁ, তোমালোকে ইংৰাজীত টম্ খুড়াইৰ পঁজা পঢ়িবা। ডাঙৰখন। তেনেহ'লে সকলো কথা সকলো বিষয়ৰে বহলাই বুজিবা। এই কিতাপখনিত মুঠেই উন্মুকিয়াইছোঁহে মাথোন। অসমীয়া ভাষাত এনে এখন কিতাপৰ অনুবাদ মই দেখা নাই, সেইদেখিয়েই তোমালোকক এই কিতাপৰ বিষয়ে কৈছোঁ।

এই সুন্দৰী অথচ দেখোঁতে বেমাৰী ছোৱালীজনী ক'ৰপৰা আহিল, টমে একোকে ঠিক কৰিব নোৱাৰিলে; কিন্তু আনবিলাক গোলামে তাইক দেখিয়েই চিনি পালে। খাবলৈ নোপোৱা, দেখিবলৈ অশুৱনী গোলাম আৰু গোলামনীবিলাকৰ এজনে তাইক বেৰি ধৰি ক'লে, "আহিবই লাগিব, লাগিবই—নহয়নে?" আৰু এজনে ক'লে, "আইদেউ, ছি, ছি, ছি! এতিয়া ইয়াৰ মজাৰ লোৱাদ পাবা।"

এই ছোৱালীজনীয়ে এইবোৰ কৰ্কৰ্থনাৰ কালে মন নিদি বাগিচাৰ কালে বাব ধৰিলে। টমে ভাল মানুহৰ সৈতেই সকলো সময়তে থাকি আহিছে,

সেইদেখি এই ছোৱালীজনীৰ গাত ভাল মানুহৰ ছাঁ পাই তেওঁৰ মন বৰ ভাল লাগিল। কিন্তু যাওঁতে যাওঁতে টমে তবধ মানি গ'ল যে এনে এজনা ভদ্র ছোৱালী তেওঁলোকৰ লগলৈ কেনেকৈ আহিল। সেই ছোৱালীজনীয়ে কাবোকালে নেচাই টমৰ লগে লগে ওচৰা-উচৰিকৈ বাগিচাৰ ফালে যাবলৈ ধৰিলে। তাইৰ গাৰ বৰণ আৰু আকাৰ-প্ৰকাৰ দেখিলে শুকান, ক্ষীণ, ৰোগী ছোৱালী বুলি মনত হয়; কিন্তু চকুৰ কি দৃষ্টি, সেই ক'লা চকুৰ কি আকৰ্ষণী শক্তি! চকুত কিন্তু তাইৰ নিৰাশাৰ ৰেখা স্পষ্টকৈ দেখা গৈছিল। তাইৰ অঙ্গ-প্ৰত্যঙ্গত, খোজ কঢ়াত, সকলো ব্যৱহাৰতে 'বেপৰোৱা' ভাব এটা আছিল, কিন্তু চকুত নিৰাশা। তাই কিন্তু সুন্দৰী। ক'ৰ ছোৱালী, কি কথা, তালৈ কিয় আহিছে—এইবোৰ কথা টমে ভাবি ভাবি গৈ আছে। টমে তাইক চিনি নেপায়, কিন্তু দলৰ আনবোৰে তাইক ভালকৈ চিনি পাইছিল। তাইক দেখি সিহঁতৰ কুৰূচ মুখতো আনন্দৰ ৰেখা ওলাইছিল। সিহঁতৰ ৰং চায় কোনে?

"অ, পাছত আহিব লাগিল নহয়, বৰ ৰং পাইছোঁহঁক।" এজনে ক'লে।

আৰু এজনে ক'লে, "কেনে মজা! এতিয়া মজা পাবা আইদেউ, এই কামত কি সুখ!"

তাই এনে কথাবোৰৰ ফালে কাণ নিদি, কোনোফালে নেচাই উন্নত মস্তক আৰু মন লৈ যাব ধৰিলে। টমৰ লগত কথা একো নেপাতি তাই টমৰ ওচৰে ওচৰে যাবলৈ ধৰিলে।

কাম আৰম্ভ হ'ল। টম্ কামত পকা। কাম কৰি আছে। মাজে মাজে তাইৰ ফালে চাই আছে। টমে দেখিলে যে তাই কাম সুন্দৰে কৰি আছে, পটপটকৈ কপাহ তুলি বাগিচাৰ নিৰ্দ্ধাৰিত পাচিত ভৰাইছে (এই আমাৰ আসামত চাহ বাগিচাৰ পাচিবোৰৰ দৰে আৰু)। তাইৰ সকলো কামতে 'বেপৰোৱা' ব্যৱহাৰ। কাম কৰোঁতে কৰোঁতে টমে এজনী মিউলাটো ছোৱালীয়ে কাম কৰা ঠাই পালেগৈ। এই ছোৱালীজনীক টমৰ লগতে কিনা হয়। টমে দেখিলে যে তাই সেইদিনা আৰু কাম কৰিব নোৱাৰে, তাই বেমাৰী—কিন্তু তেও তাই কাম কৰি আছে। ইয়াকে দেখি তেওঁৰ পাচিৰপৰা টমে কেমুঠামান কপাহ তাইৰ পাচিত ভৰাই দিলে। তাই ক'লে, "নকৰিবা নকৰিবা, এনে কাম নকৰিবা। নেজানানে, সিহঁতে গম পালে তোমাৰ শাস্তি হ'ব?" টমৰ উত্তৰ কি চোৰাঁ, "তোমাতকৈ মোৰ সেই শাস্তি সহিবলৈ শক্তি আছে।" এইবুলি টম্ ততালিকৈ তেওঁৰ কামৰ ঠাইলৈ গ'ল।

সেই নতুনকৈ অহা সুন্দৰী ছোৱালীজনীয়ে এনে ঘটনা দেখি তেতিয়াই কেবুঠামান কপাহ নিজৰ পাচিৰপৰা টমৰ পাচিত থ'লেগৈ আৰু টমৰ কাণে তাইৰ সুন্দৰ ক'লা চকুৰে অলপ পৰ চাই ক'লে, "তুমি এই ঠাইৰ আও-ভাও একোকে নেজানা। তুমি ইয়াত এমাহমান থাকাচোন, তেতিয়া আনৰ কথা ভাবিবলৈ আহৰি নেপাবা। নিজৰ কথা ভাবিয়েই তৎ নেপাবা।"

"মেম, ভগৱানে নকৰক।" তাইক অকস্মাৎ 'মেম' বুলি সম্বোধন কৰি পেলালে।

কিন্তু এই ছোৱালীজনীয়ে টমৰ পাচিত কপাহ দিয়া 'অভাৰ্সিয়েৰে' দেখি তাইৰ ওচৰ চাপি আহি বেতডাল দাঙি ক'লে, "ও, ও, তইও দুষ্টালি কৰিছনে? সেকা পাবি একা। তই এতিয়া মোৰ তলত জান নে নেজান?"

সেই ক'লা চকুৰপৰা বিজুলীসদৃশ জ্যোতি ওলাল। ঘৃণা আৰু খং আহি সেই সুন্দৰীৰ মুখ বিকৃত কৰি পেলালে। অভাৰ্সিয়েৰক ক'লে, "কুকুৰ, যদি সাহ থাকে, ছো। মোৰ একাষাৰ কথাৰেই কুকুৰৰ হতুৱাই তোৰ মঙহ ছিঙাব পাৰোঁ, জাননে? তোক খুতুৰা-খুতুৰ কৰি কটাই পেলাব পাৰোঁ, খবৰদাৰ।"

"তেনেহ'লে ইয়াত কিয় তুমি?" মানুহটোৱে অলপ ভয় খাই ক'লে। কেথোজ-মান পাছহুঁহকি গৈ আকৌ ক'লে, "মিচ্ কেসি, মোৰ একো বেয়া ভাব মনত নাই দেই।"

"তেনেহ'লে দূৰৈত থাক, ওচৰলৈ নাহিবি।" ছোৱালীটিৰ মূৰ্ত্তি দেখি সেই মানুহটোৰ মনত পৰিল যে বাগিচাৰ আনফালে তাৰ আন কিবা এটা কাম আছে।

ছোৱালীজনীয়ে পট্‌পট্ কৰে পাচিত কপাহ ভৰাবলৈ ধৰিলে। তাইৰ এনেহে হাত খৰ, সাঁজ লগাৰ আগেয়েই পাচি ভৰপূৰ হৈ গ'ল। লাহে লাহে এই কৰ্ম্মীসকল ঘৰমুৱা (আমি 'ঘৰমুৱা' ক'ব লাগে দেখি কৈছোঁ, সিহঁত থ'ত থাকে তাক ঘৰ বুলিব পাৰিনে?) হ'ল। ভঁৰাল-থোঁটালীত লেগ্ৰীয়ে দুটা ড্ৰাইভাৰৰ (গোলাম চলোৱা মানুহ) লগত কথা কৈ লেগ্ৰী থিয় হৈ আছিল।

স্বাম্বোই গৈয়েই লগালে, "এই টম্‌টো বৰ দুষ্ট দগাবাজ, সি লুচীৰ পাচিত আজি বহুবাৰ কপাহ ভৰাই দিছিল।"

"হো, হো", লেগ্ৰীয়ে ক'লে, "তাক এশিকনি দিব লাগিব, নহয়নে, কি কৰ ল'বাহঁত?"

স্বাম্বো-কুইম্বোই এই বাতৰিভুখৰি পাই খৰ খৰ হুঙ্কাৰেৰে দৈক্তে হাঁহি দুটা মাৰিলে।

লাহে লাহে বন্দুৰাবিলাক জোখা খোঁটালীলৈ গ'ল। লেগ্রীয়ে কোনে কিমান কপাহ আনিছে লেখি ল'লে। টমৰ পাচি 'পাছ' হ'ল। এতিয়া সেই বেমাৰী ছোৱালীজনীৰ পাল।

তাই লাহে লাহে পাচিৰ ভাৰ বৈ আহি লেগ্রীৰ ওচৰত পাচিটো থ'লে। পাচি কপাহেৰে ভৰা আৰু ওজনো নিয়মিত আছিল। কিন্তু লেগ্রীয়ে ধমক দি ক'লে, "কি, আকৌ তাকৰকৈ কপাহ আনিছ? একালে থিয় হৈ থাক। এতিয়া সেকা পাবি!"

হায় হায়! একে গাত বল নাই, তাতে বেমাৰ। লেগ্রীৰ এই কথা শুনি তাই বৰ এটা দীঘল হুমুনিয়াহ কাঢ়ি এচটা কাঠত বহিলগৈ। লেগ্রীয়ে ক'লে, "এই টম্, এইকালে আহ। তোক মই সাধাৰণ কামৰ নিমিত্তে কিনা নাছিলোঁ। বুজিছ গোলাম? মোৰ ইচ্ছা যে তোক এই বাগিচাত এটা ভাল কামত লগাই দিওঁ। হানি নাই, সেইদেখি কওঁ। তোক মই 'ড্ৰাইভাৰেই' (গোলাম চলাওঁতা) কৰিম। শুন, সেইদেখি মই ভাবিছোঁ যে আজিয়েই তই সেই কাম আৰম্ভ কৰ। এতিয়া, তুৰন্তে এই ছোৱালীজনীক আঁতৰ কৰি লৈ যা আৰু লৈ গৈ বেত মাৰগৈ। বেত মাৰগৈ। এই-কেদিন বেত মৰা দেখিছ নহয়, আৰু তোৰ দৰে চোকা মানুহে এই কাম নিশ্চয় ভালকৈ কৰিব পাৰিবি।"

টমৰ উত্তৰ চোৰা। ইয়াকে কয়—সৎসাহস। সৎসাহস মানুহৰ অধিক মাত্ৰাত থাকিলে পৃথিৱীত কষ্ট পাব লাগে। কিন্তু মানুহৰ সৎসাহস থাকিব লাগে। টমে সসম্ভ্ৰমে (যেনেকৈ গোলামে প্ৰভুক কোৱা উচিত) লেগ্রীক ক'লে, "প্ৰভুৱে মোক ক্ষমা কৰিব, প্ৰভুৱে যেন এনে কামত মোক কেতিয়াও নলগায়। মই এনে কাম আগেয়ে কৰা নাই আৰু এতিয়াও নকৰোঁ। এনে কাম মোৰপক্ষে অসম্ভব। প্ৰভুৱে যেন মোক ক্ষমা কৰে।"

লেগ্রীয়ে তেতিয়াই এডাল চাবুক লৈ টমক এচমটা মাৰিলে। তাৰ পাছত যে কিমান ঘোচা, কিল, চাপৰ মাৰিলে আৰু ক'লে, "তোক আইধা কৰাক আগেয়ে কটাৰ পো কটা বন্দী, মই তোক বহুতো কথা শিকাম, বুজিলি নে গোলাম?"

মাৰি মাৰি যেতিয়া তাৰ হাত বিষাল, তেতিয়া সি ক'লে, "এতিয়া ক'বিনে কটাৰ পো বন্দী কটা যে তই তাইক নেমাৰ? মাৰিবই লাগিব গোলাম। জানিছ নে নাই?"

ইমান মাৰ খাই টমৰ গাৰপৰা তেজ ওলাল। সেই তেজবোৰ মচি মচি ক'লে, "দেউতা, মই দিনে-ৰাতিয়ে আপোনাৰ কাম কৰিম। দিনক ৰাতি কৰিম, ৰাতিক দিন কৰিম। আপোনাৰ কামৰ নিমিত্তে মই মোৰ জীৱন দিম। কিন্তু দেউতা, মোক ক্ষমা কৰিব, মই এনে কাম কেতিয়াও কৰা নাই, মই নকৰোঁও। এনে কাম ভগৱানৰ কাম নহয়। ঈশ্বৰে এনে কাম আমাক কৰিবলৈ আদেশ কৰা নাই। মই এনে কাম কেতিয়াও নকৰোঁ, কেতিয়াও নকৰোঁ, নকৰোঁ, নকৰোঁ।"

লেগ্রীয়ে গোলামৰ মুখৰপৰা এনে কথা কেতিয়াও শুনা নাই। সি আচৰিত হ'ল। কিছুপৰ তবধ লাগি থাকিল। থাকি থাকি পাছত ক'লে, "কচোন বাৰু, কি কথা ঈশ্বৰৰ আদেশ নহয়? এই ছোৱালীজনীক বেত মৰা, নহয়নে গোলাম? সেয়েই তোৰ কথা নহয়নে?"

"হয় প্ৰভু", টমে ক'লে, "তাই বেমাৰী, তাইৰ শৰীৰত একোকে নাই। তাইৰ গাত হাত দঙাটো পাপৰ কথা। মই দেউতা এনে কাম কেতিয়াও কৰা নাই আৰু এতিয়াও নকৰোঁ। প্ৰভু, আপোনাৰ মন গ'লে মোক মাৰিব পাৰে, মাৰিবৰ মন গ'লে মাৰক—মই একোকে নকওঁ। আপুনি মোৰ গৰাকী, মোৰ দেহা লৈ আপোনাৰ যি মন যায় কৰক। কিন্তু মই কাকো মাৰিব নোৱাৰোঁ। আপোনাৰ যিহকে মন যায় কৰক। এনে কাম মই কৰাৰ আগেয়ে মোক যেন আপুনি মাৰি পেলায়।"

এইবোৰ কথা টমে খং কৰি কোৱা নাই। টমৰ মাত মৃদু আৰু মিঠা। সকলো সময়তে যেনে এতিয়াও তেনে। কিন্তু সেই স্বৰত কি দৃঢ়তা! মাত এনে ডাঠ যে যি এই কথা শুনিছিল সিহে বুজিছিল সেই মাতৰ অৰ্থ কি। লেগ্রীয়ে খঙত কঁপি গৈছিল আৰু তাৰ চকুৰপৰা অগ্নিস্ফুলিঙ্গ ওলাইছিল। সঙ্গ মানুহক এনেবোৰ অস্ত্ৰই কি কৰিব?

"এই নিগাৰ, মই তোৰ গৰাকী নহওঁনে? মই তোক বাৰ শ ডলাৰ দি কিনা নাইনে? তোক কিনা কি, তোৰ ক'লা দেহাৰ সকলোখিনিকে মই কিনা নাইনে? তোৰ শৰীৰ, এনে কি তোৰ আত্মাও মোৰ নহয়নে? কচোন গোলাম।" এইবুলি লেগ্রীয়ে টমৰ গাত এটা লাথি মাৰিলে।

ইমান কষ্টৰ মাজত লাথি খাইও টমৰ মনত আনন্দ হ'ল। কি আনন্দ! পোন হৈ থিয় দি, আকাশৰ ফালে গৌৰৱ আৰু আগ্ৰহেৰে চাই চকুৰ লো আৰু তেজ বৈ যোৱা মুখেৰে ক'লে, "নহয় নহয়, কেতিয়াও নহয়। মোৰ

আত্মা কেতিয়াও নহয় প্ৰভু। আপুনি মোৰ আত্মাক কিনা নাই; আপুনি এই পৰম বস্তুটিক কিনিব নোৱাৰে। এই বস্তুটিক আগেয়েই এজনে কিনি থৈছে। কিনি থোৱাজনে এইফেৰি বস্তুক ৰাখিবও পাৰিছে। কোনো কথা নাই দেউতা, কোনো কথা নাই দেউতা। আপুনি মোৰ একণকে ক্ষতি কৰিব নোৱাৰে দেউতা।"

"মই নোৱাৰোঁনে? বাৰু চাবি। চাওঁচোন বাৰু, কিবা কৰিব পাৰোঁ নে নোৱাৰোঁ। এই স্যাম্বো, কুইম্বো, ইয়াক এনে শিকনি দে—এইবাৰ এই কুকুৰৰ পুতেকটোৱে এমাহলৈ যেন নেপাহৰে।"

অসুৰৰ দৰে নিগ্ৰো দুটাই টমক টানি লৈ গ'ল।

সেই বেমাৰী ছোৱালীজনীয়ে কান্দিবলৈ ধৰিলে আৰু সকলোৰেই সেই ঠাইৰপৰা আঁতৰি গ'ল।

ৰাতি টম্ কেঁকাই-গেঁথাই বাগৰি আছে। ওচৰত কোনো নাই। গা তেজেৰে ভৰা। মহৰ কামোৰে টমৰ কষ্ট আৰু বঢ়াইছে। ইপিনে পিয়াহতো কষ্ট পাইছে। পানী এটুপি দিওঁতাও কোনো নাই। এতিয়া টমৰ পানীৰ নিমিত্তেই কষ্ট। কোনোবা খোঁটালীৰ ভিতৰলৈ অহাৰ শব্দ পাই টমে ক'লে, "কোন সেয়া? ঈশ্বৰৰ নাম লৈ খোজোঁ—মোক এটুপি পানী দিয়া, তুমি যোনেই হোৱা।"

এওঁ আৰু কোনো নহয়, এওঁ কেসি। কেসিয়ে লগত পানী লৈ আহিছিল। পানী এটা পাত্ৰত বাকি দি, টমৰ মুৰ অলপ দাঙি পানী খুৱাই দিলে। টমে কেবাবাটিও পানী খালে।

কেসিয়ে ক'লে, "যিমান পাৰা খোৱাঁ। মই জানো—তোমাৰ কিমান কষ্ট হৈছে। মই তোমাৰ দৰে বহুত মানুহক এনেকৈ পানী খুৱাই দিছোঁ।"

"মোৰ ধন্যবাদ জানিব মেম।"

"মোক মেম বুলি নেমাতিবা। মই তোমাৰ দৰে এজন গোলাম। মই তোমাতকৈ অতি তলৰ থাপৰ মানুহ টম্।"

দুৱাৰৰ কাষলৈ গৈ এখন কোমল তুলী আনি টমৰ বিছনা কৰি দিলে। সেই তুলীখনৰ ওপৰত খোৱোৱা বগা কাপোৰ পাৰি দিলে, আৰু সেই কাপোৰত অলপ পানী ছটিয়াই দিলে। তাৰ পাছত টমক সেই জুৰ বিছনাখনত শুৱালে।

টমৰ গাত ইমান বিষ, আৰু কোব পৰা ঠাইবোৰৰপৰা ইমান তেজ বৈছিল যে পোন হৈ শোৱা কামটো কৰিবলৈকো বহুপৰ লাগিছিল। কিন্তু চেঁচা বিছনাত গাটো থ'ব পাৰি অলপ ভাল পাইছিল।

এই তিকতাজনীয়ে লেগ্রীৰ এনে নিষ্ঠুৰ ব্যৱহাৰ বহুবাৰ দেখি আহিছে, সেইদেখি তাই সেৱা-শুশ্রূষা কৰিব জানিছিল আৰু দৰবাদিও জানিছিল। টমক দৰব-জাতি দি বহুতো সুস্থ কৰিলে। দলিয়াই পেলাই দিয়া কপাহ কেতবোৰ বুটলি আনি এটা গাৰু কৰি দিলে।

টমে ধন্যবাদ দিলে। তাই টমৰ ওচৰত বহি টমৰ ফালে বহুপৰ চাই থাকিল। মনত দুখ, বেজাৰ। তাইৰ দীঘল চুলি মুখৰ চাৰিউফালে পৰাত তাইৰ মুখখন আৰু বিষাদেৰে ভৰা যেন দেখা গৈছিল।

"বন্ধু, এনে কামেৰে একো নহয়। তুমি যি কাম কৰিলা, তাৰে একো কাম নহয়। তুমি সাহী, সজ মানুহ। ধৰ্ম্ম তোমাৰ ফালে। কিন্তু মিছা, সকলো মিছা। তুমি মুযু্ঁজিবা আৰু। এই মানুহটোৰ ভৰিৰ তলত মই পাঁচ বছৰ আছোঁ। মই তাক ভালকৈ জানো। মই তাক ঘৃণা কৰোঁ, জানানে? কি হ'ব! এই বাগিচাখনৰ দহ মাইলৰ ভিতৰত কোনো নাই, আৰু এই ঠাইৰ চাৰিউফালে খাল, দ মাটি। এই মানুহটোৰ যি ইচ্ছা, তাকে কৰিব পাৰে। ইয়াত ঈশ্বৰৰ আইনো নাই, মানুহৰ আইনো নাই। পৃথিৱীত এনে বেয়া কাম নাই যে ই কৰিব নোৱাৰে।"

টমে হাত-যোৰ কৰিলে। সকলোফালে এন্ধাৰ। ক'লে, "যীশু, প্রভু যীশু, এই দুখীয়া প্রাণীবিলাকক পাহৰিলানে প্রভু! সহায় হোৱা প্রভু, আমাৰ সহায় হোৱা।"

তিকতাজনীয়ে মন ডাঠ কৰি আকৌ ক'ব ধৰিলে, "চোৱাঁ টম্, তুমি যিবোৰ মানুহৰ লগত কাম কৰা, সেই কুকুৰহঁতৰ নিমিত্তে তুমি কিয় দুখ ভুগিবা? কিবা এটা কথা হ'লে ইহঁতেই তোমাৰ শত্রু হ'ব। এইবোৰ মানুহ ইমান নীচ যে তুমি ভাবিবকে নোৱাৰা। তোমাৰ দৰে মানুহে এনেবোৰ মানুহৰ নিমিত্তে কষ্ট সহা মই একপকে সকাম নেদেখোঁ।"

"সিহঁতে কি জানে? সিহঁতে জানিলেহে! সিহঁতক এনে নিষ্ঠুৰ কিহে কৰিলে? কোনে কৰিলে? নহয় নহয়, মই যদি এবাৰ ধৰ্ম্মপথৰপৰা আন বাটলৈ যাওঁ, ইয়াৰ ফল ক'ত শেষ হ'ব কোনে জানে? ময়েই যে ইহঁতৰ দৰে নহ'ম কোনে জানে? নহয় নহয় আই, মোৰ সকলোয়েই

গ'ল। বৈণী, ল'ৰা-ছোৱালী, ঘৰ আৰু এনে মৰমিয়াল গৰাকী—সকলোৱেই গ'ল। পৃথিৱীত মোৰ আৰু একো নাই। এতিয়া মই ধৰ্ম্মকো হেৰুৱাব নোৱাৰোঁ। মোৰ ঈশ্বৰকো হেৰুৱাব নোৱাৰোঁ।"

ভিকতাজনীয়ে ক'লে, "আৰু কিবা তোমাক লাগেনে? আৰু অলপ পানীনে?"

টমে আগ্ৰহেৰে পানী খালে। পানী খাই তাইৰ মুখৰ ফালে চাই থাকিল। ইচ্ছা যে আৰু কথা কয়। কিন্তু তাই ক'লে, "আৰু কথা নক'বা। অলপ শোৱাঁ এতিয়া।" এইবুলি ওচৰত পানী এবাটি থৈ আৰু আন আন বস্তু অলপ ঠিক-ঠাক কৰি তাৰপৰা গুচি গ'ল।

টমক এই নিষ্ঠুৰ লেগ্ৰীৰ তাত থৈ এতিয়া ব'লা যাওঁ—জৰ্জ তেওঁৰ বৈণীয়েক আৰু পুতেকৰে সৈতে কেনে আছে চাই আহোঁগৈ।

ডৰ্কাস্ খুড়ীক মনত আছেনে? সেৱিকাজনাক? টম্‌লোকাৰ ডৰ্কাসৰ যত্নত লাহে লাহে ভাল হৈ আহিবলৈ ধৰিছে। লোকাৰে কিন্তু এনে ধোৱোৱা বগা বিছনাত এনেকৈ কেতিয়াও শোৱা নাছিল।

এদিন কপালৰ গাঁঠি খোপাকৈ লোকাৰে ডৰ্কাসক সুধিলে, "সেই ল'ৰাটো আৰু ছোৱালীজনী ইয়াতেই আছে হ'বলা?"

"আছে।" ডৰ্কাসে ক'লে।

"তেনেহ'লে সিহঁত এতিয়াই ইয়াৰপৰা যাওক। যিমান সোনকালে যাব পাৰে তিমানেই ভাল।"

ধীৰভাৱে ডৰ্কাসে নিজৰ সিয়া কাম কৰি থাকি উত্তৰ দিলে, "এৰা, যাব বোধকৰোঁ।"

"হেৰা শুনা, আমাৰ বহুত চোৰাংচোৱা আছে, সিহঁতে এই যুক্তৰাজ্যৰপৰা কেনেভাবে বোৱা ঘাটবোৰৰ ফালে চকু ৰাখে। আগুৱাৰিত সিহঁতে ইহঁতৰ নিৰিত্তে ভালকৈ চকু ৰাখিব। মই জানো। এতিয়া মই কৈয়েই পেলাওঁ। সিহঁতে ধৰা নপৰিলেই মই ভাল পাওঁ এতিয়া। এই মাৰ্ক্‌স হতশ্ৰী বোৱাটোক লেকা দিব লাগে, পাজিটোক। ক'ৰা যে ছোৱালীজনীক যেন আৰ কোনোৰকম কাপোৰ পিন্ধোৱা হয়। তাইৰ বিষয়ে সকলো চাইতে জানলী দিয়া হৈছে। তাইক যেন ইলাইজা বুলি সিহঁতে চিনি নেপায়।"

"বাক, সেই বিষয়ে আমি কিবা এটা কৰিম।" ধীৰভাৱে তেওঁ উত্তৰ দিলে। লেৱিকা হ'লে ধীৰ, মৰমিয়াল, কষ্ট সহিব পৰা মানুহ হ'ব লাগে। আমাৰ ভাৰতত লেৱিকা লাগে।

যি কাৰণেই হওক—মাৰ্ক্সৰ হিংসাতেই হওক কি সিহঁতক মৰম কৰিয়েই হওক—যি কি কাৰণেই হওক, এইকেৰি কথা লোকাৰে কৈ বৰ উপকাৰ কৰিলে।

টম্‌লোকাৰৰ কথা একাষাৰ আৰু কওঁ। বহুত দিন বেমাৰত ভুগি আৰু কুৰেকাৰ পৰিয়ালৰ মৰম পাই গোলাম ধৰা কাম এৰি দিলে। গোলামৰ সলনি ভালুক, কুকুৰ-নেচিয়া বাঘ আৰু আন আন বনৰ অধিবাসীক ধৰিবলৈ আৰম্ভ কৰি দিলে। যুক্তৰাজ্যত ই এটা বৰ ডাঙৰ বনৰীয়া জন্তু ধৰা মানুহ বুলি খ্যাতি লাভ কৰিলে। মানুহ ধৰা কামতকৈ যে ই ভাল, লোকাৰে শেহত জানিলে। ভালেই হ'ল।

টমৰ কথা শুনি সিহঁত দুইদল হ'ল। এদল জিম আৰু তাৰ মাক, আৰু আনদল হ'ল জৰ্জ, ইলাইজা আৰু হাৰি। জিমহঁতক আগেয়ে বেলেগে পঠিয়াই দিয়া হ'ল। দুৰাতিমান পাছত ইহঁত গ'ল। গৈ স্যাণ্ডাস্কিত কোনো মিত্ৰ মানুহৰ লগত এৰাতি জৰ্জহঁত থাকিলগৈ।

ইলাইজাই ল'ৰাৰ কাপোৰ পিন্ধিলে। চুলিকোছা কাটিবৰ সময়তহে ইলাইজাৰ মন বেয়া লাগিছিল। গিৰীয়েকক ক'লে, "চুলিকোছা যাব, বেয়া লাগিছে। তোমাৰ বেয়া লগা নাইনে জৰ্জ?" জৰ্জে এটা সুন্দৰ হাঁহি হাঁহিলে। তাৰ পাছত কেচিৰে চুলিখিনি কাটিলে। চুলি গ'লে আকৌ গজিব, কিন্তু এবাৰ ধৰা পৰিলে আৰু মুক্তি নাই।

যুকজেৰে মুৰ আঁচুৰি গিৰীয়েকৰ আগত থিয় হৈ হাঁহি, অলপ লাজকুৰীয়া ভাবেৰে ক'লে, "কেনে সুন্দৰ ল'ৰা সাজিছোঁ, চোৱাঁ।" জৰ্জে ক'লে, "ইলাইজা, তুমি সকলো সময়তে সুন্দৰ।"

ইলাইজাই গিৰীয়েকৰ হাতখন চুই সুধিলে, "তোমাৰ বেজাৰ কিয় জৰ্জ? আৰু চৰিবশ ঘণ্টাৰ পাছত কেডো পামগৈ। শুনিছোঁ বোলে জাহাজত এদিন এৰাতি মাথোন, তাৰ পাছত—"

জৰ্জে ইলাইজাক ওচৰলৈ আনি ক'লে, "ইলাইজা, এৰা, তাকে ভাবিছোঁ। এতিয়া ইমান ওচৰ চাপি আহিছোঁ আৰু এইখিনিতে যদি কিবা এটা হয়, তেনেহ'লে ইলাইজা, তেনেহ'লে আৰু মই সহিব নোৱাৰিম।"

সহধৰ্ম্মিণীয়ে ক'লে, "ভয় নকৰিবা। প্ৰভুয়ে আমাৰ মুক্তি দিব নোখোজা-

হৈঁতেন আমি ইমানখিনি বাট আহিব নোৱাৰিলোঁ হয়। প্ৰভু আমাৰ সহায়। মোৰ দৃঢ় বিশ্বাস, প্ৰভু আমাৰ সগৰীয়া হৈ আজিয়েই আমাক মুক্তি দিব।"

জৰ্জে ক'লে, "বাক তোমাৰ কথাই হওক।" এইবুলি জৰ্জে উঠি ক'লে, "বলা এতিয়া যাওঁ।" অলপ পৰ মৈনীয়েকৰ ফালে চাই ক'লে, "সঁচা-সঁচিকৈয়ে তোমাক বৰ সুন্দৰ দেখি। এতিয়া মূৰত টুপী পিন্ধা।" কেনেকৈ যতা মানুহে টুপী পিন্ধে দেখুৱাই দিলে।

মিচেচ্ স্মিথ্ বুলি এজনা মানুহে হেৰিক ছোৱালীৰ কাপোৰ পিন্ধাই খোঁটালীটোলৈ আনিলে। মাকে দেখি চুমা খাই ক'লে, "চোৱাচোন, চোৱা কেনে দীপ্‌লিপ্ ছোৱালীটি আমাৰ আহিছে।"

হেৰিয়ে মাকৰ ফালে আচৰিতভাৱে চাই থাকিল। ( মাজে মাজে দীঘল হুমুনিয়াহ কাঢ়ি ) ইলাইজাই সুধিলে, "হেৰিয়ে তাৰ মাকক চিনি পাইছেনে?" হেৰিয়ে মাকক সাৱটি ধৰিলে।

জৰ্জে ক'লে, "ইলাইজা, তাৰ সৈতে কথা নক'বা। তাক বেলেগে ৰাখিব লাগে নহয়। মিচেচ্ স্মিথ্, আপুনি আমাৰ পেহী দেই, মনত থাকে যেন। ইলাইজা, তুমি হাত দুখন দস্তানা পিন্ধি ঢাকি থোৱা। নহ'লে তোমাৰ কোমল হাত দুখনেই আমাক বিপদত পেলাব।" এনেবোৰ কথা কৈ গাড়ীত উঠিলগৈ।

সৌভাগ্যবশতঃ মিচেচ্ স্মিথক তেওঁলোকে সেই ঠাইতে পালে। তেওঁ কেনেডাত থাকে। আৰু তেওঁক হেৰিৰ পেহীয়েক হ'বলৈ কোৱা হ'ল। হেৰিক দুদিনমান মিচেচ্ স্মিথৰ লগত সেইগুণে ৰখা হৈছিল।

গাড়ীৰপৰা তেওঁলোক নামিল। ডেকা ল'ৰা দুটাৰ ( জৰ্জ আৰু ইলাইজা ) ভিতৰৰে এজনে ( জৰ্জে ) মাল-পত্ৰবোৰৰ ঠিকঠাক কৰিলেগৈ, আৰু ইলাইজাই মিচেচ্ স্মিথ আৰু হেৰিক জাহাজত বহুৱালেগৈ। জৰ্জে কোনোখাই কোৱা শুনিলে, "মই প্ৰত্যেক যাত্ৰীকে ভালকৈ চাইছোঁ, তেনে কোনো যাত্ৰীকে দেখা নাই, বুজিছানে?"

এই মানুহটি জাহাজৰ কেৰাণীজন আৰু বিটিৰ সৈতে কথা কৈছিল, সি আছিল মাৰ্ক্‌স। মাৰ্ক্‌সে ক'লে, "তিকতাজনী আমাৰ বগা মানুহৰ দৰেই বগা, আৰু মুনিহটোও বগা মিউলাটো। তাৰ হাতত এটা ছাপৰ চিন আছে।"

জৰ্জে টিকট কিনিছিল। হাতখন অলপ কঁপিল। তাৰ পাছত আৰু এবো নহ'ল। জাহাজত লাহে লাহে আন যাত্ৰীৰ দৰে বহিলগৈ। মিচেচ্ স্মিথ আৰু

হেৰিয়ে তিৰুতাৰ কেবিনলৈ গ'ল। জর্জ আৰু ইলাইজাই একাষে কথা পাতি থাকিল। অলপ পৰ পাছত মার্ক্স গুচি যোৱা দেখি জৰ্জৰ আনন্দ হ'ল। তাৰ পাছতেই জাহাজ এৰি দিলে।

মুক্তি! ইৰি হ্ৰদৰ পানী সেইদিনা সূৰ্য্যৰ পোহৰত কেনে জিলিক-মিলিক কৰিছিল! কি সুন্দৰ বতাহ! জাহাজখনৰ গতিয়েই বা কেনে গম্ভীৰ আৰু মিঠা! অলপ বোৱাৰ পাছত সিপাৰৰ ইংৰাজ বসতি দেখা গ'ল। তাৰ পাছত কেনেডাৰ এমহার্ষ্টবার্গ (Amherstburgh) বুলি এখন ঠাইত জাহাজ ৰ'লগৈ। তেওঁলোক নামিল। মুক্ত, এতিয়া গোলাম নহয়। জাহাজ যেতিয়া আকৌ মেলি দিলে, কিছুদূৰলৈ যোৱাত জর্জ আৰু ইলাইজাই হেৰিক সাৱট মাৰি ধৰি আনন্দত কান্দি পেলালে। আৰু আঁঠুকাঢ়ি সেই কৰুণাময় পৰমেশ্বৰক কৃতজ্ঞতা জনালে। মিচেচ্ স্মিথে এওঁলোকক এজন ধৰ্ম্মভীৰু খ্ৰীষ্টানৰ ঘৰলৈ লৈ গ'ল। এই খ্ৰীষ্টানজনে এনে বহু মানুহক আশ্ৰয় দিছিল।

আশাকৰোঁ, তোমালোকে ডাঙৰ হ'লে এখন Uncle Tom's Cabin পঢ়িবা। ইয়াত সকলো কথা দিয়া হোৱা নাই। এইখন অতি চমু কিতাপ। চমু কিতাপ পঢ়ি লোৱাৰ পাই ডাঙৰ কিতাপ পঢ়িবা দেই।

এতিয়া টমৰ তালৈ যাওঁ ব'লা। তেওঁৰ বাবোৰ শুকুৱাৰ আগেয়ে লেগ্ৰীয়ে হুকুম দিলে যে টমে বাগিচাৰ কাম কৰিব লাগে। টমৰ দুখ আৰু কষ্টৰ মাত্ৰা বাঢ়িল। লেগ্ৰীয়ে টমক বহুত ৰকমৰ কষ্ট-যন্ত্ৰণা দিবলৈ আৰম্ভ কৰিলে। এনে নীচ প্ৰকৃতিৰ মানুহৰ আনক কষ্ট দিবৰ ছুতা ওলায়েই থাকে। টমে ভাবিছিল যে দেৱবাৰে তেওঁ বাইবেলখন পঢ়িবলৈ সময় পাব। কিন্তু ক'ত? সেই বাগিচাত দেৱবাৰ-আনবাৰ সমান। আনবাৰে যি কাম, দেৱবাৰেও সেই কাম। প্ৰথমে প্ৰথমে কাম কৰি আহি জুহালৰ জুইৰ পোহৰতেই অলপ পৰ বাইবেলখন পঢ়িছিল। পাছত টমে ইমান কামৰ কোৰ সহিব নোৱৰা হ'ল। গধূলি ঘৰলৈ উভতি আহোঁতে টমে-লেহেতে মূৰ ঘূৰুৱা আৰু চকুৱে এন্ধাৰ দেখাৰ নিমিত্তে আৰু সেইকণপৰো পঢ়িব নোৱৰা হ'ল। আনবোৰ মানুহৰ দৰে ভাগৰ লাগি আহি চাৰি-পাটীত বীজল দি পৰিছিলহি।

এদিন গধূলি জুহালত তেওঁ বাহ্নি লাহিছিল। মনত দুখ। ভাবিলে—বাইবেলখন অলপ পঢ়ে। তাকে ভাবি মুনাই যোৱা জুইত আৰু অলপ ভগা-ছিগা খৰি

দিলে। বাইবেলখন উলিয়ালে। সেই পবিত্র কিতাপখনিত তেওঁৰ তাজ লগা ঠাইবোৰত চিন দিয়া আছে। কিন্তু চকুৱে ভালকৈ নমনে। কি কৰিব? কিতাপখনি আকৌ জেপত ভৰাই থ'লে। কোনোৰা এটাই কৰ্কশ হাঁহিৰে তেওঁক সুধিলে, "তেনেহ'লে বন্ধু, ধৰ্মে তোক আক কাম নিদিলে মহয়নে?"

এই কথাবাৰে টমক বৰ বিন্ধিলে। তেওঁ মনে মনে থাকিল।

লেগ্রীয়ে ক'লে, "তোৰ অকণো বুদ্ধি নাই। তোৰ তাজৰ নিমিত্তে মই তোক কিনিছিলোঁ। তই এতিয়া স্বাবো আক কুইবোতকৈও ভাল কাম পালি হয়, আক তোৰ ইমান দুখ আক কষ্টও নহ'ল হয়। টম্, মোৰ কথা শুন।"

টমে ক'লে, "মই যি বাট ধৰিছোঁ, ধৰিয়েই থাকিম। ঈশ্বৰ মোৰ সহায় হওক কি নহওকেই, মই তেওঁক কেতিয়াও নেৰোঁ। আক এই জীৱনৰ শেষলৈকে মই তেওঁক নেৰোঁ।"

"তোক এতিয়াও ঠিক কৰিম, বুজিলিনে? খবৰদাৰ।" লেগ্রীয়ে এইবুলি কৈ গুচি গ'ল।

ঈশ্বৰৰ কি আচৰিত সৃষ্টি! যেতিয়া মানুহৰ দুখ-কষ্ট হয়, যেতিয়া আক কোনো আশা-ভৰসা মানুহে নেদেখে, তেতিয়া ঈশ্বৰে তেওঁৰ শক্তিক বৰশ কৰি ল'বলৈ উপযুক্ত বল দিয়ে। টমৰো সেই অৱস্থা হ'ল। টমৰ যেতৰ কোবৰ ঘা শুকুৱা নাই, মনত অশান্তি, সকলো পিনে দুখ-কষ্ট; কিন্তু এক ঐশ্বৰিক শক্তি আহি টমক নৱশক্তি দিলে। নিৰ্ব্বিকাৰ ভাব উপস্থিত হ'ল। দুখ-কষ্টৰ সীমাৰ বাহিৰলৈ টম্ গ'ল। তেওঁৰ শৰীৰ আক মনত যিমানেই দুখ থাকক, আনৰ দুখ দেখিলেই টমে সেই ঠাইত উপস্থিত হৈ আনৰ দুখ লাঘৱ কৰিছিল। এই মানুহটিয়ে সকলো দুখৰ ভাৰ বহন কৰিছিল। কথাতো, কামতো। সকলোৰে অন্তৰত সুখ দিবলৈ চেষ্টা কৰিছিল। তোমালোকে ৰবীন্দ্ৰনাথ ঠাকুৰ জগৎ-কবিৰ সঙ্গীত (নাম) জানা—"আসন তলেৰ মাটিৰ পৰে লুটিয়ে ৰব।" টমৰ সেই ভাব। টমে নিজে কোনো বস্তু আগৈয়ে নলৈ সকলোৰে লোৱাৰ পাছত যি যি বাকী থাকিছিল তাকে লৈছিল। টম্, তুমি আদৰ্শ পুৰুষ এজন, তুমি এজন মহাপুৰুষ।

জাৰ। টমৰ গাৰ কাপোৰ আছি আতক দিছিল। অহ। তেওঁ বুকলি থিলিকিৰ ওচৰৰ ঠাই সেই অহুত কষ্ট পোৱা মানুহটিক দিছিল। তোমালোকে ডাঙৰ কিতাপখন পঢ়িবা। তেতিয়া জানিবা—টমৰ মহত্বৰ কথা। গোলাম হ'লেও, প্ৰপীড়িত হ'লেও মানুহৰ আত্মা যে এইনিজাক পাৰ্থিৱ কাৰবাৰ অতীত মহৎ, টমৰ জীৱনীখিনা তোমালোকে জানিব পাৰিবা। অৱশ্যে জানিবা যে এই টম্ সেই

নাৰী জাতিৰ ভিতৰৰ এজনা প্ৰধানতম মহিলাৰ ( হেৰিয়েট বীচাৰ ষ্টো ) কল্পনাৰ সৃষ্টি। এই ষ্টো মহিলাই নিগ্ৰো জাতিৰ বহুত কষ্ট আৰু দুখ দেখি এই কিতাপ-খনি লেখিছিল। সেইদেখি কওঁ যে টমৰ চৰিত্ৰ কাল্পনিক নহ'বও পাৰে। এব্ৰেহাম ( এব্ৰেম ) লিংকনৰ (Abraham Lincoln) নাম শুনিছানে ? তেওঁৰ সময়ত যে যুক্তৰাজ্যৰ উত্তৰবাসী মানুহবিলাকৰ লৈতে দক্ষিণবাসী মানুহৰ যুঁজ হৈছিল, সেই বিষয়ে তোমালোকে বুৰঞ্জী পঢ়ি নিশ্চয় জানিছা। সেই যুঁজৰ আন কাৰণ থাকিলেও তাৰ এক প্ৰধান কাৰণ—এই চুটি-চাপৰ অথচ তেজস্বিনী ষ্টো মহিলাৰ কিতাপ। ডাঙৰ হ'লে, ডাঙৰ হ'লে কি, যেতিয়াই পাবা তেতিয়াই ভাল ভাল কিতাপবোৰ পঢ়িবা দেই। কিতাপৰ দৰে বন্ধু নাই, জানিবা। দুখত, সুখত সকলো সময়ত জানিবা—কিতাপ তোমালোকৰ বন্ধু। মানুহ কপট হ'ব পাৰে, কিতাপ কেতিয়াও কপট নহয়।

সুবিধা পালেই টমে লগৰীয়াবিলাকক বাইবেল পঢ়ি ভাল ভাল কথাবোৰ শুনাইছিল। তেওঁৰ সৰল সহৃদয় ব্যৱহাৰৰ নিমিত্তে সেই বাগিচাৰ সকলোৰে সেই মিউলাটো তিকতাজনীবো এনে কি কেসিবো ভগৱানৰ ফালে মন গ'ল। টমৰ ব্যৱহাৰে আটাইৰে মন স্নিগ্ধ কৰিলে। ভাল মানুহৰ লগত থাকিলে সকলোৰেই ভাল হয়। টমৰ লগ পোৱাৰ নিমিত্তে সেই বাগিচাৰ সকলো কাম কৰা মানুহেই ভাল হ'ল। সদায় ভাল মানুহৰ লগত থকা ভাল। বেয়া মানুহ সকলো সময়তে সাপৰ দৰে। সাপ দেখিছা। সাপক মানুহে বশ কৰে, দেখিছা। কিন্তু সাপক পুৰাপুৰি বশ কৰিব কোনেও নোৱাৰে। কিন্তু মানুহৰ কথা বেলেগ। বেয়া মানুহ ভাল মানুহৰ লগত থাকিলে, ভাল মানুহৰ কথা শুনিলে, আজি নহয়, কালি নহয়, এদিন ভাল হ'বই হ'ব। সেই বাগিচাৰ কাম কৰা মানুহবিলাকৰ স্বভাৱেই তাৰ এটি উজ্জ্বল দৃষ্টান্ত।

কোনো বস্তুৱেই সকলো সময়তে একে নেথাকে। চিৰদিন কেতিয়াও সমানে নেযায়। কেসি আৰু এমেলিন বুলি এজনী তিকতাৰ দাসত্ব শেষ হ'ল। সিহঁত পলাল। সিহঁত পলাই যোৱাত লেগ্ৰীৰ খঙৰ মাত্ৰা আৰু বাঢ়িল। খঙৰ কোব পৰিলগৈ টমৰ গাত। লেগ্ৰীয়ে ভাবিলে যে টমৰ শিক্ষাতে এনে ঘটনা হ'ল, "সি মোৰ নহয়নে ? মোৰ যি ইচ্ছা যায়, মই তাকে কৰিব নোৱাৰোঁনে ? তাক

যদি মই মাৰিব খোজোঁ, কোনে বাধিব পাৰে? তাৰ সাহ ইমান হয় যে মোৰ কামত বাধা দিব।" কিন্তু টম্ ভাল চাকৰ। কাম সুকলমে কৰে। তাৰ কিবা এটা হ'লে বাগিচাৰ ক্ষতি হ'ব। সেইদেখি লেগ্ৰীয়ে টমৰ একো ক্ষতি তেতিয়াই নকৰে। পাছদিনা পুৱা সি বন্দুক লৈ সেই কুকুৰবোৰ লৈ তাৰ নিজা বাগিচাৰ আৰু আন ওচৰ-চুবুৰীয়া বাগিচাৰ মানুহ লৈ কেসি আৰু এমেলিনক বিচাৰিব। যদিহে সিহঁতক পায়, তেনেহ'লে ভাল, নেপালে টমক—

ৰাতিপুৱা ছোৱালীদুটিক বিচাৰিবলৈ মানুহে-কুকুৰে ওলাল। কিন্তু বিচাৰি সিহঁত হায়ৰাণ হ'ল। সিহঁতক নেপালে। লেগ্ৰী ভাগৰ আৰু কড়া মেজাজ লৈ ঘৰলৈ উভতি গ'ল। গৈয়েই হাওলা মাচিয়াত বহিল হৈ পৰি কুইবোক হুকুম দিলে, "এই কুইম্বো, টম্‌টোক ধৰি আনগৈ। সি কুকুৰৰ পোটোৱেই এই কামৰ গুৰি। তাৰ ক'লা চালৰ আজি আইধা নেৰাখোঁ। তাৰ ক'লা চালৰপৰা কথাফেৰি যদি শুনিয়াওঁ, আজি তাৰ শেহ কৰিম।"

স্থাম্বো, কুইম্বো শত্ৰু। কিন্তু টমক দুয়ো দেখিব নোৱাৰিছিল, কিয়নো লেগ্ৰীয়ে প্ৰথম কৈছিল যে টমক অভাৰ্সিয়েৰৰ বাব দিব। সি ক'ৰবালৈ গ'লে টমেই বাগিচাৰ তত্বাৱধান কৰিব। এনে কথা স্থাম্বো, কুইম্বোৰ ভাল লাগিবনে? আৰু যেতিয়া দেখিলে যে টমক সিহঁতৰ গবাকীয়েও দেখিব নোৱৰা হ'ল, তেতিয়াতো কথাই নাই। লেগ্ৰীৰ হুকুম পাই কুইম্বোই অতি বং-মনেৰে টমক আনিবলৈ গ'ল।

লেগ্ৰীৰ হুকুম শুনি টমে তেতিয়াই জানিলে যে আজি কিবা এটা হ'ব। লেগ্ৰীৰ নীচ হৃদয়ৰ কথা টমে ভালকৈ জানিছিল। কিন্তু টম্ ঈশ্বৰ-বিশ্বাসী। ঈশ্বৰৰ ওপৰত বিশ্বাস ইমান আছিল যে তেওঁ মৃত্যুকো ভয় নকৰিছিল।

তেওঁৰ পাচি একালে থৈ ওপৰলৈ চাই ক'লে, "তোমাৰ হাতত, হে প্ৰভু, মোৰ আত্মা সঁপি দিছোঁ। তুমি মোকতো কিনি লৈছা, হে মোৰ প্ৰভু, সত্যৰ প্ৰভু।" এইবুলি কুইম্বোক ক'লে, "এতিয়া মোক লৈ যোৱাঁ।"

অসুৰটোৱে টমক টানি-আঁজুৰি লৈ যাওঁতে যাওঁতে ক'লে, "হা, হা, এইবাৰ সেকা পাবি। মাষ্টৰ থঙত জ্বলি-পকি আছে। মজা পাবি। তোৰ ইমান সাহ যে মাষ্টৰৰ নিগাবৰোবক তই পলাই যাবলৈ শিকাব। চাবি এতিয়া, তোৰ কি হয়।" এইবোৰ কথা টমৰ কাণেদি সোমোৱাই নাই। কোনোবাই যেন ওপৰৰপৰা এই কথা টমক শুনাইছে—"যি তোমাৰ শৰীৰক ধ্বংস কৰে, তাক ভয় নকৰিবা। সি আৰু তোমাৰ একোকে কৰিব নোৱাৰে।"

টমে ভাবিলে—তেওঁৰ যুক্তি ওচৰ।

লেগ্ৰীয়ে টমক দেখিয়েই তেওঁৰ চোলাৰ কলাৰটো ধৰি ক'লে, "তই জাননে টম্, তোক আজি মই মাৰিম।" টমে ধীৰভাৱে উত্তৰ দিলে, "হ'ব পাৰে প্ৰভু।"

"হ'ব পাৰে নহয়, মই ঠিক কৰিছোঁ যে আজি মই তোক মাৰিম। যদি কয়—ছোৱালীদুটা ক'ত আছে, তেনেহ'লে তোক মই ক্ষমা কৰিম। নহ'লে তোক মাৰি পেলাম। ক।"

টম নীৰৱে থিয় হৈ থাকিল।

"তই শুনা নাইনে?" সিংহৰ গৰ্জ্জনৰ দৰে লেগ্ৰীয়ে সুধিলে, "নকয় কিয়?"

"মোৰ একো ক'বৰ নাই।" টমে ধীৰ আৰু দৃঢ়ভাৱে উত্তৰ দিলে।

লেগ্ৰীৰ আৰু খং বাঢ়িল। কিন্তু খং দমন কৰি ক'লে, "টম্, শুন, তোক মই আগেয়ে এৰি দিছোঁ দেখি তই ভাবিছ, এইবাৰো এৰিম। নেৰোঁ, বুজিলিনে? মই বহুত ভাবি-চিন্তি এই কথা কৈছোঁ। হয় তোক ঠিক কৰিম, নহ'লে তোক মাৰি পেলাম। তোৰ প্ৰতিটোপা তেজ গণিম (ইয়াৰ মানে হৈছে গাৰ সকলোখিনি তেজেই উলিয়াব) আৰু তই নমৰালৈকে তোক নেৰোঁ।"

টমে তেওঁৰ গৰাকীৰ ফালে চাই ক'লে, "প্ৰভু, আপোনাৰ যদি কিবা দুখ কি বিপদ হয় কি বেমাৰ হয়, মই আপোনাৰ উপকাৰৰ নিমিত্তে প্ৰাণ দিবলৈ সাজু আছোঁ। এই মহাপাপ কিন্তু আপুনি নকৰিব। আপোনাৰ যিহকে ইচ্ছা হয় কৰোক—মোৰ কষ্ট শেষ হ'ব, কিন্তু আপোনাৰ দোষৰ নিমিত্তে যদি আপুনি অনুতাপ নকৰে, কষ্টৰ শেহ কেতিয়াও নহয়।"

এনে কথা শুনি টমক মাৰি মাৰি মাটিত পেলালে।

বহুত পৰ মৰাৰ পাছত ক্সাম্বোৰ মনো গলিল। ক'লে, "প্ৰভু, তাৰফালে আইধা হয় আৰু।"

লেগ্ৰীয়ে ক'লে, "সি সৈ নেকাঢ়িলে মাৰি থাকিবি, মাৰি থাক, মাৰি থাক। বিমান পৰলৈকে নকয়, মাৰি থাকিবি।"

টমে চকু মেলি লেগ্ৰীৰ ফালে চাই ক'লে, "আপোনাৰ আৰু কি কৰিবৰ আছে? একোকে নাই। আপোনাৰ অদৃষ্ট বৰ বেয়া; কিন্তু মই আপোনাক মোৰ অন্তৰতম হৃদয়েৰে ক্ষমা কৰোঁ।" এইবুলি একেবাৰেই মূৰ্চ্ছা গ'ল।

লেগ্ৰীয়ে অলপ আগবাঢ়ি আহি ক'লে, "ইঃ, সঁচাকৈয়ে ইয়াৰ ফালে শেহ হ'ল। ই গ'ল। ভালেই হ'ল। ইয়াৰ মুখ বন্ধ হ'ল।"

এইবুলি লেগ্ৰী তাৰপৰা গুচি গ'ল। লেগ্ৰী যোৱাতে আটাইবোৰ নিগ্ৰো একেলগ হৈ টমক সেৱা কৰিব ধৰিলে। আগেয়েই এবাৰ ক'লে, "আমি আটায়ে বেচাৰাক কি যে নিষ্ঠুৰ ব্যৱহাৰ কৰিছোঁ! হায় হায়, কিয় কৰিলোঁ!"

টমে চকু মেলি চাই লাহে লাহে ক'লে, "একো কথা নাই। মই তোমালোকক আটাইকে ক্ষমা কৰিছোঁ, ভাবো।"

এই ঘটনাৰ দুদিন পাছত এজন ডেকা ল'ৰাই গাড়ী চলাই আহি লেগ্ৰীৰ ঘৰৰ আগত ৰ'লহি। নামি গৃহাকীৰ লৈতে দেখা কৰিব খুজিলে। এওঁ জৰ্জ শেলবি। নৈৰ ভাটীৰ ফালে মাকৰ জমিদাৰী সংক্ৰান্ত কাম তদাৰক কৰিবলৈ আহি এবাৰ টমক বিচাৰি চাবলৈ মন গ'ল। কেবাবাৰো বিচাৰি বিচাৰি টমক নেপালে। অকস্মাৎ এজন মানুহৰপৰা বাতৰি পালে যে টম্ লেগ্ৰীৰ বাগিচাত আছে। সেই কথা শুনিয়েই ইয়ালৈ তৎক্ষণাৎ আহিল। ইচ্ছা যে টমক আকৌ কিনি লয়। লেগ্ৰীয়ে মাতি পঠিয়ালে।

জৰ্জে ক'লে, "শুনিছোঁ বোলে নিউ অৰ্লীন্সত আপুনি টম্ বুলি এটি মানুহ কিনিছে। সি মোৰ দেউতাৰ বাগিচাত কাম কৰিছিল। পাৰোঁ যদি তাক কিনিবলৈ আহিছোঁ।"

লেগ্ৰীয়ে অলপ খঙৰ ভাবেৰে ক'লে, "এৰা, কিনিছিলোঁ। এনে বেয়া অবাধ্য গোলাম মই আৰু দেখা নাই। সি কুকুৰৰ পুতেকটো এতিয়া মৰিবলৈ ওলাইছে। মৰে নে নাই ক'ব নোৱাৰোঁ।"

"সি ক'ত? মই তাৰ লৈতে দেখা কৰিব খোজোঁ।" এইবুলি মনৰ দুখ আৰু খঙেৰে জৰ্জে অনুমতি খুজিলে। খং বৰকৈ হৈছিল, কিন্তু দমন কৰিলে।

ঘোঁৰাৰ লাগাম ধৰি থকা মানুহটোৰে টম্ থকা ঠাই দেখুৱাই দিলে।

জৰ্জে আৰু একো নকৈ সেইফালে খোজ ল'লে। গৈ দেখে যে টম্ শুই আছে। শৰীৰত দুখ কি কষ্ট একো নাই; কিয়নো কষ্ট অনুভৱ কৰিবৰ শক্তিও টমে এতিয়া হেৰুৱাইছে। এনে বলিষ্ঠ সঁজাৰপৰা প্ৰাণ ইমান সোনকালে এৰি যাব নোখোজে, সেইদেখিয়েই এই দুইদিন একেভাৱে পৰি আছিল। তেওঁক এনেভাৱে পৰি থকা দেখি জৰ্জৰ মুখ মুৰালে। ক'লে, "ই ভগৱান,

এনে কথা হ'ব পাৰেনে ?" এইবুলি ওচৰত বহি ক'লে, "টম্ দদাই, টম্ দদাই, মোৰ বন্ধু !"

এই মিঠা মাত টমৰ কাণত সোমাল। টমে লাহেকৈ মূৰটো জৰ্জৰ কালে লৈ গৈ অলপ হাঁহিলে।

"টম্ দদাই, উঠাঁ, এবাৰ কথা কোৱাচোন। তোমাৰ মাষ্টৰ জৰ্জ আহিছে, তোমাৰ নিজৰ জৰ্জ। মোক চিনি পোৱা নাইনে ?"

আচৰিত হৈ ক'লে, "মাষ্টৰ জৰ্জ ! মাষ্টৰ জৰ্জ !" এইবুলি অলপ পৰ তলকা মাৰি ভাবিলে, চালে, চাই ক'লে, "ধন্য ভগৱান ! হয় হয়, হয় মই যি বিচাৰিছিলোঁ তাকে পালোঁ। তেওঁলোকে মোক পাহৰা নাই। তেনেহ'লে মোৰ কি আনন্দ ! মই এতিয়া সুখেৰে মৰিম। ধন্য ভগৱান, ধন্য ভগৱান।"

জৰ্জে ক'লে, "তুমি নমৰা, তোমাক মৰিবলৈ নিদিওঁ আমি। তোমাক ঘৰলৈ লৈ যাবলৈ আহিছোঁ টম্ দদাই।"

"মাষ্টৰ জৰ্জ, এতিয়া আৰু নোৱাৰোঁ। বহুত পাছত আহিলা তুমি। এতিয়া আৰু সময় নাই। প্ৰভুৱে মোক কিনিছে, আৰু নিজা ঘৰলৈ লৈ যাবলৈ ওলাইছে। মই যাবলৈ বং মনেৰে বাট চাই আছোঁ, মাষ্টৰ জৰ্জ।"

জৰ্জক দেখি যি আনন্দ হৈছিল, এতিয়া সেই আনন্দ কমি আহিল। টমৰ বল লাহে লাহে কমি আহিল। "খ্ৰীষ্টৰ প্ৰেমৰপৰা দূৰৈত আমাক কোনে ৰাখিব পাৰে ?" এইবুলি মিঠা হাঁহি এটি মুখত লৈ চকু মুদিলে।

জৰ্জে এই দৃশ্য দেখি অলপ পৰ নিস্তব্ধভাৱে সংসাৰৰ অনিত্যতাৰ কথা ভাবি বহি থাকিল। অলপ পৰ থাকি টমৰ গাত নিজৰ 'ক্লোক'টো পেলাই দিলে। ভাবিলে, "সচ খ্ৰীষ্টিয়ান হোৱা কি সুখৰ কথা !"

নিগ্ৰোবিলাকক ক'লে, "বোপাইহঁত, আমি এওঁক মোৰ বেগনলৈ লৈ যাওঁ ব'ল। মই তহঁতৰ লগত এওঁক তোলোঁ। এখন কোৰো আনিবি বোপাইহঁত, দেই।" এটাই কোৰ আনিলে। জৰ্জ আৰু দুটা নিগ্ৰোই লাহে লাহে সসম্ভ্ৰমে টমক গাড়ীত তুলিলেগৈ। বাগিচাৰ বাহিৰে গছৰ ছাঁ থকা এডোখৰ ওখ ঠাইত টমক কবৰ দিয়া হ'ল। এজনে সুধিছিল, "মাষ্টৰ, আপোনাৰ 'ক্লোক'টো তুলি লওঁ।" তেওঁ ক'লে, "নেলাগে নেলাগে, মোৰ বন্ধুক আৰু মই একোকে দিব নোৱাৰোঁ, এই বস্তুটো তেওঁৰ লগতে যাবলৈ দিয়া।"

জৰ্জে সেই পবিত্ৰ ঠাইৰ ওচৰত আঁঠুকাঢ়ি ভগৱানক এইবুলি প্ৰাৰ্থনা কৰিলে, "শুনা অনন্তনাথ, শুনা পৰমেশ্বৰ, তোমাক সাক্ষী কৰি আজি মই

প্ৰতিজ্ঞা কৰিলোঁ যে মই মোৰ শক্তি অনুসাৰে মোৰ জন্মভূমিৰপৰা দাসত্ব প্ৰথা উঠাই দিবলৈ যত্নবান হ'ম। ভগৱান, সহায় হোৱাঁ।"

, আমাৰ বন্ধু টমৰ শেষ আবাসভূমিত 'এইডোখৰ টমৰ শেষ আবাসভূমি' বুলি কোনো চিন কি এনে কোনো কথা লেখা নাই; কিন্তু টমৰ প্ৰভুৱে জানে—তেওঁৰ প্ৰিয় টম্ ক'ত। নিৰ্দিষ্ট সময়ত টমক সেই ঠাইৰপৰা তেওঁ মাতি লৈ যাব।

## বিদেশী কথাৰ অসমীয়া তাৎপৰ্য

### মিউলাটো (Mulatto)

ক'লা ( নিগ্ৰো ) আৰু বগা মানুহৰ সন্তান।

### কোৱড্ৰুন (Qudroon)

মিউলাটো আৰু বগা মানুহৰ সন্তান।

### কুৱেকাৰ (Quaker)

জৰ্জ ফক্স নামেৰে এজন মানুহে প্ৰতিষ্ঠা কৰা ধৰ্ম্মসমাজ। ইয়াক বন্ধুসমাজ বুলিও (Society of Friends) কয়। এওঁলোক খ্ৰীষ্টান।

### ডৰ্কাস্ (Dorcas)

বাইবেলত এই নামৰ উল্লেখ আছে। জপা বুলি ঠাইৰ এজনা সজ কাম কৰা তিৰুতা। এই তিৰুতাজনা দয়াশীলা আছিল। গৰীব-দুখীক মৰম কৰিছিল। বাইবেলৰ 'এ্যাক্টস্' (Acts)-ত এই তিৰুতাজনাৰ উল্লেখ আছে। এওঁক তাত টেবিথা (Tabitha) বুলিও উল্লেখ কৰা হৈছে।

### মেথডিষ্ট (Methodist)

জন্ ৱেস্লি (John Wesley, ১৭০৩—১৭৯১) নামৰ এজন মানুহে প্ৰতিষ্ঠা কৰা এক ধৰ্ম্মসমাজ। এওঁলোকক ৱেসলিয়ানো (Wesleyan) বোলে। এওঁলোকে অতি নিয়মৰ (Method) বশবৰ্ত্তী হৈ ধৰ্ম্ম-কৰ্ম্ম কৰে দেখি এওঁলোকক Methodist বোলে।

### গুড্‌বাই (Good bye)

বিদায় সম্ভাষণ। মানে ঈশ্বৰ তোমাৰ লগত থাওক। কেবাদিন কি বহুদিনৰ নিমিত্তে বিদায় ল'লে এই কথা ব্যৱহাৰ হয়। নহ'লে সাধাৰণতঃ গুড্‌মৰ্নিং, গুড্ আফটাৰ নুন, গুড্ ঈভ্‌নিং ব্যৱহাৰ হয়। গুড্ নাইট্ ৰাতি বিদায়ৰ সম্ভাষণ। দেখা হ'লে এই কথা ব্যৱহাৰ নহয়।

### হ্যাণ্ড্‌নোট (Handnote)

টকা ধাৰে ল'লে যি প্ৰাপ্তি-স্বীকাৰ পত্ৰ লেখি দিয়া হয়। ইয়াত টিকট (ষ্ট্যাম্প) থাকিব লাগে, তেহে আইনসঙ্গত হয়।

### ছেনেটৰ

যুক্তৰাজ্যৰ প্ৰজা-প্ৰতিনিধি। যিসকল মানুহে ছেনেট সভাত বহিব পাৰে।

# PREFACE

I shall be failing in my duty if I do not thank my friend Mr. Lakshminath Bezbaroa B.A. for his so kindly allowing me to translate some of the tales from his Assamese compilation *Burhi Air Sadhu* (which literally translated would mean Tales of a Grandmother). I hereby tender my best thanks to Mr. Bezbaroa.

Mr. Bezbaroa is well-known in Assam and to to all readers of Assamese literature. He has enriched the literature of Assam by his inimitable writings. He is also the Editor of a very widely circulated Assamese monthly publication (*Banhi*). Long may he live to enrich our language!

I bring out this publication with a great deal of hesitation, for it is well-known that the translator's work is beset with a great many difficulties. To begin with, I am translating from my own language into a lauguage which is not my own. Innumerable defects of expressions and idioms therefore may have crept in, but notwithstanding such defects I have not the slightest doubt that even a casual reader will be able to follow the language without any difficulty.

I have tried, as far as possible, to translate the tales literally. This may have marred the style, but I wanted to lay before the readers, if any, of these translations, the exact method how a tale is told by an Assamese. I do not know if I have succeeded in my attempt.

My thanks are also due to those friends who have, from time to time, helped me with their advice in the course of my work.

With all their imperfections due to their new garb I present these tales to the kind indulgence of my readers.

I now offer this book to the general public. I sincerely hope my readers will like these tales.

Earle Law College,
Gauhati
in the autumnal
season of 1915

J. BOROOAH

## PREFACE TO THE SECOND EDITION

*The first edition was published by the Timber & Stores Agency (22, Rosemary Lane, Howrah), Mr. Lakshminath Bezbaroa's firm in 1915.* I had intended these translations for the children and "grown ups" of the English-speaking world. My idea was to place our Assamese folk-tales before the world so that they might gain some knowledge about Assam.

Mr. Bichitra Narayan Dutta Borooah, B.L., of Lawyer's Book Stall, Gauhati has undertaken to publish this edition very kindly. As this book will receive excellent treatment from him I need no further comments.

I have now very great pleasure in offering this book to the children, young and old, of the English-speaking world!

God bless them!

ব্ৰহ্মকৃপাহিকেৱলম্ ।

( ब्रह्मकृपाहिकेवलम् )

Abhiram,<br>Gauhati, Assam<br>*25th October, 1954*

J. BOROOAH

## THE TALE OF THE CAT'S DAUGHTER

(*Mekuri Jiyekar Sadhu*)

Once upon a time a farmer had a pet cat who was about to kitten. The farmer's wife was with child at the same time. The cat wanted very much to eat fish and said to the farmer's wife, "I am longing to eat fish badly." She replied, "Child, you must get me the fish first, then I shall let you have it, otherwise where am I to get any fish?" Hearing this the cat began from that very day to bring her fish somehow or other, stealing here and robbing there.

Now the mistress of the house used to cook and eat fish every day leaving the cat only the bones. So although the cat had to find the fish, she got none of it herself. This made her very angry and she cursed the farmer's wife saying, "What I am carrying may she carry and what she is carrying may I carry." After this the mistress actually gave birth to two kittens and the cat to two little girls. The cat brought the children up with love and care. She used to go out in search of fish and milk daily leaving the children behind at home. When they grew up, one day they said to her, "Mother, if by chance you happen to be killed on your way to and from our village, how shall we know of it and what shall we do then?" The mother, placing a tulasi plant* and a saucer of milk in the room, replied, "If anyone kills me the tulasi plant will wither and the milk will turn black. Go in search of me then." A few days after this the tulasi did wither and the milk did turn black; upon which the two little girls went out in search of their mother, thinking, some evil had befallen her. After they had gone a long way, the younger sister felt thirsty. Presently, they came

* Tulasi plant—the holy basil, called *tulsi* in Hindi.

to a river, and leaving her on the bank the elder sister went to fetch some water. First she had a drink herself, then as she was going to take some water for her sister the river dried up, and the river-god called out, "If you will give me the ring on your finger I will give you some water."

Could the ring be more valuable to her than her sister? So she dropped it into the river and took some water in exchange.

After the younger sister had her drink of water she sent the elder back to the river to get the ring; but as soon as she got into the water she was carried away by the river-god. Thereupon the younger sister began to beat her breast and cry bitterly.

A little later, a merchant who was passing that way with his merchandise saw a beautiful girl sitting alone on the bank, took her into his boat and sailed away. When he reached home he made her his wife. He had already two wives but he loved his little wife more than the others. So they became jealous, and began to plan some means of making the merchant hate her. When her first child was born she was blindfolded by them, and they threw the little baby into the river saying that she had given birth to a flail for pounding rice. Next time they did the same thing with the child and said that she had given birth to a pumpkin.

Now the girl who was carried off by the river-god recognising these children to be her sister's, brought them up and took care of them. But the merchant, believing that his youngest wife had actually given birth to these strange things, thought that she was an unlucky woman and drove her out of the house. She was given a hut to live in, right away near the dunghill, and there she lived on in misery and sorrow.

One day when the merchant was going in a boat the river-god stopped it in midstream. When he was at a loss as to what to do, someone from the bottom of the river called out, "If you undertake to call all the people together and let me know when they will meet, and throw into the

water as a pledge of good faith your areca-nut-carrier and stick, then I shall let your boat go—otherwise not." The merchant having done as he was told the boat was allowed to go on.

Now their aunt told the children the whole story from the time of their mother being born of the cat to the time when they were thrown into the river, and they were told to repeat it at the great meeting called by their father. On the day of the gathering they made their way to the merchant's house, and took the areca-nut-carrier and the stick with them. As soon as ever they got there they ran to the hut where their mother was living and said, "Mother, give us some water," as they were thirsty.

The poor woman, never having been called 'Mother' by anyone before, thought they were making fun of her and said, "Why tease me ; go to the great big meeting and there eat and drink whatever you want."

Then they told her the whole story and who they were and after staying a while with her went to the meeting.

The people there began saying that two strangers were present who were seen to have taken food and drink in the evil woman's hut and everybody insisted on knowing who they were. Upon this both the brothers stood up at once and said, "The lady at whose hut we were seen is our mother." When they all asked the merchant if he knew anything about it he could give no explanation. Then the brothers were asked for an explanation. The elder one told his tale from the very beginning, explaining every detail and showed the areca-nut-carrier and the stick to prove the truth of his story.

The merchant was thunderstruck and he admitted that the things were his. Then everybody came to know of the wickedness of the two elder wives who on being asked for an explanation remained silent. After the meeting broke up, the merchant chopped off the ears and noses of his two wives and drove them out of the house—and he lived happily with the two boys and their mother ever after.

## THE MONKEY AND THE FOX

*(Bandar Aru Shial)*

Once upon a time there lived a monkey and a fox who were great friends. They put their heads together and laid plans to roam about and get plenty to eat. One day as they were arranging the day's plans sitting by a road in the woods they saw some men coming towards them with loads of bananas, milk, treacle, sugar-cane and various dainties for a marriage feast. On seeing them the fox said to the monkey, "Friend, you see those things carried by the men. We must have them, at any cost; let us find out some means of doing so. You had better hide yourself under a tree near the road at a little distance, and I shall hide near here. When they come near us I shall shout *howa* and you from your place must shout *khowa*, and you may be sure that on hearing us shout so suddenly they will take fright and run away."

When the men approached them the woods rang with their *howa-howas* and *khowa-khowas*. Thinking that either tigers or bears were about to fall upon them the men left their loads then and there and took to their heels. Seeing them run away like that both the fox and the monkey were wild with joy, and made off with their booty to the jungle. The monkey then said to the fox, "Friend, if we sit here and begin to eat and the men come back to look for their things, there will be an end of us both, and we shall lose everything into the bargain. Let us then do this: I had better climb to the top of this tree with these things and you had better remain below, for you can't climb trees; you know, after taking my share I shall throw you yours. So like a good chap lend me a hand in lifting these things from the ground and I shall carry them up." The fox, agreeing to this proposal, lifted the things one by one for the monkey and the latter climbed up the tree with them.

When he had safely carried up everything, the monkey, quite happy and serene, went on eating to his heart's

content. The fox from the bottom of the tree called out, "Friend, where is my share ?" The monkey, after eating a banana threw the skin down to the fox saying, "Here friend, catch, there goes a banana." After drinking off the milk he threw the can down saying,, "Friend, here goes your share of the milk, mind you catch it." After sucking the juice of the sugarcane he threw the fibre down saying, "There goes a sugarcane, friend, catch it." When the fox saw how he was being done in the eye by the monkey, in his impotent rage he began to scratch the ground with his paws and bite the bark of the tree and then left the place.

One day the monkey saw the fox sitting near a nest of hornets. He came up to him and asked, "Friend, what are you doing ?" The fox replied, "Friend, it is just my luck I can't help it, the king has appointed me the keeper of his drums, that is why I am sitting here in charge of this one." The monkey said, "Do let me have a beat at it like a good chap." "Friend, it is entirely out of the question", the fox replied ; "I can't let you do it—if the king were to hear of it I shall be cut in two. Can't you hear friend, the drum is so good that it is giving out a soft musical sound even when it is not beaten ?" Said the monkey, "Do friend, do let me just touch it, only a gentle touch, the king won't know. I am longing to play it." The fox said, "Friend, it is impossible to refuse you really—well, you may just play the drum gently ; gently, mind you", and then disappeared all on a sudden. As soon as the monkey struck at the hornet's nest, he was surrounded on all sides by hundreds of angry hornets who stung his hands, feet, mouth, in short, all over his body. The monkey, quite confounded and rolling and writhing about in pain cried out, "Friend, come and help me, I am dying." The fox from a safe distance replied, "Didn't you throw me the peel after finishing the banana ? I am just paying a compliment in return." The monkey cried, "Friend, save me, I am dying." The fox replied, "I am just giving you tit for tat in return for the can without the milk." The monkey cried, "Friend, do, do come, I am

dying." The fox replied, "I am just taking my revenge for your throwing me the fibre after sucking the juice of the sugar-cane, that is all." Saying this, he left the place leaving the monkey to his fate.

Long after this the monkey saw the fox keeping watch over a plot of land with poisonous arum plants. The monkey had quite forgotten about the hornets. He came up to the fox and asked, "Friend, what are you doing ? What are these plants ?" The fox turned towards the monkey and replied smiling. "This is the king's sugar-cane plantation and every cane is ripe for eating. I have been appointed to keep watch over it by Royal command. The king's commands have to be obeyed—what is to be done ?" The mention of sugar-cane made the monkey's mouth water. He asked "Friend, could you just let me taste a tiny winny one ?" The fox replied, "What are you talking about, friend ? They belong to the king, and if he were to hear of my letting you taste these sugar-canes he will not only kill me but kill my little ones also." The greedy monkey again said, "Friend, I am longing for a taste, do let me have one, just one on the sly,—the king won't know." The fox said, "If you are so eager to, do have one, mind you, one only and no more, I will bear any punishment that is given me for your sake." As soon as he got permission, the greedy monkey broke a big arum stem and started munching away. The arum did its work and his mouth began to itch and smart all over. He was sorely distressed and shrieked out, "Friend, save me, I am dying." The fox replied, "A return compliment for the peel you threw me after eating up the banana." The monkey called out, "Friend, I am dying." The fox replied, "I am just revenging myself for your throwing me the fibre after sucking the sugarcane." The monkey again cried, "Friend, come and save me." The fox said, "I am giving you tit for tat for the jar thrown down after you finished the treacle", and left the spot.

A long time after this the monkey in his wanderings came across the fox seated by the side of an old well. The mouth

